ড° অৰ্বিন ঘোষ

# মহাত্মাৰ জন্ম

অনুবাদ

ভুবন চন্দ্ৰ বৰা



ষ্টুডেণ্টচ্ ষ্ট'ৰচ্
কলেজ হোষ্টেল ৰোড
গুৱাহাটী-৭৮১০০১



**প্ৰতিষ্ঠাতা ঃ নৰেন্দ্ৰ চন্দ্ৰ দত্ত, স্থাপিত ঃ ১৯৪৫**

**মহাত্মাৰ জন্ম**

*অনুবাদ ঃ ভুবন চন্দ্ৰ বৰা*

**প্ৰকাশক**

শ্ৰীঅজয় কুমাৰ দত্ত

ষ্টুডেন্টচ্‌ ষ্ট'ৰচ্‌

কলেজ হোষ্টেল ৰোড

গুৱাহাটী-৭৮১০০১

**পৰিবেশক**

ভাৰতী বুক ষ্টল

মেইন ৰোড

গোলাঘাট-৭৮৫৬২১

**প্ৰথম প্ৰকাশ ঃ নৱেম্বৰ, ২০১০**

প্ৰচ্ছদ ঃ বিষ্ণু তামুলী

মূল্য ঃ ২০০.০০ টকা

**মুদ্ৰক**

**চান বিম্‌**

১ শংকৰদেৱ পথ, ৰূপনগৰ,

গুৱাহাটী-৩২

# উৎসর্গ

আমাক অকালতে এৰি থৈ যোৱা ডাঙৰ ভতিজা
অপূৰ্ব বৰাৰ (১৯৫১—২০০৯)
সুপবিত্ৰ সোঁৱৰণত

—ভুবন চন্দ্ৰ বৰা

## অনুবাদকৰ দু-আষাৰ

শ্ৰীঅৰ্ভিন ঘোষৰ 'মহাত্মাৰ জন্ম' নামৰ বাংলা জীৱনোপন্যাসখন প্ৰকাশ পাইছিল ২০০৯ চনৰ কলকাতা বুক ফেয়াৰত। প্ৰখ্যাত মুক্তিযোদ্ধা আৰু গান্ধীবাদী প্ৰয়াত অমিয় কুমাৰ দাসদেৱে অনুবাদ কৰা গান্ধীজীৰ আত্মজীৱনীখনৰ (মোৰ সত্য-অন্বেষণৰ কাহিনী) বাহিৰে অসমীয়া ভাষাত বিশেষভাৱে লিখা গান্ধীজীৰ জীৱন-কাহিনী তেনেকৈ চকুত পৰা নাই। সেয়েহে আমাৰ অসমীয়া ভাষালৈ এই কিতাপখন অনূদিত কৰাটো এক যথোচিত কাম হ'ব বুলি ভাবিলোঁ। মূল লিখক শ্ৰীঅৰ্ভিন ঘোষদেৱে কিতাপখন অসমীয়ালৈ অনুবাদ কৰিবলৈ সুদূৰ নিউইয়ৰ্কৰ পৰা ই-মেইলযোগে মোক অনুমতি দি কৃতাৰ্থ কৰিছে। মোৰ হিয়াভৰা শলাগ তেওঁলৈ যাচিছোঁ।

মোৰ এই প্ৰয়াসে পাঠক সমাজৰ পৰা আশানুৰূপ সঁহাৰি পালে ভৱিষ্যতে ঘোষদেৱৰ অনুমতি সাপেক্ষে তেওঁৰ ৰবীন্দ্ৰনাথ আৰু স্বামী বিবেকানন্দৰ জীৱনক লৈ লিখা বাংলা ভাষাৰ উপন্যাস দুখন আৰু মাদাৰ টেৰেছাৰ জীৱনী গ্ৰন্থখনো অসমীয়ালৈ অনুবাদ কৰিবলৈ মনতে আশা ৰাখিছোঁ।

'মহাত্মাৰ জন্ম' অনুবাদ গ্ৰন্থখন প্ৰকাশ কৰিবলৈ দায়িত্ব লৈ গুৱাহাটীৰ ষ্টুডেণ্টচ্ ষ্ট'ৰচে মোক কৃতজ্ঞ কৰিছে। ষ্টুডেণ্টচ্ ষ্ট'ৰচৰ স্বত্বাধিকাৰী আৰু সমূহ কৰ্মীবৃন্দলৈ মোৰ আন্তৰিক ধন্যবাদ থাকিল।

ইং ঃ ২৯/০৬/২০১০

**শ্ৰীভুবন চন্দ্ৰ বৰা**
'জিৰণি'
হাতীগড় চাৰিআলি
৩৪, অম্বিকাগিৰী পথ
গুৱাহাটী-৭৮১০২৪

## গ্ৰন্থখনৰ বিষয়ে

প্ৰবাসী ভাৰতীয় ড° অৰ্ভিন ঘোষ এগৰাকী অৰ্থনীতি বিষয়ৰ অধ্যাপক। প্ৰায় অৰ্ধ শতিকা কাল তেওঁ আমেৰিকাৰ নিবাসী। কিন্তু কেৱল অৰ্থনীতিৰ চৰ্চাতে তেওঁ নিজকে আবদ্ধ কৰি ৰখা নাই। চিৰদিনেই তেওঁ বাংলা ভাষা আৰু বাংলা সংস্কৃতিৰ প্ৰতি তীব্ৰ অনুৰাগী। ভাৰতীয় সমাজ-সংস্কৃতি সম্পৰ্কে তেওঁৰ অপৰিসীম আগ্ৰহ। ইতিমধ্যে তেওঁ বাংলা ভাষাত ৰচনা কৰা কেইখনমান মূল্যবান গ্ৰন্থ বিদগ্ধ মহলত বিশেষভাৱে সমাদৃত। 'মহাত্মাৰ জন্ম' নামৰ অসামান্য উপন্যাসখনত গান্ধীজীৰ ল'ৰা কালৰ পৰা আদহীয়া সময়লৈকে সংঘটিত ঘটনাৱলী যাদুকৰী ভাষাত অত্যন্ত আকৰ্ষণীয় ৰূপত বৰ্ণিত হৈছে। উপন্যাসখনৰ সন্মোহনী ভাষা আৰু গঠনৰীতিয়ে পাঠকক বিশেষভাৱে বিস্মিত কৰিব। মাথোঁ তথ্য পৰিৱেশন নকৰি হৃদয়গ্ৰাহী এক উজ্জ্বল ভাষাত ঐতিহাসিক ঘটনাৱলী বিশ্লেষণ কৰা হৈছে এই গ্ৰন্থত। তেওঁৰ গদ্যৰ ভাষা মেদবিহীন আৰু জ্যোতিৰ্ময়। আৱেগ আৰু মননৰ যৌথ গতিয়ে উপন্যাসখনক এক স্বতন্ত্ৰ মৰ্যাদাত প্ৰতিষ্ঠিত কৰিছে। গান্ধীজী, তেওঁৰ আদৰ্শ আৰু জটিল ৰাজনীতি উপলব্ধি কৰিবলৈ হ'লে এই গ্ৰন্থ নিতান্তই পঠনীয় বুলি ক'ব পাৰি। এই গ্ৰন্থত ঐতিহাসিক প্ৰেক্ষাপটত পাঁচটা পৰ্বত আৰু চৌবিছটা অধ্যায়ত বৰ্ণিত হৈছে গান্ধীৰ জীৱন আৰু তেওঁৰ 'মহাত্মা' হৈ উঠাৰ কাহিনী। উপন্যাসখনত ল'ৰাকালৰ কথা, দক্ষিণ আফ্ৰিকাৰ পৰা উভতি আহি আশ্ৰম স্থাপন কৰালৈকে সময়ৰ চিত্ৰ-নিৰ্মাণত লিখকৰ পৰিশ্ৰমৰ স্পষ্ট ছাপ পৰিলক্ষিত হয়। গৱেষণানিৰ্ভৰ এই উপন্যাসে বাংলা সাহিত্যত এক স্থায়ী আসন লাভ কৰিব বুলি আশা কৰিব পাৰি।

## মূল লেখকৰ বিষয়ে

জাতিৰ জনক মহাত্মা গান্ধীয়ে কৈছিল, 'মোৰ জীৱনেই মোৰ বাণী।' 'মহাত্মাৰ জন্ম' শিৰোনামাৰে গান্ধীৰ জীৱনৰ অৱলম্বনত উপন্যাস লিখা অৰবিন্দ ঘোষ ওৰফে অৰ্ভিন ঘোষে নিজৰ জীৱনৰে প্ৰতিচ্ছবি অংকিত কৰিছে তেওঁৰ প্ৰতিটো লেখাত। বিবেকানন্দৰ জীৱনীৰ অৱলম্বনত 'প্ৰজ্বলিত সূৰ্য' অথবা মাদাৰ টেৰেছাৰ জীৱনীৰ অৱলম্বনত লিখা 'মাদাৰ টেৰেসা' পঢ়িলেই বুজা যায় যে তেওঁৰ জীৱনত ক'তো অকণো অসংগতি নাই, অসংলগ্নতা নাই।

পেছাত অৰ্থনীতিবিদ হ'লেও অৰ্ভিন ঘোষৰ মনটো সাহিত্যমুখী। কলকাতা বিশ্ববিদ্যালয়ৰ পৰা অৰ্থনীতিত বি.এ. (অনাৰ্ছ) আৰু এম. এ. পাছ কৰাৰ পিচত নিজৰ

দেশতে দুবছৰ অধ্যাপনা আৰু দুবছৰ গৱেষণা কৰি ১৯৬৪ চনত তেওঁ আমেৰিকা যুক্তৰাষ্ট্ৰলৈ যাত্ৰা কৰে। তাত চিটি ইউনিভাৰ্ছিটি অভ্ নিউইয়ৰ্ক বিশ্ববিদ্যালয়ত প্ৰায় চল্লিছ বছৰ কাল অধ্যাপনা কৰি সম্প্ৰতি তেওঁ 'এমেৰিটাছ' অধ্যাপকস্বৰূপে অৱসৰ গ্ৰহণ কৰে। অৰ্থনীতি (Economics) আৰু অৰ্থকৰী বিষয়ত (Finance) তেওঁ ত্ৰিছৰো অধিক প্ৰসংগ (referred) প্ৰবন্ধ আৰু পাঁচখন গ্ৰন্থ প্ৰকাশ কৰিছে। এইবোৰ লেখাই তেওঁক এজন প্ৰখ্যাত গৱেষকস্বৰূপে অৰ্থনীতি বিভাগত প্ৰতিষ্ঠিত কৰিছে। ইমানবোৰ বিদ্যায়তন গৱেষণা কৰা সত্ত্বেও অৰ্ভিন ঘোষ বাংলা সাহিত্যত অপৰিচিত নাম নহয়। ১৯৭৯ চনত তেওঁৰ প্ৰথম প্ৰবন্ধ 'কলকাতা ও নিউইয়ৰ্ক' 'দেশ' পত্ৰিকাত প্ৰকাশ পায়। 'দেশ' পত্ৰিকাতে তেওঁ নিয়মিত সাত বছৰ ধৰি আমেৰিকা আৰু প্ৰবাসী সাহিত্যিকসকলৰ প্ৰবন্ধ প্ৰকাশ কৰে। পিচত এই প্ৰবন্ধবোৰ তেওঁৰ 'নিউইয়ৰ্ক নিউইয়ৰ্ক' নামৰ ৰম্য-ৰচনা আৰু 'প্ৰবাসী সাহিত্য ও সাহিত্যিক' নামৰ প্ৰবন্ধ গ্ৰন্থত অন্তৰ্ভুক্ত কৰা হৈছে। তেওঁৰ বহুতো প্ৰবন্ধ 'নানা নিবন্ধ' গ্ৰন্থত সংকলিত কৰিছে। ইতিমধ্যে তেওঁৰ মুঠতে বাৰখন গ্ৰন্থ প্ৰকাশ পাইছে, য'ত আছে ৰম্য-ৰচনা, জীৱনোপন্যাস, প্ৰবন্ধ আৰু ভ্ৰমণ কাহিনী। কেইবছৰমান আগতেই প্ৰবাসী আনন্দবাজাৰ পত্ৰিকাত তেওঁৰ প্ৰফাইল প্ৰকাশ পাইছিল। আমেৰিকাত অনুষ্ঠিত 'বঙ্গ সংস্কৃতি সম্মেলন'তো তেওঁক ইতিপূৰ্বে সন্মানিত কৰা হৈছে।

## মূল গ্ৰন্থৰ ভূমিকা

মহাত্মা গান্ধীৰ জীৱনক লৈ অজস্ৰ কিতাপ লিখা হৈছে, ভৱিষ্যতেও বহুতো কিতাপ লিখা হ'ব। মোৰ প্ৰচেষ্টা হ'ল তেওঁৰ ল'ৰাকাল, ইংলণ্ড আৰু দক্ষিণ আফ্ৰিকাৰ জীৱন উপন্যাসৰ আকাৰত প্ৰকাশ কৰা যাতে পাঠক-পাঠিকাৰ মন সহজেই আকৃষ্ট হ'ব পাৰে। কেনেকৈ এজন দুৰ্বল আৰু ক্ষীণকায় তৰুণ কেৱল লৌহ-কঠিন ইচ্ছাশক্তি, সত্যৰ প্ৰতি একাগ্ৰতা আৰু ঈশ্বৰৰ প্ৰতি অবিচল আস্থাৰ ফলত লাহে লাহে এক 'মহাত্মা'ত পৰিণত হ'ল— ইয়াত মই তাকে দেখুৱাব খুজিছোঁ।

ইয়াত মই বৰ্ণনা কৰিছোঁ গান্ধীজীৰ কৈশোৰৰ পৰা জীৱনৰ মাজভাগলৈ, যেতিয়া তেওঁ ১৯১৪ চনত দক্ষিণ আফ্ৰিকাৰ পৰা শেষবাৰৰ কাৰণে ভাৰতলৈ উভতি আহি অসহযোগ আন্দোলনৰ স্থপতিৰূপে প্ৰস্তুত হ'ল। তেতিয়াৰ পৰাই তেওঁ ক্ৰমশঃ সমস্ত ভাৰততে 'মহাত্মা' স্বৰূপে পৰিচিত হ'ল।

এই জীৱনোপন্যাসৰ উল্লিখিত সকলো ঘটনাকে মই যথাযথভাৱে বৰ্ণনা কৰিছোঁ; মাথোঁ দুই-এটা চৰিত্ৰৰ কাল্পনিক নাম দিব লগা হৈছে, কিয়নো তেওঁলোকৰ আচল নাম

গান্ধীজীৰ সকলোবোৰ জীৱনীগ্ৰন্থতে অনুপস্থিত। এখন উপন্যাসৰ আকাৰত লিখা কাৰণে সংলাপ আমি স্বাভাৱিকতে কল্পনা কৰি ল'ব লাগে, তথাপি যিমান পাৰিছোঁ সত্যনিষ্ঠ হোৱাৰ চেষ্টা কৰিছোঁ।

আশা কৰোঁ মোৰ ৰবীন্দ্ৰনাথ আৰু স্বামী বিবেকানন্দৰ জীৱনোপন্যাসৰ দৰেই মহাত্মা গান্ধীৰ এই জীৱনোপন্যাস সাদৰে গৃহীত হ'ব আৰু সেই দুখন গ্ৰন্থৰ পৰিপূৰকস্বৰূপে 'যুগপুৰুষ ট্ৰিলজি' নামেৰে বাংলা সাহিত্য জগতত পৰিচিত হ'ব।

২ অক্টোবৰ, ২০০৮ **অৰ্ভিন ঘোষ**

নিউইয়ৰ্ক চিটি

ইউ. এছ. এ.

*"তেওঁ সেই সমুজ্জ্বল, সকলোৰে স্ৰষ্টা-মহাত্মা-জনমানসত সততে প্ৰতিষ্ঠিত আৰু প্ৰেম, প্ৰজ্ঞা আৰু চিন্তাৰ দ্বাৰা প্ৰকাশিত। যি তেওঁক জানে— তেওঁৱো অমৰত্বপ্ৰাপ্ত হয়।*

—হিন্দু শাস্ত্ৰ

*সেইগৰাকী মানুহৰ পৰা সাৱধান, যিজনে কোনো ইন্দ্ৰিয়গ্ৰাহ্য কামনাপূৰণ আৰু প্ৰশংসাৰ প্ৰতি কৰ্ণপাত নকৰে, কেৱল মাথোঁ যি সত্য তাকে অনুসৰণ কৰাৰ কাৰণে বদ্ধপৰিকৰ। তেওঁ এজন বিপজ্জনক আৰু অস্বস্তিকৰ শত্ৰু, কাৰণ তেওঁৰ দেহ সহজেই জয় কৰা যায়, কিন্তু তেওঁৰ আত্মা কিনিব নোৱাৰি।*

—গিলবাৰ্ট মাৰে

*ভৱিষ্যতত বহুত প্ৰজন্ম আহিব, যি বিলাকে বিশ্বাসেই কৰিব নিবিচাৰিব যে এনেকুৱা এজন ৰক্ত-মাংসৰ মানুহে এই পৃথিৱীৰ ধূলিত পদ-চাৰণা কৰিছিল।*

—আলবাৰ্ট আইনষ্টাইন

*মোৰ জীৱনেই মোৰ বাণী।* —মহাত্মা গান্ধী

# সূচীপত্ৰ

## প্ৰথম পৰ্ব ঃ ল'ৰা কাল



## দ্বিতীয় পৰ্ব ঃ ইংলণ্ডত শিক্ষা লাভ স্বদেশলৈ প্ৰত্যাৱৰ্তন আৰু স্বদেশত বেৰিষ্টাৰী



## তৃতীয় পৰ্ব ঃ দক্ষিণ আফ্ৰিকা

## চতুৰ্থ পৰ্ব ঃ আকৌ দক্ষিণ আফ্ৰিকাত



## পঞ্চম পৰ্ব ঃ স্বদেশলৈ প্ৰত্যাৱৰ্তন

# প্ৰথম পৰ্ব
## ল'ৰা কাল

---

### প্ৰথম অধ্যায়
## বাল্য কাল

সেইদিনা মোহনে নিচেই পুৱাতে শয্যা ত্যাগ কৰিলে। সাধাৰণতে সি ধল-পুৱাতে শোৱাৰ পৰা উঠে; এই অভ্যাস সি দেউতাকৰ পৰা পাইছে। তাৰ দেউতাক কাবা গান্ধীয়ে সূৰ্যোদয়ৰ আগতেই শয্যা ত্যাগ কৰি, ওচৰতে থকা পুখুৰীত গাটো তিয়াই, প্ৰাতৰাশৰ আগতেই অলপ সময় ধ্যান কৰে। তাৰ মাক পুতলীবাঈ দেউতাকতকৈও আগতেই উঠে, তেতিয়া আনকি পুৱাৰ আকাশত তৰাও মাৰ নাযায়। তেওঁৱো একেটা পুখুৰীতে গা ধুই, মন্দিৰলৈ গৈ, ভগৱান বিষ্ণুৰ চৰণত ফুল-পাত আগবঢ়াই পূজা কৰে। এইবোৰ কাম তেওঁ ল'ৰা-ছোৱালীহঁতে শোৱাৰ পৰা উঠাৰ আগতেই শেষ কৰে। তাৰ পিচত তেওঁ ব্যস্ত হয় সংসাৰৰ কামত।

সেইদিনা অৱশ্যে মোহন ইমান পুৱাতে শুই উঠাৰ এক বিশেষ কাৰণ আছিল। ৰাজকোট চহৰৰ এলফ্ৰেড হাইস্কুল পৰিদৰ্শন কৰিবলৈ সেইদিনা স্কুল-ইন্স্‌পেক্টৰ আহিব। এই স্কুল পৰিদৰ্শনলৈ অহাটো এটা অতি গুৰুত্বপূৰ্ণ কথা, কাৰণ ইন্স্‌পেক্টৰৰ অনুমোদনৰ ওপৰতে নিৰ্ভৰ কৰে স্কুলৰ প্ৰাপ্য চৰকাৰী অৰ্থ-সাহায্য। অকল এইটোৱেই নহয়, বাৰে বাৰে স্কুল-ইন্স্‌পেক্টৰৰ বেয়া ৰিপোৰ্ট হ'লে আনকি স্কুল পৰিচালনাৰ অনুজ্ঞাপত্ৰও বাতিল হৈ যাব পাৰে। সেয়েহে সেইদিনা আটাইয়ে সতৰ্ক থাকি সকলো সময়তে ভাল ব্যৱহাৰৰ পৰিচয় দিব লাগে।

মোহনৰ এই বিষয়ত ভয় কৰিব লগা একো নাছিল। সি তাৰ পাঠ ভালকৈয়ে সাজু কৰিছিল। শ্ৰেণীত আটাইতকৈ বুদ্ধিমান ছাত্ৰ নহ'লেও সি আছিল পৰিশ্ৰমী ছাত্ৰ। আনকি বাৰ বছৰ বয়সত এই স্কুলত যোগদান কৰাৰ আগতেই সি জানিছিল যে পৰিশ্ৰম আৰু অধ্যৱসায়ৰ ফল সদায়েই মংগলজনক।

কামলৈ যোৱাৰ আগতে কাবা গান্ধীয়ে মোহনৰ কোঠাত ভুমুকি মাৰি সুধিলে, "সকলো প্ৰস্তুত হৈছেনে, মনু?" তেওঁ মোহনক আদৰেৰে 'মনু' বুলি মাতে, আন সকলোৱে মোহনক 'মোনিয়া' বুলি সম্বোধন কৰে।

মোহনে শ্ৰদ্ধাপূৰ্ণ উত্তৰ দিলে, “হৈছে, দেউতা।”

দেউতাকৰ সি অতি প্ৰিয় সন্তান আছিল। ডাঙৰ ককায়েক লক্ষ্মী দাসবো সি খুব প্ৰিয়পাত্ৰ। কিন্তু তাৰ মাজু ককায়েক কৰ্ষণ দাস তাতকৈ তিনি বছৰে ডাঙৰ হ'লেও মাত্ৰ এশ্ৰেণী ওপৰত পঢ়িছিল। সি আছিল তাৰ খেলা-ধূলাৰ নিত্য-সংগী। কাবা গান্ধীয়ে তেওঁৰ কনিষ্ঠ পুত্ৰক আটাইতকৈ বেছি ভাল পাইছিল, কিয়নো সি আছিল দুৰ্বল আৰু ক্ষীণকায়। তেওঁ মাজে মাজে ভাবে, কেনেকৈনো এই নিষ্ঠুৰ আৰু স্বাৰ্থপৰ পৃথিৱীত সংগ্ৰাম কৰি বাচি থাকিব তেওঁৰ এই কনিষ্ঠ পুত্ৰ! বোধকৰোঁ সমস্ত জীৱন তাক ৰক্ষা কৰি থাকিব লাগিব! পিচে এই ক্ষেত্ৰত তেওঁ কোনো ধৰণৰ ভয় কৰা নাছিল, কিয়নো তেওঁ নিশ্চিত আছিল যে তেওঁৰ অবিহনে জ্যেষ্ঠ পুত্ৰ লক্ষ্মী দাসে মোহনৰ ভালদৰেই যত্ন ল'ব।

আদিতে মোহনহঁতৰ পৰিয়াল আছিল মোধ বণিয়া— অৰ্থাৎ পেছাত খুচুৰা মালৰ মুদি। তেওঁলোকে গুজৰাট ৰাজ্যৰ পোৰবন্দৰত বহুদিন বাস কৰাৰ পিছত ৰাজকোট চহৰলৈ ১৮৭৬ চনত আহিছিল।

গুজৰাটত তেতিয়া বহুতো সৰু সৰু ৰাজকীয় অঞ্চল আছিল। কাবা গান্ধী পোৰবন্দৰ ৰাজ্যৰ দেৱান বা প্ৰধানমন্ত্ৰী আছিল। নিজৰ নিৰ্ভীক ব্যৱহাৰ আৰু সততাৰ কাৰণে তেওঁ আছিল আটাইৰে পৰিচিত। সেই একে কাৰণতেই তেওঁ এবাৰ পোৰবন্দৰৰ ৰজাৰ কোপদৃষ্টিত পৰিব লগা হ'ল; ফলস্বৰূপে তেওঁ সেই স্থান ত্যাগ কৰি সপৰিবাৰে ৰাজকোট চহৰত আশ্ৰয় ল'বলৈ বাধ্য হয়। তাতো তেওঁ স্থানীয় শাসক ঠাকুৰ চাহেবৰ দেৱান হৈছিল।

কাবা গান্ধীয়ে পুতলীবাঈক বিয়া কৰোৱাৰ আগতে তিনিবাৰ বিয়া কৰাইছিল। তেওঁৰ প্ৰথম দুই স্ত্ৰীৰ মৃত্যু ঘটিছিল। তৃতীয় স্ত্ৰী হৈছিল দুৰাৰোগ্য ৰোগত আক্ৰান্ত। এই স্ত্ৰীৰ সম্মতি সাপেক্ষেই তেওঁ চতুৰ্থবাৰ বিয়া কৰাইছিল। এই শেষৰ বাৰ বিয়াৰ সময়ত তেওঁৰ বয়স হৈছিল চল্লিছ বছৰ আৰু নকন্যা পুতলীবাঈৰ বয়স আছিল মাথোঁ ওঠৰ বছৰ।

পুতলীবাঈ কাবা গান্ধীৰ অতি নিষ্ঠাৱতী আৰু প্ৰিয় পত্নী আছিল। স্বামীৰ তেওঁ বিশ্বস্ত সহচৰী। ঘৰত এজন ভৃত্য আৰু এগৰাকী পৰিচাৰিকা থাকোঁতেও সংসাৰৰ অধিকাংশ কাম তেওঁ নিজ হাতেৰেই কৰিছিল। স্বামী আৰু সন্তানহঁতৰ কাৰণে তেওঁ নিজে ৰন্ধা-বঢ়া কৰি ভাল পাইছিল। তেওঁ নিজৰ ল'ৰা-ছোৱালী আৰু কাবা গান্ধীৰ আগৰ স্ত্ৰীৰ ফালৰ কন্যাহঁতৰ লগত কোনো প্ৰভেদ নাৰাখিছিল। তেওঁৰ ল'ৰা-ছোৱালী ডাঙৰ হৈ উঠাৰ সময়ত সতিনীৰ ছোৱালীহঁতে পিতৃ-গৃহ এৰি গৈছিল। মোহনৰ জন্ম হোৱাৰ আগতেই সিহঁতৰো দুটা ল'ৰা আৰু এজনী ছোৱালীয়ে জন্মগ্ৰহণ কৰিছিল।

কাবা গান্ধীৰ দৰেই পুতলীবাঈয়ো এগৰাকী অতি ধৰ্মপ্ৰাণা মহিলা আছিল। মোহনৰ মনত পৰে মাতৃৰ 'চৌৰষ' বা 'চতুৰ্মাস' ব্ৰত পালনৰ কথা। তেওঁ তেতিয়া সমস্ত দিন লঘোনে থাকি আবেলি সূৰ্য দৰ্শন কৰাৰ পিচতহে অন্নগ্ৰহণ কৰে। যদি আকাশ মেঘাচ্ছন্ন হৈ থাকে আৰু কেৱল খন্তেকৰ কাৰণেহে বেলিটোৱে ভুমুকি মাৰে, তেতিয়া পুতুলীবাঈৰ ল'ৰাইঁতে চিঞৰি লগায় "মা, মা, বেলি উঠিছে, সোনকালেই আহি চাই যোৱাহি।' কিন্তু মাকে কাম-কাজ এৰি বাহিৰ পাইহি মানে বেলিয়ে আকৌ মেঘৰ আঁৰত মুখ লুকুৱায়।

'ঠিক আছে, ঈশ্বৰে নিবিচাৰে যে মই উপবাস ভংগ কৰোঁ', এইদৰে কৈয়ে তেওঁ মিচিকিয়াই ভিতৰ ফাললৈ সোমাই যায়। অৰ্থাৎ, পিচদিনা আবেলি বেলি নেদেখালৈকে তেওঁ কোনো আহাৰ গ্ৰহণ নকৰে।

মোহনে মাকৰ এই উপবাস আৰু ঈশ্বৰভক্তি সাগ্ৰহে লক্ষ্য কৰে। তেওঁলোকৰ ধৰ্ম আছিল বৈষ্ণৱ, ভগৱান বিষ্ণুৰ উপাসক। সেই সময়ত গুজৰাটৰ কাথিৱাৰ অঞ্চলত প্ৰায় সকলোৱেই আছিল বৈষ্ণৱ ধৰ্মৰ লোক, বাকীবোৰ আছিল জৈন আৰু মুছলমান। বৈষ্ণৱ ধৰ্মৰ এক প্ৰধান অনুশাসন হ'ল প্ৰতিদিনেই বিগ্ৰহ পূজা আৰু নিৰামিষাহাৰী হৈ অহিংসা বৃত্তি পালন কৰা। জৈনসকলৰ দৰেই তেওঁলোকেও বিশ্বাস কৰে যে যিসকল লোক অহিংস আৰু পৱিত্ৰ-হৃদয়ৰ, তেওঁলোককে ঈশ্বৰে কৃপা আৰু আশিস বৰ্ষণ কৰে।

বয়স কম থাকোঁতে মোহনে প্ৰায়েই মাকৰ লগত স্থানীয় মন্দিৰলৈ যায়। বিষ্ণু মূৰ্তিৰ প্ৰতি তেতিয়া তাৰ এক বিশেষ আকৰ্ষণ আছিল। চাৰিটা হাতেৰে ধৰি থকা বিষ্ণুৰ শংখ, চক্ৰ, গদা আৰু পদ্ম যথাক্ৰমে শান্তি, প্ৰাচুৰ্য, শাস্তি আৰু আশীৰ্বাদৰ প্ৰতীক। যদিও তাত অন্যান্য মূৰ্তি থাকে, তথাপি বিষ্ণু-মন্দিৰত ভগৱান বিষ্ণুৰ মূৰ্তিয়েই প্ৰধান; এই মূৰ্তিত নিয়মিত পূজা কৰা হয়। বিষ্ণুৰ সেই জ্যোতিষ্মান আৰু প্ৰফুল্ল মুখমণ্ডলৰ ফালে চাই ভক্তসকলে তেওঁলোকৰ প্ৰাত্যহিক জীৱন যুদ্ধৰ কাৰণে মনত শক্তি আৰু প্ৰেৰণা পায়।

মোহনৰ হিন্দু ধৰ্মৰ তিনিগৰাকী দেৱতাৰ সম্পৰ্কে সম্যক জ্ঞান আছিল— বিশ্বৰ সৃষ্টিকৰ্তা ব্ৰহ্মা, পালনকৰ্তা বিষ্ণু আৰু বিলয়কাৰী মহাদেৱ। পৰমেশ্বৰে প্ৰলয়ৰ মাজেৰে নতুনকৈ বিশ্বক সৃষ্টি কৰে। কিন্তু বিষ্ণু-মন্দিৰত বিষ্ণুৱেই সৰ্বেসৰ্বা আৰু নিত্যপূজাৰ অংশীদাৰ। মোহনে দেখে যে তাৰ দেউতাক-মাকে মন্দিৰলৈ আহি আন আন ভক্তসকলৰ লগত বিষ্ণুমূৰ্তিৰ সন্মুখত দীঘল দি পৰি প্ৰণাম কৰে। ঈশ্বৰৰ ওচৰত কোনো সৰু-বৰ অথবা কুলীন-অকুলীন নাই।

কিন্তু সেইটো আছিল মোহনৰ কাৰণে বিশেষ দিন। দেউতাক কামলৈ ওলাই যোৱাৰ পিচতে পুতলীবাঈ সিহঁতৰ পঢ়া কোঠালৈ সোমাই আহিল।

"মোনিয়া, মই আজি মন্দিৰৰ পৰা বিশেষভাৱে প্ৰসাদৰ ফুল আৰু মিঠাই আনিছোঁ। ফুলটো মূৰত লৈ মিঠাইটো খাই পেলা।"

মাকে যি ক'লে মোহনে তাকেই কৰিলে। তাৰ ধাৰণা আছিল যে ভগবান বিষ্ণুৱে তাক সকলো বিঘিনিৰ পৰা ৰক্ষা কৰিব। বিশেষকৈ আজিৰ দিনত তাৰ ভগৱানৰ আশিসৰ অতি প্ৰয়োজন, কিয়নো আজি বছৰেকীয়া পৰিদৰ্শন কৰিবলৈ স্কুললৈ ইন্সপেক্টৰ আহিব।

পুৱা দহ বজাৰ আগতেই গাখীৰ আৰু ৰুটী খাই মোহন আৰু তাৰ মাজু ককায়েক কৰ্ষণ দাস একেলগে স্কুললৈ যাবলৈ সাজু হ'ল। ককায়েক মোহনতকৈ যথেষ্ট বেছি ওখ আৰু হৃষ্টপুষ্ট। মোহনৰ সৰু শৰীৰক লৈ প্ৰায়েই সি ঠাট্টা কৰে।

কৰ্ষণদাসে ক'লে, "মোনিয়া, খৰকৈ ব'ল। আজি আমি দেৰি কৰিব নোৱাৰোঁ।"

"দাদা, মই দেৰি নকৰোঁ। আহ, আমি জোৰেৰে খোজ পেলাওঁ।"

খোজকঢ়াত মোহন সদায়েই উৎসাহী। এই এটা ব্যায়ামতে সি আছিল পটু। আন সকলো ধৰণৰ ব্যায়ামতে তাৰ আছিল প্ৰবল অনীহা। কিন্তু খোজ কঢ়াৰ প্ৰতিযোগিতা হ'লে সি সকলোতকৈ আগতে গন্তব্য স্থান পাবগৈ। সমবয়সী কোনেও তাক এই প্ৰতিযোগিতাত হেৰুৱাব নোৱাৰে। সেইদিনাও ইয়াৰ কোনো ব্যতিক্ৰম নহ'ল। সি গৈ স্কুল পোৱাৰ সময়ত কৰ্ষণ দাস তাতকৈ বহুত পিচপৰি আছে।

এলফ্ৰেড হাইস্কুলৰ প্ৰিন্সিপাল মিষ্টাৰ দোৰাবজী এডুলজি জিমি সেইদিনা নিজেই স্কুলৰ গে'টৰ সম্মুখত ৰৈ আছিল। "ল'ৰাহঁত, সুপ্ৰভাত' বুলি তেওঁ সকলো ল'ৰাকে তাতে সম্বোধন কৰিছিল।

তেওঁক দেখিয়েই মোহন কঁপিবলৈ ধৰিলে। তাৰ সকলো ধৰণৰ শাসক-সম্প্ৰদায়ৰ লোকলৈকে ভয়, বিশেষকৈ হেড্‌মাষ্টৰজন বৰ কঠোৰ প্ৰকৃতিৰ আছিল। কিন্তু মোহনে সেইদিনা স্কুলৰ আৰম্ভণিৰ ঘণ্টা পৰাৰ আগতেই আহিছিল, সেয়েহে সি জানিছিল যে তাৰ কোনো অনিয়ম হোৱা নাই। সকলো ছাত্ৰই প্ৰধান শিক্ষকৰ কাষেদি সিহঁতৰ নিৰ্দিষ্ট শ্ৰেণীলৈ গৈ বহিছিল। অলপ পিচতে ঘণ্টা বাজিল আৰু স্কুল আৰম্ভ হ'ল।

মোহনে দেখা পালে যে সেইদিনা সকলো শিক্ষকেই আটোম-টোকাৰিকৈ পোছাক পিন্ধি আহিছে। মোহনহঁতৰ শ্ৰেণীৰ শিক্ষকে হাজিৰা লোৱা শেষ হোৱাৰ পিচতে ক'লে, "ল'ৰাহঁত, ইংৰাজী গ্ৰামাৰৰ পঢ়াৰে আজিৰ শ্ৰেণী আৰম্ভ হ'ব। আজি আমি আটায়ে স্কুল ইন্স্‌পেক্টৰ্‌ মিষ্টাৰ জাইলছ্‌ৰ পৰিদৰ্শনেৰে ধন্য হ'ম। তেওঁ যি কোনো মুহূৰ্ততে আহিব পাৰে।"

তেওঁৰ কথা শেষ নহওঁতেই প্ৰধান শিক্ষকৰ লগত মিষ্টাৰ জাইলছ্‌ আহি উপস্থিত। তেওঁ এজন মধ্য-বয়সীয়া ইংৰাজ ভদ্ৰলোক, পিন্ধনত বগা ট্ৰপিকেল ছুট্‌, মূৰত টুপী।

তেওঁক দেখিয়েই শ্ৰেণীৰ সকলো ছাত্ৰ থিয় হ'ল। কোনো সন্মানিত ব্যক্তি অথবা স্কুলৰ হেড্‌মাষ্টৰ শ্ৰেণীলৈ আহিলে থিয় হৈ সন্মান জনাব লাগে। এয়া আছিল ভাৰতীয় স্কুলৰ দস্তুৰ।

মিষ্টাৰ জাইল্‌ছে হাতেৰে নিৰ্দেশ দি সকলোকে নিজৰ আসনত বহিব ক'লে। তেওঁ শ্ৰেণীৰ শিক্ষকক সুধিলে, "আজি আপুনি ছাত্ৰসকলক কি পাঠ দিছে?"

শিক্ষকে উত্তৰ দিলে, "মই বানানৰ পৰীক্ষাৰে আজি আৰম্ভ কৰিম, মহাশয়।"

মিষ্টাৰ জাইল্‌ছে ছাত্ৰসকলক উদ্দেশ্য কৰি ক'লে, "ঠিক আছে, মই পাঁচটা শব্দৰ বানান তোমালোকক সুধিছোঁ। ল'ৰাহঁত, তোমালোকে চিলথত ইংৰাজীতে এই পাঁচটা শব্দ লিখা।"

এই শব্দবোৰৰ এটা আছিল 'কেট্‌ল্‌' (Kettle)। সেই সময়ত মোহন ইমান উদ্বিগ্ন হৈছিল যে এই বানানটো সি শুদ্ধকৈ লিখিব নোৱাৰিলে। তাকে দেখি শ্ৰেণীৰ শিক্ষকে মোহনক বানানটো কাষৰ ছাত্ৰজনৰ চিলথৰ পৰা চাই লিখিবলৈ ভৰিৰে ইংগিত দিলে।

মোহন এই কথাত অবাক হ'ল। তাৰ ধাৰণা আছিল যে সিহঁতৰ পৰীক্ষাত অসৎ উপায় নিবাৰণ কৰাৰ কাৰণেহে শিক্ষক তাত উপস্থিত থাকে। সি নাজানিছিল যে শ্ৰেণীৰ প্ৰতিটো ছাত্ৰই যথাযথ উত্তৰ দিয়াৰ ওপৰত শিক্ষকৰ উন্নতিও নিৰ্ভৰ কৰিছে। মোহনৰ ধাৰণা হ'ল যে কৰিব দিয়া কামটো অন্যায় আৰু পাপ। ফলাফল যিয়েই নহওক, সি কেতিয়াও এই কাম নকৰে।

ইন্‌পেক্টৰ সিহঁতৰ শ্ৰেণীৰ পৰা ওলাই যোৱাৰ পিচত যথাৰীতি পাঠ চলি থাকিল। দুপৰীয়া টিফিনৰ বিৰতিৰ আগতে সেই শিক্ষকজনে মোহনক ক'লে, "মোহন, তুমি অলপ ৰ'বাচোন। তোমাৰ লগত মোৰ অলপ ব্যক্তিগত কথা আছে।"

"নিশ্চয় মহাশয়" বুলি কৈ সকলো ছাত্ৰ ওলাই যোৱাৰ পিচত শিক্ষকৰ মেজৰ কাষত মোহন হাজিৰ হ'লগৈ। তাৰ মনত তেতিয়া খুব অস্বস্তি। সি জানিছিল ইংগিত অনুসৰি কাম নকৰা দেখি শিক্ষকজন তাৰ প্ৰতি খুব বিৰক্ত।

শিক্ষকে মোহনক প্ৰশ্ন কৰিলে, "তুমি কিয় কাষৰ ল'ৰাটোৰ চিলথৰ পৰা চাই 'কেট্‌ল্‌' শব্দটো শুধৰাই নল'লা? বিশেষকৈ সেইটো কৰিবলৈ মই ইংগিত দিয়াৰ পিচতো!

বিব্ৰত কণ্ঠে উত্তৰ দিলে, "কিন্তু মহাশয়, সেইটোতো হ'ব এক প্ৰতাৰণা, যিহেতু সেই বানানটো সঁচাই পাহৰি গৈছিলো।"

শিক্ষকজনে চিঞৰি ক'লে, "ইন্‌পেক্টৰৰ সন্মুখত প্ৰত্যেকজন ছাত্ৰই সঠিক উত্তৰ দিয়াটো কিমান গুৰুত্বপূৰ্ণ সেইটো তুমি বুজি পোৱা নাই। তোমাৰ বাদে সকলোৱেই সকলো শব্দৰ যথাযথ উত্তৰ দিছে।"

মোহনে উত্তৰ দিলে, "কিন্তু মহাশয়, মই মোৰ মা-দেউতাৰ ওচৰত প্ৰতিজ্ঞা কৰিছোঁ যে শ্ৰেণীত মই কেতিয়াও অসৎ উপায়ৰ আশ্ৰয় নলওঁ অথবা কেতিয়াও মিছা কথা নকওঁ।"

শিক্ষকে আৰু বিৰক্তি প্ৰকাশ কৰি ক'লে, "এইদৰে হাবাঙৰ দৰে কথা নক'বা মোহন। অৱস্থা চাই তুমি ব্যৱস্থা কৰিব লাগিব। আজি আছিল সেই বিশেষ অৱস্থা। শ্ৰেণীৰ সকলোৱেই সকলো প্ৰশ্নৰ সঠিক উত্তৰ দিব পৰা অৱস্থাটো তোমাৰ কাৰণেই নহ'ল।" শিক্ষকে এটা দীৰ্ঘ নিশ্বাস পেলালে।

মোহনৰ কিন্তু তেতিয়াও ধাৰণা যে ই এটা অন্যায় কাম। জীৱনত কিবা অলপ হ'লেও মিছা কথাত আশ্ৰয় লৈ আগবাঢ়ি যোৱাৰ অৰ্থ সি বুজি নাপায়।

সেইদিনা আবেলি কাবা গান্ধী অফিচৰ পৰা আহি ঘৰ পাওঁতেই অশ্ৰুসিক্ত নয়নে মোহন তেওঁৰ সন্মুখত হাজিৰ হ'ল।

কাবা গান্ধীয়ে তাক কাষলৈ টানি নি সস্নেহে সুধিলে, "চকুত পানী কিয় মনু?"

মোহনে কন্দনামুৱা হৈ উত্তৰ দিলে, "দেউতা, আজি মই শ্ৰেণীত শিক্ষকৰ ইংগিত অমান্য কৰিছোঁ।"

কাবা গান্ধীয়ে বিস্ময়াভিভূত হৈ সুধিলে, "তুমি শিক্ষকৰ কথা অমান্য কৰিছা? কি কৈছা, এয়াতো তোমাৰ স্বভাৱবিৰুদ্ধ ব্যৱহাৰ।"

মোহনৰ উত্তৰ, "কিন্তু দেউতা, তেওঁ মোক পৰীক্ষাত চুৰি কৰিবলৈ ইংগিত দিছিল। আজি স্কুল ইন্‌স্‌পেক্টৰ শ্ৰেণীলৈ আহি আমাক যেতিয়া 'কেট্‌ল্' শব্দটো লিখিব কৈছিল, মই বানানটো ভুল কৰি চিলথত লিখিলো। শ্ৰেণীৰ শিক্ষকে তেতিয়া মোক কাষৰ ল'ৰাটোৰ চিলথত চাই সেইটো শুধৰাবলৈ কৈছিল। মই সেই অন্যায় কাম নকৰিলোঁ। আপুনি মোক বহুতো বাৰ কৈছে যে অন্যায় কাম কৰিলে ভগৱান ৰামচন্দ্ৰই খঙ কৰিব। শিক্ষক মহোদয়ৰ কথা নুশুনি মই কিবা অন্যায় কৰিছোঁ নেকি দেউতা?"

কথা শুনি কাবা গান্ধীয়ে মিচিকিয়ালে। তেওঁ কেতিয়াও ভাবিব পৰা নাছিল যে তেওঁৰ উপদেশ এই ল'ৰাটোৱে আখৰে আখৰে পালন কৰিব!

তেওঁ তেওঁৰ এই কনিষ্ঠ পুত্ৰৰ ভৱিষ্যৎ ভাবি মাজে-সময়ে চিন্তিত হৈ পৰে। তেওঁ এইটোও জানে যে দুৰ্বল আৰু ভীৰু স্বভাৱৰ হ'লেও মোহন কিন্তু আন সকলোবোৰতকৈ অলপ বেলেগ। তাৰ মনৰ ভিতৰত এনেকুৱা কিছু বৈশিষ্ট্য আছে যি তাক তাৰ সমবয়সী আন ল'ৰাবোৰৰ পৰা নিলগাই ৰাখে। কাবা গান্ধীয়ে নেজানে মোহনৰনো এইটো কি শক্তি, কিন্তু বুজিব পাৰে যে তাৰ ধৰ্মৰ প্ৰতি অচলা ভক্তিৰ বাবেই ইয়াৰ উদ্ভৱ।

কাবা গান্ধীয়ে মোহনক কাষলৈ টানি আনি মূৰত হাত ফুৰাই ক'লে, "নাই মনু, তুমি

কোনো অন্যায় কাম কৰা নাই। যদিও তুমি শ্ৰেণীৰ শিক্ষক মহোদয়ৰ ইংগিত নামানিলা, তথাপি তুমি সঠিক কামেই কৰিছা। ঈশ্বৰে তোমাক সেই কাৰণে আশীৰ্বাদ কৰিব।" তাৰ পিচত তেওঁ চিএৱৰি পুতলীবাঈক মাতি আনি ক'লে, "হেৰা শুনা, আজি স্কুলত মোহনে কি কৰিছে!"

সকলোকে ঘৰৰ ভিতৰ চোতালত গোট খুৱাই তেওঁ মোহনৰ ঘটনাটোৰ আদ্যোপান্ত বৰ্ণনা কৰিলে। বৰ্ণনা শুনি পুতলীবাঈ আৰু মোহনৰ ডাঙৰ ককায়েক লক্ষ্মী দাসৰ মুখ উজ্জ্বল হৈ উঠিল।

পুতলীবাঈয়ে তাক সাৱটি ধৰি ক'লে, "মোনিয়া, তোমাৰ সৰু বয়সৰ ডাঙৰ পৰীক্ষাত তুমি উত্তীৰ্ণ হৈছা। প্ৰতিজ্ঞা কৰা যে পৰিণতি যিয়েই নহওক, জীৱনত তুমি কোনোদিনেই সত্যভংগ নকৰা!"

মোহনে গৰ্বেৰে উত্তৰ দিলে, "মা, মই সকলো সময়তেই সত্য ৰক্ষা কৰি যাম।"

কাবা গান্ধীয়ে ক'লে, "মোনিয়া, মই নাজানো কিদৰে ঈশ্বৰক পোৱা হয়। অৱশ্যে জানিলেও ইমান কম বয়সীয়া তোমাক বুজাব নোৱাৰোঁ। কিন্তু সকলো অৱস্থাতে সত্য ৰক্ষা কৰিলে মানুহ আদৰ্শ পুৰুষ হয়, আৰু সত্যইতো ধৰ্মৰ সাৰ কথা।"

পুতলীবাঈয়ে মৰমেৰে মোহনক ক'লে, "পাকঘৰলৈ আহা মোনিয়া, মই তোমাৰ কাৰণে হালোৱা তৈয়াৰ কৰি থৈছোঁ। খেলিবলৈ যোৱাৰ আগতে খাই যোৱা।"

হালোৱা খাবলৈ মোহনে বৰ ভাল পায়। সি যিকোনো সময়তে হালোৱা আগ্ৰহেৰে খায়। সেইদিনা হালোৱাৰ সোৱাদেই আছিল বেলেগ। এই হালোৱা ভগৱান বিষ্ণুৰ চৰণত প্ৰসাদৰূপে আগবঢ়োৱা হৈছিল।

সেইদিনা সন্ধিয়া পুতলীবাঈয়ে মোহনক ক'লে, "মোনিয়া, তোমাৰ দেউতা আৰু মই বিষ্ণু মন্দিৰলৈ যাওঁ। তালৈ আজি এগৰাকী বিশেষ কীৰ্তন-গায়ক আহিব। তুমিও আমাৰ লগত যাবা নেকি?"

মোহনে আগ্ৰহেৰে উত্তৰ দিলে, "মা, মই নিশ্চয় যাম।"

তাৰ যে মন্দিৰ তেতিয়া খুব ভাল লাগিছিল সেইটো নহয়। বয়স বঢ়াৰ লগে লগেই সি মন্দিৰৰ বহুতো ৰীতি-নীতি সংকীৰ্ণতাৰ নিদৰ্শন বুলি ভাবিছিল। কাঁহৰ ঘণ্টা, ঢাক-ঢোল বজাই কৰা আড়ম্বৰ তাৰ পছন্দ নহৈছিল, সি ভাবিছিল যে ঈশ্বৰৰ পূজাত এইবোৰ প্ৰকৃততে অৰ্থহীন।

কিন্তু সেইদিনা পূজা আৰু আৰতি বিশেষ অৰ্থৱহ বুলি মোহনৰ ধাৰণা হ'ল। যেতিয়া কাঁহৰ ঘণ্টা আৰু শংখৰ শব্দৰ মাজত বিষ্ণুমূৰ্তিৰ সন্মুখত প্ৰদীপ জ্বলাই পুৰোহিতে আৰতি কৰিব ধৰিলে, তেতিয়া সি যেন আজি এক নতুন অৰ্থ খুজি পালে। বিষ্ণুমূৰ্তিৰ ফালে চাই তাৰ ভাব হ'ল ভগৱান বিষ্ণুৱে যেন তাৰ ফালে চাই মৃদু হাঁহি

মাৰিছে, সি জীৱনৰ প্ৰথম সত্য-পৰীক্ষা উত্তীৰ্ণ হোৱাৰ কাৰণে যেন আশীৰ্বাদ কৰিছে। বিষ্ণুৰ অভয় প্ৰদান কৰি থকা মূৰ্তিয়ে যেন সেই সাক্ষ্যই বহন কৰিছে।

মোহনে সিহঁতৰ পৰিবাৰ ৰাজকোট চহৰলৈ গুচি অহাৰ কাহিনী বহুতবাৰ শুনিছে। দেউতাকে সিহঁতৰ আজো ককাকে সজা ঘৰ-বাৰী এৰি পোৰবন্দৰ চহৰৰ পৰা অপেক্ষাকৃত ডাঙৰ চহৰ ৰাজকোটলৈ অহাৰ সময়ত তাৰ বয়স আছিল সাত বছৰ। ১৮৭৬ চনৰ দুৰ্ভিক্ষৰ পৰা ৰক্ষা পাবৰ কাৰণেই তেওঁ পোৰবন্দৰ এৰিছিল। পোৰবন্দৰত এই আকালৰ প্ৰকোপ হৈছিল ভয়াবহ। ৰাজস্থানী কোৰ্টত কিছুদিন কাম কৰাৰ পিচত তেওঁ ৰাজা ঠাকুৰ চাহেবৰ দেৱান বা প্ৰধানমন্ত্ৰী চাকৰি পাইছিল।

পোৰবন্দৰৰ তুলনাত ডাঙৰ চহৰ ৰাজকোটৰ জনসংখ্যা আছিল প্ৰায় ২৩০০০, পোৰবন্দৰৰ জনসংখ্যা তেতিয়া ১৫০০০। ৰাজকোটত সেই সময়ত দুটা সভ্যতাৰ সংমিশ্ৰণ— এফালে ঐতিহাসিক জাঠ-ৰাজপুতসকলৰ জগৎ আৰু আনফালে ব্ৰিটিছ মিলিটেৰী আৰু শাসক সম্প্ৰদায়ৰ জগৎ। দ্ৰুত পৰিবৰ্তনশীল ৰাজকোটৰ সমাজ আছিল গোটেই কাথিৱাৰৰেই পৰিবৰ্ধিত সমাজ, কাৰণ ৰাজকোট তেতিয়া আছিল কাথিৱাৰ অঞ্চলৰ ব্ৰিটিছ শাসনকেন্দ্ৰ। নতুন ৰে'লপথ আৰু ৰাস্তা, সমাজৰ নতুন ভাবধাৰাৰ সূত্ৰ তেতিয়া ইয়াতে পোৱা গৈছিল। ব্ৰিটিছসকলে গুজৰাটত তেওঁলোকৰ শাসনৰ ঘাটি হিচাপে ৰাজকোটকেই ব্যৱহাৰ কৰিছিল, য'ৰ পৰা কাথিৱাৰৰ চাৰিওফালে তেওঁলোকৰ নিৰ্দেশসমূহ প্ৰচাৰিত হৈছিল।

ৰাজকোটত তেতিয়া হিন্দুধৰ্ম আৰু সংস্কৃতিৰ এক বিশাল আন্দোলন। সেই সময়ত তাত কেৱল ধৰ্ম-সংগীত আৰু শোভাযাত্ৰাই প্ৰাধান্য লাভ কৰা নাছিল, বিভিন্ন ধৰ্ম-ভিত্তিক নাটক আৰু অপেৰা গ্ৰুপৰ অভিনয়ো তাত নিয়মীয়াকৈ হৈছিল। বহু সময়ত এই ভ্ৰাম্যমাণ দলবোৰে মুকলি পথাৰত তম্বু তৰি ৰামায়ণ আৰু মহাভাৰতৰ কাহিনীৰ অৱলম্বনত ৰচিত নাটকৰ অভিনয় কৰিছিল। সেই সময়ত মহিলাই অভিনয় কৰাৰ ৰীতি চালু হোৱা নাছিল, প্ৰয়োজন হ'লে পুৰুষসকলেই মহিলা সাজি অভিনয় কৰিব লগা হৈছিল।

এনে সময়তে থিয়েটাৰ পাৰ্টি এটা ৰাজকোট চহৰলৈ আহিল। মোহনে তাৰ মাজু ককায়েক কৰ্ষণ দাসৰ সৈতে থিয়েটাৰ চোৱাৰ অনুমতি পালে, লগতে সিহঁতক টিকট কিনাৰ পইছাও দিলে। নাটকৰ নাম আছিল 'শ্ৰাবণৰ পিতৃভক্তি'। শ্ৰাবণৰ পিতৃ আছিল অন্ধ, কপৰ্দকশূন্য আৰু এজন অসুস্থ ব্যক্তি।

মোহনে সেই নাটক চাই অভিভূত হ'ল। বিশেষকৈ শ্ৰাবণে যেতিয়া তাৰ অন্ধ আৰু বৃদ্ধ পিতৃ-মাতৃক এখন ভাৰত দুফালে শিকিয়াত তুলি তীৰ্থস্থানলৈ বাট বুলিছিল তেতিয়া মোহনৰ আৱেগ উথলি উঠিল। নাটকৰ শেষ দৃশ্যত শ্ৰাবণৰ ৰজা দশৰথৰ বাণত মৃত্যু

ঘটে তেতিয়া সেই অসহায় পিতৃ-মাতৃৰ কান্দোন আৰু আৰ্তনাদ শুনি মোহনৰ দুই চকুৰ পৰা লোতক ব'ব ধৰিলে। পিচফালে থকা ঐকতান বাদনৰ বেদনাময় সুৰ মোহনৰ মনত এনেকৈ অনুৰণিত হ'ল যে ঘৰলৈ আহি তাৰ জন্মদিনত উপহাৰ পোৱা মুখেৰে বজোৱা 'কনছাৰ্টিনো'ত সেই সুৰটোকে বজাবলৈ ধৰিলে।

আকৌ এবাৰ মোহনে মাজু ককায়েকৰ লগত ৰাজা 'হৰিশ্চন্দ্ৰ'ৰ জীৱনক কেন্দ্ৰ কৰি ৰূপায়ণ কৰা এখন নাটক চাবলৈ গ'ল। এইখন চাই মোহন যেন বেছিকৈহে অভিভূত হ'ল। এই কাহিনীও শ্ৰাবণৰ পিতৃভক্তিৰ দৰে ভাৰতত বিখ্যাত। মহাভাৰতৰ ৰজা হৰিশ্চন্দ্ৰ আছিল অসাধাৰণ সৎ আৰু ধাৰ্মিক। এবাৰ দেৱতাসকলে হৰিশ্চন্দ্ৰৰ প্ৰবাদপ্ৰতিম সততাৰ পৰীক্ষা ল'ব খুজিলে। তেওঁলোকৰ এজনে ব্ৰাহ্মণৰ ৰূপ ধৰি হৰিশ্চন্দ্ৰৰ ওচৰলৈ আহি ভিক্ষা বিচাৰিলে। প্ৰথমে তেওঁ এমুঠি ভিক্ষা, তাৰ পিচত আৰু বহুতো বস্তু বিচাৰিব ধৰিলে। ৰজা হৰিশ্চন্দ্ৰইয়ো তেওঁৰ ধৰ্ম ৰক্ষা কৰিবলৈ সকলো বস্তু দান কৰি থাকিল। শেষত যেতিয়া সেই ব্ৰাহ্মণে তেওঁৰ সমস্ত ৰাজ্য বিচাৰিলে, তেওঁ নিৰ্বিচাৰে তাকো দান কৰিলে। সেই ব্ৰাহ্মণে তাৰ পিচত ৰজাকে ব্যক্তিগতভাৱে দান হিচাপে বিচাৰিলে; তেৰোঁ নিজকে ব্ৰাহ্মণৰ ওচৰত সমৰ্পণ কৰিলে। তেতিয়া তেওঁ সেই ব্ৰাহ্মণৰ দাসত পৰিণত হ'ল হৰিশ্চন্দ্ৰ আৰু তেওঁক কাশীৰ এক শ্মশানৰ শৱদাহৰ বাবে চণ্ডাল হিচাপে ব্ৰাহ্মণে নিযুক্তি দিলে। ইতিমধ্যে তেওঁৰ পত্নী শৈব্যা আৰু শিশুপুত্ৰই ৰাজপ্ৰাসাদ এৰি পথৰ ভিক্ষাৰী হ'ব লগা হৈছে। দৈবদুৰ্বিপাকত পুত্ৰ ৰোহিতাশ্বৰ মৃত্যু ঘটাত তাৰ পাৰ্থিৱ শৰীৰ দাহ কৰাৰ কাৰণে সেইখন শ্মশানলৈকে অনা হ'ল, য'ত হৰিশ্চন্দ্ৰ চণ্ডাল হৈ আছে। কিন্তু চণ্ডাল হিচাপে হৰিশ্চন্দ্ৰই নিজৰ পুতেককে দাহ কৰিবলৈ অমান্তি হ'ল, কিয়নো শৱদাহ কৰাৰ খৰচ দিবলৈ শৈব্যাৰ হাতত একো ধন নাছিল। শৈব্যাই কান্দি কান্দি আৰ্তনাদ কৰিলে, "কিন্তু এইটো যে তোমাৰ নিজৰ সন্তান।" তথাপি সত্যনিষ্ঠ হৰিশ্চন্দ্ৰই নিয়ম ভংগ কৰিবলৈ অমান্তি হ'ল। সেই সময়তে স্বৰ্গৰ পৰা পুষ্পবৃষ্টি হ'ব ধৰিলে আৰু দেৱতাসকল তাত আৱিৰ্ভূত হ'ল। তেওঁলোকে হৰিশ্চন্দ্ৰৰ ধৰ্মৰ প্ৰতি এই অসাধাৰণ নিষ্ঠাক ভূয়সী প্ৰশংসা কৰিলে আৰু তেওঁৰ ৰাজ্য পুনৰায় ঘূৰাই দি, ৰোহিতাশ্বক পুনৰুজ্জীৱিত কৰি তাৰ পৰা অদৃশ্য হ'ল।

এই নাটকেও মোহনক অতিশয় অভিভূত কৰিলে। তেতিয়া তাৰ ভাব হ'ল যে এইখন নাটক বাৰে বাৰে চালেও যেন তাৰ হেঁপাহ নপলাব। সি ঘৰত বহুবাৰ ৰজা হৰিশ্চন্দ্ৰৰ ভূমিকাত নিজকে কাল্পনিকভাৱে লৈ অভিনয় কৰিব ধৰিলে। শুবলৈ যোৱাৰ আগতে সি বাৰে বাৰে নিজকে প্ৰশ্ন কৰে, "সকলোৱেই কিয় ৰজা হৰিশ্চন্দ্ৰৰ দৰে সত্যবাদী নহয়?"

পিচদিনা আবেলি স্কুল ছুটীৰ পিচত সি খেলপথাৰলৈ নগ'ল, দেউতাকৰ লগত ঘৰতে থাকিল।

কাবা গান্ধীয়ে তেওঁৰ এই কনিষ্ঠ পুত্ৰক খুব ভাল পাইছিল। তেওঁ অনুভব কৰিছিল যে মোহন দুৰ্বল আৰু ক্ষীণকায় হ'লেও তেওঁৰ আন দুই পুত্ৰতকৈ এই ল'ৰাজন অলপ পৃথক। তেওঁ মোহনৰ লগত তেওঁলোকৰ পৰিয়ালৰ আৰু সমস্ত কাথিৱাৰৰ ইতিহাসৰ বিষয়ে কথা পাতিবলৈ ভাল পায়।

কাবা গান্ধীয়ে ক'ব ধৰিলে, "তোমাৰ ককাদেউতা উত্তমচাঁদজী প্ৰকৃততে এজন নিৰ্ভীক পুৰুষ আছিল মনু। ৰাজকোটত তেওঁ ঠাকুৰ চাহাবৰ দেৱান হিচাপে নিযুক্ত হওঁতে তেওঁক বাওহাতেৰে চালাম দিছিল। তেওঁ এনে কৰাৰ কাৰণ সোধাত তেওঁ উত্তৰ দিছিল, "মোৰ সোঁহাত মই পোৰবন্দৰক বন্ধক দি থৈছোঁ।"

ককাকৰ এনে সাহসৰ কথা শুনি মোহন অবাক হ'ল। সি প্ৰশ্ন কৰিলে, "কিন্তু দেউতা, ঠাকুৰ চাহাবে খং কৰিব পাৰে বুলি তেওঁ ভয় কৰা নাছিল?"

কাবা গান্ধীয়ে উত্তৰ দিলে, "একমাত্ৰ ঈশ্বৰৰ বাদে তেওঁ কাকো ভয় নকৰিছিল, মনু! আমাৰ এই গান্ধীৰ পৰিয়ালে সকলো সময়তেই অন্যায়-অত্যাচাৰৰ বিৰুদ্ধে থিয় দিছে। মই যেতিয়া ঠাকুৰ চাহাব বাৱাজিৰাজেৰ দেৱানৰ চাকৰি কৰিছিলো, তেতিয়া এবাৰ মোক কাষৰ ৰাজ্য ৱানেকাৰত দেৱানস্বৰূপে কাম কৰিবলৈ পঠাইছিল। কিন্তু তাৰ ৰজা বনেসিংজী বৰ অযৌক্তিক আৰু খামখেয়ালি স্বভাৱৰ আছিল। মই সেই কাৰণে এবছৰতে তাৰ পৰা উভতি অহাৰ সিদ্ধান্ত কৰিলো। তেওঁ কিন্তু মোক কেতিয়াও এৰি দিব নিবিচাৰে। মই তেতিয়া তেওঁক ক'লো যে যদিহে মোক আহিব নিদিয়ে, তেনেহ'লে মই অনশন ধৰ্মঘট কৰিম।"

"দেউতা, অনশন ধৰ্মঘট কি?"

"এৰা, মই তেতিয়া তোমাৰ মাৰাই কৰা 'চৌৰষ' উপবাসৰ দৰে নোখোৱা নেমেলাকৈ উপবাস কৰাত লাগিলো। তেওঁ সন্মানসহকাৰে সেই ৰাজ্যৰ পৰা উভতি আহিবলৈ মোক অনুমতি নিদিয়ালৈকে এই অনশন ধৰ্মঘট চলি থাকিল।"

"কিন্তু দিনৰ পিচত দিন একো নোখোৱাকৈ থকাৰ কথা মই ভাবিবই নোৱাৰো, দিনত দ্বিতীয়বাৰ নোখোৱাকৈয়ে মই থাকিব নোৱাৰোঁ। ৰাতিপুৱাৰ বা নিশাৰ খোৱা দেৰি হ'লেই মই ভোকৰ প্ৰকোপত অস্থিৰ হৈ পৰোঁ।"

কাবা গান্ধীয়ে হাঁহি মাৰি ক'লে, "সেইটো মই জানো। তুমি যেতিয়া আৰু সৰু আছিলা, তেতিয়া তোমাক এদিন সেই মধুৰিআম গছজোপাত উঠা দেখিছিলো। তুমি তেতিয়া কৈছিলা যে মধুৰিআম খাবলৈ নহয়, পকিছেনে নাই পৰীক্ষা কৰি চাবলৈহে তুমি গছত উঠিছিলা। কথাটো মনত আছেনে?"

মোহনে লাজ লাজকৈ উত্তৰ দিলে, "দেউতা কথাটো মোৰ স্পষ্ট মনত আছে। মই তেতিয়া বৰ দুষ্ট আছিলোঁ।"

"বৰ বেছি দুষ্ট নাছিলা মোনিয়া, সেয়েহে মই তোমাৰ গাত হাত তোলা নাই, যিদৰে তোমাৰ দুই দাদাকো মই কেতিয়াও মৰা নাই। কিন্তু মনত ৰাখিবা যে আদৰ্শৰ কাৰণে মানুহে সকলো কষ্ট সহ্য কৰা উচিত। সেই কথাকে মই প্ৰিন্স বনেসিংজীক কৈছিলোঁ। তেতিয়া তেওঁ মোক আৰু বহুতো টকা দি ৰাখিব বিচাৰিছিল। কিন্তু মই সেয়া ল'বলৈ অস্বীকাৰ কৰিলো। তেওঁ কৈছিল, "তুমি আন কোনো শাসক নাপাবা, যি তোমাক মোতকৈ বেছি টকা দিব"। কিন্তু মোহন, আমি হ'লোঁ গান্ধী, মই এনেয়ে উত্তমচাঁদজীৰ পুত্ৰ হোৱা নাই। মই তেওঁৰ কথাৰ উত্তৰ দিছিলোঁ এনেদৰে, "আপুনিও আৰু কোনো কৰ্মচাৰী নাপাব যি ইমান টকা নিবলৈ অস্বীকাৰ কৰিব"। সেই কথা শুনি তেওঁ কি কৈছিল জানা?"

"কি কৈছিল, দেউতা?"— সাগ্ৰহে মোহনে প্ৰশ্ন কৰিলে।

তেতিয়া ৰজাই কৈছিল, "গান্ধী, এইখিনি টকা ৰাখা। যদিহে তুমি ভৱিষ্যতে তোমাৰ সৰু ল'ৰাটোক উচ্চশিক্ষাৰ্থে বিলাতলৈ পঠাবলৈ বিচাৰা, তেতিয়া এই ধনখিনি কামত আহিব।" কিন্তু সংগত কাৰণ নাথাকিলে মই কাৰোৰ পৰা কোনো টকা ল'ব নোৱাৰোঁ। মই কেৱল মোৰ বিবেক আৰু শ্ৰীৰামচন্দ্ৰৰ প্ৰতি, যিজনে এই পৃথিৱীত অৱতাৰ ৰূপে আৱিৰ্ভূত হৈছিল, বিশ্বাস ৰাখি চলোঁ।"

মোহনে তাৰ দেউতাকৰ সাহসৰ কথা জানে। সি ডাঙৰ ককায়েক আৰু পৰিয়ালৰ আন লোকসকলৰ পৰা সেই ঘটনাটোৰ কথা শুনিছিল। এবাৰ ব্ৰিটিছ ৰেছিডেণ্টে ৰাজকোটৰ ঠাকুৰ চাহেব বাৱাজিৰাজেৰ সম্পৰ্কে কটু মন্তব্য কৰাত কাবা গান্ধীয়ে লগে লগেই তাৰ প্ৰতিবাদ কৰিছিল। সেই ৰেছিডেণ্টজনে তেতিয়া গান্ধীক ক্ষমা খুজিবলৈ ক'লে, কিন্তু তেওঁ সেই নিৰ্দেশ অস্বীকাৰ কৰাৰ কাৰণে তেওঁক গ্ৰেপ্তাৰ কৰি শাস্তি হিচাপে এজোপা গছৰ তলত থিয় কৰাই থ'লে। যেতিয়া সেই ৰেছিডেণ্টে গম পালে যে শাস্তি দিলেও কাবা গান্ধীয়ে ক্ষমা নোখোজে, তেতিয়া কেইঘণ্টামানৰ পিচত তেওঁক এৰি দিলে।

মোহনে অনুৰোধ কৰিলে, "দেউতা, আপুনি মোক পিতৃসত্য ৰক্ষাৰ কাৰণে ৰামৰ বনবাসৰ কাহিনীটো আকৌ এবাৰ কওক।"

"ঠিক আছে মনু, তেনেহলে মোৰ কোঠাৰ পৰা তুলসী দাসৰ 'ৰামায়ণ'খন লৈ আহা। তাৰ পৰা মই ৰামৰ বনবাসৰ অধ্যায়টো পঢ়ি শুনাওঁ।"

গুজৰাটী ভাষাত কাবা গান্ধীয়ে কৰা ৰামায়ণৰ সুৰীয়া দোহাৰ আবৃত্তি শুনি মোহনৰ খুব ভাল লাগে; বিশেষকৈ স্ত্ৰী সীতা আৰু ভ্ৰাতৃ লক্ষ্মণৰ সৈতে ৰামৰ চৈধ্য বছৰ

বনবাসৰ গল্প তাৰ অতি প্ৰিয়। মোহনে তেতিয়া ভাবে যে ৰামৰ দৰেই সিও দেউতাকৰ সকলো নিৰ্দেশ পালন কৰিবলৈ ৰাজী; পিতাকৰ কাৰণে যি কোনো কাম কৰিবলৈ সি প্ৰস্তুত। মাথোঁ সি যদি ৰামৰ দৰে অথবা ককাক উত্তমচাঁদজীৰ দৰে সাহসী হ'লহেঁতেন!

সন্ধ্যা গাঢ় হৈ আহোঁতে মোহনে দেখা পায় যে সিহঁতৰ পাৰিবাৰিক পৰিচাৰিকা ৰম্ভাই ঘৰৰ চোতাল সাৰিবলৈ আৰম্ভ কৰে আৰু মাক ভগৱানৰ পূজা-অৰ্চনাত ব্যস্ত হয়। সকলো বৈষ্ণৱ পৰিয়ালৰ ৰীতি অনুসৰিয়েই মোহনহঁতৰ ঘৰৰ চোতালৰ একোণত তুলসীতলত ভগৱান বিষ্ণুৰ এজনা মূৰ্তি প্ৰতিষ্ঠা কৰা হৈছিল আৰু ইয়াত নিত্যপূজা কৰাটো পৰিয়ালৰ কৰ্তব্য। পুতলীবাঈয়েও সদায়েই ধূপ-ধূনা আৰু বন্তি জ্বলাই ভগৱানক সেৱা জনায় আৰু পূজাৰ শেষত উপস্থিত সকলোকে প্ৰসাদ বিতৰণ কৰে। সেই প্ৰসাদৰ মিঠাই খাবলৈ মোহনৰ বৰ ভাল লাগে। কেতিয়া যে তাৰ মিঠাইৰ দাঁত গজিল সি ক'ব নোৱাৰে।

মোহনৰ আটাইতকৈ ভাল লগা দিনটো হ'ল যিদিনা চুবুৰিৰ কীৰ্তনৰ দল সিহঁতৰ ঘৰলৈ আহে আৰু ভগৱান বিষ্ণুৰ মৰ্ত্যৰ অৱতাৰ শ্ৰীকৃষ্ণৰ জীৱনৰ বিষয়ে পালা-গান গায়। তেওঁলোকে শ্ৰীৰাধাৰ প্ৰতি কৃষ্ণৰ অনুৰাগৰ কাহিনী নাচি নাচি গীত গাই গাই বৰ্ণনা কৰে। কৃষ্ণ আৰু তেওঁৰ দাদা বলৰামৰ দ্বাৰা তেওঁলোকৰ মামাক মথুৰাৰ অত্যাচাৰী ৰজা কংসৰ বধ আৰু পিতৃ-তুল্য অক্ৰুৰৰ ৰজা হোৱাৰ কাহিনীও তেওঁলোকে গাই শুনায়।

মোহনে শ্ৰীকৃষ্ণৰ পৰৱৰ্তী জীৱনৰ কথা দেউতাকৰ পৰা শুনে। দেউতাকে মহাভাৰতৰ পৰা তাক সেই পৌৰাণিক কাহিনীৰ বৰ্ণনা দিয়ে। তেওঁ কয়— কেনেকৈ কৃষ্ণই তেওঁলোকৰ যদুবংশৰ ৰাজধানী মথুৰাৰ পৰা দ্বাৰকালৈ আনিছিল, যিখন দ্বাৰকা এতিয়াৰ গুজৰাট ৰাজ্যৰে অংশ, কেনেকৈ কৃষ্ণই কুৰুক্ষেত্ৰৰ যুদ্ধত পাণ্ডৱসকলৰ পৰম বান্ধৱ হৈছিল আৰু কেনেকৈ তেওঁ প্ৰবল যুদ্ধৰ আৰম্ভণিতে বিহ্বল অৰ্জুনক সান্ত্বনা বাক্যৰে শত্ৰু-নিধনৰ কাৰণে উৎসাহিত কৰিছিল। মোহনে মন্ত্ৰমুগ্ধ হৈ সেই কাহিনীবোৰ শুনিছিল।

কাবা গান্ধী বৰ ধৰ্মভীৰু প্ৰকৃতিৰ লোক আছিল। কাথিয়াৱাৰ ৰাজ্যতে তেওঁৰ জন্ম আৰু বাল্যকাল পাৰ হৈছিল। পোৰবন্দৰ আৰু ৰাজকোট চহৰো এই ৰাজ্যৰে অন্তৰ্গত। হিন্দু সভ্যতাৰ আৰম্ভণিৰ পৰাই কাথিয়াৱাৰ মন্দিৰ আৰু তীৰ্থক্ষেত্ৰৰে শোভিত এক অঞ্চল। সেয়েহে হিন্দুসকলৰ কাৰণে ই হ'ল 'দেৱভূমি' অৰ্থাৎ দেৱতাসকলৰ ৰাজ্য। বৈষ্ণৱসকলৰ বাবে এইখন বিশেষ পূণ্যস্থান, কিয়নো ইয়াতে দ্বাৰকাৰ অৱস্থান। দ্বাৰকাত বিষ্ণুৰ মানৱ-অৱতাৰ শ্ৰীকৃষ্ণই বাস কৰিছিল। প্ৰাচীন কালত পোৰবন্দৰৰ নাম আছিল 'সুদামপুৰী', কাৰণ কৃষ্ণৰ পৰম সখা সুদাম আছিল ইয়াৰ অধিপতি।

মোহনে জানিছিল যে তেওঁলোকৰ গান্ধী পৰিয়াল হ'ল বৈষ্ণৱ, পৰম দেৱতা বিষ্ণুৰ উপাসক। বিষ্ণুৱে আক' শ্ৰীকৃষ্ণ নামেৰে অৱতাৰ লৈ এই পৃথিৱীতে জন্মগ্ৰহণ কৰিছিল। তেওঁলোকৰ পৰিয়াল 'বল্লভ' সম্প্ৰদায়ৰ অন্তৰ্গত। কিন্তু বৈষ্ণৱসকলৰ 'স্বামীনাৰায়ণ' সম্প্ৰদায় যৌনসংযম আৰু সৰ্বপ্ৰকাৰ শাৰীৰিক সুখৰ পৰা দূৰত থাকি কৃচ্ছ্ৰসাধনাৰ পক্ষপাতী। 'বল্লভ' সম্প্ৰদায়ৰ বাবে প্ৰতিদিনেই বিষ্ণু মন্দিৰত বিল্বপুষ্প, মিষ্টান্ন আৰু ভজন-কীৰ্তনেৰে ভগৱান বিষ্ণুৰ মূৰ্তি পূজা কৰা একান্ত বিধেয়।

কাবা গান্ধীৰ কাৰণে 'শ্ৰীভগবদ্‌গীতা' আছিল সবাতোকৈ পবিত্ৰ গ্ৰন্থ। তেওঁ প্ৰতিদিনেই গুজৰাটী ভাষাত অনূদিত গীতাৰ পৰা কেশাৰীমান সুৰ লগাই পঢ়ে। গীতাত শ্ৰীকৃষ্ণই অৰ্জুনক ব্যাখ্যা কৰি কোৱা এই অংশটো তেওঁ বাৰে বাৰে আবৃত্তি কৰিছিল, যি অংশত কোৱা হৈছিল— পৃথিৱীত সকলো বস্তুৱেই মায়াৰ দ্বাৰা আবৃত, তেওঁহে কেৱল ঈশ্বৰৰ অৱতাৰ আৰু একমাত্ৰ সত্য। যি আত্মীয়-বন্ধুসকলৰ সংহাৰৰ আশংকাত অৰ্জুন চিন্তিত, সেইসকল ইতিমধ্যেই মৃত। তেওঁ দুষ্টৰ দমন আৰু শিষ্টৰ পালনৰ কাৰণে বাৰম্বাৰ এই পৃথিৱীত আবিৰ্ভূত হ'ব। মোহনৰ সকলোতকৈ ভাল লাগে তেতিয়া, যেতিয়া কাবা গান্ধীয়ে সুৰ লগাই আবৃত্তি কৰে—

"সুখ দুঃখে সমে কৃত্বা লাভালাভৌ জয়াজয়ৌ।
ততো যুদ্ধায় যুজ্যস্ব নৈৱং পপেমৱাপ্সসি।।"

"—তুমি সুখ, দুখ, লাভ, ক্ষতি, জয়, পৰাজয় সকলো অৱস্থাকে সমভাৱে জ্ঞান কৰি যুদ্ধত প্ৰবৃত্ত হোৱা। তেনে কৰিলে কোনো পাপে তোমাক চুব নোৱাৰে।"

ৰামৰ নাম জপ কৰিয়েই কিন্তু মোহনৰ লাহে লাহে ভূত-প্ৰেতৰ ভয় নাইকিয়া হ'ল। মোহনে অন্ধকাৰকো বৰ ভয় কৰিছিল। তাৰ মনলৈ এনে ভাব আহে যেন অন্ধকাৰত সকলো ধৰণৰ ভূত লুকাই থাকে আৰু সিহঁতে সৰু ল'ৰা-ছোৱালীবোৰক অকলে পালেই সিহঁতৰ গাত জপিয়াই পৰি ডিঙি চেপি হত্যা কৰে। চোতালৰ কোণত অকলে থিয় হৈ থাকিবলৈ মোহনে বৰ ভয় কৰিছিল। সিহঁতৰ ঘৰৰ বাহিৰত এজোপা নিম গছ আছিল। অমাৱস্যাৰ আগতে যেতিয়া কম জোনৰ পোহৰ সেই গছৰ ডাল-পাতৰ ওপৰত পৰে, তেতিয়া সি ভাবে যেন এক বিৰাট দৈত্যইহে তাৰ ফালে চাই আছে। সেইবাবে ৰাতি সি মৰি গ'লেও বাহিৰলৈ নাযায়।

ভূত-প্ৰেতৰ বিষয়ে সি নানান গল্প শুনিছে। এখন প্ৰাচীন ৰাজ্য হিচাপে কাথিৱাৰত যুগে যুগে প্ৰচুৰ লুণ্ঠন আৰু হত্যাকাণ্ড ঘটিছিল। নিৰ্জন মুকলি ঠাইত মুণ্ডহীন দেহৰ গোটেই নিশা বিচৰণ' আৰু ব্ৰহ্মদৈত্যই নিম গছৰ ডালৰ আগত নিশা কটোৱা কাহিনীও মোহনে শুনিছে।

পিছে সিহঁতৰ পুৰণি পৰিচাৰিকা ৰম্ভাই মোহনৰ ভয় আঁতৰালে। এদিন তাই মোহনৰ ভয়ৰ কথা শুনি ক'লে, "কিয়, তোমাৰ ভয় ভয় লাগিলেই দেখোন 'ৰাম নাম' জপ কৰিলেই হ'ল! তেতিয়া কোন ভূতৰ তোমাৰ গাত হাত দিবলৈ সাধ্য! যেতিয়াই তোমাৰ কিবা কথাত ভয় লাগে, তেতিয়াই মনে মনে ৰামৰ নাম ল'বা।"

মোহনে সন্দেহ ভাবেৰে প্ৰশ্ন কৰিলে, "কিন্তু ই সঁচাই জানো কাম কৰিব? মোৰ যে ইমান ভূত আৰু অন্ধকাৰলৈ ভয়!"

ৰম্ভাই তাইৰ সোলা মুখেৰে হাঁহি মাৰিলে। "আজি ৰাতিয়েই শুবলৈ যোৱাৰ আগতে পৰীক্ষা কৰি চোৱাচোন মোনিয়া। বাহিৰৰ সেই নিম গছৰ তলেদি আজি ৰাতিয়েই এবাৰ যোৱা। তুমি নহ'লে অকলেই চুবুৰিৰ শ্মশানখনত এপাক মাৰি আহা। তাত বোলে নিশা হ'লেই ভূত-প্ৰেত ওলায়। ৰামৰ নাম ল'লে তোমাৰ চুলি চুবলৈকে সিহঁতৰ সাহস নাই।"

কিন্তু মোহনে সেইদিনাই শ্মশানলৈ যাবলৈ সাহস কৰিব নোৱাৰিলে। প্ৰথম নিশাতে তাৰ কাৰণে ই হ'ব অত্যন্ত দুঃসাহসিক কাম। কিন্তু নিম গছৰ তলেদি যাতায়াত কৰাত তাৰ এতিয়া কোনো আপত্তি নাই।

সেইদিনা ৰাতি সি তাকে কৰিলে আৰু ফলাফল ভালেই হ'ল। মনে মনে ৰাম নাম জপ কৰি সি সেই গছৰ তলেদি কেবাৰমান গ'ল, আনকি গছজোপৰ তলত বহিলেও। ঈশ্বৰৰ চৰণত আশ্ৰয় ল'লে তাৰ মনোবল বাঢ়ি যাব বুলি সি নিশ্চিত হ'ল। এই শক্তিৰ কথা সি ইমান দিন অৱহিত নাছিল।

*　　*　　*

এই এলফ্ৰেড হাইস্কুলত পঢ়াৰ সময়তে মোহনে তাৰ জীৱনত প্ৰথম শাস্তি পালে। সি স্কুললৈ যাবলৈ যি দৰে আগ্ৰহী আছিল, তেনেকৈ স্কুলৰ খেলাৰ ব্যায়াম কৰিবলৈ অনিচ্ছুক আছিল। এই ব্যায়াম সাধাৰণতে স্কুলৰ শেষত অলপ বিৰতিৰ পিচত ছাত্ৰসকলে কৰিব লাগে। ভাৰতৰ বিদ্যালয়সমূহত তেতিয়া ব্যায়াম প্ৰায় নিয়মীয়াকৈ চলিছিল। প্ৰতিজন ছাত্ৰই তেতিয়া হয় ড্ৰিল, ন'হলে ফুটবল, ক্ৰিকেট অথবা মল্লক্ৰীড়া অভ্যাস কৰিবই লাগিব। মোহনৰ এই খেলা-ধূলাবোৰ অকণো ভাল লগা নাছিল। তাৰ প্ৰিয় ব্যায়াম আছিল খোজকঢ়া, বিশেষকৈ চহৰৰ নদীৰ পাৰেদি বেগাই খোজকঢ়া।

ল'ৰালিত মোহন বৰ লাজুক ল'ৰা আছিল। এনেয়ে লাজুক, তাতে আকৌ কোনো কথাত উত্তেজিত হ'লে অলপমান খোনাবলৈকো আৰম্ভ কৰে। দেউতাকৰ কোনোবা বন্ধুৱে তাক কিবা প্ৰশ্ন কৰিলে সি কি উত্তৰ দিব বিচাৰি নাপায়। নিজৰ পৰা কাৰোবাক

মাতি বন্ধুত্ব কৰা বা কথা পতা তাৰ স্বভাৱবিৰুদ্ধ। কোনোবা অপৰিচিতৰ লগত কথা পতাতকৈ ক'ৰবাত আঁৰ লৈ লুকাই থকাতোৱেই তাৰ কাৰণে শ্ৰেয়। আগবাঢ়ি কাৰোবাৰ লগত কথাপতাতো তাৰ কাৰণে ভাবিব নোৱৰা কথা।

এলফ্রেড্ হাইস্কুলৰ প্ৰিন্সিপেল মিষ্টাৰ দোৰাবজী এডুলজিয়ে জিমি তেওঁৰ ছাত্ৰসকলৰ সম্বন্ধে উচ্চাকাঙ্খা পোষণ কৰিছিল। তেওঁৰ স্থিৰ বিশ্বাস আছিল যে প্ৰতিজন ছাত্ৰই একেলগে শৰীৰ আৰু মন গঠন কৰিব আৰু স্কুলৰ পিচত ব্যায়াম, খেলা-ধূলা বা ড্ৰিল কৰিলে প্ৰতিজন ছাত্ৰৰে শৰীৰ সুস্থ থাকিব। তেওঁৰ মতে দুৰ্বল শৰীৰত শক্তিমন্ত মন থাকিব নোৱাৰে।

প্ৰিন্সিপেলৰ এই নিৰ্দেশ মানি চলিবৰ কাৰণে মোহনে স্কুল ছুটীৰ পিচত বেগাবেগিকৈ ঘৰলৈ আহি কিবা অলপ খাই ব্যায়াম কৰিবলৈ স্কুলৰ খেলৰ পথাৰলৈ দৌৰি যায়। এদিন বতৰ বৰ ডাৱৰীয়া আছিল। তাৰ হাতত কোনো ঘড়ী নথকাৰ কাৰণে সি সময়ৰ অনুমান সঠিককৈ কৰিব নোৱাৰিলে। সি খেলপথাৰত হাজিৰ হোৱাৰ সময়ত আন ছাত্ৰসকল ইতিমধ্যে ঘৰ পাইছেগৈ।

পিছদিনা প্ৰিন্সিপেলে মোহনক তেওঁৰ কাৰ্যালয়লৈ মাতি পঠালে। "মোহন, কালি ড্ৰিলৰ সময়ত অনুপস্থিত আছিলা। সেয়েহে তুমি এক অনা পইছা জৰিমনা দিব লাগিব।"

"কিন্তু ছাৰ, কালি খেলপথাৰলৈ মই ঠিকেই আহিছিলো, পিচে বতৰটো ডাৱৰীয়া হোৱাৰ কাৰণে সময়টো ধৰিব নোৱাৰি দেৰি হ'ল।"

মিষ্টাৰ জিমিয়ে তেওঁৰ জীৱনত ছাত্ৰসকলৰ বহুতো অজুহাত শুনিছে, তাৰ বেছিভাগেই হ'ল মনেসজা। তেওঁ এইটো জানিছিল যে-ব্যায়ামৰ পৰা অব্যাহতি পোৱাৰ কাৰণে বহুতো ল'ৰাই কিবা নহয় কিবা অচিলা বিচাৰিব। মিষ্টাৰ জিমিয়ে সেয়েহে গম্ভীৰভাৱে ক'লে,

"মই অত্যন্ত দুঃখিত, কিন্তু জৰিমনা তুমি ভৰিবই লাগিব। খুব বেছি জৰিমনা নহয়, দিয়াৰ কাৰণে এমাহ সময় দিছোঁ।"

"কিন্তু ছাৰ, মই যথাসময়ত উপস্থিত থকাৰ সঁচা কাৰণটো আপুনি বিশ্বাস নকৰে নেকি?"

"ওহোঁ, এই ফাইনৰ ৰেহাই নহয়।"

মোহন হতবাক্। তাক মিছলীয়া বুলি সাব্যস্ত কৰা কথাটো সি বিশ্বাস কৰিব পৰা নাই। সৰুৰে পৰাই সি জানিছিল যে জীৱনত সঁচা কথা কোৱাতকৈ আন কোনো ডাঙৰ কাম হ'ব নোৱাৰে। পৰিস্থিতি যিমান কঠিন হওক, সদাই সঁচা কথা কোৱাতো উচিত। তাৰ দেউতাক-মাকেও সদায় এই কথাটোকে তাক মনত পেলাই দিয়ে।

মোহনে তেতিয়া অশ্রু সম্বৰণ কৰিব নোৱৰা হ'ল।

সেইদিনা কাবা গান্ধী ঘৰলৈ অহাৰ লগে লগেই মোহন তেওঁৰ ওচৰলৈ দৌৰি গ'ল।

কাবা গান্ধীয়ে উদ্বিগ্ন কণ্ঠে তাক সুধিলে, "মনু, কি হ'ল, কান্দিছা কিয়?"

মোহনে কান্দোনৰ সুৰত উত্তৰ দিলে, "দেউতা, স্কুলৰ প্ৰিন্সিপেলে মোক আজি মিছলীয়া বুলি কৈছে। তেওঁ বিশ্বাসেই নকৰে যে কালি মই ড্ৰিল কৰিবলৈ ঠিকেই খেলপথাৰলৈ গৈছিলোঁ, কিন্তু বতৰটো ডাৱৰীয়া হোৱাৰ কাৰণে সময়ৰ হেৰ্‌ফেৰ্ হ'ল।"

"হয় নেকি! তোমাক মিছলীয়া বুলি ভবাতো তেওঁৰ একান্ত অন্যায় হৈছে। ঠিক আছে, মই তেওঁক এখন চিঠি দিম। তুমি ঘৰলৈ আহি মোৰ সেৱা কৰিব লাগে কাৰণে তোমাক যেন ব্যায়াম কৰাৰ পৰা অব্যাহতি দিয়ে।"

সেই চিঠি দিয়াৰ পিচত মোহনে ব্যায়াম কৰাৰ পৰা ৰেহাই পালেও ফাইনৰ ৰেহাই কিন্তু নাপালে। সেই কাৰণে সি একাধিকবাৰ প্ৰিন্সিপেলৰ লগত দেখা কৰিছিল, কিয়নো সি 'মিছলীয়া' অভিযোগত সেই অন্যায় শাস্তিৰ কথা কেতিয়াও পাহৰিব পৰা নাছিল।

কাবা গান্ধীয়ে মোহনৰ এই মানসিক যন্ত্ৰণাৰ কথা বুজিব পাৰিছিল। তেওঁ ইয়াৰ প্ৰতিবিধান বিচাৰি নিজে হস্তক্ষেপ কৰাৰ মনস্থ কৰিলে।

তেওঁ মোহনক আশ্বাস দিলে, "ঠিক আছে মোনিয়া, তোমালোকৰ বিদ্যালয়লৈ গৈ এই বিষয়ত মই প্ৰিন্সিপেলৰ লগত কথা পাতিম।

তেওঁ মিষ্টাৰ জিমিক দেখা কৰি বুজাই দিলে যে মোহনে ঘৰৰ তুলসী গছত স্পৰ্শ কৰি প্ৰতিজ্ঞা কৰিছে যে জীৱনত সি কোনোদিন মিছা কথা নকয়। যি কোনো বৈষ্ণৱ পৰিয়ালত তেনে প্ৰতিজ্ঞা লংঘন কৰাৰ কথা ভাবিব নোৱাৰি। ফলস্বৰূপে মোহনে সেই এক অনা জৰিমনাৰ পৰাও ৰেহাই পালে।

কিন্তু কাবা গান্ধীয়েও মোহনে দৈহিক ব্যায়াম কৰাটো বিচাৰে। তেওঁ ঠিক কৰিলে যে প্ৰতি দিনে আবেলি মোহনক লৈ নদীৰ পাৰত ফুৰিবলৈ যাব।

পিচদিনা তেওঁ কাৰ্যালয়ৰ পৰা আহিয়েই মোহনক ক'লে, "মনু, ব'লা আমি নদীৰ পাৰত ফুৰি আহোঁ। তাৰ মুকলি বায়ু আমাৰ দুয়োৰে বাবে মংগলজনক হ'ব।"

মোহনে সাগ্ৰহে উত্তৰ দিলে, "ঠিক আছে দেউতা।" সি তাৰ দেউতাকৰ লগত ফুৰিবলৈ আৰু তেওঁৰ নানান গল্প শুনিবলৈ বৰ ভাল পায়।

তেওঁলোকে ৰাজকোট কেন্টনমেন্টৰ ময়দানৰ ওচৰ পাওঁতে কাবা গান্ধীৰ এক পাৰ্চী বন্ধুৰ লগত দেখা হ'ল। তেওৰোঁ তেতিয়া ফুৰিবলৈ ওলাই আহিছিল। তেওঁলোকে

পতা কথা বতৰাত হিন্দু আৰু পাৰ্চী ধৰ্মৰ তুলনামূলক আলোচনা হ'ল, যিটো মোহনে শুনি খুব ভাল পালে। সেই একেদৰেই কাবা গান্ধীয়ে তেওঁৰ মৌলবী বন্ধুসকলৰ লগত কৰা আলোচনাৰ পৰা মোহনে ইচলাম ধৰ্মৰ মূলতত্ত্বৰ বিষয়ে জনাৰ সুবিধা পাইছিল।

সেইদিনা পাৰ্চী বন্ধুজন যোৱাৰ পিচত তেওঁলোক আজি নদীৰ ফালে আহিল। খোজকাঢ়ি গৈ থাকোঁতে কাবা গান্ধীয়ে মোহনক ক'লে, "সত্য প্ৰতিজন লোকৰ জীৱনৰ মূলমন্ত্ৰ হোৱা উচিত, মনু। কিন্তু সত্য পালন কৰি চলা খুব কঠিন। আনকি আমাৰ মহাভাৰতত আছে যে ধৰ্মৰাজ যুধিষ্ঠিৰেও মিছা কথা কোৱাৰ কাৰণে নৰক দৰ্শন কৰিব লগা হৈছিল।"

মোহনে অলপ আচৰিত হৈ ক'লে, "কিন্তু মই জানিছিলোঁ যে যুধিষ্ঠিৰে জীৱনত কোনো দিনাই মিছা কথা কোৱা নাই।"

কাবা গান্ধীয়ে ক'লে, "তোমাৰ কথা সঁচা। কিন্তু জীৱনত এবাৰ তেওঁ সামান্য মিছা কথাৰ আশ্ৰয় ল'ব লগা হৈছিল কুৰুক্ষেত্ৰৰ যুদ্ধৰ সময়ত। যেতিয়া কৌৰৱৰ সেনাপতি দ্ৰোণাচাৰ্যই হেজাৰ হেজাৰ পাণ্ডৱ-সৈন্য সংহাৰ কৰিছিল আৰু কোনেও তেওঁক বাধা দিবলৈ সমৰ্থ হোৱা নাছিল, তেতিয়া পাণ্ডৱৰ সকলোৱে যুধিষ্ঠিৰক অনুৰোধ কৰিলে যে তেওঁ দ্ৰোণৰ পুত্ৰ অশ্বত্থমা যুদ্ধত নিহত হোৱা বুলি চিঞৰি চিঞৰি ক'ব লাগে, কাৰণ দ্ৰোণই জানে যে যুধিষ্ঠিৰে কেতিয়াও মিছা কথা নকয়; সেয়েহে যুধিষ্ঠিৰৰ চিঞৰ শুনাৰ লগে লগে তেওঁৰ যুদ্ধ কৰাৰ উৎসাহ কমি যাব। উপায়ান্তৰ হৈ অগত্যা যুধিষ্ঠিৰে অশ্বত্থমা নিহত হোৱা বুলিয়েই চিঞৰি ক'লে, কিন্তু লাহে লাহে এইটোও ক'লে যে অশ্বত্থমা নামৰ হাতী এটাহে প্ৰকৃততে মৰিছে, যিটো সঁচা আছিল। অনুচ্চ স্বৰত তেওঁ কোৱা পিচৰ কথাখিনি দ্ৰোণই শুনা নাছিল। সত্য কথা এইদৰে লুকুৱাৰ কাৰণে যুধিষ্ঠিৰে নৰকৰ যন্ত্ৰণা আৰু নিষ্ঠুৰতা দৰ্শন কৰিব লগা হৈছিল। সেই কাৰণেই কৈছোঁ মনু, সত্যৰ পথ বৰ কণ্টকাকীৰ্ণ। যিসকল লোক ধাৰ্মিক আৰু সাহসী, তেওঁলোকেহে ফলাফলৰ কথা চিন্তা নকৰি এই পথত চলিব পাৰে।

আজি নদীয়ে যি ঠাইত পশ্চিমৰ ফালে ভাঁজ লৈছে সেই ঠাইতে পাৰত থকা বেঞ্চ এখনত দুয়ো বহি পৰিছে। দুয়োজনেই তেতিয়া মহাভাৰতৰ গল্পৰ পৰা উপলব্ধি কৰিছিল সত্যৰ মূল্য আৰু নৈতিকতা।

মোহনে অলপ সময় মনে মনে থাকি ক'লে, "মোৰ কিন্তু ৰামৰ পিতৃ-ভক্তিৰ কথা বেছি ভাল লাগে দেউতা। তেওঁ যে পিতৃ দশৰথে মাহীমাকক কৰা প্ৰতিজ্ঞা ৰক্ষা কৰিবলৈ চৌধ্য বছৰ বনবাসলৈ গৈছিল! ৰামায়ণৰ পৰা লাধ মহাৰাজে কৰা সেই আবৃত্তি শুনিবলৈ মই বৰ ভাল পাইছিলোঁ।"

কাবা গান্ধীয়ে শান্ত কণ্ঠেৰে ক'লে, "পোৰবন্দৰৰ পৰা গুচি অহাৰ পিচত ময়ো তেওঁৰ অভাৱ বাৰুকৈয়ে অনুভৱ কৰিছোঁ। তুমি এই কথা জানানে যে তেওঁ শিৱমন্দিৰৰ পূজাৰ পৰিত্যক্ত বেলপাতৰ প্ৰলেপ লগাই নিজৰ কুষ্ঠৰোগ নিৰাময় কৰিছিল বুলি দাবী কৰে? তদুপৰি ৰামায়ণৰ ধূন-গানেও তেওঁক বোলে খুব সহায় কৰিছিল। মই তেওঁৰ কথা সত্য বুলিয়েই ভাবিছিলোঁ। তেওঁ যেতিয়া অলপ দিনৰ পিচত আমাৰ ঘৰলৈ আহিছিল, তেতিয়া কিন্তু তেওঁ ৰোগৰ পৰা সম্পূৰ্ণ নিৰাময় লাভ কৰিছিল। অসীম ভক্তিয়েই তেওঁ এই ৰোগৰ পৰা ৰক্ষা পোৱাৰ কাৰণ।"

মোহনে ক'লে, "তেওঁ যে কি সুন্দৰভাৱে তুলসী দাসৰ ৰামায়ণৰ দোহা গাইছিল মোৰ এতিয়াও মনত পৰে। তেতিয়া সকলোৱে নীৰৱে সেই ভক্তিৰ গান শুনিছিল।"

তেওঁলোকৰ এই কথাবতৰাৰ অলপ পিচতে সন্ধ্যা গাঢ় হৈ আহিল। মোহনে দেখা পালে যে গৰখীয়াই গৰুৰ পাল চৰণীয়া পথাৰৰ পৰা ঘৰলৈ আনিছে। পথৰ মাটিত সিহঁতৰ ভৰিৰ খুৰাৰ ঘঁহনি খাই ধূলিৰে গোটেইখন ধূসৰিত হৈছে। হঠাৎ মোহনে ভাবিলে যে সেই যুধিষ্ঠিৰৰ সময়ৰ পৰা এই প্ৰাচীন দেশত বিশেষ একো পৰিবৰ্তন হোৱা নাই, তেতিয়াও গৰখীয়াই যেনেকৈ আবেলি পৰত গৰু লৈ ঘৰলৈ ওভতে, এতিয়াও তেনেকৈয়ে উভতিছে। হাজাৰ বছৰ ধৰি দেউতাকহঁতে সন্তানহঁতক ৰামায়ণ-মহাভাৰতৰ গল্প কৈ নীতিশিক্ষা দি আহিছে আৰু আজিও দিছে। কেনেকৈ পিতৃসত্য ৰক্ষাৰ্থে ৰামে চৈধ্য বছৰ বনবাস খাটিছে, কেনেকৈ পৃথিবীত ধৰ্ম ৰক্ষাৰ্থে পাণ্ডৱসকলে কুৰুক্ষেত্ৰৰ যুদ্ধত দুৰাচাৰ কৌৰৱহঁতক পৰাজিত কৰিলে, সেই অমৰ কাহিনীবোৰ তেওঁলোকৰ পৰা শিশুহঁতে শুনিছে। এইদৰেই নদীৰ পাৰত বা বটবৃক্ষৰ তলত এই কাহিনীবোৰ বৰ্ণনা কৰি অহা হৈছে।

অলপ পিচতে দূৰৈৰ মন্দিৰৰ পৰা ঘণ্টাধ্বনি শুনা গ'ল। কাবা গান্ধীয়ে বেঞ্চৰ বহাৰ পৰা উঠি ক'লে, "মনু, ব'লা, আমি এতিয়া ঘৰলৈ যাওঁ। ভালকৈ হাত-ভৰি প্ৰক্ষালন কৰি বিষ্ণু মন্দিৰত সন্ধ্যা পূজা দিব লাগিব। আৰু বেছি দেৰি কৰিলে তোমাৰ মাৰায়ো চিন্তা কৰিব।"

ঘৰলৈ ওভতোতে মোহনে বাটত দুজন ব্ৰিটিছ অফিচাৰ ঘোঁৰাৰ পিঠিত উঠি কেণ্টন্‌মেণ্টৰ পথাৰৰ পৰা বেৰেকলৈ গৈ থকা দেখিলে। হঠাৎ মোহনৰ ধাৰণা হ'ল যে সেই ঠাইৰ পাৰিপাৰ্শ্বিকতাৰ লগত এই দৃশ্যটো তেনেই খাপ নাখায়। সেই ৰামায়ণ-মহাভাৰতৰ দেশত গৰখীয়া ল'ৰা বা মন্দিৰৰ ঘণ্টাধ্বনিৰ লগত এই দুই ব্ৰিটিছ সৈনিকৰ উপস্থিতি তেনেই অপ্ৰাসংগিক।

## দ্বিতীয় অধ্যায়

# বাল্যবিবাহ

পিচৰ বছৰত মোহনৰ বিয়া হ'ল। তেতিয়া তাৰ বয়স তেৰ বছৰতকৈয়ো অলপ কম। হিন্দুসকলৰ কাৰণে বিয়া হ'ল পূৰ্বনিৰ্ধাৰিত, আগৰ জন্মৰ কৰ্মফল। একে কাৰণতে স্বামী-স্ত্ৰীৰ বাৰে বাৰে জন্ম-পৰম্পৰাত বিয়া হ'ব। এয়া হৈছে ঈশ্বৰৰ ইচ্ছাত মিলন, য'ত মানুহৰ কোনো হাত নাই। বিশেষকৈ তেৰ বছৰৰ এক বালকৰ কোনো মতামত থাকিব নোৱাৰে।

উনবিংশ শতিকাত কাথিৱাৰৰ গুজৰাটী হিন্দু সমাজত বাগ্‌দত্তা প্ৰথা আৰু শিশু বিবাহৰ সাধাৰণতে প্ৰচলিত আছিল। বাগ্‌দত্তা প্ৰথা ভাবী বৰ আৰু কন্যাৰ দেউতাক দুগৰাকীৰ মাজত হোৱা এক মৌখিক চুক্তি। বহু সময়ত এই চুক্তি কাৰ্যকৰী নোহোৱাকৈ থাকে। বিয়াৰ আগতেই ভাবী বৰৰ মৃত্যু হ'লে কন্যাগৰাকী বিধৱা হোৱা বুলি ধৰা নহয় আৰু তেওঁ আকৌ বিয়া কৰাব পাৰে। অধিকাংশ সময়তে বৰ আৰু কন্যাৰ বিনা সম্মতিতে এই ভৱিষ্যৎ বিয়া সম্পন্ন হয়।

ঘৰলৈ আত্মীয়-স্বজনৰ অহা-যোৱা হঠাতে বৃদ্ধি হোৱা দেখি মোহনে অনুমান কৰিছিল যে শীঘ্ৰেই ডাঙৰ কিবা এটা ঘটিব। সিহঁতৰ ঘৰলৈ আত্মীয়ৰ ইমান সমাগম হোৱা সি কেতিয়াও দেখা নাছিল। হিন্দু সমাজৰ একান্নবৰ্তী পৰিবাৰত বিয়া বা অনুৰূপ ঘটনাৰ সময়ত সকলো আত্মীয়-স্বজনক নিমন্ত্ৰণ কৰাটো এক নিয়ম। বহুতেই অনুষ্ঠানৰ আগতে আহি যাৱতীয় প্ৰস্তুতিত ভাগ লয় আৰু ভোজনেৰে আপ্যায়িত হয়। কাবা গান্ধীৰ দৰে বণিয়া সমাজৰ এজন মুধাফুটা ব্যক্তিৰ ঘৰৰ কামত স্বাভাৱিকতে বহুতো আত্মীয় গোট খাইছে আৰু বহুদিন ধৰি তেওঁৰ ঘৰত আছে।

স্কুল ছুটী হোৱাৰ পিচত এদিন মোহনে মাজু ককায়েকক সুধিলে, "দাদা, হঠাতে আমাৰ ঘৰলৈ ইমান আত্মীয়-স্বজনৰ অহা-যোৱা হৈছে কিয়, এওঁলোকক বহুদিন মই দেখাই পোৱা নাই?"

কৰ্ষণ দাসে ডাঙৰকৈ হাঁহি উত্তৰ দিলে, "নিৰ্বোধ ল'ৰা, তুমি এতিয়াও গম নোপোৱা? অহা সপ্তাহত আমাৰ বিয়া পাতিছে।"

মোহনে খুব আচৰিত হৈ আকৌ সুধিলে, "বিয়া? আমাৰ?"

কৰ্ষণ দাসে উত্তৰ দিলে, "এৰা, তোমাৰ, মোৰ আৰু দেউতাৰ পেহাকৰ পুতেকৰ

ল'বা হৰিহৰৰ একেলগে বিয়া হ'ব। সেইকাৰণে আমি অহা সপ্তাহত পোৰবন্দৰলৈ যাম। তাতেই বিয়াৰ অনুষ্ঠান সম্পন্ন হ'ব।"

শুনি মোহন মনে মনে আনন্দিতই হ'ল। সি বিয়াৰ প্ৰকৃত অৰ্থ আৰু দায়িত্ব বুজি নাপায়, কিন্তু এইটো বুজিলে যে বিয়া মানেই ভাল আহাৰ, নতুন পৰিধান আৰু এগৰাকী নতুন খেলাৰ সংগী। তদুপৰি তাৰ বহুতো জনা-শুনা লোকৰ এই বয়সতে বিয়া হৈছে। তাৰ ডাঙৰ ককায়েকৰ ষোল বছৰ বয়সত বিয়া হৈছিল। আত্মীয়-কুটুমবো কেবাজনৰ বিয়াও এনে বয়সতে হৈছে, আনকি তাৰ দেউতাকৰো প্ৰথম বিয়া চৌধ্য বছৰ বয়সতে সম্পন্ন হৈছিল। গতিকে এই বিয়া একো অস্বাভাৱিক ঘটনা নহয়।

মোহনে পিচে আকৌ সুধিলে, "অহা সপ্তাহতে দাদা? কিন্তু দেউতাৰ কি হ'ব? তেওঁতো তেতিয়াও ৰাজকোটৰ ঠাকুৰ চাহাবৰ কামত থাকিব?"

কৰ্ষণদাসে উত্তৰ দিলে, "এৰা, তেওঁ কিন্তু বিয়াৰ সময়ত পোৰবন্দৰত ঠিকেই উপস্থিত থাকিব বুলি কৈছে। তুমিতো জানা ঠাকুৰ চাহাবে দেউতাক কিমান নিৰ্ভৰ কৰে। তেওঁ দেউতাক আমাৰ লগত যাবলৈ নিদিব। কিন্তু মই শুনা মতে দেউতা এইবাৰ গৰুৰ গাড়ীত নগৈ ঘোঁৰাৰ গাড়ীত পোৰবন্দৰলৈ যাব। তেতিয়া তেওঁৰ যাত্ৰাকাল পাঁচ দিনৰ পৰিবৰ্তে তিনি দিনতে অন্ত পৰিব।"

এতিয়া মোহনৰ মনত সকলো কথা স্পষ্ট হ'ল। ঘৰত ইমান উত্তেজনা, সম্পৰ্কীয় আত্মীয়ৰ ভিৰ— সকলো ৰহস্যৰ দুৱাৰ মেল খালে। বৌৱেকৰ তাৰ প্ৰতি ৰহস্যময় হাঁহি, মাকৰ অতিৰিক্ত যত্ন— এই সকলোবোৰৰে তাৎপৰ্য সি এতিয়া ভালকৈ বুজি পালে।

এই বিয়াতে তাৰ বাল্যকাল শেষ হ'ব। সোনকালেই সি এজন যুৱকত পৰিণত হ'ব। এই বিয়াই যেন তাৰ যৌৱন কাল ঘোষণা কৰিব।

পোৰবন্দৰলৈ যোৱাৰ শুভদিন উপস্থিত হ'ল। সেইদিনা ঘৰৰ সকলোৱেই ধলপুৱাতে শোৱাপাটী এৰিলে। ৰাতিপুৱাৰ পৰাই খুব উলহ্‌মালহ্‌। তিনিজনকৈ দৰাক গাত হালধি ঘঁহি ধুৱাব লাগিব, তাৰ পিচত শুদা গাৰে থালী ভৰিৰে মন্দিৰলৈ গৈ পূজা দিব লাগিব। তাৰ পিচত বিভিন্ন পিঠা-পনাৰে ভূৰি-ভোজন কৰি নতুন ছেৰ্‌বানী-পাঞ্জাবী পিন্ধি মূৰত মাৰিব লাগিব পাগুৰি, মুখত চন্দনৰ প্ৰলেপ আৰু ডিঙিত নাৰ্জী ফুলৰ মালা পিন্ধি যাত্ৰাৰ কাৰণে সাজু হ'ব লাগিব।

ৰাজকোটৰ পৰা পোৰবন্দৰলৈ দূৰত্ব মাথোঁ এশ কুৰি মাইল, কিন্তু গৰুৰ গাড়ীত এই দূৰত্ব অতিক্ৰম কৰাটোৱেই হ'ব এক দীঘলীয়া যাত্ৰা। বাটত চৰাইঘৰত কেৰাতিমান কটাই সেই বন্দৰ চহৰ পাবলৈ অন্ততঃ পাঁচ দিন সময় ল'ব।

সেই যাত্ৰাৰ অৰ্থ হ'ল সৰ্ব-শৰীৰত ধূলি-বালি, দেহত বিষ আৰু আমনি লগা সময়।

মোহনৰ আত্মীয়সকলে তিনিজন ভাবী দৰাক একেখন গাড়ীতে তুলি দিলে। সিহঁতৰ কাৰণে কিন্তু এই যাত্ৰা এক নতুন ৰোমাঞ্চ, যাত্ৰাৰ এই দৃশ্য আৰু শব্দ সকলোৱেই সিহঁতৰ বাবে চাঞ্চল্যকৰ। পথৰ দৃশ্যৰ উপৰি সিহঁতৰ মাজত গল্প, সৰু চহৰৰ চৰাইঘৰত খোৱা আৰু নিশা কটোৱা— এই সকলোবোৰেই তিনি তৰুণ-হৃদয়ত প্ৰচণ্ড উত্তেজনাৰ সঞ্চাৰ কৰিছিল।

মাত্ৰ সাত বছৰ বয়সতে মোহনে পৰিয়ালৰ সকলোৰে লগত পোৰবন্দৰ এৰি ৰাজকোটলৈ আহিছিল। তাৰ পিচত ৰাজকোটৰ বাহিৰলৈ এইটোৱেই তাৰ প্ৰথম যাত্ৰা। সি আগতে নেদেখা এটা দৃশ্য দেখি বিস্মিত হ'ল। পথৰ কাষত অলপ দূৰে দূৰে লোহাৰ খুঁটাত বান্ধি দিয়া টেলিগ্ৰাফৰ লাইন সি আগতে কেতিয়াও দেখা নাছিল। মোহনে শুনিছিল যে যদি কোনোবাই এই খুঁটাবোৰত কাণ পাতে, তেনেহ'লে ভিতৰৰ পৰা সো-সো শব্দ শুনিবলৈ পাব। ক'ৰবাত গাড়ীখন ৰ'লে এইটো সিহঁতে পৰীক্ষা কৰি চাব বুলি ঠিক কৰিলে।

মোহনে আৰু দেখিলে যে ৰে'ল লাইন পাতিবলৈ ইটা দি মজদুৰহঁতে ৰে'লপথ বান্ধিছে, য'ত প্ৰয়োজন হৈছে সৰু সৰু বান্ধো বান্ধিছে। সি গম পালে যে এই ৰে'ল লাইনে বহুতো চহৰ আৰু গাঁৱক লগ লগাব আৰু বোম্বাইলৈকে যাব। মোহনে ভাবিলে যে এই ৰে'লপথ ইতিমধ্যেই নিৰ্মাণ হৈ যোৱা হ'লে সিহঁতৰ গাৰ বিষ তোলা এই গৰু গাড়ীৰ যাত্ৰাৰ প্ৰয়োজন নহ'লহেঁতেন।

মোহনে আৰু দেখা পালে যে পথৰ দুয়োফালৰ মাটিত মুনিহ-তিৰোতা, কৃষক লগ লাগি খেতি-বাতিত ব্যস্ত হৈছে। এতিয়া মাকৈ আৰু গোমধান খেতিৰ সময়। যদিহে হালৰ গৰুবোৰ আগুৱাব নোখোজে, খেতিয়কবোৰে সিহঁতক পিটিবলৈ আৰম্ভ কৰে। দৃশ্যটো দেখি মোহনৰ মনত বৰ দুখ লাগিল। সি লক্ষ্য কৰিলে যে এই কৃষক পিতৃ-মাতৃক সহায় কৰিবলৈ সিহঁতৰ শিশু ল'ৰা-ছোৱালীও লগত আছে। এইটো দৃশ্যইহে তাৰ মনত বৰ দুখ দিলে। মোহনে ভাবিলে যে এই বয়সত মোহনহঁতৰ দৰে খেলা-ধূলা আৰু পঢ়া-শুনা কৰাহে সিহঁতৰ উচিত আছিল; পথাৰত হাড়ভঙা পৰিশ্ৰম কৰাৰ বয়স সিহঁতৰ হোৱা নাই।

পাঁচ দিনৰ মূৰত পুৱাবেলাতে দূৰৈৰ পৰা পোৰবন্দৰ দেখা গ'ল। এই চহৰে সকলো সময়তে মোহনক আকৰ্ষণ কৰে। চহৰখন এতিয়াও তাৰ শিশুকালৰ স্মৃতিৰে ভৰপূৰ। ঠিক আৰব সাগৰৰ পৰাই এই বন্দৰ চহৰখন উঠি আহিছে। ঠিক ৰাজকোটৰ দৰেই এই চহৰৰ চাৰিফালেও দেৱাল দি ঘেৰি থৈছে। এই দেৱাল হ'ল এতিয়া

ধ্বংসাৱশেষ। অতীতত দস্যুৰ পৰা ৰক্ষা পাবলৈ সৰু-বৰ সকলো চহৰতে দেৱাল থাকে।

পোৰবন্দৰ চহৰ তেতিয়া বিতোপন আছিল। বেছিভাগ ঘৰেই ছেণ্ড-ষ্ট'নেৰে নির্মিত, য'ত সূৰুযৰ উজ্জ্বল পোহৰ পৰিলে শুভ্ৰ মাৰ্বলৰ দৰে তিৰবিৰায়। সূৰ্যাস্তৰ আলো যেতিয়া ঘৰবোৰত পৰে তেতিয়া দেখা যায় এক স্বৰ্ণাভ ৰং, বিশেষকৈ ঘৰৰ দেৱালবোৰত।

মোহনহঁতৰ পুৰণা ঘৰটোও তাৰ কাৰণে আছিল অতিকে' আকৰ্ষণীয়। সেই তিনি তলাৰ ঘৰটোৰ বহুতো কোঠা আৰু বেল্‌কনি তাৰ স্পষ্টকৈ মনত আছে। কিন্তু ঘৰটোৰ দোতলা আৰু তিনি তলাতহে মুক্ত বায়ু পোৱা যায় আৰু বাহিৰৰ মনোৰম দৃশ্যবোৰ চকুত পৰে। তলৰ তলাৰ কোঠাবোৰ অন্ধকাৰ, গৰম আৰু ঠাহ খাই থকা। সকলো সময়তে এই তলাৰ বতাহ ৰন্ধনশালাৰ গন্ধেৰে ভৰপুৰ।

ঘৰৰ পিচফালে থকা পুখুৰীটো আছিল আটাইতকৈ আকৰ্ষণীয় স্থান। সেই পুখুৰীত ঘৰৰ আটায়ে আৰু ওচৰ-চুবুৰীয়াই গা ধোৱে, বাচন-বৰ্তন মাজে আৰু কাপোৰ ধোৱা আদি কামবোৰ সম্পন্ন কৰে। পুখুৰীটো প্ৰকৃততে সমস্ত চুবুৰিটোৰে পানীৰ প্ৰধান উৎস।

মোহনৰ আজো ককাকে এই ঘৰ নিৰ্মাণ কৰিছিল। ঘৰটো কেৱল মোহনহঁতৰে আছিল এনে নহয়, সিহঁতৰ আটাইবোৰ ভাগী-গোষ্ঠীয়ে ঘৰটোৰ অংশীদাৰ বুলি ভাবে। প্ৰত্যেকেই সেই ঘৰৰ লগত অলপ নিবিড় আত্মীয়তা উপলব্ধি কৰে আৰু সদায়েই ঘৰটোত আপোন মানুহৰ ভিৰ।

মোহনৰ দেউতাকে পৰিয়ালৰ সৈতে এই ঘৰ এৰি ৰাজকোটলৈ গ'লেও তাত তাৰ দদায়েকে কিন্তু সপৰিয়ালে বাস কৰে। মোহনৰ মনত পৰিল যে সিহঁত যেতিয়া ইয়াত আছিল তেতিয়া মোহনৰ মাকে বোৱাৰী পুৱাতে শুই উঠি মাজনিশালৈকে সংসাৰৰ সকলো কাম-কাজৰ যত্ন লয় আৰু আত্মীয়-স্বজনসকলৰ তত্ত্বাৱধান কৰে। সেই গৃহত তেওঁ যেন আশ্ৰম-মাতৃৰ দৰে বিৰাজ কৰিছিল।

মোহনৰ ভাবী পত্নী হ'ল পোৰবন্দৰৰ উঠি অহা ব্যৱসায়ী গোকুলদাস মাকনজি কাপাদিয়াৰ একমাত্ৰ কন্যা। তেওঁলোকৰ ঘৰ মোহনহঁতৰ এই পুৰণা ঘৰৰ নিচেই ওচৰত। কাবা গান্ধীয়ে তেওঁৰ ঘনিষ্ঠ বন্ধুক প্ৰতিশ্ৰুতি দিছিল যে তেওঁৰ কনিষ্ঠ পুত্ৰৰ সৈতে গোকুলদাসৰ কন্যাগৰাকীৰ বিয়া পাতিব আৰু এইদৰেই পোৰবন্দৰৰ দুটা প্ৰতিষ্ঠিত পৰিয়াল চিৰকালৰ বাবে লগ লাগিব।

পোৰবন্দৰৰ এই পুৰণা ঘৰত বৰযাত্ৰীৰ দল আহি পাওঁতেই হৈ-চৈ লাগি গ'ল। যেতিয়া তিনিজনকৈ দৰা গৰু গাড়ীৰ পৰা নামিল, তেতিয়া সিহঁতক ক'ত কেনেকৈ বহুৱাব সেইটো ঠিক কৰাতে সকলো ব্যতিব্যস্ত হ'ল, বিশেষকৈ দৰাতো এজন নহয়,

তিনিজন। শংখ বজাই আৰু উৰুলি দি যেতিয়া সিহঁতক আদৰা হ'ল, তেতিয়া তাত দৰ্শনাৰ্থীৰ ভিৰ। কোনোদিনেই আগতে মোহনে এনে পৰিস্থিতিৰ সন্মুখীন হ'ব লগা নৌহৈছিল।

কিন্তু কন্যাৰ ঘৰলৈ বৰযাত্ৰী যোৱাৰ আগতে এক অঘটনৰ সন্মুখীন হ'ব লগা হ'ল। কাবা গান্ধীয়ে সেই সময়তে ভঙা হাত আৰু গোটেই মূৰতে বেণ্ডেজ্ বন্ধা অৱস্থাৰে উপস্থিত হ'লহি। ৰাজকোটৰ পৰা পোৰবন্দৰলৈ এশ কুৰি মাইল পথ ঘোঁৰাৰ গাড়ীৰে তিনি দিনৰ ভিতৰত আহি পাবলৈ তেওঁ গাড়ীখন দ্ৰুত গতিত চলোৱাত জোৰ দিছিল। শেষৰ দিনটোতে ঘোঁৰাগাড়ীখন এখন গাঁৱৰ কাষতে ওলট্ খাই পৰিল। ফলস্বৰূপে কাবা গান্ধীৰ দেহত আঘাত। এই আঘাত অলপ বেছি হোৱা সত্বেও দৰাৰ যাত্ৰাত বাধা দিয়া নহ'ল। হিন্দু ধৰ্ম অনুসৰি বিবাহ কাৰ্য ঈশ্বৰৰ দ্বাৰা পূৰ্বনিৰ্ধাৰিত। ইয়াক স্থগিত ৰখাটো হ'ব মহা অন্যায়। সেয়েহে বিয়াৰ শোভাযাত্ৰা তেতিয়াই আৰম্ভ কৰা প্ৰয়োজন, ন'হলে শুভ লগ্ন পাৰ হৈ যাব পাৰে। বৰ কন্যাৰ কাৰণে তেনে পৰিস্থিতি হ'ব অকল্যাণকৰ।

বিয়াৰ সপ্তপদী সমাপ্ত হোৱাৰ পিচত মোহনে প্ৰথম বাৰৰ বাবে তাৰ কন্যাক দেখিলে। একে বয়সৰ কন্যা। মুখ অতীব সুন্দৰ, চন্দন আৰু কুমকুমেৰে শোভিত। মূৰত এখন বিশাল ওৰণি। সি দেখা পালে কন্যাই থৰ্থৰ কৰে কঁপিছে। মোহনো ভয়ত অলপ কঁপিছিল। বিয়াৰ পিচৰ অনুষ্ঠানত সি কন্যাৰ মুখত মিঠাই ভৰাই দিব লাগে। কন্যায়ো তাৰ পিচত একে ধৰণেই তাৰ মুখত মিঠাই ভৰাব লাগে। কন্যাৰ পাল যেতিয়া পৰিল, তাই ভয়তে ইমান কঁপিব ধৰিলে যে আনৰ সহায়তহে কোনোমতে কামফেৰা সম্পন্ন কৰিব পাৰিলে।

বিবাহ ৰাত্ৰিৰ শয়নকক্ষলৈ যাবৰ হ'ল। কোঠাটো সুগন্ধি পুষ্প আৰু নানা ধৰণৰ মালাৰে সজোৱা হৈছিল। উপস্থিত ছোৱালীবোৰে হাঁহিমুখে সিহঁতক সেই কোঠাটোলৈ লৈ আহিল। বৰ কন্যাই ইয়াতে দাম্পত্য জীৱনৰ প্ৰথম নিশাটো কটাব। কিন্তু তাৰ আগতে সিহঁতে এই শয়নকক্ষতে আত্মীয়সকলৰ বহুতো হাস্য-কৌতুক আৰু ঠাট্টা-মস্কৰা সহ্য কৰিব লগা হ'ল। আনকি মোহনক গান গাবৰ কাৰণেও অনুৰোধ কৰিলে, কিন্তু মোহনে ঠাণ্ডা লাগি মাত বহি গৈছে বুলি এই উৎপাতৰ পৰা ৰক্ষা পালে।

অৱশেষত আন সকলো মানুহে শয়ন কক্ষ এৰি যোৱাত মোহনে তাৰ পত্নীৰ লগত কথা পতাৰ সুযোগ পালে।

মোহনে ন-কন্যাক খাটৰ একাষে থৰ লাগি সংকুচিত হৈ বহি থকা দেখিলে। দুৱাৰখন জপাই কন্যাৰ কাষলৈ গৈ সি লাহে লাহে প্ৰশ্ন কৰিলে, তোমাৰ নাম কি?

ওৰণিৰ ভিতৰৰ পৰা মৃদু কণ্ঠস্বৰেৰে উত্তৰ আহিল, "কস্তুৰ"।

মোহনে ক'লে, "আমি এতিয়া অকলে আছোঁ। তোমাৰ ওৰণি এতিয়া গুচাব পাৰা। তুমি ইমান কঁপিছা কিয়? মোলৈ ভয় নকৰিবা। মইতো তোমাৰ স্বামী— কথাটো মনত ৰাখা। আমৃত্যু আমি একেলগেই থাকিম।"

কস্তুৰে একো উত্তৰ নিদিলে। হঠাৎ তাই আগুৱাই গৈ মোহনৰ ভৰি চুই প্ৰণাম কৰিলে।

মোহনে তাইক সাৱটি ধৰি প্ৰশ্ন কৰিলে, "প্ৰণাম কৰিলা যে?"

কস্তুৰে উত্তৰ দিলে, "মাই মোক কৰিব দিছিল। এতিয়াৰ পৰা আপুনি মোৰ স্বামীয়েই নহয়, আপুনি মোৰ প্ৰভু।"

শুনি মোহনে অলপ হাঁহিলে। যদিও সিহঁত দুয়ো নাবালক, কথাষাৰ শুনি মোহনে নিজকে সাবালক বোধ কৰিলে। সি ঈশ্বৰক এই বুলি ধন্যবাদ দিলে যে সিহঁত দুয়ো একে বয়সীয়া। তাৰ স্ত্ৰী ছবছৰীয়া ছোৱালী নহয়; বহুতৰ ক্ষেত্ৰতটো সেইটোৱেই ঘটে।

মোহনে ক'লে, "জানা কস্তুৰ, বোধকৰোঁ তোমাক মই আগতে দেখিছোঁ; আমি ইয়াত থকাৰ সময়ত। আমাৰ দুয়োটা পৰিয়ালৰ বাস-গৃহৰ দূৰত্বটো বেছি নহয়।" কস্তুৰে লাহে লাহে ক'লে, মোৰো ধাৰণা আপোনাক মই আগতে দেখিছোঁ।

মোহনে হাঁহি হাঁহি ক'লে, "যদিহে মোক আগতে দেখিছিলা তেনেহ'লেতো পাহৰিব নোৱাৰা, কাৰণ মোৰ যে কাণ দুখন ইমান ডাঙৰ।"

শুনি কস্তুৰেও সামান্য হাঁহি দিলে। মোহন তাইৰ ওচৰলৈ আহিল। সি তেতিয়া তাৰ ডিঙিৰ মালাধাৰ আৰু কস্তুৰৰ সকলো ফুলৰ মালা খুলি কাষৰ মেজত থ'লে।

তাৰ পিচত জীৱনত প্ৰথম বাৰৰ বাবে মোহনে পত্নীক চুমা খালে। সি দেখা পালে কস্তুৰে আকৌ চকু জপাই কঁপিব ধৰিছে।

মোহনে ফুচ্‌ফুচাই ক'লে, "ভয় নাখাবা কস্তুৰ। এইটো মোৰ প্ৰথম চুম্বন। আমাৰ হিন্দু শাস্ত্ৰ অনুসৰি আমাৰ এই মিলন আমাৰ জন্মৰ আগতেই নিৰ্ধাৰিত হৈছে। পূৰ্বজন্মতো আমি স্বামী-স্ত্ৰী আছিলোঁ— আনকি বহু জন্মান্তৰতো আমাৰ মিলন হৈছিল। সেই অৰ্থত আমি পৰস্পৰৰ অপৰিচিত নহয়। আমাৰ এই পতি-পত্নী সম্বন্ধ অনন্তকাল ধৰি।

কস্তুৰে নীৰৱে সকলো শুনিলে।

মোহনে অলপ গম্ভীৰ কণ্ঠে আকৌ ক'লে, "কস্তুৰ, আমি এতিয়া প্ৰতিজ্ঞা কৰিব লাগিব যে আমি কেৱল পৰস্পৰক ভাল পালেই নহ'ব, পৰস্পৰৰ প্ৰতি আমি হৈ থাকিব লাগিব পৰম বিশ্বাসী আৰু আমি যাপন কৰিব লাগিব ধাৰ্মিক জীৱন। কেতিয়াও পৰস্পৰৰ মাজত মিছা নামাতো, কেতিয়াও নিজৰ মাজত প্ৰতাৰণা নকৰোঁ। দেউতা-মাক সদাই আমি গুৰুৰ দৰে পূজা কৰিম।"

লগে লগে কস্তুৰে মুৰ দুপিয়াই সন্মতি জনালে। এই সকলোবোৰ কথাই কস্তুৰে নিজৰ পিতৃ-মাতৃ আৰু অন্যান্য গুৰুজনৰ পৰা শিকিছিল— স্বামীৰ কথা শুনিবা, সদায় ঈশ্বৰৰ আৰাধনা কৰিবা আৰু কেতিয়াও মিছা কথা নক'বা— এই সজ নীতিকেইটা মানি চলিলে জীৱনত শান্তি পাবা। বাল্যকালৰ পৰাই তাই এই নীতি পালন কৰিবলৈ শিক্ষা লাভ কৰিছে।

তেতিয়ালৈ কস্তুৰৰ জড়তা অলপ কমিছে, তাই যথেষ্ট সাৱলীল হৈছে। বহু নিশালৈ সিহঁতৰ কথাবাৰ্তা হ'ল। অৱশ্যে মোহনেই প্ৰধান কওঁতা, কস্তুৰে কেৱল হুঁ হুঁকৈ সঁহাৰি দি গ'ল। মোহনে তাৰ ল'ৰাকাল, তাৰ ঘনিষ্ঠ বন্ধু-বান্ধৱ আৰু সিহঁতৰ ভৱিষ্যতৰ দাম্পত্য জীৱনৰ কথা ক'ব ধৰিলে। বহু ৰাতি হ'ল। সি ইয়াৰ আগতে ইমান ৰাতিলৈ কোনো দিনাই সাৰে নেথাকে। কস্তুৰে অৱশ্যে আগতে বহুবাৰ ৰাতি সাৰে আছে, বিশেষকৈ যেতিয়া নৱৰাত্ৰি উৎসৱত তাই মাকৰ লগত উপবাস কৰিছে। নৱৰাত্ৰিত সকলো কুমাৰী কন্যাই উপবাস কৰি, নিশা সাৰে থাকি, শিৱৰ ওচৰত ভাল বৰ পোৱাৰ কাৰণে প্ৰাৰ্থনা কৰিব লাগে। কিন্তু আজি নিশা সম্পূৰ্ণ স্বতন্ত্ৰ। সঁচাকৈয়ে আজি স্বামী তাইৰ কাষতে বিৰাজমান।

কিন্তু এতিয়া সিহঁত খুব ক্লান্ত— বিয়াৰ উত্তেজনা আৰু শ্ৰান্তিত সিহঁতৰ চকু মুদ খাই আহিছে। সিহঁতে ক'বই নোৱাৰিলে কেতিয়ানো সিহঁত গভীৰ নিদ্ৰাত আড়ষ্ট হৈ পৰিল, কেতিয়ানো পূৰ্বাকাশত সূৰ্যদেৱতাই খিৰিকীৰ ফাঁকেৰে উকি মাৰিবলৈ আৰম্ভ কৰিছে।

* * *

শয়ন-কক্ষত পৰস্পৰৰ প্ৰতি বিশ্বস্ততাৰ প্ৰতিজ্ঞা বোধকৰোঁ অলপ মাত্ৰা ছেৰাই গৈছিল; কিয়নো অতি সোনকালেই মোহন এক সন্দিগ্ধমনা স্বামীত পৰিণত হ'ল। সি কস্তুৰৰ কোনো আপত্তি বা মতামত নুশুনে। স্ত্ৰী ঘৰৰ বাহিৰলৈ যাবলগীয়া হোৱা প্ৰতিটো কামৰ সি খবৰ ৰাখে। যদিও আন্তৰিকভাৱেই জানে যে কস্তুৰে তাৰ প্ৰতি কোনো অবিশ্বস্ততাৰ কাম নকৰে, তথাপি তাৰ কথা অমান্য কৰি কস্তুৰে ঘৰৰ বাহিৰলৈ গ'লে সি খঙত জ্বলি উঠে।

প্ৰকৃততে মোহনে চুবুৰিৰ কিতাপৰ দোকান এখনৰ পৰা কেইখনমান কিতাপ কিনি আনিছিল। তাত কেনেকৈ আদৰ্শ পত্নী অথবা স্বামী হ'ব লাগে সেই বিষয়ে প্ৰচুৰ উপদেশ লেখা আছিল। তাৰ মগজত ক্ৰিয়া কৰি থকা এই উপদেশাৱলী সি তাৰ পত্নীৰ ক্ষেত্ৰত খটাব খুজিছিল।

কিন্তু কস্তুৰে সেইবোৰলৈ কাণ দিয়া নাছিল। তাইৰ বয়স তেৰ, মন গ'লে বাহিৰলৈ যোৱাতোৱেই এই বয়সৰ স্বাভাৱিক ধৰ্ম। চুবুৰিৰ কোনোবা বন্ধুৰ ঘৰলৈ যোৱাত অথবা মন্দিৰত বিষ্ণুৰ পূজা দিবলৈ যোৱাত বাধা দিবলৈ তাইৰ স্বামীৰ কি নৈতিক অধিকাৰ আছে? তাইতো স্বামীৰ প্ৰতি কোনো ধৰণেই অবিশ্বস্ত নহয়।

ৰাতি শোৱাৰ আগতে মোহনে যেতিয়া এই কথাবোৰ লৈ আপত্তি কৰে, তেতিয়া সিহঁতৰ মাজত খৰিয়াল লাগে।

মোহনে অলপ কঠোৰ ভাষাতে প্ৰশ্ন কৰে, "মোৰ কথা নুশুনি তুমি কিয় বাহিৰলৈ গ'লা?

কস্তুৰে প্ৰতিবাদৰ ভাষাত ক'লে, "কিন্তু মইতো মন্দিৰত পূজা কৰিবলৈ গৈছিলোঁ। ভগৱান বিষ্ণুৰ শ্ৰীচৰণত এপাহ পুষ্প আগবঢ়োৱাৰ অধিকাৰ মোৰ নিশ্চয় আছে?

মোহনে সন্দিগ্ধভাৱে প্ৰশ্ন কৰিলে, "সেয়াতো পুৱা বেলাতে, আবেলি ক'লৈ গ'লা?"

কস্তুৰে উত্তৰ দিলে, "আবেলি মোৰ এগৰাকী বান্ধৱীৰ ঘৰলৈ গৈছিলোঁ, তাইৰো মোৰ দৰেই অলপতে বিয়া হৈছে। ইয়াত তোমাৰ কি আপত্তি?"

মোহনে মৃদু তিৰস্কাৰৰ সুৰত ক'লে, "কিন্তু কস্তুৰ, ঘৰৰ বোৱাৰী হিচাপে তোমাৰ এতিয়া উচিত ঘৰতে থাকি সংসাৰ চলোৱা কামত মা আৰু বৌক সাহায্য কৰা।"

কস্তুৰে উত্তৰ দিলে, "ঘৰৰ কামটো মই কৰোঁৱেই। তথাপি অলপ মুকলি বায়ু লোৱাটোও স্বাস্থ্যৰ কাৰণে প্ৰয়োজন। মই তোমাৰ এইবোৰ অৰ্থহীন নিয়ম-কানুন মানি চলিব নোৱাৰোঁ। মই মোৰ ইচ্ছা মতে অহা-যোৱা কৰিম।" এইদৰে কৈ তাই শয্যাৰ আনফালে মুৰ ঘূৰালে। তাই আৰু কোনো কথা ন'কলে।

মোহনে কিন্তু তাৰ পত্নীক খুব ভাল পায়। এনেকৈ উখনা-উখনি লগাৰ পিচত তাৰ মন বৰ বেয়া হৈ যায়। সি তেতিয়া কস্তুৰৰ মনত ভাল লগাবলৈ প্ৰয়াস কৰে।

এই সকলোবোৰ কথাই ৰাতি হয়। দিনৰ বেলা সিহঁতে পৰস্পৰ দেখা-দেখি কৰা বা কথা-বতৰা পতা নিষিদ্ধ। তেতিয়াৰ দিনত ৰক্ষণশীল হিন্দু-পৰিবাৰত দিনৰ বেলাত গুৰুজনসকলৰ ওচৰত স্বামী-স্ত্ৰীৰ কথা পতা অসংগত আৰু অশুভ ব্যৱহাৰ বুলি বিবেচিত হৈছিল।

পিচে মোহন আৰু কস্তুৰৰ মনান্তৰ পুতলীবাঈৰ দৃষ্টিগোচৰ হ'ল। এদিন তেওঁ মোহনক মাতি আনি ক'লে, "মোনিয়া, মই লক্ষ্য কৰিছোঁ যে তুমি বোৱাৰীৰ সৈতে কন্দল কৰিব লৈছা। মনত ৰাখিবা যে তাই আমাৰ ঘৰত ন-বোৱাৰী।"

মোহনে অলপ ক্ৰোধৰ সুৰত উত্তৰ দিলে, "কিন্তু মই যেতিয়াই তেতিয়াই তাই ঘৰৰ বাহিৰলৈ যোৱাটো পছন্দ নকৰোঁ।"

পুতলীবাঈয়ে আশ্বাস দিয়াৰ দৰে ক'লে, "ক'তনো ইমান বাহিৰলৈ গৈছে, মাথোঁ চুবুৰিৰে বিষ্ণুমন্দিৰলৈ আৰু তাইৰ বান্ধৱীৰ ঘৰলৈহে যায়। এইটো নাপাহৰিবা যে তাই পিতৃ-মাতৃৰ আশ্ৰয়ৰ পৰা এই সংসাৰৰ এক নতুন পৰিৱেশলৈ আহিছে। বুজি-বাজি চলা-ফুৰা কৰিবলৈ তাইক সময় দিয়া।"

"সেইটো মই বুজি পাওঁ মা। কিন্তু তাইৰ এই কথা নুশুনা-নমনা ভাবটো মোৰ অলপো ভাল নালাগে।"

"কস্তুৰ খুব জেদী ছোৱালী, মোনিয়া। তাইক আমাৰ ঘৰৰ লগত মিলাবলৈ তুমি অপেক্ষা কৰা উচিত। তাই ইয়ালৈ অহানো কেইদিন হৈছে— তুমি কথাটো পাহৰি নাযাবা। সময়ত এই ঘৰৰ আদব-কায়দা তাই লাহে লাহে ঠিকেই শিকি ল'ব। তাৰ কাৰণে তুমি অলপ ধৈৰ্য ধৰি থাকিব লাগিব।"

মাকৰ এই উপদেশৰ ফলত কস্তুৰৰ প্ৰতি মোহনৰ সন্দিগ্ধভাব বহুখিনি কমিল। সি কস্তুৰৰ লগত নতুনকৈ প্ৰীতি-ভাব গঢ়ি তুলিবলৈ চেষ্টা কৰিলে।

সেই নিশা মোহনে স্ত্ৰীক ক'লে, "তোমাৰ লগত অযথা খৰিয়াল কৰাৰ কাৰণে মোক ক্ষমা কৰা কস্তুৰ। কিন্তু তুমি নিশ্চয় জানা যে তোমাৰ ভালৰ কাৰণেহে মই এইবোৰ কথা কৈছিলো।"

কস্তুৰে এই কথাৰ একো উত্তৰ নিদি মনে মনে মাথোঁ হাঁহিলে।

মোহনে ক'লে, "শুনা, তুমি অন্ততঃ আমাৰ গুজৰাটী ভাষাত লিখিব-পঢ়িব জনা হোৱাটো মোৰ কাম্য।"

কস্তুৰে প্ৰতিবাদৰ সুৰত ক'লে, "কিন্তু মই কেতিয়া পঢ়িম? পুৱাৰ পৰা সন্ধিয়ালৈ সংসাৰৰ কাম কৰোঁতেইতো সময়বোৰ পাৰ হৈ যায়। সেই সময়ত পঢ়াৰ কথা উলিয়ালে আটাইয়েতো বিৰক্ত হ'ব।"

মোহনে ক'লে, "পঢ়াৰ কাৰণে সকলোতকৈ উপযুক্ত সময় হ'ব ৰাতি খোৱা-বোৱা কৰাৰ পিচত শুবলৈ আহোঁতে। এয়া চোৱা, মই ইতিমধ্যে গুজৰাটী ভাষাৰ 'অ-আ-ক-খ' শিকাৰ কাৰণে এখন কিতাপ কিনি আনিছোঁ। আহা, আজিৰ পৰাই আৰম্ভ কৰি দিওঁ।"

অলপ অনিচ্ছা সত্ত্বেও কস্তুৰে পঢ়িবলৈ ৰাজী হ'ল। কিন্তু পঢ়া বেছি সময় নিটিকিল। অলপ পিচতেই সিহঁতৰ মাজত কথা-বতৰা আৰম্ভ হ'ল আৰু দেহ-মিলনৰ ইচ্ছা প্ৰবল হৈ উঠিল। কস্তুৰৰ কাৰণেও এইকণ সময়েই জিৰণিৰ। ধল পুৱাতে উঠি আকৌ সংসাৰৰ কামত সহায় কৰিব লাগিব! সেয়েহে মোহনৰ সদিচ্ছা থাকিলেও তাৰ পত্নীক পাঠ-শিক্ষা দিয়াৰ এই প্ৰচেষ্টা বেছি দূৰ আগ নাবাঢ়িল।

দ্বিৰাগমনৰ কাৰণে কস্তুৰ পিতৃ-গৃহলৈ যাব লগা হওঁতে সিহঁতৰ এই দাম্পত্য

জীৱনৰ ক্ষণিক সুখ অন্ত পৰাৰ সময় হ'ল। হিন্দু সমাজত বিয়াৰ পিচত কন্যাই প্ৰথম বাৰ দেউতাকৰ ঘৰত বহু দিনৰ বাবে থাকিব লাগে। কন্যা নাবালিকা হ'লে এই সময় দীৰ্ঘতৰ আৰু সঘন হয়। কস্তুৰৰ ক্ষেত্ৰত সেইটোৱেই ঘটিছিল। সাবালিকা নোহোৱা পৰ্যন্ত এনে কন্যাই বেছি ভাগ সময়ত পিতৃ-গৃহতে কটায়।

সিহঁতৰ এই প্ৰথম বিচ্ছেদৰ সময় যিমানে ওচৰ চাপি আহিল মোহনৰো মন বেছি বেয়া হৈ গ'ল। কস্তুৰৰো অৱস্থা একেই।

যোৱাৰ আগৰ নিশাটোত মোহনে কস্তুৰক শোৱাৰ সময়ত ক'লে, "তোমাক বিদায় দিবলৈ মোৰ বৰ বেয়া লাগিছে কস্তুৰ। মোৰ যেন বুকুৰ একাংশ খালী হৈ যাব।"

কস্তুৰে অলপ হাঁহি উত্তৰ দিলে, "কিন্তু তুমিতো তাকেই বিচৰা, নহয়নে বাৰু? এতিয়াতো ঘৰৰ বাহিৰলৈ ওলাই গ'লে তোমাৰ বিৰক্ত হোৱাৰ প্ৰয়োজন নহ'ব।"

মোহনে প্ৰতিবাদ কৰিলে, "সেই কথা অনুগ্ৰহ কৰি এতিয়া আৰু নক'বা কস্তুৰ। তুমি ইতিমধ্যেই মোৰ জীৱনৰ অংগ হৈ গৈছা। নিশাৰ বেলিকা তোমাক নিবিড়ভাৱে অকণি সময় পোৱাৰ কাৰণে মই অধীৰভাৱে অপেক্ষা কৰি থাকোঁ। সমস্ত দিন যে কেৱল মই তোমাৰ কথাই ভাবোঁ সেইটো তুমি নাজানানে?

কস্তুৰে উত্তৰ দিলে, "তোমাৰ কথা শুনি ভালেই লাগিছে। মই গম পাইছোঁ যে মোৰ অবৰ্তমানে তুমি আকৌ স্কুললৈ উভতি যাবা। তেতিয়াতো তুমি পঢ়া লৈয়ে ব্যস্ত থাকিবা। এই পৰিবাৰৰ বহুতেই যে তোমাৰ ওপৰত ভৰসা কৰি আছে সেই কথাটো তুমি নাপাহৰিবা। তেওঁলোক সকলোৱেই তোমাৰ পঢ়া শেষ হোৱাৰ সময়লৈ বৈ আছে, যাতে পঢ়াৰ শেষত তুমি দেউতাৰাৰ দৰে চাকৰি কৰিব পাৰা।"

মোহনে উত্তৰ দিলে, "কথাটো মই জানো কস্তুৰ। দেউতাৰ দৰে ময়ো ঠাকুৰ চাহাবৰ দেৱান হ'ম বুলি তেওঁলোক সকলোৱেই আশা কৰি আছে। কিন্তু তোমাৰ কথা নভবাকৈ মই থাকিব নোৱাৰোঁ। তুমি গ'লেগৈ মোৰ ভুৱন শূন্য। প্ৰতিজ্ঞা কৰা যাতে যিমান পাৰা সোনকালেই তুমি আকৌ ঘূৰি আহিবা।"

কস্তুৰে হুমুনিয়াহ কাঢ়ি ক'লে, "সেইটো প্ৰতিজ্ঞা মই কৰিব পাৰোঁ। কিন্তু মই এইটো ভালকৈ জানো যে মোৰ উভতি অহাটো নিজৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ নকৰে। মই যিমান দিন পাৰোঁ তাত থকাটো দেউতা-মাই বিচাৰে। বিশেষকৈ মোৰ মাৰ এয়ে ইচ্ছা। মাৰ অভাৱ ময়ো বৰকৈ অনুভৱ কৰোঁ।

কস্তুৰক সস্নেহে আলিংগন কৰি দীঘলীয়া চুমা খাই মোহনে ক'লে, "সেইটো মই বুজিছোঁ। কিন্তু মোৰ অভাৱৰ কথাও তাত অলপ চিন্তা কৰিবা।

* * *

এই বিয়াৰ কাৰণে মোহনৰ এবছৰ স্কুল-ক্ষতি হ'ল। হিন্দু-বিবাহৰ নিয়ম-কানুন পালন কৰোঁতেই এই সময়খিনি পাৰ হৈ গ'ল। বিয়াৰ পিচত সংসাৰৰ অলপ দায়-দায়িত্বও সি মূৰ পাতি ল'ব লগা হ'ল। প্ৰকৃততে সি নতুন স্বামীৰ ভূমিকাত ঘৰতে থাকি যাবলৈকে উদ্‌গ্ৰীৱ আছিল।

পিচে কস্তুৰ দেউতাকৰ ঘৰলৈ যোৱাত পুনৰ সি স্কুললৈ উভতি যোৱাত একো বাধা নাথাকিল। সি ইয়াৰ কাৰণে নিজকে ভাগ্যৱান বুলি ভাবিলে; কিয়নো তাৰ মাজু ককায়েক কৰ্ষণ দাসে বিয়াৰ পিচত পঢ়া-শুনাৰ পিনে পিঠি দিলে।

সি স্কুললৈ উভতি যাওঁতে তাৰ ক্ষতি হোৱা বছৰটো পূৰণ কৰিবৰ কাৰণে শ্ৰেণী-শিক্ষকে তাক এশ্ৰেণী ওপৰত ভৰ্তি কৰিব বিচাৰিলে। প্ৰথম দিনাই তেওঁ মোহনক মাতি ক'লে, “মই তোমাক চতুৰ্থ শ্ৰেণীলৈ প্ৰমোচন দিব বিচাৰোঁ। তেতিয়া তোমাৰ পঢ়াৰ ক্ষতিপূৰণ হ'ব।”

মোহনে অলপ আপত্তিৰ সুৰত ক'লে, “কিন্তু ছাৰ, তৃতীয় শ্ৰেণীত মই মাথোঁ ছমাহ আছিলোঁ। চতুৰ্থ শ্ৰেণীৰ নতুন বিষয়বোৰ মই কেনেকৈ চম্ভালিম?”

শ্ৰেণী-শিক্ষকে উত্তৰ দিলে, “তুমি ঠিকেই চম্ভালিবা মোহন, তোমাৰ প্ৰতি মোৰ গভীৰ আস্থা আছে। তুমি পৰিশ্ৰমী ছাত্ৰ। শ্ৰেণীৰ পাঠতে হওক, জীৱন যুদ্ধত হওক, পৰিশ্ৰম আৰু অধ্যৱসায় থাকিলেই হ'ল। তোমাৰ এই দুটা গুণ প্ৰচুৰ পৰিমাণে আছে। মোৰ দৃঢ় বিশ্বাস যে তুমি যথাযথভাৱে এই গুণ প্ৰয়োগ কৰিবা।”

কিন্তু মোহনৰ উপলব্ধি হ'ল যে চতুৰ্থ শ্ৰেণীৰ পাঠ সঁচাই কঠিন। চতুৰ্থ শ্ৰেণীৰ পৰা শিক্ষাৰ মাধ্যম ইংৰাজী। মোহনৰতো ইংৰাজীৰ জ্ঞান তেতিয়া নিচেই কম। সি নিজকে বৰ অসহায়বোধ কৰিলে। আকৌ জ্যামিতি আছিল এটা নতুন বিষয়। সেইটো বিষয় তাৰ বৰ কঠিন যেন লাগিল, বিশেষকৈ ইউক্লিডৰ উপপাদ্য।

সি পিচে এইবোৰ বিষয় আয়ত্ত কৰিবলৈ খুব পৰিশ্ৰম কৰিব ধৰিলে। তাৰ চৰিত্ৰৰ গুণৰ কথা শিক্ষকে ভালদৰেই বুজি পাইছিল। পৰিশ্ৰম আৰু অধ্যৱসায়েৰে যদি কিবা আয়ত্ত কৰিব পৰা যায়, সেয়া মোহনে ঠিকেই কৰিব। লাগিলে যিমান সময়ৰে প্ৰয়োজন নহওক অথবা যিমানেই কষ্ট কৰিব লগা নহওক!

এই সময়তে আক' মোহন স্কুলৰ সংস্কৃত পণ্ডিত আৰু ফাৰ্চী মৌলবীৰ এক দ্বন্দ্বৰ মাজত সোমাই পৰিব লগা হ'ল।

ভাৰতত ব্ৰিটিছসকল আহি ক্ষমতা দখল কৰাৰ আগতে আমাৰ এই দেশ সাতশ বছৰৰো অধিক কাল মুছলমান শাসকৰ অধীনত আছিল। প্ৰথমে মুছলমানৰ অভিযান আৰম্ভ হওঁতে তেওঁলোকে স্থায়ীভাৱে বাস কৰাতকৈ লুটপাত কৰি সেই ধন-ভাণ্ডাৰ

লৈ আফগানিস্তান বা তুৰস্কলৈ ঘূৰি যোৱাতে বেছি আগ্ৰহী আছিল। তেওঁলোকে তেতিয়া এই দেশত চিৰস্থায়ীকৈ খোপনি পুতি ইছলামীয় সভ্যতাৰ বিস্তাৰ সাধন কৰাতকৈ তৰোৱালৰ দ্বাৰা হিন্দুসকলক ইছলাম ধৰ্মত দীক্ষিত কৰাত বেছি আগ্ৰহী আছিল।

মোগলসকল ভাৰতলৈ অহাৰ পিচতো ভাৰতৰ প্ৰথম মোগল সম্ৰাট বাবৰে এই দেশ দখল কৰি ধন-সম্পত্তিবোৰ তেওঁৰ তৎকালীন ৰাজধানী আফগানিস্তানলৈ লৈ যোৱাত আছিল অধিক তৎপৰ। কিন্তু তেওঁৰ নাতি আকবৰ যেতিয়া ভাৰত-সম্ৰাট হয়, ক'বলৈ গ'লে তেতিয়াৰ পৰাই ভাৰতত মোগল সাম্ৰাজ্য দৃঢ়ভাৱে প্ৰতিষ্ঠিত হ'ল। তেওঁৰ শাসনকালতে ইছলামীয় সভ্যতা আৰু সংস্কৃতিয়ে গৌৰৱৰ শীৰ্ষস্থান অধিকাৰ কৰিলে। আকবৰ বৰ উদাৰ মতাৱলম্বী আছিল আৰু হিন্দু-মুছলমান উভয়কে সমদৃষ্টিৰে চাইছিল। কিন্তু তেওঁৰ সন্তান জাহাংগীৰ ক্ষমতালৈ আহি সিমান ধৰ্মসহিষ্ণু নাছিল। তেওঁ পাৰস্য সভ্যতা আৰু সংস্কৃতিৰ প্ৰতি পক্ষপাতী আছিল আৰু ভাৰততো ইয়াৰ চালু কৰাৰ প্ৰয়াস কৰিছিল। তেওঁৰ দিনতে ফাৰ্চী ভাষা দৰবাৰী ভাষাস্বৰূপে চালু হয়, আৰু ই প্ৰায় সকলো চৰকাৰী কামৰ আৰু আইন-আদালতৰ ভাষাত পৰিণত হয়।

জাহাংগীৰৰ ল'ৰা ছাহজাহান যেতিয়া ক্ষমতালৈ আহিল, তেওঁ কেৱল পাৰস্য সভ্যতা আৰু সংস্কৃতিৰ প্ৰতি আকৃষ্ট হৈয়ে ক্ষান্ত ন'হল, তেওঁ এগৰাকী পাৰস্যৰ ৰাজকুমাৰী মমতাজক বিয়া কৰালে আৰু তেওঁৰ মৃত্যুত সোঁৱৰণীস্বৰূপে পৃথিৱীৰ ভিতৰতে প্ৰখ্যাত সমাধি-মন্দিৰ 'তাজমহল' ৰাজধানী চহৰ আগ্ৰাত নিৰ্মাণ কৰে। অতি সোনকালেই ফাৰ্চী ভাষা সমগ্ৰ মোগল সাম্ৰাজ্যৰ আইন-আদালতৰ ভাষাত পৰিণত হ'ল সম্পূৰ্ণৰূপে। সেই সময়ত আদালতত কোনো চাকৰি পাবলৈ আৰু বাদচাহ অথবা আমিৰ্ উমৰাহৰ অনুগ্ৰহ অৰ্জন কৰিবলৈ ফাৰ্চী ভাষা নিশ্চয় শিকিবই লাগিব।

ভাৰতত ব্ৰিটিছ্ ৰাজত্ব কায়েমৰ লগে লগে ফাৰ্চী ভাষাৰ গুৰুত্ব ভালেখিনি লোপ পালে; তথাপি ই নবাব আৰু স্থানীয় মুছলমান শাসকসকলৰ চৰকাৰী ভাষা আছিল। ঊনবিংশ শতিকাৰ শেষৰ ফালে ফাৰ্চী ভাষাৰ চাহিদা উত্তৰ আৰু পশ্চিম ভাৰতৰ স্কুলবিলাকত তেতিয়াও বিদ্যমান।

কিন্তু ব্ৰিটিছ প্ৰশাসনৰ প্ৰভাৱ বৃদ্ধি পোৱাৰ পিচত লাহে লাহে হিন্দু ভাৰতৰ প্ৰাচীন সংস্কৃত ভাষাই মূৰ দাঙি উঠিল। যদিও ই আছিল এটা মৃত ভাষা, কিয়নো এই ভাষাৰে তেতিয়া পৰস্পৰৰ মাজত কথা-বতৰা নহয়, তথাপি বহু টোল আৰু চতুষ্পাঠীত তেতিয়াও এই ভাষাৰ শিক্ষা দি থকা হৈছিল। বহুতো শিক্ষিত আৰু দেশপ্ৰেমী লোকে ভাবিছিল যে যদিহে দেশখনে আকৌ ইয়াৰ পূৰ্ব-গৌৰৱ ঘূৰাই আনিবলৈ আগ্ৰহী, তেনেহ'লে সংস্কৃত ভাষাত আবদ্ধ ভাৰতীয় সংস্কৃতিক পুনৰ্জীৱিত কৰিব লাগিব আৰু স্কুলৰ ল'ৰা-ছোৱালীহঁতক নতুনকৈ এই ভাষাৰ শিক্ষা দিব লাগিব।

মোহনে এই ফাৰ্চী আৰু সংস্কৃত ভাষাৰ গুণাগুণৰ বিতৰ্কৰ মাজত অযাচিতে সোমাই পৰিল। স্কুলৰ সহপাঠীসকলে তাক ফাৰ্চী শিকিবলৈ পৰামৰ্শ দিলে, কাৰণ এই ভাষাত পাছ কৰাটো অপেক্ষাকৃতভাৱে সহজ; আনফালে সংস্কৃত ভাষা আয়ত্ত কৰাটো অতি কঠিন। ফাৰ্চী মৌলবীৰ উৎসাহ পাই মোহনৰ মন সেইটো ভাষা শিকাৰ ফালেই ঢাল খালে।

সংস্কৃত ভাষাৰ শিক্ষক পণ্ডিত কৃষ্ণশংকৰ পাণ্ডেই যেতিয়া মোহনৰ এই সিদ্ধান্তৰ কথা গম পালে, তেতিয়া তেওঁ এদিন মোহনক নিজৰ অফিচলৈ মাতি নিলে।

"মোহন, এইয়া মই কি শুনিছোঁ! তুমি সংস্কৃত বাদ দি ফাৰ্চী ভাষা শিকিব বিচাৰিছা? তুমি এইটো কেনেকৈ পাহৰি গৈছা যে তুমি এক ধাৰ্মিক বৈষ্ণৱ পৰিয়ালৰ সন্তান আৰু তোমাৰ পিতা এজন পৰম বৈষ্ণৱ? তুমি কেনেকৈ এনে সিদ্ধান্ত ল'ব পাৰা?

থেৰোগেৰো কৰি মোহনে উত্তৰ দিলে, "কিন্তু ছাৰ, সকলোৱে কৈছে যে ফাৰ্চী ভাষাত পাছ কৰাটো সহজ।"

পণ্ডিত পাণ্ডেই তিৰস্কাৰৰ সুৰত ক'লে, "কিন্তু তুমিতো পৰীক্ষাত পাছ কৰিবৰ কাৰণেই এটা ভাষা নিশিকা। তদুপৰি তুমি যদি সংস্কৃত ভাষাই নিশিকা তেনেহ'লে হিন্দুসকলৰ আটাইতকৈ পৱিত্ৰ ধৰ্ম-গ্ৰন্থ 'শ্ৰীমদ্‌ভগ্‌বদ্‌গীতা' মূল ভাষাত কেনেকৈ পঢ়িবা? তুমি বুজি পোৱা নাইনে যে এই সংস্কৃত ভাষাৰ মাধ্যমেৰেই তুমি ভাৰতৰ পুৰণা সভ্যতা আৰু সংস্কৃতিৰ সৈতে পৰিচিত হ'বা?"

মোহনে অলপ প্ৰতিবাদৰ সুৰতে ক'লে, "কিন্তু ছাৰ, সংস্কৃত ব্যাকৰণ শিকা বৰ কঠিন।"

কৃষ্ণশংকৰ পাণ্ডেই তাক আশ্বাস দি ক'লে, "সংস্কৃত ব্যাকৰণ বুজাত টান পালে মোৰ ওচৰলৈ আহিবা। মই তোমাক মোৰ সাধ্যানুসাৰে সংস্কৃত শিকাম। তুমি এই ভাষা শিকাত যিমান আগুৱাবা, সিমানেই সংস্কৃত সাহিত্যৰ জ্ঞান-ভাণ্ডাৰ তোমাৰ সন্মুখত উন্মুক্ত হ'ব। তুমি এই ভাষাৰ মাধুৰ্য আৰু সৌন্দৰ্য হৃদয়ংগম কৰিবলৈ সক্ষম হ'বা। তুমি এতিয়াই নিৰাশ নহ'বা, মোৰ সংস্কৃতৰ শ্ৰেণীত যোগদান কৰা।"

মোহনে কৃষ্ণশংকৰ পাণ্ডেৰ উপদেশ মানি ল'লে আৰু সংস্কৃতৰ শ্ৰেণীতে যোগদান কৰিলে। অলপ দিনৰ ভিতৰতে সি সংস্কৃত সাহিত্যৰ সমৃদ্ধি আৰু সমুদ্ৰ-সদৃশ গভীৰতা দেখি বিস্মিত হ'ল। বিশেষকৈ সি বিখ্যাত সংস্কৃত কবি কালিদাসৰ কাব্যাংশ শুনি মুগ্ধ হ'ল। পণ্ডিত পাণ্ডেই শ্ৰেণীত মহাকবি কালিদাসৰ 'ৰঘুবংশ' মহাকাব্যৰ পৰা আবৃত্তি কৰি শুনাব ধৰিলে :

"দুৰাদয়শ্চক্ৰ নিভস্বতন্বী তমালতালিবনৰাজিনীলা
আভাতিবেলা লবণাম্বুৰাশের্ধাৰা নিবদ্ধেসুইব কলঙ্কৰেখা।"

শ্ৰী পাণ্ডেই গুজৰাটী ভাষাত ব্যাখ্যা কৰি ক'লে যে ৰামে যেতিয়া তেওঁৰ শত্ৰু ৰাৱনক পৰাজিত আৰু নিহত কৰি লংকাৰ পৰা তেওঁৰ প্ৰিয়া সীতাক উদ্ধাৰ কৰিলে, তেওঁলোকে তেতিয়া তেওঁলোকৰ ৰাজধানী অযোধ্যালৈ পুষ্পক ৰথত উঠি গ'ল আৰু পথৰ দৃশ্যাৱলী বৰ্ণনা কৰি ৰামে সীতাক ক'বলৈ ধৰিলে ঃ

"প্ৰিয়তমা, চোৱাচোন, তলত লৱণাক্ত সমুদ্ৰতীৰ এটি সৰু ৰেখাৰ দৰে দেখা গৈছে! চোৱা, সমুদ্ৰতীৰে তমাল আৰু তাল বৃক্ষৰে গভীৰ নীলা বৰ্ণ ধাৰণ কৰিছে। পুৱাৰ সময়ত এয়া অতি সুন্দৰ দৃশ্য! চোৱা, সমুদ্ৰৰ ঢৌৰ সন্মুখভাগ মামৰে ধৰা লৌহবলয়ৰ দৰে হৈছে! কি যে এক বিতোপন দৃশ্য!"

কিন্তু মোহনে তাৰ পাঠ্যপুথি 'মেঘদূতম্' পঢ়িবলৈ বৰ টান পালে, যদিও বিৰহী যক্ষই মেঘৰ মাধ্যমেৰে দূৰ দেশত থকা প্ৰিয়তমালৈ বাৰ্তা পঠোৱাৰ কাহিনী তাৰ অত্যন্ত ভাল লাগিল। সকলো বিৰহী স্বামীৰ দৰে তাৰো তেতিয়া স্ত্ৰী কস্তুৰৰ কথা মনত পৰিল। কস্তুৰক ততাতৈয়াকৈ ৰাজকোটলৈ উভতি আহিবৰ কাৰণে চিঠি লিখিবলৈ তাৰো তেতিয়া তীব্ৰ ইচ্ছা হ'ল। হায়! তাই যদিহে গুজৰাটী ভাষা লিখিব-পঢ়িব পাৰিলেহেঁতেন! সি অন্ততঃ এখন অন্তৰংগ চিঠি পঠাব পাৰিলেহেঁতেন! সেইখনেই হ'লহেঁতেন কস্তুৰৰ কাৰণে প্ৰথম প্ৰেম-পত্ৰ। মোহনে যেনেকৈ পঢ়াৰ মাজতো তাইৰ কথা চিন্তা কৰে, তায়ো বাৰু তেনেকৈ ভাবেনে? বিশেষকৈ নিশা যেতিয়া সি তাইৰ অভাৱ বৰ বেছিকৈ অনুভৱ কৰে, তেতিয়া?

## তৃতীয় অধ্যায়

# ছাত্ৰ জীৱন

মোহন তাৰ মাজু ককায়েক কৰ্ষণ দাসৰ লগত নলেগলে লগা বন্ধুৰ দৰে হৈছিল। কৰ্ষণৰ বয়স তাতকৈ তিনি বছৰ বেছি। এতিয়া কৰ্ষণ দাসৰ বন্ধু ছেখ্ মেহতাবে সিহঁতৰ লগত যোগ দিলে। সি পিচে কৰ্ষণ দাসতকৈও এবছৰৰ ডাঙৰ। সি ৰাজকোটৰ কাষৰ গণ্ডুক চহৰৰ জেইলাৰৰ ল'ৰা আৰু মোহনহঁতৰ ঘৰৰ ওচৰতে থাকে। সি আছিল এটা অসৎ প্ৰকৃতিৰ ল'ৰা আৰু মোহনৰ ওপৰত তাৰ প্ৰভাৱ আছিল অতি ক্ষতিকৰ। মোহনৰ পৰিয়ালে, বিশেষকৈ কস্তুৰে তাক মেহ্তাবৰ লগত মিলা-মিচা কৰিবলৈ হাক দিছিল। আনকি মোহনৰ মাকে তাৰ লগত খেলা-ধূলা কৰাত বাধা দিছিল।

কিন্তু মোহন আছিল আঁকোৰ-গোজ স্বভাৱৰ, সি মেহ্তাবক সৎ পথলৈ আনিবলৈ সংকল্প লৈছিল। মোহনে ভাবিছিল মেহ্তাব এটা বেয়া ল'ৰা সন্দেহ নাই, কিন্তু তাৰ দৃঢ় বিশ্বাস আছিল যে তাৰ প্ৰভাৱ আৰু পৰিচালনাত সি কালক্ৰমে শুদ্ধ পথলৈ আহিব। মোহনে মাকক বাৰে বাৰে জোৰ দি ক'লে, যাতে অলপ দিনৰ কাৰণে হ'লেও মেহতাবৰ লগত মিলামিচা কৰিবলৈ তাক অনুমতি দিয়ে। শেষত একান্ত অনিচ্ছা সত্ত্বেও মাক ৰাজী হ'ল। মোহনৰ চৰিত্ৰৰ প্ৰতি মাকৰো আছিল অগাধ বিশ্বাস।

মেহ্তাবৰ লগত মিলামিচা কৰাৰ ফলস্বৰূপে মোহনে লুকাই-চুৰকৈ পোন প্ৰথমবাৰৰ বাবে মাংসত মুখ দিলে, যিটো বস্তু বৈষ্ণৱ ধৰ্ম অনুসৰি একান্ত নিষিদ্ধ আছিল।

মেহ্তাবে তাক এদিন বুজাই ক'লে, "শুনা মোনিয়া, তুমি মাংস খাবই লাগিব। তোমালোক হিন্দুবোৰ দেহ-মনত ইমান দুৰ্বল হোৱাৰ এটা প্ৰধান কাৰণ হৈছে মাংস নোখোৱাতো। মোৰ ফালে চোৱাচোন, মই কিমান হৃষ্টপুষ্ট দেহৰ মুছলমান। মই তোমাতকৈ বেছি জোৰেৰে দৌৰিব পাৰোঁ আৰু স্কুলৰ ক্ৰিকেট টীমৰ এজন; আৰু তুমি নিজকে চোৱাচোন, দুৰ্বল আৰু ভীৰু ল'ৰা! সকলো সময়তে ভূত, চোৰ-ডকাইত আৰু সাপৰ ভয়ত কাতৰ! মই কিন্তু এটা জীয়া বিষাক্ত সাপ খালী হাতেৰে ধৰি ঘূৰাব পাৰোঁ আৰু ভূত-প্ৰেতলৈ মোৰ অকণো ভয় নাই। কোৱাচোন তুমি, ক'ৰ পৰা মই ইমান সাহস আৰু বল পাওঁ? তাৰ প্ৰধান কাৰণটোৱেই হ'ল মই নিয়মিতৰূপে মাংস খাওঁ। তদুপৰি মাংস খোৱা মানুহৰ খহু-খজুলি নহয়।

মোহনে প্ৰতিবাদ কৰিলে, "কিন্তু মাংস খোৱা ডাঙৰ পাপ। আমাৰ বৈষ্ণৱ ধৰ্মৰ ক্ষেত্ৰত ই ডাঙৰ অপৰাধ।"

মেহ্‌তাবে তাক বুজালে, "এইখিনিতে তুমি আকৌ এটা ডাঙৰ ভুল কৰিছা। তোমালোকৰ হিন্দু ধৰ্মৰ বহুতো লোকে লুকাই-চুৰকৈ মাংস খায়, আনকি মদ্যপানো কৰে। মই জানো যে এই ৰাজকোট চহৰৰ বহুতো প্ৰভাৱশালী ব্যক্তিয়ে মাংস খায়। আমাৰ বহুতো শ্ৰদ্ধেয় শিক্ষাগুৰুৱেও আনকি লুকাই-চুৰকৈ মাংস খায়।"

মোহনে তীব্ৰ প্ৰতিবাদ কৰিলে, "সেইটো নিতান্তই অসম্ভৱ কথা। কেনেকৈ তেওঁলোকে হিন্দু ধৰ্মৰ কথা কৈ ইয়াৰ বিধি-বিধান এইদৰে লংঘন কৰিব?"

মেহ্‌তাবে তাক ধমকি মাৰি ক'লে, "চকু মেলি চাবলৈ শিকা মোহন, এইটো নাপাহৰিবা যে মই কাৰাধ্যক্ষৰ ল'ৰা, মোৰ কাণলৈ বহুতো ভিতৰুৱা খবৰ আহে, যিবোৰ খবৰ আনে নাপায়। তদুপৰি তেওঁলোকে মাংস কিয় খায় তুমি গম ধৰিব পৰা নাই? কাৰণ, তেওঁলোক সকলোৱেই হ'ল দেশপ্ৰেমী। এইদৰেই শৰীৰ আৰু মন শক্তিমন্ত কৰি তেওঁলোকে এদিন ব্ৰিটিছসকলক ভাৰতৰ পৰা খেদাব।"

মোহন মনে মনে থাকিল। তাৰ তেতিয়া মনলৈ আহিছে গুজৰাটী কবি নৰ্মদাৰ। এই কবিতা ফাঁকি সি বহুবাৰ শুনিছে ঃ

"Behold the mighty Englishman.
He rules the Indian small,
Because being a meat eater
He is five cubits tall!"

মোহন এতিয়া মেহ্‌তাবৰ যুক্তিত প্ৰকৃততে প্ৰভাৱিত হ'ল। সি তেতিয়া বিশ্বাস কৰিলে যে মাংস খোৱাটো শৰীৰ আৰু দেশ উভয়ৰ পক্ষেই মংগল।

তাৰ দৃঢ় বিশ্বাস হ'ল যে মাংসই তাক শক্তিশালী আৰু সাহসী কৰিব। সি ভাবিলে যে সমস্ত দেশবাসীয়ে মাংস খাব ধৰিলে তেওঁলোক সক্তিশালী হৈ এদিন ব্ৰিটিছসকলক ভাৰতৰ পৰা খেদাই দিব পাৰিব।

তেতিয়া এই মাংস খোৱাৰ বাবে প্ৰথমে এটা দিন স্থিৰ কৰা হ'ল। মোহন, কৰ্ষণ দাস আৰু মেহতাবে অজি নদীৰ পাৰত এখন নিৰ্জন স্থান বাছি উলিয়ালে। মাংসৰ ব্যৱস্থা মেহ্‌তাবেই কৰিছিল। সি এটা টিফিন-কেৰিয়াৰত পাঠাৰ ৰন্ধা মাংস আৰু লগত খোৱাৰ কাৰণে ৰুটীৰ টুকুৰা লৈ আহিছিল। সকলো কামেই পৰিকল্পনা অনুসৰি আগবাঢ়িল।

মোহনৰ জীৱনত এয়াই প্ৰথম মাংসৰ স্বাদ। কিন্তু খোৱাৰ পিচত তাৰ জিভাত

কিবা এক তিতিকি ভাব বৈ গ'ল। মাংসখিনি ভালকৈ নিসিজাৰ কাৰণে সেইবোৰ ছালৰ নিচিনা টান আছিল।

মাংস খাই মোহনে অলপ অসুস্থ বোধ কৰিলে। তাৰ বমি বমি ভাব আহিল। মাংস খোৱাৰ পিচতে ঘৰলৈ গৈ নিজৰ কোঠাৰ দুৱাৰ বন্ধ কৰি সোমাই পৰিল। ৰাতিলৈ সি এটা দুঃস্বপ্ন দেখিলে; যেন এটা জীয়া পঠাই তাৰ পেটৰ ভিতৰত বে বে কৰি বেবাই আছে!

পিচৰ বাৰ কিন্তু মেহতাবে এক ভাল পৰিবেশত ভোজনৰ আয়োজন কৰিলে। সি স্থানীয় চৰকাৰী হলৰ প্ৰধান ৰান্ধনিজনৰ লগত বন্ধুত্ব কৰিলে। এই ৰান্ধনিৰ সাহায্যত সিহঁতৰ সৰু পাৰ্টিটো ডাইনিং হলত ব্যৱস্থা কৰিব পৰা গ'ল।

এইবাৰ কিন্তু মোহনৰ মাংস আৰু ৰুটী দুয়োটাই ভাল লাগিল আৰু তৃপ্তিৰে খোৱা শেষ কৰিলে। মাংস খোৱাটো যেতিয়া দেশপ্ৰেমৰ কাম, ইয়াক ততাতৈয়াকে কৰাই ভাল।

সেই ৰাতিও মোহনে ঘৰত একো খাব নোৱাৰিলে।

পুতলীবাঈয়ে মোহনক অলপ উদ্বেগৰে প্ৰশ্ন কৰিলে, "কি হ'ল মোহন, তুমি খোৱা নাই কিয়?"

মোহন অলপ বিমোৰত পৰিল। সি সঁচা কথা ক'ব নোৱাৰিলে। কাৰণ, সঁচা কথাটো শুনিলে পুতলীবাঈয়ে কিজানি অসুস্থ হৈ ভগ্নহৃদয়ে মৃত্যুক বৰণ কৰিব! সি মিছা ক'বও নিবিচাৰিলে। সেয়েহে সি প্ৰশ্নটোকে এৰাই যোৱাৰ চেষ্টা চলালে। সি ক'লে, "মোৰ শৰীৰটো ভাল নহয়, খোৱাৰ ইচ্ছাই নাইকিয়া হৈছে।"

পুতলীবাঈয়ে ক'লে, "তেনেহ'লে এতিয়া একো খাব নালাগে। অলপ অনাহাৰে থাকিলে ভোক দুনাই ঘূৰি আহিব। মোলৈকে নোচোৱা কিয়, প্ৰায়েই নোখোৱাকৈ থাকি মই ভালেই আছোঁ।"

কথা শুনি মোহনে অকণমান হাঁহিলে। ঘৰখনৰ সকলোৱেই পুতলীবাঈৰ অনাহাৰৰ ক্ষমতাৰ কথা জানে! মোহনে মনে মনে ভাবিলে, ময়ো মাৰ এই অনাহাৰে থকাৰ মানসিক শক্তি আয়ত্ত কৰিব পৰাহেঁতেন কিমান ভাল আছিল!

সিহঁতৰ চৰকাৰী ষ্টেট্-হাউছত খোৱাৰ সেই সুযোগ পিচে সোনকালেই বন্ধ হ'ল। প্ৰধান ৰান্ধনিক যিমানেই তোষণ নকৰক, কেইটামান ল'ৰাৰ গোপন মিলনৰ কাৰণে এই গৃহ খোলা পোৱাটো সম্ভৱ নহয়। তাতোকৈ ডাঙৰ কথা, মাংস কিনা আৰু ৰন্ধা-বঢ়াৰ কাৰণে প্ৰয়োজনীয় অৰ্থৰ নিয়মীয়া যোগান ধৰাতো সিহঁতৰ কাৰণে সম্ভৱ নাছিল। মোহনৰ নিজাকৈ কোনো ধন নাছিল। মাজু দাদাক কৰ্ষণ দাসৰ অৱস্থা তথৈবচ। কেৱল মাত্ৰ মেহ্‌তাবে ক'ৰবাৰ পৰা এই টকা কেতিয়াবা যোগাৰ কৰিব পাৰে।

কেনেকৈনো সি এই টকা সংগ্ৰহ কৰে মোহনৰ একো ধাৰণা নাছিল, সি জানিবলৈ আগ্ৰহো কৰা নাছিল।

সেয়েহে সময়ত সিহঁতৰ এই মাংস খোৱাৰ পৰীক্ষা অৰ্থৰ অভাৱতে বন্ধ হৈ গ'ল। অৱশ্যে সিহঁতে নিজকে এইবুলি সান্ত্বনা দিলে যে যদিও মাংস ভক্ষণ দেশৰ কল্যাণৰ কাৰণে অপৰিহাৰ্য, সিহঁতে সেই সুবিধা সাবালক হোৱাৰ পিচত দেধাৰ পাব। তেতিয়াতো সিহঁত নিজেই নিজৰ প্ৰভু, কোনেও সিহঁতক তেতিয়া বাধা আৰোপ কৰিব নোৱাৰিব। তেতিয়া সিহঁতে প্ৰতিদিনে যিমান খুচি মাংস খাব।

সেই সময়তে মোহনে তাৰ এজন দূৰ সম্পৰ্কীয় আত্মীয়ৰ লগত ধূমপান কৰিবলৈকো আৰম্ভ কৰিলে। কিন্তু চিগাৰেট খাবলৈকোতো ধন-পইছা লাগে। সিহঁতৰতো অৰ্থোপাৰ্জনৰ ব্যৱস্থা নাই। মোহনৰ খুৰাকে অৱশ্যে ধূমপান কৰিছিল। তেওঁ ৰাজকোর্টলৈ আহিলে তেওঁ খাই পেলোৱা চিগাৰেটৰ শেষ অংশৰ টুকুৰাবোৰ সংগ্ৰহ কৰে আৰু তাৰেই সিহঁতে দুই-এটা সুখকৰ হোঁপা মাৰে। সিহঁতে যে চিগাৰেট্ খাবলৈ খুব ভাল পায়, এনে নহয়, অৱশ্যে ইয়াৰ গন্ধত সিহঁত মোহিত। মুখৰ পৰা ধোঁৱাৰ কুণ্ডলী উলিঁওৱাতো সিহঁতৰ আনন্দ।

নিম্ন সম্প্ৰদায়ৰ মাজত প্ৰচলিত বিড়ি খোৱাৰ কথা মোহনৰ আত্মীয়জনে উনুকিয়ালে। সিহঁতে দুই-এটা বিড়িও হুপি চালে, পিচে বৰ চোকা পালে। চিগাৰেটৰ দৰে কোমলো নহয়। আনন্দ নালাগিল। সিহঁতে বিশেষ এক গছৰ পাততো ধঁপাত ভৰাই হুপি চালে। পিচে এইবোৰ চিগাৰেটৰ দৰে নহয়। কেইদিনমান পিচত সিহঁত ধূমপানৰ প্ৰয়াসৰ পৰা নিবৃত্ত হ'ল।

এইবোৰ বেয়া অভ্যাস বজাই ৰাখিবলৈ পইছাৰ দৰ্কাৰ হোৱাত মোহনে ঘৰৰ পইছা চুৰ কৰিবলৈ আৰম্ভ কৰিলে। আটাইতকৈ সহজ উপায়টো হ'ল ঘৰৰ ভৃত্যৰ পইছা চুৰি কৰা। তাৰ গাৰুৰ তলত অলপ পইছা জমা কৰি ৰাখে।

সি বজাৰ কৰিবলৈ ঘৰৰ বাহিৰ হোৱা সময়টোৱেই তাৰ পৰা ধন চুৰি কৰাৰ উত্তম সময়। ভৃত্য বজাৰলৈ ওলাই যোৱাৰ লগে লগে মোহন তাৰ বিছনাৰ ওচৰ চাপে আৰু বিছনাৰ তলৰ পৰা সকলোৰে দৃষ্টিত নপৰাকৈ পইছা চুৰ কৰে। সাধাৰণতে দু-অনা, এক-অনাতকৈ বেছি চুৰ নকৰে, নহ'লে ভৃত্যই পইছা হেৰোৱা কথাটো গম পাই যাব। একনা-দুঅনা হেৰালে সি মন নকৰিব। কেনেবাকৈ হেৰোৱা কথাটো মনলৈ আহিলেও ক'ৰবাত ভুল কৰিছে বুলি ভাবিব। দুই-এবাৰ মোহনে আনকি মৰসাহ কৰি ঘৰৰ পুৰণা পৰিচাৰিকা ৰম্ভাৰ বিছনাখনো খুঁচৰি চাইছিল। পিচে সি একোকে নেপালে। তাত পইছা নথকাই স্বাভাৱিক। পুৰণা পৰিচাৰিকা হিচাপে তাই ভৰণ-পোষণহে পায়। তাই এতিয়া পৰিয়ালৰে এজন— সেয়েহে তাইৰ পইছাৰ কি প্ৰয়োজন?

সেই সময়ত মোহন আকৌ এজন নাস্তিকত পৰিণত হ'ল। সিহঁতৰ বৈষ্ণৱ মন্দিৰৰ আড়ম্বৰ আৰু কাঁহৰ ঘণ্টা বজাই বিষ্ণু পূজা কৰাটো সি মুঠেই পছন্দ নকৰে। ইমান হৈ-চৈ কৰি ঈশ্বৰ-উপাসনা কৰা পদ্ধতিটো সি সমৰ্থন নকৰে। তদুপৰি, ঈশ্বৰ আছেনে নাই তাৰেইবা প্ৰমাণ কি?

সি এদিন তাৰ মাকৰ লগত বিষয়টো লৈ তৰ্ক কৰাত লাগিল। অৱশ্যে দেউতাকৰ লগত তৰ্ক কৰিবলৈ সি সাহস নকৰিলে, কাৰণ দেউতাক সেই সময়ত অসুস্থ।

মোহনে ক'লে, "মই বিশ্বাস কৰিব নোৱাৰোঁ যে বিষ্ণুৱে ইমান আড়ম্বৰেৰে গোলক ধামত বাস কৰে।"

পুতলীবাঈয়ে প্ৰতিবাদ কৰি ক'লে, "কথাবোৰ তেনেকৈ নক'বা মোনিয়া। বিষ্ণু সৰ্বত্ৰ বিৰাজমান। তেওঁ জল, স্থল, স্বৰ্গ, মৰ্ত্য সকলো ঠাইতে আছে। তুমি ভক্ত প্ৰহ্লাদৰ কাহিনী শুনা নাই জানো? প্ৰহ্লাদে মনে-প্ৰাণে বিশ্বাস কৰিছিল যে ভগৱান বিষ্ণু সকলো ঠাইতে বিদ্যমান। তেওঁৰ এই কথাৰ প্ৰমাণ চাবলৈ যেতিয়া তেওঁৰ দেউতাক হিৰণ্যকশিপুই এটা অট্টালিকাৰ স্তম্ভত পদাঘাত কৰে, তেতিয়া ভগৱান বিষ্ণুৱে স্তম্ভৰ পৰা নৰসিংহৰূপে ওলাই আহি হিৰণ্যকশিপুক সংহাৰ কৰে।"

মোহনে হাঁহি মাকৰ কথাত কোনো গুৰুত্ব নিদি ক'লে, "সেইবোৰ গাঁজাখুৰী গল্প, মা। ঈশ্বৰে কেনেকৈ সিংহ হৈ তাক মাৰিব পাৰে?"

পুতলীবাঈয়ে বিস্ময়াভিভূত হৈ ক'লে, "মোনিয়া, মই মোৰ কাণকে বিশ্বাস কৰিব পৰা নাই। ল'ৰালিত ভগৱানৰ প্ৰতি অচলা ভক্তি থকা তুমি যে এইবোৰ কথা কৈছা, ভগৱান নাই বুলি তৰ্ক কৰিছা? ভগৱানে যে তেওঁৰ শত্ৰু নিধন কৰিবলৈ যি কোনো ৰূপ বা মূৰ্তি ধাৰণ কৰিব পাৰে সেয়া কি তুমি নাজানা? ভগৱান কৃষ্ণই এই কাৰণেতো কৈছে যে পৃথিৱীত ধৰ্মৰাজ্য স্থাপন কৰিবলৈ তেওঁ বাৰে বাৰে আবিৰ্ভূত হ'ব! আন সকলো হিন্দু নৰ-নাৰীৰ দৰে পুতলীবাঈৰো গীতাৰ এই স্তোত্ৰ মুখস্থ আছিল।

মোহনে ক'লে, "কৃষ্ণৰ কথা তুমি কৈছা যেতিয়া কওঁ যে তেওঁনো কেনেকৈ ঈশ্বৰ হ'ব, যিজনে প্ৰতিবেশীৰ ঘৰৰ পৰা মাখন চুৰ কৰি খাইছিল? অথবা যিজনৰ ষোড়শ গোপিনী আছিল?

পুতলীবাঈয়ে ব্যথিত সুৰত ক'লে, "সেই আটাইবোৰেই তেৰাৰ লীলা-খেলা। তুমি এইটো জানিব লাগিব যে আমি সাধাৰণ লোকে তেৰাৰ লীলাৰ মৰ্ম বুজি নাপাওঁ। আমি মাথোঁ এইটোৱেই জানো যে মৰ্ত্যত তেওঁ অৱতাৰৰূপে আবিৰ্ভূত হৈছিল। আমি যদি তেওঁক নিতৌ উপাসনা কৰোঁ আমি জনমে জনমে এই জন্ম-মৃত্যুৰ হাত সাৰি স্বৰ্গবাসী হ'ম।"

মাকৰ এইবোৰ কথা মোহনে প্ৰত্যয়যোগ্য বুলি নাভাবিলে। সি সেই সময়ত ৰাম বা কৃষ্ণৰ অৱতাৰ-তত্ত্বত বিশ্বাস নকৰিছিল। সি যেতিয়া এই বিষয়ে বন্ধু মেহতাবৰ লগত আলোচনা কৰিলে, তেতিয়া মেহতাবে লগে লগেই তাৰ যুক্তিৰ সমৰ্থন কৰিলে।

"চোৱা মোনিয়া, আমি মুছলমান, আমি মাথোঁ আল্লাক বিশ্বাস কৰোঁ, তোমালোকৰ দৰে হাজাৰ হাজাৰ দেৱ-দেৱীক নহয়। তাৰ অৰ্থ এয়ে নেকি যে মৃত্যু হ'লে আমি স্বৰ্গলৈ নাযাম? আমি যদি আমাৰ ধৰ্ম অনুসৰি চলো আৰু পৱিত্ৰ কোৰাণৰ সকলো কথা মানি চলোঁ, তেতিয়া আমি কেৱল স্বৰ্গলৈকে নাযাম, লগতে স্বৰ্গত আমাক হাজাৰ হাজাৰ অপূৰ্ব সুন্দৰী পৰীয়ে আমাৰ ইচ্ছানুসৰি সেৱা কৰিব। তোমালোকৰ হিন্দু ধৰ্মৰ দৰে আমি বাৰে বাৰে জন্ম ল'ম কিয়?"

মেহ্‌তাবৰ যুক্তিৰ বিৰুদ্ধে মোহনে কোনো জবাব বিচাৰি নাপালে। সি ভাবিলে ঈশ্বৰৰ অস্তিত্ব এক ফাঁকি, হিন্দু পুৰোহিতসকলে যিটো নিজৰ স্বাৰ্থত জনসাধাৰণৰ কাণত সুমুৱাই দিছে। এইবোৰ কথাত সি কেতিয়াও ভোল নাযায় বুলি ঠিক কৰিলে।

মাকৰ লগত আন এটা কথাতো মোহনৰ তৰ্কাতৰ্কি হ'ল। সেইটো হ'ল সিহঁতৰ ঘৰৰ মেতৰ উকাক লৈ। উকাই সিহঁতৰ ঘৰৰ পায়খানা পৰিষ্কাৰ কৰে। সেই সময়ত উচ্চ বৰ্ণৰ হিন্দু সমাজৰ প্ৰচলিত নিয়ম অনুসৰি মেতৰ আদি অস্পৃশ্য সম্প্ৰদায়ৰ কোনো লোকক চুলে গা ধুব লাগে।

এদিন উকাক মোহনে কিবা কথাত চুলে। ঘটনাটো পুতলীবাঈৰ দৃষ্টিত পৰিল। তেওঁ মোহনক আকৌ এবাৰ গা ধুবলৈ নিৰ্দেশ দিলে।

মোহনে প্ৰতিবাদ কৰি ক'লে, "উকাক চুলে আকৌ কিয় গা ধুব লাগে, মা? সিয়োতো আমাৰ দৰেই মানুহ। প্ৰভেদটো একো নাই।"

পুতলীবাঈয়ে ধীৰ কণ্ঠে উত্তৰ দিলে, "সিহঁতে গোটেই দিন লেতেৰা কাম কৰে। সেয়েহে সিহঁতক চুলে আমি গা ধুই পৰিষ্কাৰ হ'ব লাগে।"

"কিন্তু আমাৰ হিন্দু শাস্ত্ৰততো লিখা নাই যে তথাকথিত অস্পৃশ্যসকলক চুলে গা ধুব লাগে"—মোহনে প্ৰতিবাদ কৰি ক'লে। ৰামায়ণতে আছে যে ৰাম-লক্ষ্মণ-সীতা বনলৈ যাওঁতে এজন চণ্ডালে তেওঁলোকক গংগা পাৰ কৰি দিছিল। তেতিয়াতো ৰামে চণ্ডালজনৰ নাৱত বহিবলৈ আপত্তি কৰা নাছিল।"

পুতলীবাঈয়ে এইবাৰ গম্ভীৰভাৱে ক'লে, "মই সেইবোৰ বুজি নাপাওঁ মোনিয়া, মই যি জানো কৈছোঁ আৰু তাকে এই সংসাৰত মানি চলিব লাগিব। অৱশ্যে তোমাৰ যদি আকৌ স্নান কৰাত আপত্তি আছে, তেনেহ'লে বাহিৰলৈ গৈ এজন মুছলমানক চুই আহিব পাৰা। এই সম্প্ৰদায়ক চোৱাও আমাৰ শাস্ত্ৰত বাৰণ। এজন অস্পৃশ্যক পিচত চুলে আনজনক ছোৱাৰ দোষ নাইকিয়া হ'ব।

এই যুক্তি শুনি মোহনৰ হাঁহি উঠিল। কিন্তু সি আৰু মাকৰ লগত নতুনকৈ তৰ্ক নকৰিলে। বাধ্য ল'ৰাৰ দৰে বাহিৰলৈ গৈ ৰাস্তাত উজুটি খোৱাৰ ভাও জুৰি এজন ফেজ্ টুপী পিন্ধা মুছলমান লোকক চুই দিলে।

*        *        *

দিন যিমানে আগবাঢ়িল মোহনো সিমানেই মেহ্‌তাবৰ অসৎ প্ৰভাৱৰ অধীনলৈ গ'ল। সি, মেহ্‌তাব আৰু সিহঁতৰ স্কুলৰ এজন শিক্ষকৰ ভায়েক এতিয়া অতিশয় অন্তৰংগ বন্ধু। আবেলি স্কুল ছুটীৰ পিচত সিহঁতে নিজ নিজ ঘৰলৈ গৈ কিবা অলপ খাই ওলাই আহি চহৰখনৰ ৰাস্তা-ঘাটৰ পৰিক্ৰমণত ব্যস্ত হয়। সিহঁতে নিজৰ ভিতৰতে সামান্য কিবা একোটা বিষয়ৰ ওপৰত অনবৰতে আলোচনাও কৰে।

মোহনক বেশ্যালয়লৈ পঠিওৱাৰ এক চিন্তাও মেহ্‌তাবৰ মূৰত উদয় হ'ল।

মেহ্‌তাবে মোহনক এদিন ক'লে, "মোনিয়া, তোমাৰ ঘৈণী হৈছে নাবালিকা। কিন্তু তোমালোক মানুহ হ'বলৈ প্ৰকৃততে তুমি এজনী সাবালিকা ছোৱালীৰ লগত সহবাস কৰিব লাগিব বয়সীয়া মানুহৰ দৰে। সেইজনী ছোৱালীয়ে তোমাক প্ৰকৃত ভালপোৱাৰ আদব-কায়দা শিকাই দিব।"

মোহনে নিৰ্দোষভাৱে প্ৰশ্ন কৰিলে, "কিন্তু মই তেনেকুৱা মহিলা ক'ত পাম?"

মেহ্‌তাবে অলপ হাঁহি উত্তৰ দিলে, "সেই ব্যৱস্থা মই কৰিম। তুমি মাথোঁ এই চহৰৰ এখন বেশ্যালয়লৈ যাবা। তাত এজনী মহিলা আছে, যি তোমাৰ সমস্ত দায়িত্ব ল'ব।

মোহনে আপত্তিৰ সুৰত ক'লে, "বেশ্যালয়লৈ যাব লাগিব মেহ্‌তাব? ভদ্ৰলোকৰ ল'ৰা হৈ বেশ্যালয়লৈ মই কেনেকৈ যাম?

মেহ্‌তাবে তাক ধমকি মাৰি ক'লে, "মোনিয়া, মূৰ্খৰ দৰে কথা নক'বা। তোমালোকৰ তথাকথিত ভদ্ৰলোকহঁতৰ বহুতেই তালৈ লুকাই লুকাই যায়। তদুপৰি আৰুনো ক'ত সাবালিকা ছোৱালী পাবা, যি তোমাক কামকলা শিকাব?

মোহনে আপত্তি কৰি ক'লে, "কিন্তু টকা পাম ক'ত? মোৰ হাততো তালৈ যাবলৈ পইছা নাই।"

মেহ্‌তাবে হাঁহি উত্তৰ দিলে, "সেইটো কিবা মই নাজানোনে? যি নহওক, পইছাৰ বিষয়ে তুমি চিন্তা কৰিব নেলাগে, সেই ব্যৱস্থা মই কৰিম। খোদাই জানে তোমাৰ লগত বন্ধুত্বৰ কাৰণে মই কিমান খেচাৰত ভৰিব লাগিব! মেহ্‌তাবে হুমুনিয়াহ কাঢ়ি ক'লে, "কিন্তু তুমি নিশ্চিতভাৱে কালিলৈ সন্ধিয়া ছয় বজাৰ সময়ত বজাৰৰ গৰু-

ম'হবোৰ ৰখা ঠাইডোখৰৰ কাষত, চুকলৈ থকা ঘৰটোত উপস্থিত থাকিবা, তাতে এগৰাকী মহিলাই তোমাৰ কাৰণে অপেক্ষা কৰিব।"

ভাৰতৰ প্ৰায় সকলো চহৰতে বেশ্যালয়বোৰ বজাৰ এলেকাত অৱস্থিত। ৰাজকোটতো ইয়াৰ ব্যতিক্ৰম ঘটা নাই। পিচে সন্ধিয়া বজাৰৰ এটা গলিৰ মাজত সেই ঘৰটো বিচাৰি উলিয়াওঁতে মোহনৰ প্ৰথমে অলপ অসুবিধা হৈছিল, কিয়নো চহৰৰ সেই এলেকাটোৰ লগত সি একেবাৰেই পৰিচিত নহয়। গৰু-ম'হ ৰখা খাটালখনেই তাক ঠাইখন চিনাত সহায় কৰিলে।

মোহন সেইখিনি পাওঁতে সন্ধ্যা গাঢ় হৈ আহিছিল। ঘৰটো খুব পুৰণি আৰু ভগা-ছিগা।

সি তেতিয়া কঁপিবলৈ আৰম্ভ কৰিছে। পৰিচিত কোনোবাই তাক ইয়াত দেখিলে আজিয়েই হ'ব পিতৃ-গৃহত তাৰ শেষ অৱস্থান। দেউতাকে তাৰ সকলো অপৰাধ ক্ষমা কৰিলেও এই অপৰাধ কেতিয়াও বৰদাস্ত নকৰে। তেওঁ নিশ্চয় মোহনক ঘৰৰ পৰা বাহিৰ কৰি দিব। কস্তুৰে গম পালে আৰু কোনোদিনেই তাই দেউতাকৰ ঘৰৰ পৰা ঘূৰি নাহে।

মোহনে ভাবিলে সি উভতি যায়। কিন্তু ইয়াত তাক এজনী সাবালিকা ছোৱালীয়ে প্ৰেমৰ সকলো ছলনা নিশিকাব জানো?

সি যেতিয়া অন্তৰত অলপ সাহস গোটাব পাৰিলে, তেতিয়া দুৱাৰৰ মামৰে ধৰা অৰ্গলডাল লাহে লাহে লৰাই দিলে। ভিতৰৰ পৰা এজনী মহিলাৰ কৰ্কশ কণ্ঠ শুনা গ'ল, "সেয়া কোন?"

মোহনে কম্পিত স্বৰে উত্তৰ দিলে, "মই মেহ্‌তাবৰ বন্ধু।"

মহিলাই আকৌ ক'লে, "তেনেহ'লে বাহিৰত থিয় দি আছা কিয়? ভিতৰলৈ সোমাই আহা।

মোহন ঘৰৰ ভিতৰলৈ সোমাই এখন লেতেৰা চোতালত থিয় দিলে। বাওঁফালে ছিৰিৰ ওপৰত এখন বাৰাণ্ডা আৰু তাতে এখন চাৰপাইত এজনী আদহীয়া মহিলাই পাণ চোবাই আছে আৰু মাজে মাজে কাষৰ দেৱালত পিক্ পেলাইছে।

মোহনক দেখা পাই মহিলাই ক'লে, "যোৱা, সেই কোঠাটোৰ ভিতৰলৈ সোমাই যোৱা"। তাই আকৌ চিঞৰিলে, উষা, ওলাই আহা, তোমাৰ মক্কেল আহি গৈছে।"

অলপ পিচতে এজনী ছাব্বিছ-সাতাইছ বছৰীয়া ছোৱালী কাষৰ কোঠাটোৰ পৰা ওলাই আহিল। তাইৰ গাত এখন লেতেৰা শাৰী আৰু মুখত এমোকোৰা পাণ।

আদহীয়া মহিলাই মোহনৰ ফালে আঙুলিয়াই তাইক আকৌ ক'লে, "এওঁৱেই তোমাৰ মক্কেল"।

উষাই মোহনক নিজৰ কোঠালৈ নি দুৱাৰ বন্ধ কৰি দিলে। মোহনৰ চকুত পৰিল

যে কোঠাটোত এখন তক্তাপোচত পৰা বিছনা আছে আৰু একোণত এটা কেৰাচিনৰ চাকি ধোঁৱাই ধোঁৱাই টিমিকি টিমিকি জ্বলি আছে।

ছোৱালীজনীয়ে অলপ হাঁহি সুধিলে, "নিশ্চয় তুমি প্ৰথম বাৰৰ কাৰণে আহিছা?"

মোহনে মূৰ লৰাই উত্তৰ দিলে, "এৰা!"

ছোৱালীজনীয়ে মোহনক ধমক্ মাৰি ক'লে, "তেনেহ'লে আকৌ বন্দৰাৰ দৰে থিয় দি আছা কিয়? কাপোৰ-কানি খুলি পেলোৱা।"

মোহনে অলপ ভয়ে ভয়ে ক'লে, "পিচত খুলিলে নহয়নে?"

"কি অপদাৰ্থহে তুমি? তুমি কি বিচৰা?"

"নহয়, মই মানে ভাবিছিলোঁ প্ৰথমে অলপ কথা-বতৰা হ'ম, তাৰ পিচত..."

"তোমাৰ লগত বেফায়দাই কথা ক'বলৈ মোৰ সময় নাই। অলপ পিচতে আৰু এটা মক্কেল আহিব। কথা ক'ব নেলাগে, কাপোৰ খোলা।"

"ঠিক আছে।" এই বুলি কৈ মোহনে অনিচ্ছাসত্ত্বেও কাপোৰ-কানি খুলিবলৈ আৰম্ভ কৰিলে।

কিন্তু সি যেতিয়া সম্পূৰ্ণ নগ্ন হ'ল, তেতিয়া দেখা পোৱা গ'ল যে তাৰ পুৰুষাংগ উত্থিত অৱস্থাত নাই।

ছোৱালীজনীয়ে মোহনৰ এই অৱস্থা দেখি হাঁহিব ধৰিলে। তাৰ পিচত তাই চিঞৰি চিঞৰি বাইজনীক মাতিলে, "মাইজী, অলপমান আহাচোন।"

বাই ততাতৈয়াকৈ আহিল। উষাই হাঁহি হাঁহি মোহনক দেখুৱাই ক'লে, "সেইফালে চোৱা। এনে অৱস্থাত আমাৰ কেনেকৈ যৌন-সংগম হ'ব।"

এইবাৰ বাইৰ হাঁহিয়ে বিকট আকাৰ ধাৰণ কৰিলে। দুৱাৰৰ ফাললৈ আঙুলিৰে নিৰ্দেশ দি তাই মোহনক ক'লে, "তুমি এতিয়াও বালক, পূৰা মানুহ হোৱাই নাই। ততাতৈয়াকৈ কাপোৰ-কানি পিন্ধি ইয়াৰ পৰা যোৱা। যেতিয়া সাবালক হ'বা, আহিবা, তাৰ আগতে নহয়।"

কাপোৰ-কানি পিন্ধি, ক'বলৈ গ'লে প্ৰায় দৌৰিয়েই, মোহন তাৰ পৰা ওলাই গ'ল। পিচফালৰ পৰা অহা মানুহ দুজনীৰ অশ্ৰাব্য গালি-শপনি আৰু বিদ্ৰূপাত্মক হাঁহি তাৰ অসহ্য লাগিছিল। আঁঠু দুটা কঁপিব ধৰাত কাষৰ দেৱালত ভেজা দি থাকি সি কোনোমতেহে নিজকে চম্ভালিলে।

সেই সময়ত মোহনে ভাবিলে যে যিজন ঈশ্বৰৰ অস্তিত্বলৈ কেইদিনমান আগতে মাকৰ লগত তৰ্ক কৰিছিল, প্ৰকৃততে সেইজন ঈশ্বৰেহে সেইদিনা তাক এক কঠিন বিপদৰ পৰা ৰক্ষা কৰিলে। সিতো কেৱল পিতৃ-মাতৃৰ বিশ্বাসেই হেৰুৱালেহেঁতেন এনে

নহয়, সি নিজৰ পত্নীৰ আগত যি বিশ্বস্ততাৰ প্ৰতিজ্ঞা কৰিছিল, তাকো ভংগ কৰিলেহেঁতেন।

অতি সোনকালেই মোহনৰ এই দলীয় জীৱন-ধাৰণ অসহ্য লাগিল। পিতৃ-মাতৃৰ ইমান অনুশাসন, চিগাৰেট অথবা মাংস কিনাৰ বাবে ধনৰ অভাৱ— সকলোবোৰেই সিহঁতৰ জীৱন বিষময় কৰি তুলিলে।

এদিন মোহন, তাৰ মাজু দাদাক কৰ্ষণ দাস আৰু সিহঁতৰ দূৰ-সম্পৰ্কীয় আত্মীয়জন লগ হৈ আত্মহননৰ সংকল্প ল'লে। সিহঁতে তিনিওজনে তেতিয়া চুক্তি কৰিলে যে ধঁতুৰাৰ গুটি খাই সিহঁতে আত্মহত্যা কৰিব। এই কামৰ কাৰণেই সিহঁতে কেদাৰজীৰ মন্দিৰলৈ গৈ ভগৱানৰ নামত শপত খালে আৰু তেৰাৰ আৰ্শীবাদৰ কাৰণে এটি প্ৰদীপ জ্বলালে। তাৰ পিচত মন্দিৰৰ পিচফালে থকা জংঘললৈ সোমাই জেপত অনা ধঁতুৰাৰ গুটিবোৰ উলিয়াই দুই-এটাকৈ চোবাবলৈ ধৰিলে।

কিন্তু সিহঁতৰ সংগী সেই দূৰসম্পৰ্কীয় আত্মীয়জনে ক'লে যে দুই-এটাকৈ ধঁতুৰাৰ গুটি খালে কোনো কামত নাহে। মৰিবলৈ হ'লে একেলগে বহুতো ধঁতুৰাৰ গুটি খাব লাগিব। এই মৃত্যুও বৰ বীভৎস। সিহঁতৰ দেহা আৰু অংগ-প্ৰত্যংগবোৰ কঁপিবলৈ ধৰিব আৰু শৰীৰ লাহে লাহে নীলা হৈ যাব।

সকলো শুনি মোহন আৰু কৰ্ষণ দাসৰ সাহস নাইকিয়া হ'ল। সিহঁতে ভাবিলে ইমান কষ্ট খাই মৰাতকৈ আৰু কিছুদিন পিতৃ-মাতৃৰ শাসনৰ অধীনত থকাই শ্ৰেয়। তদুপৰি, সিহঁততো এদিন সাবালক হ'ব আৰু ধন-পইছাও সিহঁতৰ প্ৰচুৰ হ'ব। তেতিয়া যিমান খুচি মাংস খাবও পাৰিব, ধূমপানো কৰিব পাৰিব। কোনেওতো তেতিয়া হকা-বাধা কৰিব নোৱাৰিব।

* * *

মোহনৰ ল'ৰালিৰ জীৱনত পৰা মেহতাবৰ কু প্ৰভাৱ ক'বলৈ গ'লে তেতিয়াই শেষ হ'ল যেতিয়া সিহঁতে এটা আটাইতকৈ গৰ্হিত কাম কৰিলে। সিহঁতৰ তেতিয়া পঁচিছ টকা মানৰ এটা ধাৰ লাগিছিল। মোহনে তেতিয়া মাজুদাদাক কৰ্ষণ দাসৰ সোণৰ তাবিজৰ পৰা অলপমান সোণ কাটি নি তাৰে সিহঁতৰ ধাৰ পৰিশোধ কৰাৰ মনস্থ কৰিলে। সেই তাবিজটো চহৰৰ সোণাৰিৰ ওচৰলৈ নিয়াত তেওঁ তাৰ পৰা অলপ সোণ কাটি লৈ তাক পঁচিছ টকা দিলে। সেই টকাৰে সিহঁতৰ সকলো ঋণ পৰিশোধ কৰা হ'ল।

কিন্তু এই ঘটনাই মোহনৰ বিবেকত বৰ আঘাত দিলে। সি তেতিয়া প্ৰতিজ্ঞা

কৰিলে যে জীৱনত সি কেতিয়াও কোনো কাৰণতে চুৰি নকৰে আৰু এতিয়া তাৰ পিতাকক সকলো কথা জনাই ক্ষমা বিচাৰিব। তেওঁক মুখামুখিকৈ সকলো কথা জনাবলৈ তাৰ সাহস নহ'ল; সেয়েহে সি ঠিক কৰিলে যে গুজৰাটী ভাষাত এখন চিঠি লিখি তেওঁক সকলো কথা জনাব।

মোহনে তাৰ পিচত তাৰ দেউতাকলৈ এখন চমু চিঠি লিখিলে ঃ

পূজনীয় দেউতা,

মই বহুতো গৰ্হিত অপৰাধ কৰিছোঁ। মই আমাৰ ঘৰৰ চাকৰৰ টকা চুৰি কৰিছোঁ, মাজু দাদাৰ মাদলীৰ পৰা সোণ কাটি তাৰে ঋণ শোধ কৰিছোঁ। মই সকলোৰে অজ্ঞাতে ধূমপানো কৰিছোঁ।

আপুনি অনুগ্ৰহ কৰি মোক ক্ষমা কৰিবনে? মই ঈশ্বৰৰ নামত শপত খাইছোঁ যে জীৱনত আৰু কোনোদিনেই এই অধাৰ্মিক কামবোৰ নকৰোঁ।

—মোহন।

মোহনৰ দেউতাক তেতিয়া একেবাৰে শয্যাশায়ী হৈ আছিল। মোহনৰ বিয়াৰ সময়ত ঘোঁৰাৰ গাড়ীৰ পৰা পৰি হোৱা আঘাতৰ পিচত তেওঁৰ শৰীৰ ক্ৰমশঃ বেয়াৰ ফাললৈ ঢাল লৈছিল। আচলতে তেওঁৰ ভগন্দৰ ৰোগ হৈছিল। সেই সময়ত তেওঁ চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰিছিল আৰু ঠাকুৰ চাহাবৰ পৰা পঞ্চাছ টকাৰ এটা পেঞ্চন পাইছিল।

মোহনে চিঠিখন দেউতাকৰ হাতত দিওঁতে তেওঁ বিছনাৰ পৰা উঠি বহি লৈ সেইখন পঢ়িলে। পঢ়াৰ পিচত তেওঁ আকৌ গাৰুত মূৰ থৈ শুই পৰিল। মোহনে দেউতাকৰ ভৰিৰ কাষতে বহি আছিল। সি ভাবিছিল দেউতাকে তাক বহুতো ৰূঢ় কথা ক'ব, নিজৰ কপালত চপৰিয়াব আৰু এনে পুত্ৰৰ জন্ম দিছিল বুলি চিঞৰি চিঞৰি নিজকে ধিক্কাৰ দিব।

কিন্তু দেউতাকে সেইবোৰ একো নকৰিলে। আনকি তেওঁ মুখেৰে একেষাৰ কথাও নক'লে। কাবা গান্ধীৰ দুচকুৱেদি মাথোঁ তেতিয়া নীৰৱে অশ্ৰুধাৰা ব'ব ধৰিলে।

তেতিয়া মোহনে নিজেও কান্দিব ধৰিলে। পৰিস্থিতি যে এনেকুৱাহে হ'ব সি ভবা নাছিল। সি দেউতাকৰ পৰা কঠোৰ গালি-শপনি অথবা তেনে কিবা অনুৰূপ ব্যৱহাৰ প্ৰত্যাশা কৰিছিল। সি তেতিয়া বুজি পালে যে দেউতাকে তাক কিমান ভাল পায়! এই ভাল পোৱাৰেই তেওঁ তাৰ জীৱন এক বৃত্তৰ দৰে ঘেৰি আছে।

এয়াই হৈছে প্ৰকৃত অহিংসা। জীৱনৰ প্ৰতিটো কাম আৰু ব্যৱহাৰত অহিংসা ধৰ্মৰ

প্ৰয়োগ। কাবা গান্ধীয়ে জানিছিল যে পৃথিৱীত তেওঁৰ দিন প্ৰায় শেষ হৈ আহিছে। বৈষ্ণৱ হিচাপে তেওঁ যি শিকিছিল, সমস্ত জীৱনতে তাৰ প্ৰকৃত প্ৰয়োগ কৰিব বিচাৰিছিল। জীৱনত এনে কাম কেতিয়াও নকৰোঁ বুলি প্ৰতিজ্ঞা কৰা নিজ পুত্ৰৰ সকলো গৰ্হিত অপৰাধ বিনা বাক্যব্যয়ে ক্ষমা কৰি দিব পৰাটোৱেই হ'ল কাবা গান্ধীৰ অহিংসা ধৰ্ম প্ৰয়োগৰ প্ৰকৃষ্ট উদাহৰণ।

তেওঁ এইটো জানিছিল যে তেওঁৰ কনিষ্ঠ পুত্ৰ সঁচাই অনন্য, অন্য ল'ৰাবোৰতকৈ পৃথক! কিন্তু এক মুহূৰ্ত আগলৈকে তেওঁ জনা নাছিল যে সি আনতকৈ কিমান পৃথক! সি যে এতিয়া তাৰ অন্যায় ব্যৱহাৰৰ কাৰণে চকুৰ লোতক বোৱাইছে আৰু পিতাকৰ ওচৰত বাৰে বাৰে ক্ষমা প্ৰাৰ্থনা কৰিছে!

কাবা গান্ধী সেই সময়ত সম্পূৰ্ণ শয্যাশায়ী। দিনক দিনে তেওঁৰ ৰোগ বেয়াৰ ফালে ঢাল লৈছিল। সকলো প্ৰকাৰৰ দেশীয় চিকিৎসা তেতিয়ালৈ ব্যৰ্থ হৈছিল। প্ৰথমে হিন্দু আয়ুৰ্বেদিক চিকিৎসা চলিছিল, তাৰ পিচত মুছলমানী হাকিমী চিকিৎসা। স্থানীয় আন চিকিৎসাও চলিছিল। কিন্তু একো এটাই কাম নিদিলে। বোম্বাইৰ এজন ইংৰাজ শল্যচিকিৎসকে অপাৰেচন কৰাৰ পৰামৰ্শ দিছিল, কিন্তু তেওঁলোকৰ পাৰিবাৰিক চিকিৎসকে ইয়াৰ বৰকৈ আপত্তি কৰিলে। তেওঁ ক'লে যে কাবা গান্ধীয়ে তেওঁৰ এই বৃদ্ধ বয়সত অস্ত্ৰোপচাৰৰ কষ্ট সহ্য কৰিব নোৱাৰিব। তেওঁৰ বয়স তেতিয়া আছিল তেষষ্ঠি।

পুতলীবাঈ আৰু ঘৰৰ পুৰণা পৰিচাৰিকা ৰম্ভাৰ উপৰি তেতিয়া মোহনেই আছিল পিতাকৰ প্ৰধান শুশ্ৰূষাকাৰী। প্ৰায় প্ৰতিদিনেই স্কুলৰ পৰা অহাৰ পিচতেই মোহনে অলপ জলপান খাই দেউতাকৰ ওচৰলৈ গৈ পঢ়াৰ সময় নোহোৱালৈকে তেওঁৰ শুশ্ৰূষা কৰাত ব্যস্ত হয়। সি তেওঁৰ ঘাৰ বেণ্ডেজ সলাই দিয়ে, ঘাত কবিৰাজৰ মলম লগাই দিয়ে আৰু নিৰ্ধাৰিত মাত্ৰাত ঔষধ খাবলৈ দিয়ে। আকৌ ৰাতি পঢ়া শেষ হোৱাৰ পিচত সি দেউতাকৰ ভৰি মালিচ কৰি দিয়ে। যেতিয়ালৈকে দেউতাকে তাক যাবলৈ নকয় অথবা দেউতাকৰ টোপনি নাহে, সি দেউতাকৰ ওচৰতে থাকে।

ইতিমধ্যে কস্তুৰ শহুৰেকৰ ঘৰলৈ উভতি আহিছে। মোহনে ৰাতি দেউতাকৰ ভৰি মালিচ কৰি থাকোঁতে সি পত্নীৰ কথাই ভাবি থাকে। তাৰ চিন্তা কেতিয়াকৈ এই কৰ্তব্য শেষ কৰি সি কস্তুক লগ পাবগৈ। সি তেতিয়া উদগ্ৰীৱ হৈ অপেক্ষা কৰে পত্নীৰ লগত নিভৃত আলাপ আৰু যৌন-মিলনৰ কাৰণে।

কোঠাত সোমাই মোহনে যদি পত্নীক শুই থকা দেখে, তাইক ধমক দি জগাই দিয়ে আৰু কয়, "মই শয্যালৈ অহাৰ আগতে তুমি কিয় শুই যোৱা?"

কস্তুৰে সেই প্ৰশ্নৰ উত্তৰ নিদিয়ে। মনে মনে থাকে। কিন্তু তাই এইদৰে শুই যোৱাৰ কাৰণ মোহনে জনা উচিত আছিল। কস্তুৰ তেতিয়া অন্তঃসত্ত্বা। সিহঁতৰ প্ৰথম সন্তান তেতিয়া তাইৰ গৰ্ভত। সেই বুলি তাই সংসাৰৰ যাৱতীয় কামৰ পৰাতো ৰেহাই পোৱা নাই। স্বাভাৱিকতে তাই বিছনাত বাগৰ দিয়াৰ লগে লগেই চকু মুদ খায়।

কিন্তু মোহনে সিহঁতৰ যৌন-মিলনৰ দাবী ঠিকেই কৰে। দিনৰ কাম-কাজৰ শেষত সিয়ো স্ত্ৰী সংগৰ কাৰণে উৎসুক হৈ থাকে। বিশেষকৈ কস্তুৰ পিতৃ-গৃহত কেইবামাহো থকাৰ কাৰণে মোহনৰ যৌন-আকাংক্ষা যেন বঢ়াইহে দিলে।

মোহনৰ দেউতাকৰ দৈহিক অৱস্থাৰ তেতিয়া দ্ৰুত অৱনতি ঘটিছে। পৰিচিত লোকসকলে বুজিছিল যে তেওঁৰ মৃত্যু সন্নিকটত। মোহনৰ খুৰাক তুলসীদাসে এই সংবাদ পাই দাদাকক শেষ শ্ৰদ্ধা জনাবলৈ পোৰবন্দৰৰ পৰা ৰাজকোটলৈ আহিল। তেওঁ কাবাগান্ধীতকৈ মাথোঁ দুবছৰৰহে সৰু আছিল। মোহনৰ লগতে তেওৰোঁ দাদাকৰ পৰিচৰ্যাত লাগিল। নিশা তেওঁ মোহনক শুবলৈ পঠাই নিজেই দাদাকৰ শুশ্ৰূষাৰ ভাৰ ল'লে আৰু লগতে এখন খাটিয়া পাতি তেওঁৰ কাষতে শোৱাৰ ব্যৱস্থা কৰিলে।

মৃত্যুৰ দুৱাৰডলিত থকা কাবাগান্ধীৰ শেষ নিশাৰ দিনাও তেওঁ মোহনক যথাৰীতি তাৰ শোৱা কোঠালৈ পঠাই দিলে। সেই সময়ত মোহনেও শোৱা কোঠালৈ যাবলৈ মনে মনে চট্‌ফটাই আছিল। তেতিয়া সি কস্তুৰৰ লগত মিলিত হোৱাৰ কাৰণে অস্থিৰ।

সি কোঠালৈ আহি দেখা পালে যে তাৰ কাৰণে অপেক্ষা কৰি থাকি কস্তুৰ আকৌ শুই পৰিছে। তাইক শোৱাৰ পৰা জগাই মোহনে ধমক দিলে, "কি হ'ল, তুমি আকৌ শুই পৰিলা যে, মোৰ কাৰণে অলপ সময় সাৰে থাকিব নোৱাৰা?"

কস্তুৰে এই প্ৰশ্নৰ কোনো উত্তৰ নিদিলে। তাই তেতিয়া মাথোঁ স্বামীৰ যৌন-ক্ষুধা পৰিতৃপ্ত কৰাৰ কাৰণে প্ৰস্তুত হ'ল।

কিন্তু সিহঁতৰ যৌন মিলনৰ আগতেই কোঠাৰ দুৱাৰত খট্‌খট্‌কৈ ডাঙৰ শব্দ হ'ল। ঘৰৰ ভৃত্যই বাহিৰৰ পৰা চিঞৰিছে, "সোনকালে আহা, তোমাৰ পিতা বৰকৈ অসুস্থ হৈ পৰিছে।"

মোহনে দুৱাৰ খুলি উৎকণ্ঠিত স্বৰে প্ৰশ্ন কৰিলে, "কি হ'ল"?

ভৃত্যই অলপ সময় মনে মনে থাকি লাহে লাহে ক'লে, "তোমাৰ পিতা ঢুকাল"।

মোহনে একে উশাহে দেউতাকৰ কোঠা পালেগৈ। গৈ দেখে যে তাৰ খুৰাক, মাক, দাদা, বৌৱেক আটায়ে দেউতাকৰ বিছনা আৱৰি হুৰাওৱাৰে কান্দিছে। মোহনেও যুগপৎ কান্দিব ধৰিলে।

লগে লগে মোহনৰ অন্তৰ যেন লজ্জাৰ আবেশত ব্যথিত। তাৰ পিতৃ মৃত্যুপথযাত্ৰী, অথচ সি তেতিয়াও কস্তুৰৰ লগত দেহ-মিলনৰ বাবে অধীৰ হৈ আছিল। ঈশ্বৰৰ ওচৰত তাৰ এইটোও প্ৰাৰ্থনা আছিল যে তাৰ পিতৃয়ে তাৰ কোলাতে মূৰ থৈ চকু মুদিব। কিন্তু সেই সুযোগ ঘটিল তাৰ খুৰাকৰ। হয়তো ঈশ্বৰে তাৰ কাম প্ৰবৃত্তিৰ কাৰণে বিবেকত এইদৰেই আঘাত কৰিব বিচাৰিছিল।

কেইমাহমানৰ পিচত নিৰ্দিষ্ট সময়ৰ আগতেই সিহঁতৰ এক সন্তান জন্মিল। সেই সন্তানৰ আয়ুস আছিল মাথোঁ তিনি দিন। মোহনে তেতিয়া ভাবিলে যে পিতৃৰ মৃত্যুৰ সময়তো যৌন কামনা কৰাৰ কাৰণে ঈশ্বৰে এই ধৰণে তাক শাস্তি দিলে। নহ'লে সেই সন্তান সুস্থ দেহে বাচি নাথাকিল কিয়?

## চতুৰ্থ অধ্যায়

# সমাজচ্যুত

মোহনে মেট্ৰিকুলেচন পৰীক্ষা পাছ কৰোঁতে তাৰ বয়স হৈছিল সোতৰ বছৰ। অতি দুখৰ কথা এইটোৱেই যে কাবা গান্ধীয়ে মোহনৰ এই সাফল্য চাই যাব নোৱাৰিলে। থকা হ'লে তেওঁ নিশ্চয় গৰ্ববোধ কৰিলেহেঁতেন, কাৰণ তেওঁৰ বংশত মোহনেই প্ৰথম মেট্ৰিক পাছ কৰিছে। কিন্তু মোহনহঁতৰ সংসাৰত আৰু এক সুখবৰ আছিল। কস্তুৰে এটা সন্তানৰ জন্ম দিছে, সি জীৱিত আৰু সুস্থ শিশু।

এতিয়া প্ৰশ্ন উঠিল উচ্চ শিক্ষাৰ কাৰণে মোহন ক'লৈ যাব। কলেজলৈ যে সি যাব তাত কোনো দ্বিধা নাছিল, কিয়নো এইটোৱেই আছিল তাৰ দেউতাকৰ শেষ ইচ্ছা। এতিয়া থিৰাং কৰিব লগা হ'ল ক'ত আৰু কোন কলেজত?

সেই সময়ত অঞ্চলটোত দুখন কলেজ আছিল— এখন ভৱনগৰত, আনখন বোম্বাই চহৰত। যিহেতু ভৱনগৰৰ শ্যামল দাস কলেজ অপেক্ষাকৃতভাৱে ওচৰত আৰু তাত পঢ়া-শুনাৰ খৰচো বহুত কম, স্বাভাৱিকতে মোহনক তালৈ পঠোৱাটোকে ঠিক কৰা হ'ল। কলেজৰ নতুন বছৰ আৰম্ভ হওঁতে মোহন ভৱনগৰলৈ যাবলৈ সাজু।

কিন্তু তালৈ গৈ সি অথাই সাগৰত পৰিল। ভৱনগৰত সি তেতিয়া কাকো চিনি নেপায়। সি আছিল অতি লাজকুৰীয়া ল'ৰা। ক্লাছৰ কাৰো লগতে সি বন্ধুত্ব গঢ়ি তুলিব নোৱাৰিলে। আনবোৰ ল'ৰা তাৰ কাৰণে একেবাৰেই অপৰিচিত।

তাত তাৰ অৱস্থা আৰু শোচনীয় হ'ল, যেতিয়া সি ক্লাছৰ প্ৰফেছৰৰ বক্তৃতা একেবাৰেই বুজিব নোৱাৰে। প্ৰফেছৰসকলে ইউৰোপীয় ধৰণে টাই-ছুট্ পিন্ধি নিৰ্দিষ্ট সময়ত বিশাল ক্লাছৰ কোঠাত হাজিৰ হয়, নোট চাই বক্তৃতা দিয়ে, বক্তৃতা শেষ হ'লে ঘণ্টা বজাৰ লগে লগে ক্লাছৰ পৰা ওলাই যায়। এইবোৰ বক্তৃতাৰ সাৰমৰ্ম মোহনে একো বুজি নাপায়, তাৰ ভাল লগাৰ প্ৰশ্নই নুঠে।

মোহনে যেতিয়া কলেজৰ প্ৰথম টাৰ্মৰ পিচত ঘৰলৈ আহে, তেতিয়া তাৰ মনত গভীৰ নৈৰাশ্য। ছুটীৰ পিচত কলেজলৈ উভতি গৈনো সি কি কৰিব সেই লৈ মহা চিন্তাত আছিল। তালৈ গৈ মাথোঁ টকা আৰু সময়ৰ অপব্যৱহাৰ কৰাহে হ'ব নেকি? দেউতাকৰ মৃত্যুৰ পিচত সিহঁতৰ আৰ্থিক অৱস্থাও সিমান টনকিয়াল নাছিল।

সেই সময়তে মাভজী দাবে নামৰ এজন বিচক্ষণ পণ্ডিত ব্ৰাহ্মণ সিহঁতৰ ঘৰলৈ

আহিল। তেওঁ আছিল সিহঁতৰ পাৰিবাৰিক বন্ধু আৰু পৰামৰ্শদাতা। প্ৰথমতে সকলোকে আশীৰ্বাদ কৰি তেওঁ আসন গ্ৰহণ কৰিলে। সকলোৰে শাৰীৰিক কুশল সংবাদো তেওঁ ল'লে। কাষতে মোহন থিয় দি থকা দেখি মাভজীয়ে সুধিলে, "মোহন, তুমি এতিয়া কি কৰিছা?"

মোহনে সসম্ভ্ৰমে উত্তৰ দিলে, "ভৱনগৰৰ শ্যামল দাস কলেজত পঢ়া আৰম্ভ কৰিছোঁ, যোশীজী।"

তেওঁ তাক আকৌ সুধিলে, "তাৰ পঢ়া তোমাৰ ভাল লাগিছিনে?"

মোহনে বিষণ্ণ কণ্ঠে উত্তৰ দিলে, "একেবাৰেই ভাল লগা নাই যোশীজী। তাত মই হাবাথুৰি খাইছোঁ। এতিয়া যিভাৱে মোৰ পঢ়া চলিছে, মই যে ফাইনেল পৰীক্ষাত পাছ কৰিব পাৰিম সেইটো সন্দিহান।"

কাষতে থিয় দি থকা মোহনৰ জ্যেষ্ঠভ্ৰাতৃ লক্ষ্মী দাসৰ ফালে চাই মাভ্‌জীয়ে ক'লে, "মোহনক স্থানীয় কলেজলৈ পঠোৱাটো বোধকৰোঁ তোমাৰ ভুল হ'ল লক্ষ্মী দাস। সময় এতিয়া বহুত সলনি হ'ল, যথাযথভাৱে শিক্ষিত নহ'লে তোমালোকৰ কোনেও দেউতাৰাৰ চাকৰিৰ স্থান অধিকাৰ কৰাৰ আশা পোষণ নকৰিবা।"

লক্ষ্মী দাসে উত্তৰ দিলে, "সেই কাৰণেইতো মোহনক আমি ভৱনগৰৰ কলেজলৈ পঠিয়াইছোঁ, যোশীজী!"

মাভ্‌জী দাবেই উত্তৰ দিলে, "কিন্তু তাত বি.এ. ডিগ্ৰি পাবলৈ চাৰি-পাঁচ বছৰ লাগি যাব আৰু সেই ডিগ্ৰিৰ বলত খুব বেছি মাহে ষাঠি টকাৰ চাকৰি এটা পাব। তোমালোকৰ দেউতাৰাৰ দৰে মাহে তিনিশ টকাৰ দেৱানৰ চাকৰি নেপাব। মোৰ ল'ৰাৰ দৰেই মোহনে যদি ল-ডিগ্ৰি ল'বলৈ যায়, তেনেহ'লে তাৰ আৰু তিনি বছৰ সময় লাগিব। তেতিয়ালৈ বহুতো আইনজীৱীয়েই সেই পদৰ বাবে প্ৰতিযোগিতা কৰিব, কথাটো মনত ৰাখা।"

লক্ষ্মী দাসে অলপ আক্ষেপৰ সুৰত সুধিলে, "তেনেহ'লে মই কি কৰোঁ, যোশীজী?"

মাভজীয়ে উত্তৰ দিলে, "মোহনক ইংলণ্ডলৈ পঠোৱাৰ ব্যৱস্থা কৰা।"

বিস্ময়াভিভূত হৈ লক্ষ্মী দাসে উচ্চাৰিলে, "ইংলেণ্ডলৈ?"

মাভ্‌জী দাবেই শান্তকণ্ঠে উত্তৰ দিলে "এৰা, ইংলেণ্ডলৈ। মোৰ ল'ৰা কেৱলৰামে কৈছে যে তাত বেৰিষ্টাৰ হোৱা অপেক্ষাকৃতভাৱে বহুত উজু। তেতিয়া তিনি বছৰৰ ভিতৰতে মোহনে বেৰিষ্টাৰ হৈ দেশলৈ ঘূৰি আহিব পাৰিব। তাত পঢ়োৱাৰ খৰচো খুব বেছি নেলাগিব, সকলো মিলাই চাৰি-পাঁচ হেজাৰ মান টকা। সেই গুজৰাটী বেৰিষ্টাৰজনক দেখা নাই জানো, সেই যে অলপতে ইংলণ্ডৰ পৰা আহিছে। সি কিমান ষ্টাইলত থাকে। সকলো সময়তে পৰিধানত ছুট আৰু টুপী। মুখত তাৰ পাইপ্ লাগিয়েই আছে। সিতো

বিচাৰিলেই দেৱানৰ চাকৰি পাব পাৰে। তোমালোকে মোহনক এই বছৰতেই লণ্ডনলৈ পঠিয়াই দিয়া— এইটোৱেই মোৰ পৰামৰ্শ। তাত কেৱলৰামৰ ঢেৰ বন্ধু আছে। সি মোহনৰ হাতত চুপাৰিছ-পত্ৰ দিব, তাত তাৰ কোনো অসুবিধা নহ'ব।

মোহনৰ ফালে চাই তেওঁ তেতিয়া সুধিলে, "ইয়াত বি.এ পৰীক্ষাৰ কাৰণে পঢ়াতকৈ ইংলগুলৈ গৈ বেৰিষ্টাৰ হৈ অহাটো তুমি নিবিচৰানে?'

মোহনে একে আষাৰে ওঁ বুলি সন্মতি প্ৰকাশ কৰিলে।

সি ইংলেণ্ডত বেৰিষ্টাৰ পঢ়াৰ কথা চিন্তা কৰি অতিকে উৎসাহিত হ'ল, বিশেষকৈ শ্যামল দাস কলেজত আকৌ পঢ়িবলৈ যাব লগা হোৱাতকৈ! সি ভাবিলে যে জীৱনত তাৰ ভাল ভৱিষ্যৎ গঢ়াৰ পথ ইয়াতকৈ ভাল আন একো নহ'ব।

মোহনে ক'লে, "যোশীজী, যদিহে আপুনি ভাবে যে এনে কৰিলে মোৰ আৰু আমাৰ সংসাৰৰ কল্যাণ হ'ব, তেনেহ'লে মই নিশ্চয় ইংলগুলৈ গৈ বেৰিষ্টাৰ হ'ব বিচাৰোঁ। পিচে তাত আইনৰ পৰীক্ষা পাছ কৰা ইমান সহজ নহয়। মই তাত বেৰিষ্টাৰী পঢ়াতকৈ ডাক্তৰ হৈ উভতিব নোৱাৰোনে?

দাবেৰ সলনি লক্ষ্মী দাসেই মোহনৰ প্ৰশ্নৰ উত্তৰ দিলে, "মোনিয়া, আমাৰ দেউতাই ডাক্তৰ হোৱাটো একেবাৰে পছন্দ নকৰিলেহেঁতেন। তোমাৰ কথা ভাবিয়েই তেওঁ সদায় কৈছিল যে আমাৰ নিচিনা বৈষ্ণৱসকলে কেতিয়াও মৃতদেহ কটা-ছিঙা কৰা উচিত নহয়। দেউতায়ো তুমি ডাঙৰ হৈ এজন আইনজীৱী হোৱাটোকে বিচাৰিছিল।"

মাভ্‌জী দাবেই তেতিয়া ক'লে, "মই অৱশ্যে কাবা গান্ধীৰ দৰে ডাক্তৰী পঢ়াৰ বিৰোধী নহয়। কিন্তু ডাক্তৰী পৰীক্ষা পাছ কৰাৰ পিচততো মোহনে দেৱান বা তাতকৈ ওপৰৰ কোনো পদবী পাবতো নোৱাৰে। একমাত্ৰ বেৰিষ্টাৰ হ'লেই সি তোমালোকৰ যৌথ পৰিয়ালৰ ভৰণ-পোষণৰ ভাৰ নিব পাৰিব। দিন-কাল সলনি হৈছে আৰু প্ৰতিটো দিনেই কঠিনৰ পৰা কঠিনতৰ যেন লগা হৈছে। মোহনৰ পক্ষে বেৰিষ্টাৰ হোৱাতোৱেই উত্তম কাম হ'ব।"

তাৰ পিচত তেওঁ পুতলীবাঈৰ ফালে চাই ক'লে, "মইতো এতিয়া বিদায় ল'ব লাগিব বহিনজী! অনুগ্ৰহ কৰি মই কোৱা কথাখিনি ভাবি চাব। পিছৰ বাৰ মই ইয়ালৈ আহোঁতে মোহন ইংলগুলৈ যাবলৈ প্ৰস্তুত হোৱা চাব বিচাৰোঁ। সেই কাৰণে মোৰ পৰা কোনো প্ৰকাৰৰ সাহায্যৰ প্ৰয়োজন হ'লে জনাবলৈ নাপাহৰিব।"

সেইদিনা নিশালৈ গান্ধী পৰিবাৰৰ এক পৰামৰ্শ সভা বহিল। সেই আলোচনা-চক্ৰত প্ৰথমে কথা ক'লে লক্ষ্মী দাসে, "বি.এ. পাছ কৰাৰ পিচতো মোহনে দেৱানৰ চাকৰি নাপাবও পাৰে বুলি যোশীজীয়ে কোৱা কথাৰ যুক্তি মই বুজি পাইছোঁ। কিন্তু আমি তাক ইংলেণ্ডলৈ পঠাম কেনেকৈ? পইচা ক'ত পাম? মোৰ মোক্তাৰিৰ কাম

আৰু খেতি-বাতিৰ সামান্য আয়েৰে আমাৰ সংসাৰ চলোৱাটোৱেই কঠিন। তেনে অৱস্থাৰে লণ্ডনলৈ মোহনৰ খৰচৰ কাৰণে পইছা পঠাম কেনেকৈ? যদি তাক পঠোৱাৰ আৰু তাৰ প্ৰয়োজনীয় খৰচৰ ধন কিবাকৈ সংগ্ৰহো কৰিব পৰা হয়, ওঠৰ বছৰৰ এজন যুৱকক সুদূৰ ইংলেণ্ডলৈ পঠোৱাটো সঠিক কাম হ'ব জানো? মোহনতো এনেয়েও ইমান লাজকুৰীয়া আৰু দুৰ্বল যে ইংলণ্ডৰ শীতল আৰু প্ৰতিকূল আবহাৱাত সি তিষ্ঠি থাকিব পৰাতোতে মোৰ সন্দেহ আছে।"

পুতলীবাঈয়ে ক'লে, "লক্ষ্মী, মোৰ মনতো একেই সন্দেহ। পইছা-পাতি যেনিবা যোগাৰ কৰি তাক পঠালোৱেই, সি তাত তিষ্ঠি থাকিব পাৰিবনে?"

কিন্তু মোহন ইংলেণ্ডলৈ যাবলৈ এতিয়া দৃঢ়প্ৰতিজ্ঞ? যোশীজীয়ে তাৰ মনত বেৰিষ্টাৰ হোৱাৰ বাসনা জগাই দিয়াৰ পৰাই সি ইংলেণ্ডলৈ যাবলৈ বদ্ধপৰিকৰ।

মোহনে উৎসাহেৰে ক'লে, "কিন্তু মা, চিন্তা কৰি চোৱাচোন, তিনি বছৰতে মই ইংলেণ্ডৰ পৰা উভতি আহি আমাৰ পৰিবাৰক কিমান সাহায্য কৰিব পাৰিম। আমাৰ সংসাৰৰ কষ্ট হ'ব নিশ্চই, কিন্তু বেৰিষ্টাৰ হৈ আহিলে মই ইয়াত বহুত বেছি আয় কৰিব পাৰিম।

পুতলীবাঈয়ে শান্ত কণ্ঠে উত্তৰ দিলে, "তোমাৰ কথা মই বুজি পাইছোঁ মোনিয়া, মোৰ পক্ষে তোমাক পঠোৱাৰ সিদ্ধান্ত লোৱাটো খুব কঠিন। তোমালোকৰ খুৰা তুলসীদাসজী এতিয়া এই সংসাৰৰ জ্যেষ্ঠজন আৰু প্ৰকৃত অভিভাৱক। এই বিষয়ত তেওঁৰ মতামতেই হ'ব গুৰুত্বপূৰ্ণ। তেওঁ সন্মতি দিলে মই তোমাৰ ইংলণ্ডলৈ যোৱাত আপত্তি নকৰোঁ।"

লক্ষ্মী দাসে ক'লে, "মোৰ মনলৈ আন এটা চিন্তাও আহিছে' মা। আমি খুৰাৰ পৰা এই সম্বন্ধে পৰামৰ্শ চাওঁতেই আৰু এটা কথা আমি চিন্তা কৰিব পাৰোঁ। পোৰবন্দৰ ৰাজ্যৰ পৰা আমাৰোতো অলপ হ'লেও দাবী আছে। এতিয়া তাত মিষ্টাৰ লিলি ব্ৰিটিছ 'ৰেযিডেণ্ট'। তেওঁ আমাৰ পৰিবাৰৰ ৰাজ্যৰ প্ৰতি অৱদান সম্বন্ধে ওৱাকিফহাল, খুৰাকো খুব সমীহ্ কৰে বুলিয়েই জানো। হয়তো তেওঁ মোহনৰ ইংলেণ্ডত পঢ়াৰ খৰচৰ বাবে পোৰবন্দৰ ৰাজ্যৰ পৰা এটা জলপানিৰ ব্যৱস্থা কৰি দিব পাৰে।"

মোহনৰ ফালে চাই পুতলীবাঈয়ে ক'লে, "তেনেহ'লে কালিলৈকে তুমি পোৰবন্দৰলৈ যাত্ৰা কৰা। তাত তোমাৰ খুৰাৰ উপৰি মিষ্টাৰ লিলিৰ লগত দেখা কৰাৰ চেষ্টা কৰিবা।"

মোহনে সোৎসাহে উত্তৰ দিলে, "ঠিক আছে মা, মই যোৱাৰ সকলো বন্দৱস্ত এতিয়াই কৰিছোঁ।"

সেইদিনা ৰাতি মোহন যেতিয়া শুবলৈ আহিল, তেতিয়া উত্তেজনাৰ কাৰণে তাৰ

টোপনি নহা হ'ল। কস্তুৰ শোৱা-কোঠালৈ আহোঁতে সি তাইক ক'লে, "মই যে ইংলেণ্ডলৈ যাবলৈ কিমান উদগ্ৰীৱ হৈ পৰিছোঁ তোমাক বুজাই ক'ব নোৱাৰিম কস্তুৰ। চিন্তা কৰি চোৱাচোন, তিনি বছৰৰ পিচত যদি বেৰিষ্টাৰ হৈ উভতি আহোঁ, তেতিয়া আমাৰ ঘৰখনক মই কিমান সাহায্য কৰিব পাৰিম! আমাৰ আৰ্থিক দুখ-কষ্ট তেতিয়া আঁতৰ হ'ব। কিন্তু এতিয়া মই কেনেকৈ যাওঁ? যোৱাৰ ভাৰাই বা কেনেকৈ যোগাৰ কৰোঁ?"

কস্তুৰে অলপ সময় মনে মনে থাকি উত্তৰ দিলে, "তোমাৰ জীৱনৰ ভাল-বেয়াৰ লগত এতিয়া মোৰ জীৱন সাঙোৰ খাই পৰিছে। মোৰ সকলো গহনাপাতি বেচি পইছাৰ যোগাৰ নকৰা কিয়? বজাৰত ভাল মূল্যই পাবা নিশ্চয়?"

কস্তুৰৰ কথা শুনি মোহনে তাইক সাৱটি ধৰি আবেগত কঁপা মাতেৰে ক'লে, "তোমাৰ এই সাহায্যৰ কাৰণে বহুত বহুত ধন্যবাদ কস্তুৰ। পিচে মই তোমাৰ সেইবোৰ গহনা বেচিব নোৱাৰোঁ। ইয়াৰ বেছিভাগেইতো তোমাৰ পিতৃ-মাতৃয়ে তোমাক দিছে আৰু এইবোৰ অলংকাৰ আমাৰ হিন্দু সমাজৰ প্ৰথা অনুসৰি আমাৰ ল'ৰা-ছোৱালীয়ে বিয়াৰ যৌতুক হিচাপে পাব। মোৰ পঢ়াৰ খৰচ যোগাবলৈ সেইবোৰ বেচিব নোৱাৰা।"

কস্তুৰে শান্তস্বৰে ক'লে, "কিন্তু তোমাৰ ভৱিষ্যতেইতো মোৰো ভৱিষ্যৎ। আৰু আমাৰ সন্তানহঁতৰো ভৱিষ্যৎ। তুমি যদি গহনা বেচিব নিবিচৰা, তেনেহ'লে মোৰ দেউতাক সাহায্যৰ কথা ক'ব পাৰোঁ। তেওঁ ইয়াৰ গুৰুত্ব বুজি পাব।"

মোহনে ক'লে, "হয়তো ইয়াৰ একো প্ৰয়োজন নহ'ব। মই কালিলৈ খুৱাদেউৰ অনুমতিৰ কাৰণে ৰাতিপুৱাই পোৰন্দৰলৈ যাত্ৰা কৰিম। তাত ব্ৰিটিছ ৰেযিডেণ্ট্ মিষ্টাৰ লিলিকো দেখা কৰিম। তেওঁৰ অনুমোদন সাপেক্ষে হয়তো পোৰবন্দৰ ৰাজ্যৰ পৰা কিবা সাহায্য পায়ো যাব পাৰোঁ।" মোহনৰ কণ্ঠত আশাৰ সুৰ।

* * *

মোহনৰ পোৰবন্দৰ চহৰলৈ যোৱা যাত্ৰা আছিল খুব কষ্টকৰ, ঠিক পাঁচ বছৰ আগতে তাৰ বিয়াত কৰা যাত্ৰাৰ দৰেই। ৰে'ল-গাড়ীৰ পথ তেতিয়াও সম্পূৰ্ণ হোৱা নাই, গৰুৰ গাড়ীয়েই এইবাৰো ভৰসা। অন্য কথাত হ'লে সি কিজানি এই যাত্ৰাৰ কাৰণে থেৰোগেঁৰো কৰিলেহেঁতেন, পিচে সি নিজে ইংলেণ্ডলৈ যাবলৈ ইমানেই উদগ্ৰীৱ যে ইয়াৰ কাৰণে সকলো কষ্ট সহ্য কৰিবলৈকো প্ৰস্তুত। সি গৰুৰ গাড়ীৰে ধোৰাজীলৈকে গ'ল। তাৰ পিচত উটৰ পিঠিত উঠি পোৰবন্দৰ চহৰ পালেঁগৈ। উট লোৱা কাৰণে যাত্ৰাৰ সময় এদিন বাচিল। মোহন উটত উঠাৰ এয়ে প্ৰথম অভিজ্ঞতা। অভিজ্ঞতাটো তাৰ ভাল নালাগিল। উটৰ পিঠিত বহি, জোকাৰণি খাই, সি হাত-ভৰি-গাত অলপ বিষহে অনুভৱ কৰিলে।

পোৰবন্দৰৰ পৈত্ৰিক গৃহত উপস্থিত হওঁতে বেলি পৰোঁ পৰোঁ হৈছিল। তাৰ খুৰাকৰ ল'ৰা তিনিটাই তেতিয়াও ঘৰৰ সন্মুখৰ ময়দানত খেলা-ধূলা কৰি আছিল। সিহঁতে মোহনক দেখা পাই দৌৰি আহি 'মোহন দাদা, মোহন দাদা!' কৈ বেৰি ধৰিলে, আৰু তাৰ পিচত চিঞঁৰি চিঞঁৰি মাকক মাতিলে, "মা, মা, মোহন দাদা আহিছে, চোৱাহি!"

মোহনৰ খুৰীয়েকে ল'ৰাহঁতৰ চিঞঁৰ শুনি ওলাই আহিল। তেওঁ দেখা পালে এটা টোপোলা হাতত লৈ মোহন দুৱাৰমুখত থিয় হৈ আছে। খুৰীয়েকক দেখি মোহনে মূৰ দোঁৱাই ভৰি চুই প্ৰণাম কৰিলে।

"হ'ব হ'ব" বুলি মোহনৰ মূৰ দাঙি থুঁতৰিত ধৰি তেওঁ তাক আশীৰ্বাদ কৰিলে। মোহনে তেতিয়া মাকে তৈয়াৰ কৰি পঠিওৱা পেৰা-মিঠাইৰ টোপোলাটো খুৰীয়েকৰ হাতত দিলে।

খুৰীয়েকে যথাৰীতি ভদ্ৰতা ৰক্ষা কৰি ক'লে, "মোনিয়া, তুমি আকৌ সেইবোৰ কিয় আনিব লাগিছিল!"

মোহনে মিচিকিয়াই ক'লে, "মাই ল'ৰাকেইটাৰ কথা চিন্তা কৰিয়েই এইবোৰ কৰিছে।"

খুৰীয়েকে মিঠাইখিনি থৈ সুধিলে, "তোমাৰ মাৰাৰ শৰীৰ কেনে আছে?"

মোহনে উত্তৰ দিলে, "মাৰ এনেয়ে ভালেই। কিন্তু জানেইতো, দেউতা ঢুকুৱাৰ পিচত মাৰ মন অলপো ভাল নহয়। এতিয়া মন্দিৰতে মাৰ বেছি সময় যায়। তদুপৰি উপৱাসে থকাটোও বাঢ়ি গৈছে।"

খুৰীয়েকে ক'লে, "বাইদেউৱে ইমান উপৱাস কৰাটো ঠিক নহয়। এইদৰে চলিলে তেওঁৰ শৰীৰ একেবাৰে ভাঙি পৰিব। কস্তুৰ আৰু সন্তানটোৰ কেনে?"

মোহনে মিচিকিয়াই ক'লে, "সিহঁত ভালেই আছে।" খুৰীয়েকে আকৌ সুধিলে, "ল'ৰাৰ নাম কি ৰাখিছা? ল'ৰা নহয় জানো?"

"এৰা, ল'ৰাই। নাম হৰিলাল। খুৰাদেউ ক'ত আছে?"

খুৰীদেৱেকে উত্তৰ দিলে, "তেওঁ আবেলিৰ ভ্ৰমণত সাগৰৰ পাৰলৈ গৈছে। সন্ধ্যা হোৱাৰ আগে আগেই তেওঁ ঘূৰি আহিব। তোমাক দেখা পালে তেওঁ খুব আনন্দিত হ'ব।"

অলপ পিচতে খুৰাকে ঘৰলৈ আহি মোহনক দেখা পাই সঁচাই খুব খুচি হ'ল। তেওঁ এই কনিষ্ঠ ভতিজাকক প্ৰকৃততে বৰ ভাল পায়। তেওঁ এইটো জানিছিল যে মোহন দেখাত বাহিৰৰ পৰা দুৰ্বল আৰু নিশকতীয়া হ'লেও ভিতৰি ভিতৰি তাৰ আছে চৰিত্ৰৰ দৃঢ়তা আৰু প্ৰবল মানসিক শক্তি।

মোহনে খুৰাকৰ ভৰিত ধৰি প্ৰণাম কৰাৰ পিচত তুলসীদাসে তাক ভিতৰৰ কোঠালৈ নি বহিবলৈ দিলে। তেওঁ তাৰ পৰা সিহঁতৰ ঘৰৰ খবৰ পোৱাত মোহনে সকলোৰে

কুশলবাৰ্তা জনালে। খবৰ-বাতৰি শেষ হোৱাৰ পিচত মোহনে ক'লে, "খুৰা, মই ইয়ালৈ অহাৰ উদ্দেশ্য হ'ল মোৰ ইংলেণ্ড যোৱাৰ কাৰণে আপোনাৰ অনুমতি প্ৰাৰ্থনা কৰা। যোশীজী আমাৰ ঘৰলৈ যোৱা সপ্তাহত আহিছিল। তেওঁ ক'লে যে মোৰ কাৰণে আটাইতকৈ ভাল কথা হ'ব ইংলণ্ডলৈ গৈ বেৰিষ্টাৰ হোৱাৰ পিচত দেশলৈ উভতি অহা। তেতিয়া মই দেউতাৰ দৰে ঠাকুৰ চাহাবৰ দেৱান হোৱাটোও বহুত সহজ হ'ব আৰু ঘৰখনকো ভালদৰে চলিবলৈ আৰ্থিক সাহায্য দিব পাৰিম। সেয়েহে মাই মোক আপোনাৰ অনুমতি ল'বলৈ ইয়ালৈ পঠাই দিছে।

তুলসী দাসে মোহনৰ কথা শুনি পোনতে অলপ সময় নিৰুত্তৰ হৈ ৰ'ল। তাৰ পিচত লাহে লাহে ক'লে, "মই এইটো গম নাপাওঁ যে কোনোবা হিন্দু লোকৰ পক্ষে ধৰ্মৰ ৰীতি-নীতি মানি বিলাতত গৈ থকাটো সম্ভৱ হ'বনে নাই। মই যি শুনিছোঁ তাৰ পৰা এই বিষয়ত মোৰ ঘোৰ সংশয় আছে। ইয়াত এই ডাঙৰ ডাঙৰ বেৰিষ্টাৰবোৰ দেখি মোৰ ধাৰণা হৈছে সিহঁতৰ চাল-চলন ইউৰোপীয়ানবিলাকৰ লগত একেই— কোনো পাৰ্থক্য নাই। খোৱা-বোৱাৰ ক্ষেত্ৰতো কোনো বাদ-বিচাৰ নাই। সিহঁতৰ মুখত সদায় পাইপ লাগিয়েই আছে। ইংৰাজসকলৰ অনুকৰণ কৰি সিহঁতে সাজ-পাৰ পিন্ধে। আমাৰ বৈষ্ণৱ পৰিয়ালৰ কাৰণে এইবোৰ একেবাৰে যুক্তিসংগত নহয়।"

অলপ ৰৈ তেওঁ আকৌ ক'লে, "মই সোনকালেই তীৰ্থযাত্ৰালৈ ওলাইছোঁ। বেছি দিন বাচি থকাৰ বয়স মোৰ নাই। মৃত্যুৰ দুৱাৰডলিত ৰৈ তোমাক মই কলীয়াপানী পাৰ হৈ ইংলেণ্ডলৈ যাবলৈ অনুমতি দিওঁ কেনেকৈ?"

মোহনে অনুনয় কৰি ক'লে, "মই কিন্তু তেনেধৰণৰ ব্যৱহাৰ নকৰোঁ খুৰাদেউ। এয়া মোৰ প্ৰতিজ্ঞা। আপুনি মোক বিশ্বাস কৰিব পাৰে।"

তুলসী দাসে উত্তৰ দিলে, "মই তোমাক বিশ্বাস কৰোঁ আৰু সেইকাৰণেই তোমাৰ পথত মই বিধি-পথালি নিদিওঁ। কিন্তু মোতকৈ তোমাৰ মাৰাৰ অনুমতিয়েই সবাতোকৈ বেছি প্ৰয়োজন। তেওঁ যদি তোমাক ইংলেণ্ডলৈ যাবলৈ অনুমতি দিয়ে, তেতিয়া মোৰ ফালৰ পৰা কোনো আপত্তি নাথাকিব। তোমাৰ মাৰাৰ লগতে মোৰো আশীৰ্বাদ লৈ তেতিয়া তুমি ইংলেণ্ডলৈ যাবাগৈ।"

মোহন অলপ অভিভূত হৈ ক'লে, "এই অনুমতিৰ বাবে আপোনাৰ ওচৰত মই চিৰদিনৰ কাৰণে কৃতজ্ঞ হৈ থাকিম। আৰু এটা কথা, মোৰ ডাঙৰ ককাইদেৱে কৈছিল যে পোৰবন্দৰৰ ইংৰাজ ৰেযিডেণ্ট্ মিষ্টাৰ লিলিক মই দেখা কৰা উচিত, তেওঁ কিজানি মোক ইংলেণ্ড যাত্ৰাৰ কাৰণে কিবা আৰ্থিক সাহায্যৰ ব্যৱস্থা কৰি দিয়েই! তেওঁ কৈছিল যে যদিহে আপুনি এখন চুপাৰিছ্-পত্ৰ মিষ্টাৰ লিলিলৈ দিয়ে, তেতিয়া সেইখন লৈ মই তেওঁৰ লগত দেখা কৰা উচিত।"

তুলসী দাসে গম্ভীৰভাৱে ক'লে, "মোৰ কাৰণে সেইটো সম্ভৱ নহয়। অৱশ্যে তেওঁ এজন সজ লোক। তুমি তেওঁৰ চেক্ৰেটাৰীৰ লগত দেখা কৰি তেওঁৰ সৈতে সাক্ষাতৰ সময় বিচাৰিলে তেওঁ নিশ্চয় সাক্ষাতৰ অনুমতি দিব। তেতিয়া তুমি নিজেই ক'বা যে তোমাৰ দেউতাৰা আৰু ককাৰা বহুদিন ঠাকুৰ চাহাবৰ দেৱান আছিল।"

খুৰাকৰ চুপাৰিছ্-পত্ৰ নোপোৱাত মোহন মনে মনে অলপ ক্ষুণ্ণ হ'ল। সি তেতিয়া ধাৰণা কৰিলে যে খুৰাকে তাৰ ইংলেণ্ড যাত্ৰাত মুখৰে সন্মতি দিলেও জাতিৰ নিষেধ অমান্য কৰি ইংলেণ্ড যাবলৈ ওলোৱাত সন্তোষ হোৱা নাই। সেইকাৰণেই বোধকৰোঁ মিষ্টাৰ লিলিলৈ চিঠি দিয়াত অনিচ্ছুক। হিন্দু শাস্ত্ৰ মতে 'কলীয়াপানী' পাৰ হৈ বিদেশলৈ যাত্ৰা নাস্তি, বিশেষকৈ সিহঁতৰ দৰে বৈষ্ণৱ পৰিবাৰৰ সন্তানৰ বাবে। এনে অৱস্থাত নিজৰ ভতিজাই সমাজৰ বিধিনিষেধ উপেক্ষা কৰি ইংলেণ্ডলৈ যোৱাত তেওঁ মুখেৰে আপত্তি নকৰিলেও বৰকৈ আনন্দিতও নিশ্চয় নহয়।

পিচদিনা পুৱাই মোহনে মিষ্টাৰ ফ্ৰেডেৰিক লিলিৰ অফিচলৈ গৈ তেওঁৰ লগত সাক্ষাৎকাৰৰ অনুমতি বিচাৰিলে। মিষ্টাৰ লিলিৰ চেক্ৰেটাৰীয়ে তেওঁৰ লগত যোগাযোগ কৰি মোহনক জনালে যে তেওঁ নিজৰ ঘৰত আবেলি মোহনৰ লগত দেখা কৰিব।

মোহন এই সাক্ষাতৰ বাবে অত্যন্ত আগ্ৰহী আছিল। মিষ্টাৰ লিলিক ক'ব লগা কথাখিনি বাৰে বাৰে আওৰাই লৈছিল। আবেলি পৰত বুকুত মৃদু কঁপনি লৈ সি মিষ্টাৰ লিলিক দেখা কৰিবলৈ গ'ল।

কিন্তু মিষ্টাৰ লিলিয়ে তাৰ লগত কেইমুহূৰ্তমান মাথোঁ কথা পাতিলে। সি গৈ পাওঁতে তেওঁ ছিৰিৰে ঘৰৰ দ্বিতীয় মহলালৈ উঠিছিল। মোহনে তেওঁক হাত-যোৰ কৰি নমস্কাৰ দিলে আৰু নিজৰ পৰিচয় দিলে। তেতিয়া তেওঁ অলপ ৰৈ মোহনক সম্বোধন কৰি ক'লে, "তোমাক এতিয়া কোনো ধৰণে সহায় কৰা সম্ভৱ নহয়। বি.এ. পাছ কৰি আহি মোক দেখা কৰিবা, তেতিয়া চাম কি কৰিব পৰা যায়।" এইদৰে কৈ তেওঁ ওপৰলৈ উঠি গ'ল।

এই কথা শুনি মোহনে বৰ দুখ পালে। সি মিষ্টাৰ লিলিক দেখা কৰোঁতে কি ক'ব সেইটো ভালদৰে আওৰাই আহিছিল আৰু দেখা হওঁতেই হাতযোৰ কৰি, মূৰ নত কৰি, প্ৰণামো জনাইছিল। কিন্তু তাৰ সকলো প্ৰস্তুতি অথলে গ'ল। মিষ্টাৰ লিলিয়ে তাক কোনো গুৰুত্বই নিদিলে।

হতাশ হৈ ৰাজকোটলৈ উভতি আহিল। ঘৰলৈ আহি মাতৃ আৰু জ্যেষ্ঠ ভ্ৰাতৃক মোহনে সকলো কথা খোলোচাকৈ ক'লে। দুদিন পিচত যোশীজীৰ লগত যোগাযোগ কৰাত তেওঁ ধাৰ-ধুপাৰ কৰি হ'লেও মোহনক ইংলেণ্ডলৈ পঠাবলৈ পৰামৰ্শ দিলে।

মোহনে মাক আৰু ককায়েকক কস্তুৰৰ গহনা বেচি টকা সংগ্ৰহ কৰাত সন্মতি

থকাৰ কথা কওঁতে লক্ষ্মী দাসে ক'লে, "গহনা বেচাৰ কোনো প্ৰয়োজন নহ'ব। যেনে তেনেকৈ মই টকাৰ যোগাৰ কৰিমেই।"

ডাঙৰ ককায়েকৰ ক্ষমতা সম্বন্ধে মোহনৰ অগাধ আস্থা। লক্ষ্মী দাসেও মোহনক খুব আদৰ কৰে আৰু নিজৰ ল'ৰাৰ দৰে ভাবে। মোহনে জানে যে প্ৰয়োজন হ'লে ডাঙৰ ককায়েকে সিহঁতৰ পৈত্ৰিক মাটিৰ একাংশ বিক্ৰী কৰি হ'লেও তাৰ যাত্ৰাৰ ধন যোগাৰ কৰিব। মোহনৰ উচ্চাশাত তেওঁ বিধি-পথালি নকৰে।

কিন্তু পুতলীবাঈৰ মনত তেতিয়াও সংশয়। তেওঁ ওচৰ-চুবুৰীয়াসকলৰ বহুতৰ পৰা ইংলেণ্ডত থকাৰ সম্বন্ধে সম্ভেদ ল'লে। কোনো কোনোৱে ক'লে যে ইংলেণ্ডলৈ গ'লে হিন্দু যুৱক একেবাৰে নষ্ট হয়। সিহঁতে তাত মাংস খায়, মদ নহ'লে থাকিব নোৱাৰে, আনকি বেশ্যালয়লৈকো মাজে মাজে যায়।

তেওঁ এইবোৰ শুনি আহি মোহনক ধৰিলেহি, "ইংলেণ্ডত থকা সম্পৰ্কে এইবোৰ মই কি শুনিছোঁ?"

ক্ষুব্ধ কণ্ঠে মোহনে মাকক ক'লে, "তুমি মোক বিশ্বাস নকৰা, মা? মই তোমাক মিছা কথা নকওঁ। মই প্ৰতিজ্ঞা কৰিছোঁ ইংলণ্ডলৈ গৈ মই সেই বেয়া কামবোৰ নকৰোঁ।"

পুতলীবাঈয়ে ক'লে, "মোনিয়া, মই তোমাক ইয়াত বিশ্বাস কৰিব পাৰোঁ। কিন্তু বিদেশৰ বিষয়ে মই কেনেকৈ বিশ্বাস কৰোঁ? মই অস্থিৰ হৈ পৰিছোঁ, এতিয়া কি কৰোঁ ধৰিব পৰা নাই। মই বিষয়টো লৈ বেচাৰজী স্বামীৰ পৰামৰ্শ ল'ম বুলি ঠিক কৰিছোঁ।"

আচলতে পুতলীবাঈয়ে আন্তৰিকভাৱে তেওঁৰ এই কনিষ্ঠ সন্তানক পঠাই দিবলৈ নিবিচাৰে, তেওঁৰ দৃষ্টিত মোহন এতিয়াও বালক। কিন্তু তেওঁ ল'ৰাৰ উচ্চশিক্ষাৰ হেঁপাহ আৰু ভৱিষ্যতৰ অৰ্থোপাৰ্জনৰ বাটত হেঙাৰ দিবলৈকো নিবিচাৰে।

বেচাৰজী স্বামী প্ৰকৃততে আছিল তেওঁলোকৰ সম্প্ৰদায়ৰ দৰেই এজন মোধ বণিয়া, কিন্তু পিচত তেওঁ এজন জৈন সাধুৰ সমীপত দীক্ষিত হয়। গুজৰাট ৰাজ্যত তেতিয়া জৈন ধৰ্মৰ প্ৰবল প্ৰভাৱ। এই ধৰ্মৰ মত সকলো প্ৰকাৰৰ প্ৰাণী হত্যাৰ বিৰুদ্ধে, আনকি কীট-পতংগ বধ কৰাটোও নিষিদ্ধ। নিশা এই ধৰ্মাৱলম্বী লোকসকলৰ ফুৰা-চকা কৰাতো বাধা আছে, জানোচা তেওঁলোকৰ অজ্ঞাতে ক'ৰবাত পোক-পৰুৱা বধ কৰিব লগা হয়। কোনো কোনো জৈন সাধুৱে মৌনব্ৰত অৱলম্বন কৰাৰ প্ৰতিজ্ঞা কৰে আৰু বাকী জীৱন কোনো কথা নোকোৱাকৈয়ে দেহত্যাগ কৰে। বৌদ্ধ ধৰ্মৰ দৰে জৈন ধৰ্মবো হিন্দু ধৰ্মৰ পৰাই উদ্ভৱ হৈছে আৰু হিন্দু ধৰ্ম হৈছে ভাৰতৰ সৰ্বপ্ৰধান ধৰ্ম। বৌদ্ধ আৰু জৈন ধৰ্ম যীচুখ্ৰীষ্টৰ জন্মৰ ছয় শতিকা আগতে উত্তৰ-পূব ভাৰতত (বৰ্তমানৰ বিহাৰ ৰাজ্যত) প্ৰথম প্ৰচাৰিত হৈছিল।

যোশীজীৰ দৰে বেচাৰ্জী স্বামীও মোহনহঁতৰ পৰিবাৰৰ এজন হিতৈষী আৰু পৰামৰ্শদাতা। অনুৰোধ কৰাত সোনকালেই এদিন আবেলি তেওঁ আহি মোহনহঁতৰ ঘৰত উপস্থিত হ'ল। সকলো কথা শুনাৰ পিচত তেওঁ ক'লে, "এয়াটো একো সমস্যাই নহয়। মই মোহনক তাম-তুলসী ছোৱাই প্ৰতিজ্ঞা কৰাম, তাৰ পিচতহে তাক ইংলেণ্ডলৈ যাবলৈ অনুমতি দিম।

এইদৰে কৈ তেওঁ মোহনক তুলসী মঞ্চৰ তললৈ মাতিলে আৰু মোহনক ক'লে, "মঞ্চৰ তলতে বহা। এয়া হৈছে তামৰ কোষা, এয়া পবিত্ৰ তুলসী-পাত আৰু এয়া আমাৰ প্ৰধান ধৰ্মশাস্ত্ৰ শ্ৰীমদ্-ভগবদ্গীতা। তোমাৰ সোঁহাতৰ আঙুলিৰে তিনিওটা বস্তুকে স্পৰ্শ কৰা, তাৰ পিচত উচ্চ কণ্ঠে প্ৰতিজ্ঞা কৰি কোৱা, "মই ইংলেণ্ডত বাস কৰা সময়ত মদ, মাংস আৰু নাৰী স্পৰ্শ নকৰোঁ।"

মোহনে একো আপত্তি নকৰাকৈ এই প্ৰতিজ্ঞা কৰিলে। পুতলীবাঈ সন্তুষ্ট হ'ল। এই অনুষ্ঠানৰ শেষত মোহনে যেতিয়া তেওঁৰ চৰণ চুই সেৱা কৰিলে, তেওঁ তাৰ থুঁতৰিত ধৰি আনন্দেৰে তাক ইংলেণ্ডলৈ যাবলৈ সন্মতি দিলে।

ঐই সময়তে মোহনৰ লগত মেহতাবৰ এদিন অলপ উখনা-উখনি লাগিল। তেতিয়া মেহতাব শৃংখলা-ভংগৰ অপৰাধত এলফ্ৰেড্ হাইস্কুলৰ পৰা বহিষ্কাৰ হৈছে।

মেহতাবে মোহনৰ খৰচৰ টকা যোগাৰ কৰাৰ কাৰণেও কিবাকিবি চেষ্টা কৰিছিল, যিটো মোহনে একেবাৰে পছন্দ কৰা নাছিল। এদিন সি মোহনৰ চহী জাল কৰি ৰাজকোটৰ ব্যৱসায়ী মেঘজীভাইৰ পৰা পাঁচ হেজাৰ টকা বিচাৰি এখন চিঠি দিলে। আচলতে মেঘজীভাই মোহনহঁতৰ পাৰিবাৰিক আত্মীয় আছিল। তেওঁ মোহনৰ ইংলেণ্ডলৈ যোৱা খৰচৰ কাৰণে ধনসংগ্ৰহৰ প্ৰচেষ্টাৰ খবৰ পাই এবাৰ হেনো কৈছিল যে তেওঁ সেইখিনি টকা ধাৰে দিব পাৰে। কিন্তু মোহনৰ নামত যোৱা সেই চিঠিখন পাওঁতে তেওঁ ধন দিবলৈ স্পষ্টভাৱে অমান্তি হয়।

মোহনে এই কথা শুনি মেহতাবক খোলোচাকৈ সুধিলে, "তুমি মোৰ চহী জাল কৰি মেঘজীভাইক এনেকুৱা চিঠি কিয় দিলা? তুমিতো জানা এনেকুৱা কাম মই একেবাৰে পছন্দ নকৰোঁ।"

মেহ্তাবে বিদ্ৰূপৰ সুৰত উত্তৰ দিলে, "সংসাৰত কাম সমাধা কৰিবলৈ অলপ-অচৰপ অসৎ উপায় অৱলম্বন কৰিবই লাগে। ইমান সৰল হৈ নাথাকিবা মোনিয়া।"

মোহনে দৃঢ়ভাৱে ক'লে, "কিন্তু মই এইটো একেবাৰে নিবিচাৰোঁ। ইংলেণ্ডলৈ মোৰ যোৱা নহ'লেও মই শঠতাৰ আশ্ৰয় ল'ব নোৱাৰোঁ।"

মেহ্তাবে উত্তৰ দিলে, "সাধু হৈ ইংলেণ্ডলৈ তুমি কোনোদিন যাব পাৰিবা বুলি মোৰ যথেষ্ট সন্দেহ আছে। বাস্তৱ বৰ কঠিন মোনিয়া।"

মোহনে কথা আগবাঢ়িবলৈ নিদি তাৰ পৰা উঠি আহিল। কিন্তু ভিতৰি ভিতৰি সি মেহ্‌তাবৰ ব্যৱহাৰত খুব অসন্তুষ্ট হৈছিল। বাটত আহি থাকোঁতে সি কথাটো চিন্তা কৰি অন্যমনস্ক হৈ পৰিল আৰু এটা বেয়া উজুটি খাই কাষেদি গৈ থকা গৰুগাড়ী এখনৰ চালত খুন্দা খাই পৰি গ'ল আৰু মুহূৰ্তৰ কাৰণে সংজ্ঞা হেৰুৱাই পেলালে। চেতনা ঘূৰাই পোৱাত সি ততাতৈয়াকৈ উঠি গম পালে যে দেহৰ পৰা ক'তো তেজ নিগৰা নাই। তেতিয়া সি ঠিক কৰিলে ঘটনাটোৰ খবৰ ঘৰৰ কাকোকে নিদিয়ে, নহ'লে আটাইয়ে অযথা চিন্তিত হ'ব।

অলপ দিনৰ ভিতৰতে লক্ষ্মী দাসে পৈত্ৰিক মাটিৰ একাংশ বেচি প্ৰয়োজনীয় ধন যোগাৰ কৰিলে। মোহনৰ ইংলেণ্ডলৈ যোৱাৰ পথত বাধা নাইকিয়া হ'ল।

অতি সোনকালেই সমস্ত ৰাজকোট চহৰত বিজুলীবেগেৰে প্ৰচাৰ হ'ল যে প্ৰয়াত কাবা গান্ধীৰ কনিষ্ঠ পুত্ৰ বেৰিষ্টাৰী পঢ়িবলৈ ইংলেণ্ডলৈ যাব। এইটো এটা অপ্ৰত্যাশিত খবৰ, বিশেষকৈ মোধ বণিয়াসকলৰ সমাজত।

এলফ্ৰেড্ স্কুলৰ ছাত্ৰসকলে মোহনক সন্মান জনাবলৈ এখন সভাৰ আয়োজন কৰিলে। সেই দিনটো আছিল ১৮৮৮ চনৰ ৪ জুলাই।

সেই অনুষ্ঠানৰ উপলক্ষ্যত মোহনে এটা বক্তৃতা লিখি পেলালে। কিন্তু সভাত সেইটো পঢ়োঁতে সি খোনাব ধৰিলে আৰু তাৰ সৰ্বস্ত শৰীৰ কঁপিব আৰম্ভ কৰিলে। কোনো মতে সি বক্তৃতাটো শেষ কৰি চকীত বহি পৰিল।

সেইটোৱেই আছিল তাৰ জীৱনৰ প্ৰথম প্ৰকাশ্য বক্তৃতা।

মোহনে তাৰ ভাষণৰ শেষত কৈছিল, "মই আশা কৰিছোঁ যে তোমালোকৰ কোনোবাই কোনোবাই মোৰ পথ অনুসৰণ কৰিবা আৰু ইংলেণ্ডৰ পৰা উভতি আহি ভাৰতৰ বৃহৎ সংস্কাৰ সাধনৰ কৰ্মত আত্মনিয়োগ কৰিবা।"

পিচত স্থানীয় 'কাথিৱাৰ টাইমছ্' নামৰ ইংৰাজী পত্ৰিকাত মোহনৰ সেই বক্তৃতা প্ৰকাশিত হ'ল।

* * *

অৱশেষত মোহনে জ্যেষ্ঠসকলৰ আশিস শিৰত লৈ ১৮৮৮ চনৰ ১০ আগষ্ট তাৰিখে বোম্বাইলৈ যাবলৈ প্ৰস্তুত হ'ল। তাৰ পৰা জাহাজেৰে সি লণ্ডন অভিমুখে যাব।

সেইয়া আছিল তাৰ বোম্বাই চহৰলৈ প্ৰথম যাত্ৰা। বোম্বাই যাত্ৰাত তাৰ লগত ডাঙৰ ককায়েক লক্ষ্মীদাস। তেওঁৱেই জাহাজৰ টিকটৰ পইছা লৈ যাব। মেহ্‌তাবেও সিহঁতৰ লগত যাবলৈ খাটনি ধৰিলে। মোহনভাইক বোম্বাইৰ পৰা বিদায় দিব নাপালে

সি বোলে সুস্থিৰ অৱস্থাত থাকিব নোৱাৰিব। শেষত অনিচ্ছা সত্ত্বেও মোহনে তাক লগত নিবলৈ ৰাজী হ'ল।

যোৱাৰ আগদিনা নিশা কস্তুৰে শয়ন-কক্ষত কান্দোনত ভাগি পৰিছে। বিছনাৰ একাষত সন্তান হৰিলালে তেতিয়া গভীৰ টোপনিত।

মোহনে কস্তুৰৰ কাষতে বহি সুধিলে, "ইমানকৈ কান্দিছা কিয়?"

"তুমি ইমান দিনৰ কাৰণে বিদেশলৈ যাবা, তোমাক ইমান দিন দেখা নাপাম। তাকে ভাবি কান্দিছোঁ।"

"আৰু নাকান্দিবা। তিনিটা বছৰ চাওঁতে চাওঁতেই শেষ হৈ যাব। তদুপৰি তুমিতো সংসাৰৰ কামৰ মাজতে থাকিবা, হৰিলালক চোৱাচিতা কৰিবা, সময় কটাবলৈ তোমাৰ কোনো অসুবিধা নহ'ব।"

"মই হৰিলালৰ কথা ভাবিও কান্দিছোঁ। সি ডাঙৰ হ'ব, অথচ তুমি তাৰ কাষত নাথাকিবা। সি প্ৰথমে 'দেউতা' বুলি মাতিবলৈকো তুমি নাথাকিবা।"

এটা বিষণ্ণ হাঁহি মাৰি মোহনে ক'লে, "মই ঘূৰি আহোঁতে সি মাতিব। তুমি এইবোৰ চিন্তা নকৰিবা। ইংলেণ্ডৰ পৰা বেৰিষ্টাৰ হৈ আহিব পাৰিলে ধন-পইছা ঘটিব পাৰিম, সংসাৰৰ অৱস্থা ভাললৈ আহিব। দেখিছাইতো ডাঙৰ ককাইদেউৰ মোক্তাৰী আৰু মাটিৰ আয়ৰে আমাৰ সংসাৰ চলোৱাই টান হৈ পৰে। মই সংসাৰৰ কথা চিন্তা কৰিয়েই বিদেশলৈ ওলাইছোঁ, নিজৰ উচ্চাকাংক্ষাৰ কাৰণে নহয়, তুমি কথাটো বিশ্বাস কৰিবা।"

"কথাটো মই বিশ্বাস কৰোঁ, তথাপি মনে নেমানে। ইমান দিন তোমাক দেখা নেপাওঁ বুলি চিন্তা কৰিলেই চকুৰ পানী ওলাই আহে।"

"আৰু কান্দিব নেলাগে। বহুত ৰাতি হ'ল। এতিয়া শুব লাগে। কালিলৈ ৰাতিপুৱাইতো যোৱাৰ যোগাৰ কৰাত ব্যস্ত হ'ব লাগিব।" সি শুই থকা হৰিলালৰ দুই গালত দুটা চুমা দিলে।

পিচদিনা দুপৰীয়া যাত্ৰাৰ সময় হোৱাত মোহনে মাকক আৰু ডাঙৰ ককায়েক-বৌৱেকক প্ৰণাম কৰিলে। তাৰ পিচত তুলসী-মঞ্চত বিষ্ণুৰ মূৰ্তিৰ সন্মুখত সাষ্টাংগে প্ৰণাম কৰি হৰিলালৰ গাল দুখন টিপি তাক মৰম কৰিলে। পুতলীবাঈয়ে তাৰ ডিঙিত তুলসীৰ মালা এডাল পিন্ধাই দিলে। মোহনে কস্তুৰক সকলোৰে সন্মুখত মৰম কৰিব নোৱাৰে, কিয়নো সেয়া হ'ব চৰম অভব্যতা।

তেতিয়া সিহঁত দুটা কাষৰ কোঠালৈ গ'ল। কস্তুৰৰ দুই গালত অশ্ৰুৰ বান বৈছে। তাই তেতিয়া ৰাতিৰ প্ৰতিজ্ঞাৰ কথা পাহৰি ফুচ্‌ফুচাই ক'লে, 'নাযাবা'।

শুনি মোহনৰ মন বিষাদে ভৰি পৰিল। কিন্তু যাবতো লাগিবই। ইমান দিনৰ এই

প্ৰস্তুতি মাথোঁ আৱেগৰ আৱেশত নাইকিয়া কৰিব নোৱাৰি। কস্তুৰৰ গালত চুমাৰ পৰশ বোলাই বিষাদ মনে সি ক'লে, "মইতো যাবই লাগিব কস্তুৰ। তুমি হাঁহি মুখেৰে মোক বিদায় দিয়া।"

তাৰ পিচত সি সকলোকে ইংলেণ্ডৰ পৰা ঘনাই চিঠি দিয়াৰ আশ্বাস দি বোম্বাই অভিমুখে যাত্ৰা কৰিলে।

সেই সময়ত বোম্বাই বন্দৰত এটা ডাঙৰ বতাহ-ধুমুহা হৈ গৈছে। মোহনহঁত তাত উপস্থিত হওঁতেই লক্ষ্মী দাসৰ বন্ধুবোৰে ক'লে যে জুন-জুলাই মাহত ভাৰত মহাসাগৰে সাধাৰণতে অশান্ত হৈ থাকে। মোহনৰ এইটোৱেই প্ৰথম সমুদ্ৰযাত্ৰা। এতিয়া যাত্ৰা কৰিলে সি নিশ্চয় খুব কষ্ট পাব। সি নৱেম্বৰ মাহত যাত্ৰা কৰাই উত্তম, তেতিয়া সমুদ্ৰ বহুখিনি শান্ত থাকে। আন এজনে ক'লে যে অলপ দিন আগতেই সমুদ্ৰৰ ধুমুহাত পৰি এখন জাহাজ ডুবি গ'ল।

এইবোৰ কথা শুনি লক্ষ্মী দাস অলপ হতাশ হ'ল। তেওঁ মোহনক তেতিয়া সমুদ্ৰযাত্ৰা আৰম্ভ কৰিবলৈ মানা কৰিলে। কিন্তু তেওঁৰ বোম্বাইত বেছি দিন থকাটোও সম্ভৱ নহয়। যিগৰাকী উকিলৰ অধীনত লক্ষ্মী দাসে মোক্তাৰী কৰে, তেওঁ লক্ষ্মী দাসক ততাতৈয়াকৈ উভতি যাবলৈ খবৰ পঠাইছে। লক্ষ্মী দাসে তেতিয়া মোহনক তেওঁলোকৰ এজন আত্মীয়ৰ তত্ত্বাৱধানত থৈ ৰাজকোটলৈ যাবলৈ সাজু হ'ল। যোৱাৰ আগতে মোহনৰ জাহাজ ভাড়াৰ সকলো ধন-পইছা তাৰ ভিনিহিয়েক কুশলভাই কাপাদিয়াৰ হাতত দি, তেওঁক মোহনৰ প্ৰয়োজন অনুসৰি খৰচ কৰিবলৈ দি, লক্ষ্মী দাসে বোম্বাইৰ পৰা বিদায় ল'লে।

বোম্বাই চহৰ ঘূৰিপকি চোৱা আৰু নৱেম্বৰ মাহলৈকে অপেক্ষা কৰাত বাদে মোহনৰ তেতিয়া একো কাম নাই। সি তেতিয়া মেহ্‌তাবক লগত লৈ বোম্বাইৰ বিভিন্ন দ্ৰষ্টব্য স্থানবোৰ চোৱাত লাগিল। তেতিয়া সি ভাবিবলৈ বাধ্য হ'ল যে মেহ্‌তাবক লগত অনাটো এটা বুদ্ধিমানৰ কাম হৈছে।

মোহন তালৈ যোৱাৰ এশ বছৰ আগতেও বোম্বাই চহৰ আছিল এক বিশাল গ্ৰামাঞ্চল। স্থানীয় বাসিন্দাসকলৰ তেতিয়া মাছ মৰাৰ বাহিৰে আন একো জীৱিকা নাছিল। কিন্তু ঠিক কলকাতাৰ দৰেই এক জলাহ-ভূমিৰ অস্তিত্ব নাইকিয়া কৰি গঢ়ি উঠিছে এক মহানগৰী, ভাৰতৰ দ্বিতীয় বৃহত্তম নগৰী। দ-পানীৰ বন্দৰ আৰু ব্যৱসায়-বাণিজ্যৰ ক্ৰমোন্নতিয়ে ইয়াক কৰিছে পৃথিৱীৰ যি কোনো প্ৰধান বন্দৰৰ সমকক্ষ। পাৰিপাৰ্শ্বিক সৌন্দৰ্যই চহৰখনৰ অতিকে বিতোপন কৰি তুলিছে। জুহুৰ সুদীৰ্ঘ শ্বেত উপকূল আৰু মালবাৰ পাহাৰৰ জাকজমক শোভাই যেন চহৰখনক অধিক ঐশ্বৰ্যশালী কৰিছে। তদুপৰি আশে-পাশে বহুতো প্ৰসিদ্ধ হিন্দু মন্দিৰতো আছেই।

কিন্তু বোম্বাইত অন্য এক ধুমুহা বলিছিল মোহনৰ মোধ বণিয়া সমাজৰ মাজত। মোহনে কেনেকৈ ভাৰত মহাসাগৰ পাৰ হৈ ইংলেণ্ডলৈ যাত্ৰা কৰিব! মোধ-বণিয়াসকলৰ মাজৰ কোনেও তেতিয়ালৈকে বিদেশলৈ যোৱা নাই, কাৰণ হিন্দু-শাস্ত্ৰ অনুসৰি হেনো 'কলীয়াপানী' পাৰ হৈ বিদেশ গমন নিষিদ্ধ।

সোনকালেই মোধ-বণিয়াসকলৰ এখন সভা আহ্বান কৰা হ'ল আৰু মোহনক তাত উপস্থিত থকাৰ কথা কোৱা হ'ল। সাধাৰণতে যিকোনো সভা-সমিতিত উপস্থিত হোৱাৰ কথা ভাবিলে মোহন অস্থিৰ হয়। তদুপৰি এইখন সভা পতা হৈছে তাৰ বিপক্ষে। কিন্তু ইংলেণ্ডলৈ যোৱাৰ কাৰণে সি ইমান দৃঢ়প্ৰতিজ্ঞ আছিল যে হঠাৎ যেন ক'ৰবাৰ পৰা শত্ৰুপক্ষৰ সন্মুখত থিয় দিবলৈ সি সাহস পালে।

মোধ-বণিয়া সমাজৰ 'শেঠ' অৰ্থাৎ প্ৰধান আছিল মোহনহঁতৰ এজন দূৰ সম্পৰ্কৰ আত্মীয় আৰু প্ৰয়াত কাবা গান্ধীৰ বন্ধুস্বৰূপ। কিন্তু তেৱেঁই এতিয়া সমাজৰ ৰক্ষা-কৰ্তা বিচাৰকৰ ৰূপত উপস্থিত।

সভা আৰম্ভ হওঁতে তেওঁ মোহনক সম্বোধন কৰি ক'লে, "আমাৰ সমাজৰ নিয়ম অনুসৰি তোমাৰ ইংলেণ্ডলৈ যোৱাৰ সংকল্প সমীচীন নহয়। আমাৰ ধৰ্মই সমুদ্ৰ পাৰ হৈ বিদেশ যাত্ৰা নিষিদ্ধ কৰি দিছে। আমি এইটোও শুনা পাইছোঁ যে তাত হিন্দু ধৰ্মৰ নীতি-নিয়ম মানি বাস কৰিব নোৱাৰি। ইউৰোপীয় লোকসকলৰ সৈতে তাত মদ-মাংস খাই থাকিব লাগে।"

মোহনে অনুনয়ৰ সুৰত ক'লে, "কিন্তু শেঠজী, আমাৰ হিন্দু শাস্ত্ৰততো বিদেশ যাত্ৰা একেবাৰেই নিষিদ্ধ কৰা নাই। ইতিহাস পঢ়ি মই পাইছোঁ যে আমাৰ পূৰ্বপুৰুষসকলে হিন্দু ভাৰতত সদাগৰসকলক সমাজৰ অতি উচ্চ স্থানত থৈছিল। মই ইংলেণ্ডলৈ যাবলৈ ওলাইছোঁ নিজ স্বাৰ্থত নহয়, বৰঞ্চ আমাৰ পৰিয়ালৰ আৰ্থিক উন্নতিৰ স্বাৰ্থত। তদুপৰি মই মোৰ মাৰ ওচৰত তাম-তুলসী আৰু ভগবদ্‌গীতা চুই প্ৰতিজ্ঞা কৰিছোঁ যে তাত মই মদ, মাংস আৰু তিৰোতা মানুহ স্পৰ্শ নকৰোঁ; এই তিনিটা বস্তুৰ কাৰণেইতো আপোনালোকে ভয় কৰিছে। মোৰ দৃঢ় বিশ্বাস যে এই প্ৰতিজ্ঞাই মোক তাত সকলো পাপ কৰ্মৰ পৰা ৰক্ষা কৰিব।"

শেঠজীয়ে ধমক্ দি মোহনক ক'লে, "কিন্তু আমি তোমাক কৈছোঁ যে তাত আমাৰ হিন্দু ধৰ্মৰ ৰীতি-নীতি ৰক্ষা কৰা সম্ভৱ নহয়। তুমি জানা তোমাৰ স্বৰ্গগত পিতৃৰ লগত যে মোৰ কেনেধৰণৰ সম্পৰ্ক আছিল। মোৰ কথা তুমি মানি চলা উচিত।"

মোহনে নম্ৰ সুৰত ক'লে, "আপুনি কোৱা সম্পৰ্কৰ কথা মই জানো। আপুনি মোৰ গুৰুজন। কিন্তু এই বিষয়ত আপোনাৰ কথা মানিব নোৱাৰোঁ। মই মোৰ ইংলেণ্ডলৈ যোৱা সংকল্পৰ পৰা বিচলিত নহওঁ। আমাৰ পৰিয়ালৰ এজন শুভাকাংক্ষী আৰু

পৰামৰ্শদাতা শ্ৰীমাভজীদাৱে নামৰ ধৰ্মজ্ঞ ব্ৰাহ্মণজনে মোক ইংলেণ্ডলৈ গৈ বেৰিষ্টাৰি পঢ়াৰ পৰামৰ্শ দিছিল। মোৰ মা আৰু ডাঙৰ ককাইদেৱে মোৰ ইংলেণ্ড যাত্ৰাত কোনো বিধি-পথালি কৰা নাই। তেওঁলোকে মোক আশীৰ্বাদহে কৰিছে।"

শেঠজীয়ে খঙেৰে প্ৰশ্ন কৰিলে, "তেনেহ'লে তুমি আমাৰ সমাজৰ বিধি নিষেধ উপেক্ষা কৰি বিদেশলৈ যাবাই?"

মোহনে আকৌ মৃদু স্বৰত ক'লে, "শেঠজী, এই বিষয়ত মই সঁচাই অসহায়। মই ভাবোঁ মোৰ এই যাত্ৰাৰ বিষয়ত সমাজে হস্তক্ষেপ কৰা উচিত নহয়।"

কথা শুনি শেঠজী খঙত জ্বলি-পকি উঠিল। তেওঁ মোহনক তিৰস্কাৰ কৰিলে। চিঞৰি চিঞৰি তেওঁ ঘোষণা কৰিলে, "আজিৰ পৰা এই ল'ৰাটো জাতি-ভ্ৰষ্ট হ'ল বুলি ধৰা হ'ল। সেয়েহে কোনোবাই এওঁক কিবা সহায় কৰিলে অথবা বোম্বাইৰ জাহাজ ঘাটলৈ গৈ বিদায় দিলে তেওঁক এটকা চাৰিঅনা পইছা দণ্ড বিহা হ'ব।"

এই সভাৰ দুদিন পিচতে মোহনৰ মন বোম্বাই এৰি যাবলৈ অস্থিৰ হৈ পৰিল। শেঠজীৰ নিষেধাজ্ঞাও এক দুশ্চিন্তাৰ কাৰণ। যদি লক্ষ্মী দাসৰ ওপৰত তেওঁলোকে চাপ দিয়ে, তেনেহ'লে হয়তো অৰ্থাভাৱত তাৰ যোৱাটোৱেই বন্ধ হৈ যাব। লক্ষ্মী দাসৰ ছোৱালী এদিন বিবাহযোগ্য হৈ উঠিব। সেই সময়ত যদি তেওঁ সমাজচ্যুত হৈ থাকে তেতিয়াতো দৰা পোৱাৰে সমস্যা। দৰা পোৱা গ'লেও সেই বিবাহ অনুষ্ঠানত পৰিয়ালৰ লোকেই যোগ দিবলৈ সাহস নকৰিব, কিয়নো তেনে কৰিলে সমস্ত পৰিয়ালেই সমাজচ্যুত হোৱাৰ আশংকা।

সৌভাগ্যৰ কথা এয়ে যে যেতিয়া লক্ষ্মী দাসে এই নিষেধাজ্ঞাৰ কথা গম পালে, তেওঁ মোহনক কোনো ধৰণেৰে বিচলিত নোহোৱাৰ পৰামৰ্শ দিলে। তেওঁৰ ঈশ্বৰৰ প্ৰতি সম্পূৰ্ণ বিশ্বাস আছিল আৰু তেৰাই তেওঁলোকৰ ভৱিষ্যতৰ মংগলামংগল অৱস্থাত চোৱাচিতা কৰিব বুলি তেওঁ মনেপ্ৰাণে বিশ্বাস কৰিছিল। এই বিদেশ যাত্ৰাটো কৰিবলৈ ওলাই মোহনে একো অন্যায় কাম কৰা নাই, বৰঞ্চ সংসাৰৰ মংগলৰ কাৰণে সকলো প্ৰকাৰৰ দায়িত্ব লৈ সি ইংলেণ্ডলৈ যাব। সেয়েহে মোহনে যেন আন কোনো চিন্তা নকৰি ইংলেণ্ডলৈ যাত্ৰাৰ কাৰণে প্ৰস্তুত হয়।

এনে সময়তে মোহনে সঁচাকৈয়ে এটা ভাল খবৰ পালে। ত্ৰম্বক্য মজুমদাৰ নামৰ জুনাগড়ৰ উকিল এজন ছেপ্টেম্বৰ মাহত জাহাজেৰে ইংলেণ্ডলৈ যাব। মোহন তেওঁৰ লগত যাবলৈ পালে এজন বুদ্ধিমান আৰু অভিজ্ঞ ব্যক্তিৰ সাহচৰ্য সম্ভৱ হৈ উঠিব।

খবৰটো শুনি মোহনে হাততে স্বৰ্গ পালে। সি দ্বিৰুক্তি নকৰি ডাঙৰ ককায়েকৰ যিজন বন্ধু তাৰ স্থানীয় অভিভাৱকৰূপে নিযুক্ত আছিল তেওঁৰ লগত যোগাযোগ কৰিলে। তেওঁৱোঁ মোহনক এই সুযোগ এৰি নিদিবলৈ ক'লে। হাতত কম সময় থকা কাৰণে মোহনে ককায়েকলৈ এখন টেলিগ্ৰাম কৰি যাত্ৰাৰ অনুমতি আনিলে।

কিন্তু মোহনে যেতিয়া জাহাজৰ টিকট কিনিবলৈ তাৰ ভিনিহিয়েকৰ ওচৰলৈ জমা কৰি থোৱা পইছা বিচাৰি গ'ল, তেওঁ খোলাখুলিকৈ পইছা দিবলৈ অস্বীকাৰ কৰিলে। তেওঁ ক'লে, "কেনেকৈ মই তোমাক ধন দিওঁ, যেতিয়া শেঠজীয়ে তোমাক কোনো প্ৰকাৰৰ সাহায্য দিয়াটো বাৰণ কৰিছে। তুমি জানা যে এই সমাজৰ মাজতে আমি বাস কৰিব লাগিব, আমাৰ ল'ৰা-ছোৱালীৰ বিয়া পাতিব লাগিব। সেয়েহে শেঠজীৰ আদেশ অমান্য কৰি মই তোমাক কোনো ধৰণৰ সাহায্য কৰিব নোৱাৰোঁ।"

কথা শুনি মোহনে চকুৰে সৰিয়হ ফুল দেখিলে। জাহাজ এৰিবলৈকো আৰু বেছি দিন নাই। এতিয়াতো ৰাজকোটলৈ গৈ ককাইদেৱেকৰ সাহায্যত টকা যোগাৰ কৰাৰ সময়ো নাই।

এনেতে মোহনৰ মনত পৰিল যে বোম্বাইত তেওঁলোকৰ আন এজন বন্ধু আছে। তেওঁৰ নাম ৰনকোদাস পাটোৱাৰী। তেওঁৰ পৰা জাহাজ ভাড়া ঋণস্বৰূপে লৈ তেওঁ সেই টকাখিনি লক্ষ্মী দাসৰ পৰা ল'বলৈ ক'ব পাৰি। মিষ্টাৰ পাটোৱাৰী সঁচাই মোহনহঁতৰ শুভাকাংক্ষী আছিল। তেওঁ মোহনে ইংলণ্ডলৈ যোৱাৰ সিদ্ধান্ত সম্পূৰ্ণ সমৰ্থন কৰিলে আৰু বিনাদ্বিধাই তাক জাহাজ ভাড়াৰ টকাখিনি দিলে।

মোহনে তেতিয়া মিঃ মজুমদাৰৰ লগত একেটা কেবিনতে থাকিবলৈ এটা বাৰ্থ ৰিজাৰ্ভ কৰিলে। পেণ্ট-ছুট অৰ্ডাৰ দিবলৈ সি মেহ্তাবক লগত ল'লে। মেহ্তাবেও নিজকে এই বিষয়ত অভিজ্ঞ বুলি দাবী কৰে। তেতিয়া গ্ৰীষ্মকাল, মেহ্তাবৰ পৰামৰ্শতে সি এটা বগা পেণ্ট্ আৰু এটা সৰু জেকেটৰ অৰ্ডাৰ দিলে। টাই বস্তুটো সি পছন্দ নকৰে, কিন্তু সি জানিছিল যে ইংলেণ্ডৰ ভদ্ৰ সমাজত মিলা-মিচা কৰোঁতে টাই পিন্ধাৰ প্ৰয়োজনীয়তা আছে। সেয়েহে কেডালমান টাই সি ছুটৰ লগত ল'লে।

নিৰামিষাহাৰী হোৱাৰ কাৰণে মোহনে সৰু এপাচি ফল আৰু বাদাম কিনিলে। গুজৰাটী মিঠাই তাৰ পৰিচিতসকলে তৈয়াৰী কৰি দিব বুলি কৈছিল। বস্তুখিনি কিনাৰ পিছত সি জুনাগড়ৰ উকিল মি. মজুমদাৰক দেখা কৰিবলৈ ওলাল। তালৈ যাওঁতে সি মেহ্তাবক লগত নিয়া নাছিল।

মিঃ মজুমদাৰ সঁচাই এজন সুহৃদস্বৰূপ আৰু সহৃদয় ব্যক্তি। মোহনে পৰিচয় দিওঁতে তেওঁ তাৰ লগত কৰমৰ্দন কৰিলে আৰু আসন গ্ৰহণ কৰিবলৈ অনুৰোধ কৰিলে। তেওঁ ক'লে, "ইংলেণ্ডলৈ যোৱাৰ বিষয়ত চিন্তা কৰিব লগা নাই মিষ্টাৰ গান্ধী। মই আপোনাৰ লগত জাহাজত সকলো সময়তে থাকিম আৰু লণ্ডন গৈ পোৱাৰ পিচতো আপোনাক সকলো প্ৰকাৰে সাহায্য কৰিম।"

"কিন্তু তাত থকাৰ বিষয়ত মোৰ যে খুব আশংকা হৈছে, মিষ্টাৰ মজুমদাৰ। মইতো সেইখন দেশৰ নিয়ম-কানুন একোকে নাজানো।"

মোহনৰ কথা শুনি মজুমদাৰে হাঁহি হাঁহি ক'লে, "আপুনি সেইবোৰ বুজি পোৱাৰ

আগতেই শিকি পেলাব। মই মাথোঁ এটা বিষয়ত উৎকণ্ঠিত, মিষ্টাৰ গান্ধী। আপুনি যে মোক ক'লে নিজকে নিৰামিষাহাৰী বুলি আৰু যে ক'লে আপুনি মাকৰ ওচৰত প্ৰতিজ্ঞা কৰিছে কেতিয়াও মাংস নোচোওঁ বুলি। কিন্তু ইংলেণ্ডৰ দৰে ঠাণ্ডা ঠাইত সেই প্ৰতিজ্ঞা পালন কৰা অতিশয় দুঃসাধ্য। ইংলেণ্ডৰ কথা বাদেই দিয়ক, আনকি জাহাজৰ ভিতৰত বৰ্তি থকাটোৱেই আপোনাৰ কাৰণে খুব কঠিন কাম হ'ব।"

মোহনে দৃঢ়ভাৱে ক'লে, "মিষ্টাৰ মজুমদাৰ, মাৰ ওচৰত কৰা প্ৰতিজ্ঞা মই ৰক্ষা কৰিবই লাগিব। তাৰ পৰিণতি যিয়েই নহওঁক। মাৰ ক্ষেত্ৰত মই মিছলীয়া নহওঁ।"

"ঠিক আছে তেনেহ'লে, গান্ধী। জাহাজত উঠাৰ দিনা আকৌ দেখা হ'ব।"

জাহাজ এৰাৰ আগৰ দিনা নিশা মোহনৰ দূৰ-সম্পৰ্কৰ পৰিচিত আত্মীয়সকলে মোহনৰ সম্মানত এখন বিদায় সম্বৰ্ধনাৰ সভা আয়োজন কৰিলে। এই লোকসকলে শেঠজীৰ নিষেধাজ্ঞা অমান্য কৰাৰ সাহস কৰিছিল। মোহন তাত উপস্থিত থাকি অন্তৰত প্ৰচুৰ সাহস সঞ্চয় কৰিলে।

অৱশেষত 'ক্লাইড' নামৰ জাহাজখন ১৮৮৮ চনৰ ৪ ছেপ্টেম্বৰৰ আবেলি বোম্বাই বন্দৰ এৰিলে। সেইদিনা জাহাজ এৰাৰ বহুত আগতেই মোহন, মেহ্‌তাব আৰু পাৰিবাৰিক বন্ধুসকলৰ সৈতে জাহাজঘাটত উপস্থিত হ'ল। অলপ সময় পিচত মিঃ মজুমদাৰে তাঁলৈ আহিল। তেতিয়া পূজনীয় ব্যক্তিসকলক প্ৰণাম জনাই আৰু বাকীসকলকো হাত-যোৰ কৰি 'নমস্তে' বুলি কৈ মোহন মিঃ মজুমদাৰৰ লগত জাহাজত উঠিলগৈ।

অলপ পিচতে আবেলি পাঁচ বজাৰ সময়ত চাইৰেণ বজাই জাহাজ এৰিলে। তেতিয়া সকলো যাত্ৰীয়েই জাহাজৰ ৰেলিঙৰ কাষলৈ আহি হাত জোকাৰি জোকাৰি আত্মীয়-বন্ধুসকলৰ পৰা বিদায় ল'ব ধৰিলে। সেইসকলৰ মাজত মোহনে মেহ্‌তাব আৰু আন পৰিচিতসকলক দেখি মোহনৰ মন বিষাদেৰে ভৰি পৰিল। এওঁলোকৰ লগত আকৌ কেতিয়া দেখা হ'ব একমাত্ৰ ঈশ্বৰেই ক'ব পাৰে। ইংলেণ্ডত সি কেনেকৈ থাকিব আৰু তাৰ বেৰিষ্টাৰি পাছ কৰা হ'বনে নাই সি ক'ব নোৱাৰে। তাৰ ভৱিষ্যৎ কৰ্মৰ গতি কোনফালে অগ্ৰসৰ হ'ব তাৰ একো ধাৰণা নাই। কিন্তু সি এইটো ভালকৈ জানে যে দেশলৈ সি ঘূৰি আহিবই। যি মাতৃভূমিয়ে তাক জননীৰ দৰে লালন-পালন কৰিছে সেই মাতৃভূমিৰ কোলাত সি নিশ্চয় আশ্ৰয় ল'ব। হয়তো মাতৃভূমিৰ কল্যাণৰ হকেই সি তাৰ বাকী জীৱন উৎসৰ্গ কৰিব।

# দ্বিতীয় পৰ্ব
## ইংলণ্ডত শিক্ষা লাভ
## স্বদেশলৈ প্ৰত্যাৱৰ্তন আৰু স্বদেশত বেৰিষ্টাৰী

---

### পঞ্চম অধ্যায়

## লণ্ডনত প্ৰথম বছৰ

ধীৰে ধীৰে বোম্বাই চহৰৰ উন্নত প্ৰাসাদৰাজি সুদূৰত হেৰাই গ'ল। সাগৰীয় পক্ষীকুলে অলপ দূৰ জাহাজৰ লগত ফেৰ মাৰি আহি আকৌ উপকূললৈ উভতিল। এতিয়া মাথোঁ সমুদ্ৰৰ নীল সলিলৰাশিয়ে আদিগন্ত ঢৌ তুলি যাত্ৰীসকলক স্বাগত জনাই আছে।

ডেকত থিয় হৈ থকা মোহনৰ কাষলৈ কেতিয়া যে মিঃ মজুমদাৰ আহিল সি ক'ব নোৱাৰে।

মজুমদাৰে লাহে লাহে ক'লে, "পৰিয়ালৰ কাৰণে মন বেয়া লাগিছে মিঃ গান্ধী?"

মোহনে একোকে নকৈ মূৰটো এফাললৈ দোঁৱাই 'এৰা!' বুলি মাথোঁ উত্তৰ দিলে। ৰাজকোটৰ পৰা বিদায় লোৱা সময়ত দেখা কস্তুৰৰ চকুলোৰ সিক্ত মুখ তেতিয়া তাৰ দৃষ্টিৰ সম্মুখত ভাসমান্। সকলোৱেতো তাক বিলাতলৈ যোৱাৰ কাৰণে বাধা দিছিল, আনকি এসময়ত তাৰ ককায়েক লক্ষ্মী দাসেও। কিন্তু মোহনৰ মন তেতিয়া অবিচল। ইংলেণ্ডৰ পৰা সি শতেক চেষ্টা কৰি হ'লেও 'বেৰিষ্টাৰ' হৈ উভতিব আৰু প্ৰত্যাৱৰ্তনৰ পিচত পৰিয়ালৰ আৰ্থিক উন্নতিৰ কাৰণে উঠি পৰি লাগিব। তাততো সি মাথোঁ তিনিটা বছৰ থাকিব। এই কেইটা বছৰ আটায়ে কষ্ট কৰি থাকিব নোৱাৰিবনে?

মিঃ মজুমদাৰে লাহে লাহে ক'লে, "স্ত্ৰী-পুত্ৰ-কন্যাৰ কথা ভাবি মোৰো মন বেয়া লাগি যায়। কিন্তু উপায়নো কি? আমাৰ 'কেৰীয়াৰ'ৰ কাৰণে এই বিচ্ছেদ আমি সহ্য কৰিবই লাগিব। ভৱিষ্যতৰ কথা চিন্তা কৰিয়েই আমাৰ মন দৃঢ় কৰিব লাগিব মিঃ গান্ধী।"

মোহনে কোনো উত্তৰ নিদি চিন্তাত নিমগ্ন হ'ল। তাৰ পৰিধানত আছিল এযোৰ ক'লা ছুট।

মোহনে এইটো লক্ষ্য কৰিলে যে মজুমদাৰে তাৰ লগত ভায়েকৰ দৰে ব্যৱহাৰ নকৰি সম-বয়সী বন্ধুৰ নিচিনাকৈ ব্যৱহাৰ কৰিছে। তেওঁ যেন প্ৰকৃততে মোহনৰ

কৰ্কায়েক, তাৰ লণ্ডন অৱস্থান-কালত বিপদে-আপদে যত্ন ল'ব! কথাষাৰ ভাবি মোহনৰ বৰ ভাল লাগিল।

অলপ সময়ৰ পিচতে সন্ধিয়াৰ ছয় বজাৰ সময়ত ডিনাৰৰ ঘণ্টা বাজিল। মোহনৰ ডাইনিং হললৈ যোৱাৰ অলপো ইচ্ছা নাছিল। এনেয়ে ইউৰোপীয় ধৰণৰ খোৱাবস্তুৰ প্ৰতি তাৰ কোনো ৰুচি নাই, তদুপৰি এসোপা অপৰিচিত লোকৰ লগত সাক্ষাৎ— কথাষাৰ ভাবিয়েই তাৰ হাত ভৰি শীতল হৈ আহিল।

"মিঃ গান্ধী, ডাইনিং হললৈ যাওঁ বলক, কি কয়?"

মোহনে লাহে লাহে উত্তৰ দিলে, "মোৰ তালৈ যোৱাৰ অকণো ইচ্ছা নাই, মিঃ মজুমদাৰ।"

মজুমদাৰে প্ৰশ্ন কৰিলে, "তেনেহলে খাব কি?"

"ঘৰৰ পৰা ফল আৰু মিঠাই আনিছোঁ। সেইবোৰ খায়েই যিমানদিন পাৰোঁ চলাওঁচোন।"

"ঠিক আছে তেনেহ'লে, মই অকলেই যাওঁ।" এইদৰে কৈ মজুমদাৰে ডাইনিং হলৰ ফালে খোজ আগবঢ়াব খুজি হঠাতে ক'লে, "পিচে মোৰো এটা সমস্যা হৈছে। এতিয়াই পিন্ধিব পৰাকৈ মোৰ হাতত কোনো 'ব্লেক্ কোট' নাই। মোৰ কোটটো ট্ৰাংকৰ ভিতৰতে আছে; ট্ৰাংকটো খোলাই হোৱা নাই। ডিনাৰৰ সময়ত ব্লেক্ কোট পিন্ধি নগ'লে ঘূৰি ঘূৰি সকলোৱে মোকে চাব।"

"তেনেহ'লে আপুনি মোৰ ব্লেক্ কোটটোকে লৈ যাওক। মইতো তালৈ এতিয়া নাযাওঁৱেই, গতিকে মোৰ ব্লেক্ কোটৰো প্ৰয়োজন নাই।" এইদৰে কৈ মোহনে নিজৰ গাৰ পৰা কোটটো খুলি মজুমদাৰক দিলে।

মিঃ মজুমদাৰে কৃতজ্ঞচিত্তে ক'লে, "আপোনাৰ এই 'অফাৰ'ৰ কাৰণে অশেষ ধন্যবাদ মিঃ গান্ধী।"

মোহনে পাচিৰ ঢাকনি খুলি দেখিলে যে আপেল, কল আৰু সুমথিৰা টেঙা আছে। মিঠাই আছে পেৰা, সোণপাপৰি, লাড্ডু, বৰফি আৰু শুকান হালোৱা। পেৰা আৰু বৰফি মোহনৰ মাকে নিজে তৈয়াৰী কৰি পঠাইছে। কস্তুৰেও কেইবিধমান লাড্ডু তৈয়াৰী কৰিছে। খাই থাকোঁতে মোহনৰ মাক আৰু পত্নীলৈ মনত পৰিল। কেতিয়া যে তাৰ দুই চকু চকুলোৰে ভৰি পৰিল সি ক'বই নোৱাৰে।

নিশা যেতিয়া গাঢ় হৈ আহিল পেছেঞ্জাৰ ডেক প্ৰায় খালী হ'ল; তেতিয়া মোহনে অতি সন্তৰ্পণে তাৰ কেবিনৰ পৰা ওলাই আহি ৰেলিঙত ধৰি থিয় হ'ল। সেইদিনা আকাশ আছিল নিৰ্মল। ইফালে সিফালে মাথোঁ আসন্ন শৰতৰ জলবিহীন মেঘ মাথোঁ ভাহিছিল। অলপ পিচত মোহন আকৌ নিজৰ কেবিনলৈ ঘূৰি গ'ল।

পিচদিনা পুৱা আঠ বজাত শোৱাৰ পৰা উঠি বাথৰুমলৈ গ'ল। প্ৰথমবাৰৰ কাৰণে এতিয়া সি পানীৰ বদলি টিশুপেপাৰ ব্যৱহাৰ কৰিবলৈ বাধ্য হ'ল। সি ইয়াৰ আগতে কেতিয়াও টিশুপেপাৰ দেখা নাছিল। সি মনে মনে ভাবিলে যে সি এতিয়া পশ্চিমীয়া সভ্যতাৰ প্ৰভাৱত, ইয়াৰ পৰাই তাৰ আদব-কায়দাত অভ্যস্ত হ'ব লাগিব। তথাপি পানীৰ সলনি টিশু পেপাৰ ব্যৱহাৰ কৰি তাক ঘিণ্ ঘিণ্ ভাব এটা থাকি গ'ল। গা ধুই ওলাই অহাৰ আগতে আৰু এবাৰ সি ভালকৈ চাবোনেৰে ঘঁহি ঘঁহি হাত ধুই ল'লে।

সেইদিনাও মোহনে ডাইনিং হলত খাবলৈ ন'গল। অপৰিচিত লোকৰ লগত সিনো কিভাবে কথা পাতিব তাকে ভাবি নেপালে। তদুপৰি হাতৰ সলনি কাঁটাচামুচেৰে খোৱাতো সি একেবাৰেই অভ্যস্ত হোৱা নাই। পেটে পেটে সি ভয় কৰিলে যে তাৰ খোৱা আনে চাই থাকিব আৰু অলক্ষ্যে হাঁহিব। সেই লজ্জাৰ পৰা পৰিত্ৰাণ পাবলৈকে সি সেইদিনা ঘৰৰ পৰা অনা ফল আৰু মিঠাই খাইয়েই ভোক গুচালে।

সেইদিনা নিশাই কেবিনৰ দুৱাৰত টুকুৰিওৱাৰ শব্দ শুনি মোহনে দুৱাৰ খুলি দেখিলে যে মজুমদাৰ এজন অপৰিচিত লোকৰ লগত দুৱাৰমুখত থিয় দি আছে। মোহনক দেখা মাত্ৰে মজুমদাৰে ক'লে, "মিঃ গান্ধী, আপোনাৰ লগত এখেতৰ পৰিচয় কৰাই দিওঁ। এখেত মিঃ আব্দুল মজিদ, ফাৰ্ষ্ট ক্লাছৰ যাত্ৰী। আজি ডিনাৰ খাওঁতে কথা-বতৰা হ'ল। ভাবিলোঁ একে দেশীয় লোক, আপোনাকো চিনাকি কৰি দিওঁ।"

মিঃ আব্দুল মজিদে হাত আগবঢ়াই মোহনৰ লগত কৰমৰ্দন কৰিলে।

মিঃ মজুমদাৰে ক'লে, "মিঃ গান্ধী, গুড় নিউজ। মই আৰু মিঃ মজিদে জাহাজৰ ৰান্ধনিশাললৈ গৈ এজন ভাৰতীয় ৰান্ধনি বিচাৰি উলিয়াইছোঁ। তেওঁ প্ৰতিদিনেই আমাৰ তিনিজনৰে ডিনাৰ ৰান্ধি দিব। গতিকে আপুনি আৰু ফলমূল খাই থাকিব নেলাগে। সি আপোনাৰ কাৰণে ভেজিটেৰিয়ান ডিনাৰো ৰান্ধি দিব।"

মোহন কৃতজ্ঞ হৈ মজুমদাৰক ক'লে, "ইয়াৰ কাৰণে আপোনাক অশেষ ধন্যবাদ, মিঃ মজুমদাৰ। সঁচাই এই দুদিন খোৱাত খুব কষ্ট হৈছে। কিন্তু মিঃ মজিদ, আপুনিতো নিশ্চয় ইউৰোপীয় খাদ্য খোৱাত অভ্যস্ত!"

মিঃ মজিদে অলপমান হাঁহি উত্তৰ দিলে, "সেইটো সঁচা, মিষ্টাৰ গান্ধী। কিন্তু কথা কি জানে, দেশীয় খাদ্য থাকিলে ইউৰোপীয় খাদ্য আৰু খাবলৈ মন নাযায়। সেয়েহে মিঃ মজুমদাৰে যেতিয়া ক'লে ব'লক, আমি এজন ভাৰতীয় কুকৰ খবৰ কৰোঁ, মই লগে লগেই ৰাজী হৈ গ'লোঁ। বাৰু, এতিয়া আপুনি জিৰণি লওক, কালিলৈ আকৌ আমি লগ লাগিম।"

মিঃ মজুমদাৰে ক'লে, "ময়ো অলপ জাহাজৰ ডেকতে বহোঁগৈ। আপোনাক এই

সুখবৰটো দিবলৈ ততাতৈয়াকৈ আহিলো মিঃ গান্ধী। আপুনিও যাব নেকি মোৰ লগত?”

মোহনে ততাতৈয়াকৈ উত্তৰ দিলে, “নাই, মই এতিয়া নাযাওঁ। আপোনালোক যাওক। মই পিচত যাম।”

নিশা যেতিয়া গভীৰ হ'ল, মোহন আহি ডেকত থিয় হ'ল। হঠাতে পানীলৈ চাই তাৰ ধাৰণা হ'ল যেন হাজাৰ-বিজাৰ হীৰাৰ দীপ্তি পানীৰ পৰা বিচ্ছুৰিত হৈ পৰিছে। কিন্তু সি জানে যে হীৰা পানীত নোপঙে। তাৰ পিচত সি ভাবিলে এইবোৰ বোধহয় কিবা পোক, যিবোৰ কেৱল নিশাহে দেখা যায়। কিন্তু অলপ পিচতে আকাশলৈ চাই সি বুজি পালে যে পানীৰ পৰা এই দীপ্তি আকাশৰ তৰাৰ প্ৰতিবিম্বৰ বাহিৰে একো নহয়। নিজৰ ভ্ৰম বুজিব পাৰি তেতিয়া মোহনৰ বৰকৈ হাঁহি উঠিল। এই তৰাৰ দীপ্তিয়ে তাক আক' আতচ্‌বাজী জ্বলোৱাৰ কথা মনত পেলাই দিলে। ৰাজকোটত 'দশেৰা' উৎসৱত আতচ্‌বাজী জ্বলোৱা চাই মোহনে খুব ভাল পায়।

সেইদিনাই মোহনে ঠিক কৰিলে যে প্ৰতি নিশাই সি দিনলেখা লিখিব, দৈনন্দিন ঘটা সকলো ঘটনাৰ খতিয়ান বহীত তুলি থ'ব।

* * *

পাঁচ দিনৰ পিচত ৰাতিপুৱা জাহাজ এডেন বন্দৰত উপস্থিত হ'ল। এই কেইদিন কোনো জলহীন স্থানৰ দৰ্শন কাৰো হোৱা নাছিল, সকলোৰে মন প্ৰায় অতিষ্ঠ হৈ উঠিছিল। ইমান দিনৰ পিচত পুনৰ মাটি দেখা পাই সকলোৰে মন আনন্দত ভৰিল।

পুৱাবেলাৰ এঘাৰমান বজাত জাহাজে লংগৰ পেলালে। জাহাজ ৰখোৱাৰ লগে লগেই তাৰ কাষলৈ বহুতো সৰু সৰু নাও আহিল। এটা দৃশ্য দেখি মোহন অবাক হ'ল, ইউৰোপীয়ান যাত্ৰীসকলে পানীত পইছা পেলাই দিছে আৰু সৰু সৰু ল'ৰা কিছুমান সেই পইছা সাগৰৰ তলৰ পৰা বুটলি আনিছে। পোনতে এই খেলাটো চাই মোহনে বৰ আনন্দ পাইছিল, কিন্তু পিচত যেতিয়া সি শুনিলে যে এনেকৈ সাগৰৰ পৰা পইছা তোলোতে বহুতো সৰু ল'ৰাৰ হাত ভৰি ঘঁৰিয়ালে কামুৰি ছিঙি লৈ যায়। তাৰ মন বেয়া লাগি গ'ল।

সোনকালেই সকলো যাত্ৰীয়ে পাৰলৈ যাবলৈ সাজু হ'ল। মোহনে মিঃ মজুমদাৰ আৰু মিঃ মজিদৰ সৈতে চহৰ চাবলৈ সৰু নাও এখনত উঠিল।

চহৰত সোমাই মোহনৰ ধাৰণা হ'ল যে সি ৰাজকোট চহৰৰ সমৃদ্ধ ইউৰোপীয়ান অঞ্চললৈ আহিছে। বেছিভাগেই বঙলা-আকৃতিৰ ঘৰ। ঠাইখন বৰ ৰুক্ষ, ক'তো গছ-গছনি বা ঘাঁহ নাই।

এই চহৰৰ ঘাই আৰ্কণ হ'ল এটা বিশাল পানীৰ টেংক। কিন্তু এওঁলোকে গম পালে যে সেইটো এঘণ্টাৰ ভিতৰতে চাবগৈ নোৱাৰে। তেতিয়া সিহঁতে এডেনৰ সামৰিক কেম্প চাবলৈ গ'ল। এইটো এটা টিলাৰ ওপৰত অৱস্থিত আৰু যথেষ্ট ডাঙৰ ইটাৰ বিল্ডিং। এইবোৰ ঘূৰি ফুৰোঁতে গৰমত সিহঁত ঘামি গ'ল। আৰু একো চোৱাৰ সময়ো নাই সিহঁতৰ। সিহঁতৰ প্ৰত্যেকেই ঘোঁৰা-গাড়ীৰ ভাৰাৰ বাবদ এটকাকৈ দিব লগা হ'ল। তাৰ পিচত সকলোৱে জাহাজলৈ উভতি আহিল। দুপৰীয়া বাৰ বজাৰ সময়ত জাহাজৰ লংগৰ তুলিলে।

সেইদিনা সন্ধিয়া জাহাজ লোহিত সাগৰৰ মাজত সোমাল। লগে লগে বহুগুণে গৰম বাঢ়ি গ'ল। কেবিনৰ ভিতৰত এতিয়া থকা অসুবিধা। একমাত্ৰ আশ্ৰয় স্থল জাহাজৰ আচ্ছাদিত ডেক, য'ত সাগৰৰ বতাহত গৰম অনুভৱ নহয়। বহুতেই ৰাতিও তাতে শুবলৈ ধৰিলে। তেওঁলোকক দেখি মোহনেও তাত চাদৰ পাৰি শুবলৈ আৰম্ভ কৰিলে।

এডেন এৰাৰ চাৰি দিন পিচত নিশা ছুয়েজ বন্দৰলৈ আহিল। দূৰৰ পৰা যাত্ৰীসকলে তাঁৰ বিজুলীৰ পোহৰ দেখিবলৈ পালে। ইয়াত লোহিত সাগৰ ইমান ঠেক যে যাত্ৰীয়ে দুয়োফালৰ পাৰ স্পষ্ট দেখা পায়। কিন্তু ছুয়েজত সোমোৱাৰ মুখতে আছে 'হে'লছ্ গেইট', য'ত বহুতো জাহাজে পাহাৰত খুন্দা মাৰি ডুবি গৈছে।

ছুয়েজ চহৰতো জাহাজ এঘণ্টাৰ কাৰণে ৰ'ল। সেই কেইদিনত মোহনে ইংৰাজীত কথা পাতিবলৈ কিছুদূৰ সক্ষম হৈছে আৰু অপৰিচিতসকলৰ লগত তাৰ কথা কবলৈ থকা ভয়ো অলপ সাম কাটিছে। ইয়াতো মোহনে শুনিলে যে ইয়াৰ পিচত খুব ঠাণ্ডা পৰিব আৰু মদ খাই শৰীৰ গৰম ৰাখিব লাগিব। মোহনৰ কথাটো বিশ্বাস নহ'ল।

ছুয়েজ খালৰ মাজেদি জাহাজ লাহে লাহে যাবলৈ আৰম্ভ কৰিলে। খালটো সৰু কাৰণে এবাৰত এখনৰ বেছি জাহাজ যাব নোৱাৰে। খালটোৰ দুয়োপাৰে বালিৰ পাহাৰ, মাজে মাজে উটৰ পিঠিত উঠি যোৱা মানুহ দেখা যায়। খালটোৰ পানী কিন্তু বৰ লেতেৰা। মোহনৰ ধাৰণা হ'ল যে খালটোৰ পৰিধি ৰাজকোটৰ কাষতে থকা অজি নদীতকৈ বেছি নহ'ব। অলপ পিচতে খালটোৰ দুয়োপাৰে শাৰী শাৰী ৰঙা-নীলা পোহৰৰ পোহাৰ বহিল। ছুয়েজ খালটো পাৰ হওঁতে প্ৰায় চৌবিছ ঘণ্টা লাগিল।

সন্ধিয়া বেলিকা 'ক্লাইড্' জাহাজ পোৰ্ট ছৈয়দ বন্দৰলৈ আহিল। ইয়াতো অলপ সময়ৰ কাৰণেহে ৰখোৱা হয়। ভাৰতীয় টকা কিন্তু ইয়াত একেবাৰে অচল। চলে ব্ৰিটিছ পাউণ্ড শ্বিলিং।

ইয়াতো মোহনে যথাৰীতি মিঃ মজুমদাৰ আৰু আব্দুল মজিদৰ লগত চহৰ চাবলৈ গ'ল। মোহনে গম পালে যে এইখন একেবাৰেই ফৰাচী চহৰ। ফৰাচীসকলেই ছুয়েজ

খালৰ খননকাৰ্য কৰিছে, শুল্ক সংগ্ৰহো তেওঁলোকেই কৰে, গতিকে এইখন যে ফৰাচী চহৰত পৰিণত হ'বই, তাত আচৰিত হ'ব লগা একো নাই।

সিহঁত আচৰিত হ'ল তেতিয়া, যেতিয়া সিহঁতে এটা থিয়েটাৰত সোমাইছোঁ বুলি প্ৰকৃততে এখন ফৰাচী কাফেত সোমাল। বস্তুৰ দাম অত্যন্ত বেছি, এবটল লেম'নেইডৰ দাম বাৰ পেনি, ফিটোৰ দাম বোম্বাইত মাথোঁ এক পেনি। কাফেৰ এফালে আছে বাৰ আৰু আনফালে আছে গানৰ মঞ্চ, য'ত বেণ্ডৰ সহযোগত এগৰাকী মহিলাই ফৰাচী ভাষাত গান গাই আছে। বেইটাৰে যেতিয়া অৰ্ডাৰ ল'বলৈ আহিল, তেতিয়া মোহনে লেম'নেইডৰ অৰ্ডাৰ দিলে। সি ভাবিছিলে গান বোধহয় 'ফ্ৰি', পিচে অলপ পিচতে এগৰাকী মহিলাই প্লেটৰ ওপৰত ৰুমাল এখন মেলি সকলোৰে কাষলৈ নিলে। তাৰ কাষলৈ আনোতে মোহনেও ছয় পেনি দিলে। সি মনে মনে ভাবিলে পোৰ্টছৈয়দৰ মানুহবোৰ বৰ চতুৰ, অলপ সতৰ্ক নহ'লে যাত্ৰীসকলে ঠগ খাই ধন-পইছা হেৰুৱাব লাগিব।

পোৰ্টছৈয়দৰ পৰা জাহাজ এৰিলে সন্ধিয়া সাত বজাৰ সময়ত। এইবাৰ ডেকলৈ ওভতাৰ সময়ত মিঃ জেফ্ৰিছ্ নামৰ ভদ্ৰলোক এজনৰ লগত মোহনৰ কথা-বতৰা হ'ল। ভদ্ৰলোক এগৰাকী সদাশয় ব্যক্তি। মোহনে মাংস নাখাই বুলি শুনি ভদ্ৰলোকে হাঁহি ৰাখিব নোৱাৰিলে।

"ইয়ংমেন, এইটো খুব প্ৰশংসাৰ যোগ্য যে তুমি তোমাৰ মাৰ ওচৰত প্ৰতিজ্ঞা কৰিছা যে তুমি মাংস নাখাবা। কিন্তু তুমি ইউৰোপীয়ান দেশলৈ গৈছা, তাত খুব ঠাণ্ডা, মাংস নাখালে তুমি বাচিবা কেনেকৈ? কেইদিনমান পিচতে ব্ৰিন্দিছি চহৰ পাবা, তাতেই গম পাবা কেনেকুৱা শীত পৰে। তাৰ পিচত যেতিয়া ইংলেণ্ডৰ কাষত বে' অভ্ বিস্কে পাবা, তেতিয়া মাংস নাখালে তোমাৰ জীয়াই থকাৰে সমস্যা হ'ব।"

"কিন্তু মিঃ জেফ্ৰিছ, মই মাৰ ওচৰত কৰা প্ৰতিজ্ঞা ভংগ কৰিব নোৱাৰোঁ। আপোনাক মাথোঁ মই এটাই অনুৰোধ কৰিছোঁ, জাহাজৰ পৰা শেষৰবাৰলৈ নমাৰ সময়ত মোক এখন চাৰ্টিফিকেট দিব যে মই জাহাজত কোনো মাংস বা মদ স্পৰ্শ কৰা নাই।

"তুমি যদি এইবোৰ বস্তু সঁচাই স্পৰ্শ নকৰাকৈ থাকা, তেনেহ'লে মই তেনে এখন চাৰ্টিফিকেট দিয়াত কোনো আপত্তি নাই। তোমাৰ কথা মই বিশ্বাস কৰিম। অৱশ্যে তোমাৰ শৰীৰৰ কথা ভাবি মই কৈছোঁ যে তুমি এই সংকল্প পৰিত্যাগ কৰা।"

মোহনে আৰু কথা আগ নবঢ়াই মিঃ জেফ্ৰিছৰ পৰা বিদায় ল'লে।

তিনিদিন পিচত জাহাজ পোৰ্টছৈয়দৰ পৰা ব্ৰিন্দিছিত উপস্থিত হ'ল। এইখন চহৰ তেতিয়া ইটালীৰ অন্তৰ্গত; সেয়েহে ইয়াৰ কথা-বতৰা, স্থাপত্য আদি সকলোৱেই ইটালীয়। মোহনহঁত চহৰ চাবলৈ ওলাই যাওঁতে সন্ধিয়া গহীন হৈ আহিছে। চাৰিওফালে পকা

ঘৰ। ঘূৰণীয়া শিলেৰে বন্ধোৱা পথ-ঘাট, ঢাল খাই যোৱা ৰাস্তা। চহৰখনৰ ৰেইল্‌ৱে ষ্টেছন দেখি মোহন অলপ নিৰাশ হ'ল। তাৰ অনুভৱ হ'ল নিজ দেশৰ বি. বি. এণ্ড কোম্পানিৰ ৰে'ল-ষ্টেছন বহুত ডাঙৰ। অৱশ্যে ইয়াৰ গাড়ীৰ ব'গিবিলাক ভাৰতীয় ব'গিতকৈ ডাঙৰ।

ইয়াতে মোহনে দেখা পালে যে এজন মানুহে সিহঁতৰ ওচৰলৈ আহি ফুচ্‌ফুচাই ইংৰাজীতে কৈছে, "মিষ্টাৰ, ছোৱালী বিচৰা নেকি? একেবাৰে কুমাৰী ছোৱালী, মাথোঁ চৈধ্য বছৰ। দাম খুব সস্তা। পছন্দ হ'লেহে দাম দিবা।"

মিঃ মজুমদাৰ আৰু আব্দুল মজিদে মানুহটোৰ কথাত অকণো আচৰিত ন'হল। মিঃ মজিদেই মানুহটোক আঁতৰাবৰ কাৰণে চেষ্টা কৰিলে। কিন্তু মানুহটোৱে কোনোমতেই সিহঁতৰ লগ নেৰে। তাৰ পিচত মিঃ মজিদে যেতিয়া পুলিচক মতাৰ ভয় দেখুৱালে, সি একান্ত অনিচ্ছাৰে সিহঁতক এৰি আনফালে গ'ল।

এই অভিজ্ঞতাৰ বিষয়ে মোহনে পিচত তাৰ 'লণ্ডন ডায়েৰী'ত এইদৰে লিখিলে, "শান্তভাৱে তুমি তাক দৃঢ় কণ্ঠে ক'বা যে তুমি তাইক নিবিচৰা আৰু মানুহটোকো আঁতৰি যাবলৈ ক'বা, তেতিয়া তুমি নিৰাপদ। তুমি যদি কোনো বিপদত পৰা তেনেহ'লে ওচৰত থকা পুলিচত খবৰ দিবা অথবা কোনো ডাঙৰ বিল্ডিঙত সোমাই পৰিবা। কিন্তু সেইটো সোমোৱাৰ আগতে ঘৰটোৰ নাম মনত ৰাখিবা আৰু নিশ্চিত হ'বা যাতে ঘৰটো সাধাৰণৰ ব্যৱহাৰৰ কাৰণে খোলা। তুমি যদি নিৰ্ভীক, তেনেহ'লে পোৰ্টাৰক ক'বা যে সি যেন তোমাক কোনো পুলিচ অফিচাৰৰ ওচৰলৈ লৈ যায়।"

ব্ৰিন্দিছিৰ পৰা 'ক্লাইড্' নিচেই পুৱাতে এৰিলে। তিনিদিন পিচত জাহাজখন আহি আবেলি দুইমান বজাত মাল্টা দ্বীপত ৰ'ল। ইয়াত জাহাজ ৰ'ব চাৰি ঘণ্টাৰ কাৰণে।

ইয়াত কিন্তু চহৰ-দৰ্শনৰ বিষয়ত এটা সৰু বেয়া লগা ঘটনা ঘটিল। মোহন আৰু মিঃ মজুমদাৰৰ ওচৰলৈ আহোঁতে মিঃ মজিদৰ অলপ দেৰি হৈছিল। কিন্তু মোহন চহৰ চাবলৈ অস্থিৰ হৈ পৰিল। মিঃ মজুমদাৰক যোৱাৰ কাৰণে সি পেঘেনিয়াব ধৰিলে। মিঃ মজুমদাৰে প্ৰশ্ন কৰিলে, "আমি মিঃ মজিদৰ কাৰণে আৰু অপেক্ষা কৰোঁনে, নে আমি দুজনেই যাওঁ?"

মোহনে উত্তৰ দিলে, "আপুনিয়েই ঠিক কৰক।"

মিঃ মজুমদাৰে ক'লে, "তেনেহ'লে ব'লক, আমি দুজনেই চহৰখন চাই আহোঁ।"

মাল্টা অতি সুন্দৰ চহৰ। ইয়াত ইমান চাবলগীয়া বস্তু আছে যে মাত্ৰ চাৰি ঘণ্টাত সেইবোৰ চাই শেষ কৰিব নোৱাৰি। সিহঁতে প্ৰথমে গ'ল ছেইণ্ট জৰ্জ চাৰ্চ চাবলৈ। সিহঁতে গাইডক এক শ্বিলিং দি চাৰ্চটো ভালদৰে চালে। চাৰ্চত, বিশেষকৈ প্ৰয়াত বিশ্বপসকলৰ সযতনে সংৰক্ষণ কৰা কংকালবোৰে সিহঁতক আকৰ্ষণ কৰিলে। ইয়াৰ

পৰা সিহঁত চহৰৰ আৰ্মাৰ হললৈ গ'ল, য'ত বিখ্যাত শিল্পী পিটাৰ পল্ ৰুবেন্‌ছে খ্ৰীষ্টৰ জীৱন বৰ্ণনা কৰি কৰা কাপোৰৰ ওপৰৰ 'টেপেষ্ট্ৰি' প্ৰদৰ্শিত হৈছে। মোহনৰ কাৰণে এয়া প্ৰথম ইউৰোপীয় আৰ্ট দৰ্শন। তাত নেপোলিয়ন বোনাপাৰ্টৰ ঘোঁৰাৰ গাড়ীও সজ্জিত কৰি ৰখা হৈছে। আৰ্মাৰী চোৱাৰ পিচত সিহঁতে এখন টেঙাৰ বাগিচা চাবলৈ গ'ল, য'ত সিহঁতে ৰঙা আৰু সোণালী ৰঙৰ মাছ পুখুৰীত ৰহন চৰাই থকা দেখিলে। মোহনে মাছবোৰ চাই খুব ভাল পালে।

বাটতে সিহঁতে লগ পালে এজন ভাৰতীয়ক। মিঃ মজুমদাৰে উপযাচি মানুহজনৰ লগত কথা-বতৰা হ'ল। মানুহজনে ক'লে যে মাল্টাত তেওঁৰ এক ভ্ৰাতৃৰ দোকান আছে আৰু তালৈ সিহঁত যোৱাৰ কাৰণে তেওঁ সনিৰ্বন্ধ অনুৰোধ কৰিলে। অগত্যা সিহঁত গ'ল। তাতেই সিহঁতৰ দুঘণ্টা পাৰ হৈ গ'ল। তাৰ পৰা অহাৰ আগতে মানুহজনে তেওঁৰ লণ্ডনত থকা ভ্ৰাতৃ এজনৰ কলিং কাৰ্ড মিঃ মজুমদাৰক দিলে। তেওঁলোকৰ পৰা বিদায় লৈ নাৱত উঠোঁতে সন্ধিয়া ছয় বাজিল। মোহনৰ ইচ্ছা থকা সত্ত্বেও আৰু বিশেষ একো চোৱা নহ'ল।

জাহাজলৈ উভতি আহোঁতেই সিহঁতে মিঃ আব্দুল মজিদক ডেকত বৈ থকা পালে।

মিঃ মজিদে ক'লে, "মোৰ দেৰি হোৱা বাবে সঁচাই দুঃখিত। আপোনালোকে কিন্তু মোৰ কাৰণে অলপ অপেক্ষা কৰিব পাৰিলেহেঁতেন।"

মজুমদাৰে ততাতৈয়াকৈ ক'লে, "মইতো অপেক্ষা কৰিবলৈকে ৰাজী আছিলোঁ। পিচে মিঃ গান্ধীয়ে সোনকালে চহৰ চোৱাত জোৰ দিলে।"

মজুমদাৰে সকলো দোষ মোহনক দিয়া দেখি তাৰ বৰ বেয়া লাগিল। সি ভাবিলে আব্দুল মজিদক কয়, "মিঃ মজুমদাৰে যদি সঁচাই আপোনাৰ কাৰণে অপেক্ষা কৰিব বিচাৰিছিল তেনেহ'লে মোৰ কথা উপেক্ষা কৰিও তেওঁ আপোনাৰ কাৰণে অপেক্ষা কৰা উচিত আছিল। তেওঁ মোতকৈ বয়োজ্যেষ্ঠ, মোৰ বিচাৰ-বিবেচনাৰ ওপৰত তেওঁ নিৰ্ভৰ কৰা উচিত হোৱা নাই।"

কিন্তু মোহন আছিল লাজুক আৰু নম্ৰ প্ৰকৃতিৰ ল'ৰা, কাৰো সৈতে দ্বন্দ্ব-খৰিয়াল কৰাৰ প্ৰবৃত্তি তাৰ এতিয়ালৈকে নাই। সেয়েহে আৰোপিত অপবাদ সি নীৰৱে সহ্য কৰিলে। ফলত মিঃ মজুমদাৰৰ প্ৰতি তাৰ শ্ৰদ্ধা কমি গ'ল। তাৰ দৃষ্টিত তেওঁ বহু তললৈ নামিল।

সন্ধিয়া সাত বজাত আকৌ চাইৰেন বজাই জাহাজ এৰিলে। ইংলেণ্ডলৈ যোৱাৰ আগতে শেষবাৰৰ কাৰণে জাহাজ ৰ'ল জিব্ৰাল্টৰ বন্দৰত। মাল্টা এৰাৰ তিনি দিন পিচত ৰাতি বাৰ বজাৰ সময়ত জাহাজ এইখিনি পাইছিলহি। ৰাতি চহৰ দেখাৰ প্ৰশ্নই নাই। সেয়েহে খুব ৰাতিপুৱাই সিহঁত চহৰ চাবলৈ ওলাল। এইবাৰ আব্দুল মজিদো

আকৌ সিহঁতৰ সংগী হ'ল। কিন্তু এই ধলপুৱাতে দোকান-পোহাৰ একো খোলা নাই, সকলো বন্ধ। জিব্রাল্টৰ চহৰ এক বিশাল পাহাৰৰ ওপৰত অৱস্থিত, সেয়েহে ঘৰ-দুৱাৰবোৰ শিল কাটি নিৰ্মাণ কৰা। শাৰী শাৰী ঘৰ, ছিৰিয়েদি ইঘৰৰ পৰা সিঘৰলৈ অহা-যোৱা কৰিব লাগে। বাট-পথ কিন্তু সকলো পিচ্চ-ঢলা পকা। দেখি মোহনৰ ভাল লাগিল। কিন্তু মাথোঁ ডেৰ ঘণ্টা সময়ত সিহঁতে বিশেষ একো চাব নেপালে। পুৱা বেলাতে চাৰে আঠ বজাত জাহাজে লংগৰ তুলিলে।

* * *

জিব্রাল্টৰ এৰাৰ তিনি দিন পিচত 'ক্লাইড' জাহাজ ইংলেণ্ডৰ প্লিমাউথ্ বন্দৰত উপস্থিত হ'ল। বন্দৰটো তেতিয়া কুঁৱলী আৰু এন্ধাৰে আৱৰি থৈছে। জাহাজ ছাউথহেম্পটন হৈ লণ্ডনৰ পৰা কুৰি মাইল দূৰত থকা টিলবৰি ডকত শেষবাৰলৈ ৰ'ল। ইয়াৰ পৰাই যাত্রীসকলে ব'ট-ট্রেইনৰে লণ্ডনত উপস্থিত হ'ল। সেইদিনা আছিল ২৯ ছেপ্টেম্বৰ, ১৮৮৮ চন।

ইয়াতে গ্রিণ্ড্লি এণ্ড কোম্পানিৰ জিম্মাত সিহঁতে সকলো বয়-বস্তু ভিক্টোৰিয়া হোটেললৈ লৈ যাবলৈ দিলে। সেই হোটেলটোৰ কথা জাহাজত এজন ব্রিটিছ পেছেঞ্জাৰে সিহঁতক কৈছিল। তেওঁ কৈছিল যে ভাড়া তাত অপেক্ষাকৃতভাৱে বেছি, কিন্তু ই এখন ফাৰ্ষ্ট ক্লাছ হোটেল। তদুপৰি এই হোটেল চহৰৰ মধ্যম স্থানত— পিকাডেলি চাৰ্কাছৰ ওচৰতে।

লণ্ডন পোৱাৰ সময়ত ঠাণ্ডা হ'ব বুলি সকলো যাত্রীৱে পিন্ধনত ক'লা উণী ছুট, মাথোঁ মোহনেহে ফ্লেনেল কাপোৰৰ ছুট পিন্ধিছে। এই বিসদৃশ পোছাক পিন্ধি মোহনে বৰ লাজ পালে। পিচে পোছাক সলোৱাৰো উপায় নাই, কিয়নো সকলো বস্তুৱেই এতিয়া গ্রিণ্ডলি এণ্ড্ কোম্পানিৰ জিম্মাত, সেইবোৰ লণ্ডন পাবহি দুদিন পিচত।

আবেলি চাৰি বজাৰ সময়ত মোহন, মিঃ মজুমদাৰ আৰু মিঃ মজিদ আহি হোটেলত উপস্থিত হ'লহি। হোটেল দেখি মোহন অতি মোহিত। ইমান ডাঙৰ সুদৃশ্য হোটেল সি জীৱনত কোনোদিন দেখা নাই। হোটেলৰ লবি বিশাল, দেৱালৰ গাত বিজুলী বাতিৰ থোপাই শোভা পাইছে, চাৰিওফালে বিজুলীৰ আলোকমালা। সকলো বস্তুৱেই নিখুঁত, পৰিষ্কাৰ-পৰিচ্ছন্ন।

হোটেললৈ সোমায়েই মিঃ মজিদে গম্ভীৰভাৱে বেল্-বয়ক টেক্সি ভাৰা দিব দিলে। তাৰ পিচত কাউন্টাৰলৈ গৈ ভাৰতীয় মহাৰজাৰ দৰে কোনো খৰচৰ কথা নোসোধাকৈয়ে সিহঁতৰ কাৰণে তিনিটা কোঠা দিবলৈ ক'লে।

কথা শুনি সিহঁতক পোনে পোনে দোতলালৈ নিবলৈ বুলি মেনেজাৰে বেল্‌বয়ক নির্দেশ দিলে। সিয়েই লিফ্‌টৰ কাৰণে বুটাম টিপিলে। লিফ্‌ট আহিল। লিফ্‌টত সোমাওঁতে মোহনে এটা কোঠাত সোমোৱা যেন পালে। সেয়াই আছিল তাৰ প্ৰথম লিফ্‌টত উঠাৰ অভিজ্ঞতা।

বেল্‌বয়ে সিহঁতক যিবোৰ বিলাসবহুল কোঠালৈ নিলে, সেইবোৰ দেখি মোহনে ভাবিলে বাকী জীৱনটোও এনেকুৱা কোঠাতে কটাই দিব পাৰিলে বেয়া নহয়! কিন্তু সেই কোঠাৰ ভাড়া প্ৰত্যেকৰ কাৰণে দৈনিক ছয় শ্বিলিং ধাৰ্য কৰা হৈছিল।

সেইদিনা নিশাই আঠ বজাৰ সময়ত ডাঃ পি. জে. মেহ্‌তা মোহনক লগ পাবলৈ আহিল। দেশৰ পৰা অহাৰ সময়ত মোহনে চাৰিজন লণ্ডনবাসীৰ পৰিচয়-পত্ৰ লগত আনিছিল। এওঁলোক হ'ল ডাঃ মেহতা, শ্ৰীযুত দলপৎৰাম শুক্লা, বিখ্যাত ভাৰতীয় ক্ৰিকেট খেলুৱৈ ৰনজি সিং আৰু দাদাভাই নৌৰজী, যিজনে ১৮৮৬ চনত কলকাতাত অনুষ্ঠিত ভাৰতীয় জাতীয় কংগ্ৰেছৰ দ্বিতীয় অধিবেশনত সভাপতিত্ব কৰিছিল। ছাউথ হেম্প্‌টনৰ পৰা মোহনে মাথোঁ ডাঃ মেহ্‌তাকহে টেলিগ্ৰাম কৰিছিল।

মোহনৰ সৈতে কৰমৰ্দন কৰি ডাঃ মেহতাই ক'লে, "মোহন দাস, তুমিতো জানা যে মই তোমালোকৰ পাৰিবাৰিক বন্ধু। তোমাৰ ককাইদেউৰাই তুমি ইংলণ্ডলৈ অহাৰ খবৰ মোক ইতিমধ্যেই চিঠিৰে দিছে। মই অতিশয় আনন্দিত হৈছোঁ। জাহাজত তোমাৰ কোনো অসুখ নোহোৱা বুলি জানিও ভাল লাগিছে।"

মোহনে সামান্য গৰ্বিত সুৰত ক'লে, "অকল এয়ে নহয়। মই জাহাজত মাংস বা মদ স্পৰ্শ কৰা নাই। মাথোঁ নিৰামিষ আহাৰ খায়েই মই এই পাঁচিছদিন কটাইছোঁ।"

ডাঃ মেহতাই অলপ অবাক হৈ প্ৰশ্ন কৰিলে, "হয় নেকি, তোমাৰ মাংস নোখোৱাৰ কাৰণ?"

"মাৰ ওচৰত গংগাজল আৰু তুলসীপাত স্পৰ্শ কৰি প্ৰতিজ্ঞা কৰিছোঁ যে বিলাতত কেতিয়াও মদ আৰু মাংস নাখাওঁ, সেই প্ৰতিজ্ঞা মই ভংগ কৰিব নোৱাৰোঁ।"

কথা কওঁতে কওঁতেই মোহনে কেতিয়া যে কাষৰ মেজত থোৱা ডাঃ মেহতাৰ টুপীটো হাতত লৈ তাৰ পাখিবোৰ ছেদেলি-ভেদেলি কৰি পেলালে ক'বই নোৱাৰে। হঠাতে ডাঃ মেহতাৰ দৃষ্টিত দৃশ্যটো পৰাত তেওঁ টুপীটো মোহনৰ হাতৰ পৰা কাঢ়ি নিলে। তাৰ পিচত তেওঁ গম্ভীৰ কণ্ঠে মোহনক উপদেশ দিলে ঃ

"কেতিয়াও আনৰ বস্তু স্পৰ্শ নকৰিবা। কাৰোবাৰ লগত প্ৰথম পৰিচয় হওঁতেই আমি ভাৰতত কৰাৰ দৰে ব্যক্তিগত প্ৰশ্ন নকৰিবা। চিঞৰি কথা-বতৰা নাপাতিবা। ভাৰতত কৰাৰ দৰে কাকো ছাৰ বুলি সম্বোধন নকৰিবা। ইয়াত কেৱল ভৃত্যশ্ৰেণীৰ লোকে আৰু নিম্নপদস্থসকলে সিহঁতৰ গৰাকীক 'ছাৰ' বুলি সম্বোধন কৰে। এই কথাবোৰ

ভালদৰে মনত ৰাখিবা, নহ'লে তুমি ক'ৰবাত কেতিয়াবা অপদস্থ হ'ব লাগিব।"

কথা শুনি মোহনে বৰ লাজ পালে। তাৰ মুখৰ মাত হেৰাল। সি অনুভৱ কৰিলে যে ডাঃ মেহতাৰ টুপীৰ পাখিখিনি খেলিমেলি কৰাতো তাৰ উচিত কাম হোৱা নাই। সি ভাবিলে যে ডাঃ মেহতাই তাক ইউৰোপীয়সকলৰ লগত মিলামিচা কৰোঁতে অৱশ্যে পালনীয় শিষ্টাচাৰৰ শিক্ষা এই উপদেশৰ মাধ্যমেৰে দিলে।

ডাঃ মেহতাই ক'লে, "কিন্তু মোহন, তোমাৰ এই হোটেলত বেছিদিন থকা উচিত নহ'ব। ইয়াত থকাৰ চাৰ্জ অত্যন্ত বেছি, যিটো ছাত্ৰ হিচাপে তুমি বহন কৰা উচিত নহয়।

মোহনে দুখেৰে ক'লে, "দিনৌ ছয়-শ্বিলিংকৈ চাৰ্জ কৰিছে ডাঃ মেহতা।"

"তেনেহ'লে গম পাইছাই তোমাৰ কিমান টকা খৰচ হৈছে। মই অলপ খা-খবৰ কৰি চাওঁচোন, ক'ৰবাত তোমাৰ থকাৰ ব্যৱস্থা কৰিব পাৰি নেকি! মই পৰহিলৈ আকৌ আহিম। এতিয়া নিশা হ'ল, তুমি তেনেহ'লে জিৰণি লোৱা।" ডাঃ মেহতাই এইদৰে কৈ মোহনৰ পৰা বিদায় ল'লে।

মোহন আৰু মজুমদাৰ, কোনোৱেই আৰু ভিক্টোৰিয়া হোটেলত থকাৰ ইচ্ছা কৰা নাছিল, বিশেষকৈ অত্যন্ত খৰচৰ বাবে।

তেতিয়া মিঃ মজুমদাৰে মাল্টাত সিন্ধি ভদ্ৰলোকজনে তেওঁক দি পঠোৱা কলিং কাৰ্ডৰ ঠিকনা উলিয়াই মানুহজনক বিচাৰি উলিয়ালে।

মানুহজনে সিহঁতৰ কথা শুনি সমবেদনাৰ সুৰত ক'লে যে তেওঁ লণ্ডনলৈ অহা কিছুদিন হ'ল, সেয়েহে মোহনহঁতৰ কাৰণে তেওঁ তাকৰীয়া ভাৰাত থকাৰ ব্যৱস্থা কৰিব! চহৰখনৰ অলি-গলি তেওঁৰ পৰিচিত।

সেয়ে হ'ল। সোমবাৰে ৰাতিপুৱা গ্ৰিণ্ডলিৰ অফিচৰ পৰা মাল-বস্তুবোৰ অহাৰ পিচত সিহঁতে হোটেলৰ মেনেজাৰক হোটেল এৰাৰ সিদ্ধান্তৰ কথা জনালে।

কিন্তু বিল দিওঁতে তাৰ অংক দেখি মোহনৰ চকু কপালত উঠিল। এই দুটা দিনৰ থকা-খোৱাৰ কাৰণে মুঠতে তিনি পাউণ্ড চাৰ্জ কৰিছে, কিন্তু ক'বলৈ গ'লে মোহনে এই দুদিনত হোটেলৰ ৰেস্তোৰাঁত বিশেষ একো খোৱা নাই। কিন্তু কি হ'ব! সি কোনোবা ডিচ্ যদি ভাল লগা নাই বুলি অন্য ডিচৰ অৰ্ডাৰ দিছে, বিলত কিন্তু দুয়োখন ডিচৰে মূল্য ধৰি দিছে। কোনো ৰেহাই দিয়া হোৱা নাই।

সেই সিন্ধি ভদ্ৰলোকৰ চেষ্টাত সিহঁতে বেলেগ কোঠা ভাড়ালৈ পালে। কিন্তু তালৈ গৈ মোহনৰ মনত বৰ বিষাদ লাগিল। ৰাতি তাৰ মাক আৰু স্ত্ৰীৰ কথা মনত পৰাত টোপনিয়েই নাহিল। কস্তুৰতকৈ মাকৰ কথাই সি বেছি চিন্তা কৰিছিল। মাকে তাৰ খোৱা-বোৱাৰ কাৰণে কিমান যত্ন লৈছিল; অথচ সি ইয়াত প্ৰায় নোখোৱাকৈয়ে সময় কটাইছে। ৰেস্তোৰাঁৰ নিৰামিষ ডিচ্ বুলিবলৈ বন্ধাকবি আৰু সিজোৱা আলু ৰুটীৰ

লগত গিলিব লগা হৈছে। তাৰ মাকে এইবোৰ দেখাহেঁতেন কান্দি-কাটি হিয়ালিজিয়ালি হ'লহেঁতেন! কিন্তু এই বিদেশত বাস কৰোঁতে এইবোৰ সহ্য কৰাৰ বাহিৰে আন কোনো উপায় নাই। ইমান কষ্ট কৰি ধন গোটাই এই দেশলৈ আহিছোঁ, এতিয়া উভতি যোৱাৰ কথা চিন্তা কৰিব নোৱাৰি। নাই, কষ্ট তাৰ যিমানেই হওক, সি নীৰৱে সকলো সহ্য কৰি পঢ়া শেষ কৰিব লাগিব; তাৰ পিচত বেৰিষ্টাৰ হৈ দেশলৈ গৈ পৰিয়ালৰ ভৰণ-পোষণৰ ভাৰ ল'ব লাগিব। মাক, ককায়েক আৰু পত্নীয়ে তাৰ এই ভ্ৰমণৰ কাৰণে কৰা ত্যাগৰ কথা সুমৰি সি এইকণ কষ্টও সহ্য কৰিব নোৱাৰিলে কেনেকৈ হ'ব?

ডাঃ মেহতা মোহনৰ এজন সঁচা শুভানুধ্যায়ী আছিল। সোমবাৰে আবেলি ভিক্টোৰিয়া হোটেলত তেওঁ মোহনক নাপাই সিহঁতৰ নতুন ঠিকনা সংগ্ৰহ কৰি পিছদিনা তাক লগ পাবলৈ আহিল। মোহনৰ দৰেই ডাঃ মেহ্‌তাৰো এই ভাড়া ঘৰ ভাল নালাগিল।

ডাঃ মেহ্‌তাই ক'লে, "নাই, মোহন, তুমি ইয়াত থকা ঠিক ন'হ'ব। এইটো মনত ৰাখিবা যে আমি এই দেশলৈ কেৱল উচ্চ শিক্ষা আহৰণ কৰিবলৈকে অহা নাই, এই দেশৰ আদব্-কায়দাত আমি অভ্যস্ত হ'ব লাগিব। ইয়াৰ কাৰণে ইয়াত থকা দিনকেইটা আমি কোনো ইংৰাজ পৰিবাৰৰ লগত থাকিব লাগিব। কিন্তু তাৰ আগতেও এপ্ৰেন্‌টিছ স্বৰূপে তুমি কোনোবা এজন ভাৰতীয়ৰ লগত, যি ইতিমধ্যে এই দেশত কিছুদিন আছে, থকা উচিত। মই তেনেকুৱা এজন ভাৰতীয়ক চিনি পাওঁ। তেওঁৰ নাম দলপৎৰাম শুক্লা। তেওঁ ৰিচমণ্ড অঞ্চলত থাকে। মই কালিলৈকে তোমাক তেওঁৰ ওচৰলৈ লৈ যাম।

মোহনে ক'লে, "কি আচৰিত কথা, মইতো তেওঁৰ লগত পৰিচিত হোৱাৰ কাৰণে দেশৰ পৰা এখন পৰিচয়-পত্ৰও আনিছো।"

ডাঃ মেহ্‌তাই মিচিকিয়াই উত্তৰ দিলে, "তেনেহ'লেতো ভালেই হ'ল। মই বেছিকৈ কোৱাৰ প্ৰয়োজন নহ'ব।"

দল্‌পৎৰাম শুক্লাই তেতিয়া লণ্ডনত বেৰিষ্টাৰী পঢ়িছিল। মোহনক তেওঁ ৰূম-মেইট হিচাপে পাই ভালেই পালে। মোহনতকৈ তেওঁ পাঁচ বছৰৰ ডাঙৰ। নিজৰ ককায়েকৰ দৰে স্নেহপৰায়ণ। তেওৰেঁই মোহনক ইংৰাজী শিষ্টাচাৰ আৰু 'টেবুল মেনাৰ্ছ' শিকোৱাৰ ভাৰ ল'লে। তেওঁ ক'লে যে মোহনে দৈনিক বাতৰিকাকত পঢ়া উচিত। তেতিয়া সি দেশ-বিদেশৰ ৰাজনৈতিক খবৰতো জানিবই, তদুপৰি তাৰ ইংৰাজী ভাষাৰ জ্ঞান বহুত বাঢ়িব।

এই পৰামৰ্শ অনুসৰি মোহনে পিচদিনাৰ পৰাই 'দি ডেইলি নিউজ', 'দি ডেইলি টেলিগ্ৰাফ' আৰু 'পল্‌মল্ গেজেট' কাকত পঢ়া আৰম্ভ কৰিলে। দেশত থাকোঁতে সি কোনোদিনেই বাতৰি কাকত পঢ়া নাই। এয়া তাৰ জীৱনৰ প্ৰথম সংবাদ-পত্ৰ পাঠ।

ইমান কাকত হাতত পাই তাৰ খবৰ জনাৰ আগ্ৰহো বহুত বাঢ়ি গ'ল। লগতে তাৰ ইংৰাজী ব্যাকৰণ আৰু শব্দাৱলীৰ জ্ঞানো বৃদ্ধি পালে।

তেতিয়া বাতৰি কাকতৰ প্ৰধান খবৰ আছিল পাৰ্নেলৰ নেতৃত্বত 'আইৰিশ্ব হ'ম ৰুল' আন্দোলন আৰু আইৰিশ্ব অপৰাধ কমিছনত লৰ্ড ৰাছেলৰ জিজ্ঞাসা, যিটোৱে 'পিগোট চিঠি' জাল কৰা বুলি প্ৰমাণিত কৰি পাৰ্নেলক নিৰ্দোষী সাব্যস্ত কৰিলে। সেই সময়ত আৰু এটা চাঞ্চল্যকৰ খবৰ আছিল মিছেছ্ মেগ্ৰিক্ নামৰ এগৰাকী মহিলাৰ বিচাৰ। আদালতত এই মহিলাক অভিযুক্ত কৰা হৈছিল যে তেওঁ নিজৰ স্বামীক আৰ্ছেনিক বিষ খুৱাই হত্যা কৰিছিল। বাতৰি কাকতত এই বিচাৰত বিচাৰকৰ পক্ষপাতিত্বক লৈ মন্তব্য কৰা হৈছিল। পিচত বাতৰিকাকতক আদালত অবমাননাৰ দায়ত অভিযুক্ত কৰা হ'ল। এই কেচটো অনুসৰণ কৰি মোহনৰ বিষয়টোৰ সম্পৰ্কে সম্যক জ্ঞান হ'ল।

কিন্তু ইয়াতো মোহনৰ খোৱাৰ কষ্ট শেষ ন'হ'ল। মোহন নিৰামিষাহাৰী হোৱা হেতুকে লেণ্ডলেডীয়ে মোহনক কি আহাৰ পৰিবেশন কৰিব ভাবিয়েই নাপায়। ৰাতিপুৱা ব্ৰেকফাষ্ট হিচাপে তাক পৰিজ দিয়ে। মোহনৰ এয়া খাবলৈ কোনো আপত্তি নাই। কিন্তু লাঞ্চ আৰু ডিনাৰত মোহনক দিয়া হয় পালেং শাক সিজোৱা আৰু মাখন-জামেৰে ৰুটী। ৰুটীও পিচে দুই চকলকৈহে, বেছি বিচৰা নিষেধ।

মোহনৰ এই নিৰামিষাহাৰ দেখি শুক্লাই সহ্য কৰিবলৈ টান পালে। তেওঁ আগতেই মোহনৰ মদ-মাংস স্পৰ্শ নকৰাৰ প্ৰতিজ্ঞা কৰাৰ কথা শুনিছে। এতিয়াও সি ইমান কষ্টৰ মাজতো মাংস নোখোৱাৰ কথাটো শুক্লাই যুক্তিপূৰ্ণ বুলি নাভাবে।

এদিন তেওঁ মোহনক স্পষ্টকৈ ক'লে, "মোহন, মই যদি তোমাৰ সঁচাই ককাইদেউৰা হ'লোহেঁতেন তেনেহ'লে তোমাক চিধা-চিধি দেশলৈ ওভতাই পঠালোহেঁতেন! তুমিতো কৈছিলা যে দেশত তুমি একাধিকবাৰ মাংস খাইছিলা আৰু মাংস খাই তুমি ভালেই পাইছিলা। ইয়াত মাংস নাখালে একেবাৰেই নচলে, অথচ তুমি মাৰাৰ ওচৰত প্ৰতিজ্ঞা কৰিছা বুলি মাংস নাখাবা? কিন্তু তুমি তোমাৰ অশিক্ষিতা মাৰাৰ ওচৰত প্ৰতিজ্ঞা কৰিছোঁ বুলি ইয়াত প্ৰতিকূল অৱস্থাত সেই প্ৰতিজ্ঞা ৰক্ষা কৰাৰ কিবা মানে হয়? ই মাথোঁ কুসংস্কাৰ। মই তোমাক কৈছোঁ এনে কুসংস্কাৰ ৰক্ষা কৰি কোনো লাভ নহয়। মাথোঁ পেট পূৰাই নেখাই ক্ৰমশঃ দুৰ্বল হৈ পৰিবা আৰু তেতিয়া নানান অসুখ-বিসুখে দেখা দিব।"

মোহন তথাপি সংকল্পত অবিচল। মাকৰ ওচৰত কৰা প্ৰতিজ্ঞা ৰক্ষা কৰিবলৈ সি জীৱন-পাত কৰিব লগা হ'লেও পিচুৱাই নাহিব।

এদিন দলপৎৰামে মোহনক জেৰেমি বেন্থামৰ 'থীঅৰি অভ্ য়ুটিলিটি' কিতাপৰ কিছু অংশ পঢ়ি শুনাব ধৰিলে। কিন্তু মোহনৰ কাৰণে এইবোৰ যুক্তি দুৰ্বোধ্য প্ৰতিপন্ন

হ'ল, সি কথাবোৰ অনুসৰণ কৰিব নোৱাৰিলে। সি বেছি পৰ এইবোৰ শুনি থাকিব নোৱাৰি হঠাতে মাত লগালে, 'আপোনাৰ এই সকলো যুক্তি বুজিছোঁ দল্‌পৎৰামজী, কিন্তু মই মাৰ ওচৰত কৰা প্ৰতিজ্ঞা ভংগ কৰিব নোৱাৰোঁ। এইটো মই জানো যে আপুনি মোৰ ভালৰ কাৰণেই মাংস খোৱাত জোৰ দিছে। কিন্তু প্ৰতিজ্ঞা সদায় প্ৰতিজ্ঞা। এবাৰ প্ৰতিজ্ঞা কৰি তাৰ পৰা কোনোপধ্যে বিচ্যুত হ'ব নোৱাৰোঁ। অনুগ্ৰহ কৰি এই বিষয়ে মোক আৰু কোনো কথা নক'ব।"

শুক্লাই মোহনৰ চৰিত্ৰৰ দৃঢ়তা দেখি বিস্মিত হ'ল। অলপ সময় মনে মনে থাকি তেওঁ ক'লে, "ঠিক আছে মোহন। তুমি যেতিয়া কোনোপধ্যেই মাংস নোখোৱা, এই বিষয়ে আলোচনা কৰি লাভ নাই। পিচে মই তোমাৰ ভালৰ কাৰণেই ইমান সাধ্যসাধনা কৰিছিলোঁ।

মোহনে শান্তভাৱে ক'লে, "আপোনাৰ শুভেচ্ছাৰ কথা মই জানো দলপৎৰামজী আৰু তাৰ কাৰণে মই আপোনাৰ ওচৰত কৃতজ্ঞ। কিন্তু হেজাৰ চেষ্টা কৰিও মই প্ৰতিজ্ঞা ভংগ কৰিব নোৱাৰোঁ।"

* * *

শুক্লাৰ সৈতে মোহন ৰিচ্‌মণ্ডত এমাহ মান থাকিল। এতিয়া ডাঃ মেহতা আৰু শুক্লাই ঠিক কৰিলে যে মোহনে এতিয়া কোনোবা ইংৰাজ পৰিবাৰৰ লগত 'পেয়িং গে'ষ্ট' হিচাপে থকা উচিত। তদুপৰি ৰিচ্‌মণ্ড এলাকা লণ্ডনৰ কেন্দ্ৰস্থলৰ পৰা যথেষ্ট দূৰত, অহা-যোৱাত বহুত সময় লাগে।

তেতিয়া মোহনৰ এই শুভানুধ্যায়ী দুজনে লণ্ডনৰ ৱে'ষ্ট কেংছিংটন অঞ্চলত ২০ নম্বৰ বেৰনছ্ কৰ্ট ৰোডত তাৰ কাৰণে কোঠা এটা বিচাৰি পালে। লেণ্ডলেডি বিধৱা, দুজনী ছোৱালী লৈ থাকে। ভাৰতত তেওঁ যথেষ্ট দিন আছিল, সেয়েহে ভাৰতীয় ছাত্ৰসকলৰ প্ৰতি সহানুভূতিশীলা। ১৮৮৮ চনৰ নৱেম্বৰ মাহত মোহন তালৈ আহিল। ভাড়া সপ্তাহত কুৰি শ্বিলিং।

কিন্তু ইয়াতো মোহনৰ খোৱাৰ কষ্ট নগ'ল। লাঞ্চ আৰু ডিনাৰত ক'বলৈ গ'লে সেই একেই বন্ধাকবি বা পালেং শাকৰ সিজোৱা, আলু সিজোৱা আৰু মাখন লগোৱা ৰুটী। লেণ্ডলেডিৰ সৰু ছোৱালী দুজনীয়ে মোহনৰ ফালে যিমানেই দুই-এটুকুৰা থকা ৰুটীৰ পাত্ৰ ঠেলি নিদিয়ক, মোহনৰ ভোক কিন্তু নুগুচে; তাৰ এনেহে ভাব হয় যে গোটেই ৰুটীটোকে খাই পেলায়! কিন্তু তেনেকৈ খাবতো নোৱাৰে, সেয়া যে হ'ব চৰম অভদ্ৰতা! তাতকৈ পানীৰে পেট ভৰোৱাই ভাল!

সেই সময়ত সকলো সময়তে মোহনৰ ভোক লাগি থাকে। সি তেতিয়া আবেলি হ'লেই মাইলৰ পিচত মাইল খোজকাঢ়ি ক'ৰবাত সস্তীয়া ৰেস্তোৰাঁ বিচাৰি উলিয়াই তাত ৰুটী-মাখন খাই পেট ভৰাই আহে।

এই সময়তেই ঈশ্বৰে যেন তাৰ খোৱাৰ বিষয়ত মূৰ তুলি চালে। মোহনে এখন নিৰামিষভোজীৰ ৰেস্তোৰাঁ আৱিষ্কাৰ কৰিলে।

লেগুলেডিগৰাকীয়ে এদিন কথাই কথাই কৈছিল যে লণ্ডনত কেইবাখনো ভেজিটেৰিয়ান ৰেস্তোৰাঁ আছে। কথাটো শুনাৰ পিচত মোহনে সময় পালেই এনে ৰেস্তোৰাঁৰ সন্ধানত ঘূৰি ফুৰে। প্ৰায় প্ৰতিটো আবেলিতে সি কোনোবা এটা ৰাস্তাৰ এটা দিশ বাছি লৈ দহ-বাৰ মাইললৈকে খোজকাঢ়ি ভেজিটেৰিয়ান ৰেস্তোৰাঁ বিচাৰি চলাথ কৰে।

অৱশেষত এদিন ফেৰিংটন ষ্ট্ৰীটৰ ওচৰতে 'দি ছে'নট্ৰেল' নামে এখন ভেজিটেৰিয়ান ৰেস্তোৰাঁৰ ছাইনব'ৰ্ড দেখি মোহনে যেন নিজৰ চকুকে বিশ্বাস কৰিবলৈ টান পালে। তাত স্পষ্ট লিখা আছে, 'ভেজিটেৰিয়ান ৰেস্তোৰাঁ'। বাহিৰৰ আয়নাৰ শ্ব'কেইছত নিৰামিষ আন্দোলনক বিষয়-বস্তু কৰি লিখা কেইবাখনো কিতাপ ৰখা হৈছে। তাৰ দৃষ্টি বিশেষভাৱে আকৰ্ষণ কৰিলে ড° ছল্টৰ 'প্লী ফৰ ভেজিটেৰিয়ানিজম্' নামৰ কিতাপখনে। ৰেস্তোৰাঁত সোমায়েই সি পোনতে এই কিতাপখন এক শ্বিলিং দি কিনি ল'লে। তাৰ পিচত সি কেইবাখনো ভেজিটেৰিয়ান ডিশ্বৰ অৰ্ডাৰ দিলে। এয়াই হ'ল তাৰ ইংলণ্ডত প্ৰথম আন্তৰিকতাৰে খোৱা। মোহনে ভাবিলে ইমান দিনৰ পিচত ভগৱানে তাক সহায় কৰিলে।

ঘৰলৈ উভতি আহিয়েই সি নিজৰ কোঠাত সোমাই অসীম আগ্ৰহেৰে ড° ছল্টৰ কিতাপখন পঢ়াত লাগিল। আগতে যদিও সি বৈষ্ণৱ পৰিয়ালৰ প্ৰভাৱত মিৰামিষাহাৰী আছিল, সি সকলো সময়তে ভাবিছিল যে ভাৰতীয়সকলে মাংস খোৱা উচিত; তেতিয়াহে তেওঁলোক ইংৰাজসকলৰ দৰে শক্তিমন্ত হ'ব পাৰিব। ছল্টৰ কিতাপ পঢ়ি সি নিৰামিষাহাৰী হোৱাৰ উপকাৰিতা সম্বন্ধে জানিব পাৰিলে আৰু সি বুজি পালে যে নিৰামিষাহাৰী হ'লেও কাৰোবে শক্তিশালী মন আৰু শাৰীৰিক গঠনত বাধা নাথাকে।

মোহনৰ ভাব হ'ল এই গ্ৰন্থই হ'ল তাৰ জীৱন-বেদ; সি এতিয়া নিৰামিষ আন্দোলনতে জীৱন সমৰ্পণ কৰা উচিত।

অকল ড° ছল্টাৰ কিতাপেই নহয়, পিচৰ সপ্তাহকেইটাত মোহনে ৰেস্তোৰাঁখনত থকা ভেজিটেৰিয়ান আন্দোলনৰ বিষয়ে লিখা প্ৰায় আটাইকেইকখন কিতাপেই পঢ়ি পেলালে। হাওৱাৰ্ড উইলিয়ামছৰ 'দি এ'থিক্স অভ্ ডায়েট' আৰু আনা কিংছফোৰ্ডৰ 'দি পাৰ্ফেক্ট ৱেই ইন ডায়েট' কিতাপ দুখনে তাক খুব আকৰ্ষণ কৰিলে। এই সকলো

কিতাপ পঢ়ি মোহনে পৰিমিত আহাৰ ভাল স্বাস্থ্যৰ কাৰণে কিমান দৰ্কাৰী ভালদৰে বুজি পালে। প্ৰতিমাহে উপৱাস কৰাৰো প্ৰয়োজন আছে। তাৰ মাকে ইমান উপৱাস কৰে, তেওঁতো কেতিয়াও অসুস্থ হৈ নপৰে।

ইংলেণ্ডত ভেজিটেৰিয়ান আন্দোলনৰ উদ্‌গনি দিওঁতা লোক তেতিয়া আছিল এ'ডৱাৰ্ড কাৰ্পেনটাৰ আৰু হেনৰি ছল্ট। অন্যান্য উল্লেখযোগ্যসকল আছিল এনি বেছান্ট, জৰ্জ বানাৰ্ড শ্ব, হাওৱাৰ্ড উইলিয়ামছ্, আনা কিংছফোৰ্ড আৰু এ'ডৱাৰ্ড মেইট্‌লেণ্ড। এওঁলোকৰ পাৰস্পৰিক জীৱন দৰ্শন অৱশ্যে পৃথক আছিল, কিন্তু এটা বিষয়ত এওঁলোক সকলোৱেই একমত আছিল; সেইটো হৈছে প্ৰাণী হত্যা কৰি জীৱন ধাৰণৰ কোনো অৰ্থ নাই। প্ৰথমে এওঁলোক সকলোৱেই আছিল VEM ৰ ('ভেজিটেবল্, এগ্ এণ্ড মিল্ক'ৰ) পক্ষপাতী, কিন্তু ক্ৰমশঃ কেইবাগৰাকীয়েও কণী খোৱাও এৰি দিলে। তেওঁলোকে কণী খোৱাটোও একপ্ৰকাৰ ভ্ৰূণহত্যা বুলি পতিয়ন গ'ল। মোহনো এই শেষোক্ত দলৰ। সিও কণী খোৱাটো প্ৰাণী হত্যাৰ সমতুল্য বুলি ভাবে। এই ভেজিটেৰিয়ান আন্দোলনৰ কাৰণে সি তেতিয়া সকলো ধৰণৰ ত্যাগ কৰাৰ কাৰণে প্ৰস্তুত।

এই সময়তে মোহনে তাৰ ল ডিগ্ৰিৰ কাৰণে পঢ়া-শুনাত মনোনিৱেশ কৰে। ইতিমধ্যেই সি আলফ্ৰেড্ হাৰ্মছৱাৰ্থৰ কিতাপখন পঢ়া আৰম্ভ কৰিলে। ইয়াত থকা কৌতুকপূৰ্ণ মন্তব্যবোৰ তাৰ বৰ ভাল লাগিল। এতিয়া তাৰ কাৰণে লণ্ডনৰ কোনটো ইনছ্ অভ্ ক'ৰ্টত যোগ দিব সেই সিদ্ধান্ত লোৱাৰ সময় ওচৰ চাপি আহিল।

বেৰিষ্টাৰী পঢ়াৰ কাৰণে লণ্ডনত তেতিয়া চাৰিটা প্ৰতিষ্ঠান আছিল। সেইকেইটা হ'ল— ইনাৰ টেম্পল, মিডল টেম্পল, লিংকনছ্ ইন্ আৰু গ্ৰেছ ইন। কোনোটোতেই কিন্তু কলেজ কেম্পাছ নাই। 'কল্ ইন দি বাৰ' কথাটোৰ অৰ্থ হ'ল ভাবী বেৰিষ্টাৰসকলে তিনি বছৰৰ ভিতৰত মৌখিক আৰু লিখিতভাৱে দুটা বিষয়ত পৰীক্ষা পাছ কৰিব লাগিব। বিষয় দুটা হ'ল— 'ৰোমান ল' আৰু 'কমন ল'। এই তিনি বছৰত বাৰটা 'টাৰ্ম' অৰ্থাৎ প্ৰতি বছৰে চাৰিটা 'টাৰ্ম'ত হাজিৰা দিব লাগিব— হাজিৰা দিয়া মানে প্ৰতি টাৰ্মতে ছটা ডিনাৰত ভাগ লব লাগিব। প্ৰত্যেকৰ ব্যক্তিগত পঢ়াৰ ওপৰতে পৰীক্ষাত পাছ কৰাটো নিৰ্ভৰ কৰে; কিন্তু মাজে মাজে লেক্‌চাৰ বা প্ৰাইভেটি কোচিং ক্লাছত যোগ দিয়াত কোনো বাধা নাই।

মোহনে 'ইনাৰ টেম্পল'ত যোগ দিবলৈ মনস্থ কৰিলে; এই টেম্পলত আন তিনিটা টেম্পলতকৈ টিউচন অলপ বেছি। সেইকাৰণেই শ্ৰীদলপৎৰাম শুক্লা আৰু ডাঃ মেহতাই 'মিডল টেম্পল'ত যোগ দিলে। ডাঃ মেহতাৰ ডাক্তৰি ডিগ্ৰি থাকিলেও বেৰিষ্টাৰী ডিগ্ৰি লাভৰ কাৰণেও তেওঁ সাজু হৈছিল।

সাধাৰণতে ভাৰতীয় ছাত্ৰসকলে দেশৰ পৰা লণ্ডনলৈ আহি ইয়াৰ সমাজ-জীৱনৰ

লগত অভ্যস্ত হ'বলৈ দুই-তিনি মাহ মান সময় লয়। মোহনৰ ক্ষেত্ৰতো তাৰ ব্যতিক্ৰম ঘটা নাই। ১৮৮৮ চনৰ ৬ নবেম্বৰ তাৰিখে সি এক গিনি দি এড্‌মিছন ফৰ্ম যোগাৰ কৰিলে। তাৰ পিচত সেইখন পূৰাই 'ইনাৰ টেম্পল'ৰ 'ফ'ৰ্থ টাৰ্ম'ত সি যোগ দিলে।

ওঠৰশ আঠাশী চনৰ ইংলণ্ডত তেতিয়া সাহিত্য, শিল্পকলা, বাণিজ্য বা শিল্পোৎপাদন— অৰ্থাৎ সমাজৰ প্ৰায় সকলো দিশতে পৰীক্ষা-নিৰীক্ষা চলিছিল। ছিড়নি আৰু বিবাট্ৰিছ ৱেবৰ, লগতে জৰ্জ বাৰ্নাৰ্ড শ্বৰ ফেবিয়ান ছ'শ্বিয়েলিজম্; মেডেম্ ব্লাভাৎস্কি আৰু এনি বেছাণ্টৰ থিয়ছ'ফিকেল আন্দোলন; হেন্‌ৰি ছল্ট আৰু এডোৱাৰ্ড কাৰ্পেণ্টাৰৰ ভেজিটেৰিয়ান আন্দোলন; অথবা কাৰ্ল মাৰ্ক্সৰ লেখাৰ পৰা অনুপ্ৰাণিত ৰেডিকেল ছ'শ্বিয়েলিষ্ট আন্দোলনত ইংলণ্ডৰ সমাজ তেতিয়া উখল-মাখল। তাৰ আগেয়েই আমেৰিকাৰ পৰা 'ট্ৰেন্‌ছে'ন্‌ডেণ্টেল' আন্দোলনৰ ঢউ ইংলণ্ডৰ তীৰত আহি পাইছেহি। এই আন্দোনৰ প্ৰধান পুৰোহিত আছিল এমাৰ্ছন, থ'ৰো আৰু কবি ৱাল্ট হুইট্‌মেন। মূল-মন্ত্ৰ আছিল ভাৰতীয় বেদান্তৰ মৰ্মবাণী।

ইংলণ্ডত তেতিয়া ভিক্টোৰিয়া-নীতিবাদ আৰু বাইবেল বৰ্ণিত স্থিৰ সিদ্ধান্তৰ সময় শেষ হৈ আহিছে। তাত এতিয়া আহিছে ডাৰউইনৰ ক্ৰমবিবৰ্তনবাদ, বিজ্ঞানৰ নিত্য-নতুন পৰীক্ষা, দৰ্শনৰ আপেক্ষিকবাদ আৰু প্ৰিন্স ক্ৰোপটকিনৰ নৈৰাজ্যবাদ। সমাজত তেতিয়া চলিছিল নাৰীৰ ভোটৰ অধিকাৰ আৰু জন্ম-নিয়ন্ত্ৰণ লৈ বাক্-বিতণ্ডা। তেতিয়া বিনাপ্ৰশ্নে একোকে গ্ৰহণ কৰা নহয়। উদ্বেলিত এই ইংলণ্ডলৈকে মোহনৰ আগমন, ইয়াত তাৰ অন্তৰ্নিহিত শক্তিৰ বৃদ্ধি আৰু কিছু প্ৰকাশ।

## ষষ্ঠ অধ্যায়

# ‘ভেজিটেৰিয়ান’ আন্দোলন

শ্ৰীদলপৎৰাম শুক্লাৰ মোহনৰ কাৰণে হোৱা দুশ্চিন্তা দূৰ নহ’ল। তেওঁ ভাবিলে মোহনে ভেজিটেৰিয়ান আন্দোলনৰ বিষয়ে কিতাপ পঢ়ি ক্ৰমশঃ অসামাজিক হৈ পৰিব। তদুপৰি ইংলণ্ডৰ দৰে ঠাণ্ডা দেশ এখনত নিয়মিত নিৰামিষ খাই দুৰ্বল হৈ পৰিব।

সেইকাৰণে তেওঁ এদিন মোহনক লণ্ডনৰ বিখ্যাত ‘হল্‌বৰ্ন’ ৰেস্তোৰাঁত ডিনাৰ খাবলৈ আমন্ত্ৰণ জনালে। ঠিক হ’ল, ডিনাৰৰ পিচত দুয়ো থিয়েটাৰ হলত এখন নাটক চাবলৈ যাব। শুক্লাই জানিছিল যে মোহনে কমেডি শ্ব’ চাবলৈ ভাল পায়।

হলবৰ্ন ৰেস্তোৰাঁৰ জাক্‌জমক্ দেখি মোহন বিস্মিত হ’ল। ভিক্টোৰিয়া হোটেল এৰাৰ পিচত ইমান ডাঙৰ প্ৰাসাদতুল্য ভৱনত সি কেতিয়াও সোমোৱা নাই।

দলপৎৰাম দুৱাৰৰ ওচৰতে থিয় হৈ আছিল, মোহনক দেখি ক’লে, “মোহন, ব’লা ভিতৰলৈ যাওঁ।”

ৰেস্তোৰাঁৰ ভিতৰলৈ গৈ মোহনে দেখা পালে যে ডাইনিং হল প্ৰায় ভৰ্তি, তাত বহুতো সুদৃশ্য পোছাক-পৰিহিত নৰ-নাৰীয়ে ডিনাৰ খাইছে। ইমান ডাঙৰ হলটো গুঞ্জৰিত হৈ আছে।

মেনুৰ পৰা ডিনাৰৰ অৰ্ডাৰ দি দলপৎৰামে সুধিলে, “মোহন, সময় এতিয়া কেনেকৈ কটাইছা?”

মোহনে উত্তৰ দিলে, “মোৰ কাৰণে এটা বৰ সুখবৰ আছে দলপৎৰামজী। মই ফেৰিংডন ষ্ট্ৰীটৰ ওচৰত এখন ভেজিটেৰিয়ান ৰেস্তোৰাঁ আৱিষ্কাৰ কৰিছোঁ। সেয়েহে মোৰ এতিয়া খোৱাৰ কোনো কষ্ট নাই।”

দলপৎৰামে হতাশাৰ সুৰত ক’লে, “ভেজিটেৰিয়ান ৰেস্তোৰাঁ আৱিষ্কাৰ কৰিছা? মই ভাবিছিলোঁ ইমান দিনে তুমি বোধহয় মাংস খোৱা আৰম্ভ কৰিছা!”

“দলপৎৰামজী, মাংস কিয় মই খাম? মই ছল্টৰ ‘প্লী ফৰ ভেজিটেৰিয়ানিজম্’ কিতাপখনত পঢ়িছোঁ যে ভেজিটেৰিয়ান আহাৰ খালে শৰীৰ আৰু মন দুয়োটাই সুস্থ থাকে। পুষ্টিৰো কোনো অভাৱ নহয়।”

দলপৎৰামে ব্যংগৰ সুৰত ক’লে, “তুমি দেখিছোঁ ভেজিটেৰিয়ান আহাৰৰ সম্বন্ধে এজন এক্সপাৰ্ট হৈ উঠিছা।”

"অকল ড° ছল্টেই নহয়, ড° আনা কিংছফোর্ডৰ 'দি পাৰ্ফেক্ট ৱেই ইন ডায়েট' কিতাপখনতো পাইছোঁ যে তেওঁলোকে নিৰামিষাহাৰী হোৱাৰ কথাই কোৱা নাই, উত্তম স্বাস্থ্যৰ কাৰণে 'ডায়েট'ৰ উপকাৰিতাৰ কথাও কৈছে। তাত তেওঁলোকৰ ডায়েটত কিন্তু মাংসৰ কোনো স্থান নাই।"

দলপৎৰামে অপ্ৰসন্ন সুৰত ক'লে, "মোহন, তুমি দেখিছোঁ এইবোৰ কিতাপ পঢ়ি সময় কটাইছা। তোমাৰ বাৰ'ৰ পঢ়া কেতিয়াৰ পৰা আৰম্ভ কৰিবা? আৰু এটা কথা মনত ৰাখিবা, যদিহে তুমি ইংৰাজ সমাজত মিলামিচা কৰিব নোৱাৰা তেনেহ'লে তুমি এঘৰীয়া হৈ এই দেশত বাস কৰিব লাগিব। নিজৰ দেহৰ ফালে চোৱা মোহন,পৰিধানত তোমাৰ এতিয়াও দেশৰ পৰা তৈয়াৰ কৰি অনা ছুট, যিটো এই দেশত একেবাৰে খাপ নাখায়। এতিয়াও তুমি ভালকৈ ইংৰাজী ক'ব নোৱৰা, অপৰিচিত মানুহৰ লগত কথা ক'বলৈ সংকোচ কৰা। এতিয়া আকৌ এই ভেজিটেৰিয়ান আন্দোলনটোত সোমাই পৰিছা। ইংৰাজ সমাজৰ লগত সম্পূৰ্ণকৈ কেতিয়া মিলামিচা কৰিবা মোহন?"

মোহন মনে মনে থাকিল। সি কোনো কথাৰে উত্তৰ নিদিলে। এই সময়তে ৱেইটাৰে সিহঁত দুজনৰ কাৰণে ছুপ দি গ'ল।

মোহনে জানে যে ভেজিটেব্‌ল ছুপৰ লগতো বহুতো সময়ত কণী বা মাংসৰ টুকুৰা দিয়া হয়। সেয়েহে সি ৱেইটাৰক দূৰৰ পৰাই হাতেৰে ইংগিত দি ওচৰলৈ আহিবলৈ ক'লে।

মোহনৰ এই কামটো দলপৎৰামৰ দৃষ্টিত ঠিকেই পৰিল। তেওঁ অলপ বিৰক্তিৰে সুধিলে, 'কি হৈছে মোহন?'

মোহনে উত্তৰ দিলে, 'একো হোৱা নাই, মই মাত্ৰ ৱেইটাৰক সুধিব খুজিছোঁ ছুপত কি দিয়া আছে!'

দলপৎৰামৰ অসহ্য লাগিল, তেওঁৰ ধৈৰ্যচ্যুতি ঘটিল। তেওঁ সংযত অথচ কঠিন সুৰত ক'লে, "মোহন, তুমি ভদ্ৰসমাজত মিলামিচা কৰাৰ যোগ্যলোক নহয়। তুমি একেবাৰে 'ক্লামজি'। তুমি যদি আদব-কায়দা মানি চলিব নিবিচৰা, তেনেহ'লে বৰং ইয়াৰ পৰা ওলাই যোৱা। অন্য ক'ৰবাত খাই মোৰ কাৰণে বাহিৰত অপেক্ষা কৰিবা।"

মোহনে অলপ উৎফুল্ল মনৰেই ৰেস্তোৰাঁখনৰ পৰা বাহিৰলৈ গ'ল। ওচৰতে এখন ভেজিটেৰিয়ান ৰেস্তোৰাঁ আছিল। সি ভাবিছিল তাতে ডিনাৰ খাব। কিন্তু সেইদিনা সেইখন বন্ধ আছিল। সেইদিনা নিশা মোহনৰ ভাগ্যত আহাৰ নিমিলিল।

দলপৎৰামে হলবৰ্ন ৰেস্তোৰাঁৰ পৰা ওলাই মোহনক দুৱাৰৰ কাষতে তেওঁৰ কাৰণে অপেক্ষা কৰি থকা পালে। কোনো কথা নুলিয়াই তেওঁলোক তেতিয়া থিয়েটাৰলৈ গ'ল। পিচত দলপৎৰামে বিদায় লওঁতেও এইটো কথাৰ একো উল্লেখ কৰা নহ'ল।

নিশা নিজৰ কোঠালৈ আহি বিছনাত শুই শুই মোহনে চিন্তা কৰি পালে যে তাক 'ক্লাৰ্মাজ' বুলি দলপৎৰামজীয়ে ঠিক কথাই কৈছে। সঁচাকৈয়ে বোম্বাইৰ পৰা অনা ছুট ইয়াত একেবাৰেই খাপ নাখায়, বাটত যাওঁতে তাৰ ফালে বহুতে তিৰ্যক দৃষ্টি পেলায়। ইংৰাজ সমাজত মিলা-মিচা কৰিবলৈ সি নাচ আৰু কোনো বাদ্য-যন্ত্ৰ বজাবলৈ শিকা উচিত। গান ভাল পালেও তাৰ গান শিকা কোনোদিনেই নহ'ব, কাৰণ তাৰ সুৰৰ তাল মাত্ৰাৰ জ্ঞান একেবাৰেই নাই। ঘৰত সি কেতিয়াবা 'ভজন'ৰ দুই-এটা শাৰী গাবলৈ চেষ্টা কৰোঁতে তাল-মানৰ কথা লৈ কস্তুৰে তাক কেইবাবাৰো ঠাট্টা কৰিছে। তদুপৰি সি ঠিক কৰিলে যে ভালকৈ কথা-বতৰা হ'বলৈ বাগ্মিতাৰ ক্লাছ ল'ব।

পিচদিনা মোহনে এখন আৰ্মি এণ্ড নেভি ষ্ট'ৰলৈ গ'ল। তাত সি এযোৰ কোট-পেণ্ট কিনিলে আৰু কাষৰে এখন 'হেবাৰডেছাৰি'ৰ পৰা উনৈছ শ্বিলিং দি এটা ক'লা 'চিমনি-পট্' হেট্ কিনিলে। এই এযোৰ ছুটৰ উপৰি এদিন আবেলি লণ্ডনৰ বিখ্যাত বণ্ড্ ষ্ট্ৰীটৰ দোকানৰ পৰা এযোৰ ক'লা ইভিনিং ছুট কিনিলে। এইযোৰৰ দাম পৰিল দহ পাউণ্ড।

তেতিয়াৰ পৰা বাহিৰলৈ যোৱাৰ আগতে মোহনে পিন্ধি উৰি দাপোনৰ সন্মুখত টাই-বন্ধা অভ্যাস কৰিব ধৰিলে। তাৰ পিচত সি ব্ৰাশ্বেৰে চুলি ঠিক কৰাত লাগে। তাৰ চুলি বৰ ডাঠ আৰু কঠিন। সেয়েহে চিজিল কৰা বৰ টান। সি তেতিয়া মূৰত পানী দি চুলি ঠিক কৰে আৰু টুপী পিন্ধে। আকৌ টুপী খুলিলে চুলি বেয়া নহ'বৰ বাবে তৎক্ষণাৎ দাপোণৰ সন্মুখত থিয় হৈ ফণিৰে চুলি ঠিক কৰি লয়। মাজে মাজে অলক্ষ্যে তাৰ হাত চুলি ঠিক কৰিবলৈ চুলিৰ পিচ ফাললৈ যায়। দেশত ককায়েকৰ হাতত থকা সোণৰ চেইন লগোৱা ঘড়ীটো সি চিঠি লিখি-আনি ল'লে আৰু সেইটোও লৈ সি নিজকে এজন সঁচা 'ইংলিছ জেণ্টলমেন' সজালে।

এই সময়তে হঠাৎ এদিন আবেলি সময়ত পিকাডেলি চাৰ্কাচৰ ওচৰতে মোহনে বিহাৰৰ পৰা অহা সচ্চিদানন্দ সিংহাক লগ পালে।

সিংহাৰ লগত 'লণ্ডন ইণ্ডিয়ান ছচাইটি'ৰ এখন মিটিঙত মোহনৰ পৰিচয় হৈছিল। এই সংস্থাটো প্ৰতিষ্ঠা কৰিছিল দাদাভাই নৌৰজী আৰু উমেশ চন্দ্ৰ বেনাৰ্জিয়ে। নৌৰজীয়ে ১৮৮৬ চনৰ ভাৰতীয় জাতীয় কংগ্ৰেছৰ কলকাতাত অনুষ্ঠিত দ্বিতীয় অধিবেশনত পৌৰোহিত্য কৰিছিল।

মোহনৰ পৰিধানত তেতিয়া আছিল ক'লা ৰেচমৰ 'টপ হেট', ক'লা মনিং কোট আৰু তাৰ লগত খাপ খোৱা দীৰ্ঘ ৰেখাযুক্ত পেণ্ট্, ৰেচমৰ কামিজ, বগা কঠিন 'গ্লেড্ষ্টোন্' কলাৰ আৰু ৰামধেনু ৰঙৰ টাই। ছুটৰ ওপৰত ডবল-ব্ৰেষ্টেড্ ৱেষ্ট কোট, জোতা মসৃণ ক'লা চামৰাৰ আৰু হাততো চামৰাৰ হাতমোজা। লগত আছে ৰূপৰ নাল

থকা সৰু লাঠী। কোটৰ পকেটত সোণৰ চেইনৰে আৰি লোৱা ঘড়ী ওলমিছে।

মোহনৰ এই বেশ দেখি সিংহা একেবাৰে অবাক। আগতে তেওঁ মোহনক দেশৰ পৰা অনা ছুট, জোতা আৰু ক্লিপ লগোৱা টাই পৰিধান কৰা দেখিছিল, এতিয়াতো তাৰ পূৰাপূৰি ইংৰাজ পোছাক।

"কি দেখিছোঁ মোহন দাস, তোমাৰ যে একেবাৰে 'পাৰ্ফেক্ট ইংলিছমেন'ৰ ড্ৰেছ। লণ্ডনৰ ভাৰতীয় সমাজত ৰটনা শুনা গৈছে যে মোহন দাসে নিশ্চয় দেশৰ কোনো 'ফৰচুন'ৰ উত্তৰাধিকাৰী হৈছে। এতিয়া গম পালো যে কথাটো সত্য।"

মোহনে অলপ লজ্জিত স্বৰত উত্তৰ দিলে, "নাই, নাই, সেইবোৰ কথা সঁচা নহয়। পিচে দেশৰ পৰা অনা পোছাকৰেতো ইয়াত বেছি দিন ফুৰাচকা কৰিব নোৱাৰি। সেয়েহে এইবোৰ পিন্ধিছো। জানেইতো, যস্মিন দেশে যদাচাৰ।"

"সেইয়াতো জানো। কিন্তু এইবোৰ কিনোতেতো তোমাৰ এগাল ধন খৰচ হৈছে। হ'ব বাৰু, বেৰিষ্টাৰী পঢ়িবলৈ তুমি কোনটো 'ইন'ত ভৰ্তি হ'লা?"

মোহনে উত্তৰ দিলে, 'ইনাৰ টেম্পল'ত।

'ইনাৰ টেম্পল? মোহন দাস, এইটোতো তোমাৰ খুব এৰিষ্ট'ক্ৰেটিক কাম হ'ল!"

"কি কৰিম, ইনাৰ টেম্পলেই ভাল লাগিল। পিচে তুমি ক'ত ভৰ্তি হ'লা?"

সিংহাই ক'লে, "মই আন বহুতো ছাত্ৰৰ দৰে 'মিড্‌ল টেম্পল'ত সোমাইছোঁ। অৱশ্যে বেৰিষ্টাৰী পাছ কৰাৰ পিচত আৰু অলপ দিন ইয়াত থাকি ডক্টৰেট ডিগ্ৰি লৈহে দেশলৈ যোৱাৰ ইচ্ছা আছে।"

মোহনে ক'লে, "সেয়াতো খুব ভাল কথা সচ্চিদানন্দ। বাৰু, তুমিতো বিহাৰৰ পৰা আহিছা। তুমি নিশ্চয় নিৰামিষাহাৰী? মই ইয়াত এখন ভেজিটেৰিয়ান ৰেস্তোৰাঁৰ সন্ধান পাইছোঁ, ঠিকনাটো লাগে যদি তোমাক দিব পাৰোঁ।"

সিংহাই অলপ বিষাদ ভাৱত ক'লে, "টু লেট, মোহন দাস, মই ইয়ালৈ আহিয়েই মাংস খোৱাত ধৰিছো। ইমান ঠাণ্ডাৰ দেশ। বাচি থাকিবলৈ আন উপায় নাছিল। কিন্তু তুমি এতিয়াও নিৰামিষাহাৰী হৈ কেনেকৈ থাকিলা?"

মোহনে অলপ দৃঢ়তাৰে উত্তৰ দিলে, "মই মোৰ মাৰ ওচৰত প্ৰতিজ্ঞা কৰিছোঁ যে ইংলণ্ডত থাকোঁতে মাংস বা মদ স্পৰ্শ নকৰোঁ। সেই প্ৰতিজ্ঞা মই কোনো কাৰণতে ভংগ কৰিব নোৱাৰোঁ।"

"তোমাৰ এই প্ৰতিজ্ঞা ৰক্ষা কৰাটো অতিকে প্ৰশংসনীয়, মোহন দাস! কিন্তু আমিতো তেনেকুৱা কোনো প্ৰতিজ্ঞা কৰি অহা নাই আৰু আমাৰ ইমান মনৰ জোৰো নাই। বাৰু, মই এতিয়া যাওঁ। ইণ্ডিয়ান ছচাইটিৰ কোনো ফাংছনত নিশ্চয় আকৌ তোমাক লগ পাম।"

মোহনৰ লগত কৰমৰ্দন কৰি তেওঁ আন এফালে গ'লগৈ।

এই সময়ত কেৱল পোছাক-পৰিচ্ছদতে নহয়, নাচ-গানতো মোহনে 'ইংলিছমেন' হ'বলৈ চেষ্টা কৰিলে। নাচৰ কাৰণে সি তিনি পাউণ্ড দি 'ডান্‌ছ্‌-ক্লাছ'ত ভৰ্তি হ'ল। কিন্তু তাৰ কোনো সুৰৰ জ্ঞান নাছিল, সেয়েহে পিয়ানোৰ সুৰ অনুসৰণ কৰি নাচৰ অনুশীলন কৰা তাৰ কাৰণে অসাধ্য হৈ উঠিল।

বাদ্য বজোৱা শিকিবলৈকো সি তিনি পাউণ্ড দি এখন বেহেলা কিনিলে আৰু 'লেছন' ল'বলৈ এটা বাদ্য-বাদনৰ ক্লাছত ভৰ্তি হ'ল।

বাক্‌পটুতা শিকিবৰ কাৰণেও মোহনে এক গিনি দি এজন শিক্ষকৰ ওচৰলৈ গ'ল। ফৰাচী ভাষা শিকাৰ ক্লাছ এটাতো সি ভৰ্তি হ'ল।

তিনি মাহ সময় এইদৰে পাৰ হ'ল। পিচে এনেবোৰ কথাত ব্যস্ত হোৱাৰ কাৰণে তাৰ বিবেকত এক প্ৰচণ্ড আঘাত লাগিল।

সি ইয়ালৈ আহি এইবোৰ কৰি সময় আৰু অৰ্থ নষ্ট কৰিছে কিয়? এই ধৰণে 'ইংলিছমেন' সাজি দেশলৈ গ'লে তাৰ কি লাভ হ'ব? সি ইয়ালৈ আহিছে পঢ়িবলৈ, সেয়েহে ছাত্ৰ হিচাপে নিজকে সাজু নকৰি 'ফুলবাবু' হৈ ঘূৰি ফুৰিলে শেষত তাৰ হাতৰ কুঠাৰ ভৰিত মাৰি লোৱাহে হ'ব।

লাহে লাহে মোহনে এই সকলোবোৰ এৰি পেলাবলৈ আৰম্ভ কৰিলে। নাচৰ 'লেছন' লোৱা সি বন্ধ কৰিলে। বাগ্মিতা শিকোৱা শিক্ষকক তাৰ সিদ্ধান্তৰ কথা জনালে। বেহেলাখন বেহেলাৰ শিক্ষিকাক বেচি দিবলৈ ক'লে। মোহনৰ পৰা ইয়াৰ কাৰণ গম পাই ভদ্ৰমহিলাই তাক অনুপ্ৰাণিতহে কৰিলে। কাউৰীয়ে ময়ূৰৰ পাখি গুজি চং দিবলৈ চেষ্টা কৰাৰ যে কোনো অৰ্থ নাই এই কথাটো মোহনে বুজি পোৱাৰ কাৰণে বেহেলাৰ শিক্ষকে তাক ধন্যবাদহে জনালে।

কিন্তু এই সকলো শিক্ষা একেবাৰে বৃথা হোৱা নাই; বিশেষকৈ তাৰ বাক্‌পটুতা শিকা লেছন্‌বোৰ কামত আহিছিল। এই শিক্ষাৰ বলতে সি ব্যঞ্জনবৰ্ণৰ সংগতিপূৰ্ণ ব্যৱহাৰ কৰিবলৈ শিকিলে। পৰৱৰ্তী কালত সি বক্তৃতা দিওঁতে দূৰত থকা মানুহেও তাৰ ভাষণ স্পষ্টকৈ বুজিব পাৰে।

এতিয়া মোহন পূৰাপূৰি ছাত্ৰত পৰিণত হ'ল। সি বুজি পালে যে বেৰিষ্টাৰী পাছ কৰাৰ কাৰণে সাজু হওঁতে লগা সময়ৰ উপৰি তাৰ হাতত কিছু উদ্বৃত্ত সময় থাকে। এই সময়ৰ সদ্ব্যৱহাৰ কৰিবলৈ সি মেট্ৰিকুলেচন পৰীক্ষাৰ কাৰণে পঢ়িবলৈ মনস্থ কৰে।

মেট্ৰিকুলেচন পৰীক্ষাৰ কাৰণে প্ৰথমে সি খবৰ ল'লে কেম্ব্ৰিজ অথবা অক্সফোৰ্ড ইউনিভাৰ্চিটিত ভৰ্তি হোৱাৰ বিষয়ে। কিন্তু সি গম পালে যে এই দুটা ইউনিভাৰ্চিটিৰ যিকোনো এটাত পঢ়িলে প্ৰচুৰ ধন খৰচ হ'ব, তদুপৰি সি ইংলণ্ডত তিনি বছৰতকৈও

অধিক সময় থাকিব লাগিব। ধন-পইছাৰ কাৰণে ককাইদেউকৰ ওপৰত আৰু অধিক হেঁচা দিবলৈ তাৰ সত্ নগ'ল। দলপৎৰাম শুক্লাই তেতিয়া তাক লণ্ডন মেট্ৰিকুলেচন পৰীক্ষাত বহিবলৈ পৰামৰ্শ দিলে। মোহনে এইটো পৰীক্ষাৰ কাৰণেই সাজু হ'বলৈ প্ৰয়াস কৰিলে।

খবৰ কৰি মোহনে গম পালে যে মেট্ৰিকুলেচন পৰীক্ষাৰ কাৰণে লেটিন আৰু আন এটা 'মৰ্ডান' ভাষা শিকিব লাগিব, আৰু এটা বিজ্ঞানৰ ক'ৰ্ছো ল'ব লাগিব। লেটিন শিকাৰ কথা ভাবিয়েই মোহন হতাশ হ'ল। ইমান এটা কঠিন ভাষা, মাথোঁ কেইটামান মাহতে কেনেকৈ শিকিব? তেতিয়া শুক্লাই তাক বুজালে যে আইন্‌জীৱীৰ বাবে লেটিন ভাষা শিকাটো অতি দৰ্কাৰী, বিশেষকৈ 'ৰোমান ল' যেতিয়া আইন-অধ্যয়নৰ এটা বিষয়। তদুপৰি লেটিন ভাষা শিকিলে ইংৰাজী ভাষাত তাৰ অৰ্হতা আৰু বাঢ়িব। কাৰণ, লেটিন আৰু গ্ৰীক ভাষাৰ পৰাই প্ৰায় সকলো ইউৰোপীয় ভাষাৰ উৎপত্তি হৈছে।

থকা-খোৱাৰ খৰছো মোহনে বহুত কমাই পেলালে। আগতে দেশৰ পৰা ককাইদেৱেকে ৬৫০ পাউণ্ড পঠাইছিল, এতিয়া সি গম পাইছে যে বাকী আঢ়ৈ বছৰ লণ্ডনত থাকিবলৈ আৰু ৩৫০ পাউণ্ড তাক লাগিব। অৰ্থাৎ মুঠতে তাক ১০০০ পাউণ্ড বা প্ৰায় তেৰ হেজাৰ টকা লাগিব। টকাৰ কাৰণে সি পোৰবন্দৰৰ ইংৰাজ ৰেযিডেণ্ট মিঃ লিলি আৰু ৰাজকোটৰ ইংৰাজ এজেণ্ট কৰ্নেল ৱাটছনলৈ আৰ্থিক সাহায্য বিচাৰি চিঠি লিখিলে, কিন্তু তেওঁলোকৰ পৰা কোনো উত্তৰ নাপালে।

মোহনৰ তেতিয়া অনুভৱ হ'ল যে ছাউথ কেংছিংটনৰ লেণ্ড্‌লেডিৰ ঘৰত সপ্তাহে ত্ৰিছ্ শ্বিলিং দি থকাৰ কোনো অৰ্থ নাই। তাৰ প্ৰয়োজন মাথোঁ কোঠালী এটাৰ। তদুপৰি তাত প্ৰতিদিনেই লাঞ্চ বা ডিনাৰ নাখালে তাক শিষ্টাচাৰবিৰোধী বুলি ভাবিব পাৰে। সদৌ শেহত, লেণ্ডলেডি আৰু তেওঁৰ পৰিবাৰক মাজে-সময়ে বাহিৰৰ ৰেস্তোৰাঁত লাঞ্চ বা ডিনাৰ খুওৱাতো তেতিয়াৰ এটা দেশাচাৰ। এই কামতো সি যথেষ্ট অৰ্থব্যয় কৰিব লাগে। কোঠাত নিজে ৰান্ধি-বাঢ়ি খাব পাৰিলেও সি অলপ ৰেহাই পাব।

ভবা মতেই মোহনে ষ্ট'ৰ-ষ্ট্ৰীটত দুটা কোঠাৰ এটা ফ্লেট্ ল'লে। সি ঠিক কৰিলে যে সি আৰু বাছত অহা-যোৱা নকৰে। এতিয়াৰ পৰা সি খোজকাঢ়ি লাইব্ৰেৰীলৈ যাব। তাৰ বাবে দৰ্কাৰ হ'লে সি আঠ-দহ মাইলো খোজকাঢ়িব।

কিন্তু এই খোজকঢ়াই নহয়, ৰন্ধা-বঢ়া কৰিবলৈ সি এটা ষ্ট'ভো কিনিলে। ষ্টভ'তে সি ব্ৰেক্‌ফাষ্টৰ কাৰণে ওট্‌মিল আৰু ক'কো তৈয়াৰ কৰি খাব ধৰিলে।

ক'কো তেতিয়া পানীয় হিচাপে অতি জনপ্ৰিয়। লণ্ডনৰ অলিয়ে-গলিয়ে তেতিয়া 'ক'কো-শ্বপ' খোলা হৈছে। বহুত লোকেই চাহ বা কফি খোৱাৰ পৰিৱৰ্তে ক'কোৰ নিচাত ধৰিছে।

মোহনে এইটো জানিছিল যে বহুত ভাৰতীয় ছাত্ৰই তাতকৈ সস্তাতে লণ্ডনত দিন-যাপন কৰিছে। সিহঁতে লণ্ডনৰ বস্তি এলেকাত একোটা কোঠা লৈ থাকে আৰু এইবোৰ ক'কো শ্বপত ৰুটী আৰু ক'কো খাই ভোক গুচায়। সিহঁতকে অনুসৰণ কৰি মোহনেও এই ক'কো-শ্বপবোৰত মাথোঁ মাখন আৰু জেলি সনা পাউৰুটী, আৰু ক'কো পান কৰি লাঞ্চ বা ডিনাৰৰ সমস্যাৰ সমাধান কৰিব ধৰিলে।

লণ্ডনত দুই ধৰণৰ ৰেস্তোৰাঁ থকাটো মোহনে লক্ষ্য কৰিছিল। বিলাসী ৰেস্তোৰাঁত প্ৰতিটো খাদ্য সামগ্ৰীৰে পৃথক পৃথক দাম। আৰু এক ধৰণৰ সুলভ ৰেস্তোৰাঁ আছে। তাত তিনি-চাৰিটা খাদ্য-দ্ৰব্যৰ দাম একেলগে কেইটামান শ্বিলিং দিলেই হয়। মোহনৰ এই দ্বিতীয় শ্ৰেণীৰ ৰেস্তোৰাঁই পছন্দ। নিৰামিষাহাৰী হিচাপে তাৰ প্ৰয়োজন তেনেই সামান্য, এনে ক্ষেত্ৰত প্ৰতিটো খাদ্য-বস্তুৰে বেলেগ বেলেগ দাম দি কি লাভ? সেয়েহে বাহিৰত খোৱাৰ প্ৰয়োজন হ'লেই সি এই সস্তাৰ ৰেস্তোৰাঁত খাবলৈ যায়।

মেট্ৰিকুলেচন পৰীক্ষাৰ কাৰণে ততাতৈয়াকৈ লেটিন ভাষা আয়ত্ত কৰা অত্যন্ত কঠিন। লাহে লাহে মোহনৰ কিন্তু এই ভাষাটো শিকাত আগ্ৰহ জন্মিল। কেৱল পৰীক্ষাৰ কাৰণেই নহয়, ভাষাটোৰ প্ৰয়োগৰ প্ৰতি সি মনোযোগ দিলে। 'মডাৰ্ন' ভাষাৰ বাবে সি বাছিছিল ফৰাচী ভাষা আৰু বিজ্ঞানৰ বিষয়স্বৰূপে লৈছিল 'হীট্ এণ্ড লাইট।'

মোহন ক্ৰমশঃ পঢ়াত অতি মনোযোগী ছাত্ৰ হৈ পৰিল। সি তেতিয়া মাথোঁ নিজৰ কোঠাতে ৰন্ধা-বঢ়া কৰি লয় আৰু দিনে-ৰাতিয়ে পঢ়াত ব্যস্ত হয়। গতানুগতিকতাৰ পৰা ৰক্ষা পাবলৈ সি লক্হাৰ্টত থকা সস্তা ক'কোৰ দোকানলৈ গৈ ৰুটী আৰু ক'কো খাই আহে।

এই সময়তে মোহনৰ এটা অভ্যাস নিয়মিত হৈ পৰিল। অভ্যাসটো হ'ল শোৱাৰ আগতে সি সদায় দিনটোৰ সমস্ত খৰচ লিখি থয়। ইয়াৰ পৰা সি দৈনন্দিন খৰচ সম্বন্ধে নিশ্চিত হ'ব পাৰিছিল। তাৰ বাকী জীৱনতো এই অভ্যাস বৰ্তি আছিল।

সেই সময়তে সি আৰু এটা নিয়ম চালু কৰিছিল। সেইটো হ'ল দিনৌ দিন্-পঞ্জী লিখা। সি সময় পালেই লিখিব ধৰিলে তাৰ 'লণ্ডন ডায়েৰী', পিছত অৱশ্যে এই লেখাৰ বহুতখিনিয়েই হেৰুৱাই পেলায়। এই ডায়েৰীত সি লিখিলে তাৰ এইখন দেশলৈ অহাৰ প্ৰচেষ্টা, জাহাজৰ অভিজ্ঞতা আৰু লণ্ডনত জীৱন-যাপনৰ ঘটনাৱলী। এই ডায়েৰীত সি লিখা বহুত কথাই তাৰ গোপন চিন্তাৰ প্ৰতিফলন, যিবোৰ বাহিৰৰ জগতত প্ৰকাশ কৰিবৰ কাৰণে নহয়।

লাহে লাহে মোহনে উপলব্ধি কৰিলে যে নিজৰ অন্তৰ্নিহিত শক্তিয়েহে মানুহক প্ৰকৃত মানুহত পৰিণত কৰে, বেশ-ভূষাই নহয়। তাৰ এই সৰল জীৱন-যাপনৰ প্ৰয়াস,

সময়ৰ সদ্ব্যবহাৰ অথবা প্ৰতিদিনৰ হিচাপ ৰখা— এই সকলোবোৰেই যেন তাৰ সেই শক্তিৰ বিকাশৰ প্ৰচেষ্টা, তাৰ দৃঢ়-চৰিত্ৰ গঠনৰ আগতীয়া প্ৰচেষ্টা।

* * *

মোহন লণ্ডনত থকাৰ সময়ত ফ্ৰান্সৰ পেৰিছত ১৮৮৯-১৮৯০ চনত এখন বিৰাট প্ৰদৰ্শনী হৈছিল। সি বাতৰি কাকতত এই প্ৰদৰ্শনীৰ বিশাল প্ৰস্তুতিৰ কথা কেইবাবাৰো পঢ়িছিল। সি ভাবিলে যে সেই বছৰৰ গ্ৰীষ্মত সি পেৰিছৰ প্ৰদৰ্শনীখন চাই আহিবগৈ।

এই প্ৰদৰ্শনীৰ আটাইতকৈ ডাঙৰ আকৰ্ষণটো হ'ল সদ্য-নিৰ্মিত 'আইফেল টাৱাৰ'। প্ৰায় এহেজাৰ ফুট উচ্চ এই টাৱাৰ অকল লোহাৰে তৈয়াৰী। ইয়াৰ আগতে মানুহে ভাবিব পৰা নাছিল যে ইমান ওখ এই 'টাৱাৰ' নিৰাপদে থিয় হৈ থাকিব পাৰিব। কিন্তু সন্দিগ্ধমনা লোকসকলৰ সন্দেহ মিছা বুলি প্ৰমাণিত কৰি এই 'টাৱাৰ' আজিও সগৰ্বে থিয় হৈ আছে।

মোহনে আগতেই জানিছিল যে পেৰিছতো এখন ভেজিটেৰিয়ান ৰেস্তোৰাঁ আছে। সেইখন বিচাৰি উলিয়াই ওচৰৰে এখন সৰু হোটেলত থাকিবলৈ ল'লে।

পেৰিছত সি আছিল সাত দিন। বেছিভাগ সময়েই সি পেৰিছ চহৰখন খোজকাঢ়িয়েই চালে। চহৰৰ এখন মেপ সি যোগাৰ কৰিলে আৰু সেইখন চাই চাই সি বিভিন্ন অঞ্চল ফুৰিবলৈ ধৰিলে। প্ৰদৰ্শনীৰ বিভিন্ন পেভিলিয়নবো সি মেপ যোগাৰ কৰি লৈ সেইবোৰ চালে।

আইফেল টাৱাৰত সি তিনিবাৰ উঠিল। এদিন সি তাত সাত শ্বিলিং দি ডিনাৰ খালে। সি এতিয়া ক'ব পাৰিব যে ইমান উচ্চতাতো বহি ডিনাৰ খাই আহিছে।

আইফেল টাৱাৰ মোহনৰ কিন্তু খুব ভাল নালাগিল। এই প্ৰসংগত তাৰ টলষ্টয়ৰ মন্তব্য মনত পৰিল। এই মন্তব্য তেতিয়াৰ বাতৰি কাকতবোৰত ওলাইছিল। টলষ্টয়ে কৈছিল যে এনেকুৱা টাৱাৰৰ নিৰ্মাণ মানুহৰ মুৰ্খামিৰ বাহিৰে আন একো নহয়; যিহেতু এই পৃথিৱীতে ইমান দাৰিদ্ৰ্য আৰু অনাচাৰ আছে! তেওঁৰ মতে ধূমপান মদ্যপানতকৈও অধিক সাংঘাতিক নিচা। এই ধপাত সেৱনৰ ফলত মানুহৰ বুদ্ধি স্তিমিত হৈ কল্পনাৰ আশ্ৰয় লয়। আইফেল টাৱাৰ তেনে চিন্তাৰেই প্ৰতিফলন। ইয়াত বিশেষ কোনো আৰ্ট নাই, ইয়াত প্ৰকৃততে সৌন্দৰ্য নাই, আছে মাথোঁ চিক্‌মিকনি আৰু বিশালতা। মানুহে কৌতূহল চৰিতাৰ্থ কৰিবলৈকে ইয়াৰ ওপৰত উঠে, যেনেকৈ সৰু ল'ৰা-ছোৱালীয়ে চকৰিত উঠিবলৈ উঠি-পৰি লাগে। এই প্ৰক্ৰিয়াই প্ৰমাণ কৰে যে মানসিকভাৱে আমি সকলোবোৰেই শিশু।

আইফেল টাৱাৰ চোৱাৰ পিচত টলষ্টয়ৰ মন্তব্য যথাৰ্থ বুলি মোহনে ভাবিলে।

ন'ট্ৰেডেইম কেথীড্ৰেল চাই মোহনৰ মন এক অপাৰ্থিৱ আনন্দত ভৰি পৰিল। ইয়াৰ গাম্ভীৰ্য আৰু মহত্ত্ব সঁচাই অবিস্মৰণীয়। ইয়াৰ বাহিৰৰ কাৰুকাৰ্য আৰু স্থাপত্যই মানুহৰ ঈশ্বৰৰ প্ৰতি প্ৰেম আৰু ভক্তিৰ বাৰ্তাই বহন কৰে। শিলৰ কাৰুকাৰ্য দেখি মোহন স্তম্ভিত হৈ গ'ল। গিৰ্জাৰ ভিতৰৰ শান্ত আৰু পবিত্ৰ পৰিৱেশে তাক মুগ্ধ কৰিলে।

পেৰিছৰ বিলাসবহুল পথেদি খোজ কাঢ়ি কাঢ়ি মোহনে লক্ষ্য কৰিলে যে ইয়াত মানুহে যেনেকৈ আনন্দ কৰে আৰু বাৰ-ৰেস্তোৰাঁত সোমাই পান-আহাৰ কৰে, তেনেকৈ আকৌ পাৰ্শ্ববৰ্তী গিৰ্জালৈ গৈ যিশুখ্ৰীষ্টৰ বিশাল ছবিৰ সন্মুখত ক্ৰুছ্ চিহ্ন দি আঁঠুকাঢ়ি মাতৃ মেৰীৰ পাথৰৰ মূৰ্তিৰ কাষত প্ৰাৰ্থনা কৰে। মোহনে জানে যে এয়া কেৱল শিলৰ মূৰ্তিৰ কাষত প্ৰাৰ্থনা নহয়, প্ৰকৃততে ই সেইগৰাকী পৰমপিতা ঈশ্বৰৰ প্ৰতি প্ৰাণৰ আকুতি আৰু প্ৰেম-নিবেদন, যিটো এই মূৰ্তিৰ মাধ্যমেৰে প্ৰকাশিত হয়।

পেৰিছৰ পৰা উভতি অহাৰ অলপ দিন পিচত কেইদিনমানৰ ছুটী কটাবলৈ মোহন ভেণ্টনৰ চহৰলৈ গ'ল। এই চহৰখন ইংলণ্ডৰ 'আইল্ অভ্ ৰাইট্' দ্বীপত অৱস্থিত।

তাৰ মেডিৰা ৰ'ডত এখন নিৰামিষাহাৰী ৰেস্তোৰাঁ আছিল। ৰেস্তোৰাঁৰ মালিক আছিল মিঃ ছেল্টন। তাতে খাবলৈ গৈ তেওঁৰ কুমাৰী কন্যা ৰূথৰ লগত মোহনৰ চিনাকি হ'ল। ৰূথৰ বয়স তেতিয়া চৌবিছ।

মোহনৰ সৈতে পৰিচিত হৈ তাই খুব সুখী। তাই উপযাচি মোহনক ভেণ্টনৰ চহৰ দেখুৱাবলৈ গাত লোৱাত মোহনে বৰ ভাল পালে।

ভেণ্টনৰ চহৰৰ এটা অতি ডাঙৰ আকৰ্ষণ হ'ল ইয়াৰ সৰু সৰু পাহাৰ ৰাজি। ফুৰি থাকোঁতেই হঠাতে ৰূথে ক'লে, "মোহন ব'লা, সেই পাহাৰটোৰ শিখৰত উঠোঁ।"

"কিন্তু পাহাৰটোতো থিয়, ৰূথ। উঠোতে মই কষ্ট পাম।"

ৰূথে তাক হাঁহি হাঁহি আশ্বাস দিলে, "একো কষ্ট নহয়। চোৱাচোন, মই হাই-হিলবুট-জোতা পিন্ধি আছোঁ। এইদৰেই মই উঠি যাম এতিয়া। তুমি পাৰা যদি মোক লগ ধৰা।" কৈয়েই তাই দৌৰাত লাগিল।

মোহনে আৰু কি কৰিব! সিও ৰূথৰ পিচে পিচে দৌৰিব ধৰিলে। ৰূথেতো সদায়েই দৌৰে, মোহনে তাইক কেনেকৈ লগ ধৰিব? অলপ পিচত ৰূথ গৈ পাহাৰ শিখৰৰ চূড়া পালেগৈ আৰু তাৰ পৰা মোহনক মাতিব ধৰিলে।

মোহনে যেতিয়া অতিশয় কষ্টেৰে চূড়াত উঠিল, ৰূথ তেতিয়া তললৈ নামিবলৈ সাজু। তাই ক'লে, "ব'লা মোহন, এতিয়া নামো।"

ফোঁপাই-জোপাই মোহনে ক'লে, "ৰূথ মোক অলপ বিশ্ৰাম কৰিব দিয়া, বৰ ভাগৰ লাগিছে।"

"তুমি ইয়ংমেন মোহন, এইকণ উঠোঁতেই ফোঁপাই পেলাইছা দেখিছোঁ? চোৱা, মই কিমান ততাতৈয়াকৈ নামি যাম।" কথাষাৰ কৈয়ে খৰখেদাকৈ তাই তললৈ নামিবলৈ আৰম্ভ কৰিলে।

তেতিয়া ৰূথক দেখি মোহনো নামি আহিল। সি একো বিশ্ৰাম ল'ব নাপালে। ইমান থিয় পাহাৰ! ক'ৰবাত ভৰি পিচলি হাত-ভৰি ভাঙে বুলিহে তাৰ ভয় হ'ল। শেষৰ ফালে সি যেনেতেনেহে পাহাৰটোত চুঁচৰি তললৈ নামি আহিল।

ইতিমধ্যে ৰূথে চিঞৰি চিঞৰি তলৰ পৰা মাতি আছিল। মোহনক ভয় খাবলৈ হাক দি কোণাকোণিভাৱে নামিবলৈ কৈছিল।

মোহনৰ শেষৰ ফালৰ পতনৰ দৃশ্যটো দেখি ৰূথৰ হাঁহি ৰাখিব নোৱৰা হ'ল। অলপ পিচত শান্ত হৈ তাই ক'লে, "পিচে মোহন, তুমি যে নামিব পাৰিলা তাৰ কাৰণে তোমাক পুৰস্কাৰ দিয়া উচিত। ব'লা, ওচৰতে এখন কফি-শ্বপ আছে। কফিকে খাওঁ।"

"মইতো কফি খোৱা এৰি দিছোঁ। যদি ক'কো থাকে তেনেহ'লে খাব পাৰি।"

"তুমি মাংসৰ লগতে কফি খোৱাও এৰি দিছা? তোমাৰ কাৰণে খোৱাতোও এটা ডাঙৰ সমস্যা। যি নহওক, ব'লা, তাত ক'কোও নিশ্চয় পোৱা যাব।"

দোকানখনত কফি আৰু ক'কো দুয়োটাই পোৱা গ'ল। ৰূথে কফিৰ অৰ্ডাৰ দিলে আৰু মোহনে বিচাৰিলে ক'কো। দাম দিয়াৰ সময়ত মোহনেই আগতে পকেটৰ পৰা মানিবেগ বাহিৰ কৰিলে। কিন্তু ৰূথে মোহনক কোনোমতেই পইছা দিবলৈ নিদিলে। তাই নিজৰ ভেনিটি বেগ উলিয়াই বিল 'পে' কৰিলে।

পিচদিনা ৰেস্তোৰাঁত খাবলৈ গৈ ৰূথৰ লগত যেতিয়া আকৌ দেখা হ'ল, তেতিয়া মিঃ ছেল্টনক ৰূথে মোহনৰ চুঁচৰি অহাৰ দৃশ্য বৰ্ণালে। মিঃ ছেল্টনৰ মুখতো মিচিকিয়া হাঁহি জিলিকিল। তেওঁ ক'লে, "ৰূথৰ লগত দৌৰি তুমি জিকিব নোৱৰাত দুখ কৰিব লগা একো নাই। ৰূথ খুব এথ্লীটিক, স্কুলত দৌৰাৰ কম্পিটিছনত সদায় ফাৰ্ষ্ট হৈছিল।"

মোহনে লজ্জিতভাৱে উত্তৰ দিলে, "তেওঁৰ দৌৰাৰ কোব দেখিয়েই মই সেইটো বুজিছোঁ। আনকি সেই হাই-হিলৰ বুট পিন্ধিও যিদৰে তৰা-নৰা ছিঙি নামি আহিল, মই দেখিয়েই অবাক।"

মোহনৰ কথা শুনি সকলোৱে আকৌ এবাৰ হাঁহিলে। মোহনৰ অকৃত্ৰিম ব্যৱহাৰত মাথোঁ ৰূথেই নহয়, তাইৰ দেউতাক-মাকো অলপ মুগ্ধ হ'ল।

ভেল্টনৰ চহৰত এই ছুটী কটাই মোহনে বৰ আনন্দ পালে। এই চহৰৰ স্মৃতি আৰু ৰূথৰ সান্নিধ্যৰ কথা তাৰ চিৰদিন মনত থাকিব।

* * *

মোহন লণ্ডনত থকাৰ দ্বিতীয় বছৰৰ শৰৎকালত দুজন লোকৰ লগত পৰিচয় হ'ল। তেওঁলোক আছিল খুৰাক-ভতিজাক আৰু দুয়ো থিয়'ছফিষ্ট। দুয়োজনেই অবিবাহিত। খুৰাকৰ নাম বেৰ্ট্ৰাম্ কাইট্লি আৰু ভতিজাকৰ নাম আৰ্চিবল্ড কাইট্লি। হিন্দু ধৰ্মৰ বিষয়ে সবিশেষ জানিবলৈ তেওঁলোক উৎসুক।

মোহনৰ লগত কৰমৰ্দন কৰি বেৰ্ট্ৰাম কাইট্লিয়ে ক'লে, "মিঃ গান্ধী, আপোনাৰ নাম-ঠিকনা আমাৰ পৰিচিত এজন লোকৰ পৰা পালোঁ। যেতিয়া আমি গম পালোঁ যে আপুনি ভাৰতৰ পৰা আহিছে আৰু এগৰাকী হিন্দু, আমি ভাবিলো যে আপোনাৰ লগত চিনাকি হৈ হিন্দু ধৰ্মৰ বিষয়ে বহুতো কথা জানিব পাৰিম। জানেই নহয়, আমাৰ থিয়'ছফিকেল আন্দোলনৰ মূল প্ৰেৰণাই হৈছে সেই প্ৰাচীন হিন্দু ধৰ্ম।"

মোহনে অলপ সংকুচিত হৈ উত্তৰ দিলে, "মিঃ কাইট্লি, মই আপোনালোকক কওঁ যে হিন্দু হৈ জন্মিলেও ধৰ্মটোৰ সম্পৰ্কে মই বিশেষ একো নাজানো। মই এই বিষয়ে লজ্জিত। কিন্তু আপুনি মোক থিয়'ছফিকেল আন্দোলন সম্পৰ্কে কিবা অলপ কওক, এতিয়ালৈকে মই এই বিষয়ে একো নাজানো। এইটো কি এটা নতুন ধৰ্ম?"

বেৰ্ট্ৰাম কাইটলিয়ে দৃঢ়তাৰে ক'লে, "উহুঁ, আপুনি যদি আমাৰ সংঘৰ প্ৰতিষ্ঠাত্ৰী মেডেম্ ব্লাভাৎস্কিৰ 'কী টু থিয়'ছফি' গ্ৰন্থখন পঢ়ে, প্ৰশ্নোত্তৰ ষ্টাইলত লিখা এই গ্ৰন্থৰ প্ৰথম প্ৰশ্নৰ উত্তৰটোতে আপুনি পাব যে থিয়'ছফি হৈছে ঐশ্বৰিক জ্ঞান বা বিজ্ঞান।"

মোহনে উত্তৰ দিলে, "এয়াটো অতি মহৎ আদৰ্শ, ইয়াৰ লগত একমত হ'বলৈ মোৰ কোনো দ্বিধা নাই।"

বেৰ্ট্ৰাম কাইটলিয়ে ক'লে, "মেডাম ব্লাতাৎস্কিয়ে ভাৰত আৰু তিব্বত ভ্ৰমণ কৰি সেইবোৰ প্ৰাচীন জ্ঞান আহৰণ কৰিছে। সেই জ্ঞানক ভিত্তি কৰিয়েই আমাৰ থিয়'ছফিকেল আন্দোলন গঢ়ি উঠিছে। তেওঁৰ লগত হেন্ৰি ওল্কট, উইলিয়াম জাজ আৰু আন আন বহুতে গোট খাই ১৮৭৫ চনত নিউইয়ৰ্ক চহৰত 'থিয়'ছফিকেল ছচাইটি' প্ৰতিষ্ঠা কৰে। এতিয়া ইংলেণ্ড আৰু ভাৰততো তাৰ শাখা খোলা হৈছে। আমাৰ প্ৰধান উদ্দেশ্য হৈছে ভাৰত আৰু তিব্বতত যিসকল মহাত্মাই উন্নততৰ আধ্যাত্মিক জ্ঞান উপলব্ধি কৰিছে, তেওঁলোকৰ সেই জ্ঞান সাধাৰণৰ মাজত বিতৰণ কৰা আৰু তেৰাসকলৰ দৰে আমাৰ তেনে উন্নতি কৰাৰ প্ৰয়াস কৰা।"

এইবাৰ আৰ্চিবল্ড কাইটলিয়ে ক'লে, "আপুনি মিছেছ্ এনি বেছান্টৰ নাম নিশ্চয় শুনিছে, মিঃ গান্ধী। তেওঁ এগৰাকী প্ৰখ্যাত পাবলিক্ স্পীকাৰ। তেওঁৱোঁ আমাৰ আন্দোলনত যোগ দিছে। মেডেম্ ব্লাভাৎস্কিয়ে ভাবে যে তেওঁ এগৰাকী 'বিগ্ কেচ্চ্'।"

তেওঁৰ কথা শুনি সকলোৱেই হাঁহি দিলে।

বেৰ্ট্ৰাম কাইটলিয়ে ক'লে, "ওলাওক এদিন। মেডাম ব্লাভাৎস্কিতো এতিয়া লণ্ডনতে আছে, তেওঁক দেখা কৰি আহিবঁগে। তেওঁ নিজেই আপোনাক ভাৰত আৰু তিব্বত ভ্ৰমণৰ অভিজ্ঞতাৰ কথা ক'ব।"

মোহনে আনন্দেৰে এই প্ৰস্তাৱত ৰাজী হ'ল। তেতিয়াই ঠিক হ'ল যে তেওঁলোকে আহি এদিন আবেলি মোহনক 'ব্লাভাৎস্কি লজ'লৈ নিব।

তেওঁলোকৰ লগতে এদিন মোহন তালৈ গ'ল। যাওঁতে যাওঁতে মোহনে মেডেম হেলেনা ব্লাভাৎস্কিৰ জীৱন-কাহিনী অলপ শুনিছিল। তেওঁৰ জন্ম হৈছিল ৰাছিয়াত, কিন্তু যুৱতী হৈ থাকোঁতেই ইউৰোপ, এছিয়াৰ বহুতো দেশ ভ্ৰমণ কৰি তিব্বতত গৈ হাজিৰ হ'ল। তাত তেওঁৰ কেইগৰাকীমান মহাত্মাৰ লগত দৰ্শন ঘটে আৰু তেওঁলোকৰে নিৰ্দেশত তেওঁ থিয়'ছফিকেল আন্দোলন আৰম্ভ কৰে।

মেডেম ব্লাভাৎস্কিৰ বয়স তেতিয়া প্ৰায় ষাঠি। চুটি-চাপৰ মহিলাগৰাকী অলপ শকত হৈ পৰিছে। তেতিয়া তেওঁ অলপ অসুস্থও। মোহনৰ সৈতে বেছি কথা-বতৰা হ'ব নোৱাৰিলে।

তথাপি মোহনক স্বাগত জনাই তেওঁ ক'লে, "মিঃ গান্ধী, মই অত্যন্ত আনন্দিত যে আপুনি আমাৰ আন্দোলন সম্পৰ্কে জানিবলৈ আগ্ৰহী। আপুনি যদি মোৰ 'কী টু থিয়'ছফি গ্ৰন্থখন পঢ়ে, তেতিয়া আপুনি গম পাব যে প্ৰাচীন হিন্দু ধৰ্মৰ পৰাই মই এই থিয়'ছফি আন্দোলনৰ প্ৰেৰণা পাইছোঁ। মই বিশ্বাস নকৰোঁ যে হিন্দু ধৰ্ম কুসংস্কাৰেৰে পৰিপূৰ্ণ। এইটো সত্য যে হিন্দু ধৰ্মত বহুতো আসোঁৱাহ সোমাইছে, বিশেষকৈ বহু বছৰ ধৰি মুছলমান শাসনৰ ফলস্বৰূপে। আমি কিন্তু সেই সনাতন বৈদিক ধৰ্মৰ ফালে চাব লাগিব, তাৰ পৰাই ঋষিসকলৰ আৰব্ধ জ্ঞান আহৰণ কৰিব লাগিব।

মোহনে মন্ত্ৰমুগ্ধৰ দৰে মেডেম ব্লাভাৎস্কিৰ কথাবোৰ শুনিছিল। সি এবাৰ ক'লে, "কিন্তু মেডেম ব্লাভাৎস্কি, মই মিঃ বাৰ্ট্ৰাম আৰু আৰ্চিবল্ড কাইটলিৰ পৰা গম পাইছোঁ যে তিব্বতত গৈ আপুনি প্ৰাচীন মহাত্মাসকলৰ সন্ধান পাইছে, তেওঁলোক সম্বন্ধে অলপ কওকচোন।"

মেডেম ব্লাভাৎস্কিয়ে অলপ মিচিকিয়াই উত্তৰ দিলে, "সেই গোটেইবোৰ কথাইতো মোৰ কিতাপত লিখিছোঁ। পঢ়িলেই আপুনি বহুত কথা জানিব পাৰিব। অৱশ্যে এটা কথাই ক'ব পাৰোঁ যে ভাৰত আৰু তিব্বতত এতিয়াও বহুত মহাত্মাই গোপন গুহাত

বহি সাধনা কৰিছে। মহাত্মা কথাটোৰ অৰ্থ 'মহান আত্মা'— তেওঁলোক নিজৰ নৈতিক আৰু আধ্যাত্মিক উত্তৰণৰ মাজেদি মহান। আপুনিও এই নৈতিক, আধ্যাত্মিক উন্নতি, আৰু সমাজৰ সেৱাৰ পথেৰে অগ্ৰসৰ হওক, হয়তো আপুনিও এদিন 'মহাত্মা' স্বৰূপে পৰিগণিত হ'ব।" মেডেম ব্লাভাৎস্কিয়ে যেন এক ভৱিষ্যৎবাণী উচ্চাৰণ কৰিলে।

তেওঁৰ কথাত তাত উপস্থিত থকা সকলোৰে মুখত মিচিকনি বিৰিঙিল।

মেডেম ব্লাভাৎস্কিয়ে কিন্তু আৰু বেছি একো ক'ব নোৱাৰিলে। অসুস্থ কাৰণে তেওঁ মাজে মাজে কাহিছিল। হঠাতে তেওঁৰ কাহৰ প্ৰকোপ বাঢ়ি গ'ল। তাকে দেখি বাৰ্ট্ৰাম কাইটলিয়ে মোহনক উঠি আহিবলৈ সংকেত দিলে। মোহনে তেতিয়াই উঠি মেডেম্ ব্লাভাৎস্কিৰ সৈতে কৰমৰ্দন কৰি তেওঁ দিয়া সময়ৰ কাৰণে অশেষ ধন্যবাদ দি বিদায় ল'লে।

যোৱাৰ আগতে মেডেম্ ব্লাভাৎস্কিয়ে মোহনক মিছেছ্ এনি বেছান্টৰ লগত দেখা কৰিবলৈ ক'লে। তেওঁ আছিল তেতিয়া লণ্ডনত এই সংঘৰ সহ-সভাপতি।

মোহনে তেতিয়া এদিন মিছেছ্ বেছান্টৰ এটা পাব্‌লিক লেক্‌চাৰ শুনিবলৈ গ'ল। তাৰ আটাইতকৈ ভাল লাগিল তেতিয়া, যেতিয়া বক্তৃতাৰ পিচত প্ৰশ্নোত্তৰৰ সময়ত এজন দৰ্শকে তেওঁক ছচিয়েলিষ্ট আন্দোলনৰ পৰা আঁতৰি থিয়'ছফিকেল ছচাইটিত যোগদান কৰাটো তেওঁৰ চৰিত্ৰৰ অসংগতি বুলি মন্তব্য কৰিলে। এই মন্তব্যৰ উত্তৰত বেছান্টে কৈছিল যে তেওঁৰ সমাধিত যদি এইটো লিখা থাকে যে তেওঁ সত্যৰ কাৰণে জীৱন উৎসৰ্গা আৰু মৃত্যুবৰণ কৰিছিল, তেনেহ'লে তেওঁতকৈ সুখী আৰু কোনো নহ'ব।

মিঃ ব্ৰাৰ্ট্ৰাম আৰু অৰ্চিবল্ড কাইটলিৰ লগত এদিন মোহন মিছেছ্ এনি বেছাণ্টৰ ফ্লেটত তেওঁক দেখা কৰিবলৈ গ'ল।

মিছেছ্ বেছান্টে মেজত বহি কিবা এটা লিখি আছিল। সিহঁতক দেখি তেওঁ থিয় হৈ স্বাগত জনালে আৰু সন্মুখৰ চকীত বহিব ক'লে। মিঃ বাৰ্ট্ৰাম আৰ্চিব'ল্ডই মোহনক তেওঁৰ লগত চিনাকি কৰি দিলে।

মিছেছ বেছান্টক দেখি মোহন চমকি গ'ল। তেওঁৰ বয়স এতিয়া চল্লিছৰ বেছি হ'ব, তথাপি কি প্ৰাণৱন্ত শৰীৰ। চকু দুটাই সকলো সময়তে হাঁহিছে।

মোহনে যেতিয়া ক'লে যে তেওঁ মিছেছ বেছান্টৰ 'হোৱাই আই বিকেম এ থিয়'ছফিষ্ট' কিতাপখন পঢ়িছে, তেতিয়া তেওঁ হাঁহি ক'লে, "তেনেহ'লেতো মোৰ বিষয়ে সকলো কথা জানি পেলাইছে মিঃ গান্ধী। আপুনি জানে যে এসময়ত মই নিৰীশ্বৰবাদী আছিলোঁ, তাৰ পিচত ফেবিয়ান ছচিয়েলিষ্ট আৰু এতিয়া থিয়'ছফিষ্ট। জীৱন পৰিৱৰ্তনশীল, তাৰ লগে লগে মানুহৰ মতো সলনি হয়।"

মোহনে ক'লে, "আপোনাৰ এইটো কথাই মোৰ আটাইতকৈ ভাল লাগিছে, মিছেছ্ বেছান্ট। যিটো সত্য বুলি ভাবিছে, তাক গ্ৰহণ কৰিবলৈ দ্বিধা কৰা নাই।"

মিছেছ্ বেছান্টে অলপ হাঁহি উত্তৰ দিলে, "মিঃ গান্ধী, সত্যৰ অনুসন্ধান কৰাটোৱেইতো মানুহৰ জীৱনৰ ধৰ্ম হোৱা উচিত। আমাৰ থিয়'ছফিকেল ছচাইটিৰ আদৰ্শ-বাণী হৈছে ঃ 'There is no religion higher than truth'. ভাৰতৰ প্ৰাচীন ধৰ্মত যি সত্য লুকাই আছে, তাকে বিশ্বৰ সন্মুখত উদ্‌ঘাটন কৰাই থিয়'ছফিকেল ছচাইটিৰ লক্ষ্য। আপুনি নিজে এজন হিন্দু; আপুনিও এই আন্দোলনত যোগদান কৰককচোন।

"আপোনাৰ এই আমন্ত্ৰণৰ কাৰণে ধন্যবাদ। কিন্তু মই হিন্দু ধৰ্মৰ বিষয়ে ভালকৈ নাজানো, ধৰ্মটোৰ বিষয়ে নজনাকৈয়ে আন এটা আন্দোলনত যোগ দিব নিবিচাৰোঁ"— মোহনে দৃঢ়তাৰে উত্তৰ দিলে।

মিছেছ্ বেছান্টে ক'লে, "আপোনাৰ অভিমত যদি সেইটোৱেই, মই অন্তৰায় হৈ থিয় নিদিওঁ। মই অতি সোনকালেই ভাৰতলৈ গৈ আছোঁ। আশাকৰোঁ তাত আপোনাক দেখা পাম।"

মিছেছ্ বেছান্টৰ ওচৰৰ পৰা বিদায় লোৱাৰ আগতে মোহনে ক'লে, "ঈশ্বৰৰ অভিপ্ৰায় হ'লে আমাৰ সাক্ষাৎ নিশ্চয় হ'ব।"

এই কাইটলিৰসকলে মোহনক টমাছ কাৰ্লাইলৰ "অন হিৰ'ছ, হিৰ' ওৱৰশ্বিপ এণ্ড দী হিৰ'ইক ইন্ হিষ্টৰি' কিতাপখন পঢ়িবলৈ ক'লে। সেই কিতাপৰে দ্বিতীয় লেকচাৰ— 'দী হিৰ' এজ্ প্ৰফেট পঢ়ি মোহনে ইছলাম ধৰ্মৰ প্ৰতিষ্ঠাতা হজৰৎ মহম্মদৰ জীৱন আৰু চৰিত্ৰ সম্বন্ধে সবিশেষ জানিব পাৰিলে। মহম্মদ যে আৰব জগতত এজন সঁচা ঐশ্বৰিক দূতস্বৰূপে আৱিৰ্ভূত হৈছিল, আৰু আৰববাসীৰ ওচৰত ঈশ্বৰৰ চৰণত সৰ্বস্ব সমৰ্পণৰ আহ্বান জনাইছিল সেইটো প্ৰকৃততে বৈপ্লৱিক আছিল। কিন্তু পোনতে তেওঁৰ বাণীত কোনেও কৰ্ণপাত কৰা নাছিল। তেওঁৰ চল্লিছজন নিকটাত্মীয়ৰ মাজৰ পৰা মাত্ৰ তেওঁৰ ভৃত্য, স্ত্ৰী খাদিজা আৰু ভতিজাক তৰুণ আলিয়েহে তেওঁৰ কথাবোৰ বিশ্বাস কৰিছিল।

মহম্মদৰ জীৱন আছিল অত্যন্ত সৰল। তেওঁ নিজ হাতে নিজৰ পৰিধেয় চিলাই লৈছিল আৰু জোতাও মেৰামত কৰিছিল। তেইছ বছৰ ধৰি তেওঁ নিজৰ বাণী প্ৰচাৰ কৰিছিল। কাৰ্লাইলৰ মতে এয়া আছিল আৰব জগতত অন্ধকাৰৰ পৰা আলোকৰ জন্মদান। ইয়াৰ ফলতে সমগ্ৰ আৰব দেশ যেন আকৌ জীৱন্ত হৈ উঠে।

ফেৰিংডন ষ্ট্ৰীটৰ কাষতে থকা 'দী ছে'নটে'ৰ' নামে ভেজিটেৰিয়ান ৰেস্তোৰাঁখনৰ তেতিয়া দুটা আকৰ্ষণ আছিল— এটা আবেলিৰ চাহ পৰিৱেশন আৰু দ্বিতীয়, লণ্ডনৰ বহুতো নিৰামিষাহাৰী গুণী-জ্ঞানী ব্যক্তিৰ সমাগম। মাইলৰ পিচত মাইল খোজকাঢ়ি

কোনোবা ছিলেব্ৰিটিৰ লগত চাহ খোৱাৰ আৰু তেওঁৰ মুখনিসৃত বাণী শুনাৰ সুযোগৰ কাৰণে মানুহ তালৈ যায়। স্বাভাৱিকতে এই মজ্‌লিচৰ ঘাই আকৰ্ষণ আছিল নিৰামিষাহাৰী আন্দোলনৰ এজন প্ৰধান মুখপাত্ৰ ডঃ হেন্‌ৰি ছল্ট।

মোহনে এদিন ছিল্ক হেট আৰু ক'লা কোট পিন্ধি তেওঁলোকৰ মাজলৈ আহি নিজৰ পৰিচয় দিলে ঃ "মোৰ নাম মোহনদাস কৰমচাঁদ গান্ধী। আপোনালোকে অৱশ্যে মোৰ নাম কোনোদিনেই শুনা নাই।"

ড° ছল্টে তেতিয়া এখন খাতা খুলি তাৰ নামটো টুকি থ'লে। তাৰ পিচত লাহে লাহে গান্ধীৰ নাম সকলোৱেই পাহৰি গ'ল।

মোহনে এই আলোচনাত যোগ দি বুজিলে যে বেছিভাগ লোকেই তালৈ আহে কেনেকৈ নিৰামিষ খাদ্য খাই স্বাস্থ্য ভালে ৰাখিব পাৰি জানিবৰ বাবে। তেওঁলোকৰ বহুতেই অত্যধিক স্থূল; তেওঁলোকৰ চিন্তা মাছ-মাংস পৰিত্যাগ কৰি শৰীৰৰ ওজন কমাব পাৰিবনে নাই। কিন্তু তেওঁলোকে নিৰামিষ খাদ্যৰ পৰিমাণ অলপো নকমায়। তেওঁলোকে মচুৰ মাহৰ চুপ্‌, বিভিন্ন প্ৰকাৰৰ বিন্‌ আৰু পনিৰ পেট পুৰাই খাব আৰু মনতে ভাবিব যে ওজন কমিব। স্বাভাৱিকতে ফল একো নহয়। মোহনে জানিছিল যে গা পাতল ৰাখিবলৈ পৰিমিত আহাৰ খাব লাগে আৰু মাজে মাজে উপৱাসে থকাতো একান্ত বিধেয়।

এই 'ছে'নটে'ৰ' ৰেস্তোৰাঁলৈ আহিয়েই মোহনে এদিন গম পালে যে মেঞ্চেষ্টাৰ চহৰত প্ৰতিষ্ঠিত এখন ভেজিটেৰিয়ান ছচাইটি আছে, আৰু আছে 'ভেজিটেৰিয়ান মেচেঞ্জাৰ' নামে এখন মুখপত্ৰ। পিচত মোহনে গম পালে যে লণ্ডনতো এখন ভেজিটেৰিয়ান ছচাইটি আছে আৰু এই ছচাইটিৰ জাৰ্নেলৰ সম্পাদকৰ নাম জোছিয়া অ'ল্ডফিল্ড। কিছুদিন পিচতে তেওঁৰ লগত মোহনৰ অতি আন্তৰিক সম্বন্ধ স্থাপিত হৈছিল।

কিন্তু মোহনৰ লণ্ডন-মেট্ৰিকুলেচন পৰীক্ষাৰ সময় কাষ চাপি আহিল। ১৮৮৯ চনৰ ডিচেম্বৰ মাহত মোহনে পৰীক্ষাত বহিল। কিন্তু সি পৰীক্ষাত আন সকলো বিষয়ত পাছ কৰিও লেটিনত ফেল কৰিলে। তেতিয়া টমাছ্‌ ছেণ্ডাৰ্চৰ লেটিন টেক্সট্‌ আৰু তাৰ লগতে ইংৰাজী অনুবাদৰ কিতাপখন যোগাৰ কৰি খুব মনোযোগেৰে পঢ়া আৰম্ভ কৰিলে। অৱশেষত ১৯৯০ চনৰ জুন মাহৰ পৰীক্ষাত সি লেটিনসহ সকলো বিষয়তেই পাছ কৰিলে।

## সপ্তম অধ্যায়

# লণ্ডনত তৃতীয় বছৰ

মোহন লণ্ডনত থকাৰ সময়ত তাত দুশজনতকৈ বেছি ভাৰতীয় ছাত্ৰ নাছিল। সিহঁতৰ বহুতেই মোহনৰ দৰেই দেশত নাবালক অৱস্থাতে বিয়া কৰাইছিল, কিন্তু ইংৰাজ ছোৱালীৰ লগত মিলামিচা কৰিবলৈ সিহঁতে নিজকে অবিবাহিত বুলি পৰিচয় দিছিল। ফলত সিহঁতে সদায় মিছা কথা ক'বলগীয়া হয় আৰু এইদৰে অসত্যৰ জালত জড়িত হৈ নিজৰ জীৱনলৈ অশান্তি কঢ়িয়াই আনে।

এই সময়তে মোহনো এক মিছাৰ পাকত সোমাই পৰিছিল। ব্ৰাইটন সমুদ্ৰৰ কাষৰ এখন বিখ্যাত চহৰ, গ্ৰীষ্মকালত ভ্ৰমণকাৰীৰ স্বৰ্গ। লণ্ডন-মেট্ৰিকুলেচন পৰীক্ষা পাছ কৰাৰ পিচত মোহনে ভাবিলে পঢ়াৰ পৰা অব্যাহতি লৈ সি অলপ বিশ্ৰাম কৰা দৰ্কাৰ। সেয়েহে ১৮৯০ চনৰ জুলাই মাহত সি ব্ৰাইটন চহৰত সাত দিনৰ বাবে ফুৰিবলৈ গ'ল।

এখন হোটেলৰ ৰেস্তোৰাঁত ডিনাৰ খাবলৈ গৈ তাৰ মিছেছ্ কানিংহেম্ নামৰ এক ভদ্ৰ মহিলাৰ লগত পৰিচয় হ'ল। মিছেছ্ কানিংহেম্ আছিল এগৰাকী প্ৰৌঢ়া মহিলা; স্বভাৱত তেওঁ অতিকৈ কৰুণাময়ী। একেখন মেজতে তেওঁলোক বহিছিল। মোহনে মেনু-কাৰ্ডত কি অৰ্ডাৰ দিব বাছি থাকোঁতে তেওঁ উপযাচি সাহায্যৰ হাত আগবঢ়ালে।

"ইয়ংমেন, তুমি এই চহৰলৈ নতুনকৈ অহা যেন পাইছোঁ। মই মিছেছ কানিংহেম্, এই হোটেলতে সোমাইছোঁ। কোৱা তোমাক কেনেকৈ সাহায্য কৰিব পাৰোঁ।"

"মিছেছ্ কানিংহেম্, মোৰ নাম মোহনদাস গান্ধী। মই লণ্ডনৰ এজন ভাৰতীয় ছাত্ৰ। কেইদিনমানৰ কাৰণে এইখন চহৰলৈ ফুৰিবলৈ আহিছোঁ। মই ভেজিটেৰিয়ান, কিন্তু এই মেনু কাৰ্ডটো ফৰাচী ভাষাত লিখা। সেইকাৰণে ধৰিব পৰা নাই কোনটো ভেজিটেৰিয়ান ডিশ্ব হ'ব।"

মিছেছ কানিংহেমে মিচিকিয়াই উত্তৰ দিলে, "মিঃ গান্ধী, তুমি মোক অলপ বিপদত পেলালা। এই মেনুৰ প্ৰায় সকলোবোৰেই আমিষ। অৱশ্যে এটা ডিশ্ব আছে, যিটো সকলোধৰণৰ আনাজৰে তৈয়াৰী। নাম 'ৰোটাটুলি'। তুমি সেইটোৰে অৰ্ডাৰ দিয়া, তাৰ লগততো ৰুটী আৰু মাখন থাকিবই।"

মোহনে উত্তৰ দিলে, "মিছেছ কানিংহেম্, আপোনাৰ এই সাহায্যৰ বাবে অলেখ ধন্যবাদ। মই সেইটো ডিশ্বৰেই অৰ্ডাৰ দিছোঁ। ৰুটী মোক এক শ্লাইছ্ বেছিকৈ দিবলৈ ক'ম।"

মিছেছ্ কানিংহেমে মিচিকিয়াই ক'লে, "ঠিক আছে, তাৰ কাৰণে তুমি চিন্তা নকৰিবা।"

পিচদিনাও একেখন ৰেষ্টোৰাঁত লাঞ্চ খোৱাৰ সময়ত মিছেছ্ কানিংহেম্ আকৌ মোহনৰ কাষলৈ আহিল। "মিঃ গান্ধী, পেট পূৰাই খাইছাতো? তুমি ভেজিটেৰিয়ান, তোমাৰতো বেছি পছন্দৰ ডিশ্ব ইয়াত নাই।"

"আপুনি মোক মোহন বুলিয়েই মাতিব, মিছেছ কানিংহেম্"— মোহনৰ উত্তৰ। "মোৰ খোৱাৰ বাবে চিন্তা নকৰিব। এই দেশত ভেজিটেৰিয়ানসকলৰ 'চ্চইছ্' ক'তো বেছি নাই।"

"কথাটো হয়। তোমাক কিন্তু এজন 'ল'ন্‌লি য়ংমেন' যেন লাগিছে। শুনা, তুমি লণ্ডনলৈ ঘূৰি যোৱাৰ পিচত প্ৰতি ৰবিবাৰে ডিনাৰৰ বাবে মোৰ ঘৰলৈ আহিব পাৰা। প্ৰতি ৰবিবাৰেই মই তোমাৰ দৰে কেইগৰাকীমান যুৱক-যুৱতীক আমন্ত্ৰণ কৰোঁ আলচ-আলাপৰ কাৰণে।

মোহনে অকণমান হাঁহি উত্তৰ দিলে, "মিছেছ্ কানিংহেম্, আপুনি যেতিয়া কৈছে, নিশ্চয় আপোনাৰ ঘৰলৈ যাম।"

ব্ৰাইটনৰ পৰা উভতি যোৱাৰ পিচত মোহন এটা দেওবাৰে মিছেছ্ কানিংহেমৰ ঘৰলৈ গ'ল। তাতে মোহনৰ লুছিৰ লগত পৰিচয় হ'ল। লুছি মিছেছ্ কানিংহেমৰ লগতে থাকে। তেইছ্-চৌবিছ বছৰৰ সপ্ৰতিভ যুৱতী।

মোহনৰ লাজুক স্বভাৱে যুৱতীগৰাকীক তাৰ প্ৰতি অধিক আকৃষ্ট কৰিলে। মিছেছ্ কানিংহেমেও তেতিয়া ডিনাৰ খোৱাৰ পিচত সিহঁত দুয়োকে অকলে থৈ কোঠাৰ পৰা ওলাই যায়। তেওঁ বিধবা আছিল।

লুছিয়েই স্বতঃপ্ৰবৃত্ত হৈ কথা-বতৰা আৰম্ভ কৰে। "মোহন, তোমাৰ পঢ়া-শুনা কেনে চলিছে?"

মোহনে সলজ্জভাৱে উত্তৰ দিলে, "ভালেই চলিছে"।

"তুমি ডেন্সিং শিকিছানে? প্ৰায় সকলো ভাৰতীয় ছাত্ৰই এই দেশলৈ আহি প্ৰথমে ডেন্সিং লে'ছন লয়।"

"সেই চেষ্টা ময়ো প্ৰথমে এই দেশত কৰিছিলোঁ মিছ্ লুছি, কিন্তু ভাল নলগাত কেইদিনমান পিচতে এৰি দিলোঁ।"

লুছিয়ে সজোৰে হাঁহি সুধিলে, "তাৰ পিচত আৰু কি কৰিছা?"

"ফ্ৰেঞ্চ শিকাৰ কাৰণে লে'ছন ল'লোঁ, কিন্তু তাতো বেছি দূৰ আগুৱাব নোৱাৰিলোঁ।"

"কিন্তু তুমিতো ভেজিটেৰিয়ান ফুড চলাই আছা। ইংলেণ্ডলৈ আহি বহুতো ভাৰতীয় ছাত্ৰই কেইদিনমান পিচতে এই অভ্যাস এৰি দিয়ে।"

মোহনে দৃঢ়তাৰে উত্তৰ দিলে, "ওঁহু, মই এই খাদ্যাভ্যাস এৰিব নোৱাৰোঁ, মিছ লুছি।

মাৰ ওচৰত প্ৰতিজ্ঞা কৰি আহিছোঁ যে যিকোনো অৱস্থাতেই ইংলেণ্ডত থকাৰ সময়ত মদ আৰু মাংস স্পৰ্শ নকৰোঁ। সেই প্ৰতিজ্ঞা মই জীৱন দি ৰক্ষা কৰিম।"

মোহনৰ কথাত লুছি অলপ বিস্মিত হ'ল। তাই ভাবিছিল মোহন এজন দুৰ্বল প্ৰকৃতিৰ লাজুক যুৱক, কিন্তু এতিয়া গম পালে যে তাৰ চৰিত্ৰত এক বলিষ্ঠতা বিৰাজ কৰিছে।

তাই তেতিয়া সহৃদয়তাৰ সুৰত ক'লে, "নাই, নাই মোহন, তুমি তোমাৰ মাৰ ওচৰত কৰা প্ৰতিজ্ঞাৰ পৰা বিচ্যুত হ'বলৈ কোৱা নাই। আৰু ইমানদিনতো চলাই আহিলাই, বাকী থকা মাহকেইটাও নিশ্চয় পাৰিবা।"

মোহনে উত্তৰ দিলে, "মিছ লুছি, তোমাৰ মন্তব্যৰ কাৰণে ধন্যবাদ। তুমি শুনি সুখী হ'বা যে মই ইয়াত এখন ভেজিটেৰিয়ান ৰেস্তোৰাঁ বিচাৰি পাইছোঁ। ৰেস্তোৰাঁখনৰ জৰিয়তেই ইয়াৰ ভেজিটেৰিয়ান ছচাইইটিৰ লগতো জড়িত হৈ পৰিছো। এতিয়া সেই ছচাইটিৰ এক্সিকিউটিভ্ কমিটিৰ সভ্য হিচাপে মোকো নিৰ্বাচিত কৰাৰ কথা চলিছে।"

লুছিয়ে হাঁহি প্ৰশ্ন কৰিলে, "কি কোৱাহে, তোমাৰ দৰে লাজুক ল'ৰা একেবাৰে এক্সিকিউটিভ কমিটিত?"

মোহনেও হাঁহি উত্তৰ দিলে, "কিয় নহ'ব? ইমান দিন ভেজিটেৰিয়ান খাদ্য খাইছো, সেই সম্পৰ্কে কিবা কোৱাৰ অধিকাৰ মই নিশ্চয় আহৰণ কৰিছো!"

ইয়াৰ পিচৰ ৰবিবাৰবোৰত ডিনাৰলৈ আহিলেই মোহনৰ লগত লুছিৰ কথা-বতৰা হয়। বিষয় একেই— ভেজিটেৰিয়ান আন্দোলন আৰু মোহনৰ পঢ়াৰ অগ্ৰগতি। সিহঁতৰ এই পৰস্পৰৰ আকৰ্ষণ মিছেছ্ কানিংহেমৰ দৃষ্টিতো পৰে। তেওঁ ভাবিলে মোহন লণ্ডনত এক নিঃসংগ বেচেলৰ, বেৰিষ্টাৰী পঢ়িছে, লুছিৰ লগত জোৰা ভাল মিলিব। সেয়েহে ডিনাৰ খোৱা হৈ গ'লেই তেওঁ সিহঁতক এৰি পাৰ্লাৰ ৰুমলৈ গুচি যায়।

মোহনে বুজি পালে যে লাহে লাহে সি লুছিৰ প্ৰতি আকৃষ্ট হৈ পৰিছে। লুছিৰ তাৰ প্ৰতি যি মনোভাব সেয়াও অজানা নহয়। কিন্তু এয়া যে অন্যায়, অত্যন্ত গৰ্হিত কাম। সি বিবাহিত, দেশত তাৰ স্ত্ৰী আৰু শিশু পুত্ৰই তাৰ প্ৰত্যাৱৰ্তনৰ প্ৰতীক্ষা কৰিছে; আৰু ইয়াত সি নিজে এজন অবিবাহিত পুৰুষ সাজি ফ্লাৰ্ট কৰিছে!

কিন্তু সি এটা লাজুক ল'ৰা, মুখেৰে কেনেকৈ কয় যে সি বিবাহিত? সি তেতিয়া ঠিক কৰিলে যে মিছেছ্ কানিংহেমক এখন চিঠিৰে সি সকলো কথা জনাব। বহুতো কটা-কটি, ফলা-ছিৰা কৰি খচৰাপ্ৰস্তুত কৰাৰ পিচত তাৰ চিঠিখন এইদৰে লিখা হ'ল,

"প্ৰিয় মিছেছ্ কানিংহেম্,

আমাৰ ব্ৰাইটনত সাক্ষাৎ হৈছিল। তাৰ পিচৰ পৰাই আপুনি মোৰ প্ৰতি মাৰ দৰে ব্যৱহাৰ কৰি আহিছে। আপুনি ভাবিছিলে যে মই বিয়া কৰোৱা উচিত আৰু সেই

অনুসৰি আপুনি মোৰ সৈতে কেইগৰাকীমান কুমাৰী কন্যাৰ লগত পৰিচয় কৰিও দিছিল। কিন্তু মই আপোনাৰ কৰুণাৰ অযোগ্য। আপোনাক মই আগতেই কোৱা উচিত আছিল যে মই বিবাহিত। মই জানো যে বহুতো বিবাহিত ভাৰতীয় ছাত্ৰই এনে ব্যৱহাৰ কৰে আৰু ময়ো সিহঁতৰ পথকে অনুসৰণ কৰিছোঁ। এতিয়া মই বুজিব পাৰিছোঁ যে মই সেইটো কৰা উচিত হোৱা নাই। মই এতিয়া স্পষ্টকৈ আপোনাক ক'ব খোজোঁ যে মই বিবাহিত আৰু দেশত মোৰ এটা ল'ৰা সন্তানো আছে। মই অত্যন্ত দুঃখিত যে এই সত্য ইমানদিন আপোনালোকৰ ওচৰত গোপন কৰিছিলোঁ। কিন্তু ঈশ্বৰে মোক এতিয়া সঁচা কথা কোৱাৰ শক্তি দিছে। আপুনি মোক ক্ষমা কৰিবনে? মই আপোনাক আশ্বাস দিছোঁ যে যিগৰাকী কুমাৰী কন্যাৰ লগত মোৰ হৃদ্যতা হৈছে তেওঁৰ লগত কোনো ধৰণৰ অভদ্ৰ ব্যৱহাৰ কৰা নাই।

আপুনি যদি এই চিঠি পোৱাৰ পিচত যদি ভাবে যে মই আপোনালোকৰ লগত মিলা-মিচা কৰাৰ অযোগ্য তেতিয়া মই আৰু কোনোদিন আপোনালোকক সাক্ষাৎ নকৰোঁ। আপুনি মোক চিৰজীৱনৰ কাৰণে কৰুণা আৰু প্ৰেমৰ ঋণত আৱদ্ধ ৰাখিছে। আপুনি মোৰ এই স্বীকাৰোক্তিৰ পিচতো যদি ভাবে যে মই আপোনালোকৰ লগত মিলা-মিচা কৰাৰ যোগ্য, তেনেহ'লে মই পুনৰ আপোনাৰ ঘৰলৈ যাম আৰু আপোনাৰ কৰুণাৰ প্ৰাৰ্থী হ'ম।

ইতি

মোহন"

প্ৰায় পিচৰ ডাকতেই মিছেছ্ কানিংহেমৰ উত্তৰ আহিল ঃ

প্ৰিয় মোহন,

মই তোমাৰ চিঠি পাইছোঁ। চিঠিখন পঢ়ি আমি দুয়ো খুব হাঁহিছোঁ। তুমি যি অসত্যৰ কথা কৈছা, সেইটো ক্ষমাৰ যোগ্য। কিন্তু তুমি সঁচা কথা কৈ সঠিক কাম কৰিছা। মোৰ ইয়ালৈ আমন্ত্ৰণ ঠিকেই থাকিব। আশা কৰিছোঁ অহা ৰবিবাৰে আকৌ তোমাৰ সাক্ষাৎ পাম। তেতিয়া তোমাৰ বালক অৱস্থাৰ বিয়াৰ কথা আমি তোমাৰ মুখেৰেই শুনিম আৰু তোমাৰ খৰচতে সেয়া উপভোগ কৰিম। এই ঘটনাৰ পিছতো আমাৰ বন্ধুত্ব ঠিকেই অটুট থাকিব বুলি মই তোমাক কোৱাতো মাথোঁ বাহুল্যহে হ'ব।

ইতি

মিছেছ্ কানিংহেম্।"

পিচৰ ৰবিবাৰত মোহনে মিছেছ্ কানিংহেমৰ ঘৰলৈ গৈ দেখে যে তেওঁ যেন লুছিৰে সৈতে ড্ৰয়িং ৰুমত তাৰ কাৰণেই অপেক্ষা কৰি আছে।

লুছিয়েই প্ৰথমে হাঁহি প্ৰশ্ন কৰিলে, "চ্চাইল্ড ব্ৰাইড্‌গ্ৰুমৰ অৱস্থা কি? ডিনাৰৰ বাবে ভোক এতিয়াও আছেনে?"

তাইৰ কথা শুনি সকলোৱেই হাঁহিলে।

মিছেছ্ কানিংহেমে ক'লে, "মোহন, তোমাৰ এই সততাত আমি খুব মুগ্ধ। আমি জানো যে ইয়াত বহুত বিবাহিত ভাৰতীয় ছাত্ৰই অবিবাহিত সাজি ইংৰাজ ছোৱালীৰ লগত মিলামিচা কৰে আৰু ইংৰাজ ছোৱালীবোৰেও বিয়াৰ সম্ভাৱনাৰ কথা ভাবি সিহঁতৰ লগত অন্তৰংগ হয়। এই মিলামিচা আৰু অন্তৰংগতাৰ পৰিণতি দুয়োপক্ষৰ বাবেই হয় ভয়ংকৰ। সঁচা কথা ক'বলৈ হ'লে আমিও ভাবিছিলোঁ যে তুমি অবিবাহিত। যি হওক, এই সংশয়ৰ মেঘ আঁতৰি যোৱাত আমাৰ পাৰস্পৰিক হৃদ্যতা দৃঢ়হে হ'ব। বাৰু এতিয়া, তোমাৰ স্ত্ৰীৰ কথা কোৱা। তোমাৰ কিমান বছৰ বয়সত বিয়া কৰাইছিলা? তোমাৰ স্ত্ৰীৰ বয়স তেতিয়া কিমান আছিল?"

"পিতৃ-মাতৃৰ সনিৰ্বন্ধ নিৰ্দেশ পেলাব নোৱাৰিয়েই মই বিয়া কৰাব লগা হৈছিল মিছেছ্ কানিংহেম্; যেতিয়া মোৰ বয়স আছিল মাথোঁ তেৰ। মোৰ স্ত্ৰী কস্তুৰ আমাৰ চুবুৰিৰে আৰু মোৰ সমবয়সী।"

লুছিয়ে সুধিলে, "হাউ ৰোমাণ্টিক! তোমালোকৰ আগতে পৰস্পৰৰ চিনাকি আছিল নেকি?"

"বিয়াৰ আগতে মোৰ তেওঁক দেখা মনত নাই। অৱশ্যে কস্তুৰে কোৱা মতে তেওঁ মোক বিয়াৰ আগতে দেখিছে। পিচে আমাৰ দুই পৰিবাৰৰ মাজত চিনা-জনা বহুদিন আগৰে পৰাই আছিল।

মিছেছ্ কানিংহেমে আশ্বাসৰ সুৰত ক'লে, "মোৰ ঘৰত তুমি সদায়েই স্বাগত অতিথি। আমাৰ সম্প্ৰীতিও আশাকৰোঁ আগৰ দৰেই অক্ষুণ্ণ থাকিব।"

মোহনে কৃতজ্ঞ হৈ ক'লে, "সেইটো মই জানো মিছেছ্ কানিংহেম্। আপোনাৰ সৈতে হোৱা এই মধুৰ সম্পৰ্ক মোৰ চিৰকাল মনত থাকিব।"

* * *

ব্ৰাইটনৰ ব'ৰ্ডিং হাউছত মোহনে ৰন্ধা-বঢ়া কৰিবলৈ শিকিছিল। এইবাৰ লণ্ডনলৈ উভতি আহি সি চিন্তা কৰিলে যে ষ্ট'ৰ-ষ্ট্ৰীটত সপ্তাহত কুৰি শ্বিলিং দি থকাৰ কোনো অৰ্থ নাই, তাতকৈ এটা সৰু ফ্লেট ভাড়া কৰি নিজে অলপ ৰান্ধি খালে আৰ্থিক দিশত সকাহ পোৱা যাব।

সেই অনুসৰিয়েই সি টেবিষ্টক ষ্ট্ৰীটত সপ্তাহত আঠ শ্বিলিং দি দুটা কোঠাৰ এটা ফ্লেট ভাড়া কৰিলে। ষ্ট'ৰ ষ্ট্ৰীটৰ দৰে এইখন ঠাইয়ো লণ্ডনৰ উচ্চ আৰু মধ্যবিত্তসকলৰ বাসস্থান।

এইটো ফ্লেটলৈ আহিয়েই মোহনে পোনতেই এটা ষ্টʼভ কিনি ৰাতিপুৱা ব্ৰেকফাষ্টৰ কাৰণে 'অʼটমীল পৰিজ' ৰান্ধিব ধৰিলে। লাঞ্চ সি তেতিয়া বাহিৰত খায়। ৰাতিৰ ডিনাৰ সি যথাৰীতি ঘৰতে মাখন আৰু জেম্ লগোৱা ৰুটী আৰু কʼকো তৈয়াৰী কৰি খাব ধৰিলে। অৱশ্যে সংগ লাভৰ বাবে সি মাজে মাজে সেই ফেৰিংডন ষ্ট্ৰীটৰ ভেজিটেৰিয়ান ৰেস্তোৰাঁত 'হাই টি' বা ডিনাৰ খাবলৈ যায়।

মোহনৰ যথেষ্ট আজৰি সময় থকাত তেতিয়া প্ৰায়েই সি লণ্ডনৰ ইণ্ডিয়ান ছচাইটিৰ সভালৈ যায়। কুৰি বছৰ বয়সীয়া মোহনেই তাত আছিল সৰ্বকনিষ্ঠ।

এই সময়তে মোহনৰ নাৰায়ণ হেমচন্দ্ৰৰ সৈতে পৰিচয় হʼল। তেওঁ আছিল গুজৰাটী ভাষাৰ এজন বিখ্যাত কবি। মোহনে তেওঁৰ নাম আগতে শুনিছে।

মোহনে তেওঁৰ খবৰ 'ইণ্ডিয়ান ছচাইটিৰ' পৃষ্ঠপোষিকা মিছ্ মেনিঙৰ ঘৰত পালে। তেওঁ আগতেই লক্ষ্য কৰিছিল যে কথা-বতৰাত মোহন তেনেই লাজুক। সি কাৰো লগত উপযাচি কথা নেপাতে; মাথোঁ কোনোবাই প্ৰশ্ন কৰিলে তাৰ উত্তৰ দিয়ে। তেওঁ ভাবিলে যে এই লেখকজন গুজৰাটৰ লোক, ইংৰাজী একেবাৰে নেজানে, মোহনে যদি গুজৰাটী ভাষাত তেওঁৰ লগত কথা-বতৰা হয়, তেনেহলে তাৰ লাজুকতা অলপ কমিব।

নাৰায়ণ হেমচন্দ্ৰৰ চেহেৰা আৰু পোছাক চাবলগীয়া। চুটি-চাপৰ মানুহ, মুখত একোছা দীঘল দাড়ি, আকৌ দাড়িৰ কাষে কাষে মুখমণ্ডলত অস্পষ্ট বসন্তৰ দাগ। পোছাক হʼল ঢিলা পেণ্ট আৰু এটা সোট্-মোচ্ খোৱা পাচী কোট। টাইবিহীন। মূৰত এটা পছমৰ টুপী।

তেওঁৰ লগত পৰিচয় হওঁতে মোহনে কʼলে, "মই আপোনাৰ নাম শুনিছোঁ, হেমচন্দ্ৰজী। আপোনাৰ কেইটামান কবিতাও পঢ়িছো। মোৰ ঘৰলৈ এদিন আহিলে অতি আনন্দিত হʼম।

নাৰায়ণ হেমচন্দ্ৰই হাঁহি মাৰি সুধিলে, "আপুনি কʼত থাকে?"

মোহনে উত্তৰ দিলে, "ওচৰতে, লণ্ডনৰ ছেণ্ট্ৰেল ডিষ্ট্ৰিক্টতে।"

হেমচন্দ্ৰই কʼলে, "আপুনি কৈছে যেতিয়া, নিশ্চয় আপোনাৰ ঘৰলৈ যাম। মোৰ আপোনাৰ ঘৰলৈ যোৱাৰ আৰু এটা উদ্দেশ্যও আছে। সেইটো হৈছে ইংৰাজী ভাষা শিকা। আপুনি মোক ইংৰাজী শিকাবনে?"

মোহনে মিচিকিয়াই উত্তৰ দিলে, "মই যিখিনি জানো সেয়া শিকোৱাত আপত্তি নাই।"

হেমচন্দ্ৰই আগ্ৰহেৰে কʼলে, "ঠিক আছে, মই তেনেহʼলে কালিলৈকে এʼক্সেৰ্ছাইজ্ বুক কিনি লৈ আপোনাৰ ওচৰত হাজিৰ হʼমগৈ।"

পিচদিনা ৰাতিপুৱাতে হেমচন্দ্ৰ মোহনৰ ফ্লেটত হাজিৰ হ'লগৈ। মোহনে তেওঁক সাদৰে অভ্যৰ্থনা কৰি কাষৰ চকীত বহুৱালে।

পঢ়াবলৈ আৰম্ভ কৰি মোহনে গম পালে যে হেমচন্দ্ৰৰ ইংৰাজী ব্যাকৰণৰ জ্ঞান একেবাৰেই নাই। তেওঁৰ কাৰণে 'ঘোঁৰা' হৈছে ক্ৰিয়াপদ আৰু 'চেঁকুৰা' হৈছে বিশেষ্য। মোহনে কথাটো কওঁতেই হেমচন্দ্ৰই উচ্চস্বৰে হাঁহি দিলে। "গ্ৰামাৰ আপোনালোকে স্কুলত পঢ়ি শিকিছে, মিঃ গান্ধী। পিচে মইতো ইংৰাজী স্কুললৈ যোৱাৰ সুযোগ নাপালোঁ। আপুনি জানেনে মই গুজৰাটী ভাষাৰ উপৰি আৰু কিমান ভাৰতীয় ভাষা জানো?"

মোহনে মূৰ জোকাৰি 'নাজানো' বুলি ক'লে।

'মই বাংলা ভাষা জানো। সেইখন ৰাজ্যত বহু দিন আছিলো। ময়েই মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰৰ 'আত্মজীৱনী' গুজৰাটী ভাষালৈ অনুবাদ কৰিছোঁ। বাংলাৰ বাদেও মই মাৰাঠী আৰু হিন্দী ভাষা জানো। আপোনাৰ পৰা এয়া ইংৰাজী ভাষা শিকিছোঁ, তাৰ পিচত ফ্ৰান্সলৈ গৈ ফৰাচী ভাষা শিকিম।"

মোহনে অলপ দৃঢ়তাৰে ক'লে, 'কিন্তু ব্যাকৰণ নাজানিলে কোনো ভাষাই প্ৰকৃতপক্ষে শিকা নাযায়, হেমচন্দ্ৰজী!"

"সেইটো ঠিক কথা মিঃ গান্ধী, কিন্তু মোৰ ভাষা শিকাৰ ঘাই উদ্দেশ্য হৈছে সেই ভাষাত মোৰ শব্দভাণ্ডাৰ বঢ়োৱা। মই অনুবাদ কৰোঁতে আক্ষৰিকভাৱে নকৰোঁ, মাথোঁ ভাবাৰ্থখিনি বুজি লৈ গুজৰাটী ভাষালৈ অনুবাদ কৰোঁ।

মোহনে বুজি পালে যে নাৰায়ণ হেমচন্দ্ৰৰ এইদৰে ভাষা শিকাৰ উদ্দেশ্য হৈছে কিছুমান শব্দ জনাৰ। মোহনে সুধিলে, "ফৰাচী ভাষাৰ উপৰি আৰু কি ভাষা শিকিব?"

হেমচন্দ্ৰই অসংকোচে ক'লে, "কিয় জাৰ্মান ভাষা। ফ্ৰান্সৰ পিচত মই বাৰ্লিনলৈ গৈ জাৰ্মান ভাষা শিকিম।"

মোহনে সকৌতুকে প্ৰশ্ন কৰিলে, "আমেৰিকালৈ নাযায় নেকি?"

"নিশ্চয় যাম। এই নিউ ৱাৰ্ল্ড নোচোৱাকৈ মই ভাৰতলৈ উভতি নাযাওঁ।"

মোহনে অবাক হৈ সুধিলে, "কিন্তু তালৈ যাবলৈ ইমান ধন আপুনি ক'ত পাব?"

"টকা-পইছা? মই কি আপোনাৰ দৰে বিলাসী টুৰিষ্ট হৈ ভ্ৰমণ কৰিম? আমেৰিকালৈ মই যাম মাল কঢ়িওৱা জাহাজৰ যাত্ৰী হৈ, তাৰ কাৰণে বেছি ধন-পইছা নালাগে। প্ৰয়োজনীয় খৰচখিনি মই কিতাপ লিখি বা বন্ধুসকলৰ পৰা ধাৰ কৰিয়েই যোগাৰ কৰিব পাৰিম। ভ্ৰমণৰ মুল কথা হৈছে নতুন দেশ চোৱাৰ আগ্ৰহ আৰু কষ্ট স্বীকাৰ কৰাৰ সহিষ্ণুতা।"

মোহনে কথাবোৰ শুনি বৰ ভাল পালে।

ক্ৰমশঃ নাৰায়ণ হেমচন্দ্ৰ মোহনৰ ঘনিষ্ঠ বন্ধু হৈ পৰিল। তেওঁলোকে প্ৰায় প্ৰতিদিনেই

লগ লাগে। দুয়োজনেই নিৰামিষাহাৰী, সেয়েহে মোহনে তাৰ ফ্লেটত দুয়োজনৰ কাৰণেই ৰান্ধে। সি গাজৰ, আলু আৰু অন্যান্য আঞ্জাৰে চুপ তৈয়াৰ কৰে আৰু হেমচন্দ্ৰই ৰান্ধে দাইল। দাইল নহ'লে তেওঁৰ বোলে খোৱাই নহয়। এদিন তেওঁ বিচাৰি বিচাৰি এখন দোকানৰ পৰা মগু দাইল যোগাৰ কৰি শাক-পাচলিৰ সৈতে ৰান্ধিলে। সেইদিনা খাবলৈ বহি দুয়োজনৰে কি আনন্দ! দেশ এৰি থৈ অহাৰ পিচত মোহনে সেই প্ৰথম মগু দাইল খাবলৈ পালে। নহ'লে ইয়াত মাথোঁ মচুৰ দাইল বা 'লেণ্টিল' চুপ।

সেই সময়ত কাৰ্ডিনেল মেনিঙে জাহাজ-শ্ৰমিকসকলৰ ধৰ্মঘটৰ মীমাংসা কৰি দিয়াৰ বাবে তেওঁ অতি প্ৰখ্যাত হৈ পৰিছিল। প্ৰায় প্ৰতিদিনেই তেওঁৰ সম্বন্ধে কিবা নহয় কিবা খবৰ ওলায়। মোহনে এদিন হেমচন্দ্ৰক কাৰ্ডিনেল মেনিং সম্বন্ধে প্ৰয়াত প্ৰধানমন্ত্ৰী ডিজ্‌ৰেলিৰ মতামত পঢ়ি শুনাইছিল। হঠাৎ হেমচন্দ্ৰই ঘোষণা কৰিলে যে তেওঁ কাৰ্ডিনেলক দেখা কৰিব।

মোহনে অবাক হৈ সুধিলে, "কাৰ্ডিনেল মেনিং অত্যন্ত ব্যস্ত মানুহ, তেওঁ আপোনাৰ লগত সাক্ষাৎ কৰিব কিয়?"

হেমচন্দ্ৰই উত্তৰ দিলে, "কিয় নকৰিব? মই এজন ভাৰতীয় লেখক। মই তেওঁক ব্যক্তিগতভাৱে দেখা কৰি তেওঁৰ এই সকলো মানৱিক কৰ্মৰাজিৰ বাবে ধন্যবাদ জনাব বিচাৰোঁ। আপুনি তেনেদৰেই কাৰ্ডিনেলক এখন চিঠি দিয়ক। আপুনি হ'ব মোৰ ইংৰাজী ভাষাৰ গুজৰাটী দোভাষী।"

মোহনে সেইদৰেই চিঠি লিখিলে। দুদিন পিচত উত্তৰ আহিল। তেওঁলোকক লগ পাই কাৰ্ডিনেল আনন্দিত হ'ব। চিঠিত সাক্ষাৎ কৰাৰ নিৰ্দিষ্ট তাৰিখ আৰু সময় দিয়া আছিল।

কাৰ্ডিনেলৰ সৈতে দেখা কৰাৰ দিনা মোহনে তাৰ বণ্ড্‌ষ্ট্ৰীটৰ আটাইতকৈ ভাল চুটজোৰ পিন্ধিলে। নাৰায়ণ হেমচন্দ্ৰই কিন্তু তেওঁৰ সেই ঢিলা পেণ্ট আৰু সোট্‌মোচ্ খোৱা কোটটো পিন্ধিয়েই ওলাল।

মোহনে তাকে দেখি অলপ ধেমালি কৰাৰ লোভ সামৰিব নোৱাৰিলে।

"হেমচন্দ্ৰজী, এই পৰিধানেৰে আপোনাক তাত সোমাবলৈ দিবতো?"

হেমচন্দ্ৰই ডাঙৰকৈ হাঁহি দিলে। "আপোনালোক শিক্ষিত লোকে মাথোঁ মানুহৰ বাহিৰৰ পোছাক-পৰিচ্ছদহে বেছিকৈ চায়। মহান ব্যক্তিসকলে চায় মানুহৰ অন্তৰৰ হৃদয়।"

তেওঁলোক নিৰ্দিষ্ট সময়ত কাৰ্ডিনেলৰ মেন্‌শ্বনত উপস্থিত হ'ল। এজন সহকাৰীয়ে নি তেওঁলোকক কাৰ্ডিনেলৰ ষ্টাডিত বহুৱালে। কোঠাটোৰ চাৰিওফালে আইনাৰ আলমাৰিত অজস্ৰ গ্ৰন্থ। কোনোবা এঠাইত ফায়াৰ প্লেছত জুই জ্বলি আছে। দৃশ্যটোৱে মোহনক খুব আনন্দ দিলে।

অলপ পিচতেই কাৰ্ডিনেল মেনিং কোঠাটোলৈ আহিল। ওখ, অলপ ক্ষীণ, বৃদ্ধ ভদ্ৰলোক। তেওঁ হেমচন্দ্ৰ আৰু মোহনৰ লগত কৰমৰ্দন কৰি তেওঁলোকক চকীত বহিবলৈ ক'লে।

তেতিয়া হেমচন্দ্ৰই মোহনৰ মাধ্যমত ক'লে, "মই আপোনাৰ মহামূল্যবান সময় বেছিকৈ নষ্ট কৰিব নোখোজোঁ। মই আপোনাৰ কথা বহুত শুনিছো, সেয়েহে ভাবিলোঁ যে ইয়ালৈ আহি ডক শ্ৰমিকসকলৰ কাৰণে আপুনি কৰা কামৰ কাৰণে ব্যক্তিগতভাৱে আপোনাক ধন্যবাদ জনাওঁ। মোৰ নিয়ম হৈছে পৃথিৱীৰ সকলো গুণী-জ্ঞানী ব্যক্তিসকলক দৰ্শন কৰা আৰু তেওঁলোকৰ কামৰ বাবে ধন্যবাদ জনোৱা।"

কাৰ্ডিনেলে বিনয়েৰে উত্তৰ দিলে; "আপুনি অহাৰ বাবে মই খুব আনন্দিত। আশাকৰোঁ আপোনাৰ লণ্ডনত অৱস্থান খুব প্ৰীতিকৰ হ'ব আৰু ইয়াৰ বহুত সজ্জন ব্যক্তিৰ লগত আপোনাৰ পৰিচয় হ'ব। ঈশ্বৰে আপোনালোকৰ কল্যাণ কৰক।"

ইয়াকে কৈ কাৰ্ডিনেলে চকীৰ পৰা উঠিল আৰু 'গুডবাই' বুলি বিদায় সম্ভাষণ জনালে।

এদিন নাৰায়ণ হেমচন্দ্ৰই ধুতী-চোলা পিন্ধি মোহনৰ ওচৰত হাজিৰ। মোহনে অলপ দিনৰ আগতেহে ফ্লেট বদলাই ইয়ালৈ আহিছে। এই নতুন ফ্লেটৰ লেণ্ডলেডিয়ে ধুতী পৰিহিত হেমচন্দ্ৰক কোনোদিনে দেখা নাই। হেমচন্দ্ৰৰ এই সাজপাৰ দেখি তেওঁ আতংকিত হ'ল আৰু দৌৰি গৈ মোহনৰ দুৱাৰত ঢকিয়াই ক'লে, "এজন পাগল প্ৰকৃতিৰ মানুহে তোমাক লগ পাবলৈ আহিছে।"

ততাতৈয়াকৈ মোহনে ওলাই আহি দেখে যে ঘাই দুৱাৰৰ কাষত হেমচন্দ্ৰ থিয় হৈ আছে। তেওঁক ভিতৰলৈ আনি সি সুধিলে, "কি হ'ল, আজি দেখোন ধুতী পিন্ধিলে। বাটত ল'ৰাবোৰে আপোনাক আমনি কৰা নাইনে?"

হেমচন্দ্ৰই নিজৰ স্বভাৱসিদ্ধ হাঁহিৰ লহৰ তুলি উত্তৰ দিলে, "কিন্তু মই সিহঁতৰ প্ৰতি কোনো ভ্ৰূক্ষেপ্ কৰা নাই। সিহঁতেও অলপ পিচত মোক অনুসৰণ কৰিবলৈ এৰি দিলে।"

এই ঘটনাৰ কেইদিনমান পিচতে হেমচন্দ্ৰই লণ্ডন এৰি পেৰিছৰ পথত যাত্ৰা কৰিলে।

* * *

সেই বছৰৰে গ্ৰীষ্মকালত জোছিয়া অ'ল্ড ফিল্ডৰ লগত মোহনৰ পৰিচয় হ'ল।

অ'ল্ডফিল্ড মোহনতকৈ ছবছৰৰ ডাঙৰ। তেওঁ তাৰ নাম শুনিছিল ডাঃ প্ৰাণজীৱন মেহতাৰ পৰা। তাৰ পিচত লণ্ডনলৈ আহিয়েই তেওঁ মোহনৰ খবৰ কৰিছিল। তেওঁ

লণ্ডন ভেজিটেৰিয়ান ছচাইটিৰ মুখপত্ৰ 'দী ভেজিটেৰিয়ান' পত্ৰিকাৰ সম্পাদক হওঁতেই এদিন 'দী ছে'নটেৰ' ৰেস্তোৰাঁত মোহনৰ লগত কথা-বতৰা হ'ল।

মিঃ অল্ড'ফিল্ডে মোহনৰ সৈতে কৰমৰ্দন কৰি ক'লে, "ডাঃ মেহতাৰ পৰা আপোনাৰ নাম শুনি আপোনাক বিচাৰিছিলোঁ। তেওঁ কৈছিল যে ইংলেণ্ডলৈ আহি আপুনি কোনো দিন মদ আৰু মাংস স্পৰ্শ কৰা নাই আৰু সেই প্ৰতিজ্ঞা এতিয়ালৈকে ভংগ কৰা নাই। তেতিয়াই মই জানিছিলোঁ যে আপোনাৰ সাক্ষাৎ এই ভেজিটেৰিয়ান ৰেস্তোৰাঁতে পাম।

মোহনে মিচিকিয়াই উত্তৰ দিলে, "মিঃ অ'লফিল্ড, সেইটো কথা আৰু কি ক'ব। এই ৰেস্তোৰাঁৰ সন্ধান নোপোৱালৈকে খোৱাৰ কাৰণে কি যে কষ্ট ভুগিছোঁ! দিনৰ পিচত দিন মাথোঁ মাখন-জেম দিয়া ৰুটী আৰু ক'কো খাই আছিলোঁ। ইয়ালৈ আহিয়েই প্ৰথম পেট পুৰাই ভেজিটেৰিয়ান ডিনাৰ খাবলৈ পালোঁ।"

মোহনৰ কথা শুনি মিঃ অ'ল্ডফিল্ডেও হাঁহিলে। "আপোনাৰ দুৰ্ভাগ্য যে কোনেও আপোনাক এই ৰেস্তোৰাঁৰ সন্ধান আগতেই নিদিলে। লণ্ডনত এতিয়া দহখন ভেজিটেৰিয়ান ৰেস্তোৰাঁ আছে। প্ৰকৃততে আমাৰ সংস্থা 'লণ্ডন ভেজিটেৰিয়ান ছচাইটি'ৰ লক্ষ্যই হৈছে এই দেশত ভেজিটেৰিয়ান খাদ্যক জনপ্ৰিয় কৰা। মই এতিয়া এই সংস্থাৰ মুখপত্ৰ 'দী ভেজিটেৰিয়ান' পত্ৰিকাৰ সম্পাদক। আপুনি ভাৰতত প্ৰচলিত ভেজিটেৰিয়ান খাদ্যৰ গুণাগুণ বৰ্ণনা কৰি কিবা অলপ লিখকচোন!"

মোহনে ততাতৈয়াকৈ উত্তৰ দিলে, "এতিয়া নোৱাৰো, মিঃ অ'লফিল্ড! এতিয়া মই লণ্ডনৰ বাৰত পৰীক্ষাৰ কাৰণে খুব ব্যস্ত। সেইকাৰণেইতো নিজৰ ফ্লেটত ৰন্ধা-বঢ়াৰ কাৰণে সময় নষ্ট নকৰি ইয়ালৈকে প্ৰায় আহোঁ। পিচে ডিচেম্বৰ মাহৰ শেষৰ ফালে হাতত প্ৰচুৰ সময় থাকিব। মই তেতিয়া আপোনাক কেইটামান লেখা দিবলৈ চেষ্টা কৰিম বুলি কথা দিছোঁ।"

মিঃ অ'ল্ডফিল্ডে অলপ হাঁহি ক'লে, "সেইবাবে অশেষ ধন্যবাদ, মিঃ গান্ধী। ভয় নাই, লেখাৰ কাৰণে তেতিয়া মইয়েই আপোনাক মনত পেলাই দিম।"

তাৰ পিচত মাজে মাজে মিঃ অ'ল্ডফিল্ডক মোহনে এই ৰেস্তোৰাঁতে লগ পায়। মিঃ অ'ল্ডফিল্ড লাহে লাহে মোহনৰ প্ৰতি আকৃষ্ট হৈ পৰে। মোহনৰ ভেজিটেৰিয়ান আন্দোলনৰ প্ৰতি অনুৰাগ, মাকৰ ওচৰত কৰা প্ৰতিজ্ঞা ভংগ নকৰাৰ চাৰিত্ৰিক দৃঢ়তা আদি সকলো কথাই তেওঁক মনত পেলাই দিয়ে যে মোহন আন ভাৰতীয় ছাত্ৰৰ একে শ্ৰেণীৰ লোক নহয়, সি আনবোৰতকৈ পৃথক, অলপ অনন্য।

তেওঁ মোহনক বাৰে বাৰে 'লণ্ডন ভেজিটেৰিয়ান ছচাইটি'ৰ এক্সিকিউটিভ কমিটিৰ সভ্য হ'বৰ কাৰণে নিৰ্বাচনত উঠিবলৈ অনুৰোধ কৰিলে। এই অনুৰোধ তাক আন কেইবাজনেও ইতিমধ্যে কৰিছিল। এই উপৰোধ উপেক্ষা কৰিব নোৱাৰি মোহন নিৰ্বাচনত

উঠিবলৈ সন্মত হ'ল আৰু বিপুল ভোটেৰে নিৰ্বাচিত হ'ল। সেই বছৰৰ ছেপ্টেম্বৰ মাহত মিঃ অ'ল্ডফিল্ডে তাক 'ইন্টাৰনেশ্বনেল ভেজিটেৰিয়ান কংগ্ৰেছ'ৰ বছৰেকীয়া অধিৱেশনত যোগ দিবলৈ ক'লে। মোহনে তাত ইমান নিৰামিষাহাৰী লোক একেলগে দেখি বিস্মিত হ'ল। দেশত থাকোঁতে সি শুনিছিল যে ইউৰোপৰ দৰে শীতপ্ৰধান ঠাইত কোনেও মাংস নোখোৱাকৈ বাচি থাকিব নোৱাৰে। ইয়াত এতিয়া ইমান স্থূলকায় ইউৰোপীয়ানৰ একত্ৰ সমাৱেশ দেখি তাৰ হাঁহি উঠিল।

সেই বছৰৰ শৰৎ কালত বাৰ্ট্ৰাম কাইট্‌লি আৰু আৰ্চিবল্ড কাইট্‌লিয়ে পুনৰ মোহনক লগ পালে। এইবাৰ তেওঁলোকৰ হাতত অডুইন আৰ্নল্ডে কৰা শ্ৰীমদ্ভগৱদ্ গীতাৰ ইংৰাজী অনুবাদ 'দী ছং ছিলে'ছটিএল্'।

বাৰ্ট্ৰাম কাইট্‌লিয়ে ক'লে, "মিঃ গান্ধী, আপুনি হিন্দু, নিশ্চয় সংস্কৃত ভাষাত ভগবদ্‌গীতা পঢ়িছে। আমি আপোনাৰ সহায়েৰে সেই মূল গীতাৰ স্বাদ আস্বাদন কৰিব বিচাৰোঁ।"

মোহনে অলপ লজ্জিতভাৱে উত্তৰ দিলে, "মিঃ কাইট্‌লি, আপোনাৰ ওচৰত স্বীকাৰ কৰাত বাধা নাই যে সংস্কৃত ভাষাত মোৰ জ্ঞান অতি সামান্য। ছাত্ৰাৱস্থাত ৰাজকোটৰ এঁলফ্ৰেড্ স্কুলত সংস্কৃত ভাষা মই শিকিছিলোঁ, কিন্তু সেয়া পৰীক্ষাত পাছ কৰিবৰ কাৰণেহে। গীতাৰ কথা যে কৈছে, মই আপোনাক জনাওঁ যে কোনো ধৰ্মশাস্ত্ৰকে মই কোনোদিনে পঢ়া নাই, সংস্কৃত ভাষাতো পঢ়া নাই, আনকি মোৰ মাতৃভাষা গুজৰাটীতো পঢ়া নাই। অৱশ্যে মোৰ ল'ৰাকালত মোৰ পিতৃদেৱে গুজৰাটী ভাষাত গীতাৰ কিছুমান শ্লোক সুৰ লগাই আবৃত্তি কৰি শুনাইছিল; মোৰ তেতিয়া সেইবোৰ শুনিবলৈ বৰ ভাল লাগিছিল।"

বাট্ৰাম কাইটলিয়ে মিচিকিয়াই ক'লে, "এই স্বীকাৰোক্তিৰ বাবে আপোনাক ধন্যবাদ, মিঃ গান্ধী। কিন্তু আহক, আৰ্নল্ডৰ এই ইংৰাজী গীতাকে একেলগে পঢ়োঁ। পিচত এখন সংস্কৃত ভাষাৰ গীতা সংগ্ৰহ কৰিম। তেতিয়া আপোনাৰ সাহায্যত যিখিনি পাৰো মূল ভাষাত গীতাৰ জ্ঞান আহৰণ কৰিম।"

তেতিয়া তেওঁলোক তিনিওজন লগ লাগি এডুইন আৰ্নল্ডৰ গীতাৰ প্ৰথম অধ্যায় পঢ়া আৰম্ভ কৰিলে। পঢ়োঁতে পঢ়োঁতে গীতাৰ অপূৰ্ব আধ্যাত্মিক ভাব আৰু ভাষাৰ মাধুৰ্যত মোহন মুগ্ধ হ'ল। তাৰ আটাইতকৈ ভাল লাগিল দ্বিতীয় অধ্যায়ৰ বাষষ্টিৰ পৰা পয়ষষ্টি নম্বৰ শ্লোক, য'ত ভগৱান শ্ৰীকৃষ্ণই অৰ্জুনক কৈছে ঃ

"ধ্যায়তো ৱিষয়ান পুংসঃ সঙ্গস্তেষূপজায়তে।
সঙ্গাৎ সঞ্জায়তে কামঃ কামাৎ ক্ৰোধোঽভিজায়তে।।
ক্ৰোধাদ্ ভৱতি সম্মোহঃ সম্মোহাৎ স্মৃতিৱিভ্ৰমঃ।
স্মৃতিভ্ৰংশাদ্ বুদ্ধিনাশো বুদ্ধিনাশাৎ প্ৰণশ্যতি।।

ৰাগদ্বেষবিযুক্তৈস্তু বিষয়ানিন্দ্রিয়ৈশ্চয়ন।
আত্মাবশ্যৈ বিধিয়াত্মা প্ৰসাদমধিগচ্ছতি।।
প্ৰসাদে সৰ্বদুঃখানাং হানিৰস্যোপজায়তে।
প্ৰসন্নচেতসো হ্যাশু বুদ্ধিঃ পৰ্যবতিষ্ঠতে।।"

অৰ্থাৎ "বিষয়ৰ চিন্তাত মন নিবিষ্ট হৈ মানুহৰ আসক্তি জন্মে, আসক্তিৰ পৰা কামনা হয়, কামনা ব্যাহত হ'লে ক্ৰোধৰ উদ্ভৱ হয়, ক্ৰোধৰ পৰা সম্মোহ অৰ্থাৎ কৰ্তব্য-অকৰ্তব্য নিৰ্ধাৰণ কৰিব নোৱৰাকৈ বিবেকনাশ আৰু বিবেকনাশৰ পৰা শাস্ত্ৰাচাৰ্যোপদেশজনিত সংস্কাৰৰ স্মৃতি বিলোপ, স্মৃতি-বিভ্ৰমৰ পৰা পুৰুষৰ সৎ-অসৎ-বিচাৰ-বুদ্ধি বিনষ্ট হয় আৰু বিচাৰ বুদ্ধি বিনষ্ট হ'লে মানুহ পুৰুষাৰ্থৰ অযোগ্য হয়। কিন্তু সংযত চিত্ত পুৰুষে প্ৰিয় বস্তুৰ প্ৰতি স্বাভাৱিক আসক্তি আৰু অপ্ৰিয় বস্তুৰ প্ৰতি স্বাভাৱিক বিদ্বেষৰ পৰা মুক্ত হৈ স্ববশীভূত ইন্দ্ৰিয়ৰ দ্বাৰা আবৰ্জনীয় বিষয়সমূহ পতিত তৃণৰ দৰে অনাসক্তভাৱে গ্ৰহণ কৰি চিৰ-প্ৰসন্নতা লাভ কৰে। প্ৰসন্নতা লাভ হ'লে স্বচ্ছ-চিত্ত ব্যক্তিৰ সৰ্বদুখৰ বিনাশ হয়। এনে পুৰুষৰ শীঘ্ৰেই আত্মতত্ত্ব জ্ঞান লাভ হয়।"

মোহনৰ ভগবদ্গীতা পঢ়ি ভাব হ'ল এয়া কোনো ঐতিহাসিক ঘটনাৰ চিত্ৰাংকন নহয়, বৰঞ্চ এয়া এক ৰূপক বৰ্ণনা। যি যুদ্ধক্ষেত্ৰৰ কথা গীতাত বৰ্ণিত হৈছে, সেয়া পাপ-পুণ্যৰ মাজত মানুহৰ আত্মাৰ দ্বন্দ্বৰেই বৰ্ণনা, অৰ্জুনে য'ত মহত্তৰ প্ৰেৰণাত উদ্বুদ্ধ হৈ পাপীবোৰৰ লগত যুদ্ধ কৰিছে। কৃষ্ণ তাত হৃদয়ত অৱস্থিত ভগমৎ আত্মা, যি শুদ্ধ চিন্তা আৰু কামৰ কথা বাৰে বাৰে কৈছে। মোহনে ভাবে যে সঁচা যুদ্ধক্ষেত্ৰৰ সলনি মানুহৰ মনত এই শুভ আৰু অশুভ শক্তিৰ সংঘাতেই যেন গীতাৰ মৰ্ম কথা।

মিঃ বেট্ৰাম কাইট্লিয়ে মোহনক এডুইন আৰ্নল্ডৰ 'দী লাইট্ অভ্ এছিয়া' কিতাপখনো পঢ়িব ক'লে। বুদ্ধৰ এই জীৱনীখন পঢ়িও মোহন মুগ্ধ হ'ল। কি এক সুন্দৰ পদ্যৰ আংগিকত আৰ্নল্ডে গৌতম বুদ্ধৰ জীৱন আৰু ধৰ্ম প্ৰচাৰ বৰ্ণনা কৰিছে। সুজাতাই পায়স আনি বুদ্ধৰ ধ্যানভংগৰ শেষত ক্ষুধা নিবৃত্তি কৰা আৰু বুদ্ধৰ পিতৃ শুদ্ধধনৰ সন্মুখলৈ আহি তেওঁৰ পাদ বন্দনা কৰা দৃশ্য দুটাৰ বৰ্ণনা মোহনৰ বৰ ভাল লাগিল। কিতাপখনৰ শেষৰ ফালৰ শাৰীবোৰে তাক মুগ্ধ কৰিলে— "Our Asia light, that still is beautiful/conquering the world with spirit of strong grace." সঁচাই বুদ্ধৰ বাণী সমস্ত এছিয়াত প্ৰচাৰিত হৈছিল। শাক্যমুনি ভাৰতৰ ঘৰে ঘৰে পূজিত হৈছিল। তেতিয়া 'বুদ্ধং শৰণং গচ্ছামি' প্ৰাৰ্থনা ভাৰতৰ অগণিত বিহাৰত দিনে-ৰাতিয়ে ধ্বনিত হৈছিল।

মেঞ্চেষ্টাৰৰ পৰা অহা এজন অত্যুৎসাহী খ্ৰীষ্টানৰ অনুৰোধত মোহনে এই সময়তে বাইবেল পঢ়াও আৰম্ভ কৰিলে। এই খ্ৰীষ্টধৰ্মী লোকজনক মোহনে লগ পাইছিল এখন

ভেজিটেৰিয়ান ব'ৰ্ডিং হাউছত। 'অ'ল্ড টেষ্টামেণ্ট'ৰ কাহিনী অনুসৰণ কৰোঁতে, বিশেষকৈ 'বুক অভ্ জেনেছিছ' অধ্যায়টো সি বৰ টান পাইছিল। তাৰ পিচত 'নাম্বাৰছ' অধ্যায় অহাৰ পিচত তাৰ আৰু অগ্ৰসৰ হ'বৰ ইচ্ছা নাইকিয়া হ'ল।

কিন্তু 'নিউ টেষ্টামেণ্ট' মোহনৰ খুব ভাল লাগিল। তাৰ আটাইতকৈ ভাল লাগিল 'ছাৰ্মন অভ্ দী মাউণ্ট' অংশটো; য'ত জে'ছাছ্ খ্ৰাইষ্টে তেওঁৰ শিষ্যসকলক উদ্দেশ্যে কৰি কৈছিল, "কিন্তু মই তোমালোকক কওঁ যে তোমালোকে পাপক বোধ কৰিবলৈ চেষ্টা নকৰিবা, বৰং যি তোমাৰ সোঁ গালত আঘাত কৰে, তালৈ বাও গালখন আগবঢ়াই দিয়া। আৰু কোনোবাই যদি তোমাক আইন-আদালতত অভিযুক্ত কৰে, আৰু তোমাৰ গাৰ কোটটো কাঢ়ি লৈ যায়, তাক তোমাৰ আল্‌খেল্লাটো দি দিয়া।"

'ছাৰ্মন অভ্ দী মাউণ্ট' পঢ়ি মোহনৰ ভাব হ'ল যে এয়া প্ৰকৃত অহিংসা, সকলো দুষ্টকে ক্ষমা কৰাৰ উদাত্ত আহ্বান। খ্ৰীষ্ট ধৰ্মৰ প্ৰতি মোহনৰ শ্ৰদ্ধা বহুত বাঢ়ি গ'ল।

তেতিয়া মোহনে লণ্ডনৰ চাৰ্চবোৰৰ দেওবাৰৰ ছাৰ্মন শুনিবলৈ যোৱা আৰম্ভ কৰিলে। শ্বাৰ্লছ্ স্পাৰজিঅ'ন, জোছেফ পাৰ্কাৰ আৰু ফ্ৰেডেৰিক উইলিয়াম ফাৰাৰ তেতিয়া লণ্ডনৰ প্ৰখ্যাত ধৰ্মযাজক আছিল। তেওঁলোকৰ ৰবিবাৰৰ ছাৰ্ভিছত মোহনে একাধিকবাৰ যোগ দিলে। মোহনক বিশেষভাৱে অভিভূত কৰিলে জোছেফ পাৰ্কাৰৰ ছাৰ্মনে। পাৰ্কাৰো মোহনৰ দৰেই নিৰামিষাহাৰী আছিল। তেওঁৰ ছাৰ্মনৰ ফলতে মোহনৰ মনৰ পৰা নাস্তিকতাবাদৰ প্ৰতি থকা প্ৰবৃত্তি নাইকিয়া কৰিলে। তাৰ মনত এতিয়া ঈশ্বৰৰ অস্তিত্ব সম্পৰ্কে আৰু কোনো সন্দেহ নাথাকিল।

ওঠৰশ নবৈ চনৰ ডিচেম্বৰ মাহত মোহনে চাৰি দিনৰ 'বাৰ' পৰীক্ষাত অৱতীৰ্ণ হ'ল। সেই পৰীক্ষা সি ভালদৰেই পাছ কৰিলে। সাতসত্তৰজন উত্তীৰ্ণ হোৱা প্ৰাৰ্থীৰ মাজত মোহনৰ স্থান আছিল চৌত্ৰিছ।

পিচৰ মাহৰ ত্ৰিছ জানুৱাৰীত ছাৰ্লছ্ ব্ৰাডলাৰৰ মৃত্যু ঘটে। তেওঁ আছিল পৰম নাস্তিক; কিন্তু নাৰীৰ ভোটৰ অধিকাৰ, জন্মনিয়ন্ত্ৰণ আৰু ট্ৰেড ইউনিয়ন আন্দোলনৰ তেওঁ আছিল এজন ডাঙৰ পৃষ্ঠপোষক। বিশেষকৈ তেওঁ 'হাউছ্ অভ্ কমন্‌ছ'ৰ এজন সদস্যস্বৰূপে ভাৰতীয়সকলৰ অভিযোগৰ প্ৰতি অত্যন্ত সহানুভূতিশীল আছিল। এই কাৰণেই 'হাউছ্ অভ্ কমন্‌ছ'ৰ 'ট-ৰি' সদস্যসকলে তেওঁক ভাৰতীয় সদস্য বুলি ব্যংগ কৰিছিল। বাগ্মীস্বৰূপে তেওঁ তেতিয়া অতি বিখ্যাত আছিল।

সেয়েহে তেওঁৰ অন্ত্যেষ্টিক্ৰিয়াত প্ৰায় সকলো ভাৰতীয় ছাত্ৰই যোগদান কৰাত একো আচৰিত হ'ব লগা নাই। এই ছাত্ৰসকলৰ মাজত মোহন আছিল অন্যতম।

সেই শোক সভাৰ অন্তত লণ্ডনলৈ যোৱা ৰে'লগাড়ীৰ কাৰণে মোহনে কেইজনমান ভাৰতীয় ছাত্ৰৰ লগত প্লেট্‌ফৰ্মত অপেক্ষা কৰিছিল। তেনেতে সি দেখিলে যে এজন

পৰম নাস্তিকে এগৰাকী পাদুৰিক প্ৰশ্নবাণেৰে জৰ্জৰিত কৰিবলৈ আৰম্ভ কৰিছে।

নাস্তিকজনে ব্যংগৰ হাঁহি মাৰি পাদুৰিক সুধিলে, "তেনেহ'লে মহাশয়, আপুনি ঈশ্বৰৰ অস্তিত্বক বিশ্বাস কৰে?"

পাদুৰিয়ে নম্ৰ সুৰত উত্তৰ দিলে, "এৰা, মই নিশ্চয় ঈশ্বৰক বিশ্বাস কৰোঁ।

"তেনেহ'লে আপুনি এইটোও বিশ্বাস কৰে যে পৃথিৱীৰ পৰিধি প্ৰায় পঁচিশ হেজাৰ মাইল?"

"এৰা!"

"তেনেহ'লে অনুগ্ৰহ কৰি কওঁকচোন ঈশ্বৰৰ আকাৰ কেনেকুৱা আৰু ক'ত তেওঁ অৱস্থান কৰে?"

পাদুৰিগৰাকীয়ে আকৌ নম্ৰ সুৰত উত্তৰ দিলে, "তেৰাই আপোনাৰ আৰু মোৰ হৃদয়ত অৱস্থান কৰে।"

নাস্তিকজনে তেতিয়া গৰ্বেৰে চিঞৰি উঠিল, "নাই, নাই, আপুনি মোক শিশু বুলি নাভাবিব।"

পাদুৰিগৰাকীয়ে একো উত্তৰ নিদি গম্ভীৰভাৱে মনে মনে থাকিল।

মোহনৰ অনুভৱ হ'ল যে সেই নাস্তিকজনৰ ব্যৱহাৰ অত্যন্ত কুৎসিৎ। নাস্তিকতাবাদৰ প্ৰতি বিতৃষ্ণাত তাৰ অন্তৰ ভৰি গ'ল।

## অষ্টম অধ্যায়

# স্বদেশলৈ প্ৰত্যাৱৰ্তন

লণ্ডনৰ ইনাৰ টেম্পলৰ পৰা বাৰ-পৰীক্ষা পাছ কৰাৰ পিচত মোহনৰ কৰিবলৈ একো নাছিল। কিন্তু দেশলৈ ঘূৰি যাব নোৱাৰে। কাৰণ তেতিয়াও তাৰ শেষ 'টাৰ্ম' সম্পূৰ্ণ হোৱা নাই। এই টাৰ্ম পূৰা কৰিবলৈ সি বাকী বাৰটা ডিনাৰত অংশগ্ৰহণ কৰিব লাগিব। মোহনৰ সেই কাম শেষ হ'ব ১৮৯১ চনৰ জুন মাহত।

এসময়ত এই ডিনাৰৰ প্ৰধান উদ্দেশ্য আছিল আইনৰ ব্যৱহাৰ-জীৱীসকলৰ লগত আইনৰ ছাত্ৰসকলক মিলামিচাৰ সুযোগ দিয়া, যাতে তেওঁলোকে জ্যেষ্ঠসকলৰ পৰা কিছু শিকিব পাৰে। কিন্তু কালক্ৰমত দেখা গ'ল যে বৃত্তিধাৰী বেৰিষ্টাৰসকলে এতিয়া আৰু ছাত্ৰসকলৰ লগত মিলামিচা নকৰে, তেওঁলোকে নিজৰ মাজতেই চক্ৰাকাৰে বহি ডিন্নাৰ খায়। এই ডিনাৰৰ এক প্ৰধান আকৰ্ষণ হ'ল সুৰা-সেৱন। প্ৰতি চাৰিজনৰ মেজত দুবটল মদৰ দাম ভৰিব লগা হয়।

মোহনে মদ্যপান নকৰে। সেয়েহে তাক লৈ ছাত্ৰসকলৰ মাজত টনা-আঁজোৰা। কাৰণ যিখন মেজত সি বহিব, সেইখন মেজত বহা আন তিনিজন ছাত্ৰই মোহনৰ ভাগৰ মদখিনি ওপৰঞ্চিকৈ লাভ কৰিব পাৰিব। প্ৰত্যেক 'টাৰ্ম'তে এক বিশেষ ৰজনী উদ্‌যাপিত হয়। এই বিশেষ নিশাটোক কোৱা হয় 'গ্ৰেণ্ড নাইট'। সেইদিনা অতিৰিক্ত শ্বেম্‌পেইন্ আৰু অন্যান্য মদৰ যোগান দিয়া হয়। মোহনে এইবোৰ নোচোৱে, সেয়েহে সকলোৱেই মোহনক তেওঁলোকৰ মেজৰ সংগী কৰিবলৈ বিচাৰে, যাতে মোহনৰ ভাগটো তেওঁলোকেই উপভোগ কৰিব পাৰে।

ক'বলৈ গ'লে মোহনৰ হাতত তেতিয়া অফুৰন্ত সময়।

সি তেতিয়া কেৱল ভেজিটেৰিয়ান ৰেস্তোৰাঁ আৱিষ্কাৰ বা বিষয়টো সম্পৰ্কে কিতাপ পঢ়াতে নহয়, সমস্ত ভেজিটেৰিয়ান আন্দোলনতে ব্যস্ত হৈ পৰিল। 'লণ্ডন ভেজিটেৰিয়ান ছ্চাইটি'ৰ এক্সিকিউটিভ কমিটিৰ সভাত তেতিয়া সি নিয়মিত যোগ দিবলৈ ধৰিলে।

এই ছ্চাইটিৰ আদৰ্শই যেন মোহনৰ হৃদয় স্পৰ্শ কৰিলে। তাৰ দৃঢ় বিশ্বাস যে মানুহে পশুৰ মাংস খোৱাৰ পৰা বিৰত হোৱাৰ উপৰি উচ্চস্তৰৰ জীৱ হিচাপে সকলো নিম্নতৰ প্ৰাণীক ৰক্ষা কৰিবলৈ প্ৰয়াস কৰা উচিত। কেৱল মাংসই নহয়, পাৰিলে কণী আৰু গাখীৰ খোৱাৰ পৰা নিবৃত্ত হোৱা উচিত, কিয়নো কণীৰ পৰা প্ৰাণীৰ জন্ম হয় আৰু গাখীৰ মুলতঃ শিশুসকলৰ কাৰণেহে, অসুখ হ'লেহে ডাঙৰৰ কাৰণে ইয়াৰ

প্ৰয়োজন হ'ব পাৰে। মোহনে মনে-প্ৰাণে বিশ্বাস কৰিব ধৰিলে যে খোৱা-বস্তু উপভোগৰ কাৰণে নহয়, মাথো মানুহৰ প্ৰাণ ধাৰণৰ কাৰণেহে প্ৰয়োজন। সি তেতিয়া দেশৰ পৰা মিঠাই আৰু মছলা অনা বন্ধ কৰি দিলে। যি পালেং শাক সিজোৱা এসময়ত গিলিব নোৱাৰিছিল, এতিয়া সেই মছলাবিহীন আহাৰকে তাৰ পৰম উপাদেয় যেন লগা হ'ল। মোহনে বুজি পালে যে খাদ্যৰ প্ৰকৃত আস্বাদ জিভাত নাই, মনত আছে।

সি এই ছচাইটিৰ কাৰণে যিটো বেজ তৈয়াৰ কৰিলে, সেইটো সকলোৰে পছন্দ হ'ল। প্ৰতিষ্ঠানৰ সভাপতি মিঃ হিলে মোহনৰ পিঠিত চপৰিয়াই তাক অভিনন্দন জনালে।

এই সময়তে জোছিয়া অ'ল্ডফিল্ডৰ লগত মোহনৰ প্ৰায়েই সেই 'দী ছে'নটে'ৰ নামে ভেজিটেৰিয়ান ৰেস্তোৰাঁত দেখা হয়। মিঃ অ'ল্ডফিল্ডে মোহনৰ এই আন্দোলনৰ প্ৰতি আকৰ্ষণ দেখি এদিন ক'লে, "মোহন, তোমাৰ দেশলৈ উভতি যোৱাৰ সময় ওচৰ চাপি আহিছে। তোমাৰ যদি আপত্তি নাথাকে, তেনেহ'লে বাকী কেইমাহ আমি একেলগে থাকিব পাৰোঁ।"

মোহনে কৃতজ্ঞচিত্তে উত্তৰ দিলে, "সেইটো মোৰ কাৰণে পৰম সৌভাগ্য।"

মিঃ অ'লফিল্ডে অলপ হাঁহি উত্তৰ দিলে, "সৌভাগ্য মোৰো হ'ব। তোমাৰ এই ভেজিটেৰিয়ান আন্দোলনৰ প্ৰতি আসক্তিয়ে মোক মুগ্ধ কৰিছে। এই বিষয়তে আমাৰ দুয়োৰো মনৰ মিল।"

মোহনে মিচিকিয়াই ক'লে, "মনৰ মিলৰ এটা ডাঙৰ পৰীক্ষা হ'ব যদিহে আপুনি মই ৰন্ধা চুপ খাব পাৰে।"

মিঃ অ'ল্ডফিল্ডে গম্ভীৰ হোৱাৰ ভাও জুৰি ক'লে, "কিয়, খুব বেছি জলা-মছলা দিবা নেকি? সেইটো বস্তু মই খাব নোৱাৰিম কিন্তু!"

মোহনে তেওঁক আশ্বাসৰ সুৰত ক'লে, "ভয় নাই, মি অ'ল্ডফিল্ড, জলা-মছলা মই একো নিদিওঁ। প্ৰথমে আহি মই ইয়াত জলা-মছলা নিদিয়া চুপ একেবাৰে খাব নোৱাৰিছিলোঁ। খুব বিস্বাদ লাগিছিল। এতিয়া পিচে মই অভ্যস্ত হৈ গ'লোঁ। অকল সেইটোৱেই নহয়, মই এতিয়া বুজিব পাৰিছোঁ যে এনে জলা-মছলা নোহোৱা চুপ শৰীৰৰ কাৰণে অধিক পুষ্টিকৰ। অৱশ্যে ৰন্ধা-বঢ়াত মই কিছু পৰীক্ষা-নিৰীক্ষা চলাম, সেইটো মই আগতীয়াকৈ মই আপোনাক কৈ থৈছোঁ।

মিঃ অ'ল্ডফিল্ডে হাঁহি উত্তৰ দিলে, "যেতিয়ালৈকে মানুহ মাৰি পেলোৱাৰ নিচিনাকৈ মাৰাত্মক জলা-মছলা নিদিয়া, তেতিয়ালৈকে মোৰ সেয়া খোৱাত আপত্তি নাই।"

এই কথা-বতৰাৰ কেইদিনমান পিচতে মিঃ অ'লফিল্ডে লণ্ডনৰ বেইছ্‌ৱাটাৰ অঞ্চলৰ ছেইন্ট্ ষ্টিফেনছ গাৰ্ডেন্‌ছত দুটা কোঠাৰ এটা ফ্লেট ভাৰা কৰিলে। কোঠা দুটাৰ উপৰি

ফ্লেটটোত ড্ৰয়িং ৰুম আৰু ৰান্ধনি ঘৰ আছিল। অতি সোনকালেই মোহনে অ'ল্ডফিল্ডৰ লগত থাকিবলৈ তালৈ গ'ল।

এদিন কথা প্ৰসংগত মোহনে অ'ল্ডফিল্ডক ক'লে, "মিঃ অ'ল্ডফিল্ড, মই এতিয়াও থিৰাং কৰিব পৰা নাই বাকী জীৱনৰ কাৰণে মই কোনটো ধৰ্ম অনুসৰণ কৰিম।"

মিঃ অ'ল্ডফিল্ডে সুধিলে, "তেনেহ'লে খ্ৰীষ্টান ধৰ্মকে নোলোৱা কিয়, মোহন? তুমি বাইবেল পঢ়িছা, খ্ৰীষ্টৰ 'ছাৰ্মন অভ্ দী মাউণ্ট' তোমাৰ বৰ ভাল লাগিছে বুলি কৈছা। তদুপৰি তুমি বহুতো চাৰ্চত দেওবাৰৰ ছাৰ্ভিছতো যোগ দিছা। তেনেহ'লে খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰাত কি বাধা?"

"মইতো কাইট্‌লিসকলৰ লগত একেলগে ভগবদ্‌গীতাও পঢ়িছোঁ। গীতাৰ শ্লোকবোৰেও মোক মুগ্ধ কৰিছে। তদুপৰি মেডেম্ ব্লাভাৎস্কি আৰু এনি বেছান্তে বাৰে বাৰে কৈছে যে বৈদিক হিন্দু ধৰ্মৰ বাণী আজি সমস্ত পৃথিৱীত প্ৰচাৰিত হৈছে, হিন্দু ধৰ্ম এতিয়া কুসংস্কাৰাচ্ছন্ন নহয়।"

মিঃ অ'ল্ডফিল্ডে প্ৰশ্ন কৰিলে, "তেনেহ'লে থিয়'ছফিকেল ছচাইটিত যোগ নিদিয়া কিয়?"

মোহনে উত্তৰ দিলে, "থিয়'ছফিকেল ছচাইটি মোৰ কাৰণে কম আকৰ্ষণীয় নহয়। কিন্তু তেওঁলোকৰ গুপ্তবিদ্যাৰ প্ৰতি অগাধ বিশ্বাস মোৰ ভাল নালাগে। তিব্বতত বোলে কোনোবা মহাত্মা লুকাই আছে, তেওঁৰ পৰাই বোলে জীৱন-মৃত্যুৰ সকলো ৰহস্য জনা যাব, এইবোৰ বিশ্বাস মোৰ কাৰণে কষ্টকল্পিত। হিন্দু ধৰ্মৰ বিষয়ে মই বিশদভাৱে জানিব লাগিব। তাৰ পিচতহে মই ঠিক কৰিম কোনটো ধৰ্ম মোৰ জীৱন-যুদ্ধৰ পাথেয় হ'ব।"

মোহনৰ কথাবোৰ মিঃ অ'ল্ডফিল্ডে বৰ ভাল পালে। তেওঁ আগতেই বুজি পাইছিল যে মোহনৰ চৰিত্ৰত এক দৃঢ়তা লুকাই আছে; এতিয়া তেওঁ ধৰিব পাৰিলে যে মোহনৰ ভাব-ভংগীত সেই শক্তিৰ ক্ৰমশঃ যেন স্ফূৰিত হৈছে।

"লণ্ডন ভেজিটেৰিয়ান ছচাইটি'ৰ প্ৰেছিডেণ্ট মিঃ এলফ্ৰেড্ হিলৰ লগতো তেতিয়া মোহনৰ ঘনিষ্ঠতা হ'ল। মিঃ হিল আছিল "টেমছ্ আইৰন্ ৱাৰ্কছ" কোম্পানীৰ চেয়াৰমেন্, য'ত ব্ৰিটিছ যুদ্ধ জাহাজ নিৰ্মাণ কৰে। ক'বলৈ গ'লে মিঃ হিলৰ টকাৰেই লণ্ডন ভেজিটেৰিয়ান ছচাইটি আৰু "দী ভেজিটেৰিয়ান' সাপ্তাহিক পত্ৰিকাখন চলে। তেওঁ আছিল এজন নীতিবাদী লোক, যিজনে লণ্ডনৰ জনসমাজক সংস্কাৰ কৰিব বিচাৰে, কলুষতা আৰু অসৎ চিন্তা-ভাবনা আঁতৰাব খোজে। এই বিষয়ত তেওঁ ইমানেই বদ্ধপৰিকৰ যে ইয়াৰ কাৰণে তেওঁ নিজৰ বিপুল অৰ্থৰাশিৰ ভালেখিনি ব্যয় কৰিবলৈকো কুণ্ঠিত নহয়।

মিঃ হিল মোহনৰ ভেজিটেৰিয়ান আন্দোলনৰ প্ৰতি একাগ্ৰতাৰ বিষয়ে আগৰে পৰা অৱগত আছিল। এদিন তেওঁ মোহনক 'দী ছে'নটে'ৰ ৰেস্তোৰাঁখনত লগ পাই তেওঁৰ মেজলৈ মাতি নিলে।

মোহনক তেওঁ ক'লে, "ইয়ং মেন, তোমাৰ কথা মই অ'ল্ডফিল্ডৰ পৰা শুনিছোঁ। আমাৰ কাৰ্যনিৰ্বাহক কমিটিলৈ নিৰ্বাচিত হোৱাৰ খবৰো মই পাইছোঁ। মই ভাবোঁ তুমি ভাৰতৰ ভেজিটেৰিয়ান খাদ্যৰ গুণাগুণৰ বিষয়ে আমাৰ পত্ৰিকাত লিখিব লাগে। মই অ'ল্ডফিল্ডক কৈ দিম যে তোমাৰ লেখাবোৰ যাতে শুদ্ধ কৰি নিয়মিত প্ৰকাশ কৰে। তেওঁক যে মই 'দী ভেজিটেৰিয়ান' পত্ৰিকাৰ সম্পাদক নিযুক্ত কৰিছোঁ সেইটো তুমি নিশ্চয় জানা।"

মোহনে সসম্ভ্ৰমে উত্তৰ দিলে, "এৰা, সেইটো খবৰ মই গম পাওঁ। মিঃ অ'ল্ডফিল্ডে মোক আগতেই এই পত্ৰিকাত লিখিবলৈ কৈছিল, কিন্তু তেতিয়া মই 'বাৰ'ৰ পৰীক্ষাৰ কাৰণে ব্যস্ত আছিলোঁ কাৰণে লিখিব পৰা নাছিলোঁ। কিন্তু এতিয়া মোৰ প্ৰচুৰ আজৰি সময় আছে; মনোযোগেৰে লিখিব পাৰিম।"

কথা দিয়া অনুসৰি মোহনে ১৮৯১ চনৰ ফ্ৰেব্ৰুৱাৰী মাহৰ পৰা এপ্ৰিল মাহৰ ভিতৰত পত্ৰিকাখনত নটা প্ৰবন্ধ প্ৰকাশ কৰিলে। এই প্ৰবন্ধকেইটাৰ ভিতৰত উল্লেখযোগ্য হ'ল 'ইণ্ডিয়ান ভেজিটেৰিয়ানছ্', 'ছাম্ ইণ্ডিয়ান ফেষ্টিভেলছ্' আৰু 'দী ফুড্‌ছ অভ্ ইণ্ডিয়া'।

'দী ইণ্ডিয়ান ভেজিটেৰিয়ানছ্' প্ৰবন্ধত মোহনে উল্লেখ কৰিলে যে ইংৰাজসকলে ধাৰণা কৰাৰ দৰে সকলো ভাৰতীয় কিন্তু নিৰামিষাহাৰী নহয়। হিন্দুসকলৰ মাজত ব্ৰাহ্মণ আৰু বৈশ্য সম্প্ৰদায় মূলতঃ নিৰামিয়াহাৰী, কিন্তু প্ৰকৃতপক্ষে প্ৰায় সকলো হিন্দুৱেই নিৰামিষাহাৰী। বিশেষকৈ এইটো সত্য যে দুখীয়া লোকসকল মাংস কিনি খাব পৰাকৈ সচ্ছল নহয়। এই প্ৰসংগতে উল্লেখযোগ্য যে ভাৰতত লোণৰ ওপৰত চৰকাৰী শুল্ক অত্যধিক। দুখীয়া লোকসকলৰ কাৰণে এই শুল্ক বহন কৰা খুব কষ্টকৰ। যিসকল লোকে অলপ-অচৰপ ইংৰাজী শিকিছে, তেওঁলোকে ইংৰাজী ভাবধাৰা গ্ৰহণ কৰিছে। ইয়াৰ পৰিণাম ভালেই হ'বনে বেয়াই হ'ব সেয়া পাঠকসকলেই বিচাৰ কৰক। কিন্তু এইটো অস্বীকাৰ কৰিব নোৱাৰি যে ভাৰতত ব্ৰিটিছ শাসনৰ আটাইতকৈ ডাঙৰ কুপ্ৰভাব হৈছে মাদক দ্ৰব্যৰ আমদানি, যিটো হৈছে সভ্যতাৰ শত্ৰু। হিন্দু আৰু মুছলমান দুয়োটা সম্প্ৰদায়েই অত্যন্ত অসুখী যে চৰকাৰ মাদক দ্ৰব্য বন্ধ কৰাৰ সলনি ইয়াৰ প্ৰসাৰতহে অতি উৎসাহী। এই ক্ষেত্ৰতো দুখীয়া লোকসকলেই হৈছে বেছি ভুক্তভোগী।

'ছাম্ ইণ্ডিয়ান ফেষ্টিভেলছ্' প্ৰবন্ধত মোহনে লিখিলে যে দেৱালী আৰু হোলী উৎসৱৰ সময়ত পুৰণা পাৰিবাৰিক বিবাদ-বিসংবাদৰ নিষ্পত্তি কৰিবলৈ প্ৰয়াস কৰা হয়, পুৰণা ঋণ শোধ কৰা হয় আৰু মগনীয়াক অধিক ভিক্ষা দিয়া হয়। যদিও বহুতে

এইবোৰক কুসংস্কাৰ বুলি অভিহিত কৰে, কিন্তু প্ৰকৃততে এই উৎসৱবোৰে লক্ষ লক্ষ মানুহৰ গতানুগতিক জীৱনলৈ অলপ হ'লেও আনন্দ আৰু বৈচিত্ৰ্য লৈ আহে। তেওঁলোকৰ বাবে এইবোৰৰ মূল্য কম নহয়।

মোহনৰ 'দী ফুড্ছ্ অভ ইণ্ডিয়া' প্ৰবন্ধটোৱে খচৰা অৱস্থাতে বহুতো গুণীজনৰ প্ৰশংসা বুটলিবলৈ সমৰ্থ হৈছিল। মিঃ অ'ল্ডফিল্ডৰ পৰামৰ্শ আৰু সাহায্যত মোহনে লণ্ডন আৰু ইয়াৰ আশে-পাশে থকা কেইবাটাও ক্লাবলৈ গৈ এই বিষয়ে বক্তৃতা দিলে। তেতিয়ালৈ মোহনৰ খোনোৱা অভ্যাস আৰু জনসভাত কথা ক'বলৈ থকা ভয় ভালেখিনি নাইকিয়া হৈছে।

মিঃ অ'ল্ডফিল্ডেই আছিল প্ৰথমগৰাকী লোক, যিজনে মোহনক বাকী জীৱন মানুহৰ কল্যাণৰ কৰ্মত আত্মনিয়োগ কৰিবলৈ উৎসাহিত কৰিলে।

বেইছ্ৱাটাৰত অ'ল্ডফিল্ডৰ লগত থাকোঁতেই মোহন 'লণ্ডন ভেজিটেৰিয়ান ছ'চাইটি'ৰ এটা শাখা তাত স্থাপন কৰিবলৈ উঠি-পৰি লাগিল। সি এই ব্ৰাঞ্চৰ সভাপতি হ'বৰ কাৰণে অ'ল্ডফিল্ডক ৰাজী কৰালে। সহ-সভাপতিৰ বাবে সি বিখ্যাত কবি আৰু লেখক ছাৰ এডুইন আৰ্নল্ডক অনুৰোধ জনালে। তেওঁৰো সন্মতি জনোৱাত কোনো দ্বিধাবোধ নকৰিলে। মোহন হ'ল সেই শাখাৰ ছেক্ৰেটাৰী।

প্ৰথম কেইমাহমান শাখাৰ সভা নিয়মিতভাৱে বহিব ধৰিলে। কিন্তু কেইমাহমান পাৰ হৈ যোৱাত বেছি ভাগৰে যেন উৎসাহত ভাটা পৰিবলৈ আৰম্ভ কৰিলে। তাৰ পিচত মোহনে যেতিয়া বেইছ্ৱাটাৰ এৰি অন্য ঠাইলৈ গ'ল, তেতিয়া লাহে লাহে সেই শাখাৰ সভা একেবাৰে বন্ধ হৈ গ'ল।

কিন্তু মোহনৰ প্ৰচেষ্টাৰ সকলোখিনি বিফলে নগ'ল। ইয়াৰ ফলতে তাৰ সংগঠন চলোৱাৰ জ্ঞান হ'ল। লগতে তাৰ হ'ল এক উপলব্ধি, কেনেকৈ সংহতিৰ অভাৱত সংগঠন ভাঙি যায়।

মোহনে লণ্ডনৰ মুছলমানী প্ৰতিষ্ঠান 'আঞ্জুমান-এ-ইছলাম্' আয়োজিত কেইখনমান সভাত যোগ দিয়া আৰম্ভ কৰিলে। এই প্ৰতিষ্ঠানটো ১৮৮৬ চনত ভাৰতীয় বেৰিষ্টাৰ আবদুল্লা ছোহৰাৱৰ্দিয়ে প্ৰতিষ্ঠা কৰিছিল। মুছলমানসকলৰ প্ৰতি মোহনৰ সহানুভূতি তাৰ ৰাজকোটৰ নিবাসকালৰ পৰাই আৰম্ভ হৈছিল। এতিয়া টমাছ্ কাৰ্লাইলৰ লেখাত মহম্মদৰ জীৱনী পঢ়ি সেই সহানুভূতি যেন প্ৰবল হৈ উঠিল।

ইয়াতেই বিহাৰৰ পাটনা চহৰৰ পৰা অহা মঝৰুল হকৰ লগত মোহনৰ বন্ধুত্ব হ'ল। পৰৱৰ্তীকালত এই হক মুছলিম লীগৰ প্ৰেচিডেণ্টো হৈছিল। মোহনে এটা কথা লক্ষ্য কৰিছিল যে এওঁলোকৰ বহুতেই 'বৃহত্তৰ ইছলাম' আন্দোলনক সমৰ্থন কৰিছিল। তেওঁলোকে ভাবিছিল যে ইছলাম ধৰ্মৰ প্ৰাধান্য ঘূৰাই আনিবলৈ পুনৰ তুৰস্কত খলিফাৰ ৰাজত্ব প্ৰতিষ্ঠিত কৰা উচিত। যেতিয়ালৈকে তুৰস্ক দুৰ্বল হৈ থাকিব তেতিয়ালৈকে

ইছলামৰ পূৰ্ব গৌৰৱ পুনৰুদ্ধাৰ কৰিব পৰা নাযাব। তেতিয়াৰ পৰাই মোহন ভৱিষ্যতৰ এই 'খিলাফৎ' আন্দোলনৰ এজন সমৰ্থক আছিল।

* * *

এই সময়তে মিঃ মজুমদাৰ মোহনৰ জীৱনত আকৌ উদয় হ'ল। সিহঁত দুয়োজনেই সেই বছৰৰ মে' মাহৰ প্ৰথম ভাগত প'ৰ্টছ্মাউথত ভেজিটেৰিয়ান কন্‌ফাৰেন্সত যোগ দিবলৈ গ'ল। তাত মোহনৰ জীৱনত এনে এক ঘটনা ঘটিল, যিটোৰ পৰিণতি বৰ বেয়া হোৱাৰ সম্ভাৱনা আছিল।

প'ৰ্টছ্মাউথ এটা বন্দৰ, সেয়েহে সমুদ্ৰ-তীৰৰ বহুতো গৃহৰ অলপ কুখ্যাতি আছিল। এই সকলোবোৰ গৃহ অৱশ্যে বেশ্যালয় নাছিল, কিন্তু বহুতো ঘৰত অসৎ চৰিত্ৰৰ ছোৱালী ক্ৰেতা বিচাৰি গোট খাইছিল।

ৰিছে'প্শ্বন কমিটিয়ে ঠিক কৰি দিয়া এনেকুৱা এটা ঘৰতে মজুমদাৰৰ সৈতে মোহন থাকিছিলহি। অৱশ্যে কেনেকুৱা চৰিত্ৰৰ মানুহে তাত বাস কৰে সেয়া কমিটিৰ কোনেও নাজানিছিল।

প্ৰথম দিনাই ডিনাৰ খোৱাৰ পিচত আটায়ে তাচ খেলাত বহিল। মোহন, মিঃ মজুমদাৰ আৰু সেই ব'ৰ্ডিং হাউছৰ লেণ্ডলেডিৰ উপৰি এজনী সুন্দৰী যুৱতীয়ে সিহঁতৰ খেলাত যোগ দিলে।

মোহনে দেখা পালে যে অলপ পিচতে সকলোৱে হাঁহি-ঠাট্টা কৰিবলৈ ধৰিছে আৰু ইংৰাজ দুগৰাকীয়ে মদ খাবলৈকো আৰম্ভ কৰিছে। ক্ৰমশঃ ঠাট্টা গৈ যৌনাত্মক ৰসিকতাত পৰিণত হ'ল।

লাহে লাহে মোহনে সেই ছোৱালীজনীৰ প্ৰতি প্ৰবল আকৰ্ষণ অনুভৱ কৰিলে। সিয়ো একেদৰেই যৌনমূলক দ্ব্যৰ্থক কথা-বতৰা ক'বলৈ ধৰিলে। যেতিয়া সেই ছোৱালীজনীয়ে ক'লে, "আই গট্ এ গুড্ পেয়াৰ", তেতিয়া মোহনেও হঠাতে ক'লে, "ইয়েছ্, ইট ইজ্ এ গুড্ পেয়াৰ, ইনডিড্।"

কিন্তু ইশ্বৰে যেন তাক এই পৰিৱেশত ৰক্ষা কৰিলে মিঃ মজুমদাৰৰ মুখেৰে সাৱধান-বাণী শুনাই। তেওঁ গুজৰাটী ভাষাত মোহনক ধমক দিলে, "মোহন, তোমাৰ মতিভ্ৰম্ হৈছে নেকি? তুমি এই ছোৱালীজনীৰ প্ৰলোভনত পৰিছা কিয়? দেশত তোমাৰ স্ত্ৰী আৰু শিশু সন্তানে তুমি ঘূৰি যোৱাৰ কাৰণে অপেক্ষা কৰা নাই জানো?"

মজুমদাৰৰ কথাই যেন মোহনক চাবুকেৰে আঘাত কৰিলে। সি সম্বিৎ ঘূৰাই পালে। "প্লিজ্, এক্সকিউজ্ মি, আই এম্ নট ফিলিং ৱেল" বুলি কৈ সি তৎক্ষণাৎ সেই

তাচৰ টেবুলৰ পৰা উঠি তাৰ নিজৰ কোঠালৈ গ'ল।

বিছনাত শুই তেতিয়া মোহনে ফেঁকুৰি ফেঁকুৰি কান্দিব ধৰিলে। এয়া তাৰ কি হ'ল, সি কিয় সেই ছোৱালীজনীৰ প্ৰতি আকৃষ্ট হৈ পৰিল? কেনেকৈ সি কস্তুৰৰ কথা একেবাৰে পাহৰি গ'ল?

মোহনে ভাবিলে যে ঈশ্বৰেই তাক এই লালসাৰ পৰা মিঃ মজুমদাৰৰ মাধ্যমেৰে সতৰ্ক-বাণী শুনাই ৰক্ষা কৰিলে। সি তেতিয়া প্ৰতিজ্ঞা কৰিলে যে জীৱনত সি আৰু কোনোদিন এনেধৰণৰ ঘটনাৰ সম্মুখীন নহ'ব।

সেই ৰাতি মোহনৰ টোপনি নাহিল; বিছনাত ছাটি-ফুটি কৰি সি নিশাটো কটালে। এবাৰ সি ভাবিলে যে পিচদিনা ৰাতিপুৱাই সি প'র্টছ্ মাউথ এৰি গুচি যাব। কিন্তু তাৰ পিচত সি ভাবি পালে যে এয়া হ'ব মাথোঁ কাপুৰুষালিৰহে লক্ষণ। বৰং সি কোনো প্ৰলোভনত নপৰাকৈ সাৱধানে থকাই উচিত কাম হ'ব।

পিচদিনা কন্‌ফাৰেন্সত সি তাৰ 'দী ফুড্‌ছ্ অভ্ ইণ্ডিয়া' প্ৰবন্ধটো পাঠ কৰে। সভাত তাৰ প্ৰবন্ধ ভালদৰে গৃহীত হ'ল।

তাৰ পৰা মোহন ভেণ্টনৰ চহৰলৈ গ'ল। তাত আন এখন ভেজিটেৰিয়ান কনফাৰেন্সত সি তাৰ প্ৰবন্ধটো পাঠ কৰিলে। ইতিমধ্যে মোহন ইংলেণ্ডৰ ভেজিটেৰিয়ান সমাজত এজন 'ছিলেব্ৰিটি' হৈ পৰিছে। সকলোৱে তাৰ পৰা ভাৰতৰ নিৰামিষ খাদ্যৰ কথা শুনিব বিচাৰে।

ভেণ্টনৰত মিঃ ছেলটনৰ ভেজিটেৰিয়ান ৰেস্তোৰাঁত আকৌ তেওঁৰ কন্যা ৰূথক মোহনে লগ পালে।

ৰূথে হাঁহি হাঁহি ক'লে, "মোহন, তোমাক দেখি মই চিনিবই পৰা নাছিলোঁ।"

মোহনেও হাঁহি উত্তৰ দিলে, "নিচিনাৰ কি আছে ৰূথ। মইতো একেই আছোঁ।"

"সমূলঞ্চে নহয়। সেই সংকুচিত, লাজকুৰীয়া মোহন এতিয়া যে এজন সপ্ৰতিভ যুৱকত পৰিণত হৈছে! ডেডিয়ে ক'লে তুমি বোলে কালি ভেজিটেৰিয়ান কন্‌ফাৰেন্সত এখন পেপাৰো পঢ়িছা। আচৰিত, দুবছৰৰ ভিতৰত ইমান পৰিৱৰ্তন। সম্মুখৰ পাহাৰটোৰ চূড়াত উঠিবলৈ মোৰ লগত দৌৰিবা নেকি? কিজানি এইবাৰ তুমি মোক হৰুৱাই পেলাবা!"

"নাই, নাই, ৰূথ, সেই বিষয়ত নিশ্চিত থাকিব পাৰা। অন্য যিহকে পাৰো, তোমাক অন্ততঃ দৌৰত হৰুৱাব নোৱাৰোঁ— মোহনে হাঁহি হাঁহি উত্তৰ দিলে।

ভেণ্টনৰলৈ আহি মোহনৰ মন আকৌ প্ৰফুল্ল হ'ল। প'র্টছমাউথৰ সেই গ্লানিৰ অধ্যায় সি মনৰ পৰা আঁতৰাই থ'লে। সি ভাবিলৈ ইয়ালৈ নহা হ'লে তাৰ এইবাৰৰ যাত্ৰাই নিষ্ফল হ'লহেঁতেন।

ভেণ্টনৰৰ পৰা অহাৰ কেদিনমান পিচতে মোহন 'লণ্ডন ভেজিটেৰিয়ান ছচাইটি'ৰ ৰাজনীতিত জড়িত হৈ পৰিব লগা হ'ল। এই ছচাইটিৰ প্ৰেছিডেণ্ট মিঃ হিল আছিল এজন গোড়া পিউৰিটান কিন্তু এক্সিকিউটিভ কমিটিৰ আন এজন প্ৰধান সদস্য ডাঃ এলিছন আছিল এজন অতীৱ 'ফ্ৰী থিংকাৰ'। তেওঁ আকৌ জন্ম-নিয়ন্ত্ৰণ প্ৰথাৰ ডাঙৰ সমৰ্থক।

এইটো মিঃ হিলৰ সহ্য নহ'ল। তেওঁৰ মতে ভেজিটেৰিয়ান ছচাইটিৰ সদস্যসকল কেৱল নিৰামিষাহাৰী হ'লেই নহ'ব, তেওঁলোক হ'ব লাগিব সমাজৰ নৈতিক স্তম্ভ। গতিকে ডাঃ এলিছনক এক্সিকিউটিভ কমিটিৰ পৰা বহিষ্কাৰ কৰিবলৈ প্ৰস্তাৱ উঠিল।

যদিও নিজে জন্ম-নিয়ন্ত্ৰণ প্ৰথাৰ সমৰ্থক নহয়, তথাপি সদস্যজনক বহিষ্কাৰ কৰাৰ প্ৰস্তাৱটো মোহনে অন্যায় বুলি ভাবিলে। এজন লোকৰ নৈতিক মতামত যিয়েই নহওক, তাৰ কাৰণে ভেজিটেৰিয়ান আন্দোলন যুক্ত থকাত বাধা ক'ত, কথাটো সি বুজিব নোৱাৰিলে।

মোহনে গম পালে যে প্ৰস্তাৱটোৰ সপক্ষে বা বিপক্ষে তাৰ বক্তব্য ডাঙি ধৰাৰ অনুৰোধ আহিব। কিন্তু তাক আকৌ লাজে বাধা দিলে। থিয় হৈ সি কিবা ক'ব পৰাৰ আশা নাই। সি তাৰ বক্তব্য এক পৃষ্ঠাত লিখি লৈ বৈঠকলৈ আহিল।

পিচত যেতিয়া তাৰ বক্তব্য দিয়াৰ সময় হ'ল, সি লেখাখিনি নিজে নপঢ়ি কাগজখন প্ৰেছিডেণ্টৰ হাতত দিলে। তেতিয়া তাৰ লিখাখিনি আন এজন সদস্যই পঢ়ি শুনালে। তাত সি দৃঢ়তাৰে ডাঃ এলিছনৰ বহিষ্কাৰৰ বিৰুদ্ধে তাৰ মতামত প্ৰকাশ কৰিলে।

ভোটৰ সময়ত মিঃ হিলৰ প্ৰস্তাৱটো বিৰাট সংখ্যাধিক্যত পাছ হ'ল। ক'বলৈ গ'লে সেইটোৱেই আছিল মোহনৰ প্ৰথম ৰাজনৈতিক পৰাজয়।

মোহনে ইতিমধ্যে তাৰ 'দী ফুডছ্ অভ্ ইণ্ডিয়া' প্ৰবন্ধটোৰ আলমত বহুত ঠাইত প্ৰকাশ্যে বক্তৃতা দিছে আৰু দুখন কনফাৰেন্সত পেপাৰ হিচাপেও পাঠ কৰিছে। এইবাৰ সেইটো 'দী ভেজিটেৰিয়ান মেছেঞ্জাৰ' পত্ৰিকাত প্ৰকাশ কৰিবৰ কাৰণে প্ৰয়োজনীয় সাল-সলনি কৰি ঘঁহি-পিহি ঠিক কৰি পেলালে।

এই প্ৰবন্ধৰ প্ৰথমেই সি ব্ৰিটিছ পাঠকসকলক মনত পেলাই দিছে যে সি সমস্ত দেশখনৰ খাদ্য সম্পৰ্কে লিখিছে, কোনো প্ৰদেশৰ খাদ্যৰ বিষয়ে লিখা নাই। সেয়েহে সি বাংলা, দক্ষিণ ভাৰত আৰু পশ্চিম ভাৰতৰ খাদ্যৰ বিষয়েও আলোচনা কৰিব। সি ব্ৰিটিছ নিৰামিষাহাৰীসকলক স্মৰণ কৰাই দিলে যে তেওঁলোকৰ নিৰামিষ খোৱাতো হৈছে নিজৰ পছন্দ অনুসৰি, কিন্তু ভাৰতৰ অগণন জনসাধাৰণৰ বাবে ইয়েই হ'ল একান্ত প্ৰয়োজনীয় খাদ্য, কাৰণ তেওঁলোক অত্যন্ত দৰিদ্ৰ, মাংস খোৱাতো তেওঁলোকৰ সাধ্যৰ অতীত। তেওঁলোকৰ বহুতেই দিনে মাত্ৰ এপইছা অৰ্থাৎ ব্ৰিটিছ পেনিৰ এক

তৃতীয়াংশৰ ওপৰত নিৰ্ভৰ কৰে। তেওঁলোকে দিনত মাত্ৰ এবাৰহে খাবলৈ পায়, তাকো বেছি ভাগ সময়ত মাথোঁ চাপাটী আৰু লোণ। ইফালে লোণৰ ওপৰত ব্ৰিটিছ কৰ্তৃপক্ষই আৰোপ কৰা কৰৰ পৰিমাণ তুলনামূলকভাৱে বৰ বেছি।

এই প্ৰবন্ধৰ শেষত মোহনে এই আশা পোষণ কৰিলে যে এনে এটা দিন আহক যেতিয়া মাংসাশী ইংলণ্ডবাসী আৰু শস্যভোজী ভাৰতীয়ৰ মাজত প্ৰভেদ ক্ৰমশঃ কমি যাব আৰু লগে লগে বিলুপ্ত হ'ব আৰু বহুতো পাৰ্থক্য, যি এই দেশ দুখনৰ ঐক্যৰ পথত বাধাস্বৰূপ হৈ থিয় দিছে। ভৱিষ্যতে দেশ দুখনৰ ভাবধাৰাৰ মাজত সামঞ্জস্য আৰু মনৰ মিল ক্ৰমশঃ দেখা দিব— লেখকৰ এয়ে হৈছে একান্ত প্ৰত্যাশা।

* * *

লণ্ডনৰ ইনাৰ-টেম্পলৰ সেই অৱশিষ্ট বাৰটা ডিনাৰত উপস্থিত হোৱাৰ পিচত মোহনৰ এতিয়া 'কল টু দী বাৰ'ৰ সময় ওচৰ চাপি আহিল।

কিন্তু তাৰ মনত তেতিয়া প্ৰশ্ন উঠিল— দেশলৈ গৈ বেৰিষ্টাৰ হিচাপে সি জানো সাৰ্থক হ'ব, সংসাৰৰ ভৰণ-পোষণৰ অৰ্থ সি জানো অৰ্জন কৰিব পাৰিব? সি শুনিছে যে ছাৰ ফিৰোজ শ্বাহ মেহ্তা বা বদৰুদ্দিন তায়েবজীয়ে বক্তৃতাৰ জোৰতে কৰ্টক সম্মোহিত কৰি ৰাখে, তেওঁলোকৰ তুলনাত সিতো ভালকৈ কথাই ক'ব নোৱাৰে।

মোহনৰ বন্ধুসকলে এই বিষয়ত তাক লণ্ডনৰ বিখ্যাত বেৰিষ্টাৰ ফ্ৰেডেৰিক পিংকাটক দেখা কৰি তেওঁৰ উপদেশ গ্ৰহণ কৰিবলৈ পৰামৰ্শ দিলে। তেওঁ এগৰাকী ভাৰত-প্ৰেমী, ভাৰতীয় ছাত্ৰসকলৰ কাৰণে তেওঁৰ গৃহ-দ্বাৰ সৰ্বদা উন্মুক্ত। মোহনে তেওঁক দেখা কৰিবৰ কাৰণে এদিন সময় বিচাৰিলে। তেওবোঁ তাক লগ পোৱাৰ দিন ক্ষণ স্থিৰ কৰি দিলে।

নিৰ্দিষ্ট দিনত মোহন মিঃ পিংকাটৰ চেম্বাৰলৈ গৈ তেওঁক তাৰ ভাৰতত বেৰিষ্টাৰ হিচাপে সফল হোৱাৰ আশংকাৰ কথা ক'লে।

শুনি মিঃ পিংকাটে হাঁহি দিলে। তুমি কি ভাবা যে সকলো ভাৰতীয় আইনজীৱীয়েই ফিৰোজ শ্বাহ মেহ্তা বা বদৰুদ্দিন তায়েবজীৰ দৰে হ'ব লাগিব? ছাৰ ফিৰোজশ্বাহ মেহটা বা বদৰুদ্দিনৰ দৰে বেৰিষ্টাৰ লাখত এজন হয়। সাধাৰণ আইনজীৱীস্বৰূপে সফল হ'বলৈ তেওঁলোকৰ দৰে বাগ্মী হ'বও নালাগে, গভীৰ জ্ঞানৰ অধিকাৰী হোৱাৰো প্ৰয়োজন নাই। প্ৰয়োজন আছে সততা আৰু পৰিশ্ৰমৰ। এই দুটাৰ চৰ্চা কৰিলেই আইনজীৱীস্বৰূপে তুমি জীৱিকা অৰ্জন কৰিবলৈ সক্ষম হ'বা। বাৰু, তুমিনো কিমান সাধাৰণভাৱে অধ্যয়ন কৰিছা খবৰ লওঁচোন বাৰু!

কিন্তু মোহনৰ জ্ঞানৰ পৰিধি দেখি মিঃ পিংকাট অলপ নিৰাশ হ'ল। তথাপি তেওঁ মোহনক উৎসাহিত কৰি পৰামৰ্শ দিলে। তেওঁ ক'লে, "মই তোমাৰ মূল সমস্যা কি সেইটো বুজিব পাৰিছোঁ, মিঃ গান্ধী। সেইটো হ'ল বিশ্ব সম্পৰ্কে তোমাৰ জ্ঞানৰ অভাৱ। কিন্তু বেৰিষ্টাৰৰ কাৰণে এনে জ্ঞান অপৰিহাৰ্য। তুমিতো ভাৰতবৰ্ষৰ ইতিহাসেই ভালদৰে পঢ়া নাই। প্ৰত্যেক শিক্ষিত ভাৰতীয়ৰে নিজৰ দেশৰ ইতিহাস সম্বন্ধে সম্যক জ্ঞান থকা দৰ্কাৰ, যিটোৰ লগত আইনজীৱী হোৱাৰ কোনো সম্পৰ্ক নাই। কিন্তু প্ৰতিজন আইনজীৱীৰেই মানুহৰ চৰিত্ৰ সম্বন্ধে এনেকুৱা জ্ঞানৰ প্ৰয়োজন যে এজন লোকৰ মুখ চায়েই তেওঁ বুজিব পাৰে যে মানুহজন কেনে চৰিত্ৰৰ, সি সঁচা কথা কৈছেনে মিছা কৈছে।"

মিঃ পিংকাটৰ কথা-বতৰা মোহনৰ খুব ভাল লাগিল। বিশেষকৈ তেওঁ কোৱা কাৰোবাৰ মুখ চায়েই তাৰ প্ৰকৃত চৰিত্ৰ কৈ দিয়া ক্ষমতা অৰ্জনৰ অধিকাৰী হোৱাৰ গুৰুত্বৰ কথা। মোহনৰ আৰু ভাল লাগিল মিঃ পিংকাটৰ এইটো উপদেশ, যে সততা আৰু পৰিশ্ৰম হ'ল আইনজীৱীৰ সফল হোৱাৰ সঁচাৰকাঠী। মোহনে ভাবিলে যে এই দুটা গুণ তাৰ প্ৰভূত পৰিমাণে আছে, এতিয়া প্ৰয়োজন ইয়াৰ বাস্তৱ প্ৰয়োগ।

ভাৰাক্ৰান্ত হৃদয়েৰে মোহনে দেশলৈ প্ৰত্যাবৰ্তনৰ কাৰণে সাজু হ'ল। কিন্তু ঈশ্বৰৰ প্ৰতি তাৰ অগাধ বিশ্বাস। সি জানে তেৱাই তাৰ জীৱন নিয়ন্ত্ৰণ কৰিব। তাৰ আৰাধ্য দেৱতাই তাক যথাৰ্থ পথেৰে পৰিচালিত কৰিব।

লণ্ডন ত্যাগ কৰাৰ আগতে মোহনে ঠিক কৰিলে যে তাৰ ভেজিটেৰিয়ান ছচাইটিৰ বন্ধুসকলক সি এক ভোজেৰে আপ্যায়িত কৰিব। তেওঁলোকে তাৰ কাৰণে বহুতো কৰিছে, সেয়েহে তেওঁলোকক এদিন ডিনাৰলৈ আমন্ত্ৰণ কৰাটো মোহনে কৰ্তব্যস্বৰূপে জ্ঞান কৰিলে।

ডিনাৰৰ স্থান হিচাপে মোহনে সেই 'হলবৰ্ন' ৰেস্তোৰাঁকে বাছি ল'লে, য'ত দলপৎৰামৰ লগত তাৰ এক তিক্ত অভিজ্ঞতা হৈছিল। কিন্তু এইবাৰ তাত সি তাৰ বন্ধুসকলৰ লগত মিলিত হ'ব এক আনন্দমুখৰ পৰিবেশত।

মোহনে ভাবিলে যে এই ৰেস্তোৰাঁত যেতিয়া আমিষ ৰন্ধা-বঢ়া কৰেই, নিৰামিষো নিশ্চয় তাৰ অতিথিসকলৰ কাৰণে পৰিৱেশন কৰিব। সেয়েহে সি মেনেজাৰক দেখা কৰি কথাটো কওঁতেই তেওঁ সানন্দে ৰাজী হ'ল আৰু তেওঁলোকৰ কাৰণে এটা পৃথক কোঠা ঠিক কৰি দিলে। সেয়া আছিল 'হলবৰ্ন'ত প্ৰথম ভেজিটেৰিয়ান ডিনাৰ পৰিৱেশন।

৫ জুনৰ দিনা তাৰ ভেজিটেৰিয়ান ছচাইটিৰ বন্ধুসকল ঠিক সময়তে তাত আহি হাজিৰ হ'ল।

মিঃ হিলে তাক কৰমৰ্দন কৰি ক'লে, "মিঃ গান্ধী, 'বাৰ'ৰ সকলোবোৰ টাৰ্মতে উত্তীৰ্ণ হোৱাৰ কাৰণে অভিনন্দন। আমি সকলোৱে তোমাৰ সাফল্য কামনা কৰিছোঁ।"

মোহনে বিনয়েৰে উত্তৰ দিলে, "আপোনালোকক অশেষ ধন্যবাদ। ক'ব নোৱাৰোঁ দেশত মোৰ কাৰণে কেনেকুৱা ভৱিষ্যতে অপেক্ষা কৰিছে।"

মিঃ হিলে তাক অনুপ্ৰেৰণা জনাই ক'লে, "তুমি চিন্তা কৰাৰ কোনো কাৰণ নাই। তুমি এজন ফাইন ইয়ং মেন্। তোমাৰ কাৰণে সুভৱিষ্যতেই অপেক্ষা কৰিছে। তুমি যে এই দেশত নিৰামিষাহাৰী হৈ থাকিব পাৰিছা, তাৰ কৃতিত্ব কম নহয়। বেছিভাগ ভাৰতীয় ছাত্ৰইতো দেশত নিৰামিষাহাৰী আছিল, কিন্তু এইখন দেশলৈ আহি কেইদিনমান পিচতে মাংস আৰু মদ খোৱা আৰম্ভ কৰে।"

মোহনে উত্তৰ দিলে, "মিঃ হিল, তাৰ কাৰণে আপোনালোকৰ ওচৰতো মই কম ঋণী নহয়। আপোনালোকেই আপোনালোকৰ ৰেস্তোৰাঁ আৰু পত্ৰিকাৰ মাধ্যমেৰে মোৰ দেহ আৰু মন নিৰামিষাহাৰী কৰি ৰাখিছে।"

মিঃ হিলে হাঁহি হাঁহি ক'লে, "নন্‌ছে'ন্‌ছ, তোমাৰ যি মনৰ জোৰ, তুমি আমাৰ সাহায্য অবিহনেও মদ-মাংস স্পৰ্শ নকৰা বুলি জানো। তদুপৰি তুমি নিজেই কৈছা যে তুমি তোমাৰ মাৰ ওচৰত শপত খাইছা যে এই দেশত আহি মদ-মাংস স্পৰ্শ নকৰা। তোমাৰ মাৰাই তোমাৰ এই প্ৰতিজ্ঞা ৰক্ষাৰ কাৰণে নিশ্চয় যথেষ্ট গৰ্বিত হ'ব, তাত কোনো সন্দেহ নাই।"

মাকৰ কথা মনত পেলাই দিওঁতেই মোহনৰ চকু সিক্ত হ'ল। কিমান দিন যে সি তাৰ মাকক দেখা নাই। তেওঁৰ শৰীৰৰ অৱস্থা এতিয়া কেনে আছে মাথো ঈশ্বৰেহে জানে। আগৰ চিঠিত তেওঁৰ ককায়েকে লিখিছিল যে মাকৰ শৰীৰ ভাল নহয়, কেৱল মোহনৰ কথা কয় আৰু চকুৰ পানী টোকে। মোহনৰ ভয় হ'ল যে দেশলৈ গৈ সি তাৰ মাকক হয়তো দেখাই নেপাব!

ইউৰোপীয় সমাজৰ সকলো অনুষ্ঠানেই দুই এটা গান আৰু বক্তৃতাৰে শেষ কৰা হয়। ইয়াতো তাৰ ব্যতিক্ৰম নঘটিল।

খোৱৰ শেষত ৱেটাৰবোৰে যেতিয়া সকলো প্লেট-কাপ নি শেষ কৰিলে, তেতিয়া মিঃ হিলে থিয় হৈ এক সংক্ষিপ্ত ভাষণেৰে মোহনৰ সাফল্য কামনা কৰিলে।

মিঃ অ'ল্ডফিল্ডে থিয় হৈ তেওঁৰ ভাষণত ক'লে, "মই মোহনৰ লগত তিনি মাহ একেলগে আছিলো আৰু নিচেই ওচৰৰ পৰা দেখা পাইছিলো তেওঁৰ নিষ্ঠা আৰু একাগ্ৰতা। অৱশ্যে তেওঁৰ ভেজিটেবল চুপ ৰন্ধাৰ প্ৰতি সিমান একাগ্ৰতা দেখা নাই। একাধিকবাৰ আমি যেতিয়া তুলনামূলক ধৰ্মতত্ত্বৰ আলোচনাত মগ্ন, তেতিয়া আমি পাহৰি গৈছিলো যে ষ্ট'ভৰ ওপৰত চুপ ৰন্ধা হৈছিল। পিচত যেতিয়া কথাটো মনত পৰে, তেতিয়া চুপ পুৰি শেষ। ফলত আকৌ 'দী ছে'নটে'ৰ' ৰেস্তোঁৰালৈ আহি সেইদিনৰ ডিনাৰ সমাধা কৰিব লগা হৈছে।"

মিঃ অ'ল্ডফিল্ডৰ কথাত উপস্থিত সকলোৱেই হাঁহিলে।

তেওঁৰো ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালে যেন মোহনৰ যাত্ৰা শুভ আৰু নিৰ্বিঘ্ন হয়। তেওঁ মোহনক 'দী ভেজিটেৰিয়ান' পত্ৰিকাত লিখাৰ বাবেও বিশেষকৈ ধন্যবাদ জনালে আৰু আশা প্ৰকাশ কৰিলে যেন দেশলৈ গৈয়ো মোহনে মাজে মাজে এই পত্ৰিকালৈ লেখা পঠায়।

তেওঁ আকৌ মোহনৰ উজ্জ্বল ভৱিষ্যৎ কামনা কৰি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালে।

ইয়াৰ পিচত আৰু কেইবাজনেও তেওঁলোকৰ সংক্ষিপ্ত ভাষণত মোহনৰ চৰিত্ৰ আৰু কৰ্মশক্তিৰ প্ৰশংসা কৰিলে। এইবাৰ তাৰ উত্তৰ দিয়াৰ সময় উপস্থিত।

মোহনে ভাবিছিল যে সি এটা কৌতুকপূৰ্ণ বক্তৃতা দিব। সেয়েহে সি ঠিক কৰিছিল যে বিখ্যাত ৰাজনীতি বিদ এডিছনৰ ব্ৰিটিছ পাৰ্লামেণ্টত তেওঁৰ প্ৰথম ভাষণৰ কথা উল্লেখ কৰিব, য'ত তেওঁ 'আই কন্‌ছিভ', 'আই কন্‌ছিভ্', 'আই কন্‌ছিভ', বুলি কৈ খোনাব ধৰিলে, তেতিয়া এজন সদস্যই সহ্য কৰিব নোৱাৰি চিঞৰি দিলে, "ইউ কন্‌ছিভ্ থ্ৰাইছ্ এণ্ড প্ৰডিউছ নাথিং।"

কিন্তু বক্তৃতা দিবৰ সময়ত মোহনৰ হাত-ভৰি এনেকৈ কঁপিব ধৰিলে যে তাৰ কণ্ঠইদি কথাই ওলাব নোখোজা হ'ল।

"মই আপোনালোক অহাৰ কাৰণে অশেষ ধন্যবাদ জনাইছোঁ আৰু মোৰ মংগল কামনা কৰি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰাৰ বাবেও বহুত ধন্যবাদ যাচিছোঁ।" কোনোমতে এই কথাখিনি কৈ সি তাৰ ছিটত বহি পৰিল।

"দী ভেজিটেৰিয়ান" পত্ৰিকাৰ পিছৰ সংখ্যাত মোহনৰ ছবিসহ এই অনুষ্ঠানৰ বৰ্ণনা প্ৰকাশ কৰিছিল।

কেৱল সেয়াই নহয়, তাত মোহনৰ এটা সাক্ষাৎকাৰো ওলাল। তাত মোহনে কৈছিল, "লণ্ডন আৰু ইয়াৰ পৰিৱেশক মই সঁচাই ভাল পাইছোঁ। ভাল নাপাম কিয়, যেতিয়া লণ্ডনে ইয়াৰ নানা শিক্ষা প্ৰতিষ্ঠান, আৰ্ট গেলেৰি, মিউজিয়াম, থিয়েটাৰ, বিশাল বিশাল বাণিজ্য সংস্থা, পাৰ্ক আৰু ভেজিটেৰিয়ান ৰেস্তোৰাঁৰে ছাত্ৰ আৰু ভ্ৰমণকাৰীক আকৰ্ষণ কৰে? সেয়েহে গভীৰ দুখৰে সৈতে মই লণ্ডন এৰিব ওলাইছোঁ। লগতে অৱশ্যে এইটো কথা ভাবি মই আনন্দিত যে বহুত দিনৰ পিচত মই ভাৰতত মোৰ আত্মীয় আৰু বন্ধুসকলক লগ পাম।

মোহনে 'ইনাৰ টেম্পল্' 'বাৰ'ৰ সকলো নিয়ম-কানুন শেষ কৰিলে ১৮৯১ চনৰ ১০ জুন তাৰিখে। পিচ দিনা লণ্ডনৰ হাইক'ৰ্টত বেৰিষ্টাৰ হিচাপে নাম লেখালে। বিলম্ব নকৰি মোহনে ১২ জুন তাৰিখেই দেশলৈ বুলি যাত্ৰা কৰিলে।

## নৱম অধ্যায়

# অসফল বেৰিষ্টাৰ

ওঠৰশ একাশীৰ্ব্বৈ চনৰ বাৰ জুন শনিবাৰ আছিল এক সূৰ্য-ৰশ্মিৰে উজ্জ্বল মনোৰম দিন; তেতিয়া গ্ৰীষ্মকাল আৰম্ভ হৈছে। দুপৰীয়া পৌনে বাৰ বজাৰ সময়ত ৰে'লগাড়ী লিভাৰপুল ষ্ট্ৰীট্ ষ্টেছনত যাত্ৰীসহ ৰ'ল। 'এছ.এছ.ওছেনিয়া' জাহাজ ডকত যাত্ৰীসকলৰ কাৰণে অপেক্ষা কৰিছিল। ছাইৰেন বজাই জাহাজ যেতিয়া এৰিলে, বিদায় সম্ভাষণ জনাবলৈ অহা আত্মীয়-বন্ধুসকলে তেতিয়া পাৰৰ পৰাই হাত জোকৰাত লাগিল।

সেইদিনা সূৰ্যৰ তাপ ইমান প্ৰখৰ আছিল যে মোহনে ভাবিলে কোনেও অ'ভাৰকোট পিন্ধাৰ প্ৰয়োজন নহ'ব। বিশাল কলেৱৰৰ 'ওছেনিয়া' আছিল অষ্ট্ৰেলিয়াগামী জাহাজ। ই যেন এটা ভাসমান দ্বীপ।

এইবাৰ মোহনৰ লগত মিঃ মজুমদাৰ অথবা আব্দুল মজিদৰ দৰে কেওঁ নাছিল। এইবাৰ সি অকলশৰীয়া।

জাহাজৰ ডেকৰ ৰেলিঙত ধৰি মোহনে উপলব্ধি কৰিলে যে লণ্ডনত কটোৱা এই ছাত্ৰজীৱন তাৰ জীৱনৰ এক অমূল্য সম্পদ।

তাৰ লাজকুৰীয়া স্বভাৱৰ বহুখিনি এতিয়া অন্তৰ্হিত। সি এতিয়া সপ্ৰতিভ, অপৰিচিত এজন লোকৰ লগতো কথা পাতিবলৈ সি এতিয়া দ্বিধাবোধ নকৰে।

তাৰ শিক্ষায়ো প্ৰসাৰ লাভ কৰিছে। লণ্ডনৰ মেট্ৰিকুলেছন পৰীক্ষা পাছ কৰাৰ ফলত লেটিন ভাষা সম্বন্ধে তাৰ সমধিক জ্ঞান লাভ হৈছে। আকৌ আইন পঢ়াৰ মাধ্যমেৰে 'ইংৰাজী কমন্ ল' সম্বন্ধেও তাৰ যথেষ্ট জ্ঞান হৈছে। এইবোৰ অধ্যয়নৰ ফলস্বৰূপেই বিভিন্ন বিষয়ত তাৰ ব্যুৎপত্তি লাভ হৈছে। তদুপৰি তাৰ নিয়মিত সংবাদপত্ৰ পঢ়াৰ অভ্যাসো হ'ল।

আটাইতকৈ ডাঙৰ কথা, মোহনে ভেজিটেৰিয়ান আন্দোলনক মনে-প্ৰাণে গ্ৰহণ কৰিলে।

এই আন্দোলনেই তাক শিকালে কেনেকৈ সংগঠন পৰিচালনা কৰিব লাগে, কেনেকৈ লক্ষ্যৰ পথেৰে আন্দোলনটোক আগুৱাই নিব পাৰি। 'দী ভেজিটেৰিয়ান' পত্ৰিকাত নিয়মিত লেখাৰ ফলত সি ইংৰাজী ভাষাত লিখাৰ দক্ষতা লাভ কৰিছে, কোনো এটা বিষয়ে চিন্তা-ভাবনা কৰি লিখিবলৈ শিকিছে।

এই ভেজিটেৰিয়ান আন্দোলনেই তাক যেন অহিংসাৰ পথলৈ লৈ গৈছে, সি এজন 'এক্টিভিষ্ট' হৈছে। বোধকৰোঁ ঈশ্বৰেই নেপথ্যৰ পৰা তাৰ জীৱনৰ গতিপথৰ নিৰ্দেশ দিছে।

মোহনে যিটো পথেৰে আহিছিল, 'ওছেনিয়া' জাহাজেও সেই একে পথৰেই ভাৰতৰ ফালে আগবাঢ়িল— প্ৰথমে জিব্ৰাল্টৰ বন্দৰ, তাৰ পিচত মাল্টা, ব্ৰিন্দিছি, পোৰ্টছৈয়দ। তাৰ পিচত ছুয়েজ কেনেল পাৰ হৈ ৰে'ড ছি, আটাইতকৈ শেষত এডেন বন্দৰ।

জাহাজত উঠি মোহনে ভাবিছিল যে বোধকৰোঁ এইবাৰো আলু সিজোৱা, বন্ধাকবি সিজোৱা আৰু মাখন লগোৱা ৰুটী খাই দিন কটাব লাগিব। কিন্তু 'ওছেনিয়া' জাহাজৰ 'ষ্টিউএৰ্ড' কেজন খুব ভাল মানুহ, তেওঁলোকে মোহন আৰু দুই-এজন ভেজিটেৰিয়ান যাত্ৰীৰ বাবে ভাত, ভেজিটেবল কৰি আৰু ফাৰ্ষ্টক্লাছ পেছেঞ্জাৰক দিয়া ফলৰ কিছু অংশ আনি তেওঁলোকক দিয়ে।

মোহনৰ মনত এনেকুৱা ভাব হ'ল যে জাহাজৰ যাত্ৰীসকল মাথোঁ খোৱাৰ কাৰণেহে বাচি আছে। নিচেই পুৱাতে 'বে'ড টাইম টি', মানে বিস্কুটৰ লগত চাহ, তাৰ পিচত চাৰে আঠ বজাত 'হেভি ব্ৰেকফাষ্ট', য'ত পাউৰুটী আৰু জেম-জেলীৰ উপৰি অ'টমীল পৰিজ, মাছ, চপ, কাৰি আৰু চাহ বা কফি। দুপৰীয়া ডেৰ বজাৰ সময়ত লাঞ্চৰ ব্যৱস্থাও ৰাজসিক— মাংস, ভেজিটেবল, ভাত, কাৰি আৰু পেষ্ট্ৰি। আবেলি চাৰি বজাৰ সময়ত চাহ আৰু বিস্কুট, আকৌ সন্ধিয়া চাৰে ছয় বজাৰ সময়ত 'হাই টি', যাৰ অৰ্থ ৰুটী, মাখন, জেম-জেলী, চালাদ্, চপ, চাহ বা কফি। নিশালৈ আকৌ 'ছাপে'ৰ', মানে চীজ, বিস্কুট, মদ বা বিয়াৰ। ইমান খোৱাৰ আয়োজন দেখি মোহনৰ ভাব হ'ল যে এষাৰ চলন্ত কথা একেবাৰেই সঁচা ঃ

"তোমাৰ পেট হৈছে তোমাৰ ঈশ্বৰ, তোমাৰ উদৰ হৈছে তোমাৰ মন্দিৰ, তোমাৰ জঠৰ হৈছে তোমাৰ বেদী আৰু তোমাৰ ৰান্ধনি হৈছে তোমাৰ পুৰোহিত।"

খোৱাৰ পিচত হৈছে আমোদ-প্ৰমোদৰ ব্যৱস্থা। ইয়াত 'টাগ অভ্ ৱাৰ', 'ৰাণিং ৰেছ্' ইত্যাদি খেলাৰ উপৰি আছিল কন্‌ছাৰ্ট আৰু বিভিন্ন বিষয়ত বক্তৃতা। মোহনে ভাবিছিলে যে দ্বিতীয় কন্‌ছাৰ্টৰ শেষত বক্তৃতাৰ সময়ত সি 'ভেজিটেৰিয়ানিজম্' সম্বন্ধে কিবা অলপ ক'ব। কৰ্মকৰ্তাসকলৰ সম্মতি লৈ সি বক্তৃতাটো বাৰে বাৰে লিখি ঠিক কৰিও লৈছিল। কিন্তু দুখৰ কথা, সেইদিনা দ্বিতীয় কন্‌ছাৰ্ট অনুষ্ঠিতই নহ'ল। মোহনৰ বক্তৃতাৰ প্ৰস্তুতি কৰাহে মাথোঁ হ'ল।

কিন্তু 'ভেজিটেৰিয়ানিজম'ৰ বিষয়ে মোহন তেতিয়া খুব উৎসাহী। সি জাহাজৰ দুই— এজন যাত্ৰীক তাৰ ফলীয়া কৰিবলৈ চেষ্টা কৰি থাকিল। এইদৰেই সি দুই-

তিনিজন যাত্ৰীৰ লগত যুক্তি-তৰ্কতো প্ৰবৃত্ত হ'ল। এজনে আক' মোহনক বাধা দি কৈয়ে দিলে, "তোমাৰ যুক্তি মানিছোঁ বাৰু। কিন্তু আমি যদি মাছ-মাংস খাই আনন্দ পাওঁ, তেনেহলে ভেজিটেৰিয়ান হোৱাৰ চেষ্টা কৰিম কিয়?"

এওঁলোকৰে আন এজন যাত্ৰীয়ে দেখা পালে যে মোহন আৰু তাৰ সম-ভেজিটেৰিয়ানসকলে প্ৰতিদিনেই বহুতো ভাল ভাল ফল খাবলৈ পায়। সেইকাৰণে তেওঁৰো এদিন নিজকে ভেজিটেৰিয়ান বুলি ঘোষণা কৰিলে। কিন্তু পিচত মাংসৰ চপ্ আনোতে তেওঁ লোভ সম্বৰণ কৰিব নোৱাৰি ট্ৰেৰ পৰা এটা চপ্ লাহেকৈ নিজৰ প্লেটলৈ নিলে।

মোহনৰ ভাগ্যত কিন্তু এজন দৰদী যাত্ৰী মিলিল। এই ব্ৰিটিছ যাত্ৰীজনে মোহনৰ সকলো কথা শুনিবলৈ ৰাজী হ'ল। তেওঁ লণ্ডনত থাকে, অষ্ট্ৰেলিয়াত ফুৰিবলৈ আহিছে। মানুহজন অত্যন্ত স্থূলকায়। নাম জন্ ডগলাছ্।

তেওঁ মোহনক ক'লে, "মই লণ্ডন ভেজিটেৰিয়ান ছচাইটিৰ কথা মোৰ এজন বন্ধুৰ পৰা শুনিছোঁ। পিচে মই তেওঁলোকৰ মিটিঙলৈ যোৱা নাই অথবা ভেজিটেৰিয়ান খাদ্য খোৱাতো লগা নাই। জানাইতো আমি ব্ৰিটিছ, ৰোষ্টবিফ্ আৰু ইয়ৰ্কশ্বাইৰ্ পুডিং নহ'লে আমাৰ ডিনাৰ খোৱাই নহয়। তথাপি মোৰ এই বয়সত ইমান ৰেড্‌মিট্ খোৱা উচিত নহয়, বিশেষকৈ যেতিয়া মোৰ বাতবেমাৰ আছে। মোৰ ডাক্তৰেও সেই কথা কৈছে।"

মোহনে উৎসাহিত হৈ ক'লে, "তেনেহ'লেতো আপুনি ভেজিটেৰিয়ান খাদ্য একান্তভাৱেই অনুসৰণ কৰা উচিত। আপুনি যদিহে লাহে লাহে ভেজিটেৰিয়ান ডায়েট খাবলৈ ধৰে, তেনেহ'লে আপুনি গম পাব যে আপোনাৰ বাত-বেমাৰৰ বেদনা বহুত কমি গৈছে।"

মিঃ ডগলাছে কৌতূহলী হৈ প্ৰশ্ন কৰিলে, "ভেজিটেৰিয়ান ডায়েট' বুলি তুমি কি বুজাইছা?"

মোহনে ক'লে, "কিয়, ভাত, লেণ্টিল, ছুপ, ভেজিটেৰিয়ান কাৰি আৰু চাট্‌নি যদি আপুনি সপ্তাহত অন্ততঃ তিনি দিন খায়, তেনেহ'লে আপুনি খুব পাতল অনুভৱ কৰিব। এই খাদ্যৰ লগত এগিলাচ গাখীৰ আৰু ফলমূল যোগ দিব পাৰে।"

"ইয়ংমেন, ভেজিটেৰিয়ান খাদ্য সম্পৰ্কে তোমাৰ খুব ভাল জ্ঞান আছে দেখিছোঁ"— মিঃ ডগ্‌লাছে প্ৰশংসচিত্তে ক'লে। "তুমি লণ্ডনত কি পঢ়ি আহিছা?"

মোহনে বিনীতভাৱে উত্তৰ দিলে, "মই লণ্ডনৰ ইনাৰ টেম্পলৰ পৰা বেৰিষ্টাৰী পাছ কৰি দেশলৈ ঘূৰি আহিছোঁ মিঃ ডগলাছ।"

মিঃ ডগ্‌লাছে ক'লে, "ইমান কম বয়সতে বেৰিষ্টাৰ হৈ অহাটো খুবেই প্ৰশংসাৰ কথা। মই বুজিব পাৰিছোঁ যে ভাৰতত তোমাৰ ভৱিষ্যৎ খুব উজ্জ্বল।"

এই সময়তে মিছেছ্ ডগ্‌লাছ্‌ আহি তেওঁলোকৰ কথোপকথনত যোগ দিলেহি। মিছেছ্‌লৈ চাই মিঃ ডগ্‌লাছে ক'লে, "ডাৰ্লিং, এই ইয়ংমেনজন হ'ল মিঃ গান্ধী। ইমান কম বয়সতে লণ্ডনৰ পৰা বেৰিষ্টাৰী পাছ্ কৰি ভাৰতলৈ উভতিছে। লণ্ডনৰ ভেজিটেৰিয়ান আন্দোলনৰ লগত জড়িত আছিল। মোক ভেজিটেৰিয়ান ডিনাৰ খাবলৈ কৈছে।"

মিছেছ্ ডগ্‌লাছে অলপ অনুযোগৰ সুৰত ক'লে, "সেইটোতো তোমাৰ ডাক্তৰেও তোমাক কৈছে। কিন্তু ৰোষ্ট বিফ্ নহ'লেতো তোমাৰ ডিনাৰ খোৱাই নহয়।"

মিঃ ডগ্‌লাছে কাতৰ কণ্ঠে ক'লে, "ইমান দিনৰ অভ্যাস কেনেকৈ এৰোঁ কোৱা!"

মোহনে ক'লে, "তেনেহ'লে আপোনালোকে লণ্ডনৰ ভেজিটেৰিয়ান ৰেস্তোৰাঁলৈ গৈ পৰীক্ষা কৰি চাব পাৰে। বিশেষকৈ মই এখন জানো, যিখন লণ্ডনত বেছ পৰিচিত।"

মিঃ ডগ্‌লাছে কৌতূহলী হৈ সুধিলে, "কি নাম ৰেস্তোৰাঁখনৰ?"

"ৰেস্তোৰাঁখনৰ নাম হৈছে, 'দী ছে'নটেৰ', ফেৰিংডন ষ্ট্ৰীটৰ কেঁকুৰিতে। তালৈ গ'লে আপুনি লণ্ডন ভেজিটেৰিয়ান ছ্চাইটিৰ বহুত সদস্যক দেখা পাব। বিশেষকৈ আপুনি হয়তো লগ পাই যাব পাৰে মিঃ এলফ্ৰেড হিলক, যিজন লণ্ডন ভেজিটেৰিয়ান ছ্চাইটিৰ প্ৰেছিডেণ্ট।"

অলপ প্ৰভাৱিত হৈ মিঃ ডগ্‌লাছে সুধিলে, "এলফ্ৰেড হিল মানে সেইজন নেকি যি লণ্ডন টেম্‌ছ্ আইৰন্ ৱৰ্কছ্‌ৰ চেয়াৰমেন্?"

মোহনে ক'লে, "এৰা তেওঁৱেই। এই সংস্থাৰ কাৰণে তেওঁ বহুত ধন ব্যয় কৰিছে। মোকো খুব ভাল পায়।"

"কিয় ভাল নাপাব? তোমাৰ দৰে উৎসাহী যুৱকক সকলোৱে ভাল পাব।"

এই সময়তে মিছেছ্ ডগ্‌লাছে লাহে লাহে মিঃ ডগ্‌লাছ্‌ক ক'লে, "ডাৰ্লিং, নিশা ভালেখিনি হ'ল। ব'লা, কেবিনলৈ যাওঁ।"

মিঃ ডগ্‌লাছে ততাতৈয়াকৈ উত্তৰ দিলে, "ব'লা"। তাৰ পিচত মোহনৰ ফালে হাত আগবঢ়াই তেওঁ ক'লে, মিঃ গান্ধী, তোমাৰ সময়ৰ বাবে অশেষ ধন্যবাদ। মই নিশ্চয় ভেজিটেৰিয়ান ডায়েট চেষ্টা কৰি চাম। লণ্ডনলৈ যোৱাৰ পিচত 'দী ছে'নটৰ' ৰেস্তোৰাঁলৈ এদিন যাম। তোমাৰ সাফল্য কামনা কৰিছোঁ।"

মোহনেও কৰমৰ্দন কৰি তেওঁৰ সময়ৰ কাৰণে অশেষ ধন্যবাদ দিলে।

এডেন বন্দৰ পোৱাৰ পিচত সকলো ভাৰতগামী যাত্ৰীকে 'এস. এস. আসাম' জাহাজত তুলি দিয়া হ'ল, কিয়নো 'ওছেনিয়া' এতিয়া অষ্ট্ৰেলিয়াৰ পথত যাব।

এই জাহাজত উঠি মোহনৰ মনটো অলপ অপ্ৰসন্ন হ'ল। জাহাজখন 'ওছেনিয়া'ৰ তুলনাত সৰু আৰু লেতেৰা। 'ওছেনিয়া'ৰ 'ষ্টিউ্এৰ্ড'বোৰ আছিল পৰিচ্ছন্ন ব্ৰিটিছ,

এতিয়া 'আসাম'ৰ 'ষ্টিউ্এর্ড'বোৰৰ বেছি ভাগেই গোৱাবাসী, তেওঁলোক সিমান পৰিষ্কাৰ-পৰিচ্ছন্ন নহয়।

আৰব সাগৰ সোমাওঁতেই আৰম্ভ হ'ল সমুদ্ৰৰ তাণ্ডৱ নৃত্য। তেতিয়া জুন মাহৰ শেষৰ ফাল, মৌচুমি ঋতুৰ সময়। সেয়েহে সমুদ্ৰ উত্তাল। ডেকত ফুৰাচকা কৰা, কাল্ছাৰেল ফাংছন কৰাৰ প্ৰশ্ন নুঠে। সকলো যাত্ৰীয়েই তেতিয়া কেবিনত শুই শুই কোনোমতে সময় কটাইছিল।

মোহন এবাৰ ডেকলৈ গৈছিল। কিন্তু এটা বিৰাট ঢৌ আহি ডেকৰ সকলো তিয়াই দিলে।

সি জাহাজৰ এজন খালাচীক সুধিলে, "এনেকুৱা ধুমুহাই আহে নেকি?"

সি উত্তৰ দিলে, "নাই, নাই ছাৰ, এয়া ধুমুহা একোৱেই নহয়।" তাৰ পিচত হাতেৰে সংকেত দি দি সি দেখুৱাই দিলে আচল ধুমুহা আহিলে জাহাজখন কেনেকৈ টলমল কৰে।

মোহনে আৰু একো নকৈ নিজৰ কেবিনত সোমালগৈ।

কিন্তু বাহিৰৰ ধুমুহাতকৈ ডাঙৰ ধুমুহা বলিছিল মোহনৰ মনৰ ভিতৰত। ইমানদিন তাৰ ককায়েকে তালৈ নিয়মীয়াকৈ পইছা পঠাই আছিল। সেয়েহে অৰ্থনৈতিক দিশত তাৰ কোনো দায়-দায়িত্ব নাছিল। কিন্তু এতিয়া সংসাৰৰ সকলোৱে তাৰ মুখলৈ চাই থাকিব। সিনো কিমান টকা উপাৰ্জন কৰি সিহঁতৰ যৌথ পৰিবাৰক সাহায্য কৰিব পাৰিব! বেৰিষ্টাৰস্বৰূপে সি কিমান সফল হ'ব, নে 'ব্ৰিফলেছ' বেৰিষ্টাৰ হৈ বহি থাকিব! সেয়া মাথোঁ ঈশ্বৰেই জানে। ঈশ্বৰৰ ওপৰত কিন্তু তাৰ অগাধ বিশ্বাস, তেৱাই তাৰ জীৱনৰ সঠিক পথৰ নিৰ্দেশ দিব।

এডেন এৰাৰ পাঁচ দিন পিচত জাহাজখন পাঁচ জুলাই তাৰিখে বোম্বাই বন্দৰৰ ওচৰলৈ আহিল। তেতিয়া তাত ধাৰাসাৰে বৰষুণ। সাগৰ তেতিয়াও অশান্ত। তেতিয়া লাঞ্চেৰে সকলো যাত্ৰীকে পাৰলৈ অনা হ'ল।

মোহনে গে'টৰ পৰা ওলায়েই দীঘলকৈ এটা উশাহ ল'লে। সুদীৰ্ঘ তিনিটা বছৰৰ পিচত ভাৰতৰ পানী-বতাহে তাৰ অংগ স্পৰ্শ কৰিলে। মোহনৰ বয়স তেতিয়াও বাইছ্ বছৰতকৈও কম।

* * *

ডকৰ পৰা ওলায়েই মোহনে দেখা পালে যে তাক নিবলৈ ককায়েক লক্ষ্মীদাস আহিছে। লগত ডাঃ প্ৰাণজীৱন মেহ্তা আৰু তেওঁৰ ভ্ৰাতৃ ৰেভ্শংকৰ জগজীৱন। ডাঃ

মেহতা কেইমাহমান আগতে দেশলৈ উভতি আহিছে। মোহনেই চিঠি লিখি ডাঃ মেহতাৰ খবৰটো তাৰ ককায়েকক জনাইছিল।

লক্ষ্মীদাস ওচৰলৈ আহোঁতেই মোহনে তেওঁৰ ভৰি চুই প্ৰণাম কৰিলে। ইমান দিন পিচত আদৰৰ ভায়েকক দেখি তেওঁ তাক বুকুত সাৱটি ধৰিলে। তেওঁৰ চকু চল্‌চলীয়া হ'ল। এই ভ্ৰাতৃৰ ওপৰত তেওঁৰ কত আশা, তাক লৈয়ে কত স্বপ্ন! এই ভ্ৰাতৃয়ে তেওঁলোকৰ সংসাৰৰ সকলো অৰ্থকষ্ট আঁতৰাব, বিখ্যাত বেৰিষ্টাৰ হৈ পৰিবাৰৰ মুখ উজ্জ্বল কৰিব।

ডাঃ মেহতাই মোহনৰ লগত কৰমৰ্দন কৰি তেওঁৰ ভায়েককো পৰিচয় কৰাই দিলে। তাৰ পিচত ক'লে, "মোহনদাস, তেনেহ'লে তুমি সঁচাই বেৰিষ্টাৰ হৈ দেশলৈ উভতিলা? সঁচা ক'বলৈ হ'লে, তুমি যে তিনি বছৰৰ ভিতৰত 'বাৰ'ৰ সকলো পৰীক্ষাত উত্তীৰ্ণ হ'বা সেইটো বিষয়ে মই সিমান আশাবাদী নাছিলোঁ।"

মোহনে মিচিকিয়াই উত্তৰ দিলে, "সেই আশা ময়ো কৰা নাছিলোঁ ডাঃ মেহ্‌তা। কিন্তু আপুনিতো জানেই ব্ৰিটেনত বেৰিষ্টাৰী পাছ কৰা হয় মূলতঃ ভোজৰ মাজেৰে; সেয়েহে মই ইনাৰ টেম্পলৰ সকলো ডিনাৰতে নিয়মিতভাৱে যোগ দিছিলোঁ। অৱশ্যে ক'ব পাৰে যে মই ষ্ট্ৰিক্‌ট্ ভেজিটেৰিয়ান ডিনাৰ খাই পাছ কৰিছোঁ, মদ বা মাংস স্পৰ্শ নকৰাকৈয়ে।"

মোহনৰ কথাত উপস্থিত সকলোৱেই হাঁহিলে। ডাঃ মেহ্‌তাই ক'লে, "কথাটো কিন্তু সত্য নহয়, সেইটো তুমিও ভালদৰেই জানা, গান্ধী। তুমি লেটিন ভাষা শিকিব লগা হৈছে, ৰোমান ল আৰু ব্ৰিটিছ কমন ল সম্বন্ধে যথেষ্ট বুৎপত্তি আহৰণ কৰিব লগা হৈছে। কেৱল ডিনাৰ খাই যদি বেৰিষ্টাৰ হ'ব পাৰি, তেনেহ'লে আমাৰ দেশত বেৰিষ্টাৰৰ সীমা-সংখ্যা নোহোৱা হ'লহেঁতেন। পিচে ইয়াত আৰু কথা নাপাতো, ঘৰত গৈ তোমাৰ সকলোবোৰ অভিজ্ঞতাৰ কথা শুনিম। আজি ৰাতি তুমি আৰু তোমাৰ ককাইদেউৰা আমাৰ গেষ্ট হ'বা গান্ধী। মই আগতেই তোমাৰ ককাইদেউৰাক এই বিষয়ত ৰাজী কৰাইছোঁ। তুমি আৰু মিঃ গান্ধী এইখন গাড়ীত উঠা, মই আন এখনত যাম।"

গাড়ীৰ ভিতৰত সোমায়েই মোহনে ককায়েকক সুধিলে, "মাৰ খবৰ কি, দাদা? মা কেনে আছে? আপোনাৰ আগৰ চিঠিত মাৰ কথা একোকে লিখা নাই।" মোহনে অলপ অনুযোগৰ সুৰতে কথাখিনি ক'লে।

লক্ষ্মীদাসে যুগপৎ একো উত্তৰ নিদিলে। অলপ পৰ মনে মনে থাকি ভঙা ভঙা মাতেৰে ক'লে, "মা আৰু আমাৰ মাজত নাই মোনিয়া। দুমাহ আগতে তেওঁৰ দেহাৱসান হৈছে।"

শুনি মোহন স্তম্ভিত হ'ল। তাৰ আদৰৰ মাক আৰু বাচি নাই, কথাটো ভাবিয়েই মোহনৰ অন্তৰ দহি গ'ল। কিন্তু বিস্ময়কৰ কথা যে তাৰ চকুৰে তেতিয়া পানী নোলাল। তাৰ দেউতাক ঢুকাওঁতে সি হুৰাওৰাৱে কান্দিছিল, কিন্তু মাকৰ মৃত্যু-সংবাদে তাক যেন অলপ সময়ৰ বাবে শিলৰ দৰে অসাৰ কৰি পেলালে। সম্বিত্ পাই মোহনে সুধিলে, "মোক সেই সময়ত নজনালা কিয়, ককাইদেউ?"

"কথাটো আমি বহুতো ভাবিলোঁ মোনিয়া, কিন্তু তোমাৰ শহুৰ দেউতাৰ পৰা আৰম্ভ কৰি সকলো গুৰুজনেই ক'লে যে তোমাৰ 'বাৰ'ৰ পৰীক্ষাত প্ৰস্তুত হোৱাৰ সময়ত এই নিদাৰুণ দুঃসংবাদ জনোৱা ঠিক নহ'ব। অৱশ্যে মৃত্যুশয্যাত মাই বাৰে বাৰে তোমাৰ কথা কৈছিল। তুমি 'বাৰ'ৰ লিখিত পৰীক্ষাত পাছ কৰিছা বুলি টেলিগ্ৰাম পঠোৱাত 'মা'ৰ মুখমণ্ডল এক প্ৰশান্তিত ভৰি গ'ল। তুমি কাষত নাই বুলি তেওঁ শেষ সময়ত বৰ ছট্‌ফটাইছিল।"

শুনি মোহন আৰু হতাশ হ'ল। সি ভাবিলে এই বিদ্যাৰ্জন, এই বেৰিষ্টাৰী ডিগ্ৰি লোৱা সকলো নিষ্ফল। মায়েইতো এইবোৰ চাই যাব নেপালে। মাকৰ ওচৰত প্ৰতিজ্ঞা কৰিছিল কাৰণেই শত বিপদৰ মাজতো ইংলেণ্ডত সি নিৰামিষাহাৰী হৈ থাকিল, শত প্ৰলোভনৰ মাজতো কোনো দিনেই মদ-মাংস স্পৰ্শ নকৰিলে। সেইগৰাকী মাকেই আজি নাই; মোহনৰ সকলোবোৰেই নিৰৰ্থক যেন লাগিল।

তেতিয়া ডাঃ মেহ্‌তাৰ ঘৰৰ কাষত গাড়ী উপস্থিত। মোহন আৰু লক্ষ্মী দাসে গাড়ীৰ পৰা নামি ডাঃ মেহ্‌তাৰ ঘৰৰ ড্ৰইংৰুমত সোমাই দেখে তাত মানুহেৰে ভৰি আছে, সকলোৱে মোহনক লগ পাবলৈ আহিছে।

ইমান মানুহৰ মাজত সোমাই মোহন অলপ বিহ্বল হ'ল। তাৰ মুখৰ পৰা একো কথা নোলাল। ডাঃ মেহতাই তেতিয়া মোহনক নি সকলোৰে লগত পৰিচয় কৰাই দিলে।

মোহনৰ আটাইতকৈ বেছি দৃষ্টি আকৰ্ষণ কৰিলে এজন চৌবিছ-পঁচিছ বছৰীয়া শান্ত-সৌম্য যুৱকে। ডাঃ মেহ্‌তাই তেওঁৰ লগতো পৰিচয় কৰাই দিলে। তেওঁৰ ডাঙৰ ককায়েকৰ জোঁৱাই। নাম ৰায়চাঁদ।

ৰায়চাঁদৰ লগত অলপমান কথা-বতৰা পতাৰ পিচতে মোহন মুগ্ধ হ'ল। মানুহজনৰ কথা কোৱাৰ ভংগীও সুন্দৰ আৰু শান্ত। অলপমান সময় আলোচনা কৰাৰ পিচতে মোহনে বুজিলে যে এই যুৱক গভীৰ জ্ঞানৰ অধিকাৰী, বিশেষকৈ আধ্যাত্মিক জ্ঞানৰ।

কাষতে থকা ডাঃ মেহ্‌তাই মোহনক ক'লে, "ৰায়চাঁদ কেৱল প্ৰচুৰ ধৰ্ম-জ্ঞানৰ অধিকাৰীয়েই নহয়, এওঁ 'শতবধনী (অৰ্থাৎ এশ কথাৰ স্মৰণ ৰখা আৰু এশ কথালৈ

একেলগে মন দিয়াৰ ক্ষমতা থকা)'। একেলগে তেওঁ শ শ শব্দ মনত ৰাখিব পাৰে, শ শ কামো কৰিব পাৰে। পৰীক্ষা কৰি চোৱাচোন।"

মোহনে তেতিয়া তাৰ শব্দভাণ্ডাৰ মনত থকা লেটিন আৰু ফৰাচী শব্দ কিছুমান এটাৰ পিচত এটাকৈ উচ্চাৰণ কৰিলে। আচৰিত কথা, ৰায়চাঁদেও অলপ পিচত ঠিক একেই ধৰণে এটাৰ পিচত এটাকৈ সকলো বিদেশী শব্দ উচ্চাৰণ কৰিলে। মোহনে তেওঁৰ স্মৰণ শক্তি দেখি বিস্ময়াভিভূত হ'ল।

মোহনে সুধিলে, "ৰায়চাঁদজী, আপোনাৰ বৃত্তি কি?"

"মই স্বৰ্ণকাৰ মোহন ভাই। বোম্বাইত আমাৰ সোণৰ দোকান আছে। মোৰ শহুৰ দেউতা আৰু মই সেই দোকানৰ পাৰ্টনাৰ"— ৰায়চাঁদে বিনীতভাৱে উত্তৰ দিলে।

মোহন ৰায়চাঁদৰ মধুৰ সম্বোধন শুনি মুগ্ধ হ'ল। এই লোকজনৰ চৰিত্ৰৰ মাজত এনেকুৱা এক মোহিনী শক্তি আছে যে কেইটামান মিনিটৰ ব্যৱধানতে তেওঁ আনক আপোন কৰি ল'ব পাৰে।

মোহনে অলপ আচৰিত হৈ সুধিলে, "আপোনাৰ বৃত্তি হ'ল স্বৰ্ণকাৰ। কিন্তু ধৰ্মতত্ত্ব চৰ্চা কৰিবলৈ সময় পায় কেতিয়া?"

ৰায়চাঁদে মিচিকিয়াই উত্তৰ দিলে, "সময় সেই কামৰ অৱসৰতে উলিয়াই ল'ব লাগে মোহন ভাই। কাম মই ঠিকেই কৰোঁ, কিন্তু লগতে ঈশ্বৰচিন্তা কৰোঁ।"

কাষতে থিয় হৈ থকা ডাঃ মেহ্‌তাই হাঁহি ক'লে, "অৰ্থাৎ মহৰ্ষি জনকৰ দৰে। মিথিলাৰ ৰজা হোৱা স্বত্বেও তেওঁৰ মন সদায় নিবিষ্ট আছিল ঈশ্বৰৰ পাদপদ্মত। আমাৰ জোঁৱাইৰ অৱস্থাও প্ৰায় একেই।"

ৰায়চাঁদে প্ৰতিবাদ কৰি ক'লে, "নাই, নাই, তেনেকুৱা একো নহয়। খুৰাদেউ, আপুনি সকলো সময়তে মোৰ বিষয়ে বঢ়াই কয়।"

মোহনে সুধিলে, "আপোনাৰ অফিচলৈ গৈ যদি মই মাজে মাজে ধৰ্মালোচনা কৰোঁ, তেনেহ'লে আপোনাৰ আপত্তি নাইতো?"

ৰায়চাঁদে সহাস্যে উত্তৰ দিলে, "আপোনাৰ কাৰণে মোৰ অফিচ আৰু ঘৰৰ দুৱাৰ সদায়েই খোলা থাকিব মোহনভাই।"

পিচদিনা লক্ষ্মী দাসে মোহনক গুজৰাটৰ বণিয়া সমাজৰ মাজত তাক লৈ হোৱা দ্বন্দ্বৰ বিষয়ে ভালদৰে বুজাই দিলে।

সি ইংলেণ্ডলৈ যোৱাৰ কথালৈ হোৱা ধুমুহা ইতিমধ্যে শাম কাটিল বুলি সি ভাবিছিল। কিন্তু লক্ষ্মী দাসে ক'লে যে সেয়া শাম কটা নাই। এদলে কৈছে যে মোহনে প্ৰায়শ্চিত্ত কৰিলে সি আকৌ জাতত উঠিব পাৰে, কিন্তু আন এটা দলে কোনোপ্ৰকাৰে মোহনক

আকৌ মোধ বণিয়া সমাজত গ্ৰহণ কৰিবলৈ ৰাজী নহয়। কিন্তু বহুতো প্ৰভাৱশালী বণিয়া নেতাই এতিয়া কৈছে যে মোহনে প্ৰায়শ্চিত্ত কৰি জাতত উঠিব লাগে।

সেয়েহে লক্ষ্মীদাসে মোহনক লৈ পোনে পোনে ৰাজকোটলৈ নগৈ নাছিক চহৰলৈ গ'ল। তাত পবিত্ৰ গোদাবৰী নদীৰ পাৰত পুৰোহিতৰ দ্বাৰা প্ৰায়শ্চিত্ত সম্পাদন কৰি তাৰ পৰা ৰাজকোটলৈ যায়। কিন্তু তেতিয়াই নহয়, কেইদিনমান পিচত সিহঁতৰ জাতৰ লোকক মাতি এটা ভোজৰ আয়োজন কৰিহে মোহন আকৌ 'জাত'ত উঠিবলৈ সক্ষম হয়।

ৰাজকোটৰ সিহঁতৰ পৈত্ৰিক ঘৰত সোমাওঁতেই চাৰিওফালে হুলস্থূল হৈ গ'ল। ডাঙৰ বৌৱেক আগবাঢ়ি আহোঁতেই মোহনে তেওঁৰ ভৰি চুই প্ৰণাম কৰিলে। এই মুহূৰ্তত মাকৰ অভাৱ সি বৰকৈ অনুভৱ কৰিলে। কিন্তু মাতৃৰ মৃত্যুৰ পিচত এই ডাঙৰ ককায়েকৰ পত্নীয়েই তাৰ মাতৃ-সমা, তেওৱেঁই সংসাৰৰ সৰ্বময়ীকৰ্ত্ৰী।

ঘৰৰ ল'ৰা-ছোৱালীবোৰে একেলগে একাষত থিয় হৈ আছিল। সিহঁতে মোহনৰ ওচৰলৈ আহিবলৈ সাহস পোৱা নাছিল। তাকে দেখি মোহনৰ বৌৱেকেই সিহঁতক মাতি আনিলে। তাৰ পিচত এটা শিশুক টানি আনি হাঁহি হাঁহি ক'লে, "তোমাৰ ল'ৰাক চিনিব পৰা নাই নেকি, ভাইটি? এয়া হৰিলাল, দেখিছা, কিমান ডাঙৰ হৈ গ'ল।"

মোহনে তেতিয়া হৰিলালক দুই হাতেৰে দাঙি কোলালৈ নিলে। সেই এবছৰীয়া অৱস্থাতে তাক এৰি থৈ সি ইংলেণ্ডলৈ যাত্ৰা কৰিছিল। এতিয়া সি প্ৰায় চাৰি বছৰীয়া ল'ৰা। হৰিলালে লাজতে মোহনৰ কান্ধত মুখ লুকোৱালে।

মোহনে ভাবিছিল যে সি কস্তুৰকো দেখা পাব। আশান্বিতভাৱে সি চাৰিওঁফালে চালে, কিন্তু ক'তো দেখা নেপালে। ভাবিলে তেওৰোঁ লাজতে ক'ৰবাত মুখ লুকুৱাইছে।

ৰাতি খোৱাৰ পিচত মোহনে শুবলৈ গৈ দেখিলে যে হৰিলাল সিহঁতৰ বিছনাৰ একাষত দুৰ্ঘোৰ টোপনিত। মোহনে তাৰ কাষত থিয় হৈ মূৰত হাত বুলাই মৰম কৰাত লাগিল। এনেতে কস্তুৰ শোৱা কোঠালৈ সোমাই আহিল।

কস্তুৰক দেখি মোহন বিস্মিত হ'ল। ইংলণ্ডলৈ যাবৰ সময়ত কস্তুৰৰ বয়স আছিল ওঠৰ, এজনী কিশোৰী। আজি তেওঁ একৈছ বছৰৰ এগৰাকী সুন্দৰী যুৱতী।

কস্তুৰে আগুৱাই আহি মোহনক প্ৰণাম কৰোঁতেই মোহনে দুই হাতেৰে তেওঁক সাৱটি ধৰিলে। তাৰ পিচত লাহে লাহে ক'লে, "কস্তুৰ, তোমাক দেখি যেন মই চিনিবই পৰা নাছিলোঁ। আমাৰ যেন আকৌ নতুনকৈ পৰিচয় হ'ব লাগিব। ইমানদিন মোৰ কথা কিমান ভাবিছিলা? লণ্ডনত থাকোঁতে মাথোঁ মা আৰু তোমাৰ কথাই মোৰ বেছিকৈ মনত পৰিছিল।"

কস্তুৰে ওঁঠত হাঁহি বিৰিঙাই ক'লে, "মোতকৈ নিশ্চয় মাৰ কথাই চাগে' তোমাৰ মনত বেছিকৈ পৰিছিল?"

মোহনেও হাঁহি উত্তৰ দিলে, "সেইটো সঁচা, মই তোমাক মিছা নকওঁ। কিন্তু মাৰ মৃত্যু সংবাদে মোৰ হিয়া বিদাৰি নিছে। ক'বলৈ মোৰ ভাষা নাই।" কথাবোৰ কওঁতে মোহনক শোকে খুন্দা মাৰি ধৰিলে।

কস্তুৰে লাহে লাহে ক'লে, "মৃত্যুৰ সময় ওচৰ চাপি অহা দিন কেইটাও তেওঁ কেৱল তোমাৰ কথা সোধে। তেওঁ কৈছিল যে তোমাক আৰু তেওঁ কেতিয়াও নেদেখে।"

মোহনে অলপ পৰ মনে মনে থাকি ক'লে, "ইংলেণ্ডত থাকোঁতে মোৰ কাৰণে আটাইতকৈ দুখৰ কথা আছিল এইটোৱেই যে তোমালোকে লেখা কোনো চিঠি নেপাওঁ। মাৰ কথা বাৰু থাওক, কিন্তু তুমিনো তিনি বছৰত লিখিবলৈ শিকিব নোৱাৰিলানে?

কস্তুৰে শান্ত কণ্ঠে উত্তৰ দিলে, "তুমি নাজানা জানো, ঘৰৰ কাম-বনত মই কিমান ব্যস্ত থাকিব লাগে! তদুপৰি ল'ৰাটো আছে, তাৰ তদাৰক কৰিবই লাগে। কিন্তু আটাইতকৈ ডাঙৰ কথাটো হৈছে, তুমি কোৱাচোন, মোক শিকাব কোনে?"

মোহনে কস্তুৰৰ সোঁ হাতখন কাষলৈ টানি আনি ক'লে, "মই আহিলোঁ যেতিয়া ময়ে তোমাক লিখিব-পঢ়িবলৈ শিকাম। এইবাৰ মনোযোগেৰে শিকিবাতো?"

কস্তুৰে মূৰ দোঁৱাই সমৰ্থন জনালে।

কিন্তু কস্তুৰক শিকোৱাৰ আগতে ঘৰৰ ল'ৰা-ছোৱালীবোৰক লেখা-পঢ়া শিকোৱাটো মোহনৰ কাৰণে অধিক জৰুৰী হৈ পৰিল। তাৰ নিজৰ ল'ৰাটোৰ উপৰি দুজন ককায়েকৰ ল'ৰা-ছোৱালীবোৰ আছে; সিহঁতৰ শিক্ষণৰ দায়িত্বও মোহনে ল'লে।

মোহনে বুজি পালে যে মাথোঁ মানসিক শিক্ষাই নহয়, শাৰীৰিক শিক্ষাও সিহঁতৰ একান্ত প্ৰয়োজন। সেইকাৰণে প্ৰতিদিনেই আবেলি সি ড্ৰিলৰ ব্যৱস্থা কৰিলে। ল'ৰা ছোৱালীকেইটাৰ লগত সি সেই সময়ত এনেকৈ মিলি যায় যে তাৰ এতিয়া মনত ভাব হ'ল যে স্কুলৰ শিক্ষক হ'লে সি সঁচাই সফল হ'লহেঁতেন।

খোৱাৰ বিষয়েও সংসাৰত মোহনে এক নতুন ব্যৱস্থা আৰোপ কৰিলে। ঘৰত ইতিমধ্যে চাহ-কফি সোমাইছিল। মোহনে ব্যৱস্থা কৰিলে ৰাতিপুৱা সকলো ল'ৰা-ছোৱালীয়ে অ'টমিলৰ পৰিজ আৰু চাহ-কফিৰ সলনি ক'কো খাব। প্লে'টত খোৱাৰ অভ্যাস আগৰেপৰাই চালু আছিল, এতিয়া ইয়াৰ ব্যৱহাৰ বৃদ্ধি পালে। ল'ৰা-ছোৱালীকেইটাৰ পৰিচ্ছদতো পেণ্ট্‌-ছাৰ্ট বা ফ্ৰকৰ ব্যৱহাৰ আৰম্ভ হ'ল।

ফলস্বৰূপে সংসাৰৰ খৰচ বহুত গুণে বাঢ়িল। মোহনৰ ফালৰ পৰাতো কোনো

আয় নাই। ৰাজকোটৰ দৰে সৰু চহৰত বিলাত্-ফেৰত্ বেৰিষ্টাৰৰ 'ফি' দিব পৰা বিশেষ মক্কেল্ নাই। যিহেতু স্থানীয় উকিলে তেওঁৰ কাম এক-চতুৰ্থাংশ 'ফি' লৈয়ে কৰি দিব পাৰে, সাধাৰণ গৃহস্থৰ কাৰণে বেৰিষ্টাৰ নিয়োগ কৰাতো হাতী-পোহাৰ নিচিনা কথা।

*  *  *

কস্তুৰক লিখা-পঢ়া শিকোৱাৰ কামো বেছি দূৰ আগনাবাঢ়িল।

সমস্ত দিন সংসাৰত কাম-বন কৰি আকৌ লিখা-পঢ়াত লাগিবলৈ কস্তুৰৰ উৎসাহ নেথাকেগৈ, চকুত তেতিয়া টোপনিয়ে হেঁচা মাৰি ধৰে। অলপ পিচতে মোহনৰো যৌন-মিলনৰ তৃষ্ণা উদয় হয়। কস্তুৰেও সঁহাৰি দিয়ে। দীঘলীয়া অনুপস্থিতিৰ পিচত সিহঁতৰ যৌন-কামনাৰ বান্ধ নাইকিয়া হয়। ফলস্বৰূপে কস্তুৰৰ পঢ়াত বাধা পৰে।

কিন্তু ৰাজকোটত মোহনৰ পেছাৰ শ্ৰীবৃদ্ধি নাই।

লক্ষ্মী দাসে তেওঁৰ উকিল-পাৰ্টনাৰৰ দুই-এজন মক্কেলৰ পৰা আবেদন-পত্ৰৰ প্ৰস্তুতিৰ কাম আনি মোহনক দিয়ে। এয়াই হ'ল মোহনৰ প্ৰধান আয়। কিন্তু এয়া সংসাৰৰ ভৰণ-পোষণত সহায় কৰিবলৈ যথেষ্ট নহয়।

ৰাজকোটত তেতিয়া মোহনৰ ভৱিষ্যৎ অন্ধকাৰ। তাৰ স্বভাৱটোও তেতিয়া খিংখিঙীয়া হৈ উঠিল। এই ব্যৰ্থতাৰ খং গৈ পৰিলগৈ বেচেৰী কস্তুৰৰ ওপৰত।

ইংলণ্ডলৈ যোৱাৰ আগতেও মোহনৰ স্ত্ৰীৰ প্ৰতি থকা সন্দেহৰ ভাব আকৌ উক্ দিলে। আগৰ দৰেই মোহনে কস্তুৰৰ ঘৰৰ বাহিৰলৈ ওলাই যোৱাতো যি কাৰণতে নহওক, পছন্দ নকৰে। ঘৰৰ ঘৈণী স্বামীৰ বিনানুমতিত কিয় বাহিৰলৈ যাব? মোহন খঙত টিঙিৰিতুলা হয়।

এদিন নিশা কস্তুৰ শুবলৈ আহোঁতে মোহনে খোলাখুলিকৈ সুধিলে, "তুমি মোক নোকোৱাকৈ ঘৰৰ বাহিৰলৈ যোৱা কিয়?"

"মইতো বিষ্ণু-মন্দিৰলৈ গৈছিলো; তালৈ যাবলৈকো তোমাৰ অনুমতি ল'ব লাগিব?"

অধিকাৰ সাব্যস্ত কৰি মোহনে ক'লে, "এৰা, ল'ব লাগিব। কাৰণ তুমি ঘৰৰ বোৱাৰী। স্বামীৰ বিনানুমতিত ক'লৈকো যাব নোৱাৰা।"

কস্তুৰ মনে মনে থাকিল। তাই স্বামীৰ সন্দেহপ্ৰৱণ মনটোৰ বিষয়ে ভালদৰে অৱগত। তাই ভাবিলে, লাহে লাহে তাৰ এই দোষ নোহোৱা হ'ব।

কিন্তু মোহনৰ সন্দেহ ভাব বাঢ়িহে গ'ল। ফলস্বৰূপে প্ৰায় প্ৰতি নিশাই দুয়োৰে মাজত খৰিয়াল লাগিবলৈ ধৰিলে। এদিন কস্তুৰে সহ্য কৰিব নোৱাৰি ক'লে, "আমাৰ

এই নিতৌ খৰিয়াল সহিব নোৱৰা হৈছোঁ। মোক মাৰ ঘৰলৈকে পঠাই দিয়া। ল'ৰাটো লৈ মই তাতে থাকোঁগৈ।"

মোহনে খঙেৰে ক'লে, "ঠিক আছে, মই কালিলৈকে তোমাৰ যোৱাৰ ব্যৱস্থা কৰিছোঁ। মই মানুহ নপঠিওৱালৈকে তুমি আৰু নাহিবা।"

ক্ৰন্দনৰত কস্তুৰৰ চকুৰেদি তেতিয়া অশ্ৰু টোপাটোপে পৰিব ধৰিছে।

কিন্তু তাই ভাবিলে যে সিহঁত অলপ দিন পৰস্পৰৰ পৰা আঁতৰা-আঁতৰি হৈ থকাটোৱেই উচিত হ'ব। তেতিয়া মোহনে তাইৰ অভাৱবোধ অনুভৱ কৰিব; তাইৰ প্ৰতি তেতিয়া তাৰ অনুৰাগো বাঢ়িব। সেয়েহে তাই পোৰবন্দৰলৈ যাবলৈ মনক সাজু কৰিলে।

হৰিলালক লগত লৈ কস্তুৰ পোৰবন্দৰলৈ যোৱাৰ ব্যৱস্থা মোহনে পিচদিনাই কৰিলে।

এই সময়তে মোহনৰ জীৱনত আকৌ মেহ্‌তাবৰ আৱিৰ্ভাব হ'ল।

মোহন লণ্ডনত থাকোঁতেও মেহ্‌তাবে মাজে মাজে পইচা-পাতি বিচাৰি তালৈ চিঠি লিখিছিল। মোহনেও ককায়েকৰ পঠোৱা পইছাৰ পৰাই কেতিয়াবা কেতিয়াবা তাক সহায় কৰিছিল; অৱশ্যে লক্ষ্মী দাসক সেই কথা কেতিয়াও জনোৱা নাই। এতিয়া ৰাজকোটত বন্ধু আহি আকৌ হাজিৰ হ'লহি।

এলফ্ৰেড্ হাইস্কুলৰ পৰা বহিষ্কৃত হোৱাৰ পিচত মেহ্‌তাবৰ লেখা-পঢ়া আৰু আগ নেবাঢ়িল। এতিয়া সি দেউতাকৰ প্ৰচেষ্টাত ব্যৱসায়ী-অফিচ এটাত কেৰাণীৰ কাম এটা পাইছে। ৰাজকোটত তেতিয়া আছিল এক ডাঙৰ মুছলমান সম্প্ৰদায়। তেওঁলোকৰ বহুতেই ভাৰতৰ বাহিৰত ব্যৱসায়-বাণিজ্য কৰে। মেহ্‌তাবৰ নিয়োগকৰ্তাও আছিল এনেকুৱা এখন ফাৰ্ম।

আগতে এবাৰ লগ পাওঁতে মোহনক সি বিয়া কৰোৱা খবৰ দিছিল। নিজৰ সম্প্ৰদায়ৰে ছোৱালী; দেউতাক-মাকে চাই-চিতি ছোৱালী ঠিক কৰিছিল। পত্নী এতিয়া সন্তান সম্ভৱা। সেয়েহে তাই মাকৰ ঘৰত। মেহ্‌তাবৰ এতিয়া অফুৰন্ত অৱসৰ।

মোহন এতিয়া তাৰ কাৰণে 'মোহন ভাই'। এদিন আবেলি সি মোহনক লগ ধৰি ক'লে, "মোহন ভাই, ব'লা, আজি নদীৰ পাৰত এপাক মাৰি আহোঁ।"

মোহনৰ মন তেতিয়া বিষাদগ্ৰস্ত। কস্তুৰক পঠাই অকণো ভাল লগা নাই। সেয়েহে মেহ্‌তাবৰ অনুৰোধত সি সহজে মান্তি হ'ল।

ফুৰি থাকোঁতে মেহ্‌তাবে ক'লে, "জানা মোহনভাই, তুমি ৰাজকোট এৰি যাওঁতে মোৰ বৰ বেয়া লাগি গৈছিল। মন খুলি দু-আষাৰ কথা পাতিবলৈকো কোনো নাছিল।

তাৰ পিচতে আব্বাজানে মোৰ বিয়া পাতি দিলে, তেতিয়াহে যেন মনৰ মিল থকা সংগী পালোঁ।”

মোহনে হাঁহি হাঁহি ক'লে, “মেহ্‌তাব, তোমাৰ স্ত্ৰীৰ লগত মোক তুলনা নকৰিবা। অৱশ্যে মই লণ্ডনতো তোমাৰ অভাৱ অনুভৱ কৰিছিলোঁ।”

মেহ্‌তাবে বিষণ্ণভাৱে হাঁহি ক'লে, “সঁচাই ল'ৰাকালত আমি ইয়াত যে কিমান দুষ্টালি কৰিছিলোঁ; এতিয়া সেইবোৰ ভাবিলে হাঁহি উঠে। আমাৰ সেই লুকাই মাংস খোৱা, তোমাৰ বেশ্যালয়লৈ যোৱা— এইবোৰ কথা মনত পৰেনে? তুমি চাগে' লণ্ডনলৈ গৈ হেঁপাহ পলুৱাই মাংস খাইছা, বেশ্যালয়ৰ কথাতো নুসুধিলেও হ'ব।”

মোহনে উত্তৰ দিলে, “নাই, মেহ্‌তাব। এই দুটাৰ এটাও কৰা নাই। তোমাৰ কথা অকণো সঁচা নহয়। দেশ এৰি যোৱাৰ আগতে মাৰ ওচৰত মই প্ৰতিজ্ঞা কৰিছিলোঁ যে মদ আৰু মাংস তাত থকাৰ সময়ত কোনো দিন স্পৰ্শ নকৰোঁ। সেই প্ৰতিজ্ঞা মই ৰক্ষা কৰিছোঁ। লণ্ডনত থাকোঁতে মোৰ বেশ্যালয়লৈ যোৱাৰ প্ৰবৃত্তি কেতিয়াও হোৱা নাই। অৱশ্যে মই শুনিছো যে কোনো কোনো ভাৰতীয় ছাত্ৰ তালৈ যায়।”

মেহ্‌তাবে ক'লে, “তোমাৰ চৰিত্ৰৰ যে বহুত পৰিৱৰ্তন হৈছে সেইটো মই ধৰিব পাৰিছোঁ। কিন্তু এটা বিষয়ত তোমাৰ কোনো পৰিৱৰ্তন হোৱা নাই, সেইটো হৈছে 'ভাবী'ৰ লগত খৰিয়াল কৰা; এতিয়াতো তেওঁক মাকৰ ঘৰলৈ পঠাই দিছা।

মোহনে অলপ আচৰিত হৈ প্ৰশ্ন কৰিলে, “তুমি কাৰ পৰা এইবোৰ কথা জানিলা?”

মেহ্‌তাবে অলপ হাঁহি ক'লে, “মোহনভাই, ৰাজকোট সৰু চহৰ। একো কথাই গোপনে নেথাকে। প্ৰকৃততে মই খবৰটো পাইছো তোমাৰ মাজু দাদা কৰ্ষণ দাসৰ পৰা। তেওঁতো এতিয়া আব্বাজানৰ অধীনতে পুলিচৰ চাকৰি কৰে, তুমি জানা চাগে'। সিদিনা হঠাতে দেখা হওঁতে খবৰটো দিলে।”

মোহনে অলপ বিষণ্ণ সুৰে ক'লে, “সঁচাই কস্তুৰৰ অভাৱ মই এতিয়া বৰকৈ অনুভৱ কৰিছোঁ। বিশেষকৈ হৰিলালৰ অনুপস্থিতিয়ে মোৰ মনত বৰ দুখ দিছে।”

মেহ্‌তাবে পৰামৰ্শ দিলে, “তেনেহ'লে আৰু পলম নকৰি তেওঁলোকক ওভতাই অনাৰ ব্যৱস্থা কৰা। ময়ো মোৰ 'বিবি'ৰ অভাৱ অনুভৱ কৰোঁ। কিন্তু তেওঁ এতিয়া সন্তান-সম্ভৱা। সেয়েহে বিচ্ছেদৰ কষ্ট মই এতিয়া সহ্য কৰিবই লাগিব।” কথাখিনি কৈ মেহ্‌তাবে হাঁহিব ধৰিলে।

মোহনেও সেই হাঁহিত যোগ দিলে।

সঁচাই মোহনে কস্তুৰ আৰু হৰিলালৰ অভাৱ বৰকৈ অনুভৱ কৰিছিল। সকলো দোষতো তাৰেই। সি জানে যে কস্তুৰৰ চৰিত্ৰক লৈ কিবা সন্দেহ কৰাৰ একো অৰ্থ

নাই। তথাপি তাৰ স্বভাৱৰ পৰিবৰ্তন নহয়। হয়তো এতিয়াৰ পৰা কস্তুৰৰ লগত তাৰ সম্পৰ্ক অধিক স্বাভাৱিক আৰু প্ৰেমময় হ'ব।

মেহ্‌তাবৰ লগত কথা-বতৰা হোৱাৰ কেইদিনমান পিচতে মোহনে আকৌ কস্তুৰ আৰু হৰিলালক ৰাজকোটলৈ ওভতাই অনাৰ ব্যৱস্থা কৰিলে।

কস্তুৰ উভতি অহাৰ নিশা মোহনৰ ব্যৱহাৰ অতি কোমল। কস্তুৰক সাবটি ধৰি মোহনে ক'লে, "মোক ক্ষমা কৰা, কস্তুৰ। তুমি গুচি যোৱাত মোৰ যে ইমান বেয়া লাগিছিল! হৰিলালো নাই, গোটেই ঘৰখনেই যেন শূন্য।"

কস্তুৰে অভিযোগৰ সুৰত ক'লে, "আমাক এৰি যদি থাকিবই নোৱাৰা, আমাকনো পোৰবন্দৰলৈ কিয় পঠালা?"

"সেইটো মোৰ মনৰ ভুল কস্তুৰ। তোমাৰ চৰিত্ৰক সন্দেহ কৰাৰ দৰে মুৰ্খামি কিয় যে মই কৰিছিলো ক'ব নোৱাৰোঁ। এতিয়া তোমালোক আহিছা, আশাকৰোঁ সকলো ভুল-ভ্ৰান্তি নাইকিয়া হ'ব।"

কস্তুৰে বিদ্ৰূপৰ সুৰত ক'লে, "তুমিতো বিলাতলৈ যোৱাৰ আগতেও একে কথাই কৈছিলা, কিন্তু তুমি উভতি অহাৰ পিচতো দেখিছোঁ একেই ৰূপ।"

"নাই, নাই, আৰু এনে ভুল নহয়। বিশ্বাস কৰা।" মোহনে কস্তুৰক চুমা খাই কথাখিনি ক'লে।

আবেশত কস্তুৰৰ চকু মুদ খাই গ'ল।

ক্ৰমশঃ কস্তুৰৰ লগত মোহনৰ সম্পৰ্ক সঁচাই অতি মধুৰ হৈ পৰিল। মোহনৰ উপলব্ধি হ'ল যে প্ৰেমৰ লগত কামনাৰ সম্পৰ্ক যিমান কমি আহে, সিমানেই প্ৰেম যেন অধিক নিবিড় আৰু পবিত্ৰ হয়।

এই ঘটনাৰ কেইদিনমান পিচত এদিন সন্ধিয়া লক্ষ্মী দাস মোহনৰ কোঠাৰ সন্মুখত থিয় হ'ল। "মোনিয়া, তোমাৰ লগত অলপ দৰ্কাৰী কথা আছে।"

মোহনে কোঠাৰ ভিতৰৰ পৰাই উত্তৰ দিলে, "ঠিক আছে ককাইদেউ, মই গৈ আছোঁ।"

অলপ পিচতে মোহন ওলাই আহি তাৰ মাকৰ কোঠাৰ সন্মুখত থিয় হ'ল। সিহঁতৰ মাক জীয়াই থাকোঁতে সংসাৰৰ সকলো আলোচনা তেওঁৰ কোঠাৰ আসনত বহিয়েই কৰা হয়। তেওঁৰ দেহাৱসানৰ পিচতো সেই নিয়ম চলি আছে।

মোহনে আসন গ্ৰহণ কৰাৰ পিচতে লক্ষ্মী দাসে ক'লে, "মোনিয়া, তোমাক মাতি অনাৰ কাৰণতো বুজি পাইছাই চাগে'। মূলতঃ মোৰ এজনীয়া আয়েৰে আমাৰ যৌথ পৰিবাৰৰ সংসাৰ চলোৱা দুঃসাধ্য হৈ উঠিছে।"

"সেইটো মই বুজি পাইছোঁ ককাইদেউ, কিন্তু চেষ্টা কৰিও মই কোনো বিশেষ মক্কেল পোৱা নাই। স্থানীয় এজন উকিলে যেতিয়া কামটো কৰি দিব পাৰে, তেনেহ'লে বেৰিষ্টাৰৰ ফি দিবলৈ কোন আহিব? তদুপৰি মক্কেল পাবলৈ মই কোনো দালাল ধৰিব নোখোজোঁ, ই মোৰ একেবাৰে চৰিত্ৰ বিৰুদ্ধ।"

লক্ষ্মী দাসে হুমুনিয়াহ কাঢ়ি ক'লে, "কথাটো মই জানো। এইটোও জানো যে তুমি নিয়ম ভংগ নকৰা। সেয়েহে ইয়াত তোমাৰ পেছাৰ উন্নতিৰ আশা নাই। বিষয়টো লৈ মই মোৰ কেইজনমান বন্ধুৰ লগত কথা পাতিছিলোঁ। তেওঁলোকৰ মতে তুমি বোম্বাইলৈ গৈ পেছাৰ উন্নতিৰ কাৰণে চেষ্টা কৰা উচিত। বোম্বাই ডাঙৰ চহৰ, তাৰ আদালতত বিভিন্ন ধৰণৰ কে'চ আহে। তদুপৰি তাত থকা ধনী মক্কেলবোৰে বিলাত-ফেৰৎ বেৰিষ্টাৰৰ 'ফি' দিবলৈ সংকোচ নকৰে। মোৰো ধাৰণা একেই। মই ভাবোঁ তুমি বোম্বাইলৈ গৈ তাত প্ৰেক্‌টিচ্‌ কৰা উচিত।

মোহনে বিনয়েৰে ক'লে, "আপুনি যিটো ভাল বুলি ভাবে মই তাকে কৰিম।"

লক্ষ্মী দাসে আসনৰ পৰা উঠাৰ আগেয়ে ক'লে, "তেনেহ'লে তুমি সোনকালেই বোম্বাইলৈ যাবৰ কাৰণে সাজু হোৱা।"

এসপ্তাহ পিচতে মোহনে ৰাজকোটত তাৰ 'ল' অফিচ বন্ধ কৰি বোম্বাইৰ পথত যাত্ৰা কৰিলে।

দশম অধ্যায়

# দক্ষিণ আফ্রিকাৰ আহ্বান

বোম্বাইলৈ গৈ মোহনে ঘৰ ল'লেগৈ গিৰগাঁও অঞ্চলত। ৰন্ধা-বঢ়া কৰাৰ কাৰণে মানুহ এজনো ঠিক কৰিলে, তাৰ নাম আছিল ৰবিশংকৰ। জাতত ব্ৰাহ্মণ, কিন্তু ৰন্ধা-বঢ়াৰ একোৱেই নেজানে। তাৰ স্বভাৱটোও লেতেৰা। পানী ঢালি ঠিকেই গা ধোৱে, পিচে চাবোন গাত নঘঁহে। তাৰ কাপোৰ-কানিবোৰো মলিন।

মোহনে মানুহজনক ভৃত্যৰ দৰে ব্যৱহাৰ নকৰি বন্ধুৰ নিচিনাকৈ ব্যৱহাৰ কৰিছিল। এদিন সি সহ্য কৰিব নোৱাৰি তাক সুধিলে, "ৰবিশংকৰ, জাতত তুমি বামুণ। তুমিতো ৰন্ধা-বঢ়া কাম ভালদৰে নাজানাই; তদুপৰি তুমি সন্ধ্যা-আহ্নিকো নকৰা। তুমিনো কেনেকুৱা বামুণ?

ৰবিশংকৰে মুকলিকৈ হাঁহি উত্তৰ দিলে, "নাঙলেই হ'ল আমাৰ সন্ধ্যা আৰু কোৰেই হ'ল আমাৰ প্ৰাত্যহিক কৰ্ম, ছাৰ। জাতত আমি বামুণ হ'লে কি হ'ব, গাঁৱত খেতি-বাতিৰ কামতে আমি লাগি থাকোঁ। আপোনাৰ দয়াত এতিয়া ৰন্ধা-বঢ়াৰ কাম কৰিছোঁ, হ'জুৰ।"

মোহনে এতিয়া কি কৰে, সি নিজেই ৰবিশংকৰক ৰন্ধন-প্ৰকৰণ্ শিকোৱাৰ ভাৰ ল'লে। সেইকাৰণে বজাৰৰ পৰা সি এটা ষ্ট'ভ কিনি আনিলে আৰু ইংৰাজী ষ্টাইলত ভেজিটেৰিয়ান ডিচ্ ৰন্ধাৰ কাৰণে তালিম্ দিবলৈ আৰম্ভ কৰিলে। তাৰ প্ৰিয় খাদ্য হ'ল সকলোধৰণৰ আনাজ মিলাই কৰা ভেজিটেবল্ ষ্টু আৰু পাতল ছুপ।

মোহনৰ হাতত তেতিয়া প্ৰচুৰ সময়। কাৰণ তাৰ কোনো কে'চ নাই। তাৰ নৈমিত্তিক কৰ্ম হ'ল খোজ কাঢ়ি কাঢ়ি বোম্বাইৰ হাইক'ৰ্টলৈ যোৱা আৰু আবেলি আকৌ একে পথেইদি খোজকাঢ়ি ঘৰলৈ অহা। এফালে খোজকাঢ়োঁতেই তাৰ সময় লাগে পঞ্চলিছ্ মিনিট।

মোহনে কিন্তু খোজকাঢ়িবলৈ খুব ভাল পায়। লণ্ডনততো সি চুবুৰিয়ে চুবুৰিয়ে ঘোঁৰাৰ দৰে খোজকাঢ়িছিল। তাৰ ধাৰণা যে নিয়মিত খোজকঢ়াৰ কাৰণেই তাৰ শৰীৰত কোনো ৰোগে প্ৰৱেশ কৰিব পৰা নাই। লণ্ডনৰ পৰা জাহাজত উলটিবৰ সময়ত প্ৰায় সকলো যাত্ৰীয়েই জাহাজৰ প্ৰচণ্ড হেন্দোলনিত অসুস্থ হৈ পৰিছিল, মাথোঁ সি আৰু কেইজনমানহে সুস্থ হৈ আছিল। সি তেতিয়া ডেকৰ ওপৰত বহি ধুমুহাৰ তাণ্ডৱ উপভোগ কৰিছিল।

মোহনৰ তেতিয়া সময় অতিবাহিত হয় দুপৰীয়া হাইক'ৰ্টত আৰু ৰাতি আইনৰ গ্ৰন্থ পঢ়ি। সি বুজিব পাৰিছে যে ভাৰতত আইনৰ ব্যৱসায়ত উন্নতি কৰিবলৈ হিন্দু আইনত পাৰদৰ্শী হ'বই লাগিব। কিন্তু 'দেৱানী কাৰ্যবিধি' তাৰ মুৰত নোসোমায়, বৰ গতানুগতিক যেন লাগে। অৱশ্যে 'এভিডেনছ্ এক্ট'খন তাৰ খুব ভাল লাগিল। সি মেইন্‌ছৰ 'হিন্দু ল' কিতাপখন গভীৰ আগ্ৰহেৰে পঢ়াত লাগিল। সি ভাবিলে যে কোনো কে'চ হাতলৈ আহিলে এই আইনৰ প্ৰয়োগ পৰীক্ষা কৰি চাব পাৰিব। কিন্তু কোনো কে'চেইতো তাৰ হাতলৈ অহা নাই।

মোহনৰ বন্ধু বীৰচাঁদ গান্ধী মাজে মাজে মোহনৰ ফ্লেটলৈ তাক উৎসাহিত কৰিবৰ কাৰণে আহে। বীৰচাঁদে তেতিয়া 'ছলিছিটৰ'ৰ পৰীক্ষাৰ কাৰণে প্ৰস্তুত হৈছিল। তেওঁ বোম্বাই হাইক'ৰ্টৰ সম্বন্ধে বহুতো কাহিনী মোহনক কয়। এদিন তেওঁ মোহনক ক'লে, "মোহনভাই, কে'চ পোৱা নাই বুলি নিৰাশ হ'লে নচলিব। সকলোৱেইতো ছাৰ্ ফিৰোজ শ্বাহ মেহ্‌তা বা বদৰুদ্দিন তায়েব্‌জী নহয়। ক'বলৈ গ'লে ছাৰ ফিৰোজ শ্বাহ মেহতাৰ গোটেই 'এ'ভিডেন্স এক্ট' খনেই মুখস্থ আৰু তেওঁ 'থাৰ্টি ছেকেণ্ড ছেকছন'ৰ সকলো কে'চেই ভালকৈ জানে। আকৌ বদৰুদ্দিন তায়েবজীয়ে তৰ্কৰ সূক্ষ্ম প্ৰয়োগেৰে যেতিয়া প্ৰতিবাদীক নচুৱায়, তেতিয়া আনকি জজ্ চাহাবো মুগ্ধ হয়।"

মোহনে ক'লে, "তোমাৰ কথা শুনি মোৰ লণ্ডনৰ বিখ্যাত বেৰিষ্টাৰ ফ্ৰেডেৰিক পিংকাটে কোৱা কথালৈ মনত পৰিল। মই তেওঁক দেখা কৰিবলৈ গৈছিলোঁ। তেওঁ তেতিয়া মোক কৈছিল যে সকলোৱেই ছাৰ ফিৰোজ শ্বাহ বা বদৰুদ্দিন তায়েবজীৰ দৰে বাগ্মী হ'ব নোৱাৰে। সাধাৰণ আইনজীৱীৰ জীৱিকাৰ কাৰণে সিমান জ্ঞানৰ প্ৰয়োজন নহয়। মাথোঁ সততা আৰু পৰিশ্ৰম কৰাৰ অভ্যাস থাকিলেই হ'ল।"

বীৰচাঁদে ক'লে, "তেওঁ ঠিক কথাই কৈছে মোহনভাই। সেয়েহে তেওঁলোকৰ দৰে বাগ্মী হ'ব নোৱৰাৰ কাৰণে নিৰাশ হ'ব নেলাগে। মনত এইটোও ৰাখিবা যে বোম্বাইত বহুতো বেৰিষ্টাৰৰে পাঁচ-সাত বছৰ বিনা কে'চৰে কাটে। সেইকাৰণেইতো মই 'ছলিছিটৰ'ৰ পৰীক্ষাত অৱতীৰ্ণ হ'ব খুজিছোঁ। তুমি তিনি বছৰৰ ভিতৰত প্ৰেক্‌টিছ গঢ়ি তুলিব পাৰা, তেনেহ'লে তুমি ভাগ্যৱান।

মোহনে আক্ষেপ কৰি ক'লে, "কি কোৱাহে তুমি, তিনি বছৰ? ৰাজকোটৰ আমাৰ যৌথ পৰিবাৰৰ ব্যয় যি ধৰণে বৃদ্ধি পাবলৈ লৈছে, যদিহে মই অতি সোনকালে কে'চ নাপাওঁ, মই বোম্বাই এৰি যাব লাগিব।"

পিচে মোহনে এটা কে'চ পালে, বোম্বাইৰ 'স্মল ক্লেইম্‌ছ ক'ৰ্ট'ত। মোহনহঁতৰ এজন পাৰিবাৰিক বন্ধুৱে কে'চটো মোহনক দিলে।

তেওঁ মোহনক প্ৰথমে ক'লে, "দালালক তুমি যথাৰীতি কমিছন্ দিব লাগিব।"

মোহনে পোনে পোনেই দালালক কমিছন দিব নোৱাৰোঁ বুলি ক'লে।

ভদ্ৰলোকে প্ৰতিবাদৰ সুৰত ক'লে, "কিন্তু ইয়াততো সকলোৱেই দালালক কমিছন দিয়ে। আনকি যি সকল বেৰিষ্টাৰে মাহত তিনি হাজাৰ টকা আয় কৰে তেওঁলোকেও দালালক কমিছন দিয়ে।"

মোহনে দৃঢ়তাৰে ক'লে, "তেওঁলোকে দিয়ক, মই দালালক এপইছাও নিদিওঁ। মোক মাহত তিনি হাজাৰ টকাৰ প্ৰয়োজন নাই, মাত্ৰ তিনিশ টকা হ'লেই চলি যাব। দেউতাৰ আয়তো তিনিশ টকাতকৈ বেছি নাছিল, তাৰেই আমাৰ ডাঙৰ সংসাৰ ভালদৰেই চলি গৈছিল।

মোহনৰ সেই পাৰিবাৰিক বন্ধুৱে ক'লে, "কিন্তু তোমাৰ দেউতাৰাৰ সময় এতিয়া নাই, গান্ধী। এইটোও পাহৰি নাযাবা যে বোম্বাই এখন বৰ খৰচী ঠাই। বস্তু-বাহানিৰ দাম হুৰমুৰাই বাঢ়ি গৈছে।"

মোহনে দৃঢ়তাৰে আকৌ ক'লে, "দাম বাঢ়ক, তথাপি মই দালালক কোনো কমিছন নিদিওঁ।"

কোনো কমিছন নিদিয়াকৈয়ে মোহনে কে'চটো পালে। 'ফি' হিচাপে চাৰ্জ কৰিলে ত্ৰিছ্ টকা, কিয়নো সেই কে'চৰ নিষ্পত্তি হ'বলৈ এদিনৰ বেছি সময় নালাগে।

সেয়া আছিল মোহনৰ জীৱনত ক'ৰ্টত প্ৰথম জেৰা। মোহন বিবাদীৰ উকিল। বাদীৰ সাক্ষীক প্ৰশ্ন কৰাৰ সময় যেতিয়া হ'ল, তেতিয়া তাৰ হাত-ভৰি চেঁচা হোৱাৰ উপক্ৰম। চকীৰ পৰা উঠি থিয় হওঁতেই তাৰ মূৰ ঘূৰিবলৈ ধৰিলে, তাৰ কণ্ঠ শুকাই গ'ল আৰু মুখৰ পৰা কথাই নোলাল।

মোহনৰ অৱস্থা দেখি সকলো উকিলে কৌতুকবোধ কৰিলে। জজ্ চাহাবেও আঁৰত মুখ লুকুৱাই হাঁহিলে।

মোহনে তাৰ কাষতে বহা এজেণ্টক তেতিয়া টকা ত্ৰিছটা ঘূৰাই দি ক'লে যে সি কে'চটো চলাব নোৱাৰে, বেলেগ এজন উকিল ধৰক। এইজন উকিলৰ কাৰণে জেৰা কৰাটো তেনেই উজু কাম। তেওঁ থিয় হৈ অভিজ্ঞ উকিলৰ দৰে প্ৰশ্ন কৰাত লাগিল।

মোহনে সেই দিনালৈ তাত আৰু থাকিব নোৱাৰিলে, ক'ৰ্টৰ পৰা ওলাই সি বেগাই খোজ কাঢ়িবলৈ ধৰিলে। সি ভাবি গ'ল যে যদি সি ভালদৰে জেৰা কৰিব নোৱাৰে, সি কোনো কে'চ নলয়। ক'ৰ্টলৈকো নাযায়। এনেকুৱা কোন মূৰ্খ আছে যি তাৰ দৰে জেৰা কৰিব নোৱৰা উকিলক কে'চ দিব?

খোজ কাঢ়ি কাঢ়ি কেতিয়া যে সি আহি চাৰ্চগে'টৰ ওচৰ পালেহি ক'বই নোৱাৰিলে। হঠাৎ তাৰ মনত পৰিল যে ইয়াতেইতো ৰায়চাঁদ জহৰীৰ দোকান।

ৰায়চাঁদক মোহনৰ খুব ভাল লাগিছে। ডাঃ মেহ্‌তাৰ ঘৰত প্ৰথম লগ পোৱাৰ

পিচতো সি ৰায়চাঁদক দুই-এবাৰ অ'ত ত'ত লগ পাইছে। মানুহজন সৌম্য, শান্ত প্ৰকৃতিৰ, সাত্ত্বিকতা যেন তেওঁৰ সৰ্বাংগত উজলি উঠিছে। হিন্দু ধৰ্ম সম্পৰ্কে তেওঁৰ জ্ঞান অপৰিসীম। মোহনক তেওঁ কেইবাবাৰো দোকানলৈ মাতিছিল। আজি যেতিয়া দোকানৰ ওচৰ পালেহি, তেওঁৰ দোকানত এপাক মাৰি যোৱাটো বেয়া নহ'ব। মনো ভাল নাই, ৰায়চাঁদৰ দুআষাৰ স্নিগ্ধ কথা-বতৰাই দেহ-মন শান্ত কৰিবও পাৰে।

দোকানত সোমাই দেখে যে ৰায়চাঁদে এজন গ্ৰাহকৰ লগত কিবা কথা পাতি আছে। মোহনক দেখি তেওঁৰ মুখ উজ্জ্বল হৈ উঠিল। তেওঁ সংকেতৰে মোহনক গৈ কাষতে বহিবলৈ ক'লে। গ্ৰাহকজন ওলাই যোৱাৰ পিচতে তেওঁ মোহনৰ ফালে চাই সুধিলে, "মোহনভাই, এইফালে আহিবলৈ আজি কি মন গ'ল? কেইবাদিনো ভাবিছোঁ, আপুনি এদিন আহিবই। কিন্তু ইমানদিন নাহিলেই যে?"

বেজাৰমুৱা বিষাদৰ হাঁহি মাৰি মোহনে ক'লে, "ৰায়চাঁদজী, মন একেবাৰে ভাল নহয়। আজি জীৱনত পোনপ্ৰথমবাৰৰ বাবে মোৰ ক'টত জেৰা আছিল, আৰু আজিয়েই মই থিয় দি প্ৰশ্ন কৰিবকে নোৱাৰিলোঁ।"

মোহনৰ কথা শুনি ৰায়চাঁদে মিচিকিয়াই ক'লে, "মোহনভাই, সকলো ঈশ্বৰৰে অভিপ্ৰায়। তেৰাৰ ওপৰত বিশ্বাস ৰাখক, তেৰাই আপোনাক সঠিক পথত লৈ যাব। মনত নাই জানো 'গীতা'ত কি কৈছে— 'মূকং কৰোতি বাচালং, পঙ্গুং লঙ্ঘয়তে গিৰিম্'— তেৰাই মূকক বাচাল কৰে, পংগুজনকো পৰ্বত অতিক্ৰম কৰিবলৈ শক্তি দিয়ে। মোহনভাই, কোনে ক'ব পাৰে এদিন হয়তো আপোনাৰ প্ৰশ্নকে মানুহে থৰ লাগি শুনিব, আপোনাৰ বক্তৃতাতে মানুহে অভাৱনীয় কাম কৰিবলৈ শক্তি পাব।"

মোহনে বিষণ্নভাৱে হাঁহি বিৰিঙাই ক'লে, "আপোনাৰ কথা শুনি খুব উৎসাহিত হ'লোঁ ৰায়চাঁদজী। কিন্তু জনসভাত বক্তৃতা দিয়াতোটো পিচৰ কথা, মোৰ এতিয়া ক'টত থিয় দি প্ৰশ্ন কৰাটোৱেই প্ৰধান সমস্যা।"

ৰায়চাঁদে শান্ত কণ্ঠেৰে ক'লে, "ঈশ্বৰক মাতক। তেৰাই আপোনাৰ সকলো সমস্যাৰ সমাধান কৰিব। ভক্ত প্ৰহ্লাদৰ কথা মনত নাই জানো? কাতৰ আহ্বানত ভগৱান বিষ্ণুৱে সঁহাৰি দি দেৱাল ভাঙি আহি প্ৰহ্লাদক সাহায্য কৰিছিলহি। অৱশ্যে এইটো সঁচা যে ঈশ্বৰক বিশুদ্ধ চিত্তেৰে মাতিব লাগিব, মনত কামনা-বাসনা লৈ কৰা আহ্বানত তেওঁ সঁহাৰি নিদিয়ে। তেৰাই বিচাৰে ত্যাগ, তিতিক্ষা, সৰ্ব জীৱতে ঈশ্বৰ-দৰ্শন কৰাটো। আমাৰ বৈষ্ণৱ সাহিত্যইতো বাৰে বাৰে কৈছেই যে ক্ষমা, অহিংসা আৰু আত্মত্যাগৰ মাধ্যমেৰেই ঈশ্বৰক লাভ কৰা যায়। এই বিষয়ত হিন্দুধৰ্ম তুলনাহীন, মোহনভাই। অহিংসা আৰু বৈৰাগ্যৰ পথলৈ ঠেলি দিবলৈ এই ধৰ্মৰ দৰে আন কোনো ধৰ্মই নোৱাৰে।"

মোহনে বিস্ময়েৰে প্ৰশ্ন কৰিলে, "বৃত্তিত আপুনি এজন জহৰী, অথচ ইমান ঈশ্বৰ-চিন্তা কেনেকৈ কৰে।"

ৰায়চাঁদে মিচিকিয়াই উত্তৰ দিলে, "মই এজন জহৰী সঁচা, পিচে সকলো সময়তে শাস্ত্ৰ-বাক্য চিন্তা কৰোঁ। এই যে কাষত খাতাখন দেখিছে, তাত গহনাৰ হিচাপ নাই, ইয়াত মই লেখি থওঁ মোৰ ধৰ্মানুভূতি, ধৰ্ম সম্পৰ্কে বিভিন্ন চিন্তা। এইখন হৈছে সাধকৰ ডায়েৰি। ইয়াৰ পৰা আহৰণ কৰা বিষয়-বস্তুৰেই মই দুখন গ্ৰন্থ প্ৰকাশ কৰিছোঁ।

মোহন বিস্ময়াভিভূত। ইমান ব্যস্ত কামৰ মানুহ, অথচ ইয়াৰ মাজতে ডায়েৰিত ধৰ্মৰ সূক্ষ্ম বিশ্লেষণ আৰু মীমাংসা লিখি গৈছে। সি সুধিলে, "আপোনাৰ দুই-এখন কিতাপ ধাৰলৈ নিব পাৰিম নেকি?"

ৰায়চাঁদে হাঁহি হাঁহি ক'লে, "ধাৰ নহয় মোহনভাই, গ্ৰন্থ দুখন মই আনন্দেৰে দান কৰিব বিচাৰোঁ। কিতাপ দুখন এতিয়া মোৰ হাততে আছে। ৰ'ব, দুশাৰী কথা লিখি আপোনাৰ নামত উচৰ্গা কৰি চহী কৰি দিছোঁ।"

সেই নিশাই মোহনে ৰায়চাঁদৰ কিতাপ দুখন গভীৰ আগ্ৰহেৰে পঢ়িবলৈ আৰম্ভ কৰিলে। এবাৰ সি ভাবিলে ৰায়চাঁদকেই গুৰুস্বৰূপে বৰণ কৰে নেকি! কিন্তু তাৰ অন্তৰে এই ভাবনাত সঁহাৰি নিদিলে। বোধকৰোঁ এতিয়াই কাৰোবাক গুৰু মনাতো ঠিক নহ'ব— সি ভাবিলে। তাৰ অন্তৰাত্মাইহে যেন তাক এই নিষেধ কৰিলে।

এই সময়ত যদিও কোনো কে'চ হাতলৈ নাহিল, তথাপি এটা কে'চৰ 'ব্ৰিফ' প্ৰস্তুত কৰাৰ কাম তাৰ হাতলৈ আহিল। কে'চটো হ'ল পোৰবন্দৰৰ এজন দৰিদ্ৰ মুছলমানৰ মাটি বাজেয়াপ্ত হোৱাৰ। দুৰ্বল কে'চ, তথাপি মোহনে 'ব্ৰিফ' সাজু কৰিবলৈ ৰাজী হ'ল। বিশেষকৈ মানুহজনে তাৰ দেউতাকৰ নাম উল্লেখ কৰি সাহায্য বিচাৰিছিল। মানুহজন ইমান ডালদৰিদ্ৰ যে 'ফি' বিচৰাৰ কোনো প্ৰশ্নই নুঠে। সি যদি বিনা-ফিতে এই ব্ৰিফ্ সাজু কৰিব পাৰে সেয়ে যথেষ্ট।

মোহনে কেইদিনমান খুব পৰিশ্ৰম কৰি ব্ৰিফৰ খচৰা এটা কৰিলে। তাৰ খচৰাটো সি কেইজনমান উকিল বন্ধুক দেখুৱাইছিল। সকলোৱে তাৰ ইংৰাজী লেখাৰ প্ৰশংসা কৰিলে। অন্য নহ'লেও মোহনৰ আত্মপ্ৰত্যয় জন্মিল আৰু ইংৰাজী ভাষাত তাৰ ভাল দখল আছে বুলি বুজি পালে। সি ভাবিলে যে ব্ৰিফৰ খচৰা তৈয়াৰ কৰাতে লাগি থাকি সি দেখোন এটা 'কেৰিয়াৰ' গঢ়ি তুলিব পাৰে। কিন্তু বিনা পইছাৰে খচৰা তৈয়াৰ কৰি থাকিলে উপাৰ্জনতো নহ'ব।

হঠাতে মোহনে এই সময়তে বাতৰি কাকতত এখন স্কুলৰ শিক্ষকৰ কাৰণে দিয়া বিজ্ঞাপন এটা দেখিলে। প্ৰতিদিনে এঘণ্টাকৈ ইংৰাজী পঢ়াব লাগে, মাহিলি দৰ্মহা পসত্তৰ টকা। এইখন আছিল বোম্বাইৰ এখন নাম কৰা স্কুল।

মোহনে আবেদন কৰোঁতে এদিন 'ইন্টাৰভিউ'ৰ কাৰণে মাতিলে। কিন্তু প্ৰিন্সিপালে যেতিয়া ক'লে যে একমাত্ৰ কলেজ-গ্ৰেজুৱেটকহে তেওঁলোকে চাকৰিটোৰ কাৰণে বিবেচনা কৰিব, মোহন তেতিয়া হতাশ হ'ল।

মোহনে অনুনয়ৰ সুৰতে ক'লে, "কিন্তু মইতো লণ্ডনৰ মেট্ৰিকুলেছন পৰীক্ষা পাছ কৰিছোঁ, য'ত মোৰ ছেকেণ্ড্ লেংগুৱেজ আছিল লেটিন।"

"সেইটো আপোনাৰ কৃতিত্ব, কিন্তু আমি এই পদৰ কাৰণে কলেজ-গ্ৰেজুৱেট বিচাৰোঁ।" প্ৰিন্সিপালে উত্তৰ দিলে।

মোহন নিৰাশ হৈ উভতি আহিল।

মোহনৰ তেতিয়া সময় অতিবাহিত হয় বোম্বাই হাইকৰ্টত নিয়মিত উপস্থিত থাকি। কিন্তু কৰ্টৰ জেৰাৰ সি একো বুজি নাপায়। আন বহুতো বেৰিষ্টাৰৰ দৰে সিয়ো কৰ্টত বহি বহি তন্দ্ৰামগ্ন হ'বলৈ আৰম্ভ কৰিলে। কৰ্টৰ মাজত মুকলিকৈ এনে কৰিবলৈ প্ৰথমে সি লজ্জাবোধ কৰিছিল। পিচত বুজি পালে ইয়াত লাজ কৰিবলগীয়া একো নাই। দুপৰীয়া গৰমত প্ৰায় সকলোৱেই কৰ্টৰ মাজতে তন্দ্ৰা উপভোগ কৰে। আনকি কেতিয়াবা হাইকৰ্টৰ জজসকলেও টোপনিয়াই টোপনিয়াই জেৰা শুনে।

অতি সোনকালেই মোহনৰ উপলব্ধি হ'ল যে বোম্বাইত তাৰ মাথোঁ খৰচ হ'ব, বিশেষ আন একো নহয়। মোহনৰ ডাঙৰ ককায়েকেও তেতিয়ালৈ বুজি পাইছিল যে মোহনে বোম্বাইত প্ৰেকটিচ্ বঢ়োৱাৰ সম্ভাৱনা নাই। তাতকৈ সি যদি ৰাজকোটলৈকে উভতি যায়, তেনেহ'লে তাত তেওঁৰ উকিল বন্ধুসকলক অনুৰোধ কৰি কিছু কিছু কে'চ মোহনৰ কাৰণে যোগাৰ কৰি দিব পাৰিব। তদুপৰি বোম্বাইৰ ঘৰ-সংসাৰৰ বৰ্ধিত খৰচৰ পৰাও ৰেহাই পাব। 'ব্ৰিফ' তৈয়াৰী কৰিও মোহনে তাত অলপ আয় কৰিব পাৰিব। এইটো বিদ্যাততো সি বিশেষভাৱে পাৰদৰ্শী।

বোম্বাইলৈ অহাৰ ছমাহৰ ভিতৰতে মোহন ৰাজকোটলৈ উভতি গ'ল।

ওঠৰশ বিৰান্নব্বৈ চনৰ অক্টোবৰ মাহত মোহন আৰু কস্তুৰৰ দ্বিতীয় পুত্ৰ-সন্তানৰ জন্ম হয়। মোহনে 'হৰিলাল'ৰ লগত মিল ৰাখি এই সন্তানৰ নাম দিলে 'মণিলাল'।

ৰাজকোটলৈ উভতি আহি মোহনে আকৌ এক ল অফিচ খুলিলে। তেতিয়া তাৰ প্ৰধান কাম আছিল লক্ষ্মী দাসৰ পাৰ্টনাৰ উকিলৰ কোনো কোনো মক্কেলৰ আবেদন পত্ৰ আদি তৈয়াৰী কৰা। ডাঙৰ ডাঙৰ মক্কেলৰ বেলেগ বেৰিষ্টাৰ আছিল। মোহনৰ ভাগ্যত পৰিল সৰু-সুৰা মক্কেলৰ খুচুৰা কাম। লাহে লাহে অৱশ্যে মোহনৰ নিজাকৈও দুই-এজনকৈ মক্কেল আহিল। সকলো ধৰি মোহনৰ তেতিয়া আয় হয় মাহত তিনিশ টকামান।

কিন্তু মোহনৰ জীৱন স্থিৰ গতিত প্ৰবাহিত হোৱাৰ কাৰণে নহয়। এই সময়তে সি

তাৰ জীৱনৰ এক প্ৰচণ্ড আঘাত পালে, যি তাৰ জীৱনৰ গতিপথকে সলনি কৰাৰ এটা কাৰণস্বৰূপে নিৰ্ণীত হ'ল।

ঘটনাটো তাৰ ডাঙৰ ককায়েক লক্ষ্মীদাসৰ কাৰণেই ঘটিল। তেওঁ তেতিয়া মোক্তাৰী কৰাৰ উপৰি ৰাজকোটৰ ভাবী শাসক ভবসিংৰ পৰামৰ্শদাতাও আছিল। এই যুৱৰাজে ৰাজকোষৰ পৰা সকলোৰে অজ্ঞাতে অলপ গহনা পাতি আঁতৰাইছিল, যিটো কথা লক্ষ্মী দাসৰ অগোচৰ নাছিল। তেওঁৰ তেতিয়া উচিত আছিল যে কথাটো তৎকালীন ব্ৰিটিছ ৰাজনৈতিক পৰামৰ্শদাতা মিঃ চাৰ্লছ অলিভাৰক জনোৱাতো। কিন্তু তেওঁ সেইটো নকৰিলে। পিচত যেতিয়া কথাটোৰ বিষয়ে মিঃ অলিভাৰৰ দৃষ্টি আকৰ্ষিত হ'ল তেওঁ তেতিয়া লক্ষ্মী দাসকে প্ৰধান দোষী সাব্যস্ত কৰিলে, কাৰণ যুৱৰাজকতো শাস্তি দিব নোৱাৰি। ফলত লক্ষ্মী দাস মিঃ অলিভাৰৰ দৃষ্টিত অপ্ৰিয় হ'ল।

লক্ষ্মীদাসে গম পালে যে লণ্ডনত মোহনৰ সৈতে মিঃ অলিভাৰৰ অলপ পৰিচয় হৈছিল। সেয়েহে তেওঁ মোহনক তেওঁৰ সপক্ষে দুআষাৰ মাত ক'বলৈ পাচিলে।

মোহনৰ কিন্তু এই বিষয়ত হস্তক্ষেপ কৰিবলৈ দুৰ্ঘোৰ আপত্তি আছিল। মোহনে ক'লে, "কিন্তু ককাইদেউ, মিঃ অলিভাৰৰ লগত মোৰ লণ্ডনত সামান্য চিনাকি হৈছিল মাথোঁ। সেই সুযোগ লৈ তেওঁক দেখা কৰিবলৈ যোৱাটো উচিত নহ'ব। আপুনি যদি ভাবে এই বিষয়টোৰ সম্পৰ্কত আপোনাৰ কোনো দোষ নাই, তেনেহ'লে তেওঁক দৰ্খাস্ত কৰাই উচিত কাম হ'ব।

লক্ষ্মী দাসে গম্ভীৰভাৱে ক'লে, "মোনিয়া, তুমি ৰাজকোটৰ ৰাজনীতিৰ একোকে নাজানা। ইয়াত আদৰ্শ লৈ পৰি থাকিলে কাম নহয়। যদি কোনো প্ৰভাৱশালী লোকক চিনি পোৱা আৰু তেওঁক যদি তোমাৰ কাৰণে দু-আষাৰ কোৱা, তেতিয়া নিশ্চিত কাম হয়। বাস্তৱ পৃথিৱীৰ বিষয়ে তুমি এতিয়াও অনভিজ্ঞ"।

মোহনে আপত্তি কৰি ক'লে, "তথাপি মোৰ অন্তৰে কৈছে যে এইটো উচিত কাম নহ'ব।"

লক্ষ্মী দাসে আঁকোৰ-গোজ হৈ ক'লে, "তুমি কৈছা যে মিঃ অলিভাৰক তুমি চিনি পোৱা। তেওঁৰো তোমাক দেখিলে চিনি পাব। তেনেহ'লে তোমাৰ ককাইদেউৰাৰ হৈ তেওঁক দু-আষাৰ ক'ব নোৱৰা?"

অগত্যা প্ৰবল অনিচ্ছা সত্বেও মোহনে মিঃ অলিভাৰক লগ পাবলৈ মান্তি হ'ল। সি পিয়নৰ মাধ্যমেৰে মিঃ অলিভাৰলৈ এখন চিঠি পঠালে আৰু তেওঁৰো এক নিৰ্দিষ্ট সময়ত তাক দেখা কৰিবলৈ সন্মত হ'ল।

মোহনে সেইদিনা আহি তেওঁৰ চেম্বাৰত দেখা কৰোঁতে তেওঁ তাক চিনি পালে।

মিঃ অলিভাৰে মোহনৰ সৈতে কৰমৰ্দন কৰি সুধিলে, "লণ্ডনৰ পৰা কেতিয়া আহিলে মিঃ গান্ধী?"

মোহনে বিনয়েৰে উত্তৰ দিলে, "অলপ দিন হ'ল। মই এতিয়া ৰাজকোটত প্ৰেক্‌টিচ কৰিছোঁ।"

মিঃ অলিভাৰে ক'লে, "সেইটো খুব ভাল খবৰ। এতিয়া কওক, আপোনাৰ কাৰণে কি কৰিব পাৰোঁ।"

মোহনে ক'লে, "মোৰ ককাইদেউ লক্ষ্মী দাস গান্ধীক আপুনি চিনি পায়। তেওঁ যুৱৰাজ ভৱ্‌সিঙৰ পৰামৰ্শদাতা আছিল। যুৱৰাজৰ গহনা হেৰোৱাৰ ঘটনাত তেওঁক অভিযুক্ত কৰা হৈছে; কিন্তু এই বিষয়ত তেওঁ প্ৰকৃততে নিৰ্দোষ।"

কথা শুনি মিঃ অলিভাৰ গম্ভীৰ হ'ল। তেওঁ দৃঢ়ভাৱে ক'লে, "মিঃ গান্ধী, আপোনাৰ ককায়েক এজন চক্ৰান্তকাৰী। তেওঁৰ হৈ মই কোনো ওকালতি শুনিব নোখোজোঁ। তেওঁৰ কিবা ক'বলগীয়া থাকিলে উপযুক্ত 'চেনেলে দি' আবেদন কৰিবলৈ ক'ব।"

কিন্তু মোহনো আঁকোৰ-গোজ। সি অনুনয়ৰ সুৰত ক'লে, "কিন্তু মোৰ বক্তব্য অনুগ্ৰহ কৰি শুনক।"

মিঃ অলিভাৰে তেতিয়া চকী এৰি থিয় দি আছিল, তেওঁ কৰ্কশ কণ্ঠে ক'লে, "মই এতিয়া যাওঁ।"

মোহনে আকৌ ক'লে, "মোৰ বক্তব্য অন্ততঃ শুনক।"

মিঃ অলিভাৰে ইতিমধ্যেই বে'ল টিপি তেওঁৰ পিয়নক মাতি পঠিয়ালে। সি হাজিৰ হওঁতেই মোহনক ঘৰৰ বাহিৰলৈ উলিয়াই দিবলৈ হুকুম দিলে।

মোহনে ইতস্ততঃ কৰা দেখি পিয়নে মোহনক গতিয়াই দুৱাৰৰ বাহিৰ কৰি দিলে।

অক্ষম খঙত জ্বলিপকি মোহনে তাৰ অফিচলৈ আহি মিঃ অলিভাৰক এখন চিঠি লিখিলে ঃ

"আপুনি মোক অপমান কৰিছে। আপোনাৰ পিয়নে মোৰ গাত হাত দি মোক কোঠাৰ বাহিৰলৈ উলিয়াই দিছে। আপুনি ইয়াৰ কোনো প্ৰতিবিধান নকৰিলে মই আপোনাৰ বিৰুদ্ধে অভিযোগ আনিবলৈ বাধ্য হ'ম।"

মিঃ অলিভাৰেও সেই চিঠি পায়েই লগে লগে তেওঁৰ ঘোঁৰা-চোৱাৰী হৰকৰাৰ মাধ্যমেৰে উত্তৰ পঠালে।

"আপুনি মোৰ প্ৰতি বেয়া ব্যৱহাৰ কৰিছে। মই আপোনাক গুচি যাব কৈছিলোঁ, কিন্তু আপুনি মান্তি নহ'ল। মোৰ তেতিয়া পিয়নক মাতি আপোনাক বাহিৰ কৰি দিয়াত বাদে অন্য উপায় নাছিল। সি আপোনাক বাহিৰলৈ উলিওৱাৰ কাৰণে যিমান বল প্ৰয়োগ কৰাৰ দৰ্কাৰ সিমানেই কৰিছিল। আপুনি মোৰ বিৰুদ্ধে যি ইচ্ছা কৰে কৰিব পাৰে।"

সেই সময়তে বোম্বাইৰ হাইকৰ্টৰ 'সিংহ' ছাৰ ফিৰোজ শ্বাহ মেহ্তা কিবা এটা কে'চৰ সংক্ৰান্তত ৰাজকোটলৈ আহিছিল। মোহনে তাৰ ককায়েকৰ পাৰ্টনাৰ উকিলজনৰ মাধ্যমত মিঃ অলিভাৰলৈ পঠোৱা তাৰ চিঠি আৰু তেওঁৰ উত্তৰসহ ঘটনাটোৰ এটা বিৱৰণ মিঃ মেহ্তাৰ পৰামৰ্শ বিচাৰি পঠাই দিলে।

মিঃ মেহ্তাই সকলো পঢ়ি উকিলজনক ক'লে, "গান্ধীক ক'ব যে এনেকুৱা ঘটনা নিতৌ ঘটিব লাগিছে। তেওঁ অলপতে ইংলণ্ডৰ পৰা আহিছে আৰু তেওঁৰ তেজ এতিয়াও তপত। তেওঁ ইয়াৰ ব্ৰিটিছ অফিচাৰবোৰৰ কথা নাজানে। তেওঁক এই চিঠি ফালি পেলাই অপমান হজম কৰিবলৈ ক'ব। চাহাবৰ বিৰুদ্ধে অভিযোগ কৰি তেওঁৰ কোনো লাভ নহ'ব, বৰং তেওঁ নিজৰেই সৰ্বনাশ মাতি অনাহে হ'ব।"

মোহনৰ তেতিয়া এই সম্পৰ্কত কৰিব লগা একো নাছিল। সি ভাবিলে যে অলিভাৰেতো তাক ভদ্ৰভাৱে তাৰ পৰা গুচি আহিবলৈ ক'ব পাৰিলেহেঁতেন। তাকে নকৰি তেওঁ ক্ষমতাৰ দম্ভ দেখুৱাই পিয়ন মাতি তাক জোৰ কৰি বাহিৰ কৰি দিলে। কিন্তু তেওঁৰ বিৰুদ্ধে এতিয়া একোৱেই কৰিব পৰা নহ'ব, মাথোঁ এই অপমান হজম কৰি ভিতৰি ভিতৰি জ্বলি-পুৰি থাকিব লাগিব।

এই ঘটনাতে মোহনে ভাৰতৰ ব্ৰিটিছ শাসকসকলৰ উদ্ধত ব্যৱহাৰৰ প্ৰথম পৰিচয় পালে। তেতিয়াই সি প্ৰতিজ্ঞা কৰিলে যে জীৱনত আৰু কোনো দিন এই ধৰণে কাৰো কাৰণে মধ্যস্থতা কৰিব নেযায়, বিশেষকৈ সেইটো কৰাই যেতিয়া মূলতঃ অনুচিত। ব্ৰিটিছ প্ৰতিনিধিৰ ব্যৱহাৰৰ প্ৰতিবিধান কৰাৰ চেষ্টা সি কৰিব শাসকশ্ৰেণীৰ বিৰুদ্ধে প্ৰতিবাদ কৰি, কোনো ব্যক্তিবিশেষৰ বিৰুদ্ধে নহয়।

পিচত মোহনে শুনিছিল যে মিঃ অলিভাৰে সকলো ভাৰতীয়ৰ লগতে এইদৰেই উদ্ধত আৰু কৰ্কশ ব্যৱহাৰ কৰে। কেৱল তেওঁৱেই নহয়, তেওঁৰ তহচিল্‌দাৰেও মানুহৰ লগত তেওঁতকৈও বেয়া ব্যৱহাৰ কৰে। তেওঁক ভেটি নিদিলে মিঃ অলিভাৰক লগ পাবলৈ যাব নোৱাৰি। এনে এটা গুজব প্ৰচলিত আছিল যে এই তহচিল্‌দাৰজনৰ আৰ্জন মিঃ অলিভাৰৰ আয়তকৈও বেছি আছিল।

মোহনে ভাবিছিল যে ৰাজকোটতে লাহে লাহে সি প্ৰতিষ্ঠিত হ'ব আৰু শান্তিৰে ঘৰ-সংসাৰ কৰিব। কিন্তু মিঃ অলিভাৰৰ এই ব্যৱহাৰত তাৰ অন্তৰ দহি গ'ল। সি ভাবিছিল যে কালক্ৰমত সি ৰাজকোটৰ প্ৰধানমন্ত্ৰী হ'ব অথবা কমেও এজন জজ্ হ'ব। কিন্তু মিঃ অলিভাৰক খাতিৰ নকৰিলে অথবা তেওঁক চালাম দি নাথাকিলে সেই আকাংক্ষা পূৰণ হোৱাটো সুদূৰপৰাহত। কিন্তু মিঃ অলিভাৰৰ লগত কোনো যোগাযোগ কৰাৰ ইচ্ছা তাৰ নাই আৰু তাৰ কাৰণে এনে কৰাতোৱেই আত্মসম্মান হানিকৰ।

অলপ দিনৰ কাৰণে সি পোৰবন্দৰলৈ গ'ল। তাৰ পৰিবেশে তাৰ মন যথেষ্ট শান্ত

কৰিলে। তাৰ ব্ৰিটিচ এজেণ্ট মিঃ লিলিক সি আকৌ লগ পালে আৰু তেওঁৰ সাহায্যত পোৰবন্দৰ ৰাজ্যৰ যুৱৰাজক কিছুমান আইনগত সুবিধাও কৰি দিলে। আনকি সি অলপদিন ৰাজপ্ৰাসাদত থাকি যুৱৰাজৰ শিক্ষকতাও কৰিলে। কিন্তু সি যেতিয়া 'মাৰ্' উপজাতিৰ কাৰণে কিছুমান সুবিধা আদায়ৰ প্ৰয়াস কৰিলে, তাৰ ভাৰতীয় অফিচাৰজনেই সেয়া নামঞ্জুৰ কৰি দিলে।

অলপ হতাশ হৈয়েই সি পুনৰ ৰাজকোটলৈ উভতি আহিল।

কিন্তু ৰাজকোটৰ ৰাজনৈতিক পৰিৱেশে তাৰ মন বিষাক্ত কৰি তুলিলে। এনে ক্ষুদ্ৰ ৰাজ্যৰ বিৰুদ্ধেও আন এজন ৰজাৰ চক্ৰান্ত, ব্ৰিটিছ এজেণ্টসকলৰ উদ্ধত আৰু গৰ্বিত মনোভাব, ভাৰতীয় আমোলাৰ বিদেশী প্ৰভুক অনুকৰণ কৰি তদ্ৰূপ আচৰণ আৰু সাধাৰণ মানুহৰ প্ৰতি নিম্নপদস্থ কৰ্মচাৰীসকলৰ হেয়জ্ঞান— সকলো মিলি মোহনৰ মন তিক্ত কৰি পেলালে।

মোহনৰ অন্তৰে তেতিয়া কাথিবাৰৰ নিৰন্তৰ চক্ৰান্ত আৰু ব্ৰিটিছ মোচাহেবসকলৰ দুৰ্বিসহ ব্যৱহাৰৰ শ্বাসৰুদ্ধ পৰিৱেশৰ পৰা পলায়ন কৰাৰ কাৰণে উচ্‌পিচ্ কৰিছিল। সি তেতিয়া এই আবহাৱাৰ পৰা মুক্তি পাবলৈ বাৰে বাৰে ঈশ্বৰক প্ৰাৰ্থনা জনালে।

* * *

অৱশেষত ঈশ্বৰে যেন তাৰ সেই প্ৰাৰ্থনা শুনিব পালে।

এই সময়তে পোৰবন্দৰৰ এজন মেমন মুছলমানৰ ফাৰ্মৰ পৰা মোহনৰ ডাঙৰ ককায়েকলৈ এখন চিঠি আহিল। কোম্পানিৰ নাম 'দাদা আবদুল্লা এণ্ড্ কোং'। দক্ষিণ আফ্ৰিকাত তেওঁলোকৰ আমদানি-ৰপ্তানিৰ ব্যৱসায়। কিন্তু তাত তেতিয়া তেওঁলোকৰ এজন অংশীদাৰৰ লগত প্ৰায় চল্লিছ হাজাৰ ব্ৰিটিছ পাউণ্ডৰ স্বত্বসাব্যস্তৰ সম্পৰ্কে এক বিৰাট মোকৰ্দমা চলি আছিল। মোহনে তেওঁলোকক সাহায্য কৰিবলৈ ৰাজী হ'লে তাৰ কাম হ'ব তেওঁলোকৰ ব্ৰিটিছ বেৰিষ্টাৰক সহায় কৰা আৰু আবদুল্লাৰ ফাৰ্মৰ সকলো গুজৰাটী চিঠি-পত্ৰৰ ইংৰাজীলৈ অনুবাদ কৰা।

মোহন অলপ আশান্বিত হ'ল। নতুন দেশ চোৱাৰ ইচ্ছা তেওঁৰ বহুত দিনৰ। তদুপৰি ৰাজকোটত প্ৰেক্‌টিচ্ কৰা মানে হ'ল আনৰ ব্ৰিফ্ যুগুতাই দিয়া, যিটো এজন বিলাত-ফেৰৎ বেৰিষ্টাৰৰ কাৰণে নিম্নখাপৰ কৰ্ম বুলিয়েই ক'ব পাৰি। কিন্তু উপায় নাই। সংসাৰ চলাবলৈ অৰ্থাগমৰ ব্যৱস্থা ৰাখিবই লাগিব।

মোহনে এই ফাৰ্মৰ অন্যতম্ প্ৰধান পাৰ্টনাৰ শেঠ আব্দুল্লা কৰিম জাভেৰিক লগ

ধৰোঁতে তেওঁ সাগ্ৰহে মোহনক আদৰণি জনাই ক'লে, "মিঃ গান্ধী, কামটো কঠিন নহয়। তাত আমাৰ ব্ৰিটিছ বেৰিষ্টাৰ আছে, আপোনাৰ কাম হ'ব তেওঁক সাহায্য কৰা। আমিতো ইংৰাজী নাজানো, ইয়াৰ পৰা গুজৰাটী ভাষাত যিবোৰ চিঠি-পত্ৰ লিখিম, আপুনি সেইবোৰ ইংৰাজীলৈ অনুবাদ কৰি আমাৰ বেৰিষ্টাৰক বুজাই দিব। আপোনাৰ কাৰণে কামটো ভালেই হ'ব। বয়সত আপুনি তৰুণ, নতুন দেশ দেখিব আৰু নতুন নতুন মানুহৰ লগত আপোনাৰ পৰিচয় হ'ব। আমাৰ বেৰিষ্টাৰৰ বহুতো ইউৰোপীয়ান বন্ধু আছে, তেওঁলোকৰ লগতো চিনাকি হ'ব পাৰিব।"

মোহনে সুধিলে, "কামটো কিমান দিনৰ হ'ব?"

দাদা আব্দুলাই এটা দীঘল নিশ্বাস এৰি উত্তৰ দিলে, "আশা কৰোঁ এবছৰৰ ভিতৰতে মোকৰ্দমাটো শেষ হ'ব। মোকৰ্দমাটো বহুদিন ধৰি চলিছে। বেৰিষ্টাৰে কৈছে যে সোনকালেই ইয়াৰ এক হেস্তনেস্ত হ'ব।"

মোহনে আকৌ সুধিলে, "মোৰ ফি কি হ'ব?"

"আপোনাক আমি এশ পাঁচ ব্ৰিটিছ পাউণ্ড আৰু জাহাজৰ ফাৰ্ষ্ট ক্লাছৰ যাতায়াতৰ ভাড়া দিম। তাত আপোনাৰ থকা-খোৱাৰ ব্যৱস্থাও আমি কৰিম।"

মোহনে বুজি পালে যে তেওঁলোকে তাক বেৰিষ্টাৰৰ ফি দিয়া নাই, দিছে কৰ্মচাৰীৰ দৰ্মহা। কিন্তু উপায় নাই। ৰাজকোটত তাৰ কোনো বিশেষ উপাৰ্জন নাই। বিদেশ চোৱাৰ আকৰ্ষণটোও আছে। আটাইতকৈ ডাঙৰ কথা, কাথিৱাৰৰ সেই দূষিত পৰিৱেশৰ পৰা সি মুক্তি পাব।

মোহনে তেওঁলোকৰ চুক্তি-পত্ৰত স্বাক্ষৰ কৰিবলৈ ৰাজী হ'ল।

ৰাজকোটলৈ উভতি নিশা মোহনে কস্তুৰক এই খবৰ দিয়াত তাইৰ চকুত পানী ওলাল। চকু মোহাৰি মোহাৰি অনুযোগৰ সুৰত তাই ক'লে, "তিনিবছৰতো বিদেশতে আছিলা, এতিয়া আকৌ বিদেশলৈ যাবা?"

মোহনে সান্ত্বনাৰ সুৰত ক'লে, "সংসাৰৰ খৰচ চলাবৰ কাৰণে ইয়াৰ বাহিৰেতো আন উপায় নাই। ইয়াততো কিমান চেষ্টা কৰিলোঁ, কিন্তু ব্যৱসায় বঢ়াব নোৱাৰিলোঁ। এতিয়া বছৰত যদি থকা-খোৱাৰ খৰচ বাদ দি প্ৰায় চৈধ্যশ টকা পাওঁ, প্ৰায় গোটেইখিনিয়েই সংসাৰত খৰচ কৰিবলৈ দিব পাৰিম। ভাবি চোৱাচোন, এইটোতো কম কথা নহয়।"

কস্তুৰে কথাটো বুজি পাইছে। তথাপি মনে যে নেমানে!

কস্তুৰে আকৌ অনুযোগৰ সুৰত ক'লে, "মই অকলে এই দুটা ল'ৰাক কেনেকৈ চম্ভালিম? দেউতাকৰ শাসনৰ অভাৱত সংসাৰৰ শাসন তেনেকৈ সিহঁতে নামানিব।"

মোহনে উত্তৰ দিলে, "মই বুজি পাওঁ। কিন্তু কি উপায়? এই উপাৰ্জনৰ সুযোগ এৰি দিলে এনেকুৱা সুযোগ আৰু কেতিয়াও নাহে।"

কস্তুৰে উদ্বিগ্ন হৈ আকৌ সুধিলে, "কিন্তু কিমান দিনৰ কাৰণে বিদেশলৈ যাবা? এইবাৰো তিনি বছৰৰ কাৰণে নেকি?"

মোহনে আশ্বাস দি কয়, "নাই, নাই, এইবাৰ ইমান দিনৰ কাৰণে নহয়। তেওঁলোকৰ ফাৰ্মৰ মালিকে কৈছে যে মাত্ৰ এবছৰ মই তাত থাকিব লাগিব। এই এবছৰ তুমি অলপ কষ্ট কৰি থাকিব লাগিব।"

"মই বাৰু থাকিম। পিচে আৰু বেছিদিন বিদেশত নাথাকিবা। হৰিলালৰ দৰে মণিলালো অবাধ্য হ'লে দুখ কৰি পাৰ নাপাম।"

মোহনে তাইক সাবটি ধৰি আশ্বাস দি ক'লে, "মণিলাল ডাঙৰ হোৱাৰ বহুত আগতেই মই দক্ষিণ আফ্ৰিকাৰ পৰা উভতি আহিম।"

মোহন বোম্বাইলৈ যোৱাৰ দিনা এইবাৰো আপোন মানুহৰে ঘৰ ভৰি পৰিল। ঘৰৰ সম্মুখত আটাইবোৰ গোট খাইছিল। মাথোঁ এইবাৰ মোহনৰ মাক নাই। মোহনে তাৰ প্ৰয়াত মাতৃৰ কথা ইমান ভাবিছিল যে তাৰ চকু চল্‌চলীয়া হৈ গ'ল।

এইবাৰ কিন্তু সকলোৱেই মোহনৰ ইংলেণ্ড যাত্ৰাৰ সময়ত হোৱাৰ দৰে দুঃখিত নহয়। কাৰণ, সিতো গৈছে এবছৰৰ বাবে। তাৰ সমাজৰো দক্ষিণ আফ্ৰিকালৈ যোৱাৰ ক্ষেত্ৰত কোনো নিষেধাজ্ঞা নাই। যেন কেৱল ইউৰোপৰ ফালে গ'লেহে জাত যোৱাৰ সম্ভাৱনা, কিন্তু দক্ষিণ আফ্ৰিকালৈ গ'লে সেই ভয় নাই। যেন কোনো 'কালাপানী' পাৰ হৈ দক্ষিণ আফ্ৰিকালৈ যাব নেলাগে!

কিন্তু কস্তুৰৰ মুখত তেতিয়াও কান্দো কান্দো ভাব। এইবাৰো মোহনে তাইক কাষৰ কোঠালৈ নি বহুত পৰ সান্ত্বনা দিলে। সি ক'লে, এই বিচ্ছেদ মাথোঁ এবছৰৰ। সংসাৰৰ মুখলৈ চাই তাই যেনে তেনে সহ্য কৰিব নোৱাৰিবনে?

মোহনে তেতিয়া মণিলালৰ গালত চুমা খালে আৰু হৰিলালৰ মূৰত হাত বুলাই মৰম কৰিলে। তাৰ পিচত দুইজন ককায়েক আৰু বৌৱেক দুগৰাকীক প্ৰণাম কৰি সি ৰে'ল ষ্টেছনলৈ যোৱা ঘোঁৰা-গাড়ীত উঠিল।

এইবাৰ সি অকলেই বোম্বাইৰ পথত।

# তৃতীয় পৰ্ব
## দক্ষিণ আফ্ৰিকা

---

### একাদশ অধ্যায়
## ডাৰ্বানত বসবাস

বোম্বাই বন্দৰৰ পৰা আফ্ৰিকাগামী 'ছফৰী' নামৰ জাহাজখনে ৰাতিপুৱাই চাইৰেন্ বজাই যাত্ৰা কৰিলে। সেই দিনটো আছিল ১৮৯৩ চনৰ ১৯ এপ্ৰিল।

জাহাজৰ ৰেলিঙত ধৰি থিয় হৈ মোহন দাস কৰমচাঁদ গান্ধীয়ে দূৰৰ অস্পষ্ট তীৰভূমিলৈ চাই ৰ'ল। সমুদ্ৰত তেওঁ দ্বিতীয়বাৰৰ বাবে বোম্বাইৰ প্ৰা যাত্ৰা কৰিছে। প্ৰথমবাৰ ইংলণ্ডৰ অভিমুখে যাওঁতে তেওঁৰ আটাইতকৈ মন বেয়া হৈছিল মাকক মনত পেলাই। এইবাৰ মন বিষাদময় কস্তুৰ আৰু ল'ৰা দুটাৰ কথা চিন্তা কৰি। প্ৰথমবাৰ তেওঁৰ বেছি ভয় হৈছিল বিদেশৰ চাল-চলনৰ বিষয়ে নিজৰ অজ্ঞতাৰ কাৰণে। কেনেকৈ চলা-ফুৰা কৰিব, কেনেকৈ মানুহৰ লগত মিলামিচা কৰিব— এই সকলোবোৰৰ কাৰণে সকলো সময়তে তেওঁৰ মনত আছিল প্ৰবল শংকা।

এইবাৰ কিন্তু সেইবোৰ নাই। এতিয়া তেওঁ বিলাত-ফেৰৎ তেইছ বছৰীয়া বেৰিষ্টাৰ। এতিয়া তেওঁৰ ইংৰাজী কথোপকথনৰ ক্ষেত্ৰত অকণো জড়তা নাই; অৱশ্যে ৰাইজৰ সন্মুখত থিয় হৈ কথা কোৱাৰ ভয় তেওঁৰ এতিয়াও যোৱা নাই। তথাপি তেওঁৰ মনত এতিয়া আত্ম-প্ৰত্যয়ৰ অভাৱ নাই, অভাৱ নাই চাৰিত্ৰিক দৃঢ়তাৰো।

হঠাৎ তেওঁৰ কাষত কেতিয়া জাহাজৰ কেপ্তেইন আহি থিয় দি আছিল তেওঁ ক'ব নোৱাৰে। কেপ্তেইন টমাছে মিচিকিয়াই সুধিলে, "মিঃ গান্ধী, ঘৰৰ কথা চিন্তা কৰি মন বেয়া লাগিছে?"

গান্ধীয়ে এটা বিষণ্ণ হাঁহি মাৰি উত্তৰ দিলে, "এৰা, বিশেষকৈ ল'ৰা দুটাৰ কথা চিন্তা কৰি।"

"মিঃ গান্ধী, দুটা ল'ৰাৰ কাৰণে? আপোনাৰ বয়স কিমান?"— কেপ্তেইনৰ কথাত বিস্ময়কৰ সুৰ।

"তেইছ বছৰ।"

"তেনেহ'লে চাগে' আপোনাৰ খুব কম বয়সত বিয়া হৈছিল?"

“এৰা, ‘চ্চাইল্ড্ মেৰিজ’, যিটো ভাৰতৰ এক অভিশাপ বুলি ক’ব পাৰে, মিঃ টমাছ্।”

মিঃ টমাছে ক’লে, “আই ছী। এ’নি ৱেই, আপুনি চেচ’ছ খেলিব পাৰে? ভাবিছোঁ ডিনাৰৰ পিচত এহাত দবা খেলিম।” কেপ্তেইনে নতুনকৈ দবা খেলিবলৈ শিকিছে, স্বাভাৱিকতে অনভিজ্ঞসকলৰ সৈতে নিজৰ বিদ্যাৰ পৰখ কৰিব বিচাৰে।

গান্ধীয়ে সলজ্জ কণ্ঠে ক’লে, “কেপ্তেইন টমাছ্, স্বীকাৰ কৰিছোঁ যে মই চেচ’ছ খেলিব একেবাৰে নাজানো।”

কেপ্তেইন টমাছে হাঁহি উত্তৰ দিলে, “ৱে’ল, সেইটো কোনো সমস্যা নহয় মিঃ গান্ধী। মই আপোনাক খেলটো শিকাই দিম। আপুনি শিক্ষিত লোক, চেচ’ছৰ নিয়ম-কানুন শিকিবলৈ আপোনাৰ বেছি সময় নালাগিব।”

“কিন্তু মই শুনা মতে চেচ’ছ বুদ্ধিৰ খেল, শিকোঁতে সময় লাগে।”

“নন্‌ছে’নছ্, সাধাৰণভাৱে খেলিবলৈ ইমান বুদ্ধিৰ দৰ্কাৰ নাই। আমিতো টুৰ্নামেণ্ট খেলিবলৈ নাযাওঁ। পাহৰি নাযাব, আমি যে বহুদূৰ যাব লাগিব, সময় কটোৱাতোৱেই হ’ব আমাৰ সমস্যা। অলপ ধৈৰ্য ধৰি অভ্যাস কৰিলে কেইদিনমানৰ ভিতৰতে আপুনি ভালকৈ চেচ’ছ খেলিব পাৰিব।”

গান্ধীয়ে উৎসাহেৰে ক’লে, “ধৈৰ্য বস্তুটো মোৰ যথেষ্ট আছে মিঃ টমাছ্।”

“তেনেহ’লে চিন্তা কিহৰ, ডিনাৰৰ পিচত আমি খেলাত বহিম।” কথাটো কৈ মিঃ টমাছ্ আনফালে গ’লগৈ।

গান্ধীৰ দবা খেলটো ভালেই লাগিল। কেপ্তেইন টমাছেও পৰম উৎসাহেৰে তাক এই খেলা শিকাব ধৰিলে। গান্ধী যিমানেই হাৰে, কেপ্তেইনৰো তিমানেই উৎসাহ বাঢ়ে। গান্ধীৰ কাৰণে এই খেলা বিশেষ নিচাৰ বস্তু নহয়। অৱশ্যে তেওঁৰ বাবেও সময় কটোৱাৰ ই এটা উপায়।

বোম্বাইৰ পৰা জাহাজে যাত্ৰা কৰাৰ তেৰ দিন পিচত লামু দ্বীপত ৰ’লহি। চাৰি ঘণ্টাৰ বাবে জাহাজ ইয়াত থাকিব। দ্বীপটো আছিল ব্ৰিটিছৰ অধীনত। সৰু ঠাই। ঘৰলৈ এখন পোষ্টকাৰ্ড মেইল কৰিবলৈ তেওঁ স্থানীয় পোষ্টঅফিচলৈ গ’ল। ককাইদেৱেকক লিখা চিঠিখনৰ পৰা ঘৰৰ আটাইয়ে জানিব পাৰিব যে তাৰ কুশল।

পোষ্টঅফিচলৈ গৈ গান্ধীয়ে গম পালে যে পোষ্ট মাষ্টাৰজন ভাৰতীয় লোক, গুজৰাটৰে। তেওঁৰ লগত কথা পাতি গান্ধীয়ে বৰ ভাল পালে। তেওঁ ভাবিলে যে যদিহে দেশত ভাল চাকৰিৰ সুযোগ নাথাকে, তেনেহ’লে ভাৰতীয়সকলে দেশৰ বাহিৰলৈ আহিয়েই জীৱিকাৰ্জনৰ চেষ্টা কৰা উচিত।

বজাৰত গান্ধীয়ে কিছুমান স্থানীয় আফ্ৰিকাবাসীকো লগ পালে। কিন্তু তেওঁ আটাইতকৈ

মজা পালে আন এটা দৃশ্য দেখিছে। জাহাজৰ ডেকৰ কিছুমান ভাৰতীয় যাত্রীয়ে সাগৰৰ পাৰৰ ঠাই এডোখৰ বাছি লৈ তাত চৌকা জ্বলাই ৰন্ধা-বঢ়াত লাগিছে। গান্ধীকো তেওঁলোকে তাত খাবলৈ আমন্ত্রণ জনাইছিল। কিন্তু তেওঁ নিৰামিষাহাৰী কাৰণে সবিনয়ে সেই আমন্ত্রণ প্রত্যাখ্যান কৰিলে। অৱশ্যে তেওঁলোকৰ নাৱৰেই তেৰোঁ জাহাজলৈ উভতি অহা ঠিক কৰিলে।

কিন্তু সেই নাও যাত্রীৰ ভৰত টলবল্। তেতিয়া জোবাৰৰ কাৰণে পানীৰ ঢৌৰো খুব বেছি। নাওখন জাহাজৰ কাষলৈ আহিও ওপৰলৈ উঠা জৰীৰ জখলাৰ কাষলৈ যাব পৰা নাই। ওচৰ চাপে, আকৌ নাওখনক ঢৌৱে লৈ যায়।

তাকে দেখি গান্ধী বৰ উদ্বিগ্ন হৈ পৰে। ইফালে জাহাজ এবাৰ চাইৰেনো বজালে। কেপ্তেইন টমাছে ব্রিজৰ ওপৰত থিয় হৈ তেওঁলোকৰ অৱস্থাকে চাই আছিল। তেওঁ আৰু পাঁচ মিনিট জাহাজ ৰাখিবলৈ নির্দেশ দিলে। তেতিয়া আন এখন নাও জাহাজত লগাবলৈ চেষ্টা কৰি আছিল। সেই নাওখনৰ এজন লোকে গান্ধীক চিনি পায়। তেওঁ গান্ধীক দহ টকাৰ বিনিময়ত সেইখন নাৱলৈ নিলে। এই নাওখন যেনে তেনে জাহাজৰ কাষলৈ আহিল। ইতিমধ্যে ওপৰলৈ তুলি লৈ যোৱা হৈছে জৰীৰ জখলাডালো। গান্ধীৰ কাৰণেই জৰীৰ জখলাডাল আকৌ নমাই দিলে। গান্ধীয়ে সেইডাল জোৰেৰে খামুচি ধৰোঁতেই এজন নাবিকে তেওঁক টানি ডেকৰ ওপৰলৈ তুলিলে। গান্ধী ওপৰলৈ আহোঁতেই জাহাজো এৰি দিলে। বাকী নাৱৰ যাত্রীবোৰ থাকি গ'ল।

গান্ধীয়ে তেওঁৰ এই সৌভাগ্য আৰু কেপ্তেইনৰ সহৃদয়তাৰ কাৰণে ঈশ্বৰক অলেখ ধন্যবাদ জনালে।

লামুৰ পিচতে কেনিয়াৰ বন্দৰ মোম্বাছা। তাতো জাহাজ বেছি পৰ নৰ'ল। কিন্তু জাঞ্জিবাৰলৈ আহি তাত জাহাজ আঠ দিনলৈ লংগৰ পেলালে। অকল সেইটোৱেই নহয়, তাত জাহাজখন সলনি কৰি বেলেগ এখন জাহাজত উঠাৰ ব্যৱস্থা হ'ল।

কেপ্তেইন টমাছ এতিয়া গান্ধীৰ খুব বন্ধু। তেওঁ গান্ধীক ক'লে যে এজন ব্রিটিছ যাত্রীৰ লগত তেওঁ চহৰলৈ যাব। তেওঁ গান্ধীয়ো যাব নেকি সুধিলে।

প্রস্তাবটোত গান্ধী আনন্দেৰে ৰাজী হ'ল। নতুন ঠাইলৈ পৰিচিতসকলৰ লগত যোৱাটোৱেই বিধেয়। তেওঁ শুনিছে যে এইবোৰ ঠাইত বিদেশীক বিপদত পেলোৱা দুষ্টলোকৰ অভাৱ নাই। এইবোৰ মানুহে সুযোগ পালেই যাত্রীসকলক লুটপাট কৰি পলায়ন কৰে।

জাঞ্জিবাৰ চহৰৰ বেছিভাগ অধিবাসীয়েই আৰব আৰু আফ্রিকান। ব্রিটিছ আৰু ভাৰতীয়ও কিছু আছে। এইখন এতিয়া ব্রিটিছ প্রটেক্টৰেটৰ অন্তর্গত; স্বাভাৱিকতে ইয়াত কিছু ভাৰতীয়ই ভাগ্যান্বেষণ কৰিবলৈ হাজিৰ হৈছে।

জাঞ্জিবাৰ বহুত দিন ওমানী চুল্‌তানৰ তলত আছিল। সেয়েহে ঘৰ-দুৱাৰৰ স্থাপত্য বেছি ভাগেই আৰব। অৰ্থাৎ দেৱালৰে ঘেৰা বগা ৰঙৰ ঘৰ, মেহ্‌গনি কাঠৰ বিৰাটাকাৰৰ মূল দুৱাৰ। বেছিভাগ ঘৰৰ কাষতে ওখ নাৰিকলৰ গছ প্ৰহৰীৰ দৰে থিয় হৈ আছে।

গান্ধীহঁতক লৈ যোৱা কেপ্টেইনৰ দল চহৰৰ ভিতৰলৈ যাওঁতেই পাগুৰি মৰা, আৰব যেন লগা মানুহ এজন সিহঁতৰ ফালে আগবাঢ়ি আহিল। তাৰ পিচত ফুচ্‌ফুচাই কেপ্টেইনৰ কাণত কিবা ক'লে। কেপ্টেইনে মূৰ দুপিয়াই সম্মতি জনোৱাৰ পিচত গোটেই দলটোৱেই মানুহজনক অনুসৰণ কৰি অগ্ৰসৰ হ'ল। অলপ পিচতেই ঘৰ এটাৰ সন্মুখলৈ আহি দুৱাৰত আৰবজনে টুকৰিয়ালে। দুৱাৰখন খুলি গ'ল আৰু এজনী আদহীয়া মহিলাই ভুমুকি মাৰি তেওঁলোকক চালে। তাৰ পিচত দুৱাৰেদি আটায়ে সোমাই গ'ল।

গান্ধীয়ে তেতিয়া ধৰিব পাৰিছে এইটো কেনেধৰণৰ ঘৰ। কিন্তু তেতিয়া যে উভতি যোৱাৰ উপায় নাই। এনেয়ে বিদেশী ঠাই, তাতে গাঢ় অন্ধকাৰ। তেওঁলোকক এৰি তেওঁ ক'লৈ যাব!

তেওঁলোক দুয়োজনে দুটা কোঠাত সোমালগৈ। কেপ্টেইনৰ ইংগিত অনুসৰণ কৰি তেৰোঁ কোঠা এটাত সোমাব লগা হ'ল।

কোঠাটোত সোমাই তেওঁ এজনী কম বয়সীয়া ক'লা ছোৱালী তাত থিয় হৈ থকা দেখিলে। গান্ধীক তাই বিছনাত বহিবলৈ ইংগিত দিলে।

গান্ধীৰ অৱস্থা তেতিয়া লজ্জা-বিষাদত মৰাৰ নিচিনা। তেতিয়া তেওঁৰ মনত পৰিল ছাত্ৰাৱস্থাতে ৰাজকোটত এবাৰ বন্ধুৰ প্ৰৰোচনাত পৰি বেশ্যালয়লৈ গৈ হোৱা দুৰৱস্থাৰ ঘটনাটো। কিন্তু তেতিয়া তেওঁ আছিল নাবালক। এতিয়া তেওঁ সাবালক, বিবাহিত আৰু দুটা সন্তানৰ পিতৃ। এতিয়া এনেকুৱা ঠাইলৈ অহাই তেওঁৰ অন্যায় হৈছে।

গান্ধীয়ে তেতিয়া সেই বিছনাত নবহিলে। পেণ্ট্-ছুটৰ পৰিধানেৰেই তাত থিয় দি থাকিল। তাকে দেখি ছোৱালীজনীয়ে হাঁহি মাৰি কোঠাটোৰ পৰা ওলাই গ'ল।

অলপ দেৰিৰ পিচত দুৱাৰত শব্দ কৰা দেখি গান্ধীয়ে বাহিৰলৈ ওলাই আহি দেখে যে কেপ্টেইন থিয় দি আছে। কেপ্টেইনে হাঁহি হাঁহি সুধিলে, "মিঃ গান্ধী, ইউ হেড্ এ গুড্ টাইম?"

গান্ধীয়ে লাজতে একো উত্তৰ নিদিলে; তললৈ মূৰ কৰি মনে মনে থিয় হৈ থাকিল। কেপ্টেইনে তেতিয়া তেওঁৰ পিন্ধা কাপোৰৰ ওপৰত এবাৰ চকু বুলায়েই ঘটনাটো বুজি পালে।

কেপ্টেইনে লাজ পাই ক'লে, "মিঃ গান্ধী, মই খুব দুঃখিত। মই ভাবিছিলোঁ, আপুনি লণ্ডনত বহুত দিন আছিল, নিশ্চয় এনেকুৱা 'ফান' কৰাত অভ্যস্ত। যি হওক, ব'লক

এতিয়া, আমাৰ ব্ৰিটিছ সহযাত্ৰীয়ো প্ৰস্তুত হৈ আছে, এতিয়াই এটা হোটেল বিচাৰি লোৱা যাওক। ইয়াততো আঠ দিন থাকিব লাগিব, তাৰ পিচত আকৌ জাহাজো সলাব লাগিব।"

আকৌ কেপ্তেইনক অনুসৰণ কৰি তেওঁলোকে চহৰৰ মাজভাগলৈ আহিল। তাৰ পিচত এটা হোটেল বিচাৰি উলিয়াই তাত তিনিওজনে পৃথককৈ তিনিটা কোঠালী ভাড়া কৰিলে। ভাড়া প্ৰতিনিশা তিনি ব্ৰিটিছ শ্বিলিং।

পিচদিনা ৰাতিপুৱা সোনকালে শোৱাৰ পৰা উঠি গান্ধীয়ে অকলেই জাঞ্জিবাৰ চহৰ চাবলৈ গ'ল।

তাত লঙৰ খেতি দেখি তেওঁ অতিশয় মুগ্ধ হ'ল। মাইলৰ পিচত মাইল শাৰী শাৰী হৈ আছে কেৱল লঙৰ গছ। প্ৰতিজোপা গছেই ক'লা ক'লা লঙৰে ভৰি আছে। গান্ধীয়ে অৱশ্যে জানিছিল যে জাঞ্জিবাৰ আৰু ওচৰতে থকা পেনাং দ্বীপত পৃথিৱীৰ ভিতৰতে বেছি লং উৎপন্ন হয় আৰু দুয়োখন ঠাই লগ লাগি লং ৰপ্তানিত পৃথিৱীৰ ভিতৰতে প্ৰথম স্থান লাভ কৰিছে।

গান্ধীয়ে ইয়াত ফল-মূলৰ গছবোৰ দেখিও মোহিত হ'ল। ইমান ডাঙৰ নাৰিকল তেওঁ আগতে ক'তো দেখা নাই। আন আন ফলবোৰৰ আকৃতিও বিশাল। ইমান ডাঙৰ ডাঙৰ ফলো তেওঁ আন ক'তো দেখা নাই।

এদিন তেওঁ স্থানীয় কৰ্টলৈকো গ'ল। তাত বিচাৰৰ ব্যৱস্থা চলে ব্ৰিটিশ্ব কৰ্টক অনুসৰণ কৰি, সেয়েহে বিচাৰৰ কাৰ্যপদ্ধতি বুজাত তেওঁৰ একো অসুবিধা নহ'ল। তেওঁ প্ৰতিবাদী পক্ষৰ উকিলে সাক্ষীক জেৰা কৰা দেখিবলৈ পালে। অতি অভিজ্ঞ উকিল। তেওঁৰ জেৰাত সাক্ষীৰ অৱস্থা থৰক্‌বৰক্ হৈ পৰিছে।

কৰ্টৰ দৃশ্য দেখি গান্ধী চমৎকৃত। তেওঁ ভাবিলে কেতিয়ানো তেওঁ এনেকৈ সাক্ষীক জেৰা কৰি সত্য ঘটনা উদ্‌ঘাটন কৰিব পাৰিব! ভাৰতত বেৰিষ্টাৰ হিচাপে তেওঁ ব্যৰ্থ, এতিয়াহে তেওঁ দক্ষিণ আফ্ৰিকালৈ গৈ কিজানি সফল হোৱাৰ কৌশল শেঠ্ আব্দুল্লাৰ প্ৰখ্যাত বেৰিষ্টাৰৰ পৰা শিকিব পাৰিব!

গান্ধীয়ে আন বহুতো যাত্ৰীৰ লগতে জাহাজ সলাব লগা হ'ল। ১৪ মে' তাৰিখে তেওঁলোকে 'এড্‌মিৰেল' নামৰ জাৰ্মান ইষ্ট্ ইণ্ডিয়া লাইনৰ জাহাজত উঠিল। এইবাৰ লক্ষ্য মোজাম্বিক, তাৰ পিচতেই দক্ষিণ আফ্ৰিকা।

* * *

ওঠৰশ তিৰাল্লৈবে চনত দক্ষিণ আফ্ৰিকা চাৰিটা 'কলনি'ত বিভক্ত আছিল। পূবফালে নাটাল কলনি আৰু দক্ষিণ-পশ্চিমত 'কেপ' কলনি আছিল ব্ৰিটিশ্ব্‌সকলৰ অধীনত;

মাজভাগত থকা ট্ৰান্সভাল আৰু অৰেঞ্জ ফ্ৰি ষ্টেট্ আছিল 'বোৱাৰ' অথবা ডাচ্ আৰু ফৰাচী হুগেনট্সকলৰ অধীনত। বগা ৰঙৰ এই লোকসকলৰ উপৰি আফ্ৰিকাৰ ক'লা অধিবাসী আছিল জুলু, কোৱাজুলু, চোছা, হটেন্টট্ আদি উপজাতিত বিভক্ত। তৃতীয় দল আছিল 'কালাৰড্ছ্' বা মিশ্ৰিত জাতি, যেনে ইন্দোনেছিয়ান, মালয়, খয়, ছান ইত্যাদি; তেওঁলোকে বহু বছৰ ধৰি দক্ষিণ আফ্ৰিকাত বসবাস কৰিছিল। তদুপৰি আছিল ভাৰতীয় অধিবাসীসকল, যি সকলৰ বেছি ভাগকে ১৮৫০ চনৰ পিচত দক্ষিণ আফ্ৰিকাৰ খেতি-বাতিত সাহায্য কৰিবলৈ চুক্তিবদ্ধ শ্ৰমিকস্বৰূপে অনা হৈছিল।

সেই সময়ত নাটালৰ আটাইতকৈ ডাঙৰ বন্দৰ হ'ল ডাৰ্বান। ডাৰ্বানৰ জনসংখ্যা তেতিয়া আছিল প্ৰায় ত্ৰিছ হাজাৰ, তাৰ অৰ্ধেকেই আছিল বগা ছালৰ। বাকী অৰ্ধেক স্থানীয় ক'লা অধিবাসী আৰু ভাৰতীয়সকল। ক'লা লোকসকলৰ চহৰত বাস কৰাৰ ক্ষেত্ৰত বহুতো বাধা-নিষেধ আছিল; সেয়েহে তেওঁলোকৰ সংখ্যা খুব বেছি বাঢ়িব পৰা নাই। বগা ছালৰ লোকসকলৰ এই দুই সম্প্ৰদায়ৰ লোকসকলৰ প্ৰতি সদায় অবজ্ঞা আৰু ঘৃণাৰ মনোভাব বিৰাজ কৰিছিল।

১৮৯৩ চনৰ ২৩ মে' তাৰিখৰ পুৱা বেলাই গান্ধীইঁতক নিয়া জাহাজখন ডাৰ্বান বন্দৰত উপস্থিত হ'ল। জাহাজ ঘাটত যাত্ৰীসকলক আদৰাৰ কাৰণে বহুতো মানুহ গোট খাইছিল। তেওঁলোকৰ মাজত কিছু সংখ্যক ভাৰতীয়ও আছিল। গান্ধীৰ পৰিধানত পেণ্ট, ফ্ৰক কোট, মূৰত ক'লা পাগুৰি আৰু ভৰিত মসৃণ জোতা। কোটৰ পকেটত অৰা আছিল এটা পকেট ঘড়ী। অৰ্থাৎ তৎকালীন ভাৰতীয় বেৰিষ্টাৰৰ পোছাকেই তেওঁ পিন্ধি গৈছে।

গান্ধীয়ে জাহাজৰ পৰা নামি দেখা পালে যে সোলোক্-ঢোলোক্ পোছাক পৰিহিত আৰু মূৰত বগা পাগুৰি মৰা এজন বয়স্ক ভাৰতীয় মুছলমানে ইফালে-সিফালে লক্ষ্য কৰি আছে। তেওঁ একপ্ৰকাৰ নিশ্চিত হ'লে যে এইজনেই শেঠ আব্দুলা, পোৰবন্দৰৰ আব্দুল কৰিম জাভেৰিৰ ককায়েক। তেওঁ তেতিয়া আগুৱাই গৈ মানুহজনক সুধিলে, "আপুনি শেঠ আব্দুল্লা নেকি বাৰু?"

তেওঁ ততাতৈয়াকৈ গুজৰাটী ভাষাত উত্তৰ দিলে, "এৰা, এৰা, ময়েই শেঠ আব্দুলা, আপুনি নিশ্চয় মিঃ মোহন দাস গান্ধী। ব'লক, বাহিৰত ঘোঁৰাৰ গাড়ী অপেক্ষা কৰিছে, আপোনাক আমাৰ অফিচলৈ লৈ যাম।"

এইবুলি কৈ আব্দুল্লা শেঠে গান্ধীৰ আপাদমস্তক তীক্ষ্নদৃষ্টিৰে নিৰীক্ষণ কৰিলে। তেওঁৰ কাষত যিবোৰ ইউৰোপীয় লোক বৈ আছিল, সিহঁতেও গান্ধীৰ এই ইউৰোপীয় পোছাক আৰু মূৰত পাগুৰি দেখি কৌতূহল দমাব পৰা নাছিল। তেওঁলোকে ডাৰ্বানত এনেকুৱা ভাৰতীয় কোনোদিন দেখা নাই। কেইজনমানে আকৌ আব্দুল্লা শেঠক 'শেঠ'

বুলি সম্বোধন কৰি গুচি গ'ল। গান্ধীয়ে লক্ষ্য কৰিলে তেওঁলোকৰ সেই সম্বোধনত যেন অৱজ্ঞাৰ ভাব মিশ্ৰিত আছিল।

অলপ পিচত ঘোঁৰাৰ গাড়ী শেঠ আব্দুল্লাৰ অফিচৰ সন্মুখত ৰ'ল। তেওঁৰ ঘৰো অফিচ-সংলগ্ন। তেওঁ গান্ধীক লৈ অফিচৰ ভিতৰত সোমাই ক'লে, "মিঃ গান্ধী, আপুনি থাকিবলৈ এই অফিচৰ কাষতে এটা কোঠা ঠিক কৰি থৈছোঁ। আপুনি তাত বিশ্ৰাম কৰক। ব্ৰেকফাষ্টৰ পিচতহে আমি কথাবতৰা হ'ম।"

গান্ধীয়ে তেওঁক মনত পেলাই দিলে, "শেঠজী, মই কিন্তু নিৰামিষাহাৰী।"

শেঠ আব্দুল্লাই হাঁহি মাৰি ক'লে, "সেই কথা মোৰ ভায়ে আগতেই চিঠি লিখি জনাইছে। সেয়েহে আমি এই ক্ষেত্ৰত প্ৰস্তুত।"

অলপ পিচত এজন ভৃত্যই গান্ধীক গুজৰাটী প্ৰাতৰাশ দি গ'ল। গান্ধীৰ খুব ভোক লাগিছিল। সেয়েহে ততাতৈয়াকৈ গা ধুই আৰু পোছাক সলাই তেওঁ প্ৰাতৰাশৰ সদ্ব্যৱহাৰ কৰিলে।

প্ৰাতৰাশৰ পিচত কিছু সময় পাৰ হোৱাত শেঠ আব্দুল্লাই কাষৰ কোঠাৰ পৰা তেওঁক মাতিলে। গান্ধী আহোঁতে তেওঁক বহিবলৈ ক'লে।

শেঠ্ আব্দুল্লাই আৰম্ভ কৰিলে, "মিঃ গান্ধী, মই ক'ব পৰা নাই মোৰ ভায়ে কিয়নো আপোনাক ইয়ালৈ পঠাইছে। ইয়াত আপোনাৰ শিক্ষা আৰু অভিজ্ঞতা অনুসৰি কোনো কামেইতো মোৰ হাতত নাই। যি আছে সেয়া হৈছে কেৰাণীৰ কাম। নিশ্চয় তেনে কাম আপোনাৰ দৰে বিলাত-ফেৰৎ বেৰিষ্টাৰক দিব নোৱাৰোঁ।"

গান্ধীয়ে অলপ বিস্মিত হৈ ক'লে, "কিন্তু আপোনাৰ ভায়েকে মোক কৈছিল যে আপোনালোকৰ এটা ডাঙৰ মোকৰ্দমা চলি আছে, য'ত মই সহায় আগবঢ়াব পাৰিম।"

শেঠৰ কথা শুনি গান্ধী অলপ চিন্তিতই হ'ল। তেওঁলোকৰ লগত যদিও তেওঁ চুক্তি কৰিছে, তথাপি যিকোনো কাম কৰিবলৈ তেওঁ ন্যায়তঃ তাত থাকিব নোৱাৰে। তেওঁৰ বিবেকেই তেওঁক তাত বেকাৰ অৱস্থাত বহি থাকিবলৈ নিদিয়ে। তাৰ মানে তেওঁ দেশলৈকে উভতি যাব লাগিব। উভতি যোৱাৰ জাহাজভাড়া অৱশ্যে চুক্তি অনুসাৰে তেওঁৰ প্ৰাপ্য।

শেঠ আব্দুল্লাই আকৌ ক'লে, "আমাৰ মোকৰ্দমাৰ বিচাৰ ট্ৰান্সভাল কলনিৰ প্ৰিটোৰিয়া চহৰত হ'ব। সেই কামৰ কাৰণে আমি এজন খুব ভাল ব্ৰিটিশ্ আইনজীৱী নিযুক্ত কৰিছোঁ। কিন্তু মোকৰ্দমাটো খুব জটিল আৰু ই কেইবা বছৰো ধৰি চলি আছে। মই ভাবিছো আপুনি তাত আমাৰ বেৰিষ্টাৰৰ কামত সহায় আগবঢ়াব পাৰে। ঠিক আছে, তেনেহ'লে আপুনি এতিয়া বিশ্ৰাম কৰক, কালিলৈ মই আপোনাক ডাৰ্বান কৰ্ট দেখাবলৈ নিম।"

শেঠ আব্দুল্লাই লেখা-পঢ়া নেজানে, কিন্তু তেওঁৰ বিষয়-বুদ্ধি খুব তীক্ষ্ণ আৰু সতর্ক। মানুহক অলপ পৰ দেখাৰ পিচতে তেওঁ সহজেই সিদ্ধান্ত ল'ব পাৰে।

তেতিয়া তেওঁৰ উপলব্ধি হৈছিল যে গান্ধীক নিয়োগ কৰাৰ অর্থ এটা বগা হাতী পোহা। কাম বিশেষ নহ'ব, অথচ ফার্মৰ এগাল ধন খৰচ। গান্ধীক এইদৰে পঠাই দিয়াৰ কাৰণে পোৰবন্দৰৰ ভায়েকলৈ তেওঁৰ খুব খং উঠিল।

পিছদিনা শেঠ আব্দুল্লাৰ লগত গান্ধী ডার্বান ক'র্ট চাবলৈ গ'ল। তেতিয়াও তেওঁৰ পৰিধানত সেই ইউৰোপীয় পোছাক আৰু মূৰত আছিল এক পাগুৰি। তাত মেজিষ্ট্ৰেটৰ চেম্বাৰত সোমাওঁতেই তেওঁ বাৰে বাৰে গান্ধীক চাবলৈ ধৰিলে। অলপ পিচত তেওঁ গান্ধীক পাগুৰি খুলি পেলাবলৈ নির্দেশ দিলে।

গান্ধীয়ে কিন্তু পাগুৰি খুলিবলৈ একেবাৰে ৰাজী নাছিল। বিশেষকৈ আব্দুল্লা শেঠৰ মূৰত তেতিয়াও বগা পাগুৰি আছিল। কিন্তু বিষয়টো লৈ এটা 'ঘটনা'ৰ সৃষ্টি কৰিবলৈকো তেওঁৰ ইচ্ছা নাছিল। সেয়েহে তেওঁ তাৰ পৰা উঠি বাহিৰলৈ ওলাই আহিল।

ক্রমশঃ গান্ধীয়ে ডার্বানৰ ভাৰতীয় সমাজৰ লগত পৰিচিত হ'ল। তেওঁ গম পালে যে শেঠ আব্দুল্লাৰ দৰে মুছলমানসকলে সোলোক্‌ঢোলোক্ পোছাক আৰু বগা পাগুৰি মাৰি থাকে কাৰণে ব্রিটিছসকলে তেওঁলোকক আৰব বোলে। ভাৰতৰ পৰা অহা পার্চীসকলে তাত কেৰাণীৰ চাকৰি বা ব্যৱসায় কৰে আৰু তেওঁলোকক পার্চী বুলিয়েই কোৱা হয়। যিবিলাক ভাৰতীয় খ্রীষ্টান হৈছে তেওঁলোকৰ বেছিভাগেই কাম কৰে হোটেল-ৰেস্তোৰাঁৰ 'বেটাৰ' হিচাপে। তেওঁলোকে সস্তীয়া পেণ্ট্-কোট পিন্ধে আৰু মূৰত লয় 'হেট্'। যিসকল ভাৰতীয় হিন্দু শ্রমিক হৈ আহিছে, তেওঁলোকৰ বেছিভাগৰে জন্ম আৰু বাসস্থান আছিল দক্ষিণ ভাৰত। তেওঁলোকৰ বহুতৰে উপাধি 'ৰামস্বামী'; সেয়েহে সকলো দক্ষিণ ভাৰতীয়কেই ইংৰাজসকলে মাতে 'ছামী' বুলি। যদি কেনেবাকৈ তেওঁলোকৰ কোনোবাই সাহস কৰি কয় "'স্বামী'ৰ অর্থ প্রভু, কিন্তু আমিতো আপোনালোকৰ প্রভু নহয়", তেতিয়া সেই কথা শুনি ইংৰাজসকলে খণ্ডত জ্বলি-পকি উঠি গালি পাৰিবলৈ আৰম্ভ কৰে আৰু বহুতৰ ভাগ্যত চৰ্-লাঠি পৰে। বগা লোকসকলৰ কাৰণে সকলো ভাৰতীয়ই হ'ল 'কুলী', সেয়েহে গান্ধী হ'ল 'কুলী বেৰিষ্টাৰ', আব্দুল্লা শেঠ হ'ল 'কুলী মার্চেণ্ট'।

শেঠ আব্দুল্লাই এদিন গান্ধীক মাতি ক'লে, "মিঃ গান্ধী, আপোনাক আমাৰ মোকর্দমাৰ সম্বন্ধে অলপ কওঁ। আমাৰ এই মোকর্দমা চলিছে প্রিটোৰিয়াৰ শেঠ তায়েবৰ লগত। তেওঁ সম্পর্কত আমাৰ আত্মীয়ই হয়। কিন্তু আমাৰ মামলাৰ সূত্রপাত অর্থৰ লেন্‌দেন্ আৰু 'প্রমিছৰি নোট' লৈ। প্রমিছৰি নোট কি আপুনি নিশ্চয় জানে।"

গান্ধীয়ে মূৰ দুপিয়াই ক'লে, "নাই, নাজানো।"

“হয় নেকি, কিন্তু এই মোকৰ্দমাৰ আচল বিবাদেই হৈছে হিচাপ-নিকাচ অৰ্থাৎ ডেবিট-ক্ৰেডিট লৈ। আপুনি যিমান পাৰে সোনকালে একাউণ্টিঙৰ খুটি-নাটি শিকি পেলাওক, কাৰণ এইটোৰ ওপৰতে আমাৰ কে'চ।”

গান্ধীয়ে কথাটো শুনি একাউণ্টিঙৰ দুই-এখন কিতাপ কিনি অত্যন্ত মনোযোগেৰে পঢ়িবলৈ আৰম্ভ কৰিলে। ডেবিট-ক্ৰেডিট বা প্ৰমিছৰি নোটৰ ৰহস্য লাহে লাহে তেওঁ উদ্‌ঘাটন কৰিবলৈ সমৰ্থ হ'ল। বিষয়টোৰ ওপৰত আগতে তেওঁৰ জ্ঞান একেবাৰে নাছিল, কিন্তু এতিয়া তেওঁ অতি সোনকালে যথেষ্ট ব্যুৎপত্তি লাভ কৰিলে।

গান্ধীয়ে এই কথা ভালদৰে বুজি পাইছে যে শেঠ আব্দুল্লাই লেখা-পঢ়া নাজানিলেও বিষয়-বুদ্ধি তেওঁৰ খুব বেছি আৰু মানুহক বিচাৰ কৰি চোৱাত সিদ্ধহস্ত। ইংৰাজী কথা-বতৰাও মানুহৰ পৰা শুনি শুনি অলপ শিকি পেলাইছে। দক্ষিণ আফ্ৰিকাৰ সোণ ভাৰতত বেছি তেওঁ ধনী হৈছে। নাটাল আৰু ট্ৰান্সভাল — এই দুয়োখন ৰাজ্যতে তেওঁৰ বৰ ডাঙৰ ব্যৱসায়।

এই সময়তে ডাৰ্বানত গান্ধীৰ যথেষ্টসংখ্যক ভাৰতীয় খ্ৰীষ্টানৰ লগত পৰিচয় হ'ল। এওঁলোকৰ মাজত এজন আছিল মিঃ পল্‌। তেওঁ ৰোমান কেথ'লিক, কাম কৰিছিল ক'ৰ্টৰ অনুবাদক হিচাপে। আন এজন হ'ল মিঃ ছুভান গড্‌ফ্ৰে; তেওঁ প্ৰ'টেষ্টেণ্ট মিছনত শিক্ষকতা কৰিছিল।

মিঃ গড্‌ফ্ৰেই এদিন গান্ধীক ক'লে, “মিঃ গান্ধী, দক্ষিণ আফ্ৰিকাত আপুনি ইংৰাজসকলৰ সেই মনোভাব নাপাব, যিটো আপুনি ইংলণ্ডত পাইছিল। ইয়াত ইংৰাজসকল হৈছে কলনিৰ মালিক আৰু আমি হৈছোঁ তেওঁলোকৰ ভৃত্য। আমাক তেওঁলোকে ভৃত্যৰ দৰেই ব্যৱহাৰ কৰে। যদিহে আপুনি এই বাস্তৱ অৱস্থা মানি চলিব পাৰে, তেতিয়া আপুনি ইয়াত ভালদৰেই আপোনাৰ জীৱিকাত অৰ্জন কৰিব পাৰিব।

গান্ধীয়ে গম্ভীৰভাৱে ক'লে, “মই ভাবোঁ যে সকলোৱেইতো কয় মানি ল'ব লাগে; কিন্তু আমি কিমান মানি ল'ব লাগিব? আমাৰ সহ্য-শক্তিৰো এটা সীমা আছে।”

মিঃ গড্‌ফ্ৰেই বিষণ্ণভাৱে হাঁহি ক'লে, “সেই সীমাৰ ভিতৰতে আপুনি আবদ্ধ থাকিব লাগিব মিঃ গান্ধী। ইংৰাজসকলে তথাপি মাজে মাজে অলপ ভদ্ৰ ব্যৱহাৰ কৰে, কিন্তু বোৱাৰসকলৰ ব্যৱহাৰ আৰু অসহ্য। বিশেষকৈ ক'লা মানুহবোৰক সিহঁতে পশু বুলি ভাবে।

গান্ধীয়ে তিক্ত কণ্ঠে ক'লে, “সেইটো ময়ো লক্ষ্য কৰিছোঁ মিঃ গড্‌ফ্ৰে। অথচ দেশখনতো তেওঁলোকৰে। তেওঁলোকৰেই মাটি-বাৰী কাঢ়ি লৈ বগাসকলে ইয়াত স্বচ্ছন্দে বসবাস কৰিছে। কিন্তু ঈশ্বৰে এদিন ইয়াৰ প্ৰতিবিধান নিশ্চয় কৰিব, ক'লাসকলে তেওঁলোকৰ হেৰোৱা ক্ষমতা ঘূৰাই পাব। হয়তো আমাৰ জীৱন-কালত সেইয়া দেখি যাব নোৱাৰিম, কিন্তু এদিন এই অৱস্থাৰ পৰিৱৰ্তন হ'বই।

গান্ধীয়ে ডাৰ্বান ক'ৰ্টত মেজিষ্ট্ৰেটৰ নিৰ্দেশ নামানি ক'ৰ্টৰ পৰা ওলাই যোৱা কথাটো তাত উপস্থিত থকা এজন ৰিপোৰ্টাৰৰ দৃষ্টি পৰিছিল। পিচদিনা 'নাটাল এড্‌ভাৰ্টাইজাৰ' নামে দৈনিক কাকতখনত খবৰ ওলাল যে মিঃ গান্ধীয়ে মেজিষ্ট্ৰেটৰ নিৰ্দেশ অমান্য কৰি তেওঁৰ মূৰৰ পাগুৰি নুখুলিলে। কাকতখনে তেতিয়া মন্তব্য কৰিলে যে দক্ষিণ আফ্ৰিকাত মিঃ গান্ধী হ'ল এজন 'আনৱেলকাম ভিজিটৰ'।

গান্ধীয়ে কিন্তু এই খবৰ পঢ়ি মনে মনে নাথাকিল। পিচদিনা তেওঁ সেই কাকতলৈ এখন চিঠি লিখি জনালে যে ভাৰতীয়সকলৰ বাবে তেওঁলোকক পাগুৰি খুলিবলৈ কোৱাটো অপমান কৰাৰ নিচিনা, সেইটো কোনো ভদ্ৰতাসূচক ব্যৱহাৰ নহয়। তদুপৰি বোম্বাই হাইক'ৰ্টত পাগুৰি খুলিব নালাগে, তাত ভাৰতীয় বেৰিষ্টাৰসকলে পাগুৰি পিন্ধিয়েই জেৰা কৰে।

'নাটাল এড্‌ভাৰ্টাইজাৰ'ত সেই চিঠি ২৯ মে'ৰ সংখ্যাত প্ৰকাশ হ'ল। ফলস্বৰূপে কেইদিনমানৰ ভিতৰতে গান্ধীৰ নামে অলপ পৰিচিতি লাভ কৰিলে। তেতিয়া অৱশ্যে কোনেও নাজানিছিল যে এই নাম তেওঁলোকে পিচৰ একৈছ বছৰ ধৰি ক্ৰমশঃ শুনিয়েই থাকিব।

শেঠ আব্দুল্লাই এই কেইদিনৰ ভিতৰতে গান্ধীৰ সৈতে কথা-বতৰা পাতি তেওঁৰ প্ৰতি আস্থাবান হৈ পৰিছে। তেওঁৰ এতিয়া অনুভৱ হৈছে যে এই যুৱক কেৱল সত্যবাদীয়েই নহয়, এওঁ তেওঁলোকৰ মোকৰ্দমাটোৰ বিষয়েও আগ্ৰহশীল আৰু যত্নসহকাৰেই কে'চটোৰ সমাধান কৰাৰ প্ৰয়াস চলাব। পোছাক-পৰিচ্ছদত যদিও চাহাব, কিন্তু অন্তৰত ভাৰত তথা ভাৰতীয়সকলৰ প্ৰতি এওঁ খুব সহানুভূতিশীল।

এই সময়তে প্ৰিটোৰিয়াৰ তেওঁলোকৰ ব্ৰিটিশ্ব বেৰিষ্টাৰজনৰ পৰা শেঠ আব্দুল্লালৈ এখন টেলিগ্ৰাম আহিল। মোকৰ্দমাতো এতিয়া এক চৰম মুহূৰ্তত উপস্থিত হৈছে, তাত শেঠ আব্দুল্লা অথবা তেওঁৰ কোনো প্ৰতিনিধিৰ উপস্থিত থকা একান্ত প্ৰয়োজন।

টেলিগ্ৰাম পায়েই শেঠ আব্দুল্লাই গান্ধীক তালৈ যাবলৈ ক'লে। তেওঁ নিজে তেতিয়া ডাৰ্বানত ব্যৱসায় সংক্ৰান্ত কামত খুব ব্যস্ত, সেয়েহে যাব নোৱাৰে।

গান্ধীয়ে প্ৰশ্ন কৰিলে, "তাত গৈ মই ক'ত থাকিম?"

শেঠজীয়ে উত্তৰ দিলে, "আপোনাৰ য'তে ইচ্ছা তাতে থাকিব।"

"মই কোনো ভাৰতীয় পৰিবাৰৰ লগত থাকিব নিবিচাৰোঁ। মই অকলে থাকিবলৈ ভাল পাম।"

"ঠিক আছে। সেইদৰেই মই আমাৰ এটৰ্নিক টেলিগ্ৰাম কৰি দিম। তেওঁ আপোনাৰ থকা-মেলাৰ সকলো ব্যৱস্থা কৰি দিব। তাত মোৰ বহুতো মেমান মুছলমান ব্যৱসায়ী বন্ধু আছে, তথাপি তেওঁলোকৰ তাত আপুনি থকাতো মই নিবিচাৰোঁ। আপোনাৰ

লগত বহুতো প্ৰয়োজনীয় কাগজ-পত্ৰ থাকিব; আমাৰ প্ৰতিপক্ষই সেইবোৰৰ ভু পালে আমাৰ মোকৰ্দমাৰ ক্ষতি হ'ব পাৰে।"

গান্ধীয়ে উত্তৰ দিলে, "সেই বিষয়ে আপুনি নিশ্চিন্ত থাকিব পাৰে শেঠজী। প্ৰাণ দি হ'লেও মই সেইবোৰ ৰক্ষা কৰিম। মই কিন্তু আপোনাৰ প্ৰতিপক্ষ শেঠ তায়েবৰ লগত যোগাযোগ কৰিম বুলি ভাবিছোঁ আৰু মোকৰ্দমাটোৰ আপোচৰ মাজেৰে শেষ কৰিবলৈ চেষ্টা চলাম। আপোনাৰ নিশ্চয় তাত কোনো আপত্তি নাই।"

আপোচৰ কথা শুনি শেঠ আব্দুল্লা প্ৰথমতে উচপ খাই উঠিল। তাৰ পিচত ইতস্ততঃ কৰি ক'লে, "নাই, ঠিক আপত্তি নাই। শেঠ তায়েবতো মোৰ আত্মীয়। কিন্তু সাৱধান, তেওঁ অত্যন্ত ধূৰ্ত প্ৰকৃতিৰ লোক। আমাৰ মোকৰ্দমাৰ কৌশল তেওঁ কেনেবাকৈ জানিব পাৰিলে সকলোধৰণৰ সুযোগ ল'ব। সেয়েহে এই বিষয়ত আপুনি অনুগ্ৰহ কৰি খুব সাৱধানে অগ্ৰসৰ হ'ব।"

গান্ধীয়ে তেওঁক আশ্বাস দি ক'লে, "সেই বিষয়ত আপুনি কোনো দুশ্চিন্তা নকৰিব শেঠজী। মই এই কে'চৰ বিষয়ে কোনো বাহিৰা লোকৰ লগত আলোচনা নকৰোঁ। মাথো শেঠ তায়েবক জনাম যে যদি আপুনি সঁহাৰি দিয়ে তেনেহ'লে আমি কে'চটোৰ আপোচ-মীমাংসাৰ কাৰণে ৰাজী আছোঁ।"

আব্দুল্লা শেঠে বিদায়ৰ সময়ত ক'লে, "ঠিক আছে তেনেহ'লে। আপুনি কালিলৈকে প্ৰিটোৰিয়ালৈ যাবলৈ প্ৰস্তুত হওক।"

* * *

১৮৯৩ চনৰ ৩১ মে'ৰ দিনা আব্দুল্লা শেঠে গান্ধীক ট্ৰেইনৰ প্ৰথম শ্ৰেণীৰ 'কুপ্'ত উঠাই দি আহিল। ট্ৰেইনখন নাটালৰ পৰা ট্ৰান্সভালৰ সীমাত থকা চাৰ্লছ টাউন চহৰলৈকে যাব। তাৰ পৰা ঘোঁৰৰ গাড়ীৰ ক'চ্চে তেওঁক লৈ যাব পূব ট্ৰান্সভালৰ ষ্টাণ্ডাৰটন্ চহৰলৈ। তাত ৰাতিটো কটাই সেই ঘোঁৰাৰ গাড়ীয়ে তেওঁক আকৌ লৈ যাব জোহান্সবাৰ্গলৈ। এই দূৰত্ব প্ৰায় এশ পঞ্চাছ মাইল। তাৰ পৰা পুনৰ ট্ৰেইন ধৰি প্ৰিটোৰিয়া চহৰলৈ যাব লাগিব।

গান্ধী উঠা ট্ৰেইনখন ৰাতি ন বজাত নাটাল কলনিৰ ৰাজধানী মেৰিট্‌জবাৰ্গত হাজিৰ হ'ল। তাত এজন ট্ৰেইনৰ পৰিচালকে গান্ধীক বিছনা ভাড়া কৰাৰ কথা ক'লে, কিন্তু গান্ধীয়ে অতিৰিক্ত খৰচৰ কথা চিন্তা কৰি বিছনা নালাগে বুলি ক'লে।

সেই সময়ত এজন 'বগা' পেছেঞ্জাৰ কোঠাটোত সোমাল। তেওঁ দেখা পালে যে তাৰ এটা 'ছিট'ত এজন 'কালাৰড্' লোক বহি আছে। তেওঁ নামি গৈ ৰে'লৰ দুজন কৰ্মচাৰীক মাতি আনিলে। অলপ পিছতে তেওঁলোকৰ ছুপাৰভাইজাৰ আহি গান্ধীক

ক'লে, "মিষ্টাৰ, তুমি ভেন্ কম্পাৰ্টমেণ্টলৈ যাব লাগিব।" ভেন্ কম্পাৰ্টমেণ্ট্ হ'ল তৃতীয় শ্ৰেণীৰ যাত্ৰীৰ কাৰণে।

গান্ধীয়ে প্ৰতিবাদ কৰিলে, "কিয়? মোৰতো ফাৰ্ষ্ট ক্লাছৰ টিকট আছে।"

"সেইবোৰ একো নেজানো, তুমি ভেনলৈ যাব লাগিব।"

"মই আপোনাক আকৌ কৈছোঁ যে ডাৰ্বানৰ পৰা মোক ফাৰ্ষ্ট ক্লাছৰ টিকট দিছে, সেয়েহে মই ফাৰ্ষ্ট ক্লাছত যোৱাৰ অধিকাৰী।"

"উহুঁ, মই কৈছোঁ যে তুমি ইয়াৰ অধিকাৰী নোহোৱা। ভালৰেই যদি যাব নোখোজা, তেনেহ'লে পুলিচ মাতি তোমাক কোঠাটোৰ পৰা বাহিৰ কৰি দিয়া হ'ব।"

গান্ধীয়ে ক'লে, "তেনেহলে তাকে কৰক। মই স্বেচ্ছাই ইয়াৰ পৰা লৰচৰ নকৰোঁ।"

অলপ পিচতেই এজন পুলিচ কনিষ্টবল তাত আহি হাজিৰ হ'ল। সি গান্ধীৰ হাতত ধৰি তেওঁক কোঠাটোৰ পৰা উলিয়াই দিলে, তাৰ পিচত তেওঁৰ বয়-বস্তুবোৰ দলি মাৰি প্লেট্‌ফৰ্মত পেলাই দিলে। অলপ সময়ৰ পিচতে উকি মাৰি ট্ৰেইনখন গ'লগৈ।

গান্ধীয়ে তেতিয়া হেণ্ড্‌বেগটো হাতত লৈ লাহে লাহে ষ্টেছনৰ ৱেটিং ৰুমলৈ গৈ বহিল। ষ্টেছনৰ এজন ক'লা পৰিচাৰকে তাৰ বয়-বস্তু নি ষ্টেছন মাষ্টৰৰ জিম্মাত ৰাখিলেগৈ।

তেতিয়া তাত শীতকাল আৰম্ভ হৈছে। দক্ষিণ আফ্ৰিকাত শীত প্ৰবলভাৱেই পৰিছে। মেৰিট্‌জ্বাৰ্গৰ উচ্চতা সমুদ্ৰপৃষ্ঠৰ পৰা দুহাজাৰ ফুট, স্বাভাৱিকতে ইয়াত শীতৰ প্ৰকোপ খুব বেছি। গান্ধীৰ তেতিয়া গাত অ'ভাৰকোট নাছিল, সেইটো আছিল বয়-বস্তুৰ লগত। সেয়েহে ঠেঁটুৰৈ ধৰা জাৰত তেওঁ কঁপিব ধৰিলে।

কোঠাটোত পোহৰৰ ব্যৱস্থা নাছিল, তাত তেওঁ অকলশৰীয়া। এজন পেছেঞ্জাৰ মাজনিশা আহিছিল আৰু বোধকৰোঁ তেওঁৰ লগত কথা পাতিবও বিচাৰিছিল, কিন্তু গান্ধীৰ তেতিয়া কাৰো লগত কথা পাতিব পৰা মানসিক অৱস্থা নাছিল।

গান্ধীয়ে তাত বহি বহি নিজৰ অৱস্থাকে পৰ্যালোচনা কৰাত লাগিল।

এবাৰ তেওঁ ভাবিলে যে তেতিয়াই দেশলৈ উভতি যাব, কিন্তু তেতিয়া 'দাদা আব্দুল্লা এণ্ড্ কোম্পানি'ৰ লগত কৰা চুক্তি ভংগ কৰা হ'ব। এবাৰ ভাবিলে যে তেওঁ চুক্তি অনুসৰি চুপ্-চাপ্ এটা বছৰ কটাই দেশলৈ যাবগৈ। কিন্তু অলপ পিছতে তেওঁ স্থিৰ কৰিলে যে দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলৰ প্ৰতি কৰা এই বৰ্ণবৈষম্য নীতিৰ বিৰুদ্ধে তেওঁ সংগ্ৰাম কৰিব; অন্যায়ক কেতিয়াও প্ৰশ্ৰয় দিব নোৱাৰি।

সৰুৰে পৰাই আৰু ইংলণ্ডত তিনিটা বছৰ কটাই তেওঁৰ বদ্ধমূল বিশ্বাস হৈছে যে আমি সকলোৱেই ঈশ্বৰৰ সন্তান, তেঁৱাৰ দৃষ্টিত সকলোৱেই সমান। তেনেহ'লে ভাৰতীয়সকলৰ প্ৰতি পদে পদে এনে অৱমাননাকৰ ব্যৱহাৰ কিয়? নাই, আৰু সহ্য

কৰিব নোৱাৰি। তেওঁ ইয়াত যিমান দিন থাকিব, সিমান দিনেই ইয়াৰ প্ৰতিবিধানৰ চেষ্টা কৰিব। এই চেষ্টা কোনো ব্যক্তি বিশেষৰ বিৰুদ্ধে নহয়, ইয়াৰ ঘৃণ্য সমাজ-ব্যৱস্থাৰ বিৰুদ্ধেই।

১৮৯৩ চনৰ ৩১ মে' তাৰিখৰ সেই মাজনিশা মেৰিটছ্‌বাৰ্গৰ এক শীতল আৰু অন্ধকাৰ প্ৰতীক্ষালয়ত গান্ধীৰ মনত যি প্ৰতিৰোধৰ সংকল্প জাগিল, সি ক্ৰমশঃ দৃঢ়ৰ পৰা দৃঢ়তৰ হ'ল, তাৰ পিচত এদিন ভূমিকম্পৰ দৰে প্ৰথমে দক্ষিণ আফ্ৰিকাত, তাৰ পিচত সমগ্ৰ ভাৰতবৰ্ষত ছিটিকি পৰিল।

পিচদিনা ৰাতিপুৱাই গান্ধীয়ে এখন দীঘলীয়া টেলিগ্ৰাম কৰি ৰে'লৰ জেনেৰেল মেনেজাৰক তেওঁৰ দুৰ্দশাৰ ঘটনা বিস্তৃতভাৱে জনালে। তেওঁ শেঠ আব্দুল্লাক বা আব্দুল্লা শেঠক (তেওঁক দুয়ো ধৰণে কয়) টেলিগ্ৰাম কৰি সকলো কথা জনালে।

শেঠ আব্দুল্লাই সেই টেলিগ্ৰাম পাই ৰে'লৰ জেনেৰেল মেনেজাৰক দেখা কৰিলে। মেনেজাৰে অৱশ্যে ৰে'ল-কৰ্মচাৰীসকলৰ ব্যৱহাৰকে সমৰ্থন কৰিলে, কিন্তু তেওঁ জনালে যে তেওঁ ইতিমধ্যেই ষ্টেছন-মাষ্টৰক গান্ধীক নিৰাপদে তেওঁৰ গন্তব্যস্থানলৈ পঠাই দিবলৈ নিৰ্দেশ দিছে। শেঠ আব্দুল্লাই তেতিয়া মেৰিট্‌ছ্‌বাৰ্গৰ উপৰি গান্ধীৰ যাত্ৰাপথৰ অন্যান্য ঠাইত বাস কৰা ভাৰতীয়সকলক গান্ধীক সহায় কৰিবলৈ টেলিগ্ৰাম কৰিলে।

সেই টেলিগ্ৰাম পাই মেৰিট্‌ছ্‌বাৰ্গৰ ভাৰতীয় ব্যৱসায়ীসকলে দুপৰীয়াৰ পৰাই গান্ধীক লগ ধৰি সমবেদনা জনালেহি। সকলোৱেই কিন্তু একেটা কথাই ক'লে, দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলে প্ৰথম বা দ্বিতীয় শ্ৰেণীত ট্ৰেইনেৰে যাত্ৰা কৰিলে, ৰে'ল কৰ্মচাৰীৰ হাতত, নহ'লে বগা ছালৰ লোকৰ হাতত অপমানিত হোৱাটো নিশ্চিত। প্ৰতিজনেই এই বিষয়ত নিজৰ অভিজ্ঞতাৰ কথাও জনালে।

গান্ধীয়ে এইবোৰ দুখৰ কাহিনী শুনিয়েই গোটেই দিনটো কটালে। সন্ধিয়া আকৌ চাৰ্লছ টাউনগামী ট্ৰেইন আহিল। এইবাৰ তাৰ কাৰণে এটা বাৰ্থ ৰিজাৰ্ভ কৰা আছিল। গান্ধীয়েও এইবাৰ বিছনা ভাড়া কৰিবলৈ ৰাজী হ'ল।

ট্ৰেইনে তেওঁক লৈ গন্তব্যস্থান অভিমুখে চলিল আৰু ৰাতিপুৱাতে চাৰ্লছটাউন পালেগৈ।

তেতিয়াৰ দিনত চাৰ্লছ টাউনৰ পৰা জোহান্সবাৰ্গলৈ যোৱাৰ কাৰণে কোনো ট্ৰেইন নাছিল, যাব লাগে ঘোঁৰাৰ গাড়ীৰ 'ষ্টেজ ক'চ্চ'ত। সেইখন আকৌ ষ্টেণ্ডাৰটন চহৰত নিশা উপস্থিত হয়, তাৰ পৰা আন এখন ক'চ্চত উঠিব লাগে। এইখন ক'চ্চ ৰাতিপুৱাহে যায় বাবে নিশাটো ষ্টেণ্ডাৰটন চহৰত বঞ্চিব লগা হয়। জোহান্সবাৰ্গৰ পৰা প্ৰিটোৰিয়ালৈ যোৱাৰ কাৰণে অৱশ্যে ট্ৰেইন চাৰ্ভিছ আছিল।

গান্ধীয়ে চাৰ্লছ টাউনৰ সেই ষ্টেজ ক'চ্চত উঠিবলৈ গৈ দেখে যে তাৰ বগা ছালৰ কণ্ডাক্টৰজনে, যিজনক 'লিডাৰ' বুলি কোৱা হয়, তেওঁৰ টিকটটো চাই ক'লে, "তোমাৰ এইখন টিকট বাতিল হ'ল।"

গান্ধীয়ে তেতিয়া তেওঁক আগৰ দিনৰ দুৰ্গতি বৰ্ণনা কৰি ক'লে যে তেওঁৰ এই বিলম্বৰ কাৰণে তেওঁ দায়ী নহয়। তদুপৰি শেঠ আব্দুল্লাই ইতিমধ্যে টেলিগ্ৰাম কৰি ক'চ্চৰ এজেণ্টক সকলো কথা জনাইছে।

তেতিয়া সেই 'লিডাৰে' ক'লে যে বাহিৰত ক'চ্চৰ চালকৰ দুয়োকাষে যি দুটা ছীট আছে, তাৰে এটাত গান্ধী বহিব লাগিব, কাৰণ তেওঁ নিজেই ক'চ্চৰ ভিতৰত বহিবলৈ ঠিক কৰিছে। গান্ধীয়ে এই বিষয়ে আৰু প্ৰতিবাদ কৰিব নিবিচাৰিলে, যদিও তেওঁ নিশ্চিত আছিল যে পেছেঞ্জাৰ হিচাপে ক'চ্চৰ ভিতৰত বহাৰ অধিকাৰ তেওঁৰ আছে।

ক'চ্চখনে দুপৰীয়া তিনি বজাত পাডেকফ্ চহৰ পাই অলপ সময়ৰ কাৰণে ৰ'ল; তেতিয়া সেই 'লিডাৰ'জনৰ বাহিৰৰ মুক্ত হাৱাত ধূমপান কৰাৰ ইচ্ছা হ'ল। তেওঁ তেতিয়া ক'চ্চৰ ফুট্‌ব'ৰ্ডত এখন লেতেৰা কাপোৰ পাৰি গান্ধীক ক'লে, "ছামী, তুমি এতিয়া ইয়াত বহা, মই ড্ৰাইভাৰৰ কাষত বহিবলৈ ঠিক কৰিছোঁ।"

গান্ধীৰ এই অপমান সহ্য নহ'ল। তেওঁ ভীত-কম্পিত কণ্ঠেৰে 'লিডাৰ'ক ক'লে, "আপুনিয়েই মোক এইটো ছীটত বহিব ক'লে, এতিয়া আকৌ চিগাৰেট খাবলৈ আপুনি ইয়াতে বহিব বিচাৰে। অথচ আপুনি ভালকৈ জানে যে ক'চ্চৰ ভিতৰত বহাৰ অধিকাৰ মোৰ আছে। মই সেইটো ছীটত নবহোঁ, মই ক'চ্চৰ ভিতৰত বহিব বিচাৰোঁ।"

গান্ধীৰ কথা শুনি 'লিডাৰ'ৰ খং উঠিল। তেওঁ গান্ধীক কাণে-মূৰে ঘুচিয়াবলৈ ধৰিলে। হাতত ধৰি গান্ধীক তেওঁ তলত পেলাই দিবলৈকো চেষ্টা কৰিলে, কিন্তু গান্ধীয়ে তেতিয়া প্ৰাণ-পণে ক'চ্চৰ ৰেলিঙত খামুচি ধৰিলে, লাগিলে তেওঁৰ হাতকে ভাঙক।

বাহিৰত হাৱা খাবলৈ থকা পেছেঞ্জাৰসকলে এজন বিশালকায় ব্যক্তিয়ে শীৰ্ণকায় এজন লোকক এইদৰে মাৰ-ধৰ কৰা দেখি আচৰিত হ'ল। তেওঁলোকে জানে যে পেছেঞ্জাৰ হিচাপে গান্ধীয়ে ক'চ্চৰ ভিতৰত বহাৰ অধিকাৰ আছে। তেওঁলোকৰে এজনৰ গান্ধীৰ প্ৰতি সহানুভূতি হ'ল। তেওঁ তেতিয়া 'লিডাৰ'ক ক'লে, "তুমি তেওঁক নামাৰিবা। তুমি জানা যে তেওঁ ঠিক কথাই কৈছে। তেওঁ যদি বাহিৰৰ তলৰ ছীটত বহিব নিবিচাৰে, তেনেহ'লে তেওঁক ক'চ্চৰ ভিতৰত বহিব দিয়া।"

লীডাৰে তেতিয়া হুমিয়াই হুমিয়াই গান্ধীক মৰা বন্ধ কৰিলে। কিন্তু হুম্‌কি মাৰি ক'লে, "ষ্টেণ্ডাৰটন পাই লওঁ, তোমাক তেতিয়া কি কৰোঁ গম পাবা।"

গান্ধীয়ে তেতিয়া ভয়ে ভয়ে ক'চ্চৰ ভিতৰলৈ গৈ বহিলেগৈ। তেওঁ নীৰৱে ভগৱানক প্ৰাৰ্থনা কৰিলে।

সন্ধিয়া সময়ত ক'চচখন ষ্টেণ্ডাৰটন চহৰ আহি পালে। গান্ধীয়ে তেতিয়া তাত তেওঁক লগ ধৰিবলৈ অহা কেইজনমান ভাৰতীয়ক দেখি আশ্বস্ত হ'ল। সেই 'লিডাৰ'ৰ তেতিয়া কিন্তু কোনো খবৰ নাই। তেওঁ তাৰ পৰা আঁতৰি গৈছে। বেছিভাগ উৎপীড়কেই যে ভিতৰি ভিতৰি কাপুৰুষ, তাৰ যেন এক নতুন প্ৰমাণ পোৱা গ'ল।

ভাৰতীয়সকলৰ মাজৰ পৰা এজনে আগবাঢ়ি আহি গান্ধীক ক'লে, "মিঃ গান্ধী, আমি শেঠ আব্দুল্লাৰ টেলিগ্ৰাম পাইছোঁ আৰু ইছা শেঠৰ দোকানলৈ আপোনাক লৈ যাবলৈ আহিছোঁ।"

গান্ধীয়ে তেতিয়া তেওঁলোকৰ লগত ইছা শেঠৰ দোকানলৈ গ'ল। গান্ধীৰ মুখত তেওঁৰ নিপীড়নৰ কথা শুনি শেঠজীয়ে তেওঁক সমবেদনা জনালে আৰু 'বগা'সকলৰ পৰা হোৱা তেওঁৰ নিজৰ ব্যক্তিগত দুঃখ আৰু অপমানৰ কাহিনীও বৰ্ণালে। তাৰ পিচত শেঠজীয়ে গান্ধীৰ স্নান-আহাৰৰ ব্যৱস্থা কৰিবলৈ গ'ল।

গান্ধীয়ে সেই ক'চ্চ কোম্পানীৰ এজেণ্টলৈ সকলো ঘটনাৰ বিৱৰণ দি এখন চিঠি পঠালে। এজেণ্টেও চিঠিৰ উত্তৰত জনালে যে পিচদিনাৰ যাত্ৰাৰ কাৰণে বেলেগ এখন ক'চ্চ আহিব। সেই মানুহজনো এই ক'চ্চত নাথাকে। ক'চ্চৰ ভিতৰত গান্ধীৰ স্থান সুৰক্ষিত থাকিব বুলিও তেওঁ আশ্বাস দিলে।

পিচদিনা ৰাতিপুৱাই ইছা শেঠে গান্ধীক ষ্টেজ ক'চ্চৰ ষ্টেচনলৈ নিলে। গান্ধীয়ে এইবাৰ ক'চ্চৰ ভিতৰতে স্থান পালে আৰু নিৰ্বিঘ্নেই সেইদিনা ৰাতি জোহান্সবাৰ্গ পালেগৈ।

শেঠ আব্দুল্লাই তালৈকো টেলিগ্ৰাম পঠাইছিল আৰু গান্ধীক তাৰ ভাৰতীয় ব্যৱসায়ী মহম্মদ কাছীম কামাৰুদ্দিনৰ নাম-ঠিকনা দিছিল। তেওঁৰ মানুহ গান্ধীক লৈ যাবলৈ আহিছিল, কিন্তু পৰস্পৰ চিনাকি নোহোৱাৰ কাৰণে তেওঁলোকৰ যোগাযোগেই নহ'ল।

গান্ধীয়ে তাৰ হোটেল এটালৈ যোৱাকে মনস্থ কৰিলে। তেওঁ ঘোঁৰা গাড়ী এখনক তেওঁক গ্ৰেণ্ড নেশ্বনেল হোটেললৈ নিবলৈ ক'লে। এই হোটেলখনৰ নাম গান্ধীয়ে আগতেই শুনিছিল।

ঘোঁৰাগাড়ীখন ৰখাই তেওঁ গাড়ীৰ পৰা নামি হোটেলৰ মেনেজাৰৰ পৰা এটা কোঠা বিচাৰিলে। মেনেজাৰে তেওঁৰ অবয়বত এবাৰ চকু ফুৰাই ক'লে, "মিষ্টাৰ, মই দুঃখিত, হোটেলতটো কোঠা খালী নাই।"

গান্ধী ওলাই আহি গাড়ীৱালাক মহম্মদ্ কাছীম কামাৰুদ্দিনৰ দোকানলৈ যাবলৈ ক'লে। তালৈ গৈ দেখে যে আব্দুল গনি শেঠে তেওঁৰ কাৰণে অপেক্ষা কৰি আছে। তেওঁ গান্ধীয়ে গ্ৰেণ্ড নেশ্বনেল হোটেলত স্থান নোপোৱাৰ কথা শুনি জোৰেৰে হাঁহি মাৰি ক'লে, 'আপুনি তাত স্থান পাব বুলি আশা কৰিছিল নেকি?"

গান্ধীয়ে ওলোটাই প্ৰশ্ন কৰিলে, "নাপাম কিয়?"

"আপুনি ইয়াত কেইদিনমান থাকিলে গম পাব যে একমাত্ৰ আমিহে ইয়াত ধন ঘটিবলৈ চৰ-কিল খাই থাকিব পাৰোঁ, আপুনিতো নোৱাৰে। এইখন দেশ আপোনাৰ কাৰণে নহয়, মিঃ গান্ধী। আপুনি কালিলৈ প্ৰিটোৰিয়ালৈ যাব। তালৈ আপুনি ট্ৰেইনৰ থাৰ্ড ক্লাছতেই যাব লাগিব, নহ'লে আকৌ অপমানিত হ'ব। ফাৰ্ষ্ট আৰু ছেকেণ্ড ক্লাছ টিকট ভাৰতীয়সকলক নেবেচে।"

গান্ধীয়ে আকৌ সুধিলে, "কিন্তু আপোনালোকে প্ৰথম-দ্বিতীয় শ্ৰেণীৰ টিকট কিনাৰ চেষ্টা কৰিছিল জানো?"

আব্দুল গনি শেঠে স্বীকাৰ কৰিলে, "এইটো অৱশ্যে সঁচা যে আমি কোনো দিনেই এনে চেষ্টা কৰা নাই। আমাৰ মানুহে থাৰ্ড ক্লাছেই বেছি পছন্দ কৰে।"

গান্ধীয়ে ৰে'লৰ 'ৰেগুলেচন' এখন আনি পঢ়ি চাই দেখে যে যাত্ৰীসকলে ফাৰ্ষ্ট বা ছেকেণ্ড ক্লাছৰ টিকট কিনাত কোনো বাধা নিষেধ নাই। তেওঁ সেয়েহে ক'লে, "মই ফাৰ্ষ্ট ক্লাছতেই যাব খোজোঁ শেঠজী। যদিহে তাত যাব নোৱাৰোঁ তেনেহ'লে ঘোঁৰাৰ গাড়ীৰেই প্ৰিটোৰিয়ালৈ যাম।"

আব্দুল গনি শেঠে তেতিয়া গান্ধীক ঘোঁৰাৰ গাড়ীত হ'ব লগা অতিৰিক্ত খৰচৰ কথা মনত পেলাই দি তেওঁৰ কাৰণে ফাৰ্ষ্ট ক্লাছৰ টিকটকে যোগাৰ কৰাৰ চেষ্টা কৰিব বুলি ক'লে।

গান্ধীয়ে তেতিয়া ষ্টেছন মাষ্টৰক এখন চিঠি লিখি জনালে যে তেওঁ এজন বিলাত ফেৰৎ বেৰিষ্টাৰ আৰু সকলো সময়তে তেওঁ ট্ৰেইনত ফাৰ্ষ্ট ক্লাছত অহা-যোৱা কৰে। তেওঁৰ উত্তৰৰ কাৰণে অপেক্ষা কৰাৰ সময় নাই, সেয়েহে তেওঁ নিজেই গৈ ষ্টেছনত টিকটটো সংগ্ৰহ কৰিব।

পিছদিনা ৰাতিপুৱা গান্ধীয়ে ৰে'ল ষ্টেছনলৈ যাওঁতেই ষ্টেছন মাষ্টৰে সুধিলে, "আপুনিয়ে মোলৈ চিঠি লিখিছিল নেকি?" গান্ধীয়ে উত্তৰ দিলে, "এৰা, আপুনি মোক ফাৰ্ষ্ট ক্লাছৰ টিকট এখন দিলে বাধিত হ'ম। মই আজিয়েই প্ৰিটোৰিয়া পাবগৈ লাগে।"

ভদ্ৰলোকে মিচিকিয়াই উত্তৰ দিলে, "মই ট্ৰান্সভালৰ মানুহ, মিঃ গান্ধী; মই হলেণ্ডৰ পৰা আহিছোঁ। মই আপোনাৰ অৱস্থা বুজিছোঁ আৰু সেয়েহে বৰ দুঃখিত। আপোনাক মই ফাৰ্ষ্ট ক্লাছৰ টিকট দিবলৈ ৰাজী আছোঁ; কিন্তু এটা চৰ্তত, গাৰ্ডে যদিহে আপোনাক থাৰ্ড ক্লাছলৈ যোৱাৰ কাৰণে বাধ্য কৰে, আপুনি কিন্তু মোক বা আমাৰ কোম্পানিক দোষী সাব্যস্ত কৰিব নোৱাৰে। ঈশ্বৰৰ ওচৰত কামনা কৰিছোঁ আপোনাৰ যাত্ৰা নিৰ্বিঘ্ন হওক। মোৰ সঁচাকৈয়ে আপোনাক এজন ভদ্ৰলোক যেন লাগিছে।"

গান্ধীয়ে ষ্টেছন মাষ্টৰৰ চৰ্ত মানি ল'লে।

বিদায়ৰ সময়ত আব্দুল গনি শেঠে গান্ধীৰ হাতত প্ৰথম শ্ৰেণীৰ টিকট দেখি অলপ আচৰিত হ'ল। তেওঁ ক'লে, "আশা কৰোঁ নিৰ্বিঘ্নে প্ৰিটোৰিয়া পাবগৈ, মিঃ গান্ধী। কিন্তু মোৰ ভয় হৈছে যে ট্ৰেইনৰ গাৰ্ডে আপোনাক ফাৰ্ষ্ট ক্লাছত থাকিব নিদিয়ে, আৰু গাৰ্ডে কেনেবাকৈ দিলেও পেছেঞ্জাৰবোৰে নিদিয়ে।"

গান্ধীয়ে এই বিষয়ত একো নকৈ তেওঁৰ পৰা বিদায় লৈ ফাৰ্ষ্ট ক্লাছ কম্পাৰ্টমেণ্টত উঠিল। ডাৰ্মিষ্টন ষ্টেছনত গাড়ী ৰওঁতে ট্ৰেইনৰ গাৰ্ডে গান্ধীক তাত দেখি জিক্‌জিকাই উঠিল আৰু তেওঁক থাৰ্ড ক্লাছলৈ যাব ক'লে। গান্ধীয়ে তেতিয়া গাৰ্ডক তেওঁৰ ফাৰ্ষ্ট ক্লাছৰ টিকট দেখুৱালে। কিন্তু গাৰ্ডে আকৌ ক'লে, "সেইবোৰ কথা নাজানো। তুমি থাৰ্ড ক্লাছ কম্পাৰ্টমেণ্টলৈ যাবই লাগিব।"

তাত এজন ইংৰাজ পেছেঞ্জাৰ আছিল। গান্ধীৰ অৱস্থা দেখি তেওঁৰ সহানুভূতি হ'ল। তেওঁ গাৰ্ডক ক'লে, "তুমি ভদ্ৰলোকক আমনি কৰিছা কিয়? তেওঁৰ প্ৰথম শ্ৰেণীৰ টিকট যে আছে দেখা নাই? মোৰ লগত তেওঁ যোৱাত মোৰ কোনো আপত্তি নাই।"

তাৰ পিচত তেওঁ গান্ধীৰ ফালে চাই ক'লে, "আপুনি য'তে আছে, তাতে আৰাম কৰি বহি থাকক।"

গাৰ্ডে তেতিয়া ভোৰ্‌ভোৰাই ক'লে, "আপুনি যদি কুলীৰ লগত যাবলৈ ৰাজী, তেনেহ'লে মোৰ ক'বলৈ একো নাই।" বিমৰ্ষ মনেৰে গাৰ্ড তাৰ পৰা গ'লগৈ।

গান্ধীয়ে ইংৰাজ ভদ্ৰলোকজনক অশেষ ধন্যবাদ জনাই নিজৰ আসনত স্থিৰ হৈ বহিল।

দ্বাদশ অধ্যায়

# প্ৰিটোৰিয়াৰ দিনবোৰ

গান্ধী অহা ট্ৰেইনখন প্ৰিটোৰিয়া ৰে'ইল ষ্টেছনত সন্ধিয়া পালেহি। তেওঁ আশা কৰিছিল যে শেঠ আব্দুল্লাৰ এটৰ্ণীজনে নিজে নহ'লেও তেওঁৰ কোনোবা প্ৰতিনিধি তেওঁক অভ্যৰ্থনা কৰিবলৈ ষ্টেছনলৈ আহিব। কিন্তু কোনো নাহিল। তেওঁৰ মনত পৰিল যে সেইদিনা দেওবাৰ, সেয়েহে এটৰ্ণিৰ পক্ষে কাকো পঠোৱা সম্ভৱ নহয়।

এই অচিনাকি ঠাইত গান্ধীয়ে ক'লৈ যাব ঠিক কৰিব পৰা নাই। গান্ধীয়ে তেতিয়া ভাবিলে যে গে'টত থকা টিকট-সংগ্ৰাহকৰ পৰা তেওঁ ওচৰতে থকা হোটেলৰ ঠিকনা জানি ল'ব। অৱশ্যে সকলো যাত্ৰী যোৱাৰ পিচতহে।

বাহিৰত তেতিয়া নিশা গাঢ় হৈ আহিছে। প্লেট্‌ফৰ্মখনো প্ৰায় অন্ধকাৰ। সকলো পেছেঞ্জাৰ তেতিয়া ওলাই গ'ল। গান্ধীয়ে তেতিয়া নিজকে বৰ অসহায় বোধ কৰিলে।

তেওঁ টিকট-সংগ্ৰাহকজনক নিজৰ টিকটটো দি সুধিলে, "ছাৰ, ইয়াত ওচৰতে হোটেল এখন পোৱা যাবনে, য'ত মই নিশাটো কটাব পাৰিম।"

টিকট সংগ্ৰাহকজন বগা-ছালৰ আছিল যদিও ভদ্ৰ। গান্ধীৰ অৱস্থা বুজিব পাৰি তেওঁ সহানুভূতিৰে উত্তৰ দিলে, "মই যি বুজিছোঁ এই ঠাই আপোনাৰ অপৰিচিত। কিন্তু ইয়াতে মই এনে এখন হোটেলৰ নাম নাজানো, য'ত কোনো এছিয়াবাসীক নিশা কটাবলৈ দিব।

গান্ধীয়ে ক'লে, "তেনেহ'লে মই ৰাতিটো ষ্টেছনৰ বেঞ্চত শুইয়েই কটাই দিম বুলি ভাবিছোঁ।"

"সেইটো পাৰিব, কিন্তু তাৰ কাৰণে আপুনি ষ্টেছন মাষ্টৰৰ অনুমতি ল'ব লাগিব।"

সেই সময়তে তাত এজন আফ্ৰিকান-আমেৰিকান লোক আছিল; তেওঁ এই কথা-বতৰাবোৰ মনোযোগেৰে শুনি আছিল। তেওঁ তেতিয়া তেওঁলোকৰ কাষলৈ আগবাঢ়ি আহিল।

তেওঁ গান্ধীক ক'লে, "বোধকৰোঁ আপুনি ইয়াত একেবাৰেই নতুন। মই আপোনাক নিশাটো কটোৱাত সাহায্য কৰিব পাৰোঁ। মই এটা সৰু হোটেলৰ কথা জানো, যিটো এজন বগা-আমেৰিকানে চলায়। আপোনাক মই তালৈ নিব পাৰিম। হয়তো তেওঁ আপোনাক তাত ৰাতি কটাবলৈ দিব পাৰে।"

তেতিয়া গান্ধীয়ে মানুহজনক অশেষ ধন্যবাদ দি তেওঁৰ লগতে সেই হোটেললৈ

গ'ল। হোটেলটো হ'ল 'জনছন্‌ছ্‌ ফেমিলি হোটেল'। মানুহজনে মিঃ জন্‌ছনক একাষৰীয়াকৈ মাতি নি ফুচ্‌ফুচাই কিবা ক'লে আৰু তাৰ পিচত গান্ধীক তেওঁৰ লগত চিনাকি কৰি দিলে।

গান্ধীৰ অৱস্থা দেখি মিঃ জন্‌ছনৰ করুণা হ'ল। গান্ধীক তেওঁ ক'লে, "এটা নিশাৰ কাৰণে আপোনাক এটা সৰু কোঠা দিব পাৰোঁ। কিন্তু চৰ্ত হৈছে কোঠাটোতে আপুনি ডিনাৰ খাব লাগিব। মোৰ কোনো বৰ্ণৰ প্ৰতি পক্ষপাতিত্ব নাই। তথাপি এই হোটেলৰ সকলো অতিথিয়েই হ'ল বগা ছালৰ। তেওঁলোকে আপুনি ডাইনিং হলত খোৱাৰ কথালৈ আপত্তি কৰিব পাৰে, আনকি সকলোৱে এই হোটেল এৰি গুচি যাবও পাৰে। তেতিয়াতো মোৰ আৰ্থিক সৰ্বনাশ হ'ব।"

গান্ধীয়ে আশ্বাস দি ক'লে, "আপুনি যে মোক নিশাটো কটাবলৈ দিছে তাৰ কাৰণেই মই কৃতজ্ঞ। আপোনাৰ কোনো ভয় নাই মিঃ জনছন। কোঠাতে ডিনাৰ খাবলৈ মোৰ কোনো অসুবিধা নহয়।" তাৰ পিচত গান্ধীয়ে সেই ক'লা আফ্ৰিকান-আমেৰিকান মানুহজনক আকৌ বহুত ধন্যবাদ জনাই মিঃ জন্‌ছনৰ লগত তেওঁৰ কোঠালৈ গ'ল।

অলপ পৰ পিচত দুৱাৰত চপৰিওৱাৰ শব্দ শুনি গান্ধীয়ে ভাবিলে যে হোটেলৰ পৰিচাৰকে তেওঁৰ নিশাৰ আহাৰ আনিলেই নেকি! কিন্তু মিঃ জনছন নিজেই আহিছে দেখোন!

মিঃ জনছনে মিচিকিয়াই ক'লে, "মিঃ গান্ধী, ভাল খবৰ আছে। মই আমাৰ ডাইনিং হলত আপুনি খোৱাৰ বিষয় লৈ অন্যান্য গেষ্টসকলৰ সৈতে কথা পাতিছোঁ। তেওঁলোকে কৈছে যে এই বিষয়ত কোনো আপত্তি নাই। ব'লক এতিয়া ডাইনিং হললৈকে যাওঁ। বেটাৰে আপোনাক তাতে ডিনাৰ চাৰ্ভ কৰিব।"

"মিঃ জনছন, আপোনাক এটা কথা কৈ থওঁ। মই কিন্তু ভেজিটেৰিয়ান। মাছ-মাংস, কণী একোকে নাখাওঁ।"

মিঃ জনছনে মুখত হাঁহি উজলাই উত্তৰ দিলে, "মিঃ গান্ধী, সেইটো একো সমস্যাই নহয়। মই মোৰ ৰান্ধনিক আপোনাৰ কাৰণে ভেজিটেৰিয়ান ডিশ্বৰ ব্যৱস্থা কৰিবলৈ ক'ম।"

গান্ধীয়ে মিঃ জনছনক আন্তৰিকতাৰে ধন্যবাদ জনালে আৰু তেওঁৰ লগতে ডাইনিং হললৈ আহিল। তেতিয়া হলত বেছি গেষ্ট্ নাছিল। তাত থকা কেইজনে গান্ধীৰ ফালে এবাৰ দৃষ্টিপাত কৰিয়েই নিজৰ মাজৰ কথাবতৰাত ব্যস্ত হ'ল।

গান্ধী তেতিয়া অত্যন্ত ভোকাতুৰ আৰু ভাগৰুৱা হৈ আছিল। আহাৰ আহি পোৱাৰ লগে লগেই তেওঁ কোনোফালে নোচোৱাকৈ খাবলৈ আৰম্ভ কৰিলে আৰু খোৱা শেষ হোৱাৰ পিচতে নিজৰ কোঠালৈ গৈ শুই পৰিল। সেইদৰে গান্ধীয়ে প্ৰিটোৰিয়া চহৰত প্ৰথম নিশা কটালে।

পিচদিনা প্ৰাতৰাশৰ পিচতে গান্ধীয়ে শেঠ আব্দুল্লাৰ এটৰ্নীজনৰ অফিচলৈ গ'ল।

এটৰ্নীজনৰ নাম আছিল এলবাৰ্ট বেকাৰ। বয়সত গান্ধীতকৈ তেৰ বছৰৰ ডাঙৰ। তেওঁ অতি সহৃদয় আৰু ভল্‌ভলীয়া ব্যক্তি আছিল। তেওঁৰ বিষয়ে শেঠ আব্দুল্লাই আগতীয়াকৈ গান্ধীক কৈছিলেই। দক্ষিণ আফ্রিকাত তেওঁ দ্বিতীয় প্রজন্মৰ অন্তৰ্ভুক্ত।

মিঃ বেকাৰে গান্ধীৰ সৈতে কৰমৰ্দন কৰি ক'লে, "মিঃ গান্ধী, মই অত্যন্ত দুঃখিত যে যোৱা নিশা মই আপোনাক অভ্যৰ্থনা জনাবলৈ ৰে'ল ষ্টেছনত উপস্থিত থাকিব নোৱাৰিলোঁ। মই খবৰ পোৱা মতে আপুনি শনিবাৰেহে অহাৰ কথা আছিল। পিচে শনিবাৰে নাহিল কিয়?"

গান্ধীয়ে তেওঁৰ ট্রেইনৰ আৰু ক'চ্চৰ দুৰ্ভাগ্যজনক অভিজ্ঞতাৰ কথা বৰ্ণালে। এই বৰ্ণনা শুনি মিঃ বেকাৰে সমবেদনাৰ সুৰত ক'লে, "খবৰটো শুনি বৰ দুঃখ পালোঁ, মিঃ গান্ধী। মিঃ আব্দুল্লাই আপোনাক নিশ্চয় কৈছে যে মোৰ বৰ্ণ সম্পৰ্কে কোনো পক্ষপাতিতা নাই। কিন্তু ইয়াত 'কালাৰ বাৰ' বৰ বেছি প্রকট। আপুনি পিছে ক'ত আছে?"

গান্ধীয়ে ক'লে, "এজন ক'লা লোকৰ সাহায্যত মিঃ জনছনৰ ফেমিলি হোটেলত কালি নিশা আশ্রয় পাইছোঁ।"

মিঃ বেকাৰে ক'লে, "ঈশ্বৰেহে আপোনাক কালি ৰক্ষা কৰিলে। কিন্তু আপুনি সেই হোটেলত বেছি দিন থাকিব নোৱাৰে, কিয়নো হোটেলত থকাটো ইয়াত অত্যন্ত খৰচী কাম। মই এগৰাকী দুখীয়া বিধবা মহিলাক চিনি পাওঁ। তেওঁৰ পৰলোকগত স্বামীৰ এখন ৰুটীৰ দোকান আছিল। তেওঁ এতিয়া এটা ব'ৰ্ডিং হাউছ্ চলায়। হয়তো আপোনাক ব'ৰ্ডাৰ হিচাপে ল'বলৈ তেওঁৰ আপত্তি নেথাকিব। ব'লকচোন, তেওঁৰ লগতে কথা পাতি চাওঁ।"

মিঃ বেকাৰৰ নিজৰ ঘোঁৰাৰ গাড়ী আছিল। তেওঁ গান্ধীৰে সৈতে তাত উঠিল আৰু ব'ৰ্ডিং হাউছটোত উপস্থিত হ'ল। মিঃ বেকাৰে মহিলাগৰাকীৰ সৈতে অকলশৰীয়াকৈ অলপ কথা-বতৰা হ'ল। তাৰ পিচত তেওঁ গান্ধীক মাতি ক'লে, "আহক মিঃ গান্ধী, আপোনাক মিছেছ্ স্মিথৰ লগত চিনাকি কৰি দিওঁ। আপোনাক ব'ৰ্ডাৰস্বৰূপে লোৱাত তেওঁৰ কোনো আপত্তি নাই।"

গান্ধীয়ে তেতিয়া আগবাঢ়ি গৈ মিছেছ্ স্মিথৰ লগত কৰমৰ্দন কৰিলে আৰু সকলোৱে লগলাগি কোঠাটো চাবলৈ গ'ল। কোঠা তেওঁৰ পছন্দ হ'ল। মুকলি বতাহ পোৱা কোঠা, দক্ষিণৰ বাৰাণ্ডাৰ মাজেৰে সন্মুখৰ মুকলি পথাৰ দেখা যায়। ভাড়া সপ্তাহে পাঁয়ত্রিছ শ্বিলিং। মিছেছ্ স্মিথে গান্ধীৰ কাৰণে নিৰামিষাহাৰী আহাৰৰ ব্যৱস্থা কৰিবলৈকো ৰাজী হ'ল। তেওঁ গান্ধীক ক'লে যে ইচ্ছা কৰিলে সেইদিনাই তেওঁ তালৈ গুচি আহিব পাৰে।

তাৰ পৰা বাহিৰলৈ আহি মিঃ বেকাৰে গান্ধীক ক'লে, "মই অতিশয় আনন্দিত যে আপোনাৰ থকাৰ ব্যৱস্থাটো নিৰ্বিঘ্নেই সমাধা হ'ল। পিচে মিঃ গান্ধী, মই দুঃখেৰে আপোনাক এইটো ক'বলগীয়া হৈছে যে ইয়াত আপোনাৰ বিশেষ একো কাম নাই। এই কে'চৰ কাৰণে আমি নামী বেৰিষ্টাৰক নিযুক্ত কৰিছোঁ। কিন্তু আপুনি কে'চটোৰ প্ৰয়োজনীয় খুটি-নাটি গৱেষণা কৰি আমাক সহায় কৰিব পাৰে। তদুপৰি মিঃ আব্দুল্লা শেঠৰ লগত চিঠি-পত্ৰৰ আদান-প্ৰদানো আপোনাৰ মাধ্যমেৰে সুষ্ঠভাৱে সম্পন্ন হ'ব পাৰে। ইমানদিনে আপুনি নিশ্চয় বুজিব পাৰিছে যে মিঃ শেঠৰ ইংৰাজী জ্ঞান নিচেই সামান্য আৰু ইংৰাজী লেখিব তেওঁ একেবাৰেই নোৱাৰে।"

এই কথা শুনি গান্ধী নিৰাশ হ'ল। প্ৰকৃততে তেওঁ শেঠ আব্দুল্লাক বিশেষ একো সহায় কৰিব নোৱৰা অৱস্থা। কিন্তু তেওঁ ভৱিষ্যতৰ সুযোগৰ অপেক্ষাত থাকিব বুলি ঠিক কৰিলে। কিজানি শেঠ আব্দুল্লাক সহায় কৰাৰ সুযোগ ওলাবও পাৰে, ভৱিষ্যতৰ কথা কোনেনো ক'ব পাৰে?

হঠাতে মিঃ বেকাৰে গান্ধীক ক'লে, "মিঃ গান্ধী, আইনজীৱীৰ উপৰি মই এগৰাকী খ্ৰীষ্টধৰ্মৰ প্ৰচাৰক। সঁচা ক'বলৈ হ'লে মোৰ নিজৰ অৰ্থেৰেই মই এটা চাৰ্চ সাজিছোঁ। প্ৰতি ৰবিবাৰে পুৱাবেলা মই ধৰ্ম প্ৰচাৰ কৰোঁ। আপুনি কোন ধৰ্ম অনুসৰণ কৰে জানিব পাৰোঁনে?"

গান্ধীয়ে অলপ সংকুচিত ভাবেৰে উত্তৰ দিলে, "মিঃ বেকাৰ, এইটো সঁচা যে মই এজন হিন্দুস্বৰূপে জন্মগ্ৰহণ কৰিছোঁ; কিন্তু মই লজ্জিত যে নিজৰ ধৰ্মৰ বিষয়ে মোৰ কিন্তু বিশেষ জ্ঞান নাই। সৰুতে পিতৃ-মাতৃৰ পৰাই আমাৰ ধৰ্মৰ বিষয়ে যি অলপ জ্ঞান হৈছিল। এতিয়া মই পৃথিৱীৰ সকলো প্ৰধান ধৰ্ম সম্পৰ্কে জানিবলৈ আগ্ৰহী। সকলো ধৰ্মৰ বিষয়ে ভালকৈ জনাৰ পিচতহে মই ঠিক কৰিম মোৰ জীৱনত কোনটো ধৰ্ম অনুসৰণ কৰা উচিত।

মিঃ বেকাৰে উৎসাহিত কণ্ঠে ক'লে, "তেনেহ'লে আপুনি বাইবেলৰেই খ্ৰীষ্টান ধৰ্মৰ পাঠ আৰম্ভ কৰক। বাইবেলৰ দৰে ধৰ্মগ্ৰন্থ পৃথিৱীৰ আৰু ক'তো নাই। মই এতিয়া অফিচ পায়েই আপোনাক এখন বাইবেল উপহাৰ দিম।"

গান্ধীয়ে উত্তৰ দিলে, "ইয়াৰ কাৰণে আপোনাক অশেষ ধন্যবাদ, মিঃ বেকাৰ। মই অৱশ্যে লণ্ডনত থাকোঁত বাইবেলৰ কিছু কিছু অংশ পঢ়িছিলোঁ।"

মিঃ বেকাৰে ক'লে, "তেনেহ'লে আপোনাৰ বাইবেল পাঠ ইতিমধ্যেই আৰম্ভ হৈ গৈছে। মই মনে-প্ৰাণে বিশ্বাস কৰোঁ যে আমাৰ মুক্তি যীচুখ্ৰীষ্টক আশ্ৰয় কৰিহে সম্ভৱ, আমি ঈশ্বৰৰ আৰ্শীবাদ একমাত্ৰ তেৰাৰ মাধ্যমেৰেহে পাব পাৰোঁ।

গান্ধীয়ে অলপ প্ৰতিবাদৰ সুৰত ক'লে, "কিন্তু মিঃ বেকাৰ, বৌদ্ধ ধৰ্মৰ বুদ্ধ অথবা হিন্দু ধৰ্মৰ কৃষ্ণক ভজিও আমি মুক্তিলাভ কৰিব পাৰোঁ।"

"সেয়া সঁচাও হ'ব পাৰে, কিন্তু একমাত্ৰ যীচুৱেহে আমাৰ সকলো পাপ ধুই নিব পাৰে, মিঃ গান্ধী"— মিঃ বেকাৰে উদ্দীপিত কণ্ঠে ক'লে। "তেৰা কবৰৰ পৰা উত্থিত হৈছিল মানুহক উদ্ধাৰ কৰা মানসেৰেই। সঁচাই ক'বলৈ হ'লে, প্ৰতিটো কামৰ দিনতে দুপৰীয়া এক বজাৰ সময়ত কেইমিনিট মান সময়ৰ কাৰণে আমাৰ এখন প্ৰাৰ্থনা সভা বহে; তাত আমি সমৱেতভাৱে ঈশ্বৰৰ করুণা যাচ্ঞা কৰি প্ৰাৰ্থনা কৰোঁ। আপুনি কালিলৈ আহি সকলোবোৰ চাই যাওকনা।"

গান্ধীয়ে ক'লে, "মোৰ হাততো এতিয়া কোনো কাম নাই। আপোনাৰ প্ৰাৰ্থনা সভাত সেয়েহে মোৰ যোগ দিয়াতো কোনো অসুবিধা নাই।

মিঃ বেকাৰে ক'লে, "ঠিক আছে তেনেহলে। মই কালিলৈ দুপৰীয়া এক বজাৰ সময়ত আপোনাক আমাৰ চাৰ্চৰ প্ৰাৰ্থনা সভালৈ লৈ যাম। তাত আপুনি আমাৰ গ্ৰুপৰ সকলোৰে সৈতে চিনাকি হ'ব পাৰিব।" বিদায় জনোৱাৰ আগতে তেওঁ গান্ধীৰ হাতত এখন বাইবেল দিলে।

গান্ধীয়ে তেতিয়া পোনে পোনেই জনষ্টনৰ ফেমিলি হোটেললৈ গ'ল আৰু তেওঁক এৰাতিৰ ভাড়া দি অশেষ ধন্যবাদ জনালে। তাৰ পিচত বস্তু-বাহানি লৈ তেওঁ মিছেছ্ স্মিথৰ ব'ৰ্ডিং হাউছলৈ আহিল। তাত তেও কাৰণে ইতিমধ্যে দুপৰীয়াৰ আহাৰ স্বৰূপে 'ভেজিটেৰিয়ান ডিশ্ব' ৰান্ধি থৈছে।

গান্ধীয়ে তেতিয়া মুখ-হাত ধুই 'লাঞ্চ' খালে। তেওঁৰ উপলব্ধি হ'ল যে মিছেছ্ স্মিথ প্ৰকৃততে এগৰাকী স্নেহশীলা মহিলা আৰু গান্ধীৰ প্ৰতিও তেওঁ খুব সহানুভূতিশীলা।

সেইদিনাই প্ৰিটোৰিয়াতে গান্ধীয়ে শেঠ আব্দুল্লাৰ বন্ধু এজনক লগ ধৰা প্ৰয়োজন। শেঠে যাত্ৰাৰ পূৰ্বেই এই লোকজনলৈ গান্ধীৰ হাতত এখন চিঠি দি ঠিকনাটোও জনাইছিল। লোকজন ভাৰতীয়, নামটো আছিল ৰুস্তম। তেওঁৰ দোকানলৈ যাওঁতেই তেওঁ ক'লে যে গান্ধীলৈকে তেওঁ অপেক্ষা কৰি আছিল।

তেওঁ আন্তৰিকতাৰে গান্ধীক নমস্কাৰ দি ক'লে, "আপোনাৰ প্ৰিটোৰিয়ালৈ আগমনক স্বাগত জনাইছোঁ, মিঃ গান্ধী। আশা কৰোঁ ডাৰ্বানৰ পৰা ইয়ালৈ আহোঁতে পথত কোনো অসুবিধা হোৱা নাই।"

গান্ধীয়ে খেদ কৰি ক'লে, "ডাৰ্বানৰ পৰা ইয়ালৈ আহোঁতে প্ৰচুৰ সংকটৰ সম্মুখীন হৈছোঁ, ৰুস্তমজী"। তাৰ পিচত তেওঁ পথত হোৱা দুৰ্গতিৰ সবিশেষ বৰ্ণালে।

শুনি মিঃ ৰুস্তমে বিমৰ্ষ সুৰত ক'লে, "মই আপোনাৰ কষ্ট-অপমানৰ কথা গম পাই অতিশয় দুঃখিত, মিঃ গান্ধী। কিন্তু আপুনি ইয়াত কেইদিনমান থকাৰ পিচত উপলব্ধি কৰিব পাৰিব যে ইয়াত ভাৰতীয়সকলৰ অৱস্থা স্থানীয় জুলু বা হটেন্‌টট্‌সকলতকৈ কোনো ক্ষেত্ৰতে ভাল নহয়। কিন্তু এয়াই হৈছে আমাৰ ভাগ্য, এই লৈ দুখ কৰি লাভ

নাই। আমি ইয়ালৈ আহিছোঁ ধন ঘটিবলৈ। যেতিয়ালৈকে ধন ঘটি থাকিব পাৰোঁ, আনবিলাক কথাত তেতিয়ালৈকে অভিযোগ নকৰি মনে মনে থকাটোৱেই বুদ্ধিমানৰ কাম বুলি ভাবোঁ। আপুনি ইয়াত ক'ত আছেহি?"

গান্ধীয়ে ক'লে, "এগৰাকী ইংৰাজ মহিলাৰ ব'ৰ্ডিং হাউছত।"

"কিয়, আপুনি দেখোন ইয়াতে থাকিব পাৰে, নাথাকে কিয়? মোৰ ঘৰ ডাঙৰ, কেইবাটাও কোঠা খালী হৈ আছে।"

গান্ধীয়ে অলপ দৃঢ়তাৰেই ক'লে, "আপোনাৰ আমন্ত্ৰণৰ কাৰণে অশেষ ধন্যবাদ, ৰুস্তমজী। কিন্তু আপাততঃ মই য'ত আছোঁ, তাতেই থাকিব বিচাৰোঁ।"

মিঃ ৰুস্তমে ক'লে, "ঠিক আছে, মই আপোনাক জোৰ নকৰোঁ। কিন্তু আপোনাৰ যদি কিবা প্ৰয়োজন হয়, তেনেহ'লে মোক জনাবলৈ অকণো দ্বিধাবোধ নকৰিব।"

গান্ধীয়ে তাৰ পৰা উঠাৰ সময়ত কৃতজ্ঞতাৰে ক'লে, "মই কথা দিছোঁ, কিবা প্ৰয়োজন হ'লে আপোনাক জনাম।"

তেওঁ যেতিয়া মিছেছ্ স্মিথৰ ঘৰলৈ উভতি আহে, তেতিয়া সন্ধিয়াৰ আন্ধাৰ গাঢ় হৈ আহিছে।

সেইদিনা নিশা বিছনাত শুই শুই গান্ধীয়ে বহুতো কথা ভাবিব ধৰিলে।

আব্দুল্লা শেঠক তেওঁ ইতিমধ্যেই জনাইছে যে তেওঁৰ ইয়াত বিশেষ কাম নাই, অৱশ্যে কে'চটো সম্বন্ধে যথাসাধ্য গৱেষণা কৰিব বুলিও তেওঁ প্ৰতিশ্ৰুতি দিছে।

কিন্তু তেওঁৰ প্ৰতি মিঃ বেকাৰৰ ইমান আগ্ৰহ কিয়? তেওঁ কি গান্ধীক খ্ৰীষ্টান ধৰ্মত দীক্ষিত কৰিব বিচাৰে? গান্ধীয়ে এই খ্ৰীষ্টান ধৰ্মৰ গ্ৰন্থবোৰ পঢ়ি কিমান দূৰ অগ্ৰসৰ হ'ব আৰু খ্ৰীষ্টান ধৰ্ম সম্পৰ্কে তেওঁৰ জ্ঞান কিমান বাঢ়িব?

তেতিয়া গান্ধীয়ে সিদ্ধান্ত ল'লে যে যেতিয়ালৈকে তেওঁ হিন্দুধৰ্ম সম্পৰ্কে সম্যক জ্ঞান লাভ কৰিব নোৱাৰে, তেতিয়ালৈকে আন কোনো ধৰ্মকে তেওঁ মনে-প্ৰাণে গ্ৰহণ নকৰে। তেওঁৰ স্থিৰ বিশ্বাস যে ঈশ্বৰেই তেওঁক এই বিষয়ত ভৱিষ্যতৰ পথ নিৰ্দেশ কৰিব।

এইবোৰ কথা চিন্তা কৰি থাকোঁতেই কেতিয়া তেওঁৰ টোপনি আহিল, তেওঁ ক'ব নোৱাৰিলে।

* * *

পিচদিনা মিঃ বেকাৰৰ লগত গান্ধীয়ে সেই চাৰ্চটোলৈ আহিল। মিঃ বেকাৰে তেওঁৰ তিনিগৰাকী সতীৰ্থৰ লগত গান্ধীক চিনাকি কৰি দিলে। তেওঁলোকৰ দুগৰাকী হ'ল ক্ৰমে মিছ্ ক্লাৰা হেৰিছ আৰু মিছ্ জৰ্জিনা গেব্। দুয়ো বয়স্কা আৰু চিৰকুমাৰী।

এনেকুৱা লাগে যেন যীচুখ্ৰীষ্টক অৱলম্বন কৰি তেৰাক ভজিয়েই তেওঁলোকে জীৱন পাত কৰিছে। তৃতীয় ব্যক্তিগৰাকী হ'ল ইংলেণ্ডত জন্ম লোৱা এক 'কোৱেকাৰ' ধৰ্ম-বিশ্বাসী। তেওঁৰ নাম মাইকেল্ কোট্‌ছ্। এওঁ গান্ধীতকৈ প্ৰায় সাত বছৰৰ ডাঙৰ।

এই প্ৰাৰ্থনা মাথোঁ পাঁচ মিনিটৰ বাবে। উপস্থিত সকলোৱেই মজিয়াত আঁঠু ল'লে আৰু তেওঁলোকৰ সুখ-শান্তিৰ কাৰণে প্ৰাৰ্থনা জনালে। তদুপৰি তেওঁলোকৰ মাজত থকা ভ্ৰাতৃ গান্ধীয়ে যাতে সত্য পথ দেখা পায় তাৰ কাৰণেও প্ৰাৰ্থনা কৰিলে।

প্ৰাৰ্থনাৰ শেষত মিছ্ হেৰিছ্ আৰু মিছ্ গেব্ দুয়ো গান্ধীক তেওঁলোকৰ ঘৰত ৰবিবাৰে আবেলিৰ চাহ খাবলৈ নিমন্ত্ৰণ কৰিলে। তেওঁলোক একেলগে থাকে আৰু তেওঁলোকৰ স্বভাৱ অত্যন্ত মধুৰ। গান্ধীয়ে পিচৰ দেওবাৰে আবেলি তেওঁলোকৰ ঘৰলৈ যোৱাত সন্মতি দিলে। মিঃ কোট্‌ছে ক'লে যে তেওঁৱোঁ সেইদিনা তাত উপস্থিত থাকিব।

পিচৰ দেওবাৰত গান্ধী তাত উপস্থিত হওঁতেই মিছ্ হেৰিছ্ আৰু মিছ্ গেবে তেওঁক স্বাগত জনালে। গান্ধীৰ কাপত চাহ বাকি থাকোঁতে মিছ্ গেবে ক'লে, "আমাৰ ইয়াত মাথোঁ চাহ খোৱা কামেই নহয়, বৰং প্ৰতি সপ্তাহে আমাৰ ধৰ্মৰ প্ৰতি অগ্ৰসৰৰ নিজৰ ডায়েৰী পাঠ কৰি সকলোকে শুনাওঁ। আমাৰ উদ্দেশ্য হৈছে ঈশ্বৰৰ সানিধ্যলৈ আমি কিমান দূৰ আগুৱাব পাৰিছোঁ সেইটো নিৰ্ণয় কৰা।"

গান্ধীয়ে ক'লে, "তেনেহ'লে ময়ো এতিয়াৰ পৰা মোৰ ধাৰ্মিক চিন্তা এইদৰে ডায়েৰীত লিখি থ'ম আৰু ইয়ালৈ আহি আপোনালোকক পঢ়ি শুনাম।

মিছ্ হেৰিছে ক'লে, "অনুগ্ৰহ কৰি তাকে কৰিব, মিঃ গান্ধী। তাৰ আগতে আমি আপোনাৰ লগত ব্যক্তিগতভাৱে আৰু অলপ চিনাকি হৈ ল'ব খুজিছোঁ। মিঃ বেকাৰে আমাক কৈছে যে আপুনি লণ্ডনৰ পৰা বেৰিষ্টাৰী পাছ কৰিছে।

গান্ধীয়ে মিচিকিয়াই উত্তৰ দিলে, "আপুনি এইদৰে ক'ব পাৰে, লণ্ডনৰ পৰা বেৰিষ্টাৰী পাছ কৰিছোঁ, পিচে বোম্বাইত ব্যৱসায় প্ৰতিষ্ঠা কৰিব নোৱাৰিলোঁ।"

গান্ধীৰ কথা শুনি সকলোৱে হাঁহি দিলে। এইবাৰ মিঃ কোট্‌ছে ক'লে, "মনত ৰাখিব মিঃ গান্ধী, যি সকলে দণ্ডায়মান হৈ অপেক্ষা কৰে, তেওঁলোকেও ঈশ্বৰৰ সেৱা কৰে।"

ইংৰাজ কবি মিল্টনৰ কবিতাৰ এই প্ৰখ্যাত শাৰীৰ লগত গান্ধী আগৰে পৰা পৰিচিত। এইবাৰ মিছ্ গেবে প্ৰশ্ন কৰিলে, "মিঃ গান্ধী, আপুনি বিবাহিত নেকি?"

গান্ধীৰ উত্তৰ, "এৰা, মিছ্ গেব্।"

"ইতিমধ্যেই বিয়া কৰাই পেলাইছে? বিয়াৰ বয়স আপোনাৰ হোৱা নাই যেন লাগে। ল'ৰা-ছোৱালীও আছে নেকি?"

"এৰা, মিছ্ গেব্। দুটা ল'ৰা আছে।"

অলপ আচৰিত হৈ মিছ্ গেবে আকৌ সুধিলে, "ইমান কম বয়সত আপুনি দুটা ল'ৰাৰ পিতৃ কেনেকৈ হ'ল? কি কয়হে!"

গান্ধীয়ে লাজ লাজ কৰি ক'লে, "আমাৰ আচলতে বাল্যবিবাহ হৈছিল। বিয়াৰ সময়ত আমাৰ দুয়োৰে বয়স আছিল মাত্ৰ তেৰ বছৰ।"

এইবাৰ মিছ্ হেৰিছে ক'লে "বাল্য বিবাহ ভাৰতৰ এক ডাঙৰ অভিশাপ, মিঃ গান্ধী।"

গান্ধীয়ে ক'লে, "আপোনাৰ এই মন্তব্যৰ লগত মই সম্পূৰ্ণ একমত, মিছ্ হেৰিছ।"

এই কথোপকথন শেষ হোৱাৰ অলপ পিচতে তেওঁলোকে নিজৰ নিজৰ ডায়েৰীৰ বিশেষ বিশেষ অংশ পঢ়ি শুনাব ধৰিলে।

ইয়াৰ পৰা বিদায় লোৱাৰ পিচত মিঃ কোট্‌ছে গান্ধীক ক'লে, "মিঃ গান্ধী, ব'লক, আমি একেলগে অলপ খোজকাঢ়ি যাওঁ। আজিৰ আবেলিটো বৰ সুন্দৰ। আবেলি খোজকঢ়াতো মোৰ বৰ পছন্দৰ কাম।

' গান্ধীয়ে ক'লে, "ময়ো খোজকাঢ়িবলৈ ভাল পাওঁ।"

মিঃ কোট্‌ছে ক'লে, "সেইটো বৰ ভাল খবৰ দিলে। আমি সময় পালে একেলগে খোজকাঢ়িবলৈ ভাল পাম। বেকাৰে আপোনাক বাইবেল এখন উপহাৰ দিয়া বুলি গম পাওঁ। বাইবেল যদিও আধ্যাত্মিক উন্নতিৰ কাৰণে সকলোতকৈ উৎকৃষ্ট গ্ৰন্থ, তথাপি মই আপোনাক খ্ৰীষ্টান ধৰ্মৰ বিষয়ে আন আন গ্ৰন্থও পাঠ কৰিবলৈ ক'ম। মোৰ ঘৰ পাবলৈ আৰু বেছি দূৰ নাই। খোজকাঢ়িয়েই আমি এতিয়া মোৰ ঘৰলৈ যাম আৰু আপোনাৰ অধ্যয়নৰ কাৰণে কেইখনমান এই বিষয়ৰ কিতাপ দিম, আপুনি ভাল পাবনে?"

গান্ধীয়ে ক'লে, "নিশ্চয়"।

মিঃ কোট্‌ছে গান্ধীক ডব্ পাৰ্কাৰৰ 'কমে'ণ্টেৰি', পিয়াৰ্ছনৰ 'মেনি ইন্‌ফলিবল্ প্ৰুফ্‌ছ' আৰু বাট্‌লাৰৰ 'এনালজি' পঢ়িবলৈ দিলে। সেই নিশাৰ ডিনাৰৰ পিচতে গান্ধীয়ে কিতাপবোৰ পঢ়াত লাগিল। পিয়াৰ্ছনৰ গ্ৰন্থই গান্ধীৰ মনত কোনো প্ৰভাৱ পেলাব নোৱাৰিলে। কিয়নো যিসকল লোক খ্ৰীষ্টান নহয়, গ্ৰন্থখন তেওঁলোকৰ কাৰণে নহয়। একে কাৰণতে পাৰ্কাৰৰ কিতাপখনো গান্ধীৰ ভাল নালাগিল। বাট্‌লাৰৰ 'এনালজি'ত যুক্তিসহ উত্থাপিত কৰিছে কিয়নো খ্ৰীষ্টান ধৰ্ম পৃথিৱীত আটাইতকৈ উত্তম ধৰ্ম আৰু ঈশ্বৰৰ সৰ্বব্যাপী অস্তিত্বৰ কথা। কিতাপখন কঠিন। কিন্তু গান্ধীয়েতো ইতিমধ্যেই ঈশ্বৰ-বিশ্বাস কৰিবলৈ আৰম্ভ কৰিছেই। যীচুখ্ৰীষ্টকেই মৰ্ত্যত একমাত্ৰ অৱতাৰ বোলা তত্ত্বত তেওঁৰ মনে সহাৰি নিদিলে, কাৰণ তেওঁৰ মতে, বুদ্ধ, কৃষ্ণ আৰু মহম্মদো এই পৃথিৱীত ঈশ্বৰৰ অৱতাৰস্বৰূপে আৱিৰ্ভূত হৈছিল। তদুপৰি ধাৰ্মিক জীৱন খ্ৰীষ্টান

নহ'লেও পালন কৰিব পাৰি। হিন্দু ধৰ্মই তেওঁক এই শিক্ষাই দিছে যে সৎ আৰু ধাৰ্মিক জীৱন-যাপন ঈশ্বৰৰ আৰাধনাৰে সমতুল্য।

এই গ্ৰন্থবোৰৰ সম্বন্ধে কোট্‌ছৰ লগ পালেই তেওঁলোকে আলোচনা কৰে। মিঃ কোট্‌ছে গম পালে যে খ্ৰীষ্টান ধৰ্মই গান্ধীক সিমান আকৰ্ষণ কৰা নাই। কিন্তু তেওবোঁ এৰি দিয়া ভকত নহয়। তেওঁৰ দৃঢ় বিশ্বাস যে অৱশেষত গান্ধীক খ্ৰীষ্ট ধৰ্মত দীক্ষিত কৰিবলৈ তেওঁ সমৰ্থ হ'ব।

এদিন গান্ধীৰ ডিঙিত তুলসীমালা দেখি তেওঁ ক'লে, "মিঃ গান্ধী, এয়াতো কু-সংস্কাৰ, আপোনাৰ দৰে শিক্ষিত লোকে এইবোৰ কথাত আশয় দিয়া অনুচিত। মালাডাল ছিঙি পেলাওঁ আহক!"

গান্ধীয়ে দৃঢ়কণ্ঠে ক'লে, "নাই, নাই, আপুনি এইডাল স্পৰ্শ নকৰিব। এইডাল মোৰ স্বৰ্গগতা মাতৃদেৱীয়ে মোৰ ডিঙিত আদৰেৰে পিন্ধাই দিছিল।"

মিঃ কোট্‌ছ্ অলপ হতাশ হৈ সুধিলে, "আপুনি কি এইডালৰ যাদু গুণত বিশ্বাস কৰে?

গান্ধীয়ে গম্ভীৰ কণ্ঠে ক'লে, "মই ইয়াৰ ৰহস্যময় তাৎপৰ্য নাজানো, মিঃ কোট্‌ছ্। এইডাল নিপিন্ধিলে মোৰ কিবা ক্ষতি হ'ব বুলিও নাভাবোঁ। কিন্তু মাই মোক ভাল পাই আৰু মোৰ মংগল কামনা কৰি এইডাল পিন্ধাই দিছিল। সেয়েহে এইডাল ক্ষয় গৈ মোৰ ডিঙিৰ পৰা পৰি নোযোৱালৈকে মই এইডাল পিন্ধিয়েই থাকিম। অৱশ্যে এইডাল নষ্ট হৈ গ'লে আৰু এডাল পিন্ধাৰ ইচ্ছা মোৰ নাই। কিন্তু এতিয়া এইডাল মই পিন্ধিয়েই থাকিম।"

মিঃ কোট্‌ছে গান্ধীৰ মনৰ দৃঢ়তা দেখি অলপ চমৎকৃত হ'ল। বিষয়টো লৈ তেওঁ আৰু একো নুলিয়ালে।

মিঃ কোট্‌ছে গান্ধীৰ কোনো যুক্তিকেই সমৰ্থন নকৰে, কিয়নো হিন্দুধৰ্মৰ প্ৰতি তেওঁৰ কোনো শ্ৰদ্ধা নাছিল। তেওঁ বাৰে বাৰে গান্ধীক বুজাবলৈ চেষ্টা কৰে যে পাপৰ পৰা মুক্তি পোৱা সম্ভৱ মাথোঁ খ্ৰীষ্ট ধৰ্ম গ্ৰহণ কৰি আৰু যীচুখ্ৰীষ্টইহে মুক্তিৰ পথলৈ লৈ যাব পাৰে। তেৰাৰ প্ৰতি সম্পূৰ্ণ নিৰ্ভৰশীল নহ'লে আমাৰ সকলো সৎকৰ্মই অৰ্থহীন।

গান্ধীৰ দৃষ্টিত এই সকলোবোৰ কেৱল গোড়ামি আৰু অন্য ধৰ্মৰ প্ৰতি অসহিষ্ণুতা।

কিন্তু সময় বাগৰাৰ লগে লগে মিঃ কোট্‌ছ্ প্ৰিটোৰিয়াত গান্ধীৰ আটাইতকৈ ঘনিষ্ঠ বন্ধু হ'ল; যেনেকৈ লণ্ডনত থাকোঁতে তেওঁৰ তেনে বন্ধু আছিল জোছিয়া অ'ল্ডফিল্ড।

খ্ৰীষ্টধৰ্ম সম্পৰ্কে মাথোঁ গ্ৰন্থ দিয়েই মিঃ কোট্‌ছ ক্ষান্ত নাছিল, তেওঁৰ কেইজনমান খ্ৰীষ্টান বন্ধুৰ লগতো চিনাকি কৰি দিছিল। তেওঁলোকৰ মাজৰে এজন আছিল 'প্লিমাউথ ব্ৰিদেৰেন্' নামৰ এক খ্ৰীষ্টান সংঘৰ সদস্য। গান্ধীৰ লগত আলোচনা প্ৰসংগত তেওঁ

ক'লে, "মিঃ গান্ধী, আপুনি আমাৰ ধৰ্মৰ মাহাত্ম্য বুজিব পৰা নাই। মোৰ ধাৰণা আপুনি পাপৰ অনুতাপত বিদ্ধ আৰু ইয়াৰ ত্ৰাণৰ উপায় বিচাৰিছে। কিন্তু আপুনি খ্ৰীষ্টধৰ্মৰ বাদে আন ক'তো পৰিত্ৰাণৰ পথ দেখা নেপাব, কাৰণ আমি সকলোৱেই পাপী। একমাত্ৰ যীচুখ্ৰীষ্টক অৱলম্বন কৰি আমি সকলোৱেই পাপৰ পৰা মুক্তি পাব পাৰোঁ। তেৰাই একমাত্ৰ পাপহীন ঈশ্বৰৰ পুত্ৰ। একমাত্ৰ তেৰাৰ আশ্ৰয় ল'লেই অন্তহীন জীৱন লাভ সম্ভৱ আৰু তাতেই ঈশ্বৰৰ কৰুণা প্ৰতিফলিত হয়। পাপে আমাৰ জীৱনক সদায় আৱৰি আছে, পাপ নকৰাকৈ এই জীৱনত আমি বাস কৰা অসম্ভৱ। সেইকাৰণেই সমগ্ৰ মানৱ জাতিৰ পাপৰ বাবেই যীচুৱে ইমান কষ্ট কৰিলে আৰু ক্ৰুছত জীৱন দিলে। সেয়েহে একমাত্ৰ তেৰাক শৰণ ল'লেই অনন্ত শান্তি সম্ভৱ। আপুনি ভাবি চাওকচোন আপোনাৰ জীৱন কিমান অশান্ত আৰু আমাৰ জীৱনত কিমান মধুৰ প্ৰশান্তি।

গান্ধীয়ে এইবোৰ যুক্তি গ্ৰহণযোগ্য বুলি নাভাবিলে। তেওঁ উত্তৰ দিলে, "খ্ৰীষ্টান ধৰ্ম যদি এয়েই হয়, তেনেহ'লে মই ইয়াক গ্ৰহণ কৰিব নোৱাৰোঁ। মই মোৰ পাপৰ পৰিণতিৰ পৰা উদ্ধাৰ হ'ব নিবিচাৰোঁ, বৰঞ্চ পাপ বা পাপৰ চিন্তাৰ পৰাই মুক্তি বিচাৰোঁ। যেতিয়ালৈকে এইটো নাপাওঁ, মই মোৰ অশান্ত চিত্তৰেই বাস কৰিম বুলি ঠিক কৰিছোঁ।"

তেতিয়া সেই প্লিমাউথ ব্ৰাদাৰজনে ক'লে, "মই নিশ্চিতভাৱে ক'ব পাৰোঁ যে আপোনাৰ এই প্ৰচেষ্টাৰ পৰিণতি হ'ব চৰম ব্যৰ্থতা। মই কি কৈছোঁ আপুনি চিন্তা কৰি চাব।"

গান্ধীয়ে এওঁলোকৰ মনৰ সংকীৰ্ণতা দেখি মৰ্মাহত হ'ল। তেওঁৰ দৃঢ় বিশ্বাস আছিল যে তেওঁৰ অন্য খ্ৰীষ্টান বন্ধুসকলে এই পৰিত্ৰাণ তত্ত্বত বিশ্বাস নকৰে। মিঃ কোট্‌ছ্ নিজে যথেষ্ট উদাৰ আৰু আত্মোদ্ধাৰৰ সম্ভাৱনাত বিশ্বাস কৰে। খ্ৰীষ্টান মহিলা দুগৰাকীয়েও একে মতকে পোষণ কৰে।

মিঃ কোট্‌ছে গান্ধীৰ পৰা এই প্লিমাউথ ব্ৰাদাৰজনৰ গোড়ামিৰ কথা শুনি দুঃখ পালে। কিন্তু গান্ধীয়ে তেওঁক আশ্বাস দিলে যে প্লিমাউথ ব্ৰাদাৰৰ বিকৃত বিশ্বাসৰ কাৰণে তেওঁৰ মন খ্ৰীষ্টান ধৰ্মমত সম্পৰ্কে তিক্ত হৈ নুঠে।

গান্ধীৰ সমস্যা আছিল অন্যত্ৰ। সেইটো হ'ল সমস্ত বাইবেল আৰু তেওঁৰ গৃহীত মতামত সম্পৰ্কে। তেওঁ এইটো বিশ্বাস কৰিব নোৱাৰে যে যীচুখ্ৰীষ্টই জগতৰ একমাত্ৰ অৱতাৰ, তেৰাৰ পথেই মানৱ জাতিৰ পৰিত্ৰাণৰ একমাত্ৰ উপায়।

*        *        *

মাথোঁ খ্ৰীষ্টান ধৰ্ম সম্পৰ্কে জ্ঞান আহৰণতে গান্ধী ব্যস্ত নাছিল। তেওঁ ভাৰতীয়সকলে সন্মুখীন হোৱা অন্যায়-অবিচাৰৰ প্ৰতিকাৰ বিচৰাৰ মানসেৰে প্ৰিটোৰিয়াত এটা ভাৰতীয়

সংঘ স্থাপনতো ব্ৰতী হ'ল। তেওঁ তেতিয়া শেঠ তায়েব হাজী খান মহম্মদৰ লগত যোগাযোগ কৰিলে। ডাৰ্বানৰ ভাৰতীয়সকলৰ মাজত শেঠ আব্দুল্লাৰ যি স্থান, প্ৰিটোৰিয়াত ইয়াৰ ভাৰতীয়সকলৰ মাজত ঠিক একেই স্থান আৰু প্ৰভাৱ শেঠ আয়েবৰ।

ইতিমধ্যে গান্ধীয়ে মিছেছ্ স্মিথৰ ব'ৰ্ডিং হাউছ এৰি দিছে। তেওঁ এটা অফিচ কোঠা আৰু তাৰ পিচত নিজে থকাৰ কাৰণে এটা সৰু কোঠালী ভাৰাত লৈছিল।

তেওঁ শেঠ আয়েবৰ সাহায্যৰে প্ৰিটোৰিয়াত সকলো ভাৰতীয়ৰ কাৰণে এখন সভা আহ্বান কৰিলে। সভাখন পতা হ'ল শেঠ হাজী মহম্মদ ইউছুফৰ ঘৰত। সভালৈ আমন্ত্ৰিতসকলৰ বেছি ভাগেই আছিল মেমান মুছলমান ব্যৱসায়ী, কেইজনমানহে মাথোঁ হিন্দু। প্ৰিটোৰিয়াত তেতিয়া হিন্দুৰ সংখ্যা নগণ্য।

সেই সভাত গান্ধীয়েই আছিল প্ৰধান বক্তা। তেওঁ অলপ চিন্তিতই হৈছিল, কিয়নো তেওঁ এইটো জানিছিল যে এই সভাত ভাৰতীয়সকলৰ ওপৰত ভালদৰে প্ৰভাৱ পেলাব নোৱাৰিলে এটা সংঘ স্থাপন কৰাতো অতি কঠিন হ'ব।

গান্ধীয়ে তেওঁৰ বক্তৃতাৰ আৰম্ভণিতেই ক'লে যে মাথোন নিজৰ জীৱনতে নহয়, ব্যৱসায়তো সততাৰ স্থান অনস্বীকাৰ্য। তেওঁলোকৰ মাজত বহুত লোক আছে, যিসকলে ভাবে পৰস্পৰৰ সম্পৰ্ক বিপৰীত দিশে, অৰ্থাৎ যি সত্য ধৰ্ম-আচৰণৰ ক্ষেত্ৰত প্ৰযোজ্য, ব্যৱসায়ৰ ক্ষেত্ৰত তেনে নহয়, ব্যৱসায়ত মুনাফা অৰ্জনেই হ'ল প্ৰধান উদ্দেশ্য। গান্ধীয়ে ক'লে যে তেওঁ এনে মতৰ একান্ত বিৰোধী। তেওঁ সমৱেত ব্যৱসায়ীসকলক মনত ৰাখিব ক'লে যে ব্যৱসায়ৰ ক্ষেত্ৰতো সততা মানি চলাটো একান্ত কৰ্তব্য, বিশেষকৈ এই বিদেশত। "অনুগ্ৰহ কৰি মনত ৰাখিব যে আপোনালোকৰ ব্যৱহাৰৰ মাধ্যমেৰেই আমাৰ ইয়াৰ ভাৰতীয়সকলক নিৰীক্ষণ কৰিব। সামান্য কেইজনমান ব্যৱসায়ী ভাৰতীয়ৰ ব্যৱহাৰেই হ'ব সেই মানদণ্ড, যিটোৰ মাধ্যমেৰে আমাৰ সকলোকে বিচাৰ কৰিব।"

তেওঁ তাত ভাৰতীয়সকলৰ স্বাস্থ্য ৰক্ষা সম্পৰ্কেও কেইটামান কথা ক'লে। তেওঁ ক'লে যে বহুতৰ ঘৰতে পায়খানা-প্ৰস্ৰাৱৰ স্থান অত্যন্ত লেতেৰা, য'ৰ পৰাই বহুতো অসুখৰ উৎপত্তি হয়। "এইটো কথা মনত ৰাখিব যে পৰিষ্কৃত দেহ পৰিষ্কৃত মনৰেই প্ৰতিফলন আৰু মানসিক স্বাস্থ্য শাৰীৰিক স্বাস্থ্যৰ ওপৰতে বহুখিনি নিৰ্ভৰ কৰে।"

গান্ধীয়ে উপস্থিত শ্ৰোতাসকলক মনত পেলাই দিলে যে বিদেশত আমাৰ ধৰ্মৰ প্ৰভেদ আৰু জাত-পাতৰ বিচাৰ পাহৰি পেলোৱা উচিত। 'ইয়াত আমি হিন্দু, মুছলমান, পাৰ্চী, খ্ৰীষ্টান, গুজৰাটী, মাদ্ৰাজী বা পাঞ্জাৱী নহয়— আমি সকলোৱেই ইয়াত ভাৰতীয়। আমাৰ প্ৰতি অন্যায় আৰু অবিচাৰৰ প্ৰতিকাৰৰ কাৰণে ইয়াত আমাৰ এটা সংঘ প্ৰতিষ্ঠা কৰা অত্যন্ত উচিত। এই সংঘৰ প্ৰধান উদ্দেশ্যাই হ'ব সমৱেতভাৱে এইখন দেশৰ প্ৰশাসকসকলক আমাৰ প্ৰতি কৰা অবিচাৰৰ কথা জনাই তাৰ প্ৰতিবিধান বিচৰা।"

প্ৰিটোৰিয়াৰ ভাৰতীয়সকলে সেইদিনা গান্ধীক তেওঁলোকৰ নেতাস্বৰূপে বৰণ কৰিলে। তেওঁৰ বক্তৃতাই উপস্থিত ভাৰতীয়সকলৰ মাজত এক নতুন মনোভাবৰ সৃষ্টি কৰিলে।

তাতে তেওঁৰ বক্তৃতাৰ বিষয়ে আলোচনা চলিল। এজন বয়স্ক ভাৰতীয়ই থিয় হৈ ক'লে, "মই ইয়াত ভাৰতীয় সংঘ স্থাপন কৰাৰ একান্ত সমৰ্থক। ইয়াৰ ব্যতিৰেকে আমি শাসক সম্প্ৰদায়ৰ দ্বাৰা আৰু নিপীড়িত হ'ম। আমি অৰেঞ্জ ফ্ৰি ষ্টেট'ৰ পৰা কেনেকৈ আঁতৰি আহিব লগা হৈছিল আপোনালোকৰ নিশ্চয় মনত আছে। তাততো আমি বহু দিন বাস কৰি ব্যৱসায়ী হিচাপে ভালেই অৰ্জন কৰিছিলোঁ। হঠাতে এদিন আমাক কোৱা হ'ল যে আমাৰ সকলো সম্পত্তি বেচি তাৰ পৰা গুচি আহিব লাগে। তাৰ পিচত আমাৰ সম্পত্তি বাজেয়াপ্ত কৰা হ'ল। কিয়? কাৰণ আমি ভাৰতীয় আৰু আমাৰ সাফল্য বগা চাহাবৰ কাৰণে ভয়ৰ কাৰণ। এইটোতো ন্যায় সংগত কাম হোৱা নাছিল। এনেকুৱা অন্যায়ৰ বিৰুদ্ধেই আমি সংগ্ৰাম কৰা উচিত"।

উপস্থিত প্ৰত্যেকজন লোকেই এই বক্তৃতা চাপৰি বজাই সমৰ্থন কৰিলে। তেতিয়াই ঠিক কৰা হ'ল যে এখন কমিটি গঠন কৰা হওক, যিখনে মাহত অন্ততঃ এবাৰ লগ লাগি সকলো অভাৱ-অভিযোগ আলোচনা কৰিব।

গান্ধীৰ মনৰ ভিতৰত যেন তেতিয়া প্ৰথমবাৰৰ বাবে নেতৃত্বৰ ভাবে সাৰ পালে। যেতিয়া ইমানবোৰ অসহায় ভাৰতীয়ই তেওঁৰ মুখৰ ফালে চাই আছে, তেতিয়া তেওঁলোকক তেওঁ কেনেকৈ বঞ্চিত কৰি নিজৰ স্বাৰ্থৰ কথা মাথোঁ চিন্তা কৰিব? তেওঁৰ আহ্বানত তেওঁলোকেতো সৰ্বস্ব ত্যাগ কৰিবলৈ ৰাজী।

সভা সমাপ্ত হোৱাৰ আগতে গান্ধী আকৌ থিয় হ'ল আৰু সকলোকে সম্বোধন কৰি ক'লে, "মই আপোনালোকক ইংৰাজী ভাষা শিকাৰ প্ৰয়োজনীয়তাৰ কথা ক'ব খুজিছোঁ। এই দেশত ইংৰাজী হৈছে প্ৰধান ভাষা আৰু ইংৰাজী ভাষা নিশিকিলে বগা মানুহখিনিৰ লগত কথা পাতিবও নোৱাৰিব। মই জানো যে আপোনালোকৰ অতি কমসংখ্যক লোকেহে ইংৰাজী ভাষা জানে। কিন্তু আমি সকলোৱেই এই ভাষা শিকিব পাৰোঁ আৰু ভাষা শিকাৰ কোনো বয়সো নাই। বহু বয়স্ক লোকেও এই ভাষা শিকিছে। এই বিষয়ত মই ব্যক্তিগতভাৱে আপোনালোকক সহায় কৰিব পাৰোঁ আৰু ইংৰাজী ভাষা শিকাবলৈ বিনামূল্যেই ক্লাছ ল'বলৈকো ৰাজী।"

গান্ধীৰ কথা শুনি সভা শেষ হোৱাৰ পিচত মাত্ৰ তিনিজন লোক আগবাঢ়ি আহিল। তেওঁলোকৰ মাজত এজন আছিল নাপিত, এজন দোকানী আৰু আনজন কেৰাণী। নাপিত আৰু কেৰাণী আছিল মুছলমান আৰু দোকানী আছিল হিন্দু।

গান্ধীয়ে তেওঁলোকক লৈ পৰম উৎসাহেৰে ক্লাছ আৰম্ভ কৰিলে। তেওঁলোক

নিজৰ কামত ব্যস্ত হৈ থকাৰ কাৰণে গান্ধীৰ ঘৰলৈ ইংৰাজী শিকিবলৈ আহিবলৈ অপাৰগ বুলি কোৱাত প্ৰত্যেকৰ ঘৰতে তেওঁ অৱসৰৰ সময়ত শিক্ষা দিব ধৰিলে।

বহুদিন গান্ধীয়ে গৈ দেখা পাইছে যে শিক্ষাৰ্থী অন্য কামত ব্যস্ত। তেওঁ তেতিয়া অপেক্ষাৰত হৈ থাকে আৰু শিক্ষাৰ্থীয়ে কাম শেষ হোৱাৰ পিচতহে পঢ়াত ধৰে। এই ধৰণে প্ৰায় আঠ মাহ সময় পাৰ হ'ল আৰু ফলস্বৰূপে শিক্ষাৰ্থী কেইজনে ইংৰাজী ক'বলৈ আৰু সৰলভাৱে ইংৰাজীত চিঠি লিখিবলৈ সক্ষম হ'ল। তেওঁলোকৰ আৰ্থিক সুবিধাও হ'ল। এতিয়া তেওঁলোকে ক্ৰেতাৰ লগত ইংৰাজীত কথা পাতিব পাৰে। তেওঁলোকৰ ব্যৱসায়ৰো প্ৰসাৰ ঘটিল।

গান্ধী কিন্তু ভাৰতীয়সকলক কৰা উৎপীড়নৰ বিৰুদ্ধে নীৰৱ নাছিল। প্ৰতিকাৰ বিচাৰি তেওঁ প্ৰথমতে প্ৰিটোৰিয়াৰ ব্ৰিটিছ এজেণ্ট মিঃ জেকোবাছ দ্য ৱেষ্টক লগ ধৰিলে।

মিঃ ৱেষ্টে তেওঁৰ লগত কৰমৰ্দন কৰি ক'লে, "ভাৰতীয়সকলক ইয়াত কৰা ব্যৱহাৰৰ কাৰণে মই সঁচাই দুঃখিত, মিঃ গান্ধী। কিন্তু বিষয়টো লৈ মই বিশেষ একো কৰিব নোৱাৰোঁ। দক্ষিণ আফ্ৰিকা এখন ব্ৰিটিশ্ব ক'লনি হ'লেও প্ৰকৃততে এই ক'লনি শাসিত হয় ইয়াৰে প্ৰতিনিধি পৰিষদৰ দ্বাৰা, আৰু এই পৰিষদ অনুমোদন কৰে লণ্ডনৰ ক'লনিয়েল অফিচে। এই দুই ঠাইতেই মোৰ প্ৰভাৱ নিচেই সামান্য। যি নহওক, আপোনাৰ কাৰণে মোৰ অফিচৰ দুৱাৰ সদায়েই খোলা থাকিব। আপোনাক মই কি ধৰণে সহায় কৰিব পাৰোঁ জনাবলৈ দ্বিধা নকৰিব।"

গান্ধীয়ে তেওঁক ধন্যবাদ দি তাৰ পৰা গুচি আহিল।

ৰে'লৱেত প্ৰথম বা দ্বিতীয় শ্ৰেণীৰ টিকট ভাৰতীয়সকলক বিক্ৰী নকৰাৰ কথালৈ গান্ধীয়ে ৰে'লৰ কৰ্তৃপক্ষক লিখিতভাৱে অভিযোগ কৰাত তেওঁলোকে উত্তৰ দি ক'লে যে তেতিয়াৰ পৰা যিসকল ভাৰতীয়ই উপযুক্ত পোছাক পিন্ধি আহিব, তেওঁলোককো প্ৰথম বা দ্বিতীয় শ্ৰেণীৰ টিকট বিচাৰিলে বেচা হ'ব। উত্তৰটো গান্ধীৰ একেবাৰে মনঃপূত নহ'ল, কিয়নো ষ্টেছন মাষ্টৰেই তেতিয়া সিদ্ধান্ত ল'ব কোননো উপযুক্ত পোছাকেৰে সজ্জিত।

ট্ৰান্সভালত ১৮৮৬ চনৰ পৰা ভাৰতীয়সকলৰ প্ৰতি এখন বৈষম্যমূলক আইন আৰম্ভ হৈছিল। সেই আইনত কোৱা হৈছিল যে ট্ৰান্সভালত প্ৰৱেশ কৰাৰ কাৰণে প্ৰত্যেক ভাৰতীয়ই তিনি পাউণ্ডকৈ কৰ দিব লাগিব। তেওঁলোকে নিৰ্দিষ্ট স্থানৰ বাহিৰে আন ঠাইত মাটি কিনিব নোৱাৰিব। আনকি তাতো তেওঁলোকে চিৰজীৱনৰ কাৰণে সেই নিৰ্দিষ্ট ঠাইৰ মাটিৰো মালিক হ'ব নোৱাৰে। ক'তো তেওঁলোকৰ মালিক হোৱাৰ [illegible] নাই।

সেই আইনৰ আটাইতকৈ অবমাননাকৰ কথা আছিল যে কোনো ভাৰতীয়ই চহৰৰ পদপথত খোজকাঢ়িব নোৱাৰিব আৰু ৰাতি ন বজাৰ পিচত বিনানুমতিত ঘৰৰ বাহিৰত থাকিব নোৱাৰিব। ইয়াতো বৈষম্যৰ নীতি চালু হৈছিল; মুছলমান বা 'আৰব'সকলে ৰাতি ন বজাৰ পিচতো বাহিৰত থাকিব পাৰিব, হিন্দুসকলে নোৱাৰে। অৱশ্যে কোন 'আৰব', কোন হিন্দু সেয়া নিৰ্ণয় কৰিব স্থানীয় পুলিচে।

গান্ধীৰ কাৰণে এইটো এটা ডাঙৰ সমস্যা হ'ল, কিয়নো মিঃ কোট্‌ছৰ লগত তেওঁ প্ৰায়েই ডিনাৰৰ পিচত খ্ৰীষ্টান ধৰ্মৰ সূক্ষ্ম বিষয় লৈ আলোচনা কৰি কৰি চহৰৰ বিভিন্ন পথত খোজকাঢ়ে। এই 'কাৰ্ফিউ'ত গান্ধীতকৈও বেছি চিন্তিত হ'ল মিঃ কোট্‌ছ। মিঃ কোট্‌ছে অৱশ্যে তেওঁৰ ক'লা ভৃত্যবোৰৰ কাৰণে অনুমতি পত্ৰ দিয়ে, কিন্তু গান্ধীৰ কাৰণে তেওঁ কেনেকৈ এইদৰে লিখিব, বিশেষকৈ গান্ধী তেওঁৰ বন্ধু, কোনো ভৃত্য নহয়। তেওঁৰ কাৰণে যদি এইদৰে চিঠি লিখে, সি হ'ব মিথ্যা আৰু প্ৰতাৰণা।

তেতিয়া মিঃ কোট্‌ছৰ লগত গান্ধী এদিন ষ্টেট্ এটৰ্নি ড° ক্ৰাউছক লগ পাবলৈ গ'ল। অলপ কথা-বতৰাৰ পিচতে তেওঁ গম পালে যে গান্ধীয়ে লণ্ডনৰ 'ইনাৰ টেম্পল্'ৰ পৰা বেৰিষ্টাৰী পাছ কৰিছে। তেওঁ তেতিয়া অন্তৰংগভাৱে ক'লে, "তেনেহ'লে আমি দুয়োজনেই একেটা ইন্‌ষ্টিটিউশ্বনৰ পৰা বেৰিষ্টাৰী পাছ কৰিছোঁ, মিঃ গান্ধী।"

গান্ধীয়ে দুঃখেৰে উত্তৰ দিলে, "এৰা, ড° ক্ৰাউছ, কিন্তু সেইটোৱে মোক ইয়াত খুব কিবা সাহায্য কৰিব বুলি নাভাবোঁ।"

ড° ক্ৰাউছে অলপ অনুতপ্ত সুৰত ক'লে, "মই এই আইন সম্পৰ্কে অত্যন্ত দুঃখিত, মিঃ গান্ধী। এই আইন আপোনাৰ দৰে লোকৰ কাৰণে কৰা হোৱা নাই। মই আপোনাৰ হৈ এটা কাম কৰোঁ, এই কাৰ্ফুৰ পৰা সমস্ত নিশা আপোনাক অব্যাহতি দিবলৈ মই এখন চিঠি লিখি দিওঁ, যিখন আপুনি নিজৰ লগতে ৰাখিব। যদি কোনোবা পুলিচে আপোনাক ধৰে, তেনেহ'লে এই চিঠিখন দেখাব।"

গান্ধীয়ে কৃতজ্ঞচিত্তে ক'লে, "আপোনাৰ এই সহায়ৰ কাৰণে অশেষ ধন্যবাদ। এই চিঠিৰে কাম হ'ব। কিন্তু আমাৰ ভাৰতীয়সকল যে এই বৈষম্যৰ সম্মুখীন হ'ব লগা হৈছে, তাৰ প্ৰতিবিধানৰ কি হ'ব?"

ড° ক্ৰাউছে উত্তৰ দিলে, "সেইবোৰ কথা যে এতিয়াও আইন হিচাপে আছে তাৰ এটা প্ৰধান কাৰণ হৈছে যে বৰ কাম মানুহেহে এইবোৰৰ প্ৰতিবাদ কৰিছে। মোৰ ভ্ৰাতৃ জোহানেছ্‌বাৰ্গৰ পাবলিক্ প্ৰছিকিউটৰ। আপুনি এইবোৰ অভিযোগ তেওঁৰ ওচৰলৈ নিলে আৰু মোৰ নাম উল্লেখ কৰিলে বোধকৰোঁ তেওঁ এই বিষয়ত আপোনাক সহায় কৰিব পাৰে।"

"খবৰটোৰ কাৰণে অশেষ ধন্যবাদ, ড° ক্ৰাউছ্। যদি তেনে পৰিস্থিতিৰ কোনোবা

দিনা সন্মুখীন হ'ব লগা হয়, তেতিয়া মই নিশ্চয় আপোনাৰ নাম উল্লেখ কৰিম।"

ড° ক্ৰাউছে বিদায় দিয়াৰ ইংগিতেৰে ক'লে, "তেনেহ'লে মিঃ গান্ধী, আপোনাৰ লগত চিনাকি হৈ অতিকে' আনন্দিত হ'লোঁ। অনুগ্ৰহ কৰি এদিন মোৰ ঘৰলৈ আহিব আৰু মোৰ পৰিয়ালৰ সৈতে ডিনাৰ খাব। আমি দুয়োতো একেই সংস্থাৰ ভ্ৰাতৃ।

ড° ক্ৰাউছৰ চিঠিয়ে গান্ধীৰ ৰাতিৰ কাৰ্ফিউৰ সমস্যা সমাধান কৰিলে কিন্তু পদ পথত খোজকঢ়াৰ নিষেধৰ পৰাতো তেওঁ ৰেহাই নেপালে। অকলে খোজকাঢ়োঁতে তেওঁ প্ৰেছিডেণ্ট্ ষ্ট্ৰীটেদি যাবলৈ ভাল পাইছিল। এই পথৰ কাষতে সেই সময়ৰ প্ৰেছিডেণ্ট ক্ৰগাৰৰ ভৱন অৱস্থিত। অন্যান্য ধনী প্ৰিটোৰিয়াবাসীৰ তুলনাত এই ভৱন তেনেই সাধাৰণ, আনকি তাত কোনো বাগিচাও নাছিল। এইটো যে এটা চৰকাৰী বাসস্থান তাৰ সাক্ষ্য দিছিল ভৱনটোৰ সন্মুখত সৰ্বদাই পহৰা দি থকা প্ৰহৰীটোৱেহে।

এদিন সন্ধিয়া গান্ধীয়ে সেই পদপথটোৱেদি খোজকাঢ়ি যাওঁতে পুলিচ এজনে হঠাতে আহি তেওঁক আক্ৰমণ কৰিলে। মুখেৰে একো নামাতি, কোনো সাৱধান বাণী নুশুনুৱাকৈয়ে পুলিচজনে গান্ধীক গোৰ মাৰি ফুটপাথৰ বাহিৰত পেলাই দিলে। মাটিত পৰি যাওঁতে গান্ধীৰ ওপৰৰ ওঁঠ কাটি গ'ল আৰু তাৰ পৰা তেজ নিগৰিবলৈ ধৰিলে।

মিঃ কোট্‌ছে সেই সময়ত ঘোঁৰাত উঠি কাষেৰে পাৰ হৈ যাওঁতে গান্ধীৰ এই অৱস্থা দেখি ৰৈ গ'ল। ঘোঁৰাৰ পৰা ততাতৈয়াকৈ নামি তেওঁ গান্ধীক ক'লে, "মই সকলো দেখা পাইছোঁ মিঃ গান্ধী আৰু আপোনাৰ হৈ সাক্ষী দিবলৈ ৰাজী। আপুনি পুলিচজনৰ বিৰুদ্ধে অভিযোগ আনিব পাৰে।"

"পুলিচজনৰ বিৰুদ্ধে অভিযোগ আনি কি লাভ হ'ব, মিঃ কোট্‌ছ। এওঁলোকেতো ওপৰৱালাৰ হুকুমহে অমিল কৰিলে। এওঁলোকৰ আমাৰ আৰু ক'লা আফ্ৰিকাবাসীসকলৰ মাজত কোনো প্ৰভেদ নাই। তদুপৰি মই মোৰ কোনো ব্যক্তিগত সমস্যাৰ কাৰণে অভিযোগ নকৰোঁ বুলি সংকল্প কৰিছোঁ।"

মিঃ কোট্‌ছে মিচিকিয়াই ক'লে, "এৰা, সেইটোৱেই গান্ধীৰ পক্ষে উপযুক্ত।" তাৰ পিচত সেই পুলিচজনৰ ওচৰলৈ গৈ তেওঁ তাক খুব কিবাকিবি ক'লে। গান্ধীয়ে কিন্তু তেওঁনো কি কৈছে একো বুজি নাপালে, কাৰণ পুলিচজন আছিল এজন বোৱাৰ আৰু কোট্‌ছে ধমক দিছিল ডাচ্চ্ ভাষাত।

সেই পুলিচজনে তেতিয়া গান্ধীৰ ওচৰলৈ আহি নিজৰ ব্যৱহাৰৰ কাৰণে ক্ষমা খুজিলে। পিচে এই ক্ষমা খোজাৰ কোনো প্ৰয়োজন নাছিল, কিয়নো গান্ধীয়ে তেওঁক ইতিমধ্যে ক্ষমা কৰি দিছে।

এই ঘটনাৰ পিচত গান্ধীয়ে সেই পথটো পৰিহাৰ কৰি বেলেগ পথেৰে খোজকাঢ়িবলৈ ল'লে। তেওঁ এইটো উপলব্ধি কৰিলে যে পুলিচৰ হাতত নিগৃহীত হোৱাৰ পৰা আঁতৰি

থকাই ভাল, তাততো একেজন পুলিচেই নাথাকে আৰু সদায় মিঃ কোট্‌ছো উপস্থিত থকাৰ সম্ভাৱনা নাই।

গান্ধীয়ে এইটোও বুজি পালে যে দক্ষিণ-আফ্রিকা কোনো আত্ম-সম্মানবোধসম্পন্ন ভাৰতীয়ৰ কাৰণে নহয়। কিন্তু মনে মনে থাকি ঘৰলৈ উভতি যোৱাৰো তেওঁ পক্ষপাতী নহয়। তেওঁ ইয়াত থকা দিনকেইটাত সাধাৰণ ভাৰতীয়ৰ কাৰণে সংগ্ৰাম কৰিব। আমি জানো সকলোৱেই ঈশ্বৰৰ সন্তান নহয়? তেনেহ'লে এই বৰ্ণ, জাতি বা ধৰ্মক লৈ ইমান বৈষম্য কিয়?

* * *

সোনকালেই শেঠ আয়েবৰ বিপক্ষে শেঠ আব্দুল্লাৰ কে'চ চূড়ান্ত পৰ্যায়ত উপনীত হ'ল। এইটো সঁচাই এটা জটিল কে'চ, বিবাদটো চল্লিছ হাজাৰ পাউণ্ডৰ পাওনা লৈ, যিটোৰ মূল্য ১৮৯৩ চনত কম নাছিল।

কে'চটোৰ মূল বিষয় আছিল হিচাপ-নিকাচ্‌ আৰু 'প্ৰমিছৰি নোট'ৰ প্ৰকৃত যথাৰ্থতাক লৈ। শেঠ আব্দুল্লাই ব্যৱসায় সূত্ৰে শেঠ আয়েবৰ বিৰুদ্ধে এই প্ৰমিছৰি নোটৰ গৰাকী আছিল, কিন্তু সেইখন সঠিক আৰু আইনগতভাৱে লিখিত হৈছিল নে, নে এইখন প্ৰতাৰণামূলকভাৱে তৈয়াৰী কৰা হৈছিল?

গান্ধীয়ে তেতিয়া সেই কে'চটোৰ প্ৰকৃত তথ্য সম্পৰ্কে আৰু গৱেষণা আৰম্ভ কৰিলে। তেতিয়া তেওঁৰ মনত পৰিল লণ্ডনৰ প্ৰখ্যাত বেৰিষ্টাৰ মিঃ পিন্‌কাটৰ মন্তব্য, আইনৰ তিনি-চতুৰ্থাংশই হ'ল তথ্য। সেই মন্তব্য আৰু ভালদৰে প্ৰয়োগ কৰি চোৱাৰ উদ্দেশ্যে তেওঁ গাণিতিক হিচাপ পদ্ধতি আৰু গভীৰভাৱে পাঠ কৰিব ধৰিলে।

কে'চটো ভালদৰে অধ্যয়ন কৰি গান্ধী সোনকালে প্ৰতীয়মান হ'ল যে যদিও ন্যায়নিষ্ঠা শেঠ আব্দুল্লাৰ পক্ষে, আইনৰ সূক্ষ্ম বিচাৰ কিন্তু তায়েবৰ ফালেহে। তেওঁ বিষয়টো তেওঁলোকৰ প্ৰধান কাউনছে'ল মিঃ লিওনাৰ্ডৰ লগতো আলোচনা কৰিলে আৰু তেওৰোঁ গান্ধীৰ লগত একমত হ'ল। তেওঁ ক'লে, "কিন্তু এই কে'চৰ সকলো তথ্য আমাৰ সপক্ষে মিঃ গান্ধী। আমি তথ্যক আৰু অধিক গুৰুত্বসহকাৰে ব্যৱহাৰ কৰিলে আইনো আমাৰ পক্ষেই যাব। গতিকে কে'চটো ভালদৰে অম্বেষণ কৰক।

গান্ধীয়ে তেওঁৰ উপদেশ অনুসৰি এই কে'চৰ সকলো তথ্য এক বেলেগ দৃষ্টিকোণেৰে অধ্যয়ন কৰাত লাগিল। হঠাৎ তেওঁৰ এইটো স্পষ্ট হ'ল যে শেঠ আব্দুল্লাৰ কে'চ মাথোঁ তথ্যৰে নহয়, আইনৰ সহায়তো তেওঁৰ সপক্ষেই আনিব পৰা হ'ব।

তেওঁ তেতিয়াই মিঃ লিওনাৰ্ডক লগ ধৰিলে। এইবাৰ মিঃ লিওনাৰ্ডে গান্ধীৰ যুক্তি-

তৰ্কৰ উৎকৃষ্টতা বুজি পালে আৰু তেওঁৰ লগত একমত হ'ল। "আপুনি কে'চটো সঠিক ৰূপত বুজি পাইছে, মিঃ গান্ধী। আপোনাক অভিনন্দন জনাইছোঁ। আমি এতিয়া লক্ষ্য কৰি থাকিব লাগিব কোনজন বিচাৰকৰ অধীনলৈ কে'চটো যায়।"

কিন্তু গান্ধীয়ে এটা কথা উপলব্ধি কৰিব পাৰিছিল যে এই কে'চৰ নিষ্পত্তি সোনকালে নহ'ব। পিচে কে'চটো দীঘলীয়া সময়ৰ কাৰণে হ'লে বাদী আৰু প্ৰতিবাদী দুয়োপক্ষৰে প্ৰচুৰ অৰ্থ ব্যয় হ'ব। তেওঁলোক যিমানেই ডাঙৰ মানুহ নহওক, এনে ব্যয়ে স্বাভাৱিকতে দুয়োজনৰে আৰ্থিক ক্ষতি কৰিব। মাজতে এটৰ্নিয়ে কোৰোণাৰে ধন চপাব।

গান্ধীৰ মতে দুয়োপক্ষই বুজা-বুজি কৰা উচিত। সেয়েহে কে'চটো আদালতলৈ নিনি চালিচৰ দ্বাৰা বিচাৰ কৰিব লাগে। এই উদ্দেশ্যেৰেই গান্ধীয়ে পোনতে শেঠ তায়েবক লগ ধৰি ক'লে যে তথ্য আৰু আইনৰ দৃষ্টিত কে'চটো শেঠ আব্দুল্লাৰ ফালে অধিক শক্তিশালী। গান্ধীয়ে আৰু ক'লে যে কে'চটো আৰু বেছি দিন চলিলে 'এটৰ্নি' আৰু 'কাউন্‌ছেল'ৰ ফি' ইমান বাঢ়ি যাব যে দুয়োপক্ষই অত্যন্ত ক্ষতিগ্ৰস্ত হ'ব। তদুপৰি শেঠ আব্দুল্লা তেওঁৰ আত্মীয়। সেয়েহে কে'চটো আপোচ কৰি শেষ কৰিব লাগে। শেঠ আব্দুল্লাকো গুজৰাটী ভাষাত গান্ধীয়ে এখন চিঠি লেখি 'চালিচ'লৈ যাবলৈ পৰামৰ্শ দিলে।

অৱশেষত বহুতো টনা-আঁজোৰাৰ পিচত আৰু গান্ধীৰ অনুৰোধ-উপৰোধৰ ফলস্বৰূপে দুয়োপক্ষই 'চালিচ'ৰে কে'চটো মীমাংসা কৰাত ৰাজী হ'ল। সেই চালিচে কিন্তু আব্দুল্লাৰ পক্ষেই ৰায় দিলে। তেতিয়া প্ৰশ্ন উঠিল শেঠ তায়েবে কেনেকৈ সাতত্ৰিছ হাজাৰ পাউণ্ড আৰু এটৰ্নিৰ খৰচ পৰিশোধ কৰিব। একেলগে এই গোটেইখিনি ধন তেওঁ দিবলৈ গ'লে নিশ্চিতভাৱে তেওঁ দেৱলীয়া হ'ব।

তেতিয়া গান্ধীয়ে শেঠ আব্দুল্লাক অনুৰোধ কৰিলে যাতে তেওঁ শেঠ তায়েবক দীঘলীয়া সময়ৰ কিস্তিত ধনখিনি পৰিশোধ কৰিব দিয়ে। এইবাৰো গান্ধীয়ে তেওঁৰ আইনগত আৰু নৈতিক বুজনিৰ ক্ষমতা প্ৰয়োগ কৰিব লগা হ'ল। অৱশেষত বহুতো অনুৰোধৰ ফলস্বৰূপে শেঠ আব্দুল্লাই সকলো চৰ্ত মানি চলিবলৈ ৰাজী হ'ল।

এইবোৰ হোৱাৰ পিচত গান্ধীয়ে অপাৰ আনন্দ পালে। তেওঁৰ ভাব হ'ল এনেকুৱাই হ'ব লাগে আইনজীৱীৰ কাম— আপোচ, যদিহে আপোচৰ মাধ্যমেৰে সম্ভৱ নহয়, চালিচৰ মাধ্যমেৰে সকলো বিবাদ-বিসংবাদৰ নিষ্পত্তি কৰা। তেতিয়াৰ পৰাই তেওঁ মনতে সংকল্প কৰিলে যে তেওঁ আইনৰ ব্যৱসায় কৰি থাকোঁতে সদায় আপোচৰ মাধ্যমেৰে মোকৰ্দমাৰ মীমাংসা কৰিবলৈ দেহেকেহে চেষ্টা কৰিব।

মিঃ বেকাৰে কিন্তু তেতিয়াও গান্ধীক খ্ৰীষ্টধৰ্মত দীক্ষিত কৰাৰ আশা পৰিত্যাগ কৰা নাই। তেওঁ গান্ধীক প্ৰ'টেছ্‌টেন্ট্ ধৰ্মৰ 'ৱেলিংটন কনফাৰেন্স'ত যোগ দিবলৈ

অনুৰোধ কৰিলে। গান্ধী তেতিয়া ব্যস্ত নাছিল, সেইকাৰণে তেওঁ তালৈ যাবলৈ মান্তি হ'ল। দুয়ো একেলগেই সম্মিলনখনলৈ যাব বুলি মনস্থ কৰিলে।

এইবোৰ সকলো খ্ৰীষ্টান সমাবেশতে সাধাৰণতে পুনৰ্জাগৰিত ধৰ্মোৎসৱৰ ৰূপ লয়। তাত পাপ স্খলনৰ কাৰণে যীচুক নিৰন্তৰ প্ৰাৰ্থনা কৰে। ইয়াতো একেই ঘটিছে, কোনো ব্যতিক্ৰম নাই। সমাবেশত সভাপতিত্ব কৰিলে দক্ষিণ আফ্ৰিকাৰ প্ৰখ্যাত যাজক ৰেভাৰেণ্ড এণ্ডু মাৰেই। মিঃ বেকাৰৰ আশা আছিল যে এই ধৰ্মোন্মাদনাৰ মাজলৈ আহি হয়তো গান্ধীৰ মন খ্ৰীষ্টধৰ্মৰ ফালে ঢাল খাব। গান্ধীয়ে তেওঁক পিচে স্পষ্টকৈ ক'লে যে তেওঁ যদি সঁচাকৈ খৃষ্ট ধৰ্ম গ্ৰহণৰ আহ্বান অন্তৰৰ নিভৃত কোণত শুনিবলৈ পায়, তেনেহ'লে সেই ধৰ্ম আঁকোৱালি লোৱাত আপত্তি নাথাকিব।

গান্ধীৰে সৈতে ৱেলিংটনলৈ যোৱাৰ কাৰণে মিঃ বেকাৰো কম অসুবিধাৰ সন্মুখীন হোৱা নাই। তেওঁলোকৰ যাত্ৰাকালৰ মাজতে এদিন ৰবিবাৰ পৰিছিল। মিঃ বেকাৰে আক' ৰবিবাৰে যাত্ৰা নকৰে। সেয়েহে গান্ধীয়ে ষ্টেছনৰ ওচৰৰে হোটেল এটাত থকাৰ অনুমতি পালে, পিচে হোটেলৰ ডাইনিং হলত খোৱাৰ সুযোগ নেপালে। ৱেলিংটনতো গান্ধী হোটেলত থকাৰ প্ৰসংগত মিঃ বেকাৰ বহুত বাধা-বিঘিনিৰ সন্মুখীন হ'ব লগাত পৰিছিল। কিন্তু গান্ধীক খ্ৰীষ্টান কৰাৰ আগ্ৰহৰ কাৰণে তেওঁ এই সকলোবোৰকে হাঁহিমুখে সহ্য কৰিছিল।

সেই কনভেঞ্চন তিনিদিন ধৰি চলিল। সভাত হোৱা এওঁলোকৰ যুক্তি-তৰ্কই গান্ধীৰ মনক বিশেষ প্ৰভাৱিত কৰিব নোৱাৰিলে। কেৱল খ্ৰীষ্টান হ'লেহে স্বৰ্গলৈ যোৱাৰ অধিকাৰ পোৱা যাব অথবা যীশুখৃষ্টক আশ্ৰয় কৰিলেহে মুক্তি সম্ভৱ— গান্ধীয়ে এই যুক্তি বিশ্বাস নকৰিলে। তেওঁ বিশ্বাস নকৰিলে যে একমাত্ৰ যীশুখৃষ্টহে জগতত ঈশ্বৰৰ প্ৰতিনিধি হৈ আৱিৰ্ভূত হৈছিল। তেওঁ ভাবিলে যীশু যদি ঈশ্বৰৰ সন্তান, তেনে আমি সকলোৱেই ঈশ্বৰৰ সন্তান। খ্ৰীষ্টানসকলৰ মতে একমাত্ৰ মানৱৰেই আত্মা আছে, আন জীৱ-জন্তুৰ নাই। অন্য কোনো প্ৰাণীৰ কাৰণে মৃত্যু হ'ল নিৰ্বাপন। খ্ৰীষ্টানসকলৰ মাজত যীশুৱেই হ'ল একমাত্ৰ 'শুদ্ধ আত্মা', যিগৰাকীয়ে এই পৃথিৱীত জন্মগ্ৰহণ কৰিছিল। এই যুক্তিও গান্ধীয়ে সমৰ্থনযোগ্য বুলি নাভাবে। এই কন্‌ভেঞ্চনলৈ আহিও গান্ধীৰ মন খ্ৰীষ্ট-ধৰ্মৰ প্ৰতি ঢাল নাখালে।

বৰং ইংলেণ্ডত এডৱাৰ্ড মেইটলেণ্ডৰ 'দী পাৰ্ফেক্ট ৱে' পঢ়োঁতে তেওঁ মোহিত হৈছিল আৰু লিখকৰ লগত তেওঁৰ পত্ৰালাপো হৈছিল। মেইটলেণ্ডে গান্ধীক তেওঁৰ আন এখন গ্ৰন্থ, 'দী নিউ ইণ্টাৰপ্ৰিটেশ্বন্ অভ্ দ্য বাইবেল'খনো পঠাইছিল। এইখন পঢ়ি গান্ধীৰ ধাৰণা হ'ল যে মেইটলেণ্ডে যেন প্ৰকাৰান্তৰে হিন্দুধৰ্মকেই সমৰ্থন কৰিছে। কিন্তু গান্ধীক যিখন গ্ৰন্থই আটাইতকৈ বেছি অভিভূত কৰিছিল, সেইখন হ'ল টলষ্টয়ৰ 'দী

কিংডম অভ্ গড্ ইজ উইদিন ইউ'। কিতাপখন গান্ধীক মাইকেল্ কোট্‌ছে পঢ়িবলৈ দিছিল। ইয়াত টলষ্টয়ে নৈতিকতা আৰু সততাকে জীৱনত সৰ্বোচ্চ স্থান দিছে। টলষ্টয়ৰ এই মত গান্ধীয়েও সমৰ্থন কৰে।

কিন্তু শেঠ তায়েবৰ লগত শেঠ আব্দুল্লাৰ বিবাদৰ মীমাংসাৰ পিচত গান্ধীৰ প্ৰিটোৰিয়াত থকাৰ কোনো অৰ্থ নাই। গান্ধীয়ে সেয়েহে ডাৰ্বানলৈ উভতি গৈ, দেশলৈ প্ৰত্যাৱৰ্তনৰ কাৰণে প্ৰস্তুত হ'ব বুলি ঠিক কৰিলে।

গান্ধীৰ জীৱনত প্ৰিটোৰিয়াৰ এই অৱস্থান বিফলে নগ'ল। তেওঁ ইয়াত প্ৰথমবাৰৰ বাবে জনসাধাৰণৰ মাজত কাম কৰাৰ কাৰণে সংঘ গঢ়ি তোলাৰ ক্ষমতা প্ৰদৰ্শন কৰিলে। ইয়াতেই তেওঁ সাৰ্থক আইনজীৱী হোৱাৰ কৌশল প্ৰধান এটৰ্নিসকলৰ পৰা শিকিলে। তদুপৰি তেওঁ ইয়াতেই ধৰ্মক জীৱনৰ পাথেয় হিচাপে গ্ৰহণ কৰাৰ সংকল্প লয়। প্ৰিটোৰিয়াত কটোৱা এই বছৰটো গান্ধীৰ জীৱনত দিক্-নিৰ্ণয়কাৰী সময় স্বৰূপে চিহ্নিত হৈ ৰ'ব।

## ত্ৰয়োদশ অধ্যায়

# ডাৰ্বানত বসবাস

শেঠ আব্দুল্লাই গান্ধীক বিদায় সম্বৰ্ধনা নজনোৱাকৈ দেশলৈ পঠাই দিবলৈ সম্মত নহ'ল। সেয়েহে গান্ধীৰ সন্মানত নাটালৰ সমুদ্ৰ-সৈকতত অৱস্থিত ছিডেনহেমত বহুতো মুছলমান ভাৰতীয় ব্যৱসায়ী গোট খালে। সেইদিনা সন্ধ্যালৈকে গোটেই দিনটো এই বেলাভূমিতে সকলোৱে হাঁহি-ধেমালি কৰি কটাব বুলি ঠিক কৰিলে।

সেইদিনা তাতে 'নাটাল মাৰ্কাৰি' নামৰ কাকতখনৰ পাত লুটিয়াই থাকোঁতে হঠাতে গান্ধীৰ চকুত পৰিল 'ভাৰতীয় ভোটাধিকাৰ' শিতানেৰে দিয়া এটা বাতৰিলৈ। বাতৰিটোত উল্লেখ কৰা হৈছে যে বিধান সভাত নাটাল কলনিৰ ভাৰতীয়সকলৰ ভোটাধিকাৰ হৰণ কৰাৰ কাৰণে এখন বিল উত্থাপন্ কৰা হৈছে আৰু সোনকালেই বিলখনৰ দ্বিতীয় পাঠৰ পিচত ইয়াৰ অনুমোদনৰ বাবে সভ্যসকলৰ মাজত ভোট লোৱা হ'ব।

বাতৰিটো পঢ়ি গান্ধী স্তম্ভিত। তেওঁ তেতিয়া শেঠ আব্দুল্লাক সুধিলে, "কাকতৰ এই খবৰটোত পঢ়িলোঁ, ভাৰতীয়সকলৰ বোলে ভোটাধিকাৰ হৰণ কৰা হ'ব? আপোনালোকে বিষয়টো সম্বন্ধে কিবা জানেনে?"

"নাই, নাজানো। আমি এইবোৰ কথা বুজি নাপাওঁ বুলি কোনো খবৰেই নলওঁ। আমি মাথোঁ ব্যৱসায়-সংক্ৰান্ত খবৰবোৰহে লওঁ। গান্ধীভাই, আপুনি জানেনে যে অৰেঞ্জ ফ্ৰি ষ্টেটৰ পৰা এদিন নামমাত্ৰ ক্ষতিপূৰণ দি আমাক ৰাতাৰাতি বাহিৰ কৰি দিছিল। সেই বিষয়ে আমি বহুতো প্ৰতিবাদ কৰিলোঁ, পিছে ফল একো নাপালোঁ। অৱশ্যে আমি ব্যৱসায়ী লোক, আমিনো ৰাজনীতি কি বুজোঁ। বাতৰি কাকতত আমি বিচাৰোঁ বজাৰ-দৰ, আইনৰ বিষয়েতো আমি একোৱেই নুবুজোঁ।

গান্ধীয়ে সুধিলে, "কিন্তু ইয়াত এনেকুৱা বহুত ভাৰতীয় তৰুণ আছে, যিসকল ইয়াতে শিক্ষিত হৈছে। তেওঁলোকে আপোনালোকক সাহায্য কৰিব নোৱাৰেনে?"

শেঠ আব্দুল্লাই হতাশাৰ সুৰত ক'লে, "তেওঁলোকে? তেওঁলোকতো আমাৰ ফালে নাহেই। আৰু সঁচা কথা ক'বলৈ হ'লে, আমিও তেওঁলোকৰ লগত বৰকৈ হলিগলি নকৰোঁ। তেওঁলোকৰ প্ৰায়বোৰেই খ্ৰীষ্টান, বগা-ছালৰ পাদ্ৰীসকলৰ কথামতেই তেওঁলোক চলে আৰু পাদ্ৰীসকলৰ সকলোৱেইতো চৰকাৰৰ ধামা-ধৰা।"

কথাযাৰ শুনি গান্ধী চিন্তিত হ'ল। তেওঁলোক খ্ৰীষ্টান হ'লেও ভাৰতীয় নহয় জানো?

ভালদৰে আবেদন জনালে নিশ্চয় তেওঁলোকে ভাৰতীয় সমাজক সাহায্য নকৰিবনে?

গান্ধীয়ে তেতিয়া শেঠ আব্দুল্লাক ক'লে, "এইখন বিল পাছ হ'লে কিন্তু ভাৰতীয়সকলৰ জীৱন ইয়াত ক্ৰমশঃ অসহ্য হ'ব। শেঠজী, আমাৰ কফিনত এইটোৱেই হ'ব প্ৰথম গজাল। ই আমাৰ আত্মসন্মানবোধক প্ৰচণ্ড আঘাত হানিব।"

দাদা আব্দুল্লাই চিন্তিত সুৰত ক'লে, "আঘাত হয়তো হানিব। এই ভোটৰ বিষয়টো আপোনাক অলপ মুকলিকৈ কওঁ। মিঃ এচ্‌কম্ব্ হ'ল বৰ্তমান নাটালৰ এটৰ্নি জেনেৰেল; তেওঁক আপুনিও চিনি পায়। মিঃ ইঞ্জিনিয়াৰৰ বিৰুদ্ধে নিৰ্বাচনত অৱতীৰ্ণ হৈ আমাক তেওঁ তেওঁৰ সপক্ষে ভোট দিবলৈ ক'লে। আমি সকলোৱে ভোটাৰ হিচাপে ৰেজিষ্ট্ৰি কৰিলোঁ আৰু তেওঁকে ভোট দিলোঁ। সেয়েহে এতিয়া বিৰুদ্ধ পক্ষই ইয়াৰ পোটক তুলিব কাৰণে আমাৰ ভোটাধিকাৰ কাঢ়ি নিবলৈ বিচাৰিছে। এতিয়া আপুনি আমাক কি কৰিবলৈ কয়?

উপস্থিত সকলোৱেই উৎসুক হৈ এই কথা-বতৰাবোৰ শুনি আছিল। তেওঁলোকৰ মাজৰে এজনে ক'লে, "শেঠজী, আমি কি কৰা উচিত মই কৈছোঁ। আপুনি গান্ধীভাইক অন্ততঃ আৰু এমাহৰ কাৰণে ধৰি ৰাখক। তেতিয়া তেওঁৰ নেতৃত্বত আমি ইয়াৰ বিৰুদ্ধে সংগ্ৰাম কৰিম।"

সকলোৱেই তেতিয়া সমস্বৰে ক'লে, "ঠিক কথাই কৈছে শেঠজী। আপুনি গান্ধীভাইক আৰু এমাহ ইয়াত থাকিবলৈ কওক।"

শেঠ আব্দুল্লাই মিচিকিয়াই উত্তৰ দিলে, "মই অকলেই তেওঁক ধৰি ৰাখিব নোৱাৰোঁ, আপোনালোকে সকলোৱে লগ লাগি তেওঁক অনুৰোধ কৰক। কিন্তু আপোনালোকে এটা কথা মনত ৰাখিব লাগিব, গান্ধীভাই এজন বেৰিষ্টাৰ। তেওঁৰ 'ফী'ৰ কি হ'ব?"

এই কথা শুনি অলপ দুঃখ মনে গান্ধীয়ে ক'লে, "শেঠজী, জনসাধাৰণৰ কামত মই কোনো ফী ল'ব নোৱাৰো। যদি মই ইয়াত থাকোঁ, তেনেহ'লে সেৱক হিচাপেই থাকিম। আপোনালোকে যদি ভাবে যে মই থাকিলে এই বিষয়ত আপোনালোকৰ সাহায্য হ'ব, তেনেহ'লে আৰু এমাহ ডাৰ্বানত থাকিবলৈ মই ৰাজী আছোঁ। মোৰ কাৰণে যদিও একো নিবিচাৰোঁ, তথাপি ৰাজহুৱা কামত বহুতো খৰচ আছে। আমি আবেদন-পত্ৰ ছপাব আৰু বিলাব লাগিব। বহুতো গণ্যমান্য ব্যক্তিক টেলিগ্ৰাম কৰি বিষয়টো জনাব লাগিব, স্থানীয় এটৰ্নিসকলৰ লগত পৰামৰ্শ কৰিব লাগিব আৰু গ্ৰাম-চহৰৰ সকলো ভাৰতীয়ৰ মাজত বিষয়টো সম্পৰ্কে প্ৰচাৰ চলাব লাগিব। এই সকলোবোৰেই ব্যয়-সাপেক্ষ কাম। তদুপৰি এজনৰ পক্ষে সকলো কাম কৰা সম্ভৱ নহয়। মোক সহায় কৰিবলৈ আপোনালোকৰ বহুতেই আগবাঢ়ি আহিব লাগিব।"

তেতিয়া উপস্থিত থকা প্ৰায় সকলোৱেই সমস্বৰে কৈ উঠিল, "খোদা মেহেৰবান।

ধন-পইছা ঠিকেই আহিব, সহায় কৰা লোকৰো অভাব নহ'ব। আপুনি থাকক গান্ধীভাই, আল্লাৰ দোৱাত সকলো ঠিক হৈ যাব।"

গান্ধীয়ে তেতিয়া দক্ষিণ আফ্রিকাত আৰু এমাহ থাকিবলৈ সম্মতি জনালে।

সেই বিদায়-সম্বৰ্ধনা সভাখন তেতিয়া এখন কাৰ্যকৰী কমিটিত পৰিণত হ'ল। গান্ধীয়ে তেতিয়া তেওঁলোকক ডিনাৰ খাই ততাতৈয়াকৈ ঘৰলৈ যাবলৈ ক'লে। তেওঁৰ মনত ইতিমধ্যেই এই বিলৰ বিপক্ষে হ'বলগীয়া আন্দোলনৰ ৰূপ অংকুৰিত হ'বলৈ আৰম্ভ কৰিছে।

দক্ষিণ আফ্রিকাৰ ভাৰতীয়সকলৰ ভোটাধিকাৰ নোহোৱা কৰাৰ বিপক্ষে হোৱা আন্দোলন গান্ধীৰ নেতৃত্বত গঢ় লৈ উঠিল। নাটালত তেতিয়া শেঠ মহম্মদ্ হাজী দাদা আছিল ভাৰতীয়সকলৰ মাজত আটাইতকৈ গণ্যমান্য ব্যক্তি, যদিও শেঠ আব্দুল্লা আছিল সকলোতকৈ ধনী লোক। শেঠ আব্দুল্লাৰ ঘৰতে বহা আন্দোলনৰ প্ৰথম সভাখনত সেয়েহে সভাপতিত্ব কৰিলে মহম্মদ হাজী দাদাই।

সভাখনৰ উপস্থিতি লক্ষ্য কৰি গান্ধী অভিভূত হ'ল। ডাৰ্বানৰ সকলো শ্ৰেণীৰ ভাৰতীয়ই সেই সভাত যোগদান কৰিছিল। বিশেষকৈ অনুবাদক মিঃ পল্ আৰু মিছনেৰি স্কুলৰ হেড্মাষ্টৰ মিঃ গড্ফ্ৰেসহ বহুতো খ্ৰীষ্টান লোক সভাখনত উপস্থিত আছিল।

গান্ধীৰ তেতিয়া প্ৰধান কৰ্তব্য হ'ল সভাখনত ভোট-বাতিলৰ বিলখনৰ পৰিস্থিতি সকলোকে ব্যাখ্যা কৰা। নাটাল বিধানসভাত বিলখনৰ দ্বিতীয় পাঠ সোনকালেই আৰম্ভ হ'ব। তাৰ পিচত এইখন ভোটাধিক্যত পাছ হ'ব। তেতিয়া প্ৰধান কাম হ'ব বিধান সভাৰ স্পীকাৰক বিলখন স্থগিত ৰখাৰ কাৰণে অনুৰোধ জনোৱা। সেইকাৰণে এখন আবেদন-পত্ৰ প্ৰস্তুত কৰিব লাগিব আৰু তাত স্থানীয় ভাৰতীয়সকলৰ নাম-চহী যিমান পাৰি সিমান সংগ্ৰহ কৰিব লাগিব। তেতিয়া এক ভলন্টিয়াৰ বাহিনী গঠন কৰা হ'ল, যাৰ কামেই হ'ল ঘৰে ঘৰে গৈ এই চহীবোৰ সংগ্ৰহ কৰা।

গান্ধীয়ে ল লাইব্ৰেৰি লৈ গৈ বহুতো কিতাপ অধ্যয়ন কৰি আবেদনপত্ৰখন ইংৰাজীতে প্ৰস্তুত কৰিলে। আবেদনপত্ৰখনত গান্ধীয়ে প্ৰধান যুক্তি দিলে যে ব্ৰিটিশ্ব ক'লনিস্বৰূপে নাটালত ভাৰতীয়সকলে ভোটাধিকাৰ লাভ কৰা উচিত, যিদৰে ব্ৰিটিশ্ব ভাৰতত আছে।

স্বেচ্ছাসেৱকসকলে তেতিয়া ধনী-দুখীয়া, বৰ্ণ-ধৰ্ম নিৰ্বিশেষে সকলো ভাৰতীয়ৰ পৰা চহী সংগ্ৰহ কৰাত লাগিল। শেঠ আব্দুল্লাৰ ঘৰ তেতিয়া সকলো সময়তে ব্যস্ত এটা চৰাইখানা, নিৰন্তৰ আহাৰৰ ব্যৱস্থা কৰা গৈছে আৰু বিনামূল্যে ক্ষুধাৰ্ত স্বেচ্ছাসেৱকসকলক বিতৰণ কৰা হৈছে। ধনী স্বেচ্ছাসেৱকসকলে ঘোঁৰাৰ গাড়ীৰে দিনে-ৰাতিয়ে ভাৰতীয়সকলৰ ঘৰলৈ গৈ চহী যোগাৰ কৰিব ধৰিলে। সকলোৰে

জীৱনত এয়া প্ৰথমবাৰৰ বাবে জনসাধাৰণৰ মাজত কাম কৰাৰ শিক্ষা লাভ। এইদৰে মাত্ৰ পোন্ধৰ দিনৰ ভিতৰত দহ হেজাৰ চহী সংগ্ৰহ হ'ল।

স্বেচ্ছাসেৱকসকলৰ আন্তৰিকতা দেখি গান্ধী তেতিয়া অত্যন্ত মুগ্ধ। তেওঁৰ তেতিয়া মনত ভাব হ'ল যে যদিহে কোনো ডাঙৰ কামৰ কাৰণে উদ্দীপনা সৃষ্টি কৰা হয়, তেনেহ'লে আপাত দৃষ্টিত অসম্ভৱ কামটোও সম্ভৱপৰ হৈ উঠে। এনে কামৰ কাৰণে বিশেষভাৱে প্ৰয়োজন মাথো উপযুক্ত নেতৃত্বৰ।

তেতিয়াই ঠিক কৰা গ'ল যে আবেদনপত্ৰৰ এটা কপি লৰ্ড ৰিপনলৈকো প্ৰেৰণ কৰা হ'ব। তেওঁ তেতিয়া লণ্ডনস্থ অফিচত ব্ৰিটিছ ক'লনিৰ 'চেক্ৰেটেৰি অভ্ ষ্টেট' আছিল। আবেদন-পত্ৰৰ প্ৰায় এহেজাৰ কপি প্ৰস্তুত কৰা হ'ল। এই কপিবোৰ দক্ষিণ আফ্ৰিকা, ভাৰত আৰু ইংলণ্ডৰ গণ্য-মান্য লোকসকললৈ আৰু এই দেশবোৰৰ সংবাদ-পত্ৰবোৰলৈকো পঠোৱা হ'ল। ফলস্বৰূপে ভাৰতৰ 'টাইমছ্ অভ্ ইণ্ডিয়া'ই এটা মূল প্ৰবন্ধত দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলৰ ভোটাধিকাৰৰ দাবী সমৰ্থন কৰিলে। লণ্ডনৰ 'ডী টাইম্ছ' পত্ৰিকায়ো এই দাবীলৈ সমৰ্থন আগবঢ়ালে। সকলোৱে তেতিয়া আশা কৰিছিল যে বিলখন পাছ নহ'ব, ইয়াৰ বিৰুদ্ধে ভীট' দিয়া হ'ব। কিন্তু সকলোৰে আশাত চেঁচা পানী ঢালি বিপুল ভোটাধিক্যত বিলখন বিধান সভাত পাছ হ'ল। লৰ্ড ৰিপনেও যথাৰীতি তেওঁৰ চহীৰে বিলখন আইনত পৰিণত কৰিলে।

সেই সময়ত সকলো ভাৰতীয়ই গান্ধীৰ এই কামৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিলে। তেওঁলোকে গান্ধীক ডাৰ্বানত স্থায়ীভাৱে বাস কৰাৰ কাৰণে অনুৰোধ কৰিব ধৰিলে। শেঠ আব্দুল্লাৰ ঘৰত বহা এখন সভাত এই প্ৰসংগটো উঠোঁতে গান্ধীয়ে ক'লে, "আপোনালোকে মোক ইয়াত থাকিবলৈ কৈছে। ইতিমধ্যে মোৰ ইয়াত এবছৰতকৈও বেছি দিন থকা হ'ল। ভাৰতত মোৰ স্ত্ৰী আৰু দুটা সন্তান আছে। ইয়াত থাকি মই তেওঁলোকৰ অভাৱ সকলো সময়তে অনুভৱ কৰোঁ। মই ইয়াত থাকিব লগা হ'লে মোৰ স্ত্ৰী-পুত্ৰক আনিব লাগিব আৰু এডোখৰ ভাল ঠাইত ঘৰ ল'ব লাগিব। এই সকলো কামৰ কাৰণে মোক অন্ততঃ বছৰি তিনিশ পাউণ্ডৰ প্ৰয়োজন হ'ব। এই ব্যয়ৰ যোগাৰৰ অবিহনে মই ইয়াত থাকিব নোৱাৰিম।

শেঠ আব্দুল্লাই ক'লে, "আপুনিতো সেইখিনি ধন এই পাব্লিক কামবোৰ কৰোঁতেই সংগ্ৰহ কৰিব পাৰে। আমি সকলোৱে সানন্দে এই অৰ্থ দান কৰিম। তদুপৰি বেৰিষ্টাৰস্বৰূপে আপুনি বেলেগকৈ যি আয় কৰিব সেয়াতো আপোনাৰেই।"

গান্ধীয়ে দৃঢ়তাৰে উত্তৰ দিলে, "ওঁহু, মই আগতেই আপোনালোকক কৈছোঁ যে পাবলিক কামৰ কাৰণে মই কোনো ধন-পইছা ল'ব নোৱাৰোঁ। তদুপৰি এইবোৰ পাবলিক কামত বেৰিষ্টাৰৰ বুদ্ধি-কৌশলৰ প্ৰয়োজন নহয়। ইয়াত মোৰ কাম মাথোঁ

আপোনালোকক পৰিচালনা কৰা। এইবোৰৰ কাৰণে মই কেনেকৈ ধন ল'ম? এই পাবলিক কামবোৰৰ কাৰণে নিৰন্তৰ যথেষ্ট পৰিমাণৰ ধন লাগিব, তাৰ পৰা মোলৈ বুলি চান কঢ়াতো অন্যায় হ'ব।"

এইবাৰ মহম্মদ হাজি দাদাই ক'লে, "কিন্তু আমি আপোনাক এবছৰতকৈ অধিক সময়ৰ কাৰণে লগ পাইছোঁ। আমি জানো যে আপুনি নিশ্চয় আপোনাৰ প্ৰয়োজনতকৈ বেছি ধন নিনিয়ে। আপোনাৰ প্ৰয়োজনীয় ধন আমি স্বচ্ছন্দে দিব পাৰোঁ।"

গান্ধীয়ে মিচিকিয়াই ক'লে, "এইবোৰ কথা এতিয়া আপোনালোকে মোক ভাল পাই কৈছে। কিন্তু কোনে ক'ব পাৰে এই প্ৰীতি আৰু উৎসাহ বহুদিনলৈকে থাকিব বুলি? কামৰ প্ৰয়োজনত ভৱিষ্যতে মই হয়তো অতি কঠোৰ হ'ব লাগিব, অপ্ৰিয় কথাও ক'ব লগা হ'ব পাৰে, তেতিয়াও এই প্ৰীতি-ভালপোৱা অক্ষুণ্ণ থাকিব বুলি কোনে ক'ব পাৰে? সেয়েহে মই খোলোচাকৈ কৈছোঁ যে মই ইয়াত থাকিব পাৰোঁ মাথোঁ এটা চৰ্তত, সেইটো হৈছে আপোনালোকৰ মাজৰ কেইজনমানে আইন-সংক্ৰান্ত কামবোৰ মোক নিয়মিতভাৱে দিব লাগিব আৰু এই সংক্ৰান্তত এখন চুক্তি কৰিব লাগিব।"

গান্ধীৰ এই কথা শুনাৰ লগে লগেই কুৰিগৰাকী ব্যৱসায়ীয়ে বছৰেকীয়া চুক্তিত গান্ধীক তেওঁলোকৰ বেৰিষ্টাৰ হিচাপে নিযুক্তি দিবলৈ সন্মত হয়।

গান্ধীয়ে এতিয়া ডাৰ্বানত স্থায়ীভাৱে বাস কৰিবলৈ প্ৰস্তুত হ'ল।

* * *

গান্ধীয়ে ডাৰ্বানত থকাৰ কাৰণে সৈকতৰ কাষত 'বিচ্ গ্ৰোভ ভিলা' ভাড়া কৰিলে। দুমহলীয়া ডাঙৰ ঘৰ, বেলকনিৰ পৰা সাগৰ দেখা পোৱা যায়। বৈঠকখানা আৰু ডাইনিং হলৰ উপৰি শোৱা কোঠা আছিল পাঁচটা। পিছফালৰ সৰু চোতালত আছিল এখন দোলনা আৰু ব্যায়াম কৰা এডাল 'পেৰেলেল্ বাৰ'। গান্ধীয়ে ইউৰোপীয় বেৰিষ্টাৰৰ ষ্টাইলত থাকিব বিচাৰিছিল আৰু সকলোকে দেখুৱাব খুজিছিল যে সকলো ভাৰতীয়ই বান্ধকানি নহয়। এই ঘৰে তেওঁৰ যেন সেই ইচ্ছা পূৰণ কৰিলে। তেওঁৰ কাষৰ ঘৰটোতে নাটালৰ এটৰ্নি জেনেৰেল মিঃ এচ্কম্বে সপৰিবাৰে বাস কৰে।

গান্ধীয়ে তেওঁৰ শোৱা-কোঠাত কাবা গান্ধী আৰু লক্ষ্মী দাসৰ ছবি ৰাখিলে। গ্ৰন্থৰ ছেল্ফত ৰাখিলে টলষ্টয়, মেইট্লেণ্ড আৰু মেডাম্ ব্লাভাৎস্কিৰ কিতাপ। শেঠ আব্দুল্লাই তেওঁক বিদায় উপহাৰস্বৰূপে দিব খোজা ধনখিনিৰে এক ছে'ট আচবাব্ কিনি দিলে। আচবাব্খিনি পাই তেওঁ মনৰ হেঁপাহৰে ঘৰ সজালে।

গান্ধীয়ে তেওঁৰ ল অফিছ খুলিলে চহৰৰ ১৪ নম্বৰ মাৰ্কাৰি লেনত। কামৰ দিনবোৰত তেওঁ ছুট্, বগা উইং-কলাৰ, আঁচ আঁচ থকা টাই আৰু চক্চকীয়া জোতা

পিন্ধি অফিচলৈ যায়। কেইজনমান তামিল খ্ৰীষ্টান কেৰাণী হিচাপে নিযুক্ত হ'ল আৰু তেওঁলোকে গান্ধীৰ ঘৰতে থাকি নিয়মিত তেওঁৰ লগতে ডিনাৰ খায়। অৱশ্যে এই ডিনাৰ আছিল নিৰামিষ আৰু লঘু। তেওঁ এজন ভৃত্যও ৰাখিলে, যি পিচলৈ ঘৰৰে এজন হৈ পৰিল।

গান্ধীয়ে চিন্তা কৰিলে যে ডাৰ্বানত আইনজীৱী হৈ থকাৰ কাৰণে তেওঁ নাটাল হাইকৰ্টত প্ৰেক্‌টিচ কৰিবলৈ আবেদন কৰা উচিত। এই আবেদনৰ লগত দুখন চাৰ্টিফিকেট গাঁথি দিব লাগে। লণ্ডনৰ 'ইনাৰ টেম্পল'ৰ মূল চাৰ্টিফিকেটখন তেওঁ বোম্বাই হাইকৰ্টত প্ৰেক্‌টিচ কৰাৰ কাৰণে জমা দিছিল; সেয়েহে তেওঁ দুজন ইউৰোপীয়ান ভদ্ৰলোকৰ একোখনকৈ চাৰ্টিফিকেট দিলে। এই দুগৰাকী ভদ্ৰলোকৰ লগত শেঠ আব্দুল্লাৰ ব্যৱসায়িক সম্পৰ্ক আছিল। তেওঁলোকৰ এজন হ'ল মিঃ এচ্‌কম্ব, তেওঁ 'আব্দুল্লা এণ্ড্ কোম্পানি'ৰ আইন-বিষয়ৰ উপদেষ্টা আছিল। গান্ধী আছিল নাটাল 'বাৰ'ৰ প্ৰৱেশ প্ৰাৰ্থী হোৱা প্ৰথম 'কালাৰ্ড' ব্যক্তি।

কিন্তু 'নাটাল ল ছচাইটি'য়েই পোনতে বাধা দিলে। তেওঁলোকৰ দাবী হ'ল যে গান্ধীৰ আবেদন নামাঞ্জুৰ কৰিব লাগে, কিয়নো তেওঁ লণ্ডনৰ আচল চাৰ্টিফিকেটখনকে দিয়া নাই।

প্ৰকৃততে ছচাইটিৰ আপত্তিৰ কাৰণ আছিল অন্যত্ৰ। সমগ্ৰ দক্ষিণ আফ্ৰিকা উন্নত হৈছে ইউৰোপীয়ান অভিবাসীসকলৰ পৰিশ্ৰম আৰু ব্যৱসায়ৰ দায়িত্বৰ ওপৰত নিৰ্ভৰ কৰি। সেয়েহে ল ছচাইটিৰ সভ্যসকলে ভাবে যে আইন-সংক্ৰান্ত বিষয়তো তেওঁলোকৰ একচেটিয়া অধিকাৰ। যদিহে ভাৰতীয়ৰ পিচত হয়তো ক'লা নিবাসীসকলৰ, আইন আৰু সংসদীয় ক্ষেত্ৰত প্ৰৱেশ ঘটে, তেনেহ'লে কালক্ৰমত তেওঁলোকেই এই ব্যৱসায়ত সংখ্যা-গৰিষ্ঠ হৈ যাব। ছচাইটিৰ বগা সভ্যসকলৰ কাৰণে এনে পৰিস্থিতি অকল্পনীয়। সেয়েহে এনে প্ৰয়াসক তেওঁলোকে অংকুৰতে বিনাশ কৰিব বিচাৰে।

ল ছচাইটিৰ যি গৰাকী সদস্যক গান্ধীৰ দৰ্খাস্তৰ বিৰোধিতা কৰিবলৈ দিয়া হ'ল, তেওৰোঁ আকৌ 'আব্দুল্লা এণ্ড্ কোম্পানি'ৰ লগত ব্যৱসায়িক সম্পৰ্ক আছিল। তেওঁ এদিন গান্ধীক মাতি বিষয়টো সম্পৰ্কে আলোচনা কৰিলে।

তেওঁ এইদৰে কথাৰ পাতনি মেলিলে, "মিঃ গান্ধী, ব্যক্তিগতভাৱে আপোনাৰ বিৰুদ্ধে মোৰ কোনো অভিযোগ নাই। কিন্তু মই ভাৰতৰ পৰা অহা কোনো ভাগ্যান্বেষী যুৱকৰ অসৎ উপায়েৰে আমাৰ 'বাৰ'ত প্ৰৱেশৰ প্ৰচেষ্টা প্ৰতিৰোধ কৰিবই লাগিব। আপুনি আচল চাৰ্টিফিকেটখনকে আপোনাৰ আবেদন-পত্ৰৰ লগত গাঁথি দিয়া নাই, আপুনি দিছে মাথোঁ ইয়াৰ দুজন ইউৰোপীয় ভদ্ৰলোকৰ চাৰ্টিফিকেট। কিন্তু তেওঁলোকেতো আপোনাক ভালদৰে চিনিয়েই নেপায়। এই দৰ্খাস্তটো গ্ৰহণযোগ্য নহয়।"

গান্ধীয়ে প্ৰতিবাদৰ সুৰত ক'লে, "মই ইয়ালৈ অহাৰ আগতেতো মোক ইয়াৰ কোনো মানুহে চিনি নেপাইছিল। পিচে মই ইয়াত এবছৰতকৈও অধিক কাল থাকিলোঁ। মই নাটালত উপস্থিত নোহোৱালৈকেতো আনকি মোৰ শেঠ আব্দুল্লাৰ লগতো চিনাকি নাছিল।"

সেইজন ভদ্ৰলোকে গম্ভীৰ কণ্ঠে ক'লে, "এইটো এটা পৃথক বিষয়। আপুনিতো কৈছে যে আপুনি আৰু শেঠ আব্দুল্লা ভাৰতৰ একেখন প্ৰদেশৰ পৰা আহিছে আৰু শেঠৰ পৰিয়ালেও আপোনাৰ পিতৃক চিনি পাইছিল। গতিকে আপুনি শেঠ আব্দুল্লাৰ পৰা এনেধৰণৰ এখন চাৰ্টিফিকেট সংগ্ৰহ কৰিব পাৰিলে আপোনাৰ দৰ্খাস্তৰ বিৰুদ্ধে মোৰ কোনো আপত্তি নেথাকিব।"

গান্ধীয়ে ক'লে, "এইটো কোনো সমস্যাই নহয়। মই কালিলৈকে শেঠ আব্দুল্লাৰ পৰা এইধৰণৰ এখন চাৰ্টিফিকেট লৈ ছচাইটিৰ অফিচত দিম।"

কিন্তু ল ছচাইটিৰ মন এই চাৰ্টিফিকেটেও প্ৰসন্ন নকৰিলে। তেওঁলোকে নাটাল হাইক'ৰ্টত গান্ধীৰ আবেদনৰ প্ৰতিবাদ কৰিলে। কিন্তু এইবাৰ ক'ৰ্টৰ প্ৰধান বিচাৰপতিয়ে তেওঁলোকৰ সকলো আপত্তি নাকচ কৰি দিলে।

তেওঁৰ ৰায়ত বিচাৰপতিয়ে ক'লে, "মিঃ গান্ধীৰ হলফনামা অসত্য নহ'লে মূল চাৰ্টিফিকেটখন নিদিয়াৰ কাৰণে তেওঁৰ আবেদন গ্ৰহণযোগ্য নহয় বুলি আগবঢ়োৱা যুক্তিৰ কোনো যথাৰ্থতা নাই। আইনৰ দৃষ্টিত শ্বেতকায় আৰু অশ্বেতকায় ব্যক্তিৰ মাজত কোনো প্ৰভেদ নাই। ক'ৰ্টে সেয়েহে ল ছচাইটিৰ সকলো আপত্তি বাতিল কৰিছে। মিঃ গান্ধী, আমি আপোনাৰ আবেদন-পত্ৰ গ্ৰহণ কৰিছোঁ। আপুনি এতিয়া ক'ৰ্টৰ এজন সদস্য হিচাপে শপত গ্ৰহণ কৰিব পাৰে।"

গান্ধীয়ে কৃতজ্ঞচিত্তে শপত গ্ৰহণৰ বাবে অগ্ৰসৰ হ'ল। কিন্তু বিচাৰকে তেতিয়া ক'লে, "মিঃ গান্ধী, আপোনাৰ মূৰৰ পাগুৰি কিন্তু এতিয়া খুলিব লাগিব। আপুনি এই ক'ৰ্টত অন্যান্য বেৰিষ্টাৰৰ বাবে নিৰ্ধাৰিত পোছাক-পৰিচ্ছদৰ নিয়ম মানি চলিব লাগিব।"

গান্ধীৰ তেতিয়া মূৰৰ পাগুৰি খোলাৰ বাহিৰে গত্যন্তৰ নাছিল। ডাৰ্বানৰ মেজিষ্ট্ৰেটে আগতে যেতিয়া পাগুৰি খুলিব কৈছিল, তেওঁ সেইটো নুখুলি ক'ৰ্টৰ বাহিৰলৈ ওলাই আহিছিল। কিন্তু এতিয়া এই ক'ৰ্টত প্ৰেক্‌টিচ্ কৰিববলৈ হ'লে তেওঁ প্ৰধান বিচাৰপতিৰ নিৰ্দেশ মানিবই লাগিব। তাকে নকৰিলে তেওঁক ক'ৰ্টৰ অফিচাৰ বুলি গ্ৰহণ নকৰিব। তেতিয়া তেওঁৰ সকলো প্ৰচেষ্টাই ব্যৰ্থতাত পৰ্যৱসিত হ'ব।

কিন্তু শেঠ আব্দুল্লা আৰু তেওঁৰ লগত যি কেইগৰাকী বন্ধুৱে গান্ধীক ক'ৰ্টে গ্ৰহণ কৰাৰ অনুষ্ঠান চাবলৈ আহিছিল, তেওঁলোকৰ কাৰণে গান্ধীয়ে পাগুৰি খোলা কাম পছন্দৰ নহ'ল।

শেঠ আব্দুল্লাই অনুযোগৰ সুৰত ক'লে, "গান্ধীভাই, আপুনি মূৰৰ পাগুৰি খোলা উচিত হোৱা নাই। আপুনি প্ৰতিবাদ কৰাহে উচিত আছিল। আপোনাৰ সেই আগৰ আদৰ্শৰ কি হ'ল? আপুনি যে এটা বেয়া উদাহৰণ ৰাখিলে কথাটো পাহৰি নেযাব। ইয়াৰ পিচত এজন মুছলমান বেৰিষ্টাৰ যেতিয়া ক'ৰ্টত গৃহীত হ'বলৈ দৰ্খাস্ত কৰিব, তেওঁৰো পাগুৰি খুলিব লগা হ'ব।"

গান্ধীয়ে তেওঁক বুজাবলৈ চেষ্টা কৰি ক'লে, "কিন্তু শেঠজী, পাগুৰি নুখুলিলে মোক ক'ৰ্টৰ অফিচাৰ হিচাপেই গ্ৰহণ নকৰিলেহেঁতেন। কাণেৰে নুশুনা ক'ৰ্টক প্ৰতিবাদ কৰি কি লাভ? ভাৰতত মই কেতিয়াও পাগুৰি নুখুলিলোঁহেঁতেন। বোম্বাই হাইক'ৰ্টততো আমি পাগুৰি খোলা নাই। কিন্তু ইয়াত মোৰ আন উপায় নাছিল। ইংৰাজীতে এটা প্ৰবাদ বাক্য আছে শেঠজী, "ৰোমত বাস কৰিবৰ হ'লে ৰোমানসকলৰ দৰে ব্যৱহাৰ কৰা উচিত।"

গান্ধীৰ যুক্তিত কিন্তু শেঠ আব্দুল্লা আৰু তেওঁৰ বন্ধুসকল ভালদৰে পতিয়ন নগ'ল। গান্ধীয়ে তেতিয়ালৈ আপোচৰ উপযোগিতা বুজা হৈছে। তদুপৰি ভৱিষ্যতে আৰু বহুতো অবিচাৰ, আদৰ্শৰ কাৰণে সংগ্ৰাম কৰিব লগা হ'ব। সেইবোৰ থাকোঁতে এই পাগুৰিৰ কাৰণে ক্ষুদ্ৰ যুদ্ধ কৰাৰ অৰ্থ নাই। এতিয়া ভৱিষ্যতৰ সংগ্ৰামৰ কাৰণে শক্তি সঞ্চয় কৰাটোহে আচল কথা।

গান্ধী সাজু হ'ব লাগিব সেইবোৰ যুঁজৰ কাৰণে, দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় সমাজো একেদৰেই প্ৰস্তুত হ'ব লাগিব।

গান্ধীৰ সোনকালেই উপলব্ধি হ'ল যে দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলৰ অধিকাৰ ৰক্ষাৰ আন্দোলন চলাই যাবলৈ হ'লে এটা স্থায়ী সংগঠন স্থাপন কৰা প্ৰয়োজন। কথাটো তেওঁৰ পৰিচিতসকলক কওঁতে সকলোৱে তেওঁৰ যুক্তিৰ যথাৰ্থতা বুজি পালে।

গান্ধীয়ে তেতিয়া সংগঠনটোৰ কি নাম দিয়া হয় চিন্তা কৰাত লাগিল। ভাৰতত থকা 'কংগ্ৰেছ' নামটোকে তেওঁ ইয়াৰ কাৰণেও পছন্দ কৰিলে। তেওঁ অৱশ্যে জানে যে গ্ৰেট্ ব্ৰিটেইনৰ ৰক্ষণশীলসকলে এই নামটো ঘৃণা কৰে। কিন্তু তেওঁ ভাবিলে যে ভাৰতৰ কংগ্ৰেছ সংগঠনে কৰাৰ দৰেই এই সংগঠনেও মূলতঃ স্বত্বসাব্যস্ত কৰিবলৈকে আন্দোলন কৰিব; গতিকে ইয়াৰ নামো 'কংগ্ৰেছ' হোৱা উচিত। ভালকৈ ভবা চিন্তা কৰি তেওঁ এই ভাবী সংস্থাৰ নাম 'নাটাল ইণ্ডিয়ান কংগ্ৰেছ' দিয়া সিদ্ধান্ত ল'লে।

অৱশেষত ১৮৯৪ চনৰ ২২ মেই তাৰিখে গান্ধীয়ে ডাৰ্বানৰ ভাৰতীয়সকলৰ এখন সভা আহ্বান কৰিলে। সভাৰ স্থান শেঠ আব্দুল্লাৰ বিশাল বৈঠকখানা। সভাপতিত্ব কৰিলে শেঠ আব্দুল্লাই। গান্ধীৰ প্ৰস্তাৱিত সংগঠনটোৰ নাম সৰ্বসম্মতিক্ৰমে গৃহীত হ'ল আৰু তেওঁকে নিৰ্বাচিত কৰা হ'ল ইয়াৰ চেক্ৰেটাৰী। এই সংগঠনৰ নিয়মাৱলী গান্ধীয়ে

আগতেই প্ৰস্তুত কৰি থৈছিল। সেই নিয়মাৱলী তেওঁ ব্যাখ্যা কৰাৰ পিচত মাহিলি চান্দা ধাৰ্য কৰা হ'ল পাঁচ শ্বিলিং। কিন্তু বহুতেই ইয়াতকৈ বেছি দিবলৈ ৰাজী হ'ল। শেঠ আব্দুল্লাই মাহে দুই পাইগুকৈ দিব বুলি ঘোষণা কৰিলে। গান্ধীয়েও দিব মাহে এক পাউণ্ড।

সোনকালেই গান্ধীয়ে গম পালে যে মাহে মাহে চান্দা তোলা কামটো বৰ সময়-খৰচী। এই কামত ব্যস্ত থাকোঁতে তেওঁৰ আইনৰ ব্যৱসায়ৰ ক্ষতি হ'বলৈ ধৰিলে।

সেয়েহে গান্ধীয়ে সভ্যসকলৰ আৰু এখন সভা আহ্বান কৰিলে। এই সভাতে কংগ্ৰেছৰ চান্দা মাহিলিৰ ঠাইত বছৰেকীয়া কৰাৰ সিদ্ধান্ত লোৱা হ'ল। গান্ধীয়ে সভাত ক'লে যে কোনো পাবলিক সংগঠনৰ দেনা থকা উচিত নহয়। আকৌ বহুতে চান্দা দিম বুলি প্ৰতিশ্ৰুতি দি পিচত নিদিয়ে বা দিবলৈ পাহৰি যায়। সেয়েহে এই বাৰ্ষিক চান্দা অগ্ৰিম দিয়াই শ্ৰেয়।

গান্ধীৰ কথা সকলোৱে সমৰ্থন কৰিলে। তেতিয়া স্থিৰ কৰা হ'ল বাৰ্ষিক চান্দা হ'ব তিনি পাউণ্ড। এইবাৰো বহুতেই নিৰ্ধাৰিত পৰিমাণৰ চান্দাতকৈ সৰহ ধন লগে লগেই জমা দিলে। লগতে আৰম্ভ হ'ল সভ্যসংখ্যা বঢ়োৱাৰ প্ৰয়াস। বহুতো সভ্যই তেতিয়া উৎসাহেৰে গ্ৰামাঞ্চললৈ গৈ চান্দা তোলাত লাগিল। গাঁৱতো বহুতে কেৱল অগ্ৰিম চান্দাকে নহয়, অতিৰিক্ত বৰঙণিৰে সহায় আগবঢ়ালে।

এই সময়তে এবাৰ গান্ধীৰ এটা হৰ্ষ-বিষাদমিশ্ৰিত অভিজ্ঞতা হ'ল। চহৰাঞ্চলৰ বৰঙণি তুলিবলৈ এবাৰ গান্ধী কেইজনমান সহকৰ্মীৰ লগত টংগাট্ চহৰৰ এজন ব্যৱসায়ীৰ ঘৰলৈ গ'ল। গান্ধীয়ে আশা কৰিছিল যে ব্যৱসায়ীজনে ছয় পাউণ্ড দিব, কিন্তু তিনি পাউণ্ডৰ বেছি দিবলৈ মান্তি নহয়। তেওঁ তিনি পাউণ্ড দিলে অন্যান্য অৱস্থাপন্ন লোকসকলেও মাথোঁ তিনি পাউণ্ডেই দিব আৰু এইদৰেই পৰিকল্পনা অনুসৰি ধন সংগ্ৰহ কৰিব পৰা নাযাব।

ইফালে নিশা গাঢ় হৈ আহিছে আৰু আটায়ে ভোকত আতুৰ হৈ পৰিছে। কিন্তু আশা কৰা ধন সংগ্ৰহ নকৰাকৈ কোনো যাবলৈ ৰাজী নহয়। ইফালে ব্যৱসায়ীজনো আঁকোৰ-গোজ, তিনি পাউণ্ডতকৈ বেছি তেওঁ কোনোপধ্যেই নিদিয়ে। তেতিয়া চহৰৰ অন্যান্য ভাৰতীয় ব্যৱসায়ী সকলো তেওঁক বুজোৱাত লাগিল। কিন্তু তেওঁ নিদিয়ে। ইতিমধ্যে ৰাতি পুৱাল আৰু ব্যৱসায়ীজনেও এতিয়া ছয় পাউণ্ড দিবলৈ মান্তি হ'ল আৰু ভোকাতুৰ লোকসকলক খুৱাই-বুৱাই আপ্যায়নো কৰিলে। এই ঘটনাৰ কথা ক্ৰমশঃ নাটালৰ সকলোতে প্ৰচাৰিত হ'ল আৰু ফলস্বৰূপে গান্ধীৰ বৰঙণি সংগ্ৰহৰ কাম সুচল হ'ল।

গান্ধীয়ে 'নাটাল ইণ্ডিয়ান কংগ্ৰেছ' প্ৰতিষ্ঠা কৰিয়েই ক্ষান্ত নহ'ল। তেওঁ নাটালৰ বিভিন্ন সংবাদ-পত্ৰত প্ৰবন্ধ লিখি আৰু গভৰ্নমেণ্টৰ বিভিন্ন ডিপাৰ্টমেণ্টলৈ নিয়মিত

চিঠি-পত্ৰ লিখি ভাৰত-ভাৰতীয়ৰ বিষয়ে নানান কথা আৰু প্ৰাচীন ভাৰতীয় সভ্যতাৰ সম্বন্ধে জনাই থাকিব ধৰিলে। ব্যক্তিগত জীৱনত তেওঁ নিজে নিৰামিষাহাৰী হৈ থাকি সুযোগ পালেই এই আহাৰৰ গুণাগুণলৈ আলোচনা কৰে। এই সময়তে তেওঁ আনা কিংছ ফ'ৰ্ডৰ 'দী পাৰ্ফেক্ট বে ইন্ ডায়েট্' কিতাপখন আকৌ পঢ়িলে। সেই কিতাপখনত তেওঁ দক্ষিণ আফ্ৰিকাৰ ডাৰ্বান চহৰত থকা এক 'ট্ৰেপিষ্ট মনেষ্টে'ৰি'ৰ উল্লেখ পালে, য'ত সকলো অধিবাসীয়েই নিৰামিষাহাৰী।

এই উল্লেখকে অনুসৰণ কৰি গান্ধীয়ে এদিন তেওঁৰ পৰিচিত মিঃ গডফ্ৰেৰ লগত সেই ট্ৰেপিষ্ট মনেষ্টে'ৰি চাবলৈ গ'ল। মনেষ্টে'ৰিটো ডাৰ্বান চহৰৰ পৰা ষোল মাইল দূৰত পাইন টাউনৰ কাষত 'মেৰিয়ান হিল'ৰ ওপৰত অৱস্থিত। তাত তেতিয়া এশ কুৰিজন 'ব্ৰাদাৰছ' আৰু ষাঠিগৰাকী 'নান' আছিল। তেওঁলোকৰ লগত প্ৰায় এহেজাৰ জুলু উপজাতিৰ লোকে স্ত্ৰী-পুত্ৰ-কন্যাৰে সৈতে বাস কৰে।

এই কলনিৰ শান্ত পৰিৱেশ দেখি গান্ধী অতি মুগ্ধ হ'ল। মাজে মাজে কাঠ-মিস্ত্ৰিয়ে কৰা শব্দ আৰু শিশুৰ কলৰৱৰ বাদে আন কোনো শব্দ শুনা নগৈছিল। বেছি ভাগ ট্ৰেপিষ্টেই যদিও জাৰ্মান আছিল, তথাপি কলনিটোত প্ৰধানকৈ ইংৰাজী আৰু জুলু ভাষাৰ স্কুলহে আছিল। তাত জুলু ল'ৰাহঁতক কাঠ মিস্ত্ৰিৰ কাম, লোৰ কাম, আৰু অন্যান্য কাৰিকৰী বৃত্তিৰ শিক্ষা দিয়া হয় আৰু জুলু কন্যাহঁতক শিকোৱা হয় সূচী-শিল্প, বয়ন, টুপীচিলোৱা, পাচিসজা আদি। তাত জল-বিদ্যুতৰ শক্তিৰে চলোৱা এটা ছপাশাল আৰু এটা ময়দাৰ কল আছিল। তদুপৰি আছিল বাদাম-তেল পেৰা এটা কল। খেতি-বাতিৰ উপৰি আছিল প্ৰচুৰ ফলৰ গছ। কলনিখন মুঠতে অৰ্থনৈতিক ক্ষেত্ৰত স্বয়ং-সম্পূৰ্ণ আছিল বুলি ক'ব পৰা যায়।

এই ট্ৰেপিষ্টসকলৰ নিড়াম্বৰ আৰু ভক্তিপূৰ্ণ জীৱন-যাত্ৰা গান্ধীৰ বৰ ভাল লাগিল। তেওঁলোকৰ সকলোৱেই মেহনতী আৰু শুদ্ধ জীৱন-যাপন কৰে। যিসকলে বাহিৰৰ মানুহৰ সৈতে কথা পাতিব লগা হয়, মাথোঁ নিৰ্দিষ্ট ব্যক্তিয়েই কথা পাতিব। যিসকলৰ বাহিৰলৈ যোৱা অত্যন্ত প্ৰয়োজন, তেওঁলোকেহে মাথোঁ বাহিৰলৈ যায়। পুৱা দুই বজাৰ সময়তে এওঁলোকে শোৱাৰ পৰা উঠে। তাৰ পিছতে এওঁলোকে চাৰি ঘণ্টা সময় প্ৰাৰ্থনা আৰু ধ্যানত কটায়। এওঁলোকে ৰাতিপুৱা ছয় বজাৰ সময়ত ৰুটী আৰু কফিৰে প্ৰাতৰাশ কৰে আৰু মাথোঁ ৰুটী, চুপ আৰু ফলেৰে দুপৰীয়াৰ আহাৰ সামৰে। নিশাৰ আহাৰ সন্ধিয়া ছয় বজাৰ সময়তে কৰে আৰু ৰাতি আঠ বজাৰ ভিতৰতে শুবলৈ যায়। তেওঁলোকৰ কোনেও মাছ-মাংস-কণী নাখায়। কিন্তু 'নান'সকলে সপ্তাহৰ চাৰি দিনত শৰীৰ বৰ্ধক হিচাপে মাংস খায়, যিটো শুনি গান্ধীয়ে ভাল নাপালে। কোনেও মাছ নাখায়। কোনেও ব্যক্তিগত প্ৰয়োজনৰ কাৰণে ধন নাৰাখে।

গান্ধীয়ে ভাবিলে ইয়াত আটায়ে সুখী। ইয়াত কোনো বৰ্ণ বা শ্ৰেণীবিভাগ নাই। জুলুসকলেও শ্বেতকায় 'ব্ৰাদাৰ'সকলৰ লগত একেলগে খোৱা-বোৱা কৰে আৰু তেওঁলোকৰ দৰেই ডাঙৰ হলঘৰত শোৱে। কাপোৰ-কানি থ'বলৈ কাৰো আলনা নাই। খোৱাৰ মেজ অমসৃণ, টেবুল-ক্লথো ব্যৱহাৰ কৰা নহয়। সকলোৰেই যেন আত্ম-সন্তুষ্ট।

গান্ধীৰ তেতিয়া ভাব হ'ল মনেছ্‌ট'ৰি বা আশ্ৰম কৰিলে এনে ধৰণৰেই কৰা উচিত। সহজ-সৰল জীৱন-যাত্ৰা, সকলোৰেই কৰ্ম-ব্যস্ত, অথচ সকলোৰেই তৃপ্ত, সন্তুষ্ট; তদুপৰি সকলোৰেই আৰ্থিকভাৱে স্বয়ংসম্পূৰ্ণ।

গান্ধীয়ে এই কলনিৰ এটা দীঘলীয়া বিৱৰণী লণ্ডনৰ 'দী ভেজিটেৰিয়ান' পত্ৰিকালৈ পঠালে, যিটো পৰৱৰ্তী এটা সংখ্যাত ভালদৰে প্ৰকাশিত হ'ল।

* * *

এদিন গান্ধীয়ে তেওঁৰ ল অফিচত বহি কে'চ এটাৰ 'ব্ৰিফ্' প্ৰস্তুত কৰি আছিল। এনেতে হঠাৎ দুৱাৰ খুলি এজন ভাৰতীয় হাতত পাগুৰি লৈ তালৈ সোমাই আহিল।

মানুহজনৰ অৱস্থা শোচনীয়। তাৰ ফটা-ছিটা কাপোৰ-কানি তেজ আৰু মাটিৰে লেটি লোৱা। আগফালৰ দাঁত দুটাও তাৰ নাই। মানুহটোৱে কান্দি-কাটি অথিৰ-অবিৰ হৈছে।

গান্ধীয়ে মানুহজনক দেখি, চকীৰ পৰা উঠি তেওঁৰ কেৰাণীক চিঞৰিলে, "এই মানুহজন কোন? তাৰ কি হৈছে?"

কেৰাণী দৌৰি আহি ক'লে, "ইয়াৰ নাম বালসুন্দৰম, ই এজন চুক্তিবদ্ধ তামিল শ্ৰমিক, ছাৰ।"

গান্ধীয়ে কেৰাণীজনক ক'লে, "আপুনি এতিয়াই এখন গাড়ী মাতক, মই ইয়াক ডাঃ হৰ্থৰ্নৰ তালৈ যিমান পাৰো সোনকালে লৈ যাওঁ।

সেই তামিল মানুহজনে ভঙা ভঙা হিন্দী ক'ব পাৰে। গাড়ীত যাওঁতে গান্ধীক সি তাৰ সকলো কাহিনী ক'লে। আন চুক্তিবদ্ধ শ্ৰমিকৰ দৰেই তাকো ভাৰতৰ পৰাই অনা হৈছে আৰু এজন ইউৰোপীয়ানৰ ঘৰত থোৱা হৈছে। ইউৰোপীয়ানজনে শ্ৰমিকজনৰ চুক্তি কিনি লৈছে। সেইদিনা তাক কিবা কাৰণত খুব বেয়াকৈ প্ৰহাৰ কৰে।

সেই সময়ত দক্ষিণ আফ্ৰিকাত প্ৰচলিত আইন অনুসৰি কোনো ভৃত্যই তাৰ প্ৰভুৰ চাকৰি হঠাতে এৰি দিলে তাৰ কে'চ দেৱানী আদালতত বিচাৰ কৰিব পাৰি। কিন্তু কোনো চুক্তিবদ্ধ ভৃত্যই তাৰ মনিবৰ চাকৰি ত্যাগ কৰিলে তাক ফৌজদাৰী আদালতত অভিযুক্ত কৰিব পৰা যায়। মাথোঁ দুই ধৰণেহে এজন চুক্তিবদ্ধ শ্ৰমিকে আইন অনুসৰি

ৰেহাই পাব পাৰে ঃ তাৰ চুক্তিৰ সময় শেষ হ'লে অথবা নতুন কোনোবা মনিবে তাক চুক্তিৰ বাকী সময়ৰ কাৰণে নিয়োগ কৰিলে। সেয়েহে লণ্ডনত ছাৰ উইলিয়াম হাণ্টাৰে এই চুক্তিবদ্ধ ব্যৱস্থাটোক 'এক নতুন দাসত্ব' বুলি অভিহিত কৰাত আচৰিত হ'ব লগা নাই।

গাড়ী গৈ ডাঃ হথৰ্নৰ অফিচৰ সন্মুখত ৰ'ল। গান্ধীয়ে বালসুন্দৰমক ডাক্তৰৰ চেম্বাৰলৈ লৈ আহিল। ডাঃ হথৰ্নে বালসুন্দৰমক দেখি প্ৰশ্ন কৰিলে, "ইয়াৰ কি হৈছে?"

গান্ধীয়ে ক্ষুব্ধ কণ্ঠেৰে ক'লে, "এওঁ হৈছে এজন চুক্তিবদ্ধ শ্ৰমিক। ভৃত্য হিচাপে এজন ইউৰোপীয়ানৰ ঘৰত কাম কৰিছিল। আজি ৰাতিপুৱাই মালিকে তাক সাংঘাতিক ধৰণে কিমান মাৰিলে আপুনিতো দেখা পাইছেই।"

ডাঃ হথৰ্নে উত্তেজিতভাৱে চিঞৰি উঠিল, "এয়া ঘোৰ নীতিবিৰুদ্ধ কাম। চুক্তিবদ্ধ শ্ৰমিকক প্ৰহাৰ কৰা নিষিদ্ধ, ইয়াৰ মালিক কোন?"

"আপুনি তেওঁৰ নাম নিশ্চয় শুনিছে? তেওঁৰ নাম মিঃ হেল্‌মুট্ জোন্‌ছ্। এজন স্থানীয় ব্যৱসায়ী।"

ডাঃ হথৰ্নে ক'লে, "মই ভাবিবই নোৱাৰোঁ যে এজন লোকে তেওঁৰ আশ্ৰয়ত থকা আন এজন লোকক এনেকৈ শাৰীৰিক আঘাত কৰিব পাৰে!" বালসুন্দৰমৰ ফালে চাই তেওঁ ক'লে, "তুমি মোৰ ভিতৰৰ কোঠালৈ আহা। ক্ষতস্থানবোৰ মই ভালকৈ পৰীক্ষা কৰি চাওঁ।"

গান্ধীয়ে তাক ইংগিতেৰে কোৱাত সি ডাঃ হথৰ্নৰ পিচে পিচে তেওঁৰ ভিতৰৰ পৰীক্ষাৰ কোঠালৈ গ'ল।

অলপ পিচতে ডাঃ হথৰ্ন চেম্বাৰৰ পৰা ওলাই আহিল, পিচে পিচে বালসুন্দৰম্, তাৰ সৰ্বাংগত বেণ্ডেজ্ বন্ধা। ডাঃ হথৰ্নে ক'লে, "মই তাৰ সকলোবোৰ ক্ষত ধুই ঔষধ দি বেণ্ডেজ বান্ধি দিছো, মিঃ গান্ধী। মই পিচে তাক অলপ ব্ৰাণ্ডি খুৱাব বিচাৰিছিলোঁ, সি কিন্তু নাখালে। বোধকৰোঁ মাদক দ্ৰব্য সেৱন তাৰ ধৰ্মত নিষেধ। মই তাক ব্যথা উপশমৰ কাৰণে কেইটামান পিল দিছোঁ। কেতিয়া খাব লাগিব, ওপৰতে লিখি দিছোঁ। আপুনি তাক বুজাই দিব। মই আকৌ কওঁ, এইটো অত্যন্ত গৰ্হিত কাম কৰিছে"।

গান্ধীয়ে ক'লে, "মিঃ জোন্‌ছৰ বিপক্ষে অভিযোগ কৰিবলৈ মই তাক এতিয়া পুলিচ-ষ্টেছনলৈ নিম। আপুনি তাৰ ক্ষতৰ বিষয়ে এখন হলফ্‌নামা দিবনে?"

ডাঃ হথৰ্নে লগে লগে উত্তৰ দিলে, "মই সানন্দে সেইখন দিম। দক্ষিণ আফ্ৰিকাবাসীয়ে এনেকুৱা কাম বন্ধ কৰা উচিত বুলিয়েই মই ভাবোঁ।"

সেই হলফ্‌নামা লৈ গান্ধীয়ে তেতিয়া পোনে পোনে মেডিষ্ট্ৰেটৰ কৰ্টত হাজিৰ

হ'লগৈ। মেজিষ্ট্ৰেটে ডাঃ হৃথৰ্নৰ সেই হলফনামা পঢ়ি উঠি অতিশয় ক্ষুব্ধ হ'ল। ক'ৰ্টত এক নিৰ্দিষ্ট দিনত হাজিৰ হ'বলৈ লগে লগেই তেওঁ মিঃ জোন্ছৰ নামত এক হুকুম্‌নামা জাৰি কৰিলে।

গান্ধীয়ে ইতিমধ্যে চিন্তা কৰি পালে যে এই পৰিস্থিতিৰ আটাইতকৈ উত্তম ব্যৱস্থা হ'ব যদিহে মিঃ জোন্ছৰ অনুমতি লৈ বালসুন্দৰমক আন কোনোবা ইউৰোপীয়ানৰ ঘৰত নিযুক্তি দিব পৰা যায়। তেওঁ মেজিষ্ট্ৰেটক জনালে যে মিঃ জোন্ছৰ কিবা শাস্তি হোৱাটো তেওঁ নিবিচাৰে। মেজিষ্ট্ৰেটে কিন্তু হুকুমনামা জাৰি কৰাৰ পৰা বিৰত নহ'ল।

গান্ধীয়ে বালসুন্দৰমক লগত লৈ তাৰ মনিব মিঃ জোন্ছৰ ঘৰলৈ গ'ল আৰু নিজৰ পৰিচয় দি ক'লে, "মই এম্, কে, গান্ধী, নাটাল হাইক'ৰ্টৰ এজন বেৰিষ্টাৰ। মই মিঃ বালসুন্দৰমক প্ৰতিনিধিত্ব কৰিছোঁ। মই পিছে আপোনাৰ বিৰুদ্ধে কোনো মোকৰ্দমা ৰুজু কৰিব নিবিচাৰোঁ, মেজিষ্ট্ৰেটকো এই বিষয়ে কৈছোঁ। সেয়েহে ইয়াৰ প্ৰতিবিধান হ'ব যদিহে আপোনাৰ সম্মতিক্ৰমে তাক অন্য কোনো ইউৰোপীয়ানৰ ঘৰত নিযুক্ত কৰা হয়। আপুনি নিশ্চয় বুজি পাইছে যে এই ঘটনাৰ পিচত সি আপোনাৰ ঘৰত থকা অসম্ভৱ।

মিঃ জোনছ্ তেতিয়া অলপ অনুতপ্ত। তেওঁ ক'বই পৰা নাছিল যে ক্ৰোধৰ বশৱৰ্তী হৈ তেওঁ বালসুন্দৰমক ইমান বেছিকৈ আঘাত কৰিলে। এতিয়া বালসুন্দৰমৰ চুক্তি আন কাৰবাৰে হস্তান্তৰিত কৰাত তেওঁৰ কোনো আপত্তি নাই বুলি তেওঁ গান্ধীক ক'লে।

গান্ধীয়ে তেতিয়া বালসুন্দৰমক নিজৰ ঘৰত পৰিচৰ্যাৰ কাৰণে লৈ আহিল। তেওঁৰ এতিয়া সমস্যা হ'ল বালসুন্দৰমৰ কাৰণে এজন ইউৰোপীয়ান বিচাৰি উলিওৱা, যিজনে তাৰ চুক্তিখন কিনি ল'বলৈ মান্তি হ'ব আৰু তাৰ প্ৰতি সহানুভূতিশীল হ'বলৈকো প্ৰতিশ্ৰুতি দিব।

গান্ধীৰ কাৰণে এই কথাটো সদায়েই বিস্ময়কৰ, মানুহেনো মানুহক অপমান কৰি আনন্দ পায়নে আৰু নিজেই সন্মানিত বোধ কৰেনে!

যি নহওক, এইবাৰো গান্ধীয়ে সমস্যাটো সমাধানৰ কাৰণে শেঠ আব্দুল্লাৰ শৰণাপন্ন হ'বলৈ মনস্থ কৰে।

বালসুন্দৰমক লগত লৈ শেঠ আব্দুল্লাৰ কাষ চাপি গান্ধীয়ে ক'লে, "শেঠজী, এওঁ বালসুন্দৰম্, চুক্তিবদ্ধ তামিল শ্ৰমিক।" আপুনি দেখিবলৈ পাইছেই এই শ্ৰমিকজনক তাৰ মনিবে কেনেকৈ সাংঘাতিকভাৱে মাৰিছে। মই ইতিমধ্যে ডাক্তৰৰ চাৰ্টিফিকেট লৈ মেজিষ্ট্ৰেটৰ দৰবাৰত ঘটনাটো পেছ কৰিছোঁ। মেজিষ্ট্ৰেটটোৱো তাৰ মালিকক ক'ৰ্টত হাজিৰ হ'বলৈ হুকুম্‌নামা জাৰি কৰিছে।"

শেঠ আব্দুল্লাই মিচিকিয়াই ক'লে, "গান্ধীভাই, আপুনি দেখিছোঁ আপোনাৰ কৰণীয় যথাৰীতি সকলো কৰিছে। এতিয়া মোক আপুনি কি কৰিবলৈ কয়?" গান্ধীয়ে উত্তৰ দিলে, "আমি এতিয়া এনে এজন সহৃদয় ইউৰোপীয়ান বিচাৰি উলিওৱা প্ৰয়োজন, যি জনে এই শ্ৰমিকৰ চুক্তিখন কিনি লৈ চুক্তিৰ বাকী থকা সময়খিনিৰ বাবে তেওঁৰ নিজৰ ঘৰত তাক নিয়োগ কৰিব। আপুনি নিশ্চিয় জানে যে আইন অনুসৰি কোনো ভাৰতীয় বা এছিয়াবাসীয়ে তাক নিয়োগ কৰিব নোৱাৰে। আপুনি ইয়াৰ বহুতো ইউৰোপীয়ানকে চিনি পায়, যিসকলৰ লগত আপোনাৰ বৈষয়িক সম্পৰ্ক আছে। তেওঁলোকৰ মাজৰে কাৰোবাক হয়তো আপুনি বিচাৰি উলিয়াব পাৰে, যিজনে বালসুন্দৰক নিয়োগ কৰিবলৈ মান্তি হ'ব।"

শেঠ আব্দুল্লাই অলপ গম্ভীৰভাৱে ক'লে, "মই চেষ্টা কৰিম বাৰু গান্ধীভাই, পিচে কামটোহে বৰ সহজ নহ'ব। প্ৰায় সকলো ইউৰোপীয়ানেই শ্ৰমিকক বেয়া ব্যৱহাৰ কৰে, অৱশ্যে বালসুন্দৰমৰ মনিবৰ দৰে ইমান বেছি মাত্ৰাত নহ'বও পাৰে।"

গান্ধীয়ে ক'লে, "কথাটো মই জানো, শেঠজী। মই সেয়েহে ভাবিছোঁ যে আমাৰ নাটাল ইণ্ডিয়ান কংগ্ৰেছেও এই চুক্তিবদ্ধ শ্ৰমিকসকলক সদস্য কৰি লোৱা উচিত, অৱশ্যে যদিহে শ্ৰমিকজনে আমাৰ বছেৰেকীয়া বৰঙণি অগ্ৰিম দিবলৈ সমৰ্থ হয়। মোৰ পিচে সন্দেহ আছে এই চান্দা অগ্ৰিম দিয়াৰ কাৰণে কেইজন সমৰ্থ্য হয়!"

শেঠ আব্দুল্লাই ক'লে, "মোৰ প্ৰস্তাবটোত আপত্তি নাই। আপুনি আমাৰ পৰৱৰ্তী কাৰ্যকৰী সভাত প্ৰস্তাৱটো আলোচনা কৰিব পাৰে।"

গান্ধীয়ে আকৌ ক'লে, "আমাৰ সংগঠনৰ ফালৰ পৰা এই ভাৰতীয় চুক্তিবদ্ধ শ্ৰমিকসকলৰ অৰ্থনৈতিক আৰু সামাজিক অৱস্থাও তদন্ত কৰা উচিত, যাতে আমি ইয়াৰ প্ৰতিবিধানৰ কাৰণে লণ্ডনৰ কলনিয়েল অফিচলৈ এখন স্মাৰকলিপি পঠাব পাৰোঁ।"

শেঠ আব্দুল্লাই ক'লে, "মই এই বিষয়েও একমত, গান্ধীভাই। কিন্তু যোৱাৰ আগতে আপুনি দেশৰ পৰা পঠোৱা অলপ শুকান মিঠাই লৈ যাব। মোৰ ভাইটোৱে এটা ডাঙৰ পাচিত এইবোৰ মিঠাই পঠাই দিছে।"

গান্ধীয়ে হাঁহি হাঁহি ক'লে, "শেঠজী, আপোনাৰ ব্যৱহাৰেই অকল মিঠা নহয়, সঁচাসঁচি মিঠাই খুৱাইতো মোক নষ্ট কৰি পেলাইছে। আপুনি জানে যে মোৰ এটা মিষ্ট-দাঁত আছে, পিছে ইয়াৰ ফলস্বৰূপে মোৰ বাকী দাঁতবোৰ সৰি যাব।"

শেঠ আব্দুল্লায়ো হাঁহি হাঁহি ক'লে, "এইটো কথা লৈ মূৰ ঘমোৱাৰ দৰ্কাৰ নাই, গান্ধী ভাই। আপুনি যেতিয়া বৃদ্ধ হ'ব, আপোনাৰ দাঁত এনেয়ে সৰিব। এই বিষয়ে মিছাই মূৰৰ কামোৰণি তুলি কি লাভ?"

গান্ধীয়ে অন্য এক প্ৰসংগ টানি ক'লে, "আচ্ছা শেঠজী, আপুনি দেশত থকা ভাইলৈ আমাৰ কে'চটো নিষ্পত্তি হোৱাৰ কথাতো লিখিছেই। আপোনাৰ ভায়েকে বাৰু চিঠিৰ উত্তৰত মোৰ বিষয়ে কিবা লিখিছে নেকি?"

শেঠ আব্দুল্লাই উত্তৰ দিলে, "এৰা, মইতো লিখিছিলোঁ যে আপুনি ইমান দিনৰ পুৰণা কে'চটো আপোচ কৰি ফয়চলা কৰিব পাৰিলে। তাৰ পিচত মই যেতিয়া উল্লেখ কৰিলোঁ যে আপুনি এতিয়া ইয়াৰ ভাৰতীয়সকলৰ প্ৰধান নেতা, তেতিয়া মোৰ ভাইয়ে লিখিলে যে গান্ধীভাইক দেশলৈ পঠাই দিব লাগে, তাতো তেওঁৰ দৰে লোকৰ নেতৃত্বৰ খুব প্ৰয়োজন।"

গান্ধীয়ে তেওঁক আশ্বাস দি ক'লে, "ইয়াৰ কাম শেষ হ'লে মই নিশ্চয় দেশলৈ যাম। কিন্তু শেঠজী, যেতিয়ালৈকে ইয়াত ভাৰতীয়সকলৰ বিৰুদ্ধে থকা বৈষম্যমূলক আইন খাৰিজ নহয়, তেতিয়ালৈকেতো ঘূৰি যাব নোৱাৰোঁ।"

শেঠ আব্দুল্লাই মিচিকিয়াই ক'লে, "গান্ধীভাই, তাৰ আগতেনো আপোনাক কোনে উভতি যাবলৈ দিব? কিন্তু এতিয়া মিঠাইৰ কথা পাহৰি নাযাব। মই এটা কথা কওঁ গান্ধীভাই, মোৰ এইটো বৰ ভাল লাগে যে আপুনি এজন মুছলমানৰ ঘৰত অথবা তেওঁৰ ঘৰৰ আহাৰ খাবলৈ অকণো আপত্তি নকৰে।"

গান্ধীয়ে গম্ভীৰ কণ্ঠে ক'লে, "ইয়াত, দক্ষিণ আফ্ৰিকাত, আমি সকলোৱেই ভাৰতীয়। ইয়াত আমি সকলোৱে একেখন নাৱৰে যাত্ৰী, আমি আটায়ে সমানে নিপীড়িত। কিন্তু মোৰ ভাব হয়, হিন্দুৱে মুছলমানে চোৱা আহাৰ খাব নালাগে ইত্যাদি ভাৰতত প্ৰচলিত সংস্কাৰে দুই সম্প্ৰদায়ক পৃথক কৰি ৰাখিছে। মোৰতো সন্দেহ হয়, ভাৰতত থাকিলে ময়ো আপোনাৰ ঘৰত আহাৰ খাব পাৰিলোহেঁতেননে নাই!"

শেঠ আব্দুল্লাই ক'লে, "মই পোৰবন্দৰত আপোনালোকৰ ঘৰত খোৱা কথা ভাবিবই নোৱাৰোঁ। আমি সকলোৱেই আপোনাৰ পিতৃৰ নিষ্ঠাবান-বৈষ্ণৱ-খ্যাতিৰ কথা জানো। এইটো সঁচাকৈয়ে দুখৰ বিষয়ে যে ভাৰতৰ বাহিৰত আমি নিৰ্বিঘ্নে অন্য জাতৰ লগত মিলামিচা কৰোঁ, কিন্তু ভাৰতৰ মাটি স্পৰ্শ কৰাৰ লগে লগেই এনেকৈ সকলো জাত-পাতৰ কথাত আমি সোমাই পৰোঁ।"

গান্ধীয়ে অলপ স্মৃতিচাৰণ কৰি ক'লে, "মই আপোনাক আগতে কৈছোঁনে নাই জানো, মই যে ইংলেণ্ডলৈ যোৱাৰ সময়ত আমাৰ সম্প্ৰদায়ৰ পৰা কিমান বাধাৰ সন্মুখীন হৈছিলোঁ। আমাৰ মোধ বণিয়া সম্প্ৰদায়ৰ সকলো গুৰুজনেই 'কালাপানী' পাৰ হৈ মই ইংলেণ্ডলৈ যোৱাৰ বিপক্ষে আছিল। তেওঁলোকৰ নিৰ্দেশত মই এঘৰীয়া হৈছিলোঁ।"

শেঠ আব্দুল্লাই কৌতূহলজনিত প্ৰশ্ন কৰিলে, "ইংলেণ্ডৰ পৰা আপুনি উভতি অহাৰ পিচত কি হ'ল?"

গান্ধীয়ে বিষণ্ণ সুৰত ক'লে, "মোক নাছিকৈলৈ নি গোদাবৰী নদীৰ পাৰত পূজা দিয়ালে আৰু প্ৰায়শ্চিত্ত কৰালে। আকৌ ৰাজকোটলৈ গৈ সমাজৰ গণ্য-মান্যসকলক ভোজ খুৱাব লগাত পৰিল। বোম্বাইৰ মোধ বণিয়া সমাজে মোক কিন্তু এতিয়াও গ্ৰহণ কৰা নাই আৰু তেওঁলোকৰ ল'ৰা-ছোৱালীৰ বিয়া বা অন্য কোনো সামাজিক অনুষ্ঠানত আমাৰ পৰিবাৰৰ অংশগ্ৰহণ নিষিদ্ধ।"

শেঠ আব্দুল্লাই উচ্চৈস্বৰে হাঁহি ক'লে, "কিন্তু ই আপোনাৰ কাৰণে বিশেষ একো ক্ষতিকাৰক হোৱা নাই, কিয়নো আপুনি যিকণহে আহাৰ কৰে, কথাটো একেবাৰে চিন্তাৰ বিষয় নহয়। বাৰু, মই বিচাৰ-খোচাৰ কৰি চাওঁ ইয়াৰ কোনোবা ইউৰোপীয়ান পৰিবাৰে বালসুন্দৰমক ৰাখে নেকি!" বিদায় জনোৱাৰ আগতে শেঠ আব্দুল্লাই আশান্বিত সুৰে গান্ধীক আশ্বাস দিলে।

কিন্তু তেনে পৰিবাৰ তৎক্ষণাৎ পোৱা নগ'ল। কি কাৰণেনো বালসুন্দৰমৰ চুক্তি বেচিব লগা হৈছে জনাৰ লগে লগেই প্ৰতিজন ইউৰোপীয়ানেই পিচুৱাই যায়। অৱশেষত এজন সহানুভূতিশীল ইউৰোপীয়ান পোৱা গ'ল। তেওঁ সকলো কথা শুনিও নিজৰ ঘৰত তাক ৰাখিবলৈ মান্তি হ'ল। মানুহজনে এই অসহায় শ্ৰমিকবোৰক ভাৰতৰ পৰা দক্ষিণ আফ্ৰিকালৈ চুক্তিবদ্ধভাৱে অনাৰ একান্ত বিৰোধী। তেওঁ ভাবে এনে অৱস্থা দাসত্বৰ নামান্তৰ মাথোঁ।

গান্ধীয়ে শেঠ আব্দুল্লাৰ পৰা এই শুভ-সংবাদ শুনি খুব আনন্দিত হ'ল। ইতিমধ্যে নাটাল ইণ্ডিয়ান কংগ্ৰেছৰ দুৱাৰ চুক্তিবদ্ধ শ্ৰমিকসকলৰ বাবেও খুলি দিয়া হৈছে। অৱশ্যে সিহঁতেও আন সকলো সদস্যৰ দৰে বছৰেকীয়া চান্দা অগ্ৰিম হিচাপে দিব লাগিব। অৰ্থনৈতিক অৱস্থা বেয়া বুলি সিহঁতৰ কাৰণে কোনো ৰেহাইৰ ব্যৱস্থা নাই।

গান্ধী তেতিয়ালৈ চুক্তিবদ্ধ তামিল শ্ৰমিকসকলৰ মাজত এজন হিৰ' বুলি স্বীকৃত হৈছে। সিহঁতে দক্ষিণ আফ্ৰিকাৰ শিক্ষিত ভাৰতীয়সকলৰ ভিতৰত এজন বন্ধু পালে, যিজনে সিহঁতৰ হৈ সঁচাই যুঁজিব। গান্ধীৰ আগতে তাত সিহঁতৰ সহায়ৰ কাৰণে এনে কোনো লোক নাছিল।

মাথোঁ দক্ষিণ আফ্ৰিকাতে নহয়, গান্ধীৰ এই সাহস আৰু মহানুভৱতাৰ কাহিনী সুদূৰ মাদ্ৰাজৰ তামিলবাসীসকলেও গম পালে। দক্ষিণ ভাৰতৰ প্ৰায় সকলো সংবাদপত্ৰতে বালসুন্দৰমৰ নিপীড়ন আৰু চুক্তিবদ্ধ তামিল শ্ৰমিকসকলৰ কাৰণে গান্ধীৰ সাহায্যৰ কাহিনীৰ বিশদ বৰ্ণনা ছপা হৈ ওলাল। কিন্তু উত্তৰ ভাৰতৰ মাথোঁ কেইখনমান কাকতত বাতৰিটো ছপা হ'ল; আনবোৰ কাকতে বিষয়টো গুৰুত্বপূৰ্ণ নহয় বুলি উপেক্ষা কৰিলে।

নাটালত গান্ধীৰ পৰৱৰ্তী আন্দোলন হ'ল এই চুক্তিবদ্ধ শ্ৰমিকসকলৰ ওপৰত লগোৱা তিনি পাউণ্ড কৰৰ বাতিলৰ কাৰণে।

ইউৰোপীয়ানসকল ১৮৬০ চনৰ পৰা নাটাললৈ আহিছিল। তেওঁলোকে লক্ষ্য কৰিলে যে ইয়াত চেনি প্ৰস্তুত কৰাৰ কাৰণে কুঁহিয়াৰ খেতি কৰাৰ প্ৰচুৰ সুযোগ আছে। কিন্তু স্থানীয় জুলুসকল পথাৰত কাম কৰাৰ কাৰণে অনুপযুক্ত অথবা অপাৰগ। সেয়েহে ভাৰতৰ পৰা দুখীয়া খেতিয়কসকলক আনি তাত কুঁহিয়াৰৰ খেতি কৰাৰ সিদ্ধান্ত লয় নাটাল চৰকাৰে। নাটাল চৰকাৰে তেতিয়া ভাৰতৰ ব্ৰিটিশ্ব চৰকাৰৰ লগত আলোচনা কৰি এক ব্যৱস্থা কৰিলে। এই ব্যৱস্থা মতে ঋণৰ হেঁচাত জৰ্জৰিত ভাৰতীয় খেতিয়ক এক পাঁচ বছৰীয়া চুক্তিৰে নাটাললৈ অনা হ'ব আৰু পাঁচ বছৰৰ মিয়াদ উকলি গ'লে খেতিয়কজনে নাটালতে স্বতন্ত্ৰভাৱে মাটি-বাৰী কিনি খেতি কৰাৰ অনুমতি পাব। সেই প্ৰলোভনৰ ফলস্বৰূপে হাজাৰ হাজাৰ চুক্তিবদ্ধ ভাৰতীয় খেতিয়কে নাটালৰ পথাৰ ভৰপূৰ কৰিলেহি।

কিন্তু এই ভাৰতীয় খেতিয়কসকল কেৱল পৰিশ্ৰমীয়েই নাছিল, সিহঁত আছিল উদ্যমী আৰু কৰ্মনিপুণ। সিহঁতে কুঁহিয়াৰৰ খেতিৰ উপৰি নানাবিধ আনাজৰ খেতি কৰিব ধৰিলে আৰু শাক-পাচলিও এনেকৈ উৎপন্ন কৰিলে যে স্থানীয় শস্যৰ মূল্যও হ্ৰাস পাই গ'ল। অকল সেয়ে নহয় সিহঁতৰ বহুতে ব্যৱসায়-বাণিজ্যত শ্বেতকায় লোকসকলৰ লগত প্ৰতিযোগিতা কৰাত লাগিল। ক্ৰমশঃ সিহঁতৰ মাজৰ বহুতেই একো একোজন সম্পন্ন ব্যৱসায়ী হ'ল। এনেকুৱা এজন আছিল প্ৰয়াত শেঠ আবুবকৰ আমেদ। তেওঁ লাহে লাহে দক্ষিণ আফ্ৰিকাৰ ভালেমান ব্যৱসায়ৰ মালিক হৈছিল।

ভাৰতীয় খেতিয়কৰ এনে উদ্গতি দেখি শ্বেতকায় লোকসকলৰ মাজত আতংকৰ সৃষ্টি হ'ল। খেতিৰ কাৰণে অনা মানুহবোৰে ব্যৱসায়ত উঠি পৰি লাগি এনে উন্নতি কৰিব বুলি সিহঁতে ভাবিবই পৰা নাছিল। তদুপৰি ভাৰতীয়সকলৰ সৰল জীৱন-যাপন, অখ্ৰীষ্টিয়ান ধৰ্ম, স্বাস্থ্য আৰু সম্পত্তিৰ তদাৰক কৰাত অৱহেলা ইত্যাদি সকলো কথাই শ্বেতকায় লোকসকলৰ মনত এক বৈৰীভাবৰ সৃষ্টি কৰিলে। তেওঁলোকে তেতিয়া আইন কৰি ভাৰতীয়সকলৰ উন্নতিৰ পথত বাধা আৰোপ কৰাত লাগিল। প্ৰথমে ভাৰতীয়ৰ ভোটাধিকাৰ কাঢ়ি নিলে। দ্বিতীয়তে ভাৰতীয়সকলৰ ওপৰত ইমান বেছিকৈ কৰৰ বোজা জাপি দিয়াৰ ব্যৱস্থা, যাতে নাটালত থাকিব নোৱাৰি তেওঁলোক ভাৰতলৈ উভতি যায়। যিসকলে ভাৰতলৈ যাবলৈ অস্বীকাৰ কৰিব, তেওঁলোকৰ ওপৰত গাইপতি পঁচিছ পাউণ্ডকৈ বাৰ্ষিক টেক্স লগোৱাৰ দিহা কৰাৰ চিন্তা কৰা হ'ল।

কিন্তু এনে টেক্স লগাবলৈ হ'লে ভাৰত চৰকাৰৰ আগতীয়া অনুমতিৰ প্ৰয়োজন। সেই উদ্দেশ্যেৰেই ছাৰ হেন্ৰী বিন্‌ছ আৰু মিঃ মেছনে ভাৰতলৈ গৈ তৎকালীন ভাইছৰয় লৰ্ড এল্‌গিনক লগ ধৰিলেগৈ। লৰ্ড এল্‌গিনে এই অবিশ্বাস্য প্ৰস্তাৱ একেবাৰে নাকচ নকৰি পঁচিছ পাউণ্ডৰ সলনি গাইপতি বাৰ্ষিক টেক্সৰ পৰিমাণ তিনি পাউণ্ড কৰাত

স্বীকৃতি জনালে। তাৰ অৰ্থ এয়ে হ'লে যে কোনো এজন চুক্তিবদ্ধ শ্ৰমিকৰ স্ত্ৰীৰ উপৰি যদি ষোল বছৰীয়া বা ষোল বছৰ পাৰ হৈ যোৱা ল'ৰা এজন আৰু তেৰ বছৰীয়া বা তেৰ বছৰ পাৰ হৈ যোৱা ছোৱালী এজনী থাকে, তেন্তে তেওঁৰ পৰিয়ালে মুঠতে বছৰি বাৰ পাউণ্ডকৈ টেক্স দিব লাগিব। অথচ সেই শ্ৰমিকজনৰ মাহিলি আয় সাধাৰণতে মাহে চৈধ্য শ্বিলিং। সমস্ত পৃথিৱীতে তেতিয়া এনে নিষ্ঠুৰভাবে আৰোপ কৰা কৰৰ নজিৰ পাবলৈ নাই।

এই টেক্স বাতিলৰ কাৰণে কৰা আন্দোলনত তেতিয়া গান্ধীৰ নেতৃত্বত 'নাটাল ইণ্ডিয়ান কংগ্ৰেছ' জঁপিয়াই পৰিল। কিন্তু ই হ'ল এক দীঘলীয়া আৰু কঠিন সংগ্ৰাম— যি সংগ্ৰাম প্ৰায় কুৰি বছৰ ধৰি চলিছিল। এই যুদ্ধত মাথোঁ নাটালৰ ভাৰতীয়সকলেই চামিল হোৱা নাছিল, চামিল হৈছিল সমস্ত দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় সমাজ। আন্দোলনত বহুতো বীৰৰ ৰক্ত-স্ৰোত, বহুতো মাতৃৰ অশ্ৰু-ধাৰা বিসৰ্জন দিব লগা হৈছিল। এই অহিংস সংগ্ৰামৰ পুৰোধা আছিল মোহনদাস কৰমচাঁদ গান্ধী। এই সংগ্ৰামেই তেওঁক এজন সফল, সম্পদশালী বেৰিষ্টাৰৰ পৰা এগৰাকী বিত্তহীন 'মহাত্মা' কৰিছিল। 'মহাত্মা' অকল দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ অন্তৰত নহয়, বৰঞ্চ সমস্ত ভাৰতবাসীৰ অন্তৰত।

* * *

ওঠৰশ চৌৰান্নবৈ চনৰ শেষৰ ফালে গান্ধীৰ জীৱনৰ এক অভিশাপস্বৰূপ শেঠ মেহ্‌তাবৰ পুনৰ আৱিৰ্ভাব হ'ল। সি ইতিমধ্যে পোৰবন্দৰৰ এজন ব্যৱসায়ীৰ সহায়ত দক্ষিণ আফ্ৰিকালৈ আহিছে। এতিয়া ডাৰ্বান চহৰলৈ আহিছে 'মোহন ভাই'ক লগ পাবলৈ।

উশাহ ল'বলৈ তৰণি নোহোৱা অৱস্থাত গান্ধীয়ে মেহ্‌তাবক দেখি যেন উশাহ পালে। অফিচৰ আৰু ঘৰৰ কাম একেলগে চম্ভালোতে তেওঁ হাবুডুবু খাইছিল। তেওঁৰ তেতিয়া বিচ্ গ্ৰোভ্ ভিলাৰ কাৰণে এজন মেনেজাৰৰ একান্ত প্ৰয়োজন। সেয়েহে মেহ্‌তাবৰ দৰে এজন কৰ্মদক্ষ আৰু 'বিশ্বস্ত' লোকক হাততে পাই তেওঁ যেন ৰক্ষা পালে। তেওঁ তেতিয়াই মেহ্‌তাবক সেই কামত নিয়োগ কৰে।

অলপ দিনৰ পিচতে মেহ্‌তাবে নিজৰ আচল ৰূপ প্ৰকাশ কৰিলে। সেই সময়ত তাত গান্ধীৰ লগত কেইবাজনো কেৰাণী থাকে। তেওঁলোকৰ এজনক মেহ্‌তাবে একেবাৰে ভাল নাপায়। অতি সোনকালেই মেহ্‌তাবে তেওঁক আঁতৰোৱাৰ ষড়যন্ত্ৰ আৰম্ভ কৰিলে। সি লাহে লাহে গান্ধীৰ মনতো কেৰাণীজনৰ বিৰুদ্ধে বিৰূপ ভাব জগাই তুলিলে। কেৰাণীজনো আছিল ক্ৰোধী স্বভাৱৰ। যেতিয়া তেওঁ গম পালে যে

গান্ধীয়ে তেওঁক সন্দেহৰ দৃষ্টিৰে চাইছে, তেওঁ লগে লগেই কামৰ পৰা পদত্যাগ কৰে আৰু গান্ধীৰ ঘৰ এৰি গুচি যায়। গান্ধী অলপ ব্যথিত হ'ল।

ইতিমধ্যে গান্ধীৰ নিয়মিত ৰান্ধনিজনে ছুটী লৈ ঘৰৰ পৰা কিছুদিনৰ কাৰণে আঁতৰি গৈছিল। কিন্তু ইমান লোকৰ কাৰণে গান্ধীৰ ঘৰত এজন ৰান্ধনিৰ একান্ত প্ৰয়োজন। সেয়েহে তেওঁ এজন ৰান্ধনি অলপ দিনৰ কাৰণে নিয়োগ কৰিলে। এই ৰান্ধনিজন এক বিশেষ কাৰণত গান্ধীৰ কাৰণে আশীৰ্বাদস্বৰূপ হ'ল। দুদিনৰ ভিতৰতে ৰান্ধনিজনে গম পালে যে ঘৰখনত বহুতো অনিয়ম ঘটিছে। এইবোৰ গান্ধীৰ দৃষ্টি-গোচৰ কৰাৰ তেওঁ সিদ্ধান্ত ল'লে। সেই সময়ত গান্ধী অত্যন্ত সৎ আৰু সৰল স্বভাৱৰ লোক বুলি জনাজাত আছিল। তেওঁ সদায় দুপৰীয়া এক বজাৰ সময়ত অফিচৰ পৰা খোজকাঢ়ি ঘৰত লাঞ্চ খাবলৈ আহে।

এদিন দুপৰীয়া বাৰ বজাৰ সময়ত অস্থায়ী পাচকজন গান্ধীৰ অফিচত হাজিৰ হ'লগৈ। মানুহজনে ফোঁপাই ফোঁপাই গান্ধীক ক'লে, "অনুগ্ৰহ কৰি এতিয়াই ঘৰলৈ ব'লক। আপোনাৰ কাৰণে এটা বৰ ডাঙৰ বিস্ময়ে তাত অপেক্ষা কৰিছে।"

গান্ধীয়ে অবাক হৈ সুধিলে, "কি হ'ল আক'? তুমি কিয় মোক ঘৰলৈ যাবলৈ জোৰ কৰিছা? মইতো এতিয়া অফিচ এৰি যোৱা সম্ভৱ নহয়।"

পাচকে লগে লগে ক'লে, "এতিয়াই আপুনি ঘৰলৈ নগ'লে পিচত অনুতাপ কৰিব লাগিব। মই এতিয়া ইয়াকে ক'লোঁ।"

ৰান্ধনিজনৰ এনে আকৃতিত গান্ধীয়ে যেন কিবা সত্যৰ সন্ধান পালে। তেওঁ তেতিয়া নিজৰ কাম পেলাই থৈ ঘৰমুৱা হ'ল। পাচকে তেওঁক পোনে পোনেই ঘৰৰ দোতলালৈ লৈ গৈ মেহ্‌তাবৰ কোঠাৰ ফালে আঙুলিয়াই ক'লে, "সেই দুৱাৰখন খুলিলেই আপুনি সকলো কথা গম পাব।"

গান্ধীয়ে লগে লগেই বন্ধ দুৱাৰখনত ঢকিয়ালে। কিন্তু কোনো উত্তৰ নাপালে। তেতিয়া তেওঁ দুৱাৰখনত ইমান জোৰেৰে ঢকিয়ালে যে আঘাতৰ কোবত কোঠাটোৰ দেৱালবোৰো যেন কঁপি উঠিল। এতিয়া দুৱাৰখন লাহে লাহে খুলি দিলে। গান্ধীয়ে দেখা পালে যে বিছনাত এজনী গণিকা ছোৱালী বহি আছে। লগে লগে তেওঁ ছোৱালীজনীক ঘৰৰ পৰা বাহিৰ হৈ যাবলৈ ক'লে আৰু সাৱধান কৰি ক'লে যে তাই যেন আৰু কেতিয়াও এইমুৱা নহয়। তাৰ পিচত তেওঁ মেহ্‌তাবৰ ফালে চাই ক'লে, "এতিয়াৰ পৰা তোমাৰ লগত মোৰ সকলো সম্পৰ্ক শেষ। তুমি ইমান দিনে মোৰ চকুত ধূলি মাৰি এইবোৰ অসৎ কাম কৰি আহিছা। মোৰ সকলো বিশ্বাসৰ এই প্ৰতিদানহে তুমি মোক দিলা নেকি?"

মেহ্‌তাবে তেতিয়া তাৰ ব্যৱহাৰৰ বাবে ক্ষমা নিবিচাৰি ওভোতাই গান্ধীৰ ল'ৰা কালৰ সকলো কুকৰ্মৰ খবৰ প্ৰচাৰ কৰি দিব বুলিহে ভয় দেখুৱালে।

গান্ধীয়ে গভীৰ কণ্ঠে ক'লে, "মোৰ লুকাব লগা একো নাই। মোৰ এই বিষয়ে তোমাৰ যিহকে ইচ্ছা তাকে কৰিব পাৰা। কিন্তু তুমি এতিয়াই এই ঘৰ এৰি যাব লাগিব।"

গান্ধীৰ কথা শুনি মেহ্‌তাবৰ ক্ষোভ যেন্ চৰিলহে। সি গান্ধীক বেছিকৈ ভয় দেখুৱাত লাগিল। গান্ধীয়ে তেতিয়া ছিৰিৰ তলত লৰেন্স নামৰ ক্লাৰ্কজনক বৈ থকা দেখি তেওঁক ক'লে, "আপুনি অনুগ্ৰহ কৰি পুলিচ চুপাৰিণ্টেডেণ্টক মোৰ শ্ৰদ্ধা জনাই ক'ব যে মোৰ লগত ইয়াত থকা মানুহ এজনে এটা গৰ্হিত কাম কৰাত তাক ঘৰৰ পৰা মই ওলাই যাবলৈ কৈছোঁ। কিন্তু সি ঘৰ এৰি যাবলৈ অস্বীকাৰ কৰিছে। তেওঁ যদি এজন পুলিচ কনিষ্টবল পঠায়, তেনেহ'লে মই পৰম বাধিত হ'ম।"

গান্ধীৰ এই কথা শুনি মেহ্‌তাবে বৰ ভয় খালে। সি বুজি পালে যে গান্ধীয়ে তাক উলিয়াই দিয়া বিষয়ত সঁচাই দৃঢ়-প্ৰতিজ্ঞ। সি তেতিয়া গান্ধীক পুলিচ নামাতিবলৈ কাবৌ-কোকালি কৰিলে। তাৰ পিচত নিজৰ বস্তু-বাহানি গোটাই লৈ সি অলপ সময়ৰ ভিতৰতে ঘৰৰ পৰা ওলাই গ'ল।

তেতিয়াৰ পৰা মেহ্‌তাব চিৰদিনলৈ গান্ধীৰ জীৱনৰ পৰা অদৃশ্য হ'ল।

এই সকলোবোৰ দেখি গান্ধীৰ মন অলপ বিষণ্ণ হ'ল। সেই ল'ৰাকালৰ পৰাই তেওঁ সকলোবোৰ বিষয়তে মেহ্‌তাবক বিশ্বাস কৰিছিল, এতিয়া সি এইদৰে তেওঁক বিশ্বাস্‌ঘাতকতা কৰিলে। সি বোধকৰোঁ ইমান দিন গান্ধীৰ অজ্ঞাতেই তাৰ কুকৰ্ম চলাই গৈছিল। এতিয়া ভগৱানে যেন ৰাঙ্খনিৰ বেশেৰে তেওঁক ৰক্ষা কৰিলে।

গান্ধীয়ে তেতিয়া এইটোও বুজি পালে যে কোনো বন্ধুৰ চৰিত্ৰ কেতিয়াও শুধৰাব পৰা নাযায়। সঁচা বন্ধুত্ব পোৱাও কঠিন আৰু ইয়ো ক্ষণস্থায়ী। একমাত্ৰ ঈশ্বৰৰ লগত কৰা বন্ধুত্বই চিৰস্থায়ী। যি ঈশ্বৰৰ লগত বন্ধুত্ব কৰিব বিচাৰে তেওঁ অকলে থাকিবলৈ প্ৰস্তুত হ'ব লাগিব অথবা সমস্ত পৃথিৱীৰ লোকক আপোন কৰি ল'ব পাৰিব লাগিব।

আৰু এটা ঘটনাৰ কাৰণেও এই সময়তে গান্ধীয়ে বেজাৰ পাব লগা হ'ল।

ডাৰ্বানত তেওঁৰ এটা খ্ৰীষ্টান পৰিবাৰৰ লগত ঘনিষ্ঠতা হৈছিল। তেওঁলোকৰ লগতে প্ৰতি দেওবাৰে তেওঁ ৱেছ্‌লেয়ান্ (Wesleyan) চাৰ্চত ছাৰ্মন শুনিব গৈছিল। চাৰ্চৰ পৰা আহি তেওঁ পৰিয়ালটোৰ অতিথি হিচাপে ডিনাৰ খাই ঘৰলৈ ওভতে।

এই চাৰ্চৰ ছাৰ্মনে গান্ধীৰ মন বৰকৈ প্ৰভাৱান্বিত কৰিব পৰা নাছিল। প্ৰতি ৰবিবাৰে তালৈ যোৱা লোকসকলকো গান্ধীৰ বৰ ধাৰ্মিক যেন লগা নাছিল। বৰঞ্চ বেছি ভাগেই সপ্তাহটোৰ শেষত চিনা-জনা লোক আৰু বন্ধু-বান্ধৱক লগ পাব বুলিহে চাৰ্চলৈ গৈছিল

যেন লাগে। গান্ধীৰো তালৈ যোৱাতো লাহে লাহে এক গতানুগতিক অভ্যাস যেন লগা হ'ল। তেওঁ মাজে মাজে ছাৰ্মনৰ মাজতে টোপনিয়ায়। কেতিয়াবা নিজেই লাজ পাই সজাগ হৈ দেখে যে আন বহুতেও তেওঁৰ দৰে টোপনিত ঢুলিব লাগিছে। এইবোৰ দেখি তেওঁ চাৰ্চটোলৈ যোৱাকে বন্ধ কৰিলে।

সেই পৰিয়ালৰ লগত দেওবাৰে ডিনাৰ খোৱাও অন্য এক কাৰণত হঠাৎ এদিন বন্ধ হ'ল। তেওঁলোকৰ গৃহকৰ্ত্ৰী মিছেছ্ স্মিথ্ মানুহগৰাকী সহজ-সৰল, কিন্তু ধৰ্মৰ বিষয়ত তেওঁ আছিল অলপ সংকীৰ্ণমনা। তাত খোৱাৰ সময়ত সকলোৱে ধৰ্মালোচনা কৰে। গান্ধীয়ে সেই সময়ত এডুইন আৰ্ণল্ডৰ 'লাইট্ অভ্ এছিয়া' কিতাপখন দ্বিতীয় বাৰৰ কাৰণে পঢ়ি আছিল।

এদিন তেওঁ তাত যীচুৰ জীৱনৰ লগত বুদ্ধৰ জীৱন তুলনা কৰি এক আলোচনাত মগ্ন হৈছিল। গান্ধীয়ে ক'লে, "বুদ্ধৰ করুণাৰ কথা চিন্তা কৰকচোন। তেওঁৰ করুণা কেৱল মানৱ জীৱনলৈকে নহয়, সমস্ত প্ৰাণীৰ মাজত পৰিব্যাপ্ত আছিল। এইটো ভাবিয়েই আনন্দ নহয়নে যে ভেৰাপোৱালি এটাই তেওঁৰ কান্ধত বহি তেওঁৰ করুণা উপভোগ কৰিছে? কিন্তু যীচুৰ জীৱনত আমি তেওঁৰ সকলো প্ৰাণীৰ প্ৰতি করুণা আৰু দয়াৰ সন্ধান নাপাওঁ।"

গান্ধীৰ আলোচনা শুনি মিছেছ্ স্মিথে মনত দুখ পালে। আলোচনাৰ পিচতে তেওঁলোকে ডাইনিং ৰুমত খাবলৈ গ'ল। মিছেছ্ স্মিথৰ পাঁচ বছৰীয়া ল'ৰাটোও তেওঁলোকৰ লগতে আছিল। গান্ধীয়ে সৰু ল'ৰা-ছোৱালী বৰ ভলা পায়, সেয়েহে এই শিশুটোৰ লগতো একেবাৰে নলেগলে লগা হৈ পৰিল। শিশুটোৰ প্লেটত মাংস দেখি কৌতুক কৰিবলৈ গান্ধীয়ে ক'লে, "চোৱা জন, তুমি জীৱৰ মৃত মাংস খাইছা, আৰু মই কি সুন্দৰ এটা আপেল খাইছোঁ।"

গান্ধীৰ কথা শুনি জনেও মাকক ক'লে, "মা, মই আৰু মাংস নাখাওঁ, মোকো আপেল দিবা!"

পুত্ৰৰ কথা শুনি মিছেছ্ স্মিথৰ মুখ বিতৃষ্ণাত বিবৰ্ণ হ'ল। তাকে দেখি গান্ধীয়ে তেওঁলোকৰ আলোচনা অন্য প্ৰসংগলৈ নিলে।

পিচৰ সপ্তাহৰ ৰবিবাৰে গান্ধীয়ে অলপ উদ্বিগ্নভাবেৰেই সেই পৰিয়ালৰ গৃহলৈ বাট বুলিলে। এবাৰ তেওঁ তালৈ নাযাওঁ বুলিয়েই ভাবিছিল। কিন্তু একো কথা-বতৰা নোহোৱাকৈয়ে হঠাৎ তালৈ তেওঁ যোৱা বন্ধ কৰি দিয়াতো ঠিক নহ'ব বুলি ভাবিলে। সেয়েহে এক অস্বস্তিকৰ মন লৈয়ে গান্ধী গৈ সেই ঘৰত উপস্থিত হ'লহি।

কিন্তু মিছেছ্ স্মিথেই এই ঘটনাৰ এক প্ৰীতিকৰ্ সমাপ্তি হোৱাত সহায় কৰিলে। তেওঁ গান্ধীক অলপ আঁতৰত ড্ৰয়িংৰুমত বহুৱাই ক'লে, "মিঃ গান্ধী, আপুনি মোক

ভুল নুবুজিব। আপোনাৰ সংগ ভাল লাগে দেখিয়েই আপোনাক আমি ডিনাৰ খাবলৈ আমন্ত্রণ কৰোঁ। কিন্তু যোৱা সপ্তাহত আপুনি মাংস খোৱাৰ বিৰুদ্ধে মন্তব্য কৰাৰ পিচত জনে মাংস খাবলৈ প্রায় এৰিয়েই দিছে। প্লেটত মাংস দিলেই সি কয়, "মোক ফল খাবলৈ দিয়া।' সি এতিয়া উঠি অহা বয়সৰ শিশু, নিয়মিত মাংস নাখালে সি ডাঙৰ হ'ব কেনেকৈ? সিতো ক্রমশঃ দুর্বল বোধ কৰিব। অনুগ্রহ কৰি আপোনাৰ এনে মন্তব্যবোৰ ডাঙৰৰ লগত কৰিব, শিশুক জড়িত নকৰিব।"

"মিছেছ্ স্মিথ, মই এজন পিতৃ হোৱাৰ কাৰণে আপোনাৰ দুখ ভালদৰেই বুজিছোঁ। তদুপৰি মোৰ খোৱা-বোৱাৰ প্রভাবো ল'ৰা-ছোৱালীৰ ওপৰত পৰিবই পাৰে। সেয়েহে মই ভাবিছোঁ ভৱিষ্যতে মই ইয়াত ডিনাৰ খাবলৈ অহা উচিত নহয়। কিন্তু এই কাৰণে আমাৰ সৌহার্দত একো বঢ়া-টুটা নহয় বুলি মই আপোনাক আশ্বাস দিছোঁ।"

"মিঃ গান্ধী, আপুনি মোৰ মনৰ পৰা এটা চিন্তা নাইকিয়া কৰিলে। এগৰাকী মাতৃ-স্বৰূপে মই আপোনাক আকৌ ধন্যবাদ দিছোঁ। আপুনি নিশ্চিত থাকক যে আমাৰ বন্ধুত্ব আগৰ দৰেই অক্ষুণ্ণ থাকিব।"

গান্ধীয়ে মিছেছ্ স্মিথৰ পৰা কৰমর্দন কৰি তাৰ পৰা বিদায় ল'লে।

মিছেছ স্মিথৰ পৰিয়ালৰ লগত গান্ধীৰ সম্পর্ক ছিগিল, কিন্তু মিঃ স্পেন্‌ছাৰ ৱাল্টনৰ লগত গান্ধীৰ বন্ধুত্ব বৰকৈ বাঢ়িল। মিঃ ৱাল্টন্ আছিল ছাউথ আফ্রিকা জে'নেৰেল মিশ্বনৰ প্রধান। তেওঁ স্বতঃপ্রবৃত্ত হৈ গান্ধীক বিচাৰি উলিয়ালে। গান্ধীয়ে তেওঁক খ্রীষ্টিয়ান কৰিবলৈ বিচৰা আৰু এজন আহিল বুলিয়েই ভাবিলে। মিঃ ৱাল্টাৰে কিন্তু এই প্রসংগত একো নকয়, তেওঁ যেন নিজৰ জীৱনৰ আদর্শ দাঙি ধৰি ক'ব, "চোৱা, যীচুক গ্রহণ কৰি আমি কিমান শান্তিত বাস কৰিছোঁ। গান্ধীয়ে তেওঁৰ মানৱতা, সহিষ্ণুতা, দান-ধ্যান আৰু সত্যৰ প্রতি একাগ্রতা দেখি মুগ্ধ হয়।

কিন্তু তেতিয়া গান্ধীৰ হিন্দু ধৰ্মৰ সাৰৱত্তা বুজাৰ সময়। বোম্বাইত থকা ৰায়চাঁদজীক চিঠি লিখি তেওঁ নর্মদাশংকৰৰ 'ধর্মবিচাৰ' গ্রন্থখন আনিলে। গ্রন্থখনৰ ভূমিকা পঢ়িয়েই তেওঁ অত্যন্ত মুগ্ধ হ'ল। ইতিমধ্যে তেওঁ মেক্স-মুলাৰৰ 'ইণ্ডিয়া-হোৱাট্ কেন্ ইট টীচ্ছ্ আছ্' আৰু থিঅ'ছফিকেল্ ছচাইটিৰ দ্বাৰা ইংৰাজীলৈ অনূদিত উপনিষদখন পঢ়ি পেলাইছে। তেওঁ ৱাশ্বিংটন আইৰ্ভিঙৰ "Mahomet and his followers" (মহম্মদ আৰু তেওঁৰ অনুচৰসকল) খনো পঢ়িলে। তদুপৰি তেওঁ পঢ়িলে "Sayings of Zorathustra" (জৰথুষ্ট্রৰ বচন)। টলষ্টয়ৰ 'দী গচ্‌পেল্‌চ ইন্‌ব্ৰীফ্' আৰু 'হোৱাট্ টুডু' পঢ়ি তেওঁৰ ভাব হ'ল যে বিশ্বভ্রাতৃত্বৰ সম্ভাৱনা অনন্ত।

লাহে লাহে গান্ধীৰ মনত এই প্রতীতি জন্মিল যে মানুহৰ সেৱা কৰাই পৰম ধর্ম, ইয়াৰ মাজেৰেই ঈশ্বৰক সেৱা কৰা হয়। তেওঁৰ কাৰণে তেতিয়া মানুহৰ সেৱা মানে

দক্ষিণ আফ্রিকাৰ অসহায় ভাৰতীয়সকলৰ সেৱা কৰা। এই সেৱাৰ মাজেদিয়েই এদিন তেওঁৰ আত্মোপলব্ধি হ'ব— এই বিশ্বাস লাহে লাহে সেই ছাব্বিছ বছৰীয়া যুৱকজনৰ মনত মূৰ্তৰূপ ধাৰণ কৰিব ধৰিলে।

গান্ধীৰ পিচে এতিয়া দেশৰ পৰা এপাক মাৰি অহাৰ সময়। প্ৰায় তিনি বছৰ কাল স্ত্ৰী আৰু ল'ৰা দুটা এৰি তেওঁ দক্ষিণ আফ্রিকাত আছে। ইয়াতে যদি অনির্দিষ্ট কালৰ কাৰণে থাকিবই লাগে তেনেহ'লে আৰু বিলম্ব নকৰি তেওঁলোকক লৈ অহাতো উচিত।

তেওঁ ঠিক কৰিলে যে জুন মাহৰ প্ৰথমৰ ফালেই তেওঁ ভাৰতলৈ বুলি যাত্ৰা কৰিব।

## চতুৰ্দশ অধ্যায়

# ভাৰতত

১৮৯৬ চনৰ জুন মাহত গান্ধীয়ে ডাৰ্বান বন্দৰত 'পঙ্গোলা' নামৰ জাহাজখনত উঠিল। এইবাৰো জাহাজৰ কেপ্টেইন আৰু তেওঁৰ সহকাৰী অফিচাৰৰ লগত গান্ধী অতি অন্তৰংগ হ'ল। কেপ্টেইনৰ সৈতে তেওঁ সদায় দুপৰীয়া এঘণ্টাকৈ দবা খেলিব ধৰিলে। তেওঁ আছিল কেবিন-পেছে'ঞ্জাৰ।

জাহাজৰ তামিল ডাক্তৰজনে গান্ধীক তামিল ভাষা শিকাৰ কাৰণে এখন পুস্তিকা দিছিল। গান্ধীয়ে সেইখনৰো চৰ্চা কৰে প্ৰতিদিনেই। তেওঁ ভাবিলে যে তামিল ভাষা শিকাতো এটা প্ৰয়োজন। কাৰণ, দক্ষিণ আফ্ৰিকাত তেওঁৰ বহুতো তামিল সহকৰ্মী আছে। তেওঁলোকৰ ইংৰাজী আৰু হিন্দী ভাষাৰ জ্ঞান নিচেই কম। তামিল শ্ৰমিকসকলৰ তেওঁলোকৰে ভাষাত কথা পাতিলে গান্ধীৰ আন্দোলনত আৰু অধিক উৎসাহেৰে তেওঁলোক লাগি পৰিব বুলি তেওঁ আশা কৰিছিল। কিন্তু তেওঁ তামিল ভাষা আয়ত্ত কৰিবলৈ বৰ টান পালে। বৰ্ণমালা শিকি দুই-এশাৰী লিখিব পাৰিব পাৰে, কিন্তু ভাষাটো কোৱাতো তেওঁৰ কাৰণে প্ৰায় অসম্ভৱ।

জাহাজৰ ইংৰাজ অফিচাৰজনে তেতিয়া উৰ্দু ভাষা শিকিছিল। তেওঁকে দেখি গান্ধীয়ে ভাবিলে যে তেওৰোঁ উৰ্দু ভাষা শিকিব। তেওঁ জাহাজৰ ডেক্-পেছে'ঞ্জাৰসকলৰ মাজৰ পৰা এই উদ্দেশ্যে এজন মুন্সিক বিচাৰি উলিয়ালে। কিন্তু আৰবীহৰফ শিকোৱা তেওঁৰ কাৰণে কঠিন যেন লাগিল। ইংৰাজ ভদ্ৰলোকজনে কিন্তু আৰবী বৰ্ণমালা স্বচ্ছন্দ গতিৰে শিকিব ধৰিলে, তেওঁ যেন এই বৰ্ণমালা শিকাত ক'তো কঠিন পোৱা নাই। গান্ধীয়ে পিছে এই বৰ্ণমালা শিকাতো বেছি দূৰ আগুবাব নোৱাৰিলে।

জাহাজখনৰ কেপ্টেইন খ্ৰীষ্টধৰ্মৰ 'প্লিমাউথ্ ব্ৰাডাৰছ্' গোষ্ঠীৰ অন্তৰ্ভুক্ত আছিল। সময় পালেই তেওঁ গান্ধীৰ লগত ধৰ্মৰ বিষয়ে আলোচনা কৰে। তেওঁৰ আলোচনাৰ বিষয়বস্তু আছিল সদায় একেই— যীশুখৃষ্টৰ মাহাত্ম্য বৰ্ণনা।

তেওঁ এদিন গান্ধীক ক'লে, "মিঃ গান্ধী, বাইবেলৰ মূল বাণী তেনেই সহজ-সৰল। "যীশুখৃষ্টই হ'ল মানৱ-সমাজৰ প্ৰকৃত উদ্ধাৰকৰ্তা আৰু আমি যদিহে তেওঁৰ শিক্ষা আৰু আত্মত্যাগ আমাৰ জীৱনত গ্ৰহণ কৰোঁ, তেনেহ'লে তেওঁক স্মৰণ কৰিয়েই আমি মুক্তি লাভ কৰিম। তেতিয়া আমাৰ জীৱনৰ পৰা সকলো পাপ অন্তৰ্হিত হ'ব। মোৰ

মতে যি ধৰ্মই নানাপ্ৰকাৰৰ নৈতিক বাধাৰ সৃষ্টি কৰে, সেই ধৰ্ম কেতিয়াও ভাল হ'ব নোৱাৰে।"

কেপ্তেইনৰ মন্তব্য শুনি গান্ধীৰ প্ৰিটোৰিয়াৰ প্লিমাউথ্ ব্ৰাডাৰছ্সকলৰ লগত তেওঁৰ ধৰ্মালোচনাৰ কথা মনত পৰিল। তেওঁ কেপ্তেইনক সুধিলে, "আপুনি ক'ব বিচাৰে নেকি যে ধৰ্মৰ লগত নৈতিকতাৰ কোনো সম্পৰ্ক নাই।"

"একেবাৰে নাই, মিঃ গান্ধী। ধৰ্মৰ মূল কথাই হৈছে ঈশ্বৰ-বিশ্বাস।"

গান্ধীয়ে দৃঢ়তাৰে ক'লে, "মই আপোনাৰ মত সমৰ্থন কৰিব নোৱাৰি দুখিত। ধাৰ্মিক ব্যক্তিয়েই যদি অনৈতিক কাম কৰে তেনেহ'লে তেওঁ ধৰ্মৰ মূল অনুশাসনকে লঙ্ঘন কৰিব। মোৰ ধাৰণা মতে ধাৰ্মিক জীৱন আৰু নৈতিক সদাচাৰৰ মাজত কোনো পাৰ্থক্য নাই।"

"কিন্তু মিঃ গান্ধী, নৈতিক সদাচাৰৰ নামত আপুনি মাছ-মাংস নাখায়; ইয়াৰ লগত ধৰ্মৰ সম্পৰ্ক কি? আপুনি এইটো স্বীকাৰ নকৰেনে যে নিম্নতৰ জন্তুবোৰক ঈশ্বৰে মানুহৰ ভোগৰ কাৰণেই সৃষ্টি কৰিছে আৰু সেইদৰেই সৃষ্টি কৰিছে উদ্ভিদজগত?"

গান্ধীয়ে দৃঢ়তাৰে কয়, "মই এইটো নামানো যে ঈশ্বৰে মানুহৰ ভোগৰ কাৰণে অন্যান্য জীৱ-জন্তুৰ জন্ম দিছে। ঈশ্বৰৰ দৃষ্টিত সকলো প্ৰাণীয়েই সমান। আমি সকলো জীৱৰ প্ৰতি অহিংসা ভাব বজাই ৰখা তেওঁ বিচাৰে। মানুহেই যদি উচ্চতৰ নৈতিক সোপানলৈ উঠিব নোৱাৰে, তেনেহ'লে আধ্যাত্মিক বিচাৰত মানুহো যে এই জীৱ-জন্তুবোৰৰে সমগোত্ৰীয় হ'ব।"

এওঁলোকৰ আলোচনাত তেতিয়াই বাধা পৰে, যেতিয়া কেপ্তেইনে কোনো জৰুৰী প্ৰয়োজনত জাহাজৰ অন্য ঠাইলৈ যাব লগা হয়।

'পংগোলা' জাহাজ দক্ষিণ আফ্ৰিকা এৰাৰ চৌবিছ দিন পিচত হুগ্‌লী নদীৰ মোহনাৰ মাজত সোমাল।

ধলপুৱাতে হুগ্‌লী নদীৰ দুয়ো পাৰৰ দৃশ্য দেখি গান্ধী মুগ্ধ হ'ল। বিশেষকৈ সৰু সৰু দ্বীপবোৰত চৰাই-চিৰিকটিৰ বিস্তৰ সমাগম দেখি তেওঁ অতিশয় মুগ্ধ হ'ল। বিভিন্ন ৰঙৰ কিমান যে পক্ষী, সিহঁতে পৰমানন্দে সৰু সৰু শামুকবোৰ খুঁটি খুঁটি খাইছে। গান্ধীয়ে ভাবিলে এয়া যেন ভাৰতৰেই প্ৰতীক, বিভিন্ন ভাষা-ভাষীৰ লোক একে ঠাইতে বাস কৰিছে ভাৰতৰ এক অংশস্বৰূপে।

লাহে লাহে জাহাজ আহি খিদিৰপুৰ ডকত ৰ'ল। গান্ধীয়ে কিন্তু কলকাতাত নাথাকিল। ডকৰ পৰাই ঘোঁৰাগাড়ী ভাড়া কৰি লৈ পোনে পোনে হাওড়া ষ্টেছনলৈ গ'ল আৰু তাৰ পৰা বোম্বাই মেলত উঠিল।

এলাহাবাদ ষ্টেছনত ট্ৰেইন পঞ্চল্লিছ মিনিটৰ কাৰণে ৰৈছিল। গান্ধীয়ে ভাবিলে যে

এইখিনি সময়তে চহৰখন অলপ ঘূৰি-পকি চাই অহা ভাল হ'ব। তদুপৰি তেওঁৰ ডিঙিত অলপ ঠাণ্ডা লাগিছিল, সেয়েহে কোনোবা ডিছ্‌পে'ন্‌ছেৰিৰ পৰা কিবা অলপ ঔষধ অনা ঠিক কৰিলে।

কিন্তু ঔষধৰ দোকানৰ কম্পাউণ্ডাৰে তেওঁক ঔষধ দিওঁতে ইমান দেৰি কৰিলে যে গান্ধীয়ে ট্ৰেইনকে 'মিছ' কৰিলে। তেওঁ ষ্টেছনলৈ আহি দেখে যে ট্ৰেইনখনে লাহে লাহে প্লেট্‌ফৰ্ম এৰি যোৱা আৰম্ভ কৰিছে। ষ্টেছন মাষ্টৰে গান্ধীয়ে দৌৰি অহা দেখি এক মিনিটৰ কাৰণে গাড়ীখন ৰাখিছিল, কিন্তু গাড়ীত গান্ধীয়ে নুঠা দেখি তেওঁৰ বস্তু-বাহানি প্লেট্‌ফৰ্মত নমাই থোৱাৰ নিৰ্দেশ দিলে।

গান্ধীয়ে পিচ দিনাৰ ট্ৰেইনত যোৱা মনস্থ কৰিলে। তেতিয়া তেওঁ ঠিক কৰিলে যে সেই চহৰত কটোৱা সময়খিনিৰ সদ্ব্যৱহাৰ কৰাৰ ব্যৱস্থা কৰিব লাগিব।

প্ৰথমে তেওঁ এদিনৰ কাৰণে 'কেলনাৰ' হোটেলত এটা খোঁটালী ভাড়া কৰিলে। তাৰ পিচত স্থানীয় ইংৰাজী দৈনিক 'দী পায়নিয়াৰ' কাকতৰ সম্পাদক 'মিঃ চেছনী'ক লগ পাবলৈ গ'ল।

মিঃ চেছনীয়ে দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলৰ কাৰণে গান্ধীয়ে কৰা আন্দোলনৰ প্ৰতি পূৰ্ণ সমৰ্থন জনালে।

"মিঃ গান্ধী, মই আপোনাৰ লগত সম্পূৰ্ণ একমত যে ব্ৰিটিশ্ব সাম্ৰাজ্যৰ সকলো প্ৰজাই সমান আৰু এটা জাতিৰ বিপক্ষে আন এটা জাতিয়ে উৎপীড়ন চলোৱা নিতান্তই অনুচিত। কিন্তু এইটো কথা মনত ৰাখিব যে আপুনি যি সকলৰ বিৰুদ্ধে আন্দোলন কৰিছে তেওঁলোক সকলোৱেই ইউৰোপীয়ান। ইউৰোপীয়ানে ইউৰোপীয়ানক সমৰ্থন কৰিবই।"

"সেইটো সঁচা মিঃ চেছনী, কিন্তু আমি এতিয়া মানবীয় অধিকাৰৰ কথা পাতিছোঁ। মানুহ হিচাপে বাচি থকাৰ দাবীত দেশ-কালৰ ভেদাভেদ থাকিব নোৱাৰে।"

মিঃ চেছনী গান্ধীৰ কথাত মুগ্ধ হ'ল। তেওঁ ক'লে, "আপুনি দক্ষিণ আফ্ৰিকাৰ বিষয়ে কিবা লিখিলে তাৰ কপি আমালৈ পঠিয়াই দিব। আমাৰ কাকতত সেইবোৰ প্ৰকাশ কৰিবলৈ নিশ্চয় চেষ্টা কৰিম। অৱশ্যে মই আকৌ কৈছোঁ, ঔপনিবেশিকসকলৰ পক্ষৰ যুক্তিও মই প্ৰকাশ কৰিব লাগিব।"

মিঃ চেছনীক অজস্ৰ ধন্যবাদ জনাই গান্ধী 'পায়নিয়াৰ'ৰ অফিচৰ পৰা ওলাই আহিল। তাৰ পিচত এখন ঘোঁৰাৰ গাড়ী ভাড়া কৰি তেওঁ এলাহাবাদ চহৰ চালে।

গান্ধীক আটাইতকৈ মুগ্ধ কৰিলে গংগা-যমুনা-সৰস্বতীৰ ত্ৰিবেণী সংগমে। তাত গংগা আৰু যমুনাৰ পানীৰ বেলেগ ৰং ভালদৰে বুজিব পাৰি। তেওঁ গম পালে যে সৰস্বতী অন্তঃসলিলা নদী, বাহিৰত এই নদীৰ প্ৰকাশ নাই।

গান্ধী যোৱা ট্ৰেইনখন বোম্বাইৰ ভিক্টোৰিয়া ষ্টেছন পোৱাৰ পিচত তাৰ পৰা ট্ৰেইন পৰিৱৰ্তন কৰি পোনে পোনে তেওঁ ৰাজকোটলৈ গ'ল। তিনি বছৰ তেওঁ স্ত্ৰী আৰু দুই পুত্ৰক দেখা পোৱা নাই। সিহঁতক লগ পাবলৈ তেওঁৰ মন উতলা।

গান্ধীক ঘৰৰ চোতালত দেখা পায়েই ল'ৰা-ছোৱালীবোৰ উবুৰি খাই পৰিলহি। "মা, মা, চোৱাহিচোন, মোহন খুৰা আহিছে।" ভতিজা-ভতিজীহঁতে সমস্বৰে চিঞৰিলে। অলপ দূৰত এটা ল'ৰা মনে মনে থিয় হৈ আছিল। গান্ধীয়ে গম পালে এইটো মণিলালেই হ'ব। তেওঁ তাক গালত চুমা এটা খাই কোলালৈ তুলি ল'লে। তিনি বছৰত সি পিচে বৰ ডাঙৰটো হ'ল। ডাঙৰ ল'ৰা হৰিলাল তেতিয়া ঘৰত নাছিল, তাৰ বন্ধুবোৰৰ লগত খেলিবলৈ বেলেগ এটা এলেকালৈ গৈছিল। হাই-উৰুমি শুনি ঘৰৰ সকলো বাহিৰলৈ ওলাই আহিল। তাত কস্তুৰো আছিল। তেওঁতো এতিয়া ঘৰৰ সৰু-বোৱাৰীজনী হৈ থকা নাই, তেওঁ এতিয়া সংসাৰৰ তৃতীয় কৰ্ত্ৰী। ঘৰৰ অন্যান্য কৰ্তব্যবোৰৰ লগতে ল'ৰা দুটাৰ প্ৰতিপালনৰ ভাৰো এতিয়া তেওঁৰ ওপৰতে।

কস্তুৰ দুটা ল'ৰাৰ মাক, তেওঁকতো এতিয়া গুজৰাটী ৰীতিত কস্তুৰবাই বুলি সম্বোধন কৰা উচিত।

সেইদিনা নিশা নিৰ্জনত কস্তুৰক লগ পাওঁতে গান্ধীয়ে অনুযোগৰ সুৰত ক'লে, "কস্তুৰ, মই ভাবিছিলোঁ যে তুমি ইমান দিনে লিখা-পঢ়া শিকি মোলৈ চিঠি লিখিবা। তোমাৰ চিঠি পাবলৈ ইমান দিন এনেয়ে অপেক্ষা কৰিলোঁ।"

কস্তুৰবাই মনে মনে থাকিল। কোনো উত্তৰ নিদিলে। গান্ধীয়ে বুজি নাপায়, কস্তুৰবাই এতিয়া কিমান সংসাৰৰ দায়-দায়িত্ব চম্ভালিব লাগে! তদুপৰি গান্ধীও নাই। কোনে তেওঁক লিখা-পঢ়া শিকাব? কিন্তু গান্ধীকতো এইবোৰ কথা কৈ একো লাভ নাই। তেওঁ এইবোৰক একো গুৰুত্ব নিদিয়ে।

অলপ পিচতে কস্তুৰবাই সুধিলে, "এইবাৰ কিমানদিন থকা হ'ব?"

গান্ধীয়ে মিচিকিয়াই উত্তৰ দিলে, "দুই-তিনি মাহৰ বেছি নহয়। অৱশ্যে মই ঠিক কৰিছোঁ যে এইবাৰ তোমালোকক লগত লৈ যাম। তাত অকলে থাকিবলৈ ভাল নালাগে। তদুপৰি ল'ৰা দুটাও ডাঙৰ হৈ আহিছে। সিহঁতকো শাসন কৰিব লাগে।"

কস্তুৰবাই অলপ অনুযোগৰ সুৰত ক'লে, "এইটো কথা মই আপোনাক আগতেই কৈছোঁ। হৰিলালতো ডাঙৰেই হৈছে, মোৰ কথা একেবাৰে শুনিব নোখোজে। খালী বিভিন্ন এলেকাত বন্ধুবিলাকৰ লগত আড্ডা মাৰি ঘূৰি ফুৰে। স্কুলো মাজে মাজে ক্ষতি কৰে।"

গান্ধীয়ে ভাৰসা দি ক'লে, "চিন্তা নকৰিবা, সকলো ঠিক হৈ যাব। [illegible] পৰিবেশ পাব। মইয়ো লগতে থাকিম। তাৰ স্বভাৱৰ পৰিৱৰ্তন [illegible]

কস্তুৰবাই আৰু একো নক'লে। হৰিলালক লৈ তেওঁৰ সদায়েই চিন্তা। ল'ৰাটোৰ কিবা বিদ্ৰোহী বিদ্ৰোহী ভাব। যেন পিতা-মাতাৰ বিৰুদ্ধে তাৰ কিবা আক্ৰোশ জন্মিছে।

ৰাজকোটলৈ আহি গান্ধী পিচে মনে মনে নাথাকিল। তেওঁ ঠিক কৰিলে যে দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ বিষয়ে এখন পুস্তিকা লিখি উলিয়াব। পুস্তিকাৰ ভাষা বৰকৈ উগ্ৰাভৰা নোহোৱাতোৱেই উচিত হ'ব বুলি তেওঁ ভাবিলে। এনেয়ে ওচৰৰ ঘটনা দূৰৈত অতিৰঞ্জিত হৈ বৰ্ণিত হয়; তদুপৰি ভাষা উগ্ৰাভৰা হ'লে বিদেশীসকলৰ সহানুভূতি হেৰুৱাব লাগিব। কিন্তু সত্য ঘটনা প্ৰকাশত কোনো আপোচ কৰিব পৰা নহ'ব।

গান্ধীয়ে পুস্তিকাখনৰ নাম দিলে ঃ 'দী গ্ৰীভেন্‌ছেছ্ অভ্ ব্ৰিটিশ্ব ইণ্ডিয়ানছ্ ইন্ ছাউথ্ আফ্ৰিকা।'

তেওঁ ঠিক কৰিলে যে পুস্তিকাখনৰ মুঠতে দহ হাজাৰ মান কপি ছপাব। কেৱল ভাৰতৰ গণ্যমান্য লোকসকললৈকে নহয়, দক্ষিণ আফ্ৰিকাৰ ইউৰোপীয়ানসকলৰ মাজতো এইখন তেওঁ প্ৰচাৰ কৰিব। তদুপৰি দেশৰ বিভিন্ন বাতৰি কাকতলৈকো পঠাব লাগিব। এলাহাবাদৰ 'দী পায়নিয়াৰ' কাকতৰ সম্পাদক মিঃ চেছনীলৈ এটা কপি তেওঁ প্ৰথমতেই পঠাব। তেওঁতো কথা দিছে যে গান্ধীয়ে লিখা প্ৰবন্ধ তেওঁৰ কাকতত প্ৰকাশৰ কাৰণে যথাযথভাৱে বিবেচনা কৰিব।

পুস্তিকাখন প্ৰকাশ হোৱাৰ পিচত ইয়াৰ সেউজীয়া প্ৰচ্ছদ্-পটৰ কাৰণে ই 'গ্ৰীণ্ পেম্‌ফ্‌লেট্' নামেৰে পৰিচিত হ'বলৈ ধৰে। পুস্তিকাখন পিছে ডাকযোগে ইমানবোৰ মানুহলৈ মেইল কৰাও এটা সমস্যা হয়।

গান্ধীৰ চিন্তাত তেতিয়া এটা বুদ্ধিৰ উদয় হয়। কামটোত স্কুলীয়া ল'ৰাহঁতক লগালে কেনে হয়? সপ্তাহৰ শেষ পুৱাবেলা সিহঁতৰ লেখা-পঢ়া কাম নাথাকে। তেতিয়া সিহঁতে কাগজৰ আচ্ছাদন আৰু টিকট লগাই ডাকত পঠোৱাৰ কাৰণে এইবোৰ সাজু কৰি দিব পাৰিব।

ভবা মতেই গান্ধীয়ে কাম কৰিলে। তেওঁ ল'ৰাহঁতক মাতি আনি কথাটো কওঁতে সকলোৱেই কামটো কৰিবলৈ সাগ্ৰহে ৰাজী হ'ল। যেন সিহঁতৰ কাৰণে এইটো এটা নতুন খেল।

গান্ধীয়ে সিহঁতক কামটোত উৎসাহ দিবলৈ এটা পুৰস্কাৰৰো ব্যৱস্থা কৰিলে। তেওঁৰ হাতত যিমান দক্ষিণ আফ্ৰিকাৰ পুৰণা ডাক-টিকট আছিল সিহঁতৰ প্ৰত্যেককে এটাকৈ দিবলৈ প্ৰতিশ্ৰুতি দিলে। ফলত ল'ৰাহঁত কামত উঠি-পৰি লাগিল, কোনে কিমান বেছি আচ্ছাদন লগাব পাৰে তাৰ যেন এক প্ৰতিযোগিতাহে হ'ল। এওঁলোকৰ মাজৰে মগনলাল গান্ধী নামৰ এজন ল'ৰা পৰৱৰ্তীকালত গান্ধীৰ কামৰ এজন প্ৰধান সহায়ক

এলাহাবাদৰ 'দী পায়নিয়াৰ' কাকতখনেই এই 'গ্ৰীন্ পেম্‌ফ্লেট'ৰ কথা প্ৰথম উল্লেখ কৰে। সংক্ষিপ্তাকাৰত 'ৰয়টাৰে' ইয়াৰ পৰিৱেশন কৰে আৰু ইংলণ্ডৰ কেইখনমান কাকতত প্ৰকাশিত হয়। সেয়াই আকৌ মাত্ৰ তিনি শাৰীত সংক্ষিপ্ত হৈ দক্ষিণ আফ্ৰিকাৰ বাতৰি কাকতবোৰতো প্ৰকাশিত হয়। ফলস্বৰূপে গান্ধী দক্ষিণ আফ্ৰিকাৰ উপনিৱেশবাসীসকলৰ কাৰণে আৰু বেছিকৈ অপ্ৰিয় হৈ উঠে। তেওঁলোকৰ কাৰণে তেওঁ তেতিয়া সঁচাকৈয়ে এজন অবাঞ্চিত ব্যক্তি।

এই সময়তে বোম্বাইত হঠাৎ প্লেগ্ মহামাৰীয়ে দেখা দিলে। চাৰিওফালে মহা আতংক। ৰাজকোটতো এই মহামাৰী হ'ব পাৰে বুলি তাৰ প্ৰতিবিধানৰ কাৰণে এখন কমিটি গঠন কৰা হ'ল। গান্ধীয়ে ভাবিলে যে ময়লা নিষ্কাশনৰ বিষয়ত তেওঁ অলপ হ'লেও সহায় কৰিব পাৰিব; সেয়েহে স্বেচ্ছাসেৱক হিচাপে নিজৰ নাম লিখালে।

এই কমিটিৰ প্ৰধান কাম হ'ল, মানুহৰ ঘৰে ঘৰে গৈ শৌচাগাৰৰ স্বাস্থ্যসম্মত নিয়মবোৰ ভালদৰে পালন কৰিছে নে নাই পৰ্যবেক্ষণ কৰা। এই উদ্দেশ্যে তেওঁলোক প্ৰথমতে গ'ল দৰিদ্ৰ লোকসকল বাস কৰা অঞ্চললৈ। তেওঁলোকৰ পায়খানাবোৰ প্ৰায় পৰিষ্কাৰ বুলিয়েই ক'ব পাৰি। তেওঁলোকক স্বাস্থ্য বিধিসম্মত যিবোৰ কথা কোৱা হ'ল সেইবোৰা পালন কৰিবলৈ প্ৰায়েই সম্মতি প্ৰকাশ কৰিলে।

সমস্যা হ'ল ধনী লোকসকলক লৈহে। তেওঁলোকৰ বহুতেই ঘৰৰ ভিতৰলৈ গৈ শৌচাগাৰ পৰিদৰ্শন কৰা বিষয়ত বৰকৈ আপত্তি কৰিলে। যিসকল ৰাজী হ'ল, তেওঁলোকৰ পায়খানা চাই অতি অস্বাস্থ্যকৰ পোৱা হ'ল। পায়খানাত কোনো পাত্ৰ নাই, ওপৰৰ পৰা পায়খানা কৰে দেখি য'ত মলমূত্ৰ পৰে তাত কৃমিৰ বাহ, তদুপৰি দুৰ্গন্ধ। তেওঁলোকক কোৱা হ'ল মল আৰু মূত্ৰ সংগ্ৰহৰ কাৰণে পৃথক পাত্ৰ ৰাখিবলৈ। পাৰিলে পায়খানাত পোহৰৰ ব্যৱস্থা কৰিবলৈকো কোৱা হ'ল। কিন্তু অৱস্থা দেখি গান্ধীৰ ধাৰণা হ'ল যে তেওঁলোকৰ উপদেশ এই লোকসকলৰ একাণত সোমাই আনখন কাণেদি ওলাই যাব।

কমিটিয়ে অস্পৃশ্যসকলৰ থকা ঠায়ো চোৱাৰ কথা আছিল। কিন্তু গান্ধী আৰু এজনৰ বাদে আন কোনো তালৈ যাবলৈ ৰাজী নহ'ল।

এয়া গান্ধীৰ প্ৰথম অস্পৃশ্যসকলৰ এলেকাৰ পৰিদৰ্শন। তেওঁলোকে গান্ধীৰ দৰে ভদ্ৰলোকক তাত দেখি অবাক। তেওঁলোকে পায়খানা চাব বিচৰাত এজন বয়োবৃদ্ধ লোকে প্ৰায় চিঞৰিয়েই দিলে, "আমাৰ পায়খানা? আমাৰ পায়খানা মানেতো মুকলি পথাৰ বাবুজী। তাতেইতো আমি নিত্যকৰ্ম কৰোঁ।"

গান্ধীয়ে সুধিলে, "তেনেহ'লে তোমালোকৰ ঘৰৰ ভিতৰৰ ফালে চাব পাৰোঁনে?"

সেই মানুহজনেই আকৌ উত্তৰ দিলে, "ঘৰ বুলিবলৈ আমাৰ এই পঁজাবোৰহে আছে, বাবুজী। সেইবোৰ আপুনি অবাধে চাব পাৰে।"

এওঁলোকৰ সেই পঁজাবোৰৰ ভিতৰলৈ গৈ গান্ধী কিন্তু অবাক হৈ গ'ল। চাৰিওফালে নিকা, পৰিষ্কাৰ; মজিয়া গোবৰ দি লিপা। কোঠাৰ বাহিৰ-ভিতৰ পৰিষ্কাৰ-পৰিচ্ছন্ন।

ধনীলোকসকলৰ ঘৰৰ দৰেই চহৰৰ বৈষ্ণৱ মন্দিৰটোও অপৰিষ্কাৰ পোৱা হ'ল। মন্দিৰৰ পুৰোহিত গান্ধী পৰিবাৰৰ বন্ধু। সেয়েহে তেওঁ গান্ধীয়ে মন্দিৰটো পৰিদৰ্শন কৰাত একো আপত্তি নকৰিলে। গান্ধীয়ে ভিতৰলৈ গৈ দেখিলে যে মন্দিৰৰ প্ৰসাদ-ভোগ খোৱা ঠাইৰ পিচফালে এখন দেৱাল আছে আৰু এই দেৱাল পাৰ কৰি খোৱা পাত-তাতবোৰ পেলাই দিয়া হয়। সেয়েহে দেৱালৰ পিচফালখন লেতেৰা আৱৰ্জনাৰ দ'মত পৰিণত হৈছে। তালৈ অনবৰত কাউৰী-চিলনী আদি চৰাইবোৰ আবৰ্জনাৰ বস্তুবোৰ খাবলৈ আহে। মন্দিৰৰ শৌচাগাৰো স্বাস্থ্যবিধিসন্মত নহয়।

মন্দিৰৰ এই অৱস্থা দেখি গান্ধীৰ মনত বৰ দুখ লাগিল। এই মন্দিৰবোৰতো হৈছে দেৱতাৰ আৰাধনা-স্থান। ইয়াৰ ভিতৰ-বাহিৰ এনেকৈ পৰিষ্কাৰ কৰি ৰখা উচিত, যাতে তালৈ গ'লেই শৰীৰ-মন পবিত্ৰ হৈ উঠে। ইয়াত কিন্তু দেখা গ'ল মন্দিৰতে অস্বাস্থ্যকৰ পৰিৱেশ বিৰাজ কৰিছে। পবিত্ৰতাৰ সলনি ই হৈছে অপবিত্ৰতাৰ আধাৰ।

* * *

দক্ষিণ আফ্ৰিকাৰ পৰা ভাৰতলৈ গান্ধী অহাৰ সময়তে সম্ৰাজ্ঞী ভিক্টোৰিয়াৰ হীৰক জয়ন্তীৰ বিৰাট প্ৰস্তুতিপৰ্ব চলি আছিল।

গান্ধী তেতিয়া আছিল এজন পৰম ব্ৰিটিশ্বভক্ত প্ৰজা। তেওঁৰ মতে ব্ৰিটিশ্ব শাসনে মুঠতে ভাৰতৰ কল্যাণেই সাধিছে। এইটো সঁচা যে এই দেশৰ শাসকসকলৰ অধিকাংশই সংকীৰ্ণমনা, গৰ্বী আৰু ভাৰতীয়সকলৰ লগত পাৰিত্-পক্ষে মিলা-মিচা কৰিব নিবিচাৰে। কিন্তু তেওঁ ইংলেণ্ডৰ ব্ৰিটিশ্ব জনসমাজক দেখিছে। তাৰ উদাৰ আৰু বৰ্ণবৈসম্যহীন সমাজে তেওঁক অকল মুগ্ধ ই কৰা নাই, ব্ৰিটিশ্ব শাসকৰ এজন সমৰ্থকত পৰিণত কৰিছে।

গান্ধীয়ে প্ৰথমতে দক্ষিণ আফ্ৰিকাৰ বৰ্ণবৈষম্য নীতিক এক আচহুৱা অভিব্যক্তি বুলি ভাবিছিল। তেওঁ ইয়াক এক স্থানীয় আৰু বিচ্ছিন্ন ঘটনাস্বৰূপেই ধাৰণা কৰিছিল। তদুপৰি তাত ইউৰোপীয়ানসকলৰ লগত ডাচ্ বুৱৰ সকলো আছিল, সেয়েহে তাৰ ইংৰাজ সমাজৰ ওপৰতো সমস্ত দোষ আৰোপ কৰিব নোৱাৰি।

নাটালত থাকোঁতে গান্ধীয়ে কষ্ট কৰি হ'লেও ব্ৰিটিশ্ব জাতীয় সংগীত 'গড্ ছেভ্ দী কুইন' শিকিছিল। তাত সুবিধা পালেই সকলোৰে লগতে তেওঁ সমস্বৰে এই গীত গাইছিল। তেওঁৰ সুৰ-জ্ঞান বিশেষ নাছিল, তথাপি 'কোৰাছ্'ত তেওঁ কণ্ঠ মিলাইছিল।

ৰাজকোটত মহাৰাণী ভিক্টোৰিয়াৰ হীৰক-জয়ন্তী পালনৰ কাৰণে এখন কমিটি গঠন কৰা হ'ল আৰু তাত যোগদানৰ কাৰণে গান্ধীক মাতিলে। গান্ধীয়ে সানন্দে এই কমিটিত যোগ দিলে। কমিটিৰ সভাৰ পিচত ব্ৰিটিছ জাতীয় সংগীত গাওঁতে গান্ধীয়েও সকলোৰে লগত থিয় হৈ কণ্ঠ মিলালে।

মাথোঁ জনসভাতে গোৱাই নহয়, নিজৰ ঘৰতো এই জাতীয় গীত শিকোৱাত গান্ধী তৎপৰ হ'ল। নিজৰ ল'ৰা দুটা আৰু ভতিজাহঁতক তেওঁ আবেলি ড্ৰিল শেষ কৰাৰ পিচত গীতটো শিকোৱাত লাগিল। কেইদিনমান তালিম দিয়াৰ পিচতে সিহঁতেও গীতটো সুন্দৰভাৱে গাব পৰা হ'ল।

স্থানীয় ট্ৰেইনিং কলেজৰ এদল ল'ৰাকো গান্ধীয়ে গীতটো শিকাইছিল। ভিক্টোৰিয়াৰ হীৰক-জয়ন্তীৰ কমিটিৰ মিটিঙলৈ এদিন এই দলটো গান্ধীয়ে লৈ গ'ল। উপস্থিত সকলোৱে দলটোৰ কণ্ঠত গীতটো শুনি মোহিত হ'ল।

কিন্তু এই হীৰক-জয়ন্তীৰ কৰ্ম-সূচী গান্ধীৰ বিশেষ পছন্দ নহ'ল। তেওঁ ভাবিলে এয়া বিশেষকৈ মানুহক দেখুৱা ব্যৱস্থা, এওঁলোকৰ কামত কোনো আন্তৰিকতা নাই। তেওঁ মনে মনে ভাবিলে এই কমিটিৰ পৰা পদত্যাগ কৰি দিয়ে নেকি! কিন্তু তেওঁ চিন্তা কৰি চালে যে পদত্যাগ কৰাৰ পৰা একো লাভ নহ'ব, কমিটিৰ সিদ্ধান্তত ইয়াৰ একো প্ৰভাৱ নপৰে। তাতোকৈ কমিটিত থাকিয়েই যিমান পাৰি ভাল কাম কৰাই মংগল।

ভিক্টোৰিয়াৰ হীৰক-জয়ন্তীৰ দিনা জনসভা আৰু অতিথিসকলৰ অভ্যৰ্থনা কৰাৰ উপৰি আৰু এক কৰ্ম-সূচী আছিল বৃক্ষ ৰোপণ— চহৰৰ বিশেষ বিশেষ স্থানত গছ লগোৱা।

ইয়াতো গান্ধীয়ে অসন্তোষ প্ৰকাশ কৰিব লগা হ'ল। তেওঁ ক'লে যে মাথোঁ এটা দিনৰ বাবে বৃক্ষ ৰোপণ কৰিলেই নহ'ব, সেই বৃক্ষৰ পালন আৰু বাঢ়নৰ দায়িত্বও কমিটিয়ে লোৱা উচিত। কিন্তু তেওঁৰ কথালৈ কমিটিয়ে কাণ্সাৰ নকৰিলে। কমিটিৰ আন সদস্যসকলে তেওঁৰ কথা হাঁহি উৰুৱাই দিলে। তেওঁলোকে এইটো গান্ধীৰ উৎকেন্দ্ৰিক ভাবৰ অভিব্যক্তি বুলিহে ঠাৱৰ কৰিলে। গছৰ পুলি কিনা আৰু ৰোপণৰ কাম তেওঁলোকৰ, গছৰ পালনৰ কাম স্থানীয় লোকসকলৰ। এই কামৰ কাৰণে কমিটিৰ সময় ক'ত? ভৱিষ্যতে আৰু বহুতো জৰুৰী কাম আছে তেওঁলোকৰ!

গান্ধীয়ে নিজে যি চাৰিটা পুলি ৰুইছিল, সেইকেইটাক পানী দিয়া আৰু আপডাল কৰি ৰক্ষণাবেক্ষণ কৰাৰ কাম যিমান দিন সম্ভৱ তেওৰেঁই কৰিছিল। পিচত তেওঁ বোম্বাইলৈ যোৱাৰ আগতে এই দায়িত্ব তেওঁৰ 'গ্ৰীণ্ পেম্ফ্লেট্' ডাকত পঠিয়াওঁতে সহায় কৰা বালক-সেনাবোৰক দি যায়। সেনাদলেও তেওঁক প্ৰতিশ্ৰুতি দিছিল যে গছ-পুলিবোৰত সিহঁতে নিয়মিত পানী দিব আৰু গৰু-ছাগলীয়ে নোখোৱাকৈ ৰাখিব।

গান্ধীয়ে উপলব্ধি কৰিলে যে দক্ষিণ আফ্ৰিকাৰ বৰ্ণ-বৈষম্য নীতিৰ বিৰুদ্ধে ভাৰতত জনমত গঠন কৰিবলৈ হ'লে বোম্বাই, কলকাতা আৰু মাদ্ৰাজৰ দৰে ডাঙৰ চহৰত এই নীতিৰ প্ৰতিবাদত জনসভাৰ আয়োজন কৰিব লাগিব; কেৱল পুস্তিকা প্ৰকাশ কৰিলেই নহ'ব। সেইকাৰণে তেওঁ বোম্বাইলৈ আহি জাষ্টিছ্ ৰাণাডেক লগ ধৰি তেওঁক 'গ্ৰীণ পেম্ফ্লেট'ৰ কপি এটা দিলে।

জাষ্টিছ্ ৰাণাডেই গান্ধীৰ প্ৰস্তাৱ শুনি ক'লে, "মিঃ গান্ধী, আপুনি দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলে সম্মুখীন হোৱা বৰ্ণ-বৈসম্য নীতিৰ বিৰুদ্ধে কৰা আন্দোলনত মোৰ সম্পূৰ্ণ সমৰ্থন আছে। কিন্তু মই এজন বিচাৰক, কোনো ৰাজনৈতিক আন্দোলনৰ লগত জড়িত হ'ব নোৱাৰোঁ। আপুনি ছাৰ ফিৰোজ শ্বাহ মেহ্তাক লগ ধৰক। তেওঁ নিশ্চয় আপোনাক এই বিষয়ত যথাসাধ্য সহায় আগবঢ়াব।"

গান্ধীয়ে জাষ্টিছ্ বদৰুদ্দিন তায়েবজীকো দেখা কৰিলে। তেওঁৱোঁ সেই একে কথাই ক'লে, "মিঃ গান্ধী, মই বা জাষ্টিছ্ ৰাণাডেই নৈতিক সমৰ্থনৰ বাহিৰে আন একো কৰিব নোৱাৰোঁ। আপুনি ছাৰ্ ফিৰোজশ্বাহ মেহ্তাৰ লগত যোগাযোগ কৰক। তেওঁ সভা আহ্বান কৰিলে সঁচায়ে কাম হ'ব।"

গান্ধীয়ে তেতিয়া অলপ ভয়ে ভয়েই ছাৰ্ ফিৰোজশ্বাহ মেহ্তাক লগ পাবলৈ গ'ল। তেওঁ শুনিছিল যে ছাৰ্ ফিৰোজ বোম্বাই হাইকৰ্টৰ সিংহ, বোম্বাই প্ৰেছিডেঞ্চিৰ মুকুটবিহীন সম্ৰাট। ভাৰতৰ জাতীয় কংগ্ৰেছৰ মহামান্য নেতা।

ছাৰ্ ফিৰোজশ্বাহ মেহ্তাক লগ ধৰোঁতে কিন্তু তেওঁৰ ধাৰণা হ'ল যে এওঁ সিংহ নহয়, বৰং পৰম স্নেহশীল পিতৃ, বাৎসল্য ৰসেৰে আপ্লুত। তেওঁৰ শ্বেত-শুভ্ৰ-সৌম্য চেহেৰাই যেন অন্তৰৰ পবিত্ৰতাই জ্ঞাপন কৰে।

গান্ধী যোৱাৰ সময়ত ছাৰ ফিৰোজে তেওঁৰ চেম্বাৰত বন্ধু-বান্ধৱ আৰু পাৰিষদসকলক লৈ বহিছিল। গান্ধীৰ সকলোবোৰ কথা শুনি তেওঁ ক'লে, "মিঃ গান্ধী, মই ভাবোঁ আপোনাৰ এই আন্দোলনত মই সহায় কৰা উচিত। ঠিক আছে, আপুনি মুঞ্চিজীৰ লগত কথা পাতি দিন-ক্ষণ ঠিক কৰক, মই সেই সভাত সভাপতিত্ব কৰিবলৈ সন্মত। আহক, মই আপোনাৰ লগত মিঃ কামা আৰু মিঃ ৱাচাক চিনাকি কৰি দিওঁ। তেওঁলোকেও আপোনাক এই বিষয়ত সহায় কৰিব।"

মিঃ ডিন্চ ৱাচা ছাৰ ফিৰোজশ্বাহ মেহ্তাৰ সৌহাতস্বৰূপে আছিল। তেওঁৰ সকলো কামৰে সংগী। বিখ্যাত বাগ্মী বুলিও মিঃ ৱাচা প্ৰখ্যাত আছিল, আকৌ সংখ্যাতত্ত্বতো আছিল তেওঁৰ অসাধাৰণ পাণ্ডিত্য।

মিঃ ৱাচাই গান্ধীক আহিবৰ সময়ত কৰমৰ্দন কৰি ক'লে, "মিঃ গান্ধী, আশা কৰোঁ আমি আকৌ লগ হ'ম।"

সেইদিনা সন্ধিয়াই গান্ধীয়ে তেওঁৰ লণ্ডনৰ বন্ধু ডাঃ প্ৰাণজীৱন মেহ্‌তাৰ ঘৰলৈ গ'ল। তেওঁ আগতীয়াকৈ খবৰ দি থৈছিল, সেয়েহে তেওঁ তাত গৈ আন কেইবাজনকো তেওঁলৈ অপেক্ষা কৰি থকা পালে।

ডাঃ মেহ্‌তাই গান্ধীক সাবট মাৰি ধৰি ক'লে, "গান্ধী, কিমান দিনৰ পিচত যে তোমাক লগ পালোঁ। ভাবিবই নোৱাৰি যে কৰ্টত উঠি কথা ক'ব নোৱাৰা সেই লাজুক যুৱকজনেই এতিয়া দক্ষিণ আফ্ৰিকাত শক্তিমান কলনিয়েলসকলৰ বিৰুদ্ধে সংগ্ৰাম কৰিছে, কৰ্টত বেৰিষ্টাৰ হিচাপে প্ৰতিষ্ঠিত হৈছে। তোমাৰ দাদাৰ পৰা আমি সকলো খবৰেই পাই থাকোঁ।"

কাষতে বৈ থকা ৰায়চাঁদে ক'লে, "সকলো ঈশ্বৰৰ ইচ্ছা। তেওঁ আগতেই খবৰ পাইছিল যে সন্ধিয়ালৈ গান্ধী আহিব, সেয়েহে দোকান বন্ধ কৰি পোনে পোনে ইয়ালৈ আহিছে।"

গান্ধীয়ে ৰায়চাঁদক দেখি অতি আনন্দিত। তেওঁ ক'লে, "ৰায়চাঁদজী, আপুনি দোকান বন্ধ কৰি আহিছে!"

তেওঁ মিচিকি হাঁহি মাৰি ক'লে, "কিয় নাহিম? মোহনভাই দেশলৈ আহিছে, দেখা কৰিবলৈ নাহিলে হ'বনে?"

গান্ধীয়ে তেতিয়া ডাঃ মেহ্‌তাৰ ফালে চাই ক'লে, "আপুনিও কিন্তু আন বহুতৰ দৰেই ভাবিছিলে যে মই সোনকালেই মাছ-মাংস খোৱাত ধৰিম। পিচে মই এতিয়ালৈকে নিৰামিষাহাৰী হৈতো আছোঁৱেই, তদুপৰি আন বহুতকে নিৰামিষাহাৰীত পৰিণত কৰিছোঁ।"

ডাঃ মেহ্‌তাই হাঁহি উত্তৰ দিলে, "গান্ধী, আন বহুতৰ দৰেই মইয়ো তোমাৰ চৰিত্ৰৰ দৃঢ়তা উপলব্ধি কৰাত ভুল কৰিছিলোঁ। জনা নাছিলোঁ যে তোমাৰ ইমান উৎসাহ, তোমাৰ চৰিত্ৰৰ ইমান একাগ্ৰতাৰ ভাব আছে। এইবাৰ আকৌ কেতিয়া দক্ষিণ আফ্ৰিকালৈ উভতি যাবা? এইবাৰ নিশ্চয় পৰিয়াল লগত লৈ যাবা?"

"এৰা, এইবাৰ তেওঁলোক সকলোকে লৈ যাম। পিচে যাত্ৰা কেতিয়া আৰম্ভ কৰিম ক'বহে পৰা নাই। মই ইয়াত দক্ষিণ আফ্ৰিকাৰ বৰ্ণ-বৈষম্য নীতিৰ বিৰুদ্ধে জনমত গঢ়ি তুলিবলৈ এখন সভাৰ আয়োজন কৰিছোঁ। ছাৰ ফিৰোজশ্বাহ মেহ্‌তাই সেই সভাত সভাপতিত্ব কৰিবলৈ ৰাজী হৈছে।

ডাঃ মেহ্‌তাই মন্তব্য কৰিলে, "ছাৰ্ ফিৰোজশ্বাহ মেহ্‌তাই সভাপতিত্ব কৰিলে সভাখনত মানুহ গোট খাবই। পিচে ক'ত কেতিয়া সভাখন হ'ব আমাক খবৰ দিবা, আমিও সভাত হাজিৰ হ'মগৈ।

গান্ধীয়ে ডাঃ মেহ্‌তাৰ কথাৰ সমৰ্থন জনালে আৰু ক'লে যে সভাৰ খবৰ তেওঁলোকক দিব। পিচত গান্ধীয়ে ৰায়চাঁদজীক অলপ আঁতৰলৈ মাতি নি ক'লে, "ৰায়চাঁদজী,

হিন্দুশাস্ত্ৰৰ বিষয়ে আপুনি পঠিওৱা গ্ৰন্থবোৰ মোৰ বৰ কামত আহিছে। তাত এটা প্লিমাউথ্ ব্ৰাডাৰ্‌ছৰ খ্ৰীষ্টানগোষ্ঠী আছে। তেওঁলোকে সদায়েই কয় যে তুমি যীচু খ্ৰীষ্টক ইমান প্ৰশংসা কৰিছা যেতিয়া খ্ৰীষ্টান নোহোৱা কিয়? মই তেওঁলোকক কওঁ যে মই মাথোঁ যীচুখ্ৰীষ্টকে নহয়, মই কৃষ্ণ, বুদ্ধ আৰু মহম্মদকো সমানে শ্ৰদ্ধা কৰোঁ। আপুনি পঠিয়াই দিয়া গীতাভাষ্য কিতাপখনে তাত মোক খুব সহায় কৰিছে। মোৰ উপলব্ধি হৈছে যে ঈশ্বৰৰ প্ৰাৰ্থনাই হৈছে আমাৰ উন্নতিৰ মূল সোপান। যি নামেৰেই আমি তেওঁক মাতোঁ, আকুল প্ৰাৰ্থনাৰ মাধ্যমেৰেই তেওঁৰ ওচৰত উপস্থিত হওঁ।"

ৰায়চাঁদজীয়ে ক'লে, "মোহনভাই, সেইকাৰণেই গীতাত শ্ৰীকৃষ্ণই সকলোকে যোগী হ'বলৈ কৈছে। প্ৰকৃত যোগীয়ে তেওঁৰ সমস্ত ইন্দ্ৰিয়ক সংযত কৰি সমাহিতভাবে আত্মস্থ হৈ অৱস্থান কৰে। তেওঁ স্থিতপ্ৰজ্ঞ। সেয়েহে শ্ৰীকৃষ্ণই কৈছে, হে অৰ্জুন, তুমি যোগী হোৱা— তস্মাদ্ যোগী ভৱাৰ্জুন! ময়ো সেইকাৰণেই আপোনাক কওঁ মোহনভাই, আপুনি যোগী হওক।"

"ৰায়চাঁদজী, মই যোগী হ'ম? মোৰ যে স্ত্ৰী আৰু দুই সন্তান বিদ্যমান। দক্ষিণ আফ্ৰিকাত আছে মোৰ ইমান ডাঙৰ আইন-ব্যৱসায়— এইবোৰ সকলো এৰি মই কেনেকৈ যোগী হ'ম?"

"সংসাৰত থাকিও যোগী হ'ব পাৰি, মোহনভাই। ৰাজৰ্ষি জনকৰ কথা মনত নাই? তেওঁ মিথিলাৰ ৰজা হৈয়ো পৰম যোগী আছিল। লাহে লাহে বিষয়ৰ প্ৰতি বীতৰাগ্ হওক, বৈৰাগ্যৰ চিন্তা কৰক, দেখিব যে আপুনিও এজন যোগী হৈছে। আপুনি এজন কৰ্মযোগী হওক, আপোনাৰ কৰ্মকে ধৰ্মত পৰিণত কৰক।

"কিন্তু মোৰ আচল কৰ্ম নিশ্চয় এই আইন ব্যৱসায় নহয়?"

ৰায়চাঁদে শান্তস্বৰে উত্তৰ দিলে, "উহুঁ, তেতিয়াতো আপুনি বিষয়ৰ কাৰণে কৰ্ম কৰা হ'ব। আপুনি জন-সেৱা কৰিবলৈ ভাল পায়। তাকেই ধৰ্ম বুলি ভাবি কৰ্মযোগী হওক।"

ৰায়চাঁদৰ পৰা বিদায় ল'বৰ মুহূৰ্তত গান্ধীয়ে ধীৰে ধীৰে ক'লে, "ৰায়চাঁদভাই, আপোনাৰ উপদেশ মোৰ চিৰদিন মনত থাকিব।"

ৰায়চাঁদৰ এই উপদেশে গান্ধীৰ জীৱনৰ এক দিক্ নিৰ্ণয় কৰিলে।

বোম্বাইত তেতিয়া গান্ধীৰ ভনীয়েক আৰু বৈনায়ে বাস কৰিছিল। গান্ধীয়ে গম পাইছিল যে তেওঁৰ বৈনাইৰ শৰীৰ অসুস্থ। পিচদিনা পুৱাতে উঠি তেওঁ বৈনাইক লগ পাবলৈ গ'ল।

বৈনাইক দেখিয়েই গান্ধীয়ে গম পালে যে তেওঁ অতিশয় অসুস্থ; উদফাই ৰোগত বৰ কষ্ট পাইছে। ৰাতি শুব নোৱাৰে, কাহে টোপনি ভাঙি দিয়ে। নিদ্ৰাহীনতাই মানুহজনৰ

অৱস্থা নাইকিয়া কৰিছে। তেওঁ যেন জীৱনটোক কোনোমতে খামোচ মাৰি ধৰি আছে।

বৈনাইক ৰাজকোটলৈ লৈ গৈ শুশ্ৰূষা কৰিবলৈ গান্ধীৰ অত্যন্ত ইচ্ছা হ'ল। তেওঁৰ কাৰণে বোম্বাইত থাকি ৰোগীক সেৱা কৰাতো সম্ভৱ নহয়। গান্ধীয়ে কথাটো উলিয়াওঁতেই ভনীয়েকহঁত ৰাজী হ'ল।

ৰাজকোটলৈ উভতি যোৱাৰ আগতে গান্ধীয়ে ভাবিলে যে বোম্বাই হাইক'ৰ্টলৈ গৈ মিঃ পেস্তনজী পাদশ্বাহক এবাৰ দেখা কৰি অহাতো ভাল হ'ব। পাদশ্বাহৰ লগত গান্ধীৰ পৰিচয় হৈছিল লণ্ডনৰ সেই ভেজিটেৰিয়ান হোটেলখনত। গান্ধীৰ দৰে তেওঁৰো ভেজিটেৰিয়ান খাদ্যৰ সন্ধানত আছিল। তেওঁৰ পাণ্ডিত্য অগাধ। গান্ধী আৰু তেওঁৰ মাজত বহু কথাত অমিল, মিল মাথোঁ নিৰামিষ আহাৰ খোৱাত।

বেৰিষ্টাৰী কৰাৰ উপৰি পাদশ্বাহ তেতিয়া এখন গুজৰাটী অভিধান লেখাত ব্যস্ত। গান্ধীয়ে তেওঁক লগ ধৰি দক্ষিণ আফ্ৰিকাৰ আন্দোলনলৈ তেওঁৰ সহায়-সমৰ্থন বিচাৰিলে। কিন্তু পেস্তনজীয়ে এই বিষয়ত গান্ধীক সহায় কৰিবলৈ অস্বীকাৰ কৰিলে।

তেওঁ ক'লে, "মিঃ গান্ধী, আপুনি দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ বিষয়ে চিন্তা কৰিছে কিয়? আপুনি ইয়ালৈ আহি ভাৰতৰ স্বায়ত্ত-শাসনৰ অৰ্থে আন্দালন কৰক। তেতিয়াই দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ অধিকাৰৰ দাবী অধিক শক্তিশালী হোৱাটো অনুভৱ কৰিব।"

গান্ধীয়ে প্ৰশ্ন কৰিলে, "আপুনি কি ভাবে যে ভাৰতত স্বায়ত্ত-শাসনৰ কাৰণে আন্দোলন কৰাৰ সময় হৈছে?"

"নিশ্চয়, ব্ৰিটিশ্বসকলে আমাক আৰু কিমান দিন তেওঁলোকৰ পদানত কৰি ৰাখিব? আমি স্বায়ত্ত-শাসনৰ দাবী এতিয়াই নকৰিলে কোনোদিনেই ইয়াক নাপাম।"

গান্ধীয়ে গম্ভীৰ কণ্ঠে ক'লে, "মই সেইদৰে নাভাবোঁ, মিঃ পাদশ্বাহ। তদুপৰি দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকল যি বৰ্ণ-বৈষম্য নীতিৰ মাজত আছে, আন্দোলন কৰিহে তাক দূৰ কৰা সম্ভৱ।"

"আপুনি দক্ষিণ আফ্ৰিকালৈ উভতি যোৱাৰ কথা ভাবিছে কিয়? আপোনাক আমাৰ দৰ্কাৰ ইয়াত, এই ভাৰতবৰ্ষত।"

গান্ধীয়ে দৃঢ় কণ্ঠে কলে, "নাই, মই তালৈ উভতি যাবই লাগিব। তাৰ ভাৰতীয়সকল মোৰ ওপৰতে নিৰ্ভৰশীল, তেওঁলোকক নেতৃত্ব দিবলৈ মই আগুৱাই যাবই লাগিব।"

"সেইদৰেই যদি চিন্তা কৰিছে, যাওক, দক্ষিণ আফ্ৰিকালৈ উভতি যাওক। কিন্তু আপোনাৰ জনমত সমৰ্থন আন্দোলনত মোৰ পৰা একো সহায় নিবিচাৰিব। মোৰ এতিয়া প্ৰধান কাম হৈছে এই গুজৰাটী অভিধানখন প্ৰণয়ন কৰা। এইটোৱেই মই ভাৰতমাতাৰ সেৱা বুলি ভাবোঁ।"

পাদশ্বাহৰ অফিচৰ পৰা ওলাই গান্ধীয়ে ভাবিলে যে মিঃ পাদশ্বাহৰ দেশপ্ৰেমক হেয় কৰাটো উচিত নহ'ব। অৱশ্যে তেওঁৰ পথ আৰু গান্ধীৰ পথ পৃথক। কিন্তু ভাৰতীয় স্বায়ত্ত-শাসনৰ সময় সঁচাই ওচৰ চাপি আহিছে নেকি? মহাৰাণী ভিক্টোৰিয়াৰ হীৰক জয়ন্তী অলপতে মাথোঁ মহা আড়ম্বৰেৰে পতা হ'ল! ব্ৰিটিছ সাম্ৰাজ্যত সূৰ্য এতিয়া মধ্য-গগনত। এতিয়া প্ৰধান কাম হ'ব সকলোতে ব্ৰিটিছ প্ৰজাসকলৰ সমান অধিকাৰ দাবী কৰা, ক'তো দ্বিতীয় শ্ৰেণীৰ নাগৰিক হিচাপে বাস কৰাৰ অৱস্থা মানি ল'বলৈ সম্মত নোহোৱা।

* * *

গান্ধীয়ে তেওঁৰ বৈনায়েকক ৰাজকোটলৈ আনিও বচাব নোৱাৰিলে। তেওঁ নিজৰ হাতৰেও সেৱা-শুশ্ৰূষা অশেষ কৰিলে, কিন্তু তেওঁৰ যেন মৰ্ত্যভূমিৰ পৰা বিদায় লোৱাৰ সময় উপস্থিত হৈছিল।

বৈনায়েকৰ মৃত্যুৰ পিছদিনাই গান্ধীৰ আকৌ বোম্বাই যাব লগা হ'ল। দক্ষিণ আফ্ৰিকাত শাসক সম্প্ৰদায়ৰ ভাৰতীয়সকলৰ প্ৰতি কৰা বৈষম্যমূলক ব্যৱহাৰৰ প্ৰতিবাদত আহূত সেই সভাখনৰ কাৰণে।

আগৰ ব্যৱস্থা মতেই ছাৰ ফিৰোজশ্বাহ মেহ্‌তাৰ অফিচলৈ যাওঁতেই তেওঁ সুধিলে, "আপোনাৰ বক্তৃতা লিখি আনিছে, মিঃ গান্ধী?"

গান্ধীয়ে অলপ ভয়ে ভয়ে উত্তৰ দিলে, "নাই, ছাৰ ফিৰোজ, ঘৰত অসুখীয়া থকা কাৰণে মই একেবাৰে সময় নাপালোঁ। সেয়েহে ভাবিছোঁ মুখে মুখেই বক্তৃতা দিম।"

ছাৰ ফিৰোজশ্বাহ্ মেহ্‌তাই গম্ভীৰভাৱে ক'লে, "মিঃ গান্ধী, মুখে মুখে দিয়া বক্তৃতা ইয়াত একেবাৰে নচলে। এনেয়ে ইয়াত ৰি'পৰ্টিং পদ্ধতি বৰ বেয়া, তদুপৰি স্পষ্টকৈ নুশুনাৰ অসুবিধাও আছে। এনেকুৱা সভা কাৰ্যকৰী কৰিবলৈ লিখিত বক্তৃতা আগতেই ছপাই ৰাখিব লাগিব। তেনেহ'লে কওক, আমাৰ মুন্সিয়ে নিশা এঘাৰ বজাত হোটেললৈ গৈ আপোনাৰ বক্তৃতাটো লৈ আহিবগৈনে?"

গান্ধীয়ে তৎক্ষণাৎ বহাৰ পৰা উঠি ক'লে, "ঠিক আছে, নিশা এঘাৰ বজাত গৈ তেওঁ বক্তৃতাটো লৈ আহিব।"

গান্ধীয়ে তেতিয়া মনে মনে ভাবিলে যে বক্তৃতাটো লিখিবই লাগিব যেতিয়া অলপো সময় এনেয়ে কটোৱা উচিত নহয়। বৈনায়েকৰ সেৱা-শুশ্ৰূষাতে তেওঁৰ বহুত সময় গ'ল, তেওঁৰ মৃত্যুত গান্ধীৰ এতিয়া শোকাকুল অৱস্থা। বক্তৃতা লিখাত যথাৰ্থতে তেওঁ মনঃসংযোগ কৰিব পাৰিবনে নোৱাৰে সন্দেহ।

কিন্তু বক্তৃতা লিখিবলৈ আৰম্ভ কৰি গান্ধীৰ অনুভৱ হ'ল যে তেওঁ নিৰবচ্ছিন্নভাৱে লিখি যাব পাৰিছে। সমস্যাটোৰ সকলো দিশেইতো তেওঁৰ 'গ্ৰীণ পেম্‌ফ্লেট'ত সন্নিবিষ্ট কৰা আছে এতিয়া সেইখনৰ সাৰাংশৰে বক্তৃতাটো লিখিলেই হ'ল। এই বৰ্ণবৈষম্য নীতিৰ ঋণাত্মক দিশবোৰতো তেওঁৰ মনৰ মাজত জল্‌জল্ পট্‌পট্ হৈ আছে।

বোম্বাইৰ 'ছাৰ কাৱাছজি জাহাংগীৰ ইন্‌ষ্টিটিউট'ৰ ডাঙৰ হলটো আছিল সভাৰ স্থান। আবেলি সভালৈ গৈ গান্ধীয়ে দেখা পালে যে সভাঘৰত ইতিমধ্যে বহুতো লোক গোট খাইছে। গান্ধীয়ে এনে আশাই কৰিছিল। তেওঁ শুনিছিল যে ছাৰ্ ফিৰোজশ্বাহ মেহ্‌তাই কোনো সভাত সভাপতিত্ব কৰিলে ছাত্ৰসকলেই সভাঘৰ ভৰাই পেলায়। সকলোৱেই ছাৰ ফিৰোজৰ বক্তৃতা শুনাৰ কাৰণে উদ্‌গ্ৰীৱ।

ভাৰতত এনে ধৰণৰ জনসভাত বক্তৃতা দিয়াৰ গান্ধীৰ এয়া প্ৰথম অভিজ্ঞতা হ'ব। তেওঁ বক্তৃতা দিবলৈ উঠোঁতেই হাত কঁপিবলৈ ধৰিলে, কণ্ঠস্বৰ ক্ষীণ হ'ল আৰু সন্মুখৰ কেইখনমান আসনত বহা লোককেইজনৰ বাদে আন কোনেও তেওঁ কি কৈছে নুশুনা হ'ল। কাষতে উপবিষ্ট ছাৰ ফিৰোজশ্বাহ মেহ্‌তাই তেওঁক ডাঙৰকৈ পঢ়িবলৈ যিমানেই কয় সিমানেই তেওঁৰ মাত বেছিহে ক্ষীণ হয়। তেওঁৰ হাত যেন আৰু বেছিকৈহে কঁপিব ধৰিলে।

সেইসময়ত গান্ধীৰ সাহায্যাৰ্থে তেওঁৰ বন্ধু দেশপাণ্ডে আগবাঢ়ি আহিল। তেওঁক দেখি গান্ধীয়ে সকাহ পালে। তেওঁৰ হাতত বক্তৃতাটো সমৰ্পণ কৰি কাষৰ চকীত গান্ধীয়ে ধপ্‌কৈ বহি পৰিল।

দেশপাণ্ডেৰ মাত সুন্দৰ। তেওঁ আৱেগ ঢালি বক্তৃতাটো পঢ়াত লাগিল। শ্ৰোতাসকল কিন্তু তেতিয়া ৱাচাৰ কণ্ঠত বক্তৃতা শুনাৰ কাৰণে অধীৰ। তেওঁলোকে 'ৱাচা' 'ৱাচা' কৈ চিএৰিব ধৰিলে।

তেতিয়া ছাৰ ফিৰোজশ্বাহ মেহ্‌তা আৰু দেশপাণ্ডেৰ অনুৰোধত মিঃ ৱাচা উঠি গৈ মিঃ দেশপাণ্ডেৰ হাতৰ পৰা বক্তৃতাটো লৈ পঢ়িবলৈ আৰম্ভ কৰিলে। তেওঁৰ পঠনভংগী অপূৰ্ব, কথাবোৰ স্পষ্ট। তেওঁৰ কণ্ঠ-ধ্বনিত গোটেই হলটোৱেই মুখৰিত হৈ পৰিল। শ্ৰোতাসকলেও মন্ত্ৰমুগ্ধৰ দৰে থৰ লাগি বক্তৃতা শুনিব ধৰিলে।

সভাৰ শেষত ছাৰ ফিৰোজশ্বাহ মেহ্‌তাইয়ো দুআষাৰমান ক'লে। লগতে দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলৰ বিৰুদ্ধে কৰা বৈষম্যমূলক আচৰণৰ প্ৰতিবাদ কৰি, নেতৃত্ব লৈ বিশ্ববাসীৰ সন্মুখত এই আন্দোলন গঢ়ি তোলাৰ কাৰণে গান্ধীকো তেওঁ ধন্যবাদ জনালে। বিশেষকৈ দায়বদ্ধ হৈ দুখীয়া ভাৰতীয়সকল দক্ষিণ আফ্ৰিকালৈ গৈ বিভিন্ন ধৰণে নিগৃহীত হোৱাৰ কৰুণ পৰিস্থিতিৰ বিষয়ে দৃষ্টি আকৰ্ষণ কৰাৰ কাৰণে ভাৰতবাসী গান্ধীৰ প্ৰতি কৃতজ্ঞ বুলি কৈ তেওঁ সভা ভংগ বুলি ঘোষণা কৰিলে।

বোম্বাইৰ পৰা গান্ধী পুনালৈ গ'ল। তালৈ গৈয়েই তেওঁ সৰ্বপ্ৰথমে লোকমান্য তিলকক সাক্ষাৎ কৰিলে। তিলকে সাদৰেৰে তেওঁৰ আগমনৰ উদ্দেশ্যৰ বিষয়ে শুনিলে। তাৰ পিচত অলপ সময় মনে মনে থাকি ক'লে, "মিঃ গান্ধী, দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকল এইদৰে নিষ্পেষিত হৈছে বুলি মই আগতে নাজানিছিলোঁ। মই আপোনাৰ লগত একমত যে এই বিষয়ে সভা কৰি বিশেষকৈ যুৱ-সমৰ্থন বিচৰা উচিত। কিন্তু এইটো কোনো দলীয় আন্দোলন হোৱা উচিত নহয়। এই বিষয়ে সকলোতকৈ ভাল হ'ব যদিহে ড° ভাণ্ডাৰকাৰে আপোনাৰ সভাৰ সভাপতিত্ব কৰে। তেওঁ কোনো দলৰে লোক নহয়। মই আশাকৰোঁ যে তেওঁ সভাপতিত্ব কৰিলে প্ৰচুৰ জন-সমৰ্থন পোৱা যাব।"

গান্ধীয়ে মিচিকিয়াই প্ৰশ্ন কৰিলে, "কিন্তু আপোনাৰ সমৰ্থন, লোকমান্য?"

তিলকেও হাঁহি হাঁহিয়েই উত্তৰ দিলে, "মোৰ সমৰ্থন আপুনি পূৰ্ণ-মাত্ৰাই পাব, মিঃ গান্ধী। আপোনাৰ কাৰণে মোৰ দুৱাৰ সকলো সময়তে খোলা থাকিব।"

তিলকৰ অফিচৰ পৰা ওলাই গান্ধীয়ে অধ্যাপক গোখলেক দেখা কৰিবলৈ গ'ল। গোপালকৃষ্ণ গোখলে তেতিয়া পুনাৰ ফাৰ্গুচন কলেজৰ অধ্যাপক।

গোখলেই গান্ধীৰ আগমনৰ উদ্দেশ্য শুনি তেওঁক সাদৰেৰে আদৰিলে। গোখলেই ক'লে, "মিঃ গান্ধী, দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলৰ নিষ্পেষণ আৰু তেওঁলোকৰ প্ৰতি যি বৈষম্যমূলক আচৰণ কৰা হৈছে, তাৰ বিৰুদ্ধে কৰা আপোনালোকৰ আন্দোলনৰ লগত মই একেবাৰে একমত। কিন্তু ইয়াত, ভাৰতত অভিমত প্ৰকাশ কৰি লাভ কি? ইয়াৰ ফলাফল কিমান হ'ব?"

গান্ধীয়ে অলপ গম্ভীৰ কণ্ঠেৰে উত্তৰ দিলে, "অধ্যাপক গোখলে, আমি সকলোৱেই ব্ৰিটিশ্ব সাম্ৰাজ্যৰ অন্তৰ্গত। যি ঠাইত কোনো এক শ্ৰেণীৰ প্ৰজাক আন এক শ্ৰেণীয়ে অত্যাচাৰ কৰে, কেৱল তাতহে অত্যাচাৰী শ্ৰেণীটোৰ বিৰুদ্ধে যে প্ৰতিবাদ কৰিব লাগিব তেনে কথা নাই, বিষয়টো লৈ ব্ৰিট্ৰিশ্ব পাৰ্লামেণ্টটো আৰ্জি কৰাৰ প্ৰতিও আমি দৃষ্টি দিয়া উচিত। তদুপৰি সেই ঠাইত উৎপীড়নৰ সন্মুখীন হোৱা লোকসকলতো আমাৰেই বংশধৰ অথবা আত্মীয়-স্বজন। সেয়েহে এই ক্ষেত্ৰত যদি তীব্ৰ প্ৰতিবাদ হয়, তেনেহ'লে তাৰ ফল মংগলজনকেই হ'ব।"

গান্ধীৰ এনে শান্ত-সমাহিত যুক্তিত গোখলে মোহিত হ'ল। তেওঁ সুধিলে, "এই বিষয়ে আপুনি কিবা লিখিছে নেকি, মিঃ গান্ধী?"

"এৰা, মই 'গ্ৰীণ পেম্‌ফেলেট্' বুলি এখন পুস্তিকা উলিয়াইছোঁ। সেইখন সভাত বিলাব বিচাৰোঁ।"

"এইটো বৰ উপযোগী কাম হ'ব। সভাত কাক সভাপতি কৰাৰ কথা ভাবিছে?"

"লোকমান্যই ড° ভাণ্ডাৰকাৰৰ কথা উল্লেখ কৰিছে, তেওঁ কৈছে যে ড° ভাণ্ডাৰকাৰ নির্দলীয় লোক, তেওঁৰ কথা সকলোৱেই মনোযোগেৰে শুনিব। মই আপোনাৰ ইয়াৰ পৰা তেওঁৰ তালৈ যাম বুলি ভাবিছোঁ।"

"তেওঁ ৰাজী হ'লে ইয়াতকৈ ভাল কথা আৰু একো নহ'ব। মইতো তাত থাকিমেই। আমাৰ সমিতিৰ আটাইকে সভালৈ যাবলৈ অনুৰোধো কৰিম। এতিয়া ব'লক, আমাৰ কলেজৰ কেম্পাছটো আপোনাক দেখুৱাওঁ।"

গোখেলক সাক্ষাৎ কৰি গান্ধীৰ ধাৰণা হ'ল যেন তেওঁ এজন আপোন মানুহকহে লগ পালে। ইমান অগাধ পাণ্ডিত্য, অথচ কেনে বিনয়ী ব্যৱহাৰ! দেশখনকতো আন্তৰিকভাৱে তেওঁ ভাল পায়!

গান্ধীৰ উপলব্ধি হ'ল যে ছাৰ ফিৰোজশ্বাহ মেহ্‌তা যেন উত্তুংগ হিমালয়, লোকমান্য তিলক যেন বিশাল সাগৰ আৰু মহামতি গোখ্‌লে যেন কৰুণাময়ী গংগা। হিমালয় উত্তুংগ কাৰণে ইয়াৰ কাষলৈ যোৱাটো দুঃসাধ্য, সাগৰ সীমাহীন কাৰণেই তাৰ মাজত যেন হেৰাই যাব লাগে, কিন্তু প্ৰাণৱন্ত গংগাই যেন কল্লোল্ তুলি আমাক কাষলৈ টানি লৈ যায়।

ড° ভাণ্ডাৰকাৰেও গান্ধীৰ প্ৰস্তাৱত পূৰ্ণ সম্মতি জনালে। "মিঃ গান্ধী, আপুনি জানে যে মই সম্পূর্ণ নির্দলীয় লোক, কোনো ৰাজনৈতিক সভাতে ভাগ নলওঁ। কিন্তু আপোনাৰ এই আন্দোলন অকল অৰাজনৈতিকেই নহয়, মানৱীয় অধিকাৰৰো আন্দোলন। দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলক কৰা নিষ্পেষণক সমস্ত বিশ্বৰ মানুহে ধিক্কাৰ দিয়া উচিত। আপুনি মোক কেতিয়া ক'লৈ যাব লাগিব আগতীয়াকৈ জনাব, মই ঠিক সময়ত তাত হাজিৰ হ'ম।"

পুনাৰ এই সভাখনো অতিশয় সাফল্যসহকাৰে সম্পাদিত হ'ল। ড° ভাণ্ডাৰকাৰ আৰু অধ্যাপক গোখ্‌লেৰ আৱেগজড়িত বক্তৃতাই আটাইকে মুগ্ধ কৰিলে। গান্ধীৰ 'গ্ৰীণ পেম্‌ফেলেট্'খনো প্ৰচুৰ সংখ্যক বিক্ৰী হ'ল। বিদায় জনোৱাৰ আগতে অধ্যাপক গোখ্‌লেই গান্ধীক ভাৰতলৈ আহোঁতে তেওঁক দেখা কৰিবলৈকো আমন্ত্ৰণ কৰিলে।

পুনাৰ পৰা গান্ধীয়ে জনসভাৰ কাৰণে মাদ্ৰাজলৈ আহিল। ইয়াত তেওঁৰ পৰম সহায়ক হ'ল 'দী মাদ্ৰাজ ষ্টেণ্ডাৰ্ড' কাকতৰ সম্পাদক জি. পৰমেশ্বৰ পিল্লোই। ডাঃ সুব্ৰহ্মনিয়ামৰ সভাপতিত্বত 'পাচাইয়াপ্পা হল'ত আহূত এই জনসভাত তিলমান ঠায়ো খালী নাছিল।

গান্ধীয়ে তেওঁৰ বক্তৃতা ইয়াতো লিখিয়েই আনিছিল। ইয়াত বক্তৃতাটো পঢ়ি শুনালে হিন্দু কাকতৰ সম্পাদক জি. সুব্ৰহ্মনিয়ামে। বক্তৃতাটোত বালসুন্দৰমৰ ঘটনাটো বর্ননা কৰাৰ সময়ত চাৰিওফালৰ পৰা শ্বেইম্ শ্বেইম্ চিএওৰত হলটো বৌৰৱাই গ'ল।

গান্ধীয়ে অনা তেওঁৰ 'গ্ৰীন্ পেম্‌ফেলেট্'খনৰ এহেজাৰ কপিমান বিক্ৰী হ'ল। তেওঁ ভাবিলে যে ইংৰাজীৰ উপৰি যদি তামিল ভাষাত এইখন অনুবাদ কৰি আনিব পৰা হ'লে আৰু কেইহাজাৰমান অনায়াসে বেচিব পাৰিলেহেঁতেন।

কিন্তু ভাষাৰ ব্যৱধান নগণ্য কথা, মনৰ মিলনহে আচল। গান্ধীয়ে যে তেওঁৰ তামিল ভাৰতীসকলৰ কাৰণে দক্ষিণ আফ্ৰিকাত সংগ্ৰাম কৰিছে সেইটো বুজাবলৈ বিশেষকৈ তামিল ভাষাৰ প্ৰয়োজন নাই, যি কোনো ভাষাই যথেষ্ট।

মাদ্ৰাজৰ পৰা গান্ধী কলকাতালৈ আহিল। এয়া তেওঁৰ কলকাতাত প্ৰথম অৱস্থান। চাৰি মাহৰ আগতে তেওঁৰ লগত এই চহৰৰ হঠাতে পৰিচয় হৈছিল অলপ সময়ৰ বাবে, যেতিয়া তেওঁ হুগ্‌লি ডকত নামি হাওড়া ষ্টেচনলৈ গৈছিল বোম্বাই এক্সপ্ৰেছ্ ধৰিবলৈ।

এইবাৰ গান্ধীয়ে ইয়াত এখন সভা কৰাৰ কাৰণে কেইদিনমান থকাৰ মনস্থ কৰিলে। কিন্তু তেওঁ এই চহৰৰ কাকো চিনি নেপায়। এই চহৰ তেওঁৰ একেবাৰে অপৰিচিত। তেওঁ ডেল্‌হাউছি স্কোৱাৰৰ গ্ৰেট্ ইষ্টাৰ্ন হোটেলত থকাটো ঠিক কৰিলে।

১৮৯৩ চন। তেতিয়া কলকাতা ভাৰতৰ ৰাজধানী, ভাৰত সাম্ৰাজ্যৰ মধ্যমণি। চহৰৰ মাজতে বিশাল ময়দান, তাৰে এফালে তাজমহলক অনুকৰণ কৰি সজা 'ভিক্টোৰিয়া মেম'ৰিয়েল হল', অলপ দিনৰ আগতে খোলা হৈছে। এছ্‌প্লেনেডৰ এফালে শাৰী শাৰী অট্টালিকা। আনফালে বাবুল গছৰ শাৰী। পথৰ কাষৰ বহুতো দোকানেই হ'ল ডিপাৰ্টমেণ্ট্ ষ্ট'ৰ বা ৰেস্তোৰাঁ, সকলো সময়তে পোহৰে জলমলাই থাকে। পাৰ্ক ষ্ট্ৰীটত থকা নাইট ক্লাবলৈ ৰাতি হ'লেই ঘোঁৰাৰ গাড়ীত ব্ৰিটিশ্ব নৰ-নাৰী সাজি-কাচি সময় কটাবলৈ আহে। ডেল্‌হাউছিৰ 'লালদীঘি'ৰ চাৰিওফালে চৰকাৰী বেচৰকাৰী অফিচবোৰ আছে। লালদীঘিৰে এটা চুকত গ্ৰেট ইষ্টাৰ্ন হোটেল।

এই গ্ৰেট ইষ্টাৰ্ন হোটেলৰ লবিত লণ্ডনৰ 'দী ডেইলি মেইল' কাকতৰ স্থানীয় প্ৰতিনিধি মিঃ এলাৰথ্ৰপৰ লগত গান্ধীৰ পৰিচয় হ'ল। এলাৰথ্ৰপ আহি 'বেঙ্গল-ক্লাব'ত আছেহি। তেওঁ গান্ধীক 'বেঙ্গল ক্লাব'ত লাঞ্চ খাবলৈ নিমন্ত্ৰণ কৰিলে। কিন্তু এই ক্লাব তেতিয়া আছিল একমাত্ৰ ইউৰোপীয়ানসকলৰ বাবে, এছিয়াবাসীৰ সেই ডাইনিং হলত প্ৰবেশ নিষেধ। সেই কথা গম পাই মিঃ এলাৰথ্ৰপে গান্ধীৰ ওচৰত দুঃখ প্ৰকাশ কৰিলে, তাৰ পিচত গান্ধীক তেওঁ নিজৰ কোঠাতে লাঞ্চ খাবলৈ লৈ গ'ল।

গান্ধীয়ে পিচে এই কথাটো বৰ বেছি ধৰ্তব্য বুলি নাভাবিলে। দক্ষিণ আফ্ৰিকাত তেওঁ ইয়াতকৈ বহুত বেছি 'কালাৰ বাৰ'ৰ সন্মুখীন হৈছে।

গান্ধীৰ কলকাতালৈ আগমনৰ উদ্দেশ্যই হৈছে বোম্বাই, পুনা আৰু মাদ্ৰাজৰ নিচিনাকৈ দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ প্ৰতি কৰা বৰ্ণবৈষম্যমূলক নীতিৰ প্ৰতিবাদত এক

জনসভাৰ আয়োজন কৰা। তেওঁৰ বিশ্বাস যে ব্ৰিটিশ্ব ভাৰতৰ ৰাজধানী হিচাপে কলকাতাৰ গুৰুত্ব বহুত বেছি। ইয়াত তেওঁ জনসভা কৰিলে প্ৰচুৰ প্ৰচাৰ লাভ কৰিব বুলি ভাবিব পাৰি।

তেতিয়া সুৰেন্দ্ৰনাথ বন্দোপাধ্যায় আছিল বাংলাৰ প্ৰধান জননেতা— 'লায়ন অভ্ বেংগল।' সেয়েহে তেওঁক প্ৰথমে দেখা কৰাই উচিত হ'ব বুলি গান্ধীয়ে ভাবিলে।

সুৰেন্দ্ৰনাথ বন্দোপাধ্যায়ে কিন্তু গান্ধীৰ প্ৰস্তাৱত বিশেষ উৎসাহ নেদেখুৱালে। গান্ধীৰ কলকাতালৈ অহাৰ উদ্দেশ্যৰ বিষয়ে শুনি তেওঁ ক'লে, "মোৰ আশংকা এয়ে যে ৰাইজে আপোনাৰ দক্ষিণ আফ্ৰিকাৰ ঘটনাবোৰৰ বিষয়ে কোনো আগ্ৰহ নেদেখুৱাব, মিঃ গান্ধী। ইয়াত সভা অনুষ্ঠিত কৰাটোও বৰ কঠিন। আপুনি এই বিষয়ে 'ব্ৰিটিশ্ব ইণ্ডিয়ান এছ'ছিয়েশ্বন'ৰ কৰ্মকৰ্তাসকলৰ লগত যোগাযোগ কৰিব পাৰে। ইয়াৰ গণ্যমান্য ব্যক্তিসকলৰ সহানুভূতি বিচাৰক, বিশেষকৈ ৰাজা প্যাৰীমোহন মুখাৰ্জি আৰু প্ৰবীৰেন্দ্ৰ মোহন ঠাকুৰৰ। তেওঁলোক বৰ উদাৰতাবাদী। আপোনাৰ উদ্দেশ্যৰ প্ৰতি সহানুভূতিশীল হৈ তেওঁলোকে জনসভা আয়োজন কৰিবও পাৰে।"

সুৰেন্দ্ৰনাথৰ কথা শুনি গান্ধীয়ে এই ৰাজা দুজনক সাক্ষাৎ কৰিলৈগে। তেওঁলোকেও কিন্তু একে কথাই ক'লে— "কলকাতাত এই বিষয়ে সভা আয়োজন কৰা অসম্ভৱ। মানুহে উৎসাহ নেদেখুৱাব। তথাপি যদি কোনোবাই সভা আহ্বান কৰিব পাৰে, তেওঁ হ'ল সুৰেন্দ্ৰনাথ বন্দোপাধ্যায়। গতিকে তেওঁকে আকৌ লগ ধৰা উচিত।"

গান্ধীয়ে বুজি পালে যে এইসকল নেতাক লগ ধৰি মিছাই সময় নষ্ট কৰাহে হ'ব। এতিয়া সংবাদপত্ৰত প্ৰচাৰ কৰিহে জনমত সৃষ্টি কৰিবলৈ প্ৰয়াস কৰা উচিত।

সেই উদ্দেশ্যৰে তেওঁ প্ৰথমে গ'ল 'অমৃত ৰাজাৰ পত্ৰিকা'ৰ অফিচলৈ। তাত এজন সহকাৰী সম্পাদকৰ লগত তেওঁৰ সাক্ষাৎ হ'ল। সহকাৰী সম্পাদকজনে গান্ধীক এজন কাম-বন নোহোৱা আত্মপ্ৰচাৰত ব্যস্ত লোক বুলি ভাবিলে। গান্ধীৰ কথা শুনিবলৈ তেওঁ মান্তি নহ'ল।

'দী বঙ্গবাসী' পত্ৰিকাৰ অফিচলৈ গৈ গান্ধীয়ে আৰু বেছি বেয়া ব্যৱহাৰহে পালে। বহুত পৰ অপেক্ষা কৰি এই কাকতৰ সম্পাদকক তেওঁ লগ ধৰে, কিন্তু তেওঁৰ কোনো কথাই শুনিবলৈ সম্পাদকজন ৰাজী নহ'ল। সম্পাদকজনে ক'লে, "আপুনি দেখা নাই জানো মই কিমান ব্যস্ত? আপোনাৰ দৰে সাক্ষাৎকাৰীৰ সকলো কথা শুনি সময় কটালে মই কাকত কেনেকৈ চলাম? আপোনাৰ কথা শুনাৰ কাৰণে মোৰ সময় নাই। আপুনি যাব পাৰে।"

কিন্তু গান্ধীয়ে যেতিয়া 'দী ষ্টেইটছ্‌মেন্' আৰু 'দী ইংলিছমেন' কাকতৰ সম্পাদক দুজনক দেখা কৰিলে, তেওঁলোকে বিষয়টোৰ প্ৰতি অতি আগ্ৰহ দেখুৱালে। বিশেষকৈ

'দী ইংলিছমেন' কাকতৰ সম্পাদক মিঃ চেণ্ডার্চে কাকতখনত গান্ধীৰ এটা সাক্ষাৎকাৰ প্ৰকাশ কৰাৰ উপৰি বৰ্ণবৈষম্যক লৈ নিজে এটা প্ৰবন্ধ লিখিবলৈও সিদ্ধান্ত ল'লে।

দক্ষিণ আফ্ৰিকাৰ বৰ্ণ-বৈষম্য নীতি সম্পৰ্কে মিঃ চেণ্ডার্চে গান্ধীক বহুতো প্ৰশ্ন কৰিলে। তেওঁৰ এনে জেৰাৰ উদ্দেশ্য আছিল এই বিষয়ে যথাৰ্থতা নিৰ্ণয় কৰা। গান্ধীৰো পিচে উদ্দেশ্য আছিল একেটাই— ঘটনাৰ সত্যতা প্ৰকাশ কৰা। এই বিষয়ে তেওঁ নিশ্চিত আছিল যে ঘটনাটো সম্পৰ্কে কোনো প্ৰকাৰৰ আধিক্য অথবা অসত্যৰ আশ্ৰয় ল'লে একো ভাল ফলাফল আশা কৰিব নোৱাৰি। বিষয়টো ইমান প্ৰাঞ্জল আৰু মৰ্মস্পৰ্শী যে যিকোনো বুদ্ধিমান ব্যক্তিয়েই ভাৰতীয়সকলৰ প্ৰতি কৰা অবিচাৰৰ ঘটনা বুজিব পাৰিব।

গান্ধীয়ে ভাবিছিল যে এই কাকতবোৰত ঘটনাবোৰ প্ৰকাশ হোৱাৰ ফলত হয়তো কলকাতাত এখন জনসভাৰ আয়োজন কৰিব পৰা হ'ব। কিন্তু হোটেললৈ উভতি আহি তেওঁ ডাৰ্বানৰ পৰা পঠোৱা এখন টেলিগ্ৰাম ৰৈ থকা পালে। টেলিগ্ৰামত লিখা হৈছেঃ "পাৰ্লামেণ্ট্ অ'পে'নছ্ জানুৱাৰী। ৰিটাৰ্ন ছুন।"

টেলিগ্ৰামখন পায়েই গান্ধীয়ে সেইদিনা নিশা ট্ৰেইন ধৰি বোম্বাইলৈ যাত্ৰা কৰিলে। তাত উপস্থিত হৈয়ে গান্ধীয়ে এটা সুখবৰ শুনিলে। দাদা আব্দুল্লা এণ্ড কোম্পানিয়ে 'ক'ৰ্টলেণ্ড' নামে এখন জাহাজ কিনিছে আৰু তাত গান্ধীৰ পৰিবাৰক বিনা মাচুলে প্ৰথম শ্ৰেণীত ভ্ৰমণ কৰাৰ ব্যৱস্থা কৰিছে। ক'ৰ্টলেণ্ড'ৰ লগতে 'নাদেৰী' নামেৰে আৰু এখন জাহাজো একে সময়তে ডাৰ্বান অভিমুখে যাত্ৰা কৰিব। এইখন জাহাজৰো এজেণ্ট হৈছে 'দাদা আব্দুল্লা এণ্ড কোম্পানি'। দুয়োখন জাহাজৰ যাত্ৰী সংখ্যা কমেও আঠশ মান হ'ব। তেওঁলোকৰ আদ্‌খিনিয়েই হৈছে ট্ৰান্সভাল গামী যাত্ৰী।

ৰাজকোটত উপস্থিত হৈয়ে গান্ধীয়ে কস্তুৰবাইক তেওঁলোকৰ দক্ষিণ আফ্ৰিকা যাত্ৰাৰ খবৰ দিলে। এইবাৰ গান্ধী অকলে নহয়, লগত যাব দুই পুত্ৰসহ কস্তুৰবাই আৰু সদ্য [illegible]হৰা হোৱা গান্ধীৰ বায়েকৰ ল'ৰা গোকুলদাস। তেওঁলোকে গৈ দক্ষিণ আফ্ৰিকাত [illegible] সংসাৰ পাতিব।

[illegible]টো শুনি কস্তুৰবাই আনন্দিত হ'ল। ইমানদিন স্বামীৰ অনুপস্থিতিত দিন কটোৱা [illegible] হৈ পৰিছিল। তদুপৰি ল'ৰা দুটাও পিতৃৰ অবৰ্তমানত অলপ অবাধ্য হৈ [illegible], বিশেষকৈ ডাঙৰ ল'ৰা হৰিলাল। এইবাৰ গান্ধীৰ তত্ত্বাৱধানত সিহঁত ডাঙৰ [illegible]।

[illegible] স্বাভাৱিক সংসাৰৰ স্বপ্ন বহুদিন ধৰি দেখিছে। আন দহগৰাকীৰ দৰেই [illegible] যে এইবাৰ স্বামী আৰু পুত্ৰহঁতক লৈ স্বাভাৱিক জীৱন-যাপন কৰিব। [illegible] কস্তুৰবাইৰ সকলো সময়তে ভয়। এতিয়ালৈ তেওঁ ভালদৰে বুজি

পাইছে যে তেওঁৰ স্বামী আনবোৰৰ দৰে নহয়। তেওঁ যেন সংসাৰৰ তাপ-উত্তাপ, দুঃখ-সুখৰ পৰা আঁতৰত, এইবোৰে তেওঁৰ অংগ স্পৰ্শ কৰিব নোৱাৰে। তেওঁ যেতিয়া যিটো কৰিম বুলি ভাবিব, তেওঁ সেইটো কৰিহে এৰিব, লাগিলে সমস্ত পৃথিৱীয়েই তেওঁৰ বিৰুদ্ধে উঠক। কস্তুৰবাই বুজি নেপায় যে গান্ধীয়েনো এনে শক্তি ক'ৰ পৰা পালে! তেওঁতো গান্ধীক স্বামীস্বৰূপে তেৰ বছৰ বয়সৰ পৰাই পাইছে, কিন্তু কৈশোৰৰ সেই ভীতগ্ৰস্ত মোহনৰ লগত আজিৰ গান্ধীৰ কোনো তুলনা নহয়।

গান্ধীৰ এতিয়া চিন্তা, কস্তুৰবাই আৰু দুই পুত্ৰৰ পোছাক পৰিচ্ছদ কি হ'ব! ইউৰোপীয় সাজ পিন্ধোৱাৰ প্ৰশ্নই নুঠে, কাৰণ সেয়া ভাৰতীয়সকলৰ বাবে যথোপযুক্ত নহয়। তেতিয়া ভাৰতীয়সকলৰ বাবে পাৰ্চীসকলে পৰিধান কৰা সাজেই আছিল ঈৰ্ষাৰ বিষয়। তেওঁলোকক তেতিয়া কোৱা হৈছিল ভাৰতীয় ইউৰোপীয়ান বুলি। গান্ধীয়ে ঠিক কৰিলে যে তেওঁৰ পৰিয়ালৰ কাৰণে পাৰ্চী পোছাকেই উপযুক্ত হ'ব। সেয়েহে কস্তুৰবাইৰ কাৰণে পাৰ্চীলেখীয়াকৈ শাৰী-ব্লাউজ আৰু ল'ৰা দুটা আৰু গোকুলৰ দাসৰ বাবে পাৰ্চী ধৰণৰেই পেণ্ট আৰু কোট্ ঠিক কৰা হ'ল। তদুপৰি প্ৰত্যেকৰে ভৰিত থাকিব জোতা আৰু মোজা।

১৮৯৭ চনৰ ২ জানুৱাৰী তাৰিখে বোম্বাই বন্দৰৰ পৰা গান্ধীয়ে কস্তুৰবাই আৰু গোকুলদাসসহ দুই পুত্ৰক লৈ 'ক'ৰ্টলেণ্ড' নামে জাহাজত দক্ষিণ আফ্ৰিকা অভিমুখে যাত্ৰা কৰিলে। এয়া দ্বিতীয়বাৰৰ বাবে গান্ধীৰ ডাৰ্বান যাত্ৰা। প্ৰথম যাত্ৰাত তেওঁৰ মন আছিল উগুল থুগুল আৰু দোধোৰ-মোৰ। তেতিয়া তেওঁ নাজানিছিল যে দক্ষিণ আফ্ৰিকাত গৈ শেঠ আব্দুল্লাৰ ফাৰ্মক সহায় কৰাৰ বাদে তেওঁৰ আন কিবা কাম ওলাব পাৰে বুলি।

এতিয়া তেওঁৰ জীৱনৰ উদ্দেশ্য যেন স্থিৰ হৈ গ'ল। সেয়া হ'ল দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ মানৱিক আন্দোলনৰ নেতৃত্ব দিয়া। সেইকাৰণে তেওঁ সকলোধৰণৰ দুখ-কষ্ট সহ্য কৰিবলৈ ৰাজী। যদিহে এই কাৰণে তেওঁ দীৰ্ঘকাল কাৰাবাসো খাটিব লাগে, তাৰ কাৰণেও সৰ্বতোপ্ৰকাৰে প্ৰস্তুত।

গান্ধী আৰু তেওঁৰ পৰিবাৰ আছিল সেই জাহাজৰ কেবিন যাত্ৰী। কিন্তু জাহাজখন শেঠ আব্দুল্লাৰ হোৱাৰ কাৰণে গান্ধীৰ তাত ফুৰা-চকা কৰাত বাধা নাছিল। সেয়েহে তেওঁ ডেকৰ ভাৰতীয় যাত্ৰীসকলৰ মাজত অবাধে ঘূৰি-পকি ফুৰিব ধৰিলে। যাত্ৰীসকলেও গান্ধীভাইক লগ পাই খুচি, বিশেষকৈ যেতিয়া তেওঁলোকে গম পালে যে তেওৰেঁই নাটাল ইণ্ডিয়ান কংগ্ৰেছৰ প্ৰতিষ্ঠাতা সম্পাদক।

ইফালে অনবৰত জোতা-মোজা পিন্ধি থকা কাৰণে কস্তুৰবাই আৰু ল'ৰাকেইটাৰ ভৰি ঘামেৰে তিতি গৈছে। ল'ৰাকেইটাৰ দুই এজনৰ ভৰিত টোৱা বান্ধিছে; তথাপি

গান্ধীৰ আদেশ, বাহিৰলৈ ওলালে জোতা-মোজা পিন্ধি থাকিবই লাগিব। আটাইতকৈ বেছি কষ্ট হৈছে কস্তুৰবাইৰ। তেওঁৰ জোতা-মোজা পিন্ধাৰ অভ্যাস কোনো দিনেই নাছিল, সেয়েহে তেওঁৰ ভৰি সকলো সময়তে থামি থাকে। তথাপি গান্ধীয়ে ৰেহাই নিদিয়ে, বাহিৰলৈ ওলালে জোতা-মোজা পিন্ধিবই লাগিব।

জাহাজ দক্ষিণ আফ্ৰিকাৰ ওচৰ চপাৰ সময়তে এদিন দিগন্তত এক প্ৰবল ধুমুহাৰ আভাস দেখা গ'ল। তেতিয়া আছিল মৌচুমী ঋতু আৰু জাহাজ সেই সময়ত দক্ষিণ গোলাৰ্ধত সোমাই পৰিছে। তাত ডিচেম্বৰ-জানুৱাৰী মাহত প্ৰায়েই সামুদ্ৰিক ধুমুহা বলে।

ধুমুহা শাম নাকাটি ক্ৰমশঃ বাঢ়িব ধৰিলে। প্ৰচণ্ড বতাহৰ বলত জাহাজ জোৰেৰে হেন্দুলিবলৈ ধৰিলে। জাহাজে লুটি বাগৰ খাই বুলি সকলোৰে মনত ভয়। কাঠৰ ঘৰ্ষণত মৰ্‌মৰ্ শব্দ হ'ল। ডেকৰ ওপৰত থকা অসম্ভৱ হৈ উঠিল।

জাহাজৰ সকলো যাত্ৰীৰে মনত ভয়, কিন্তু সবাতোকৈ বেছি আতংকৰ সৃষ্টি হ'ল ডেক্-যাত্ৰীসকলৰ মাজত। তেওঁলোকে জাহাজখন ডুবি যায় বুলি আতংকিত হ'বলৈ ধৰিলে। প্ৰাণৰ ভয়ত তেওঁলোকে কেৱল ভগৱানৰ নাম ল'ব ধৰিলে। হিন্দুসকলে ঈশ্বৰৰ সমীপত প্ৰাণ ৰক্ষা কৰিবলৈ ভজন গাইছে, মুছলমানসকলে 'আল্লা'ৰ নামত দোৱা বিচাৰিছে আৰু খ্ৰীষ্টানসকলে যীচুৰ ওচৰত প্ৰাৰ্থনা জনাইছে।

গান্ধীয়ে ডেকযাত্ৰীসকলৰ মাজলৈ তেওঁলোকক এফালৰ পৰা অভয় দি গ'ল। ইংলণ্ডৰ পৰা ভাৰতলৈ উভতি আহোঁতে এনেকুৱা এক ধুমুহাৰ মাজত তেওঁলোকৰ জাহাজখনো পৰিছিল, সেয়েহে গান্ধীৰ এনে ঘটনাৰ অভিজ্ঞতা আছিল। তদুপৰি আন বহুত যাত্ৰীৰ দৰে গান্ধীয়ে 'ছী-ছিক্‌নেছ্'ত ভোগা নাছিল। সেয়েহে যাত্ৰীসকলৰ ওচৰলৈ গৈ অনবৰতে সান্ত্বনা দিয়াৰ শক্তি তেওঁৰ আছিল।

প্ৰায় চল্লিছ্ ঘণ্টা পিচত ধুমুহা লাহে লাহে শাম কাটিলে। যাত্ৰীসকলে যেন জীৱন ঘূৰাই পালে। যাত্ৰীসকলৰ মাজত কলৰৱ, আৰু শিশুহঁতৰ মাজত দৌৰাদৌৰি আৰম্ভ হ'ল, আৰু ডেকযাত্ৰীসকলৰ ৰন্ধা-বঢ়াৰ সুগন্ধ বিয়পি পৰিল।

গান্ধীৰ জীৱনৰ কাৰণে কিন্তু প্ৰকৃত ধুমুহাই বাট চাইছিল ডাৰ্বান বন্দৰত। ১৮ ডিচেম্বৰ তাৰিখে জাহাজ আহি ডাৰ্বান বন্দৰত উপস্থিত। তাত এক বেলেগে ধুমুহাই সমস্ত গান্ধী পৰিবাৰক গ্ৰাস কৰিবলৈ উদ্যত হ'ল।

পঞ্চদশ অধ্যায়

# জীৱনৰ সংশয় আৰু ডাৰ্বানত বাস

সপৰিবাৰে গান্ধী যোৱা 'ক'ৰ্টলেণ্ড' আৰু লগতে যোৱা আনখন জাহাজ 'নাদেৰী' ১৮৯৬ চনৰ ১৮ ডিচেম্বৰ তাৰিখে পুৱাবেলাতে ডাৰ্বান বন্দৰত উপস্থিত হ'ল।

সেই সময় স্বাস্থ্য-দপ্তৰৰ অনুমতি নোহোৱাকৈ কোনো যাত্ৰীক বন্দৰত নমাৰ অনুমতি দিয়া নহয়। কোনোবা যাত্ৰী সংক্ৰামক ৰোগত আক্ৰান্ত হ'লে গোটেই জাহাজখনকে 'কৱৰেণ্টীন' কৰি ৰাখি থোৱা হয়। এইবাৰ বোম্বাইত প্লেগ মহামাৰীয়ে দেখা দিছিল। সেয়েহে সকলোৱে আশংকা কৰিছিল যে কেইদিনমান তাত জাহাজ নিলগাই থ'ব। এনে অৱস্থাত জাহাজখনৰ মাস্তুলত এখন হালধীয়া পতাকা উৰাই থয়। আকৌ সেই পতাকা অৰ্ধনিৰ্মিত কৰিলেই বুজা যাব যে 'কৱৰেণ্টীন'ৰ ম্যাদ শেষ হৈছে। তেতিয়াহে যাত্ৰীসকলক বন্দৰত নামিবলৈ দিয়া হ'ব আৰু তেওঁলোকৰ আত্মীয়-সুহৃদকো তেতিয়াহে জাহাজলৈ আহিবলৈ অনুমতি দিয়া হ'ব। ডাৰ্বান বন্দৰৰ ডাক্তৰে 'ক'ৰ্টলেণ্ড' আৰু 'নাদেৰী'ৰো যাত্ৰীসকলক পৰীক্ষা কৰি পাঁচ দিনৰ 'কৱৰেণ্টীন'ৰ আদেশ দিলে। তেওঁৰ মতে প্লেগৰ জীৱাণু তেইছ দিন সজীৱ থাকে। পাঁচ দিন থাকিলে জাহাজ বোম্বাইৰ পৰা যাত্ৰা কৰা দিনৰ পৰা তেইছ দিন সম্পূৰ্ণ হ'ব। তাৰ পিচৰ পৰা যাত্ৰীসকল বন্দৰত নমাৰ কোনো স্বাস্থ্যজনিত বাধা নাথাকিব।

কিন্তু বাধা আহিল ৰাজনৈতিক কাৰণে।

গান্ধীয়ে ভাৰতত দিয়া বক্তৃতাবোৰৰ 'ৰয়টাৰে' পৰিবেশিত সংক্ষিপ্ত বিৱৰণ আৰু বহুত বেছি সংক্ষিপ্ত কৰি নাটালৰ ইংৰাজী কাকতবোৰত প্ৰকাশিত হৈছিল। সেই সংবাদবোৰে তাৰ ইউৰোপীয়ান সমাজক বিক্ষুব্ধ কৰিছিল। সেই ক্ষোভৰ গইনা লৈ গান্ধীৰ বিৰুদ্ধে কেপ্তেইন হেৰি স্পাৰ্কছে এক বিক্ষোভ গঢ়ি তুলিলে।

হেৰি স্পাৰ্কছ বৃত্তিত এজন কচাই আছিল। তদুপৰি তেওঁ আছিল 'কেভেছৰি' সৈন্যবাহিনীৰ ভলণ্টিয়াৰ কেপ্তেইন। তেওঁৰ নেতৃত্বতে ১৮৯৬ চনত 'কল'নিয়েল পেইট্ৰিয়টিক ইউনিয়ন' নামে এটা সংস্থা গঠিত হৈছিল। এই সংস্থাৰ ঘাই উদ্দেশ্যই আছিল ভাৰতীয়সকলক নাটালৰ পৰা বহিষ্কৃত কৰাটো। তেওঁ যেতিয়া খবৰ পালে যে প্ৰায় 'আঠ শ' ভাৰতীয়ৰ সৈতে গান্ধী জাহাজ দুখনৰ এখনত আছে, তেওঁ লগে লগেই সংগীবৃন্দক গোটাই লৈ এক আন্দোলন আৰম্ভ কৰি দিলে। তেওঁৰ দাবী, ভাৰতীয়সকল,

বিশেষকৈ গান্ধী উভতি যাব লাগিব। কেৱল সেয়াই নহয়, গুজব ওলালে যে এখন জাহাজত ছপাখানাৰে সৈতে প্ৰায় পঞ্চাছজন মুদ্ৰক আছে; এই মুদ্ৰকসকল অহাৰ উদ্দেশ্য হৈছে ভাৰতীয়সকলৰ সপক্ষে নাটালত প্ৰচাৰ পুস্তিকা আৰু ইস্তাহাৰ প্ৰকাশ কৰা।

প্ৰকৃততে কোনো জাহাজতে এনেকুৱা ছপাখানা নাছিল; নাছিল কোনো মুদ্ৰক। জাহাজতে আঠশ যাত্ৰীও নাছিল, মুঠ সংখ্যা পাঁচশতকৈও কম হ'ব। এই যাত্ৰীসকলৰ, মাজত সমৰ্থ পুৰুষ লোক আছিল খুব কম, বাকী আনবোৰ আছিল মহিলা আৰু নাবালক ল'ৰা-ছোৱালী।

কিন্তু কেপ্তেইন স্পাৰ্কছ্ সংখ্যাতত্ত্বত বিশ্বাসী নহয়, তেওঁৰ উদ্দেশ্যই আছিল গান্ধী আৰু ভাৰতীয়সকলক কোনোমতেই ডাৰ্বান বন্দৰত প্ৰবেশ কৰিবলৈ নিদিয়াটোহে। সেই কাৰণেই তেওঁ সেই বন্দৰৰ সন্মুখতে এখন বিৰাট সভা কৰিলে। এই সভাত তেওঁ জ্বালাময়ী ভাষাত ভাৰতীয় আচাৰ-ব্যৱহাৰ আৰু ৰীতি-নীতিৰ তীব্ৰ নিন্দা কৰিলে। তেওঁৰ মতে ভাৰতীয়সকলক ক্ৰমাগত দক্ষিণ আফ্ৰিকালৈ আহিব দিলে দেশখন সস্তীয়া মজুৰেৰে ভৰি পৰিব; ফলস্বৰূপে ইউৰোপীয়ান শ্ৰমিকসকলৰ মজুৰিও বহুত কমি যাব। নাটাল চৰকাৰো প্ৰকাৰান্তৰে এই 'কল'নিয়েল পেইট্ৰিয়টিক ইউনিয়ন'ৰ সমৰ্থক আছিল। বিশেষকৈ দেশখনৰ ৰক্ষা-মন্ত্ৰী আৰু এটৰ্নী-জেনেৰেল মিঃ হেৰি এছ্‌কম্বে এই সংস্থাৰ প্ৰতি তেওঁৰ সমৰ্থন আগবঢ়াইছিল।

জাহাজ দুখনৰ 'কৱৰেণ্টীন' শেষ হ'বৰ সময়তে বন্দৰটোৰ ডাক্তৰজনে সন্তোষজনক চাৰ্টিফিকেট দিয়াৰ মনস্থ কৰিছিল, কিন্তু ঠিক এই সময়তে তেওঁক এইটো পদৰ পৰা আঁতৰাই দিলে আৰু তেওঁৰ ঠাইত মিঃ বাৰ্টৰেল বুলি এজন নতুন ডাক্তৰক নিযুক্তি দিলে। এই ডাক্তৰজনে আৰু এঘাৰ দিনৰ 'কৱৰেণ্টীন'ৰ নিৰ্দেশ দিলে। এই নিৰ্দেশৰ পিচত যাত্ৰীসকলৰ সকলো পুৰণা সাজ-পাৰ কাপোৰ কানি পুৰি পেলোৱা হ'ল আৰু নতুন কাপোৰ-কানি সাজ-পাৰবোৰো কাৰ্বলিক এচিডত ডুবাই থৈ ভালদৰে ধোৱা হ'ল। যাত্ৰীসকলকো কাৰ্বলিক এচিড মিহলোৱা পানীৰে গা ধুওৱা হ'ল। জাহাজৰ ডেকত যাত্ৰীসকলৰ সকলো কেবিন ধোঁৱা দি ভাল দৰে পৰিষ্কাৰ কৰা হ'ল। কৱৰেণ্টীনৰ দহ দিন পূৰা হওঁতে আকৌ এক প্ৰচণ্ড ধোৱা-মচা চলিল। এইবাৰ যাত্ৰীসকলৰ বিছনা, গাৰু, তুলি, লগত থকা বেতৰ বাকচ আদি সকলো জাহাজৰ জ্বলন্ত চুলাৰ জুইত জাপি দিলে।

জাহাজৰ যাত্ৰীসকল এনেবোৰ কাৰ্যত নিৰুৎসাহিত হৈ নপৰিবলৈ গান্ধীয়ে সকলোৰে ওচৰলৈ গৈ উৎসাহ দিব ধৰিলে। গান্ধীৰ মতে এইবোৰ ভাৰতীয়সকলৰ প্ৰতি বৈষম্যমূলক আচৰণৰ বাহিৰে আন একো নহয়। প্ৰথম কথা, অধিকাংশ ভাৰতীয় যাত্ৰী নাটালৰ স্থায়ী বাসিন্দা। তেওঁলোকে ভাৰতলৈ গৈছিল ভ্ৰমণৰ কাৰণেহে। দ্বিতীয়তে,

নবাগত ভাৰতীয় যাত্ৰীসকলৰ বেছিভাগেই ট্ৰান্সভাললৈ যোৱাতহে আগ্ৰহী। তাত নতুন অভিবাসীসকলৰ জীৱন-যাপনৰ সুবিধা বহুত বেছি। সৰ্বশেষত যদিহে এই সকলোবোৰৰ মূল লক্ষ্য যদিহে গান্ধী, তেনেহ'লে, তেওঁতো ভাৰতত এনে কোনো কথা দক্ষিণ আফ্ৰিকাৰ বিৰুদ্ধে কোৱা নাই, যিবোৰ তেওঁ দক্ষিণ আফ্ৰিকাত থাকোঁতেই নোকোৱাকৈ আছিল।

'ক'ৰ্টলেণ্ড' জাহাজত গান্ধীৰ সাক্ষাৎকাৰ ল'বলৈ হাজিৰ হোৱা 'নাটাল এড্‌ভাৰ্টাইজাৰ' কাকতৰ এজন ৰিপোৰ্টাৰক গান্ধীয়ে সেই কথাখিনিকে ক'লে। গান্ধীৰ সৈতে কৰমৰ্দন কৰি ৰিপোৰ্টাৰজনে সুধিলে, "মিঃ গান্ধী, নাটালত ইউৰোপীয়ানসকলৰ এটা ডাঙৰ অভিযোগ এয়ে যে ভাৰতলৈ গৈ সভা-সমিতি পাতি আপুনি দক্ষিণ আফ্ৰিকাৰ নিন্দা কৰিছে। আপুনি কৈছে যে দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলৰ প্ৰতি পশুৰ দৰে ব্যৱহাৰ কৰা হয়, তেওঁলোকৰ কোনো স্বাধীনতা নাই। এইবোৰ কথা সঁচানে বাৰু?"

"মিঃ জেম্‌ছ্, মই তাত এনেকুৱা কোনো কথাই কোৱা নাই, যিবোৰ মই ইতিমধ্যে ইয়াত প্ৰকাশ কৰা নাই। এয়া চাওক, গোটেইকেইটা বক্তৃতাৰে ইংৰাজী কপি; মই এইবোৰ ইয়ালৈ লৈয়ে আনিছোঁ।"

এইবুলি কৈ গান্ধীয়ে তেওঁৰ বেগৰ পৰা ভাৰতৰ সভাবোৰত দিয়া তেওঁৰ বক্তৃতাৰ সকলোৰে কপি ৰিপোৰ্টাৰজনৰ হাতত দিলে। ইয়াৰ কাৰণে তেওঁ মনে মনে ধন্যবাদ দিলে ছাৰ ফিৰোজশ্বাহ মেহ্‌তাৰ দূৰদৰ্শিতাক। তেওঁৱেঁইতো সকলো সময়তে গান্ধীক লিখিত বক্তৃতা পঢ়িবলৈ উপদেশ দিছিল।

মিঃ জেম্‌ছে গান্ধীৰ বক্তৃতাবোৰ তন্ন-তন্নকৈ চালে। তেওঁ গম পালে যে গান্ধীয়ে একো অত্যুক্তি কৰা নাই। ইয়াৰ কাকতত গান্ধীয়ে এইবোৰতকৈ বহুত বেছি তীব্ৰতৰ ভাষাত লিখা-লিখি কৰিছে। চৰকাৰলৈ পঠিওৱা তেওঁৰ মে'ম'ৰেন্‌ডামবোৰতো ভাৰতীয়সকলৰ ওপৰত কৰা অত্যাচাৰৰ প্ৰতিবাদ ইয়াতকৈ বেছি তীব্ৰ ভাষাত কৰিছে।

মিঃ জেম্‌ছে লাহে লাহে ক'লে, "এই লিখিত বক্তৃতবোৰ চাই বুজিব পাৰিছোঁ যে ভাৰতত আপুনি দক্ষিণ আফ্ৰিকাৰ ইউৰোপীয়ানসকলৰ বিৰুদ্ধে অগ্নিময় বক্তৃতা দিয়া নাই। কিন্তু আপুনি দক্ষিণ আফ্ৰিকাৰ ইউৰোপীয়ানসকলৰ বিৰুদ্ধে বিযোদ্‌গাৰ কৰি তাত এখন পুস্তিকা লিখিছে বুলি শুনিছোঁ?"

গান্ধীয়ে মিচিকিয়াই উত্তৰ দিলে, "মিঃ জেম্‌ছ্, মই কোনোধৰণৰ বিযোদ্‌গাৰেই পুস্তিকাখনত কৰা নাই। ৰ'ব, তাৰো কপিকেইটামান মোৰ এই বেগটোতে আছে। মই একপি আপোনাক আনি দিছোঁ। আপুনি এই পুস্তিকাখন পঢ়িলে গম পাব যে মই খুব সংযত ভাষাত দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ প্ৰতি কৰা নানান অবিচাৰৰ বৰ্ণনা কৰিছোঁ। কোনো উত্তেজনাপূৰ্ণ ভাষা ব্যৱহাৰ কৰা নাই।"

মিঃ জেম্‌ছে ক'লে, "ঠিক আছে মিঃ গান্ধী, অফিচলৈ গৈ মই এইখন পঢ়িম। কিন্তু আপোনাৰ বিৰুদ্ধে ইউৰোপীয়ানসকলৰ আৰু এটা ডাঙৰ অভিযোগ আছে। আপুনিয়েই বোলে চক্ৰান্ত কৰি এই 'ক'ৰ্টলেণ্ড্' আৰু 'নাদেৰী'ত জাহাজ-ভৰ্তি ভাৰতীয় আনিছে!"

গান্ধীয়ে শান্ত কণ্ঠেৰে ক'লে, "আপোনালোকে কথাটো ভুলকৈ শুনিছে। এই জাহাজ দুখনত ভাৰতীয়সকল অহাত মোৰ কোনো হাত নাই। এওঁলোকৰ সংখ্যা আঠশও নহয়, পাঁচশৰ বেছি নহ'ব।"

"তথাপি ইমানবোৰ ভাৰতীয় নাটালত স্থায়ী বাসিন্দা হ'লে তেওঁলোকে ইয়াৰ মজুৰিৰ হাৰ কমাই পেলাব। আনফালে ভাৰতীয়সকলৰ সংখ্যা বাঢ়ি গ'লে আপোনাৰ নেতৃত্ব সুদৃঢ় হ'ব।"

গান্ধীয়ে ক'লে, "আপোনালোকৰ এই ভীতি অমূলক। এওঁলোকৰ অধিকাংশই নাটালত বাস নকৰে, ট্ৰান্সভালতহে স্থায়ীভাৱে বসবাস কৰিবলৈ তেওঁলোকে বিচাৰে। গতিকে নেতৃত্ব সুদৃঢ় কৰাৰ প্ৰশ্নই নুঠে, কাৰণ মোৰ বসবাস হৈছে নাটালত।"

মিঃ জেম্‌ছে বুজি পালে যে গান্ধীৰ বিৰুদ্ধে কৰা অভিযোগসমূহৰ কোনো ভিত্তি নাই, সকলোবোৰেই প্ৰৰোচনামূলক। গান্ধীৰ লগত কৰমৰ্দন কৰি বিদায় লোৱাৰ সময়ত তেওঁ মনে মনে ঠিক কৰিলে যে অফিচলৈ গৈ তেওঁ ভালদৰে গান্ধীৰ বক্তৃতাৰ কাটিং আৰু পুস্তিকাখন পঢ়িব। তাৰ পিচত তেওঁৰ এই সাক্ষাৎকাৰ 'নাটাল এড্‌ভাৰ্টাইজাৰ' কাকতত প্ৰকাশ কৰিব।

বৰদিনৰ দিনা জাহাজৰ কেপ্তেইন মিঃ মিল্‌নিয়ে কেবিন যাত্ৰীসকলক ডিনাৰলৈ নিমন্ত্ৰণ কৰিলে। তাত গান্ধীয়ে তেওঁৰ সংক্ষিপ্ত ভাষণত তেওঁৰ মনৰ ভাব প্ৰকাশ কৰিলে। তেওঁ ক'লে যে পাশ্চাত্য সভ্যতা হিংসাৰ ওপৰত প্ৰতিষ্ঠিত, কিন্তু প্ৰাচ্যৰ সভ্যতা মৈত্ৰী আৰু প্ৰীতিৰ ওপৰত প্ৰতিষ্ঠিত। পাশ্চাত্য সভ্যতাই বিচাৰে মানুহ আৰু জন্তুৰ ওপৰত আধিপত্য কৰিবলৈ আৰু সেই উদ্দেশ্যেৰে হিংসাবৃত্তিত আশ্ৰয় ল'বলৈ দ্বিধাবোধ নকৰে। প্ৰাচ্যৰ মানুহে কিন্তু বিচাৰে আনৰ লগত মিলা-মিচা কৰি থাকিবলৈ, সেয়েহে আনক সংহাৰ কৰাৰ সলনি অহিংসা নীতিকে তেওঁ প্ৰয়োগ কৰিব বিচাৰে।

কেপ্তেইনে তেতিয়া গান্ধীক প্ৰশ্ন কৰিলে, "আজি ইয়াৰ ইউৰোপীয়ানসকলে যদি আপোনাক মাৰিবলৈ আহে, তেতিয়া কেনেকৈ আপুনি আপোনাৰ অহিংসা-নীতি মানি আত্মৰক্ষা কৰিব?

গান্ধীয়ে শান্তভাৱে উত্তৰ দিলে, "আশা কৰোঁ ঈশ্বৰে মোক এনেকুৱা সাহস আৰু মনোবল দিব, যাৰ ফলস্বৰূপে মই তেওঁলোকক ক্ষমা কৰি দিব পাৰিম আৰু আইনৰ আশ্ৰয় নোলোৱাকৈয়ে এই বিবাদৰ এক মীমাংসা কৰিব পাৰিম। তেওঁলোকৰ বিৰুদ্ধে মোৰ কোনো হিংসা ভাব নাই; মই তেওঁলোকৰ অজ্ঞতা আৰু সংকীৰ্ণ মনোবৃত্তিৰ

কাৰণে দুখ প্ৰকাশ কৰোঁ। মই এই কথাও জানো যে তেওঁলোকে নিজে সঠিক আৰু যথোপযুক্ত কাম কৰা বুলিয়েই ভাবে। তেওঁলোকে নাজানে যে নৈতিকভাৱে তেওঁলোকে এক অন্যায় কাম সম্পাদন কৰিছে।

কেপ্তেইন মিলনিয়ে গান্ধীৰ কথা শুনি মাথোঁ মিচিকিয়ালে। গান্ধীয়ে ভাবিলে যে তেওঁ গান্ধীৰ যুক্তি বৰ বিশ্বাস নকৰিলে।

এঘাৰ জানুৱাৰী তাৰিখে স্বাস্থ্য-পৰীক্ষকে 'কৱাৰেণ্টীন'ৰ সকলো স্বাস্থ্য-সম্বন্ধীয় নীতি-নিয়ম পালন কৰা হৈছে বুলি ঘোষণা কৰিলে। কিন্তু সেই দিনাই হেৰি স্পাৰ্কছৰ পৰা জাহাজৰ কেপ্তেইনে এখন চিঠি পালে। চিঠিখনত জনোৱা হৈছিল যে ভাৰতীয় যাত্ৰীসকল বন্দৰত নামিলেই ভয়ংকৰ বিপদৰ সম্মুখীন হ'ব, আনকি তেওঁলোকৰ প্ৰাণৰো সংশয় হ'ব পাৰে। তেওঁ কেপ্তেইনক যাত্ৰীৰে সৈতে ভাৰতলৈ ওভতাই নিয়াৰ পৰামৰ্শ দিলে। তেওঁ এইটোও জনালে যে নাটাল চৰকাৰে প্ৰত্যাৱৰ্তনৰ সমস্ত খৰচ বহন কৰিবলৈ ৰাজী হৈছে।

খবৰটো শুনি গান্ধীয়ে যাত্ৰীসকলৰ মাজলৈ গৈ তেওঁলোকৰ মনোবল অটুট ৰখাৰ কাৰণে উপদেশ দিবলৈ ধৰিলে।

অৱশেষত জাহাজ বন্দৰত সোমোৱাৰ তেইছ্ দিন পিচত ১৩ জানুৱাৰী তাৰিখে আবেলি পৰত হেৰি এছ্‌কম্বে পোৰ্টৰ কেপ্তেইনৰ লগত 'ক'ৰ্টলেণ্ড্' জাহাজলৈ আহি জনালে যে যাত্ৰীসকলে নাটাল চৰকাৰৰ নিৰাপত্তাৰ আশ্ৰয়ত জাহাজৰ পৰা নামিব পাৰে। ইয়াকে কৈ তেওঁ 'ব'ট'ত সাগৰৰ পাৰলৈ গ'ল। কিন্তু সাগৰ-তীৰত তেওঁ দেখা পালে যে ইতিমধ্যেই হেৰি স্পাৰ্কছে এদল মানুহ সংগ্ৰহ কৰিছে আৰু বক্তৃতা দি ফুৰিছে যে ভাৰতীয়সকলক কোনোপধ্যে তীৰত নামিব দিয়া নহ'ব।

এছ্‌কম্বেই তেতিয়া দলটোক সোঁৱৰাই দিলে যে তেওঁ ইয়ালৈ আহিছে নাটালৰ এটৰ্নি জেনেৰেল হিচাপেহে। চৰকাৰে পৰা কামখিনি কৰিছেই। কোনো যাত্ৰীক পাৰত নামিবলৈ নিদিয়াতো হ'ব বেআইনি— চৰকাৰে এনে কাম সমৰ্থন কৰিব নোৱাৰে। তেওঁ সম্ৰাজ্ঞী ভিক্টোৰিয়াক স্মৰণ কৰি সকলোকে ঘৰলৈ যাবলৈ ক'লে। ভিক্টোৰিয়াৰ নাম শুনিয়েই যেন দলটো ঘৰলৈ উভতিবলৈ মনস্থ কৰিলে।

যাত্ৰীসকলে তেতিয়া সৰু সৰু ব'টেৰে সাগৰ পাৰত নমা আৰম্ভ কৰিলে। কস্তুৰবাই আৰু ল'ৰাকেইটাক এখন ব'টেৰে তীৰত নমাই দিয়া হৈছে, ইয়াৰ পৰা তেওঁলোকে ৰিক্সাৰে গান্ধীৰ বন্ধু পাৰ্চী ৰুস্তমজীৰ ঘৰলৈ যাব।

এতিয়া সমস্যা হ'ল গান্ধীক লৈ কি কৰা হ'ব। পোৰ্ট ছুপাৰিণ্টেণ্ডেণ্ট্ মিঃ টাটুমে জনালে যে নিশা সকলো যোৱাৰ পিচত তেওঁ গান্ধীক লৈ পাৰলৈ নামিব। গান্ধীয়ে প্ৰথমতে সেই পৰামৰ্শ মানি চলিবলৈ ৰাজী হৈছিল; কিন্তু দাদা আবদুল্লা এণ্ড কম্পেনিৰ

এজেণ্ট মিঃ এফ্.এ.লাফটনে মন্তব্য কৰিলে যে ৰাতিৰ অন্ধকাৰত চোৰৰ দৰে নমা উচিত নহ'ব আৰু গান্ধীয়ে তেওঁৰ যুক্তিৰ সাৰৱত্তা বুজি পালে। লাফটনে ক'লে যে তেওঁ গান্ধীৰ লগত নামিবলৈ ৰাজী।

গান্ধীয়ে মিঃ লাফটনৰ সৈতে সাগৰ তীৰলৈ অহাৰ সময়ত বিয়লি পাঁচ বাজিছে, চাৰিওফালে দিনৰ পোহৰ তেতিয়াও বিৰাজমান। মিঃ লাফটনে গান্ধীলৈ বুলি ৰিক্সা এখন ভাৰা কৰিবলৈ চেষ্টা কৰোঁতেই কেইজনমান শ্বেত ল'ৰাই গান্ধীক চিনি পাই 'গান্ধী' 'গান্ধী' বুলি চিঞৰিব ধৰিলে। চাওঁতে চাওঁতে সেই ঠাইতে এটা সৰু-সুৰা দল গোট খালে। ক'লা ৰিক্সাবালাজনে ইতিমধ্যে মানুহ গোট খোৱা দেখি 'kha' (নোৱাৰোঁ) বুলি কৈ তাৰ পৰা পলাল। তাকে দেখি গান্ধীয়ে সকাহ পালে। ৰিক্সাত তেওঁ জীৱনত কোনোদিনেই উঠা নাই আৰু এই কামটো তেওঁ একেবাৰে পছন্দ নকৰে। এতিয়া নিতান্ত নিৰুপায় অৱস্থাতহে ৰিক্সাত উঠিবলৈ মান্তি হৈছিল। তেওঁ ভাবিলে যে এই অস্বস্তিকৰ পৰিস্থিতিৰ পৰা তেওঁক ঈশ্বৰেহে ৰক্ষা কৰিলে।

গান্ধীয়ে তেতিয়া মিঃ লাফটনৰ লগত খোজকাঢ়িয়েই চহৰৰ ফালে গ'ল। তেওঁৰ গন্তব্য নিজৰ অফিচ। ইফালে শ্বেতকায় সৰু দলটো ক্ৰমশঃ উত্তেজিত হ'ব ধৰিলে। সিহঁতে গান্ধীৰ কাষে কাষে যোৱা লাফটনক অলপ নিলগাই লৈ গান্ধীক ঘেৰি ধৰি ইটাৰ টুকুৰা, মাটিৰ দলি আৰু পচা মাছ তেওঁৰ গালৈ দলিয়াব ধৰিলে। লগে লগে সিহঁতে বৰ্ণবৈষম্যমূলক লেতেৰা গালিও পাৰিছে। এনেতে সিহঁতৰ মাজৰে এজন দৌৰি আহি গান্ধীৰ মূৰৰ পিচফালে চাবুকৰ একোব মাৰি দিলে। তেওঁৰ ডিঙিৰ পিচফালৰ পৰা নিগৰি নিগৰি তেজ পৰিবলৈ আৰম্ভ কৰিলে। এই উত্তেজিত দলটোৱে গান্ধীক পিটিয়েই হত্যা কৰাৰ উপক্ৰম কৰিলে।

গান্ধীয়ে তেতিয়া সন্মুখৰ ঘৰ এটাৰ ৰেলিঙত ধৰি থিয় দি থাকিল। তেওঁৰ মূৰ্ছা যোৱাৰ অৱস্থা। সৌভাগ্যক্ৰমে সেই সময়তে সেই ফালেদি পুলিচ ছুপাৰিণ্টেণ্ডেণ্টৰ পত্নী মিছেছ্ এলেকজাণ্ডাৰ গৈছিল। এনে অৱস্থাৰ প্ৰত্যক্ষ কৰি তেওঁ নিজৰ হাতত থকা ছাতিটো গান্ধীৰ দেহৰ আগত মেলি ধৰি গান্ধীক বচাবলৈ চেষ্টা কৰিলে। পুলিচ ছুপাৰৰ পত্নীৰ এই ব্যৱহাৰ দেখি ক্ষুব্ধ দলটোৰ মনলৈ সম্বিত ঘূৰি আহিল। তেওঁলোকে মহিলাগৰাকীক ডেই গৈ গান্ধীক আক্ৰমণ কৰিবলৈ দোধোৰ-মোধোৰ কৰিলে।

ইতিমধ্যে ভাৰতীয় ল'ৰা এটাই অৱস্থাটো দেখি স্থানীয় পুলিচ ষ্টেছনলৈ গৈ খবৰ দিলেগৈ যে গান্ধীক খুন কৰিব এতিয়া। সেই খবৰ পাই কেইজনমান কনিষ্টবল আহি তাত হাজিৰ হ'ল। তেতিয়া গান্ধীয়ে কনিষ্টবলকেইজনৰ লগত পাৰ্চী ৰুস্তমজীৰ ঘৰলৈ গ'ল। তাত জাহাজৰ পাৰ্চী ডাক্তৰজনে গান্ধীৰ ক্ষতবোৰ পৰিষ্কাৰ কৰি বেণ্ডেজ বান্ধি দিলে।

সেই দলটো কিন্তু গুচি নগ'ল। দলটোৱে পাৰ্চী ৰুস্তমজীৰ ঘৰটো ঘেৰি ধৰি হুলস্থূল

কৰিব ধৰিলে। সিহঁতে গান্ধীক গছৰ ডালত ওলোমাই থ'ব বিচাৰিলে। সিহঁতে আনকি ৰুস্তমজীৰ ঘৰটোকে জ্বলাই দিব বুলি ভয় দেখুৱালে। ইতিমধ্যে পুলিচ ছুপাৰিণ্টেণ্ডেণ্ট্ এলেকজেণ্ডাৰ তাত আহি উপস্থিত হৈছিলহি। তেওঁ দলটোক শান্তভাৱে আঁতৰি যাবলৈ ক'লে। কিন্তু তেওঁৰ কথা কেও নুশুনিলে। সিহঁতে তেতিয়া সুৰ লগাই গান গাইছিল ঃ

"Hang old Gandhi
On the sour apple tree"

(বুঢ়া গান্ধীক টেঙা আপেল গছত ফাঁচি দিয়া)

ছুপাৰিণ্টেণ্ডেণ্টে সিহঁতৰ লগত গান গোৱাৰ ভাও জুৰিলে, কিন্তু ঘৰৰ ভিতৰলৈ খবৰ পঠালে যে পুলিচৰ ছদ্মবেশত সোনকালেই গান্ধীয়ে সেই ঠাই এৰি যাব লাগে।

এই পৰামৰ্শ শুনি গান্ধী দুই-নাও-দুই-ভৰি অৱস্থাত পৰিল। তেওঁতো জাহাজৰ পৰাই ছদ্মবেশত নামিবলৈ ৰাজি নহ'ল, এতিয়া কেনেকৈ ছদ্মবেশ ধাৰণ কৰে? কিন্তু এই উন্মত্ত জনতাই ৰুস্তমজীৰ ঘৰটোকে পুৰি পেলোৱাৰ ভাবুকি দিছে আৰু এই ভাবুকি এনেয়ে দিয়া যেন নেলাগে। সেয়েহে গান্ধীহে ছদ্মবেশ ল'বলৈ এইবাৰ আপত্তি নকৰিলে।

এজন ভাৰতীয় কনিষ্টবলে গান্ধীৰ লগত পৰিচ্ছদ সলাই ল'লে। এতিয়া এখন কাঁহৰ প্লেটৰ ওপৰত লাল পাগুৰি বান্ধি হেল্‌মেটৰ দৰে কৰি এজন সঁচা-সঁচি কনিষ্টবলৰ ছদ্মবেশ গান্ধীয়ে ধাৰণ কৰিলে। তাৰ পিচত এজন শ্বেত-বৰ্ণৰ ডিটেক্টিভৰ লগত ঘৰৰ পিচফালৰ বেৰা পাৰ হৈ এডাল ৰেলিঙৰ মাজেৰে কোনোমতে মূৰটো সুমুৱাই এটা সৰু গলিত ভৰি থ'লে। তাৰ পৰা মূৰটো চাপৰাই তেওঁলোক এটা গুদামঘৰত সোমাল। তাৰ পিচত গুদামঘৰৰ অজস্ৰ বস্তাৰ ওপৰেদি খোজকাঢ়ি গৈ এখন ৰৈ থকা ঘোঁড়াৰ গাড়ীত উঠি তেওঁলোক পুলিচ ষ্টেছন পালেগৈ।

গান্ধীৰ পলায়ন সাফল্যমণ্ডিত হোৱা বুলি গম পাই মিঃ এলেকজেণ্ডাৰে সেই উত্তেজিত জনতাক সুধিলে, "তোমালোকে কি বিচৰা?"

সিহঁতে সমস্বৰে উত্তৰ দিলে, "আমাক গান্ধীক লাগে।"

"তোমালোকে তেওঁক পালে কি কৰিবা?"

"তাক পুৰি পেলাম।"

"তেওঁনো তোমালোকৰ কি ক্ষতি কৰিছা?"

"সি আমাৰ বিৰুদ্ধে ভাৰতলৈ গৈ কুৎসা ৰটিছে আৰু এতিয়া ভাৰতীয় আনি নাটাল ভৰাই পেলাব বিচাৰিছে।"

"তেওঁ যদি বাহিৰলৈ আহিব নিবিচাৰে?"

"তেতিয়া আমি এই গোটেই ঘৰটোৰেই পুৰি পেলাম।"

"তেওঁৰ পত্নী আৰু ল'ৰা দুটা তাত আছে। তদুপৰি আৰু বহুতো নাৰী-পুৰুষ-ল'ৰা-ছোৱালী আছে। তিৰোতা মানুহ আৰু ল'ৰা-ছোৱালীবোৰ পুৰি মাৰিবলৈ তোমালোকে লাজ নোপোৱা?"

"এইবোৰৰ বাবে দায়ী হ'ব আপুনি। আমিতো আন কাকো আঘাত কৰিব নিবিচাৰোঁ। আমি মাত্ৰ গান্ধীকহে বিচাৰিছোঁ।"

"মই অতিশয় দুঃখিত। তোমালোকক জনাবলগীয়া হৈছে যে গান্ধী এতিয়া এইটো ঘৰত নাই। তেওঁ পিচফালৰ দুৱাৰেদি আন ঠাইলৈ গ'লগৈ।"

তেতিয়া তাৰ জনতাই ডাঙৰকৈ হাঁহি দিলে। তেওঁলোকে ক'লে, "এয়া মিছা কথা। আমি আপোনাৰ কথা বিশ্বাস নকৰোঁ। আমাৰ কেইজনমান ঘৰৰ ভিতৰলৈ গৈ স্বচক্ষে এবাৰ চাই আহিব গান্ধী সঁচাকৈয়ে আছেনে নাই।"

তেওঁলোকৰ মাজৰে চাৰিজনে তেতিয়া আগবাঢ়ি আহি ৰুস্তমজীৰ ঘৰৰ ভিতৰলৈ গ'ল। তেওঁলোকে ঘৰৰ প্ৰতিটো কোঠা পাত্‌পাত্‌কৈ চালে। কিন্তু গান্ধীৰ সন্ধান নেপালে। এই অৱস্থাত তেওঁলোকে ছুপাৰিণ্টেণ্ডেণ্টক গালি-শপনি পাৰি পাৰি সেই ঠাই এৰিলে।

লণ্ডনত থকা ব্ৰিটিছ কলনিৰ চেক্ৰেটাৰী অভ্ ষ্টেট্‌ছ মিঃ জোচেফ চেম্বাৰলেইনে এখন টেলিগ্ৰাম পঠাই গান্ধীক আক্ৰমণ কৰা দলটোৰ পাণ্ডাইঁতক বিচাৰৰ দাবী কৰিলে। মিঃ এচ্‌কম্বে তেতিয়া গান্ধীক লগ ধৰি নাটাল চৰকাৰৰ পক্ষৰ পৰা ক্ষমা খুজিলে আৰু দুবৃত্তইঁতক শাস্তি দিবলৈ গান্ধীক অভিযোগ আনিবলৈ অনুৰোধ কৰিলে। গান্ধীয়ে কিন্তু কাৰোৰ বিপক্ষে চাৰ্জ আনিবলৈ পোনপটীয়াকৈ অমান্তি হ'ল। তেওঁ ক'লে যে এই জনতা অজ্ঞ কাৰণেহে এনেকুৱা আচৰণ কৰিছে। যেতিয়া তেওঁলোকে সকলো সংবাদ ভালদৰে গম পাব, তেতিয়া উপলব্ধি কৰিব যে গান্ধীয়ে কোনো অন্যায় কথা ভাৱতত কোৱা নাই। নিজৰ ব্যৱহাৰৰ কাৰণে নিজেই তেতিয়া তেওঁলোক লজ্জিত হ'ব আৰু প্ৰকাৰান্তৰে গান্ধীৰ ওচৰত ক্ষমা বিচাৰিব।

পিচৰ দুদিন গান্ধীয়ে পুলিচ-ষ্টেচনতে লুকাই থাকিল, যাতে পৰিস্থিতি শান্ত হয় আৰু শ্বেতকায় লোকসকলৰ গান্ধীৰ প্ৰতি থকা খঙৰ অলপ উপশম হয়।

* * *

পৰিবাৰক লৈ গান্ধীয়ে 'বিচ্‌গ্ৰোভ' ভিলালৈ আহিল।

ঘৰটো বিশাল। দুমহলীয়া। শোৱা কোঠা পাঁচটা। তদুপৰি ড্ৰয়িংৰুম আৰু ৰান্ধনি ঘৰ। সন্মুখত বেলকনি আৰু তললৈ নমা ছিৰি। ডাৰ্বান 'বে" ঘৰৰ মুখৰ ফালেই। দোতলাৰ পৰা স্পষ্ট দেখা পোৱা যায় সমুদ্ৰ।

ঘৰটো সকলোৰে পছন্দ। কস্তুৰাবাৰো, ল'ৰাকেইটাৰো। কস্তুৰাবাই ভাবিলে এইবাৰ ঘৰ-সংসাৰ পৰিপাটিকৈ চলাব পাৰিব। অৱশ্যে তেওঁ এইটোও জানে যে এয়া বোধকৰোঁ অলপ দিনৰ কাৰণেহে। কেতিয়া তেওঁৰ খেয়ালী স্বামীয়ে এই ঘৰ এৰাৰ কথা কয় ঠিক নাই। তেতিয়া আকৌ টালি-টোপোলা বান্ধি যাবলৈ সাজু হ'ব লাগিব।

থকা ঘৰলৈ যোৱাৰ পিচদিনাই গান্ধীয়ে নাটাল কংগ্ৰেছৰ বুজ ল'বলৈ শেঠ আদমজ্জী মিয়াখানৰ ঘৰলৈ গ'ল। গান্ধীৰ অবৰ্তমানত তেওঁ এই সংঘৰ অস্থায়ী চেক্ৰেটাৰী আছিল।

মিয়াখানৰ লগত কথা-বতৰা পাতি গান্ধীয়ে গম পালে যে তেওঁৰ অবৰ্তমানতো কংগ্ৰেছৰ কাম-কাজ ভালেই চলিছিল। সভ্যসংখ্যাও বহুতো বৃদ্ধি হৈছে। এক হাজাৰ পাউণ্ডমান জমাও হৈছে সংঘৰ। এতিয়া কংগ্ৰেছৰ লক্ষ্য হৈছে এটুকুৰা মাটি কিনি স্থায়ীভাৱে এটা কাৰ্যালয় স্থাপন কৰা আৰু তাৰ কাষতে কেইটামান ঘৰ সাজি দি সেইবোৰৰ মাহিলি ভাৰাৰে কংগ্ৰেছৰ নিয়মিত কাম-কাজৰ খৰচ উলিওৱাৰ ব্যৱস্থা কৰা।

কেইদিনমান পিচতে নাটালৰ সকলোবোৰ কাকততে গান্ধীৰ লাঞ্ছনাৰ খবৰ বিশদভাৱে ওলাল। তাৰ লগত গান্ধীয়ে যে আক্ৰমণকাৰীহঁতৰ বিৰুদ্ধে অভিযোগ কৰিবলৈ অস্বীকাৰ কৰিলে সেই খবৰটোও প্ৰকাশিত হ'ল।

এই প্ৰচাৰৰ পিচতে শ্বেতাংগসকলৰ ভাৰতীয়সকলৰ প্ৰতি শ্ৰদ্ধা বৃদ্ধি পালে। লগতে শ্বেতাংসকলে ভাবিলে যে ভাৰতীয়সকলক দবাই ৰাখিবলৈ এতিয়াই নতুন আইন-কানুনৰ ব্যৱস্থা কৰা দৰ্কাৰ। সেই উদ্দেশ্যৰেই নাটাল বিধান সভাত দুখন বিল উত্থাপন কৰা হ'ল। এখনৰ লক্ষ্য আছিল ভাৰতীয় ব্যৱসায়ীসকলৰ বিস্তাৰ সংকুচিত কৰা আৰু আনখনৰ উদ্দেশ্য হ'ল ভাৰতীয় অভিবাসীসকলৰ সংখ্যা আৰু কমাবলৈ চেষ্টা কৰা। অৱশ্যে বিল দুখনৰ ভাষাপ্ৰয়োগত ক'তো ভাৰতীয়সকলৰ বিৰুদ্ধে কোনো কথাকে উল্লেখ কৰা নাই। তথাপি বিল দুখনৰ প্ৰকৃত লক্ষ্য কোন সেইটো আটায়ে বুজি পাইছিল।

'নাটাল মাৰ্কাৰি' নামৰ কাকতখনৰ এজন স্তম্ভ লেখকে উল্লেখ কৰা ঘটনা এটাৰ পৰা সেই সময়ত নাটালৰ শ্বেতাংগসকলে ভাৰতীয়সকলৰ বিৰুদ্ধে পোষণ কৰা বিদ্বেষৰ এক আভাস পাব পাৰি। ঘটনাটোৰ উল্লেখ মতে এগৰাকী শ্বেতাংগ ভদ্ৰ-মহিলাই 'কুলীৰ কুকুৰাৰ কণী' খোৱাত আপত্তি কৰিলে। স্তম্ভ লিখকজনে প্ৰশ্ন কৰিছে, "এজন 'কুলী'ৰ' পালিত কুকুৰা আৰু এজন ইউৰোপীয় লোকৰ পালিত কুকুৰাৰ মাজত প্ৰভেদ কিহৰ?"

তেওঁ আৰু লিখিলে, "কণী কণীয়েই। অৱশ্যে এইটো স্বীকাৰ কৰোঁ যে কেক্ কৰাৰ কাৰণে লগা কণী, পচা কণী আৰু মিঃ জন্‌ছনৰ ফাৰ্মৰ কণীৰ মাজত পাৰ্থক্য

আছে। প্ৰত্যেকটো বস্তুৰে ভাল-বেয়া দিশ আছে। কিন্তু ভদ্ৰ-মহিলাৰ নিশ্চয় খেয়াল নাই যে তেওঁ মুৰ থৈ শোৱা গাৰুটোৰ গিলিপ্ এজন 'কুলী' ধোবাই ধুই ইস্ত্ৰি কৰি দিছে, তেওঁৰ আহাৰৰ আনাজ্‌বোৰ উৎপন্ন কৰিছে ভাৰতীয় 'ছামী'সকলে আৰু তেওঁ খোৱা মাছখিনিও এই লোকসকলেই ধৰিছে আৰু পৰিষ্কাৰ কৰি দিছে। মই দুঃখিত, পিচে এইবোৰ দেখি মোৰ ধাৰণা হৈছে ভদ্ৰ-মহিলাই 'কুলী'ৰ কুকুৰাৰ কণী খাবলৈ আপত্তি কৰিছে, কিন্তু আনবোৰ খোৱাৰ ক্ষেত্ৰতো দ্বিধাবোধ কৰা নাই।"

বিধান সভাত উত্থাপিত বিল আৰু তেওঁৰ বিৰুদ্ধে কৰা আক্ৰমণৰ ফলস্বৰূপে গান্ধীৰ আইন-ব্যৱসায় বাঢ়ি গ'ল। তেতিয়া তেওঁৰ ঘৰত চাৰি-পাঁচজন কেৰাণী থাকে আৰু খোৱা-বোৱা কৰে। তদুপৰি নাটাল ইণ্ডিয়ান কংগ্ৰেছৰ কোনো কোনো সদস্যও থাকে। কেতিয়াবা কেতিয়াবা পোন্ধৰ-যোলজন লোক তেওঁৰ ঘৰত অৱস্থান কৰে।

তেওঁলোকৰ থকা আৰু খোৱাৰ তদাৰক কৰাৰ ফলস্বৰূপেই কস্তুৰবাৰ কাম বাঢ়িল। তেওঁ কিন্তু কোনো আপত্তি নকৰি নীৰৱে সকলোৰে কাৰণে ৰন্ধা-বঢ়াৰ কাম গাত পাতি ল'লে। তাতে সেই সময়ত তেওঁ আছিল অন্তঃসত্ত্বা। তেওঁৰ কামত সহায় কৰিবলৈ গান্ধীয়ে অতি সোনকালেই দুগৰাকী লোক নিযুক্ত কৰিলে।

তেতিয়া 'বিচ্‌গ্ৰোভ' ভিলাত গান্ধীৰ জীৱনযাপন আছিল নিতান্তই সৰল। ধলপুৱাতে তেওঁ শোৱাৰ পৰা উঠে। প্ৰাতঃকৃত্য সমাপন কৰি তেওঁ প্ৰাৰ্থনাত বহে। তাৰ পিচত ঘৰৰ পিচফালে থকা 'হ্ৰাইযণ্টেল বাৰ'ত অলপ ব্যায়াম কৰে। তাৰ পিচতে ব্ৰেকফাষ্ট খাই তেওঁ ড্ৰয়িংৰুমত বহি মোকৰ্দমাৰ ব্ৰিফ্ চায়। এই ড্ৰয়িংৰুমৰ খিৰিকীৰ কাষতে হেৰি এছ্‌কম্বেৰ ঘৰৰ পিচফালে আছে দহ ফুট এক বিৰাট গছ-গছনিৰ উদ্যান। ব্ৰিফ চোৱাৰ পিচত গা ধুই তেওঁ জুনিয়ৰ উকিল ভিন্‌ছেণ্ট লৰেন্সৰ লগত ক'ৰ্টলৈ যায়। এই ক'ৰ্ট ডাৰ্বানৰ প্ৰধান ৰাজপথৰ ৱেষ্টষ্ট্ৰীটৰ চেণ্ট্ৰেল পুলিচ ষ্টেছনৰ ঠিক ওলোটা ফালে অৱস্থিত আছিল। গান্ধীৰ অফিচ আছিল চৈধ্য নম্বৰ মাৰ্কাৰি লেনত, 'নাটাল মাৰ্কাৰি' পত্ৰিকাৰ অফিচৰ সন্মুখতে। গান্ধীৰ পৰিধানত তেতিয়া আছিল ইংৰাজ বেৰিষ্টাৰৰ পোছাক, মূৰত পাৰ্চী ধৰণৰ পাগুৰি।

আবেলি পাঁচ বজা মানত ক'ৰ্টৰ পৰা আহি মুখ-হাত ধুই, কিবা অলপ খাই গান্ধীয়ে সেই দিনটোৰ সংবাদ-পত্ৰ পঢ়ে। মাজে মাজে সন্ধিয়া কস্তুৰবাইক লৈ সাগৰৰ পাৰলৈ ওলাই আহে। ৰাতি তেওঁ নিজে ল'ৰাকেইটাক পঢ়াবলৈ বহে। তেওঁ সময় নাপালে লৰেন্সে পঢ়ায়। ন বাজিলেই তেওঁ নিশাৰ আহাৰ খাই, অলপ সময় প্ৰাৰ্থনা কৰি শুবলৈ যায়।

ৰাতি কেতিয়াবা কেতিয়াবা নামী ভাৰতীয় ব্যৱসায়ীসকল বা তেওঁৰ ইউৰোপীয় বন্ধুবৃন্দ গান্ধীক লগ পাবলৈ আহে। ইউৰোপীয় বন্ধু মানে থিয়োছফিকেল্ ছচাইটিৰ

সদস্যসকল, যি সকলে গান্ধীকো তেওঁলোকৰ দলভুক্ত কৰিব বিচাৰে। তেওঁলোকৰ বহুতেই গান্ধীৰ ঘৰতে নিশাৰ আহাৰ খাই যায়। ডাইনিং ৰুমত এক বিশাল আয়তাকাৰ মেজ আছিল, এইখনকে ঘেৰি তেওঁলোক বহে। কেতিয়াবা কেতিয়াবা পাৰ্টী ধৰণে শাৰী-ব্লাউজ পিন্ধি কস্তুৰবায়েও আলোচনাত যোগ দিয়ে। ল'ৰাকেইটাৰো তেতিয়া পশ্চিমীয়া ধৰণৰ সাজ-পাৰ। খোৱা-বোৱাও পশ্চিমীয়া ধৰণৰ। পিচে সকলো খাদ্যই নিৰামিষ। আহাৰ ৰন্ধা-বঢ়াৰ কাৰণে তেতিয়া এজন গুজৰাটী হিন্দু বামুণ আছিল।

অলপ দিনৰ পিচতে ভাগিন গোকুল দাস আৰু নিজৰ ল'ৰা দুজনৰ পঢ়াৰ ব্যৱস্থা সম্পৰ্কে সমস্যাই দেখা দিলে। গোকুল দাসৰ বয়স তেতিয়া দহ, ডাঙৰ ল'ৰা হৰিলালৰ বয়স ন আৰু মণিলালৰ বয়স পাঁচ। সিহঁতকনো ক'ত পঢ়াব গান্ধীয়ে ঠিক কৰিব পৰা নাই। পোনতে ভাবিছিল ল'ৰা দুটাক দেশলৈকে পঠাই দিব, তাত গুজৰাটী স্কুলত সিহঁতে পঢ়িব। পিচত তেওঁ ভাবি চালে যে এই কাম হ'ব তেওঁৰ চিন্তাধাৰাৰ বিপৰীত, কিয়নো তেওঁ মৰ্মে মৰ্মে বিশ্বাস কৰিছিল যে ঘৰত থাকিলেই সন্তানসকলৰ শিক্ষা পিতৃ-মাতৃৰ স্নেহেৰ পৰিপূৰ্ণ হয়।

অন্য এটা উপায় হ'ল ল'ৰাকেইটাক মিছনেৰি স্কুলত পঢ়োৱাটো। কিন্তু গান্ধীৰ ইংলিছ মিডিয়ামৰ স্কুল পছন্দ নহয়। ল'ৰাকেইটা কম বয়সতে খ্ৰীষ্টান ধৰ্মৰ দ্বাৰা প্ৰভাবিত হোৱাৰ পক্ষপাতী তেওঁ নহয়।

সেয়েহে মাহে সাত পাউণ্ড কৈ দি ল'ৰা তিনিটাৰ কাৰণে এগৰাকী ইংৰাজ গভৰ্ণেছ নিয়োগ কৰে। কিন্তু তেওঁৰ ইংৰাজী শিক্ষাৰ ধৰণ গান্ধীৰ পছন্দ নহ'ল। তেওঁ নিজেই সিহঁতক গুজৰাটী ভাষাত শিক্ষা দিবলৈ ধৰিলে। কিন্তু সময়ৰ নাটনিত সেই শিক্ষাও সম্পূৰ্ণ নহ'ল। ল'ৰাকেইটাৰ শিক্ষা অলপ অসম্পূৰ্ণ হৈয়ে থাকিল।

ক্ৰমশঃ গান্ধীৰ আইনৰ ব্যৱসায়ে দ্ৰুত প্ৰসাৰ লাভ কৰে। তেতিয়া তেওঁৰ তিনি-চাৰিজন কেৰাণী আৰু এজন জুনিয়ৰ উকিল। দেশৰ পৰা তেতিয়া মনসুখলাল নাজাৰ আহিছে, তদুপৰি আহিছে আৰ. কে. খান। ভিনছেণ্ট্ লৰেন্স আৰু জোচেফ্ ৰোৱেম্পাৰতো আছিলেই। অলপ দিন পিচত জোহানেছবাৰ্গৰ পৰা দুজন থিয়োছফিষ্ট বন্ধু আহি হাজিৰ হ'ল। তেওঁলোকৰ এজন আছিল হাৰ্বাৰ্ট কিচিন। মুঠতে গান্ধীৰ সেই গৃহত তেতিয়া প্ৰতিদিনেই আঠ-ন জন লোকে খোৱা-বোৱা কৰে। এই সকলোবোৰৰে তদাৰক কৰে কস্তুৰবাই।

কস্তুৰবাৰ কাম-কাজত সাহায্যৰ কাৰণে গান্ধীয়ে এজন ভৃত্য আৰু এজন গুজৰাটী হিন্দু বামুণক নিয়োগ কৰিলে। বজাৰ-হাট এওঁলোকে কৰিলেও ৰন্ধা-বঢ়াৰ কামত কস্তুৰবাও ব্যস্ত থাকিব লগা হয়। ইফালে তেওঁ আছিল অন্তঃসত্বা।

এয়া আছিল গান্ধীৰ জীৱনৰ সুখৰ দিন বা সাধাৰণ জীৱন-যাপন।

তেতিয়া নাটাল কৰ্টত গান্ধী খুব পৰিচিত মানুহ। পৰিধানত তেওঁৰ ইংৰাজ বেৰিষ্টাৰৰ

পোছাক, মূৰত পাৰ্চী ষ্টাইলৰ পাগুৰি, যিটোৰ পিচত নেজ আছে। গান্ধীয়ে তেতিয়া চাইকেলেৰে অফিচ-ঘৰ যাতায়াত কৰে।

আইন ব্যৱসায়ক গান্ধীয়ে জন-সেৱাৰ অংগস্বৰূপেই গ্ৰহণ কৰিছিল। ইয়াতো তেওঁৰ অভিপ্ৰায় আছিল সত্যক অনুসৰণ কৰা। যদি তেওঁ গম পায় যে কোনো মক্কেলে মিছাৰ আশ্ৰয় লৈছে, তেতিয়া তেওঁ সেই কে'চ নলয়, বা কেনেবাকৈ ল'লেও পিচত সেইটো কে'চৰ পৰা নিজকে প্ৰত্যাহাৰ কৰে। মিছা সাক্ষীও তেওঁ সযত্নে পৰিহাৰ কৰে; সেইকাৰণেই পৰাজয়বৰণ কৰিব লগা হয়ও। এবাৰ এটা কেচ চলি থকাৰ কিছুদিন পিচত যেতিয়া তেওঁ গম পালে যে তেওঁৰ মক্কেলে মিছা কথা কৈছে, অলপ গিনি হেৰুৱাব লগা সত্ত্বেও তেওঁ সেই কে'চৰ পৰা নিজকে প্ৰত্যাহাৰ কৰে। ডাৰ্বানৰ এজন জজৰ ক'ৰ্টত গান্ধীয়ে এশৰো বেছি কে'চত Interrogation কৰিছিল, ইয়াৰ ভিতৰত মাত্ৰ এটাতহে তেওঁ হাৰিছিল।

ক'ৰ্টত গান্ধীৰ প্ৰশ্ন-বাণৰ আছিল এক স্বতন্ত্ৰ ষ্টাইল। তেওঁ যুক্তিৰ প্ৰয়োজনত কোনো অত্যুক্তি নকৰে, প্ৰতিপক্ষৰ সাক্ষীক প্ৰশ্নবাণেৰে জৰ্জৰিত নকৰে, অথবা তেওঁলোকক কোনো অনুচিত কথা কোৱাৰো সুযোগ নিদিয়ে। প্ৰতিপক্ষৰ প্ৰশ্নৰ সময়ত তেওঁ কোনো বাধাও নিদিয়ে। তাৰ পিচত যেতিয়া নিজৰ প্ৰশ্ন কৰাৰ সময় আহে, তেওঁ কেইটামান প্ৰশ্নৰে প্ৰতিপক্ষৰ যুক্তিৰ অসাৰতা প্ৰমাণ কৰে। এই বিষয়ত ক'ব পাৰি তেওঁৰ পদ্ধতি বহুখিনি ছক্ৰেটিছৰ দৰে আছিল।

আইন ব্যৱসায়ত গান্ধীৰ আৰু এটা নীতি আছিল যে মক্কেলৰ পৰা তেওঁ কোনো সত্য গোপন নকৰে। যিটো কে'চ তেওঁ অত্যন্ত কঠিন বুলি ভাবে, অথবা তেওঁৰ সাধ্যাতীত, সেইটো কে'চৰ কাৰণে তেওঁ মক্কেলক অন্য কোনো উপযুক্ত উকিলৰ পৰামৰ্শ ল'বলৈ কয়, নিজৰ অক্ষমতা তেওঁ গোপন নকৰে।

বহুতো কে'চত গান্ধীয়ে খৰচৰ বাহিৰে অন্য কোনো 'ফি' গ্ৰহণ নকৰে। বহু সময়ত খৰচো তেওঁ নিজৰ জেপৰ পৰাই দিয়ে। গান্ধীয়ে কেতিয়াও নাভাবে যে তেওঁৰ প্ৰধান কাম হ'ল যি কোনো প্ৰকাৰে মক্কেলক জয়ী কৰা। বৰঞ্চ তেওঁৰ লক্ষ্য হ'ল যে যদিহে মক্কেলৰ কে'চ সত্যৰ ভিত্তিত প্ৰতিষ্ঠিত, তেনেহ'লে সেই কে'চত জয়ী হোৱাৰ আপ্ৰাণ চেষ্টা কৰা। বহু সময়ত তেওঁৰ ভাৰতীয় ব্যৱসায়ী মক্কেলে দুজন উকিল নিয়োগ কৰে। যিটো কে'চ সত্যৰ ভিত্তিত প্ৰতিষ্ঠিত, সেইটোৰ কাৰণে গান্ধী, আৰু যিটো কে'চ সন্দেহজনক বিষয়ৰ ওপৰত প্ৰতিষ্ঠিত, তাৰ কাৰণে অন্য এজন উকিল। বহু সময়ত এনে মক্কেলৰ কে'চ উঠোতে গান্ধীৰ সলনি আন এজন উকিলক দেখিলেই জজে বুজি পায় যে কে'চটো সন্দেহজনক আৰু তেতিয়া তেওঁ কে'চটো সংশয়ৰ দৃষ্টিৰে চায়।

সেই বছৰেই (১৮৯৭ চন) ডিচেম্বৰ মাহত গান্ধীৰ তৃতীয় সন্তান ৰাম দাসৰ জন্ম হ'ল।

ইতিমধ্যে গান্ধীয়ে ধাত্ৰীবিদ্যা সম্পৰ্কিত কেইখনমান জনপ্ৰিয় গ্ৰন্থ পঢ়া আৰম্ভ কৰিছিল, কিন্তু তেওঁ সেই বিদ্যাত অভ্যস্ত হোৱাৰ আগতেই কস্তুৰবাইৰ প্ৰসব বেদনা আৰম্ভ হ'ল। সেয়েহে এই বিষয়ত গান্ধীৰ প্ৰত্যক্ষ সাহায্য অবিহনেই ৰাম দাস ভূমিষ্ঠ হ'ল।

এই সময়তে ভাৰতৰ পৰা ডাঃ প্ৰাণজীৱন মেহ্‌তা ডাৰ্বানৰ গান্ধীৰ ঘৰলৈ ফুৰিবলৈ আহিল। দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ মাজলৈ অতিথিস্বৰূপে অহা তেওঁৱেঁই প্ৰথম ভাৰতীয়। ভাৰতীয় সমাজৰ উষ্ণ আৰু সহৃদয় আপ্যায়নত তেওঁ যেন বিস্মিত হ'ল।

গান্ধীয়ে তেওঁক নিজৰ ঘৰতেই ৰাখিলে আৰু পৰিবাৰকে মুখ্য কৰি আটাইৰে লগত চিনাকি কৰি দিলে। গান্ধীৰ পৰিৱৰ্তন দেখি ডাঃ মেহ্‌তা তেতিয়া বিস্ময়াভিভূত। লণ্ডনত সেই যে মাত্ৰ ঊনৈচ বছৰীয়া কিশোৰ গান্ধীক দেখিছিল, তেওঁৱেঁই এতিয়া মাত্ৰ আঠাইছ বছৰ বয়সত সুদূৰ দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় সমাজৰ প্ৰধান নেতা।

ৰাতি ডিনাৰ খাওঁতে তেওঁলোকে পুৰণা দিনৰ কথা আলোচনা হ'ল।

ডাঃ মেহ্‌তাই সহাস্যে গান্ধীক প্ৰশ্ন কৰিলে, "লণ্ডনত তোমাৰ সেই প্ৰথম দিনটোৰ কথা মনত পৰেনে গান্ধী? তুমি যে বগা ছুট্ পিন্ধি লণ্ডনৰ হোটেলত উপস্থিত হৈছিলা আৰু মই তোমাক লগ পাবলৈ যাওঁতে তুমি মোৰ টুপীটো লিৰিকি-বিদাৰি পাখিবোৰ খিচিং-মিচিং কৰি দিছিলা?"

গান্ধীয়ে উচ্চৈস্বৰে হাঁহি ক'লে, "সেই কথাবোৰ মই কাহানিও পাহৰিব নোৱাৰোঁ, ডাঃ মেহ্‌তা। আপুনি মোক তেতিয়া ইউৰোপীয় সামাজিক ব্যৱহাৰৰ বিষয়ে উপদেশ দিছিল। সঁচাকৈয়ে মই তেতিয়া ব্ৰিটিশ্ব এটিকেটৰ বিষয়ে একোকে নাজানিছিলোঁ। কেইদিনমানৰ ভিতৰতে মই এই বিষয়ে অভ্যস্ত হ'ব পৰাৰ কাৰণে আপোনাক ধন্যবাদ দিব লাগিব।"

ডাঃ মেহ্‌তাই কৌতূহলেৰে সুধিলে, "বাৰু, তোমাৰ লগত যে মিঃ মজিদ আছিল, তেওঁৰ কিবা খবৰ পোৱানে?"

"নাই, অৱশ্যে আপোনাকহে কৈছোঁ যে মিঃ মজিদে নিজকে ইউৰোপীয় সামাজিক ব্যৱহাৰত অভিজ্ঞ বুলি জাহিৰ কৰি ফুৰে, কিন্তু জাহাজত যেনেকুৱাহে বিশ্ৰী এটা ছুট্ পিন্ধি ঘূৰা-ফুৰা কৰিছিল, তেওঁক জাহাজৰ খালাচীৰ দৰে লাগিছিল।"

গান্ধীৰ মন্তব্য শুনি দুয়ো খুব হাঁহিলে।

"এটা কথা অৱশ্যে মই ক'বই লাগিব, গান্ধী। সেইটো তোমাৰ নিৰামিষ আহাৰৰ প্ৰতিজ্ঞা। তুমিতো সেই প্ৰতিজ্ঞা ঠিকেই ৰাখিলা। আমি তেতিয়া সকলোৱেই ভৱিষ্যৎ বাণী কৰিছিলোঁ যে ছমাহৰ ভিতৰতে তুমি মাংস খোৱা আৰম্ভ কৰিবা।"

গান্ধীয়ে গম্ভীৰভাৱে ক'লে, "মই যে মাৰ ভৰিত ধৰি প্ৰতিজ্ঞা কৰিছিলোঁ। অকল ইংলেণ্ডত কিয়, এই দক্ষিণ আফ্ৰিকালৈ আহিও পোনতে মই যথেষ্ট অসুবিধাৰ সন্মুখীন

হৈছিলোঁ। তাৰ পিচত সকলো ঠিক হৈ গ'ল। মইতো ইয়াত অকলে নহয়, বহুতো ইউৰোপীয়ান থিয়োছফিষ্ট বন্ধুও ভেজিটেৰিয়ান। সকলোৱে লগলাগি নিয়মিতভাৱে যাতে ভেজিটেৰিয়ান ডিনাৰ খাব পাৰি, তাকে ভাবি এখন ৰেস্তোৰাঁ প্ৰতিষ্ঠা কৰাতো মই সাহায্য কৰিছিলোঁ। দুখৰ বিষয় এয়ে যে সেই ৰেস্তোৰাঁ বেছি দিন নাথাকিল। ৰেস্তোৰাঁৰ অলপ দেনাও মইহে ভৰিব লগা হ'ল।

গান্ধীৰ কথা শুনি ডাঃ মেহ্‌তাই মিচিকিয়ালে। তাৰ পিচত ক'লে, "ৰেস্তোৰাঁৰ কাৰণে নহয়, তোমাৰ প্ৰকৃত সেৱাৰ কাৰণেইতো তুমি ইয়াত ভাৰতীয় সমাজৰ অন্যতম নেতা হ'ব পাৰিছা, গান্ধী। তোমাৰ এই সাফল্যত ময়ো কম গৰ্বিত নহয়, গান্ধী কথাটো জানি থোৱা। ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা, তেৱাই যেন সদায় তোমাৰ প্ৰতি সদয় দৃষ্টি ৰাখে।

ভাৰতীয়সকলৰ পৰা বিদায় ল'বৰ সময়ত ডাঃ মেহ্‌তাই তেওঁৰ বিদায়-বাণীত ক'লে যে বিদেশত ভাৰতীয় সম্প্ৰদায়স্বৰূপে সাফল্যমণ্ডিত হ'বলৈ তিনিটা বিষয়ত দৃষ্টি দিব লাগিব— একতা, ব্ৰিটিশ্ব সাম্ৰাজ্যৰ প্ৰতি আনুগত্য আৰু শিক্ষা। তেওঁলোকৰ মাজৰ অনুন্নতসকলৰ প্ৰতি অন্যান্যসকলে সাহায্যৰ হাত আগবঢ়াব লাগিব আৰু তেওঁলোকৰ লগত এনেকৈ ব্যৱহাৰ কৰিব লাগিব যে তেওঁলোকে যেন সকলোৱে একে ভাৰতীয় সমাজৰ অংগস্বৰূপে নিজকে গণ্য কৰিব পাৰে।

এই সময়ত গান্ধীয়ে মাজে মাজে বাত-বেমাৰত ভোগে, আৰু তেওঁৰ ভৰিৰ পতা ফুলি যায়। ডাঃ মেহ্‌তাই চিকিৎসা কৰি তেওঁৰ এই ব্যাধি সম্পূৰ্ণ নিৰাময় কৰি যায়, আৰু তেওঁৰ কষ্ট-ভোগৰ অন্ত পৰে।

* * *

'বিচ গ্ৰোভ' ভিলাৰ জীৱনত গান্ধীৰ বাহিৰে আন সকলোবোৰেই সুখী যেন লাগে। হৰিলালে এই বিশাল ঘৰত হেঁপাহ পলুৱাই দৌৰা-দৌৰি কৰিব পাৰে, তাৰ সৰু ভায়েকে আৰু পেহীয়েকৰ ল'ৰা ভায়েকজনৰ সৈতে বহুতো ধৰণৰ খেলাত ব্যস্ত থাকিব পাৰে। বিশেষকৈ ঘৰৰ পিচফালে থকা দোলনাত দুলিবলৈ হৰিলালে বৰ ভাল পায়। সি যেতিয়াই তেতিয়াই ভায়েক মণিলালক দোলনাখন পিচফালৰ পৰা ঠেলিবলৈ লগায়। পিচে সি কেবাবাৰো চেষ্টা কৰিও বেছি ওখত থকা পেৰেলেল্ বাৰত উঠিব পৰা নাই। তাত দুলিবলৈ সি আৰু অলপ ডাঙৰ হ'ব লাগিব।

মণিলালে ককায়েকৰ একান্ত অনুগত হৈ সকলো সময়তে পিচে পিচে ঘূৰে।

পিচে আটাইতকৈ সন্তুষ্ট কস্তুৰিবাই। ইমান দিন পিচত স্বামীৰ সংসাৰত তেওঁ এতিয়া একছত্ৰী কৰ্ত্ৰী। পৰিবাৰৰ কৰ্তৃত্ব এতিয়া জা-সকলৰ লগত ভগা-ভগি কৰিব

নালাগে। স্বামীৰ ব্যৱসায়ৰ শ্ৰীবৃদ্ধি আৰু সামাজিক নেতৃত্ব দেখা পাই তেওঁ গৰ্বিত। তদুপৰি বিয়াৰ বহু দিন পিচত এতিয়া তেওঁ স্বামীক একান্তে পাইছে। সেয়েহে নিশা শয্যাত কথাৰ ওৰ নপৰে।

বিয়লি বেলিকা সাজি-কাচি স্বামী আৰু ল'ৰাকেইটাৰ লগত সমুদ্ৰ-তীৰত ফুৰিবলৈ যোৱাতো কস্তুৰবাইৰ অতিকৈ' প্ৰিয় অভিজ্ঞতা। তেতিয়া তেওঁ মনতে ভাবে যে এনে এক শান্তিৰ জীৱনৰে তেওঁ স্বপ্ন দেখিছিল। কিন্তু তেওঁৰ মনত এক ভীতিয়েও মাজে মাজে উকি দিয়ে, জানোচা তেওঁৰ খেয়ালী স্বামীয়ে কোনোবা সময়ত এই সকলোবোৰ ওলট-পালট কৰি পেলায়, আকৌ তেওঁলোকে টালি-টোপোলা বান্ধিব লগা হয়!

কিন্তু, গান্ধীৰ মন তেতিয়া অলপ অশান্ত। আইন-ব্যৱসায়ীস্বৰূপে গান্ধীয়ে যিমানেই সাফল্য লাভ কৰে, সিমানেই তেওঁৰ মনৰ অশান্তি বাঢ়ি যায়। তেওঁ নিজেই ভাবে যে তেওঁৰ জীৱনৰ উদ্দেশ্য এজন সমৃদ্ধিশালী আইনজীৱী হোৱাতো কেতিয়াও নহয়। নাটাল ইণ্ডিয়ান কংগ্ৰেছৰ মাধ্যমেৰে তেওঁ ঠিকেই জনসেৱা কৰিছে, তথাপি যেন তেওঁ সন্তুষ্ট হ'ব পৰা নাই।

এই সময়তে এদিন গান্ধীয়ে ৰাতিপুৱাই তেওঁৰ ঘৰৰ সন্মুখতে এজন কুষ্ঠ ৰোগী বহি থকা পালে। বেমাৰী লোকজনৰ প্ৰতি গান্ধীৰ দয়া উপজিল। মানুহজন আছিল ভাৰতীয়। তেওঁৰ হাতত ধৰি লাহে লাহে মানুহজনক গান্ধীয়ে ঘৰৰ ড্ৰয়িং ৰুমলৈ আনিলে। তাৰ পিচত কস্তুৰবাইৰ হতুৱাই পানী গৰম কৰি তেওঁ নিজে মানুহজনৰ ক্ষত-স্থান পৰিষ্কাৰ কৰে আৰু নতুনকৈ বেণ্ডেজ বান্ধি দিয়ে। তেওঁ ৰোগীজনক কেইদিনমান ঘৰতে ৰখাৰ কথা ভাবিছিল, কিন্তু পিচত অনুভৱ কৰিলে যে এইটো সম্ভৱ নহ'ব। কস্তুৰবাইৰ ইয়াত আপত্তি আছিল, তদুপৰি ল'ৰাহঁতৰ পঢ়াত ব্যাঘাত হ'ব। সেয়েহে ঘৰৰ বাৰাণ্ডাতে তাক দুদিন ৰাখি চৰকাৰী হাস্পতালত ভৰ্তি কৰাই থৈ আহিলগৈ।

এই অভিজ্ঞতাৰ পৰা গান্ধীৰ মনত এক আঁচিনিৰ উদয় হ'ল। ডাৰ্বানৰ ভাৰতীয়সকলৰ কাৰণে এখন বিনামূলীয়া 'ক্লিনিক' খুলিব নোৱাৰিনে? ইয়াত চৰকাৰী হাস্পতাল আছে, কিন্তু তাত ভাৰতীয়সকলে ভাল যত্ন নাপায়। এই 'ক্লিনিক' খোলাৰ বিষয়ত গান্ধীয়ে তেওঁৰ পৰম পৃষ্ঠপোষক পাৰ্চী ৰুস্তমজীৰ শৰণাপন্ন হ'ল। ৰুস্তমজীৰ আৰ্থিক সাহায্যেৰে অলপ দিনৰ পিচতে ৰুস্তমজীৰ গৃহৰ কাষতে 'ক্লিনিক'খন খোলা হ'ল। ক্লিনিকৰ ডাক্তৰ হিচাপে বিনামূল্যে কাম কৰি দিয়াৰ কাৰণে তেওঁ ডাঃ বুথক অনুৰোধ কৰে। ডাক্তৰজন নিজেও পৰোপকাৰী, তদুপৰি ভাৰতীয় ৰোগীসকলৰ অবজ্ঞা তেওঁৰো চকুত পৰিছিল। সেয়েহে এই কাম কৰিবলৈ তেওঁ মান্তি হয়।

গান্ধীয়ে নিজেই তাত পুৰুষ-নাৰ্ছ হিচাপে সেৱা-শুশ্ৰূষা কৰাত লাগিল। তেওঁ ৰোগীবিলাকৰ প্ৰেছক্ৰিপশ্বন চাই ঔষধ দিয়ে, সিহঁতৰ দুখ-বেদনাৰ কথা শুনে আৰু ডাক্তৰৰ নিৰ্দেশ অনুযায়ী ৰোগীৰ উত্তাপ জোখে।

গান্ধীয়ে তেতিয়া প্ৰতি দিনেই ৰাতিপুৱা শোৱাৰ পৰা উঠে। প্ৰাতৰাশৰ পিচত তেওঁ গৈ ক্লিনিকত হাজিৰ হয়। পুৱা সাত বজাৰ পৰা ন বজালৈ তেওঁ তাত থাকে। তাৰ পৰাই চাইকেলেৰে মাৰ্কাৰিলেনৰ অফিচলৈ যায়। সন্ধিয়া পৰত ঘৰলৈ উভতি আহি পুনৰ আইনৰ কিতাপৰ লগত মগ্ন হয়।

গান্ধীৰ ঘৰত যি কেইজন ল-ক্লাৰ্কে নিশা কটায়, তেওঁলোকৰ কাৰণে এটা নিয়ম বন্ধা আছে। তেওঁলোকৰ প্ৰত্যেকেই নিজৰ কোঠাত নিশা ব্যৱহাৰ কৰা মূত্ৰাধাৰ-পাত্ৰটো পুৱা হ'লেই পৰিষ্কাৰ কৰিব লাগিব। এই সময়তে এজন নতুন ল-ক্লাৰ্ক আহিল। তেওঁ খ্ৰীষ্টধৰ্মী। প্ৰকৃততে তেওঁ এজন 'অস্পৃশ্য', হিন্দু-ধৰ্মৰ জাতিভেদ প্ৰথাৰ পৰা ৰেহাই পাবলৈ খ্ৰীষ্টানধৰ্মত দীক্ষিত হৈছে। মূত্ৰাধাৰ পাত্ৰ যে পৰিষ্কাৰ কৰিব লাগিব তেওঁ নাজানিছিল, গান্ধীয়েও এই বিষয়ে তেওঁক কোৱা নাই।

পিচদিনা ৰাতিপুৱা বেলা এই মূত্ৰাধাৰ পৰিষ্কাৰ নকৰা দেখি গান্ধীয়ে কস্তুৰীবাইকে সেইটো পৰিষ্কাৰ কৰিব ক'লে। কস্তুৰীবাই কামটো কৰিবলৈ গৈ চকুৰ পানী ৰোধ কৰিব নোৱাৰিলে। এজন অস্পৃশ্যৰ মূত্ৰাধাৰ-পাত্ৰ পৰিষ্কাৰ কৰাটো তেওঁৰ কাৰণে সহ্য কৰিব নোৱৰা কথা।

তেওঁ ঘৰৰ বাহিৰ ফাললৈ যোৱা ছিৰিয়েদি সেই মূত্ৰাধাৰ পাত্ৰ হাতত লৈ নামি যাওঁতে দুই নয়নৰে অবিৰত অশ্ৰু পৰিবলৈ ধৰিলে। গান্ধীয়ে সেই দৃশ্য দেখি সহ্য কৰিব নোৱাৰিলে। তেওঁ ভাবে যে কস্তুৰবাইয়ে এনে সেৱা হাঁহিমুখে কৰা উচিত।

গান্ধীয়ে চিঞৰি চিঞৰি কস্তুৰবাইক ক'লে, "মই মোৰ ঘৰত এইবোৰ কন্দা-কটা ভাল নেপাওঁ।"

কস্তুৰবাইৰো এই বান্দীৰ দৰে ব্যৱহাৰ সহ্য নহ'ল। তেওৰোঁ উভতি চিঞৰিলে, "তুমি তোমাৰ ঘৰ লৈ থাকা, মোক যাবলৈ দিয়া।"

গান্ধীৰ তেতিয়া খং উঠিল। কস্তুৰবাইৰ হাতত ধৰি টানি তেওঁক হুৰমুৰাই ঘৰৰ বাহিৰৰ গে'টৰ কাষলৈ আনি ক'লে, "যোৱা, তেনেহ'লে এতিয়াই যোৱা।"

কস্তুৰবাইৰ নয়নেৰে তেতিয়া বাগৰি আহিছে বাধা নমনা অজস্ৰ লোতক। কান্দি কান্দি তেওঁ ক'লে, "তুমি লাজ-কাজ কাতি কৰি থ'লা নেকি? মই ইয়াত ক'লৈ যাম? ইয়াত মোৰ দেউতা-মায়ে আছেনে, আত্মীয়-স্বজনেই আছে? তুমি ভাবিছা নেকি যে তোমাৰ স্ত্ৰী কাৰণে মই ইয়াত চৰ-লাঠী খাই থাকিম? ঈশ্বৰৰ দোহাই, তুমি ভদ্ৰভাৱে আচৰণ কৰা আৰু গে'ট্‌টো বন্ধ কৰা।"

গান্ধীৰ তেতিয়া সম্বিৎ ঘূৰি আহিছে। কস্তুৰবাইৰ হাত এৰি দি ততাতৈয়াকৈ গে'ট্‌খন বন্ধ কৰি ঘৰৰ ভিতৰলৈ উভতি আহিল।

সেইদিনা সন্ধিয়া সমুদ্ৰতীৰত অকলে অকলে খোজকাঢ়ি গান্ধীয়ে কস্তুৰবাইৰ এনে ব্যৱহাৰৰ কথা চিন্তা কৰি অতিশয় বিস্মিত হ'ল। ইমানদিন তেওঁ জানিছিল যে হিন্দুস্বৰূপে

স্বামী পৰম দেৱতা, স্ত্ৰীয়ে স্বামীৰ সকলো কথা মান্য কৰি চলা উচিত।

কিন্তু কস্তুৰবাইৰ এই ব্যৱহাৰে দেখুৱালে যে তেওঁৰো এটা মন আছে, যিদৰে আছে তেওঁৰ ইচ্ছাৰ স্বাধীনতা। তেৰ বছৰ হ'ল বিয়া হোৱা, কিন্তু কোনো দিনেই গান্ধীয়ে কস্তুৰবাইৰ এনেকুৱা স্বাধীনচেতা ব্যৱহাৰৰ সন্মুখীন হোৱা নাই।

গান্ধীয়ে সেইদিনাই ঠিক কৰিলে যে জীৱনত আৰু কোনোদিনেই এনেকুৱা অপ্ৰীতিকৰ অৱস্থাৰ সন্মুখীন নহয়, স্বামী-স্ত্ৰীৰ মনোমালিন্য ইমান দূৰ আগুৱাবলৈ নিদিয়ে। সেই উদ্দেশ্যে তেওঁ অকল নিজৰ মেজাজ্ ঠিক ৰাখিলেই নহ'ব, ভৱিষ্যতে কস্তুৰীবাইৰ প্ৰতিও যথাৰ্থ সহধৰ্মিণীৰ দৰে ব্যৱহাৰ কৰিব লাগিব।

গান্ধীয়ে ভাবিলে যে আৰামৰ জীৱন তেওঁৰ কাৰণে নহয়। এই চাকৰ-বাকৰ, ইমান সংসাৰৰ খৰচ— এইবোৰৰ কাৰণেই যেন তেওঁৰ ইমান খাটনি, আইন-ব্যৱসায়ৰ ব্যস্ততা।

গান্ধীয়ে সেয়েহে ঠিক কৰিলে যে তেওঁ সহজ-সৰল জীৱন যাপন কৰিব। তেওঁৰ এতিয়া প্ৰথম কামটোৱেই হ'ব সংসাৰ যাত্ৰাৰ খৰচ সীমিত কৰা।

পোনতে তেওঁ চাকৰ আৰু ৰান্ধনিক বিদায় দিলে।

ধোবাৰ কাৰণেও সংসাৰৰ ব্যয় ভালেখিনি হয়। কাপোৰ-কানিতো ধোবাৰ খৰচৰ লগতে চাৰ্টৰ 'কলাৰ'ত বেছি মাৰ দি ধুব লগা হয়। কলাৰ এইদৰে ধোওঁতে হোৱা খৰচ কলাৰটোৰ মূল্যৰ সমানেই প্ৰায় ভৰিব লগা হয়। তদুপৰি ধোবাও নিয়মিতভাৱে নাহে। দেখা যায় যে নিৰ্দিষ্ট দিনৰ দুদিনমান পিচতহে সি আহি ওলাইহি। সেয়েহে গান্ধীয়ে ঠিক কৰিলে যে পোনতে তেওঁ এই ধোবাৰ খৰচ কমাব।

সেইকাৰণে গান্ধীয়ে দোকানৰ পৰা কাপোৰ-কানি ধোৱা কামৰ সম্পৰ্কে লিখা এখন কিতাপ কিনি আনিলে। খুটি-নাটি বাদ নিদিয়াকৈ তেওঁ কিতাপখন পঢ়িলে আৰু কস্তুৰবাইকো বুজাই দিলে। তাৰ পিচত কিতাপত দিয়া নিৰ্দেশ অনুসৰিয়েই কেইবাটাও ছাৰ্ট আৰু 'কলাৰ' ধুলে আৰু ইস্ত্ৰি কৰিলে।

পিচে চাৰ্টৰ 'কলাৰ' নিজে ধোৱাৰ ফলত তেওঁ অপ্ৰীতিকৰ অৱস্থাৰ সন্মুখীন হ'ল। তেওঁ ইমান বেছি মাৰ দিছিল যে গৰমত মাৰ গলি ডিঙিলৈ বৈ আহিল, তদুপৰি ইস্ত্ৰি ভালদৰে গৰম নোহোৱাৰ কাৰণে 'কলাৰ'ৰ ক'ৰবাত ক'ৰবাত অলপ কোঁচ থাকি গ'ল।

সেই 'কলাৰ' পিন্ধি গান্ধী ক'ৰ্টলৈ যাওঁতে সহকৰ্মীসকলে ওঁঠ টিপি হাঁহিবলৈ ধৰিলে। এজন সহকৰ্মীয়ে ক'লেই, "মিঃ গান্ধী, কি হ'ল, আপোনাৰ কলাৰৰ পৰা মাৰ বৈ আহিছে কিয়? নিশ্চয় ডাৰ্বান চহৰত ধোবাৰ অভাৱ হোৱা নাই?"

"কথাটো সঁচা। পিচে মই আৰু সিহঁতৰ সাহায্য নলওঁ।", গান্ধীয়ে মিচিকিয়াই উত্তৰ দিলে। "মই এতিয়া নিজেই ছাৰ্ট আৰু 'কলাৰ' ধোওঁ আৰু ইস্ত্ৰি কৰোঁ। কাপোৰ-কানি

ধোৱাৰ খৰচ অত্যন্ত বেছি। সেয়েহে খৰচ কমোৱাৰ উপায় উলিয়াইছোঁ। পিচে, চিন্তা নকৰিব, অলপ দিনৰ ভিতৰতে প্ৰায় ধোবাৰ দৰেই কাপোৰ ধুব, ইস্ত্ৰি কৰিব পাৰিম।"

গান্ধীৰ সহকৰ্মীজনেও মাথোঁ মিচিকিয়ালে।

চুলি কটাতো গান্ধীয়ে আত্ম-নিৰ্ভৰশীল হ'ব বিচাৰিলে। অৱশ্যে এই বিষয়ত এক ইতিহাসো আছে। গান্ধীয়ে যেতিয়া প্ৰিটোৰিয়াত আছিল, তেতিয়া তাত ইংৰাজ নাপিতে তেওঁৰ চুলি কাটিবলৈ মান্তি হোৱা নাছিল। গান্ধীয়ে বিষয়টোলৈ চিন্তা কৰা নাছিল। ভাৰততো অস্পৃশ্যসকলৰ চুলি-ডাঢ়ি কাটিবলৈ নাপিতে অস্বীকাৰ কৰে, ইয়াত ইংৰাজে ভাৰতীয়সকলক অস্বীকাৰ কৰাত আশ্চৰ্য হ'বলৈ কি আছে!

গান্ধীয়ে কিন্তু খৰচ কমাবলৈ নিজেই নিজৰ চুলি কটাৰ সিদ্ধান্ত ল'লে। বজাৰৰ পৰা কেঁচী আৰু 'ক্লিপাৰ' কিনি আনি, আইনাৰ সন্মুখত বৈ চুলি কাটিবলৈ ধৰিলে।

পিচে মুখৰ ফালে কাটিব পাৰি, সমস্যা হ'ল মূৰৰ পিচফালৰ চুলিৰ কাৰণে। মুখৰ ফালৰ দৰে মসৃণ কৰি পিচফালে কাটিব নোৱাৰিলে।

গান্ধীয়ে চুলি কটাৰ পিচত ক'ৰ্টলৈ যাওঁতে তেওঁৰ সেই সহকৰ্মীজনৰ হাঁহি ৰাখিব নোৱৰা অৱস্থা। তেওঁ ক'লে, "এয়া কি হ'ল গান্ধী, আপোনাৰ পিচফালৰ চুলিৰ অৱস্থা এনেকুৱা হ'ল কিয়? কালি শুই থাকোতে কোনোবা এন্দুৰে কামুৰি চুলি ছিঙি নিলে নেকি?"

গান্ধীয়ে মিচিকিয়াই উত্তৰ দিলে, "নাই, নাই, সেইটো নহয়। মই নিজেই মূৰৰ চুলি কাটোঁতে, ক্লিপাৰেৰে পিচফালৰ চুলিখিনি ভালকৈ মিলাব নোৱাৰিলোঁ।"

গান্ধীৰ সেই সহকৰ্মীজনে ইতিমধ্যে ভালদৰেই তেওঁক চিনি পাইছে, সেয়েহে তেওঁ বিস্মিত নহ'ল। তেওঁ জানে যে গান্ধী এক বেলেগ ধাতুৰে গঢ়া ব্যক্তি, তেওঁ লোক-নিন্দা বা লোক-ভয়ত অলপো বিচলিত নহয়। যি পথ তেওঁ শুদ্ধ বুলি ভাবে, তাৰ পৰা শত বাধা-বিঘিনিতো বিচ্যুত নহয়।

নাটাল তথা দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলৰ প্ৰতি বিৰাজমান বৈষম্য নীতিৰ কোনো বিশেষ পৰিৱৰ্তন নহ'ল। নাটাল ইণ্ডিয়ান কংগ্ৰেছৰ প্ৰচেষ্টাত যদিও লণ্ডনৰ কল'নিয়েল অফিচৰ পৰা ৰায় দিয়া হৈছিল যে জাতিভেদৰ দোহাই দি আফ্ৰিকাত ভাৰতীয়সকলৰ প্ৰতি বৈষম্যনীতি প্ৰয়োগ কৰা নচলিব, তথাপি নাটাল আইন পৰিষদে সেই ঠাইৰ ভাৰতীয়সকলৰ বিৰুদ্ধে এখন নতুন আইন পাছ কৰিলে। এই আইনৰ বলত ভাৰতীয়সকলৰ ব্যৱসায়ৰ ওপৰত আৰু কঠিন নিষেধাজ্ঞা জাৰি কৰা হ'ল আৰু ইয়াৰ ফলস্বৰূপে ইংৰাজী ভাষা নজনা লোকসকল নাটাললৈ অহাতো প্ৰায় অসম্ভৱ হৈ উঠিল। অৱশ্যে অশিক্ষিত চুক্তিবদ্ধ ভাৰতীয় শ্ৰমিকসকল অহাত কোনো বাধা নাথাকিল, কিয়নো খেতি-বাতিৰ মজদুৰ হিচাপে দক্ষিণ আফ্ৰিকাত কাম কৰাৰ চাহিদা আছে। নাটাল ইণ্ডিয়ান কংগ্ৰেছৰ বহুতো প্ৰতিবাদ সত্ত্বেও লণ্ডনৰ কল'নিয়েল অফিচে সেই

আইন বাতিল কৰাৰ কোনো প্ৰয়াস নকৰিলে।

গান্ধীয়ে কিন্তু লণ্ডনৰ কল'নিয়েল অফিচৰ ওপৰত ৰাজনৈতিক চাপ সৃষ্টিৰ প্ৰয়োজনীয়তা উপেক্ষা নকৰিলে। সেইকাৰণেই মহাৰাণী ভিক্টোৰিয়াৰ হীৰক-জয়ন্তী উপলক্ষে যেতিয়া দক্ষিণ আফ্ৰিকাসহ অন্যান্য ব্ৰিটিশ্ব কল'নিৰ শাসক সম্প্ৰদায় লণ্ডনত মিলিত হ'ল, তেতিয়া তাত দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ দাবী-অভিযোগ সম্বন্ধে ক'বলৈ গান্ধীয়ে নিজে নগৈ মনছুখলাল নাজাৰক পঠালে। নাজাৰে খুব ভালদৰে ইংৰাজী ক'ব পাৰে আৰু তেওঁ গান্ধীৰ আশ্ৰয়ত 'বিচ্গ্ৰোভ' ভিলাতে থাকে। গান্ধীয়ে লণ্ডনৰ তিনিজন ব্যক্তিৰ লগত নিয়মিত যোগাযোগ ৰাখে। তেওঁলোক হ'ল, দাদাভাই নৌৰজি, 'দি টাইমছ্' পত্ৰিকাৰ সম্পাদক ছাৰ উইলিয়াম হাণ্টাৰ আৰু ব্ৰিটিশ্ব পাৰ্লামেণ্টৰ ভাৰতীয় সদস্য ছাৰ মুনচাৰজি ভবানগ্ৰি। তেওঁলোকৰ সাহায্যত নাজাৰে বেছ কেইজনমান প্ৰভাৱশালী ব্ৰিটিশ্ব নাগৰিকক দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ প্ৰতি বৈষম্যমূলক নীতিৰ কথা বিশদ্‌ভাৱে ব্যাখ্যা কৰিলে।

এই সময়ত গান্ধীৰ ৰায়চাঁদজীৰ লেখাৰ উপৰি টলষ্টয়ৰ লেখাৰ লগত পৰিচয় হ'ল। তেওঁ এওঁলোকৰ লেখা যিমানেই গভীৰভাৱে পঢ়িব ধৰিলে, তিমানেই তেওঁৰ উপলব্ধি হ'ল যে যি ধৰণেই আমি ঈশ্বৰক ভজোঁ, যি ধৰ্ম পথৰেই আমি বাট বুলোঁ, ঈশ্বৰ কিন্তু একেজনেই— তেওঁ উপনিষদৰ 'ব্ৰহ্ম', খ্ৰীষ্টানৰ 'গড' বা মুছলমানৰ 'আল্লা'। সেই ঈশ্বৰক ভজাৰ কাৰণে ধৰ্মান্তৰিত হোৱাৰ কোনো প্ৰয়োজন নাই, হিন্দু ধৰ্মৰ ভগৱদ্‌গীতাই যি পথ প্ৰদৰ্শন কৰিছে, সেই পথ অনুসৰণ কৰিয়েই ঈশ্বৰ লাভ সম্ভৱ।

সেই সময়তে এজন এংলো-ফ্ৰেন্স দাৰ্শনিকৰ পৰা গান্ধীয়ে এটা ফৰাচী গল্প শুনিলে, যিটো তেওঁ কেতিয়াও পাহৰিব পৰা নাই। গল্পটো হ'ল এজন বিজ্ঞানীক লৈ, যিজন মোগলসাম্ৰাজ্য প্ৰতিষ্ঠাৰো আগতেই ভাৰতলৈ আহিছিল। তেওঁ বহুতো উচ্চ বৰ্ণৰ মানুহক লগ পালে, কিন্তু তেওঁলোকৰ লগত কথা পাতি সন্তুষ্ট নহ'ল। অৱশেষত এখন নিচেই সৰু গাঁৱৰ এক দুখীয়া অস্পৃশ্য পৰিয়ালৰ ওচৰলৈ গ'ল আৰু তাতে প্ৰকৃত সত্যৰ সন্ধান পালে।

সেই গল্প শুনি গান্ধীয়ে মনতে অনুভৱ কৰিলে যে ভাৰতত এই অস্পৃশ্যসকলক সমাজৰ পৰা দূৰলৈ আঁতৰাই ৰখাতো হৈছে মহাপাপ, কাৰণ, তেওঁলোকতো ঈশ্বৰৰে সন্তান, তেওঁলোকৰ অন্তৰতো ভগৱানে বাস কৰে।

## ষোড়শ অধ্যায়

# বুৰ'ৰ যুদ্ধ

ওঠৰশ নিৰানব্বৈ চনৰ অক্টোবৰ মাহত দক্ষিণ আফ্রিকাত বুৰ'ৰ যুদ্ধ বিয়পি পৰে।

সেই সময়ত দক্ষিণ আফ্রিকা মূলতঃ গ্রেট্‌ব্রিটেন আৰু দক্ষিণ আফ্রিকা ৰিপাব্‌লিকৰ মাজত বিভক্ত আছিল। ব্রিটেনৰ অধীনত আছিল নাটাল আৰু কেপ্‌ক'লনি আৰু ডাচ্ দক্ষিণ আফ্রিকাৰ অন্তর্গত আছিল ট্রান্সভাল আৰু অৰেঞ্জফ্রী ষ্টেট্। কিন্তু ব্রিটিশ্ব কর্তৃপক্ষই এখন পুৰণি চুক্তি দেখুৱাই সমস্ত দক্ষিণ আফ্রিকাতে তেওঁলোকৰ সার্বভৌন কর্তৃত্ব দাবী কৰে, যদিও ট্রান্সভালৰ প্ৰধানমন্ত্রী পল ক্রুগাই সেই চুক্তি মানিবলৈ অস্বীকাৰ কৰে। যেতিয়া মিঃ জোচেফ চেম্বাৰলেইন ১৮৯৫ চনত সমস্ত ব্রিটিশ্ব ক'লনিৰ ভাৰপ্ৰাপ্ত চেক্রেটাৰী হ'ল, তেওঁ সমস্ত দক্ষিণ আফ্রিকাকে ব্রিটিশ্ব সাম্রাজ্যৰ অন্তর্ভুক্ত কৰিব বিচাৰিছিল। এই বিষয়তে সূত্রপাত হ'ল ডাচ্ছ্ দক্ষিণ আফ্রিকাৰ শ্বেত অধিবাসী 'বুৰ'ৰ'সকলৰ ব্রিটিশ্ব সকলৰ লগত দ্বন্দ্ব আৰু মনোমালিন্য।

বুৰ'ৰ যুদ্ধৰ দ্বিতীয় কাৰণ হ'ল দক্ষিণ আফ্রিকাত সোণৰ আবিষ্কাৰ। এই আবিষ্কাৰৰ পিচত হাজাৰ হাজাৰ ব্রিটিশ্ব আৰু অন্যান্য ইউৰোপীয় জাতিৰ লোক ট্রান্সভাললৈ আহিবলৈ ধৰিলে; এই লোকসকলক অভিহিত কৰা হৈছিল 'উইট্‌লেণ্ডাৰ'। তেওঁলোকক কিন্তু কোনো ভোটাধিকাৰ দিবলৈ বুৰৰ চৰকাৰ অমান্তি হয়, তেওঁলোক টান্সভালত যিমান দিনেই নাথাকক! তদুপৰি ডিনামাইট বিক্ৰীৰ সংক্রান্তত বুৰ'ৰ চৰকাৰৰ একাধিপত্যও এই নৱাগতসকলৰ মাজত তিক্ততা সৃষ্টিৰ এক কাৰণ। তেওঁলোকে এই বিষয়বোৰ ক্রুগাৰ চৰকাৰৰ আগত পেচ্ কৰোঁতে তেওঁ কিন্তু সেইবোৰ দাবীৰ বিবেচনা কৰিবলৈ তৎক্ষণাৎ অমান্তি হয়।

বুৰ'ৰ যুদ্ধৰ তৃতীয় কাৰণ হ'ল ছিছিল ৰোড্‌ছৰ সমগ্র দক্ষিণ আফ্রিকাৰ ওপৰত আৰ্থিক তথা ৰাজনৈতিক কর্তৃত্ব বিস্তাৰৰ প্ৰচেষ্টা। ৰোড্‌ছ তেতিয়া ছাউথ্ আফ্রিকা কোম্পানিৰ মুখ্য বিষয়া আৰু ব্রিটিশ্ব কেপ ক'লনিৰ প্ৰধানমন্ত্রী। 'উইট্‌লেণ্ডাৰ'সকলে বিদ্রোহ আৰম্ভ কৰাৰ পৰিৱেশ গঢ়ি থকা অৱস্থাত ৰোড্‌ছে তেওঁলোকৰ সাহায্যার্থে এল.এছ.জেম্‌ছনৰ নেতৃত্বত এদল সৈন্যবাহিনী পঠালে, পিচে ডৰ্ব্লুপৰ যুদ্ধত এওঁলোক সম্পূর্ণৰূপে পৰাজিত হ'ল। তাৰ পিচতে, দুয়ো পক্ষৰ মাজত ব্লোৱেনফণ্টেইন কন্‌ফাৰেঞ্চ যেতিয়া ব্যৰ্থ হ'ল, দুয়ো পক্ষই তেতিয়া আসন্ন যুদ্ধৰ কাৰণে প্ৰস্তুত হ'ব ধৰিলে। যেতিয়া

অক্টোবৰৰ প্ৰথম ভাগতে পলক্ৰুগাৰে ব্ৰিটিশ্ব বাহিনীক সীমান্তৰ পৰা আঁতৰি যাবলৈ চৰমপত্ৰ দিয়ে, তেতিয়াৰ পৰাই ব্ৰিটিশ্ব আৰু বুৱৰসকলৰ মাজত যুদ্ধৰ সূত্ৰপাত হয়।

গান্ধী তেতিয়া পূৰাপূৰি ব্ৰিটিশ্ব সাম্ৰাজ্যৰ ভক্ত।

তেওঁ ভাবিলে যে ব্ৰিটিশ্ব সাম্ৰাজ্যৰ অনুগত প্ৰজাস্বৰূপে তেওঁলোকৰ এই যুদ্ধত ব্ৰিটিশ্বসকলক ভাৰতীয়সকলে সাহায্য কৰা উচিত। তাকে কৰিলে দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ এই দেশত সম্মান বৃদ্ধি পাব। তদুপৰি ভাৰতীয়সকলৰ ভীৰুতাৰ দুৰ্নামো নোহোৱা হ'ব। দক্ষিণ আফ্ৰিকাততো একাষাৰ কথা প্ৰচলিত হৈ আছে, "কলনিত সংকট গাঢ় হ'লে ভাৰতীয়ইঁতে পলাবলৈ বাট বিচাৰি ফুৰে।" গান্ধীয়ে এই অভিযোগ খণ্ডনৰ কাৰণে দৃঢ়-প্ৰতিজ্ঞ হ'ল।

বিষয়টো লৈ তেওঁ নাটাল আইনসভাৰ পৰিচিত এজন সদস্যৰ লগত যোগাযোগ কৰিলে। নাটাল চৰকাৰে ভাৰতীয়সকলক যুদ্ধত ভাগ ল'বলৈ সুযোগ দিবনে নিদিয়ে গান্ধীয়ে জানিবলৈ বিচাৰিলে।

তেওঁ চৰকাৰৰ পৰা এই বিষয়ত নেতিবাচক উত্তৰ পাই অলপ হতাশ হ'ল। তেওঁক কোৱা হ'ল, "তোমালোক ভাৰতীয়ই যুদ্ধৰ একোকে নাজানা। তোমালোক মিছাই সামৰিক বাহিনীৰ বোজা হ'বা। তোমালোকে সহায় কৰাৰ সলনি তোমালোককহে সহায় কৰিব লাগিব।"

গান্ধী পিচে ইমান সহজতে নিৰস্ত্ৰ হোৱা লোক নহয়। তেওঁৰ মত হ'ল সামৰিক বাহিনীত এনে কিছুমান কাম নিশ্চয় আছে যিবিলাক ভাৰতীয়সকলে অনায়াসেই কৰিব পাৰে। তেওঁলোকে নিশ্চয় হাস্পতালৰ অৰ্ডালিৰ কাম কৰিব পাৰে, নহ'লে অন্য কিবা শাৰীৰিক পৰিশ্ৰমৰ কাম? তেতিয়া গান্ধীক কোৱা হ'ল যে এনে ধৰণৰ কামত ট্ৰেইনিং দিয়াৰ দৰ্কাৰ, কিন্তু নাটাল চৰকাৰৰ সেই সুবিধা নাই। ভাৰতীয়সকলে কৰিব পৰা কাম এটাই আছে, সেইটো হ'ল যুদ্ধৰ প্ৰয়োজন মিটাবলৈ আৰ্থিক সাহায্য কৰা।

গান্ধীয়ে তাকে কৰিলে। তেওঁ ভাৰতীয় ব্যৱসায়ীসকলৰ পৰা যথেষ্ট ধন সংগ্ৰহ কৰি ডাৰ্বানত থকা 'বুইমেনছ্ পেট্ৰিয়টিক লীগ'ৰ ফাণ্ডত জমা দিলে, জমা দিয়া ধনৰ লগত গান্ধীয়ে নিজাকৈ দিয়া তিনি গিনি আছিল।

পিচে যুদ্ধখনত প্ৰত্যক্ষভাৱে সহায় কৰিবলৈ নাপাই গান্ধীয়ে ভাল পোৱা নাছিল। তেওঁ তেতিয়া শেঠ আব্দুল্লাৰ এড্‌ভোকেট মিঃ লফটনৰ লগত পৰমাৰ্শ কৰিলে। গান্ধীয়ে এটা 'ইণ্ডিয়ান এম্বুলেঞ্চ্ ক'ৰ' গঠন কৰাৰ প্ৰস্তাব দিলত মিঃ লফটনে ততালিকে সমৰ্থন কৰিলে। গান্ধীয়ে তেতিয়া সেই উদ্দেশ্যৰে নাটাল চৰকাৰলৈ আকৌ এখন চিঠি লিখে। বুৱৰ যুদ্ধ ব্ৰিটিশ্বসকলৰ প্ৰতিকূলে নোযোৱালৈকে নাটাল চৰকাৰে এই প্ৰস্তাৱত সম্মতি দিয়া নাছিল। কিন্তু যুদ্ধ তেওঁলোকৰ কাৰণে বেয়াৰ ফাললৈ ঢাল লোৱাত নিতান্তই অনিচ্ছাসত্ত্বেও নাটাল চৰকাৰে প্ৰস্তাৱটো মানি লয়।

পাৰ্চী ৰুস্তমজীৰ দাতব্য ক্লিনিকৰ ডাক্তৰ বুথে সাগ্ৰহে ভাৰতীয় ভলণ্টিয়াৰসকলক ট্ৰেইনিং দিবলৈ সন্মত হয়। তেতিয়া এই স্বেচ্ছাসেৱক বাহিনীৰ সংখ্যা এহাজাৰতকৈও বেছি হ'ল। গান্ধীৰ আহ্বানত 'এম্বুলেঞ্চ্ ক'ৰ'ত তিনিশ মুক্ত ভাৰতীয় আৰু আঠ শ চুক্তিবদ্ধ শ্ৰমিকে যোগ দিলে। এই স্বেচ্ছাসেৱকবাহিনীক কেইটামান বিভাগত ভাগ কৰা হৈছিল; বিভাগবোৰৰ মুঠ নেতা আছিল ছয়ত্ৰিছজন। ডাঃ বুথৰ পৰামৰ্শ অনুসৰি গান্ধী হ'ল এই স্বেচ্ছাসেৱক বাহিনীৰ 'ছাৰ্জেণ্ট্ মেজৰ'।

দৰ্মহা হিচাপে প্ৰত্যেক স্বেচ্ছাসেৱককে সপ্তাহত এক ব্ৰিটিশ্ব পাউণ্ড দিবলৈ ঠিক কৰা হ'ল। স্বেচ্ছাসেৱকসকলৰ মূলতঃ কাম হ'ব হতাহতসকলক ষ্ট্ৰেচাৰত কঢ়িয়াই 'ফিল্ড' হাস্পতাললৈ লৈ যোৱা। চৰকাৰৰ পৰা এইটো কোৱা হ'ল যে যুদ্ধৰ গুলীয়াগুলীৰ মাজলৈ স্বেচ্ছাসেৱকসকলক যাবলৈ দিয়া নহ'ব, তেওঁলোকে যুদ্ধক্ষেত্ৰৰ বাহিৰৰ পৰাই আহতসকলৰ সেৱা কৰিব আৰু নিহত সৈন্যসকলক সংগ্ৰহ কৰি ষ্ট্ৰেচাৰত কঢ়িয়াই হাস্পতাললৈ লৈ আহিব।

সেই বছৰৰে পোন্ধৰ ডিচেম্বৰ তাৰিখে লেডি স্মিথ্ চহৰৰ পৰা ষোল মাইল দূৰৈৰ টুগেলা নদীৰ পাৰৰ গেলেঞ্চা গাঁৱত বুৱ'ৰসকলৰ এখন বিশাল যুদ্ধত ব্ৰিটিশ্ব বাহিনী জড়িত হৈ পৰিল। ব্ৰিটিশ্ব জেনেৰেল ৰেডভাৰ্ছ বুমাৰে প্ৰায় কুৰি হেজাৰ সৈন্য লৈ বুৱ'ৰসকলৰ সন্মুখীন হ'ল, কিন্তু বুৱ'ৰসকলৰ জেনেৰেল লুইছ্ বোথাই তেওঁৰ সৈন্যবাহিনী লৈ ব্ৰিটিশ্বসকলক এনেকৈ আক্ৰমণ কৰিলে যে তেওঁলোক পিচুৱাই আহিবলৈ বাধ্য হ'ল। তেতিয়া হত আৰু আহতসকলক ষ্ট্ৰেচাৰৰে ফিল্ড হাস্পতাললৈ নিবলৈ ভাৰতীয় ভলণ্টিয়াৰ বাহিনীক অনুৰোধ কৰা হ'ল। তেওঁলোকে পুৱাৰ পাঁচ বজাৰ পৰা নিশা এঘাৰ বজালৈকে অবিৰতভাৱে খাটিবলৈ ধৰিলে। আহতসকলৰ মাজত আছিল লেফ্টেনেণ্ট ৰবাৰ্টছ্। এই ৰবাৰ্টছৰ দেউতাক আছিল ফিল্ড্ মাৰ্চেল লৰ্ড ৰৰ্বাটছ, যি জন ভাৰতত ব্ৰিটিশ্ব বাহিনীৰ সৈন্যাধ্যক্ষ আছিল আৰু আফ্গান যুদ্ধত বিজয়ী হৈছিল। লেফটেনেণ্ট ৰবাৰ্টছৰ মৃত্যু ঘটে আৰু ল'ৰাৰ মৃত্যুৰ পাঁচ দিনৰ ভিতৰতে লৰ্ড ৰৰ্বাটছে ইংলেণ্ডৰ পৰা কেপ্টাউনলৈ আহি দক্ষিণ আফ্ৰিকাৰ ব্ৰিটিশ্ব বাহিনীৰ পৰিচালনাৰ ভাৰ গ্ৰহণ কৰে।

গান্ধীয়ে এই ব্ৰিটিশ্ব বাহিনীৰ সাহস আৰু শৃংখলাবোধ দেখি তেওঁলোকক প্ৰশংসা নকৰাকৈ থাকিব নোৱাৰিলে। তেওঁলোকৰ কেৱল সৈন্যসকলেই সংগঠিতভাৱে পিচুৱাই অহা নাছিল, কামানবোৰো এই পশ্চাৎ অপসৰণত লৈ আহিছিল। পিচুৱাই আহি চিভ্লিত তেওঁলোকে কেম্প পাতোতে তাত পানীৰ কুঁৱা আছিল মাত্ৰ এটা। সমস্ত দিনৰ খাটনি আৰু উত্তপ্ত অৱস্থাত ব্ৰিটিশ্বসকল আৰু ভাৰতীয় সাহায্যকাৰী বাহিনী, দুয়ো দলেই আছিল অত্যন্ত ক্লান্ত। তথাপি ব্ৰিটিশ্বসকলে পানীৰ কাৰণে হুৰাহুৰি কৰা নাছিল। বহুতো

ব্ৰিটিশ্ব সৈন্যই নিজ হাতে পানী তুলি ভাৰতীয়সকলক দিলে। গান্ধীয়ে তেতিয়া ভাবিলে যে বিপদৰ সময়ত বগা-ক'লা-বাদামি ৰঙৰ পাৰ্থক্য নাথাকে, তেতিয়া সকলোৱেই পৰস্পৰৰ ভ্ৰাতৃ। তেতিয়া শাসক আৰু শাসিতৰ মাজৰ দেৱাল অলপ সময়ৰ কাৰণে হ'লেও ভাঙি যায়।

এই ভাৰতীয় স্বেচ্ছাসেৱকবাহিনী এষ্টক'ৰ্ট (Estcourt) চহৰত সাময়িক কালৰ বাবে ভাঙি দিয়া হ'ল। গান্ধীয়ে তেতিয়া আনসকলৰ সৈতে ডাৰ্বান চহৰলৈ উভতি আহিল।

১৮৯৯ চনৰ ৩১ ডিচেম্বৰত আসন্ন শতাব্দীক আৱাহন জনাবলৈ সকলো মতলীয়া হ'ল, বিশেষকৈ ব্ৰিটিশ্ব সাম্ৰাজ্য। যদিহে ব্ৰিটিশ্ব সাম্ৰাজ্যত বেলি ডুব নাযায়, সেইটো ঊনবিংশ শতাব্দীতে প্ৰমাণিত হ'ল, তেনেহ'লে আসন্ন বিংশ শতাব্দীত এই সাম্ৰাজ্যৰ গৰিমা আৰু বৃদ্ধি কৰিব লাগিব বুলি সকলো ব্ৰিটিশ্বপ্ৰজাৰ মনত অভিলাষ জন্মিছে। তেওঁলোকৰ পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা এয়ে যে ব্ৰিটিশ্ব সাম্ৰাজ্যত অন্তৰ্ভুক্ত সকলো প্ৰজাই একে আইন মানি সুখ-শান্তিৰে বাস কৰিব।

সেইদিনা ডাৰ্বান চহৰো আনন্দত কব নোৱৰা হ'ল।

ৰাতিপুৱাৰ পৰাই সৰু ল'ৰা-ছোৱালীবোৰক লৈ চহৰৰ বাটে-পথে শোভাযাত্ৰা হ'ল। শোভাযাত্ৰাৰ সমাপ্তি বিভিন্ন স্কুলৰ প্ৰাঙ্গণত। প্ৰত্যেকটো গিৰ্জা নানান ফুল আৰু পাতেৰে সজ্জিত কৰা হ'ল। দুপৰীয়া গিৰ্জাত বিশেষ 'মেছ'ৰ অনুষ্ঠিত কৰি খ্ৰীষ্টৰ গুণ-গান কৰিলে। চহৰৰ ব্যৱসায়ীসকলে বহুতো পথত 'বেনাৰ' আৰু 'ফেষ্টুন'ৰে সজ্জিত কৰি নতুন শতাব্দীক আৱাহন কৰিলে। চাৰ্চবোৰে আকৌ গভীৰ নিশা 'মিড্‌নাইট মেছ' উদ্‌যাপন কৰি খ্ৰীষ্টৰ সন্মুখত নত হৈ প্ৰাৰ্থনা কৰিলে।

গান্ধীয়ে সেইদিনা সন্ধিয়াৰ পিচতে ঘৰৰ আটাইকে লৈ উপাসনাত বহিল। গোকুল দাসৰ কণ্ঠ অতি মধুৰ। সি ঘৰত যিটো 'ৰামধুন' গাবলৈ শিকিছিল, সেইটোকে সুৰ লগাই এতিয়া গালে। গান্ধীয়ে তেতিয়া ভগৱদ্‌গীতাৰ পৰা একাদশ অধ্যায়ৰ কেইটামান শ্লোক আবৃত্তি কৰিব ধৰিলে। তেওঁ তেতিয়া মনতে ভাবিলে যে গীতাৰ দৰে মধুৰ অথচ আধ্যাত্মিক তাৎপৰ্যভৰা গ্ৰন্থ আন এখন এই পৃথিৱীত নাই। এই গীতাৰ মাজত কেৱল বেদান্তৰ সাৰাংশ সংগৃহীত হোৱা নাই, পৃথিৱীৰ উদ্দেশ্যে হিন্দু ধৰ্মৰ যি বাণী, সেয়ায়ো ইয়াত নিহিত হৈছে। সেইকাৰণেইতো আৰ্নল্ডে গীতাক অভিহিত কৰিছিল 'ছংছ্ ছেলেছ্‌টিয়েল' অৰ্থাৎ স্বৰ্গীয় সংগীত বুলি। গান্ধীয়ে তেতিয়াই সংকল্প কৰিছিল যে এই গীতাক অৱলম্বন কৰিয়েই তেওঁ জীৱন-যুদ্ধত জঁপিয়াই পৰিব। এই গীতাই হ'ব তেওঁৰ আধ্যাত্মিক সাধনাৰ পৰম পাথেয়।

গান্ধীৰ আবৃত্তিৰ পিচত ভজন আৰম্ভ হ'ল। কস্তুৰবাইয়েও এই ভজনত যোগদান

কৰিলে। বৈষ্ণৱ পৰিয়ালত জন্ম, সেয়েহে সৰুৰে পৰা মীৰাৰ ভজন শুনি ডাঙৰ-দীঘল হৈছে। তেওঁৰ পৰিচিত গান শুনি আন সকলোৱে লগতে তেওৱোঁ কণ্ঠ মিলালে।

সেইদিনা নিশা তেওঁৰ থিঅ'ছফিষ্ট বন্ধুসকলৰ লগত এংলিকেন চাৰ্চৰ 'মিড্নাইট্ মেছ'ত যোগদানৰ মানসে যাত্ৰা কৰিলে। তাত ৰেভাৰেণ্ডে তেওঁৰ 'ছাৰ্মন'ত ক'লে যে আগত শতাব্দীয়ে মাথোঁ খ্ৰীষ্টান ধৰ্মকে প্ৰচাৰ নকৰিব, ই আমাৰ সকলোকে খ্ৰীষ্টৰ আৰু কাষলৈ নিব। তেতিয়া পৃথিবীৰ সকলো যুদ্ধ-খৰিয়াল, বাদ-বিসম্বাদ তথা ৰক্তপাত বন্ধ হ'ব, শান্তিৰ সৰগ নামি আহিব। খ্ৰীষ্ট হ'ল 'ব্ৰেড অভ্ লাইফ'— তেওঁক স্মৰণ কৰিলেই জীৱনৰ সকলো পাপৰ পৰা মুক্তি লাভ কৰিব পাৰি। তেওঁৰ একান্ত আশা যে বিংশ শতাব্দী হ'ব শান্তিৰ শতাব্দী, এই শতাব্দীত সকলো ধৰণৰ যুদ্ধ পৰিহাৰ কৰি মানুহে মৈত্ৰী আৰু ভ্ৰাতৃত্বৰ বন্ধনৰ মাজত শান্তিত বসবাস কৰিব।

তাৰ পিচত নিশা ঠিক বাৰ বজাত খ্ৰীষ্ট ধৰ্মৰ 'হিম' গাই তেওঁলোকে কেৱল নৱ-বৰ্ষকে নহয়; নতুন শতাব্দীকো আৱাহন জনালে। আনৰ লগত কণ্ঠ মিলাই গান্ধীয়েও বিংশ শতাব্দীক স্বাগত জনালে।

প্ৰাৰ্থনা শেষ হোৱাৰ পিচত বন্ধুসকলৰ পৰা বিদায় লৈ গান্ধীয়ে তেতিয়াই ঘৰলৈ উভতি নাহিল। খোজকাঢ়ি গৈ তেওঁ ডাৰ্বান বে'ৰ এখন বেঞ্চিত বহি সমুদ্ৰৰ ফালে চাই ৰ'ল।

এই নতুন শতাব্দীয়ে তেওঁৰ সন্মুখলৈ কি বাৰ্তা কঢ়িয়াই আনিছে?

সেইদিনা নিশা গান্ধীয়ে প্ৰতিজ্ঞা কৰিলে যে জনসেৱাতে তেওঁৰ বাকী জীৱন উৎসৰ্গ কৰিব। গান্ধীয়ে জানে যে দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলে মানুহৰ দৰে বাস কৰিবলৈ বহুতো ত্যাগ স্বীকাৰ কৰিব লাগিব। কিন্তু কেনেকৈ তেনে ত্যাগৰ পৰীক্ষা তেওঁৰ ওচৰলৈ আহি উপস্থিত হ'ব সেই বিষয়ে তেওঁ অজ্ঞাত। সন্মুখত নিশ্চিদ্ৰ অন্ধকাৰ। সেই অন্ধকাৰ ভেদি কেনেকৈ আলোক-বাৰ্তা তেওঁৰ সন্মুখত আৱিৰ্ভূত হ'ব সেয়া তেওঁৰ অজ্ঞাত।

সমুদ্ৰৰ সিপাৰে ভাৰত। গান্ধীৰ অত্যন্ত ইচ্ছা যে ভাৰতলৈ গৈয়ো তেওঁ জন-সেৱাত জঁপিয়াই পৰে। কিন্তু মংগলময় পৰমেশ্বৰে তেওঁক সেই সুযোগ দিবনে?

অৱশ্যে অধ্যাপক গোখলেৰ লগত তেওঁৰ পৰিচয় হৈছে। তেওঁ আশা কৰিছে যে এই বিষয়ত অধ্যাপক গোখ্লেই সাহায্য কৰিব। তেওঁৰ ইচ্ছা হ'ল যে ভাৰতীয় জাতীয় কংগ্ৰেছৰ সদস্য হৈ তেওঁ দেশ-সেৱা কৰে। যদিহে আন কোনো সুবিধা নেপায়, তেনেহ'লে গোখলেৰ প্ৰতিষ্ঠিত 'ছাৰ্ভেণ্টছ্ অভ্ ইণ্ডিয়া' ছচাইটিৰ সদস্য হৈ তেওঁ নানান উন্নয়নৰ প্ৰচেষ্টাত লাগি যাব। তেওঁ বুজি পাইছে যে দক্ষিণ আফ্ৰিকাত তেওঁৰ কাম প্ৰায় শেষ হৈ আহিছে। এতিয়া ভাৰতৰ পিনে খোজ আগবঢ়োৱাৰ সময়।

১৯০০ চনৰ মে' মাহত গান্ধী আৰু কস্তুৰবাইৰ চতুৰ্থ তথা শেষ পুত্ৰ দেৱদাসৰ জন্ম হয়। এইবাৰ গান্ধীয়ে ধাত্ৰীবিদ্যা সম্পৰ্কে যিমান কিতাপ পঢ়িছিল, সেইবোৰৰ সদ্ব্যৱহাৰ কৰিবলৈ তৎপৰ হ'ল। তেওঁক বিশেষভাৱে সহায় কৰিছিল ত্ৰিভুৱন দাসৰ 'এড্‌ভাইছ টু এ মাডাৰ' নামৰ কিতাপখনে। এই কেঁচুৱাটোৰ প্ৰসৱ গান্ধীৰ হাততে হ'ল বুলি ক'ব পাৰি। তেওঁ অলপ ভয় কৰিব বুলি ভাবিছিল, কিন্তু দেৱ দাসৰ জন্মতো নিৰ্বিঘ্নেই সম্পন্ন হ'ল।

* * *

বুৱ'ৰ যুদ্ধ ব্ৰিটিশ্বসকলৰ বিপক্ষে যোৱা আৰম্ভ কৰিলত "ভাৰতীয় এম্বুলেঞ্চ্ কোৰ"ক আকৌ মাতি পঠোৱা হ'ল। ইতিমধ্যে ডাঃ বুথে ভলণ্টিয়াৰসকলক পুনৰপি শিক্ষা দিবলৈ ধৰিলে, কেনেকৈ ষ্ট্ৰেচাৰৰ ওপৰত ৰোগীক সাৱধানে তুলিব লগা হয় আৰু কেনেকৈ ৰোগীক বেছি কষ্ট নিদিয়াকৈ কান্ধেৰে ষ্ট্ৰেচাৰ কঢ়িয়াই লৈ যাব লাগে। তেওঁ নিজেও সেই ৰুক্ষ পথাৰত দীঘলীয়া মাৰ্চত যোগদান কৰিলে। এসময়ত তেওঁ ভাৰতত প্ৰোটেষ্টাণ্ট্ মিছনেৰি আছিল আৰু অলপ হিন্দী ক'বলৈও শিকিছিল। সেয়েহে ভাৰতীয়সকলৰ লগত তেওঁ সহজেই মিলি যাব পাৰিছিল। গান্ধীয়ে ৰাজকোটত থকা সময়ত মিছনেৰিসকলক বৰ সুদৃষ্টিৰে নাচাইছিল, কিন্তু ডাঃ বুথক দেখি ব্ৰিটিশ্ব মিছনেৰিসকলৰ প্ৰতি তেওঁৰ শ্ৰদ্ধা বহুত বাঢ়ি গ'ল।

বু'ৰসকলৰ লগত হোৱা স্পিয়ন কপ্ (Spion kop) ৰ যুদ্ধত ব্ৰিটিশ্ব সৈন্যসকল বেয়াকৈ হাৰি পশ্চাদপসৰণ কৰিবলৈ বাধ্য হ'ল। ভাৰতীয় ভলণ্টিয়াৰৰ দল তেতিয়া শিল-বৰষুণৰ মাজতে সেই যুদ্ধক্ষেত্ৰত হাজিৰ হ'লগৈ। তেওঁলোকে তেতিয়া পঁচিছ মাইল ষ্ট্ৰেচাৰ কঢ়িয়াই মৃত আৰু আহতসকলক বেইছ্ কেম্পলৈ আনিছিল আৰু লগতে আনিছিল, খচ্চৰে কঢ়িওৱা পানী-ভৰ্ত্তি গাড়ী প্ৰায় পঁচিছ মাইল চলাই। তেতিয়া তেওঁলোকক সোধা হ'ল যে আৰু পঁচিছ মাইল দূৰৰ যুদ্ধক্ষেত্ৰৰ পৰা মৃত আৰু আহত সৈন্যসকলক আনিব পাৰিব নেকি। যদিও ভাৰতীয় দলৰ লগত কৰা চুক্তি অনুসৰি তেওঁলোকে প্ৰত্যক্ষ যুদ্ধক্ষেত্ৰলৈ যাব নালাগে, তথাপি এই চুক্তি প্ৰতিকূল পৰিস্থিতিৰ কাৰণে ভংগ কৰিবলৈকে অনুৰোধ কৰা হ'ল।

গান্ধীয়ে এই আবেদন পাই মনে মনে আনন্দিত হ'ল। ইমানদিন ভাৰতীয়সকলক প্ৰায়েই কাপুৰুষ আখ্যা দিছিল, এতিয়া আফ্ৰিকাৰ শ্বেতকায়সকলে প্ৰত্যক্ষ কৰক যে সাধাৰণ ভাৰতীয়সকলো বিপদৰ পৰা আঁতৰি যোৱা লোক নহয়, মৃত্যুৰ ভয়কো কেৰেপ নকৰি তেওঁলোকে যুদ্ধক্ষেত্ৰত সেৱা কৰিবলৈ ৰাজী। গান্ধীয়ে আগতেও ষ্ট্ৰেচাৰ কঢ়িয়াইছিল, এইবাৰ দুগুণ উৎসাহেৰে সেই যুদ্ধক্ষেত্ৰলৈ আগবাঢ়ি গ'ল।

এই সময়তে 'প্ৰিটোৰিয়া নিউজ' কাকতৰ ভেৰ ষ্টেণ্ট নামৰ এজন সাংবাদিক তাত হাজিৰ হ'ল। তেওঁ দেখা পালে যে ষ্ট্ৰেচাৰ বহন কৰাৰ পিচত ৰাতিপুৱা গান্ধীয়ে গছ-তলত বহি আৰ্মি-বিস্কুট খাইছে। ওচৰে-পাঁজৰে থকা আন সকলোৱেই যেতিয়া হতাশাত ভুগি আছে, তেতিয়া একমাত্ৰ তেওঁৱেই উৎফুল্লচিত্তে আটাইকে উৎসাহিত কৰিছে। যদিও তেওঁ অতিশয় ক্লান্ত, তথাপি সাংবাদিকজনৰ লগত হাঁহিমুখেৰেই বহুতো কথা পাতিলে।

'স্পিয়ন কপ'ৰ ডাঙৰ যুদ্ধখন হ'ল ভলক্ৰন্‌জত, ইয়াতো ব্ৰিটিশ্বসকল হাৰিলে। ইয়াতো ভাৰতীয় ভলণ্টিয়াৰসকলে প্ৰায় পঁচিছ মাইল খোজকাঢ়ি মৃত আৰু আহত সৈন্যসকলক ফিল্ড হাস্পতাললৈ ষ্ট্ৰেচাৰেৰে কঢ়িয়াই আনিলে। গান্ধীয়ে নিজেই সাংঘাতিকভাৱে আহত জেনেৰেল উড্‌গেটক বেইছ্ হাস্পতাললৈ আনিবলৈ দৌৰি দৌৰি ষ্ট্ৰেচাৰ কঢ়িয়াই নিছিল।

তেওঁলোকৰ এই সেৱাকাৰ্যৰ কাৰণে গান্ধীৰে সৈতে ৩৮ জন ভাৰতীয়ক ৱাৰ-মেডেল প্ৰদান কৰা হৈছিল।

যুদ্ধ চলি থাকোঁতেই দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ ভৱিষ্যৎ সম্পৰ্কে গান্ধীৰ চিন্তা হৈছিল। তেওঁ ব্ৰিটিশ্ব সাম্ৰাজ্যৰ প্ৰতি ভাৰতীয়সকলৰ আনুগত্য প্ৰকাশ কৰি ভৱিষ্যতে আৰু বহুতো কাম নিশ্চয় কৰিব; কিন্তু তেওঁৰ আশংকা হ'ল যে বুৰ'ৰ যুদ্ধ অন্ত হোৱাৰ পিচত ভাৰতীয়সকলৰ অৱস্থা আৰু বেয়াৰ ফালেহে ঢাল খাব।

এই বিষয়ে তেওঁ দাদাভাই নৌৰজিক সকলো কথা জনাই এখন দীঘলীয়া চিঠি লিখিলে। এই চিঠিত তেওঁ এইদৰেও লিখিলে যে দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলক সামাজিক কুষ্ঠৰোগীৰ দৰে জ্ঞান কৰে।

পিচৰ ফাললৈ বুৰ'ৰ যুদ্ধৰ ফল ব্ৰিটিশ্বসকলৰ ফালেই অনুকূল হ'ব ধৰে। ১৯০০ চনৰ ২৭ আগষ্ট তাৰিখে ৰবাৰ্টছ্ অ'বুলাৰৰ সন্মিলিত বাহিনীয়ে বাৰ্গেনডলৰ যুদ্ধত বুৰ'ৰ বাহিনীক পৰাস্ত কৰি এই যুদ্ধৰ প্ৰথম পৰ্যায় সমাপ্ত কৰে। জেনেৰেল ৰবাৰ্টছে ১ ছেপ্টেম্বৰ তাৰিখে ট্ৰান্সভাল দখল কৰাৰ পিচত 'যুদ্ধ শেষ' বুলি ঘোষণা কৰি ১৯০১ চনৰ ১ জানুৱাৰীত ইংলণ্ডলৈ উভতি যায়। কিন্তু তেতিয়ালৈ যুদ্ধৰ দ্বিতীয় পৰ্যায় 'গেৰিলা যুদ্ধ' স্বৰূপে আৰম্ভ হ'ল। ব্ৰিটিশ্ব বাহিনীয়ে তেতিয়া পোৰা-মাটি নীতি (Scorched earth policy) অনুসৰণ কৰি বহুতো ডাচ্ শস্য-ভূমিত জুই লগাই দিলে আৰু বহুতো বু'ৰৰক অন্তৰীণ কৰি ৰাখিলে। তাৰ পিচত ১৯০২ চনৰ ফেব্ৰুৱাৰী মাহত জেনেৰেল কিচেনাৰে বুৰ'ৰ সৈন্যবাহিনীৰ প্ৰধান জেনেৰেল বোথাক পুব-ট্ৰান্সভালৰ পৰা বিতাড়িত কৰিলে আৰু অৰেঞ্জ ফ্ৰি ষ্টেটত এক সফল ব্ৰিটিশ্ব অভিযান চলালে। তেতিয়াৰ পৰাই বুৰ'ৰ সৈন্য বাহিনী দুৰ্বল হৈ পৰিল। অৱশেষত ১৯০২ চনৰ ১২

এপ্ৰিল তাৰিখে বু'ৰৱসকলৰ নেতাসকলে জেনেৰেল কিচেনাৰৰ লগত মিলিত হৈ এক শান্তি চুক্তি স্বাক্ষৰ কৰিবলৈ সন্মত হ'ল আৰু তেতিয়াৰ পৰাই এই বুৰ'ৰ যুদ্ধ ক্ষান্ত হ'ল। সেই বছৰৰে ১৫ মে' তাৰিখে ভিৰিনিগিং চুক্তিত বৱ'ৰসকলে দক্ষিণ আফ্ৰিকাৰ ওপৰত ব্ৰিটিশ্ব-সাৰ্বভৌমত্ব মানি ললে। অৱশ্যে তেওঁলোকৰ ভাষা আৰু সংস্কৃতিৰ বান্ধোনত কোনো বাধা নাথাকিব বুলি স্বীকৃতি দিয়া হ'ল, তদুপৰি সকলোবোৰ কলনিতে স্বায়ত্ত শাসন স্বীকাৰ কৰি লোৱা হ'ল।

ভাৰতীয় এম্বুলেঞ্চ বাহিনী সম্পূৰ্ণকৈ ভংগ কৰাৰ পিচত গান্ধীয়ে আকৌ তেওঁৰ আইন ব্যৱসায় আৰম্ভ কৰিলে। এদিন তেওঁ মাৰ্কাৰি লেনত থকা অফিচত সোমাওঁতেই হেৰি এছ্‌কম্বে ৰাস্তা পাৰ হৈ আহি তেওঁক লগ ধৰি, কৰমৰ্দন কৰি দুই-এটা কথা পতাৰ ইচ্ছা ব্যক্ত কৰিলে। তেওঁ ক'লে, "মিঃ গান্ধী, মই সঁচাই দুঃখিত যে এদল ক্ষিপ্ত জনতাই আপোনাক হত্যা কৰিবলৈ উদ্যত হৈছিল। পুলিচ্ চুপাৰিণ্টেডেণ্ট্ আলেকজেণ্ডাৰৰ উপস্থিত বুদ্ধিৰ বলত আপুনি সেইদিনা ৰক্ষা পৰিলে, তাৰ কাৰণে ঈশ্বৰক ধন্যবাদ।"

মোৰ আটাইতকৈ ভাল লাগিল এই কাৰণেই যে, আপুনি তাহাঁতৰ বিৰুদ্ধে কোনো অভিযোগ আনিব নিবিচাৰিলে। আপুনি যে অন্যায়কাৰীক ক্ষমা কৰিলে, সেয়া সঁচাকৈয়ে খ্ৰীষ্টান জনোচিত কাম।"

গান্ধীয়ে ক'লে, "কেৱল খ্ৰীষ্টধৰ্মতে নহয়, আমাৰ হিন্দু ধৰ্মতো কয় যে সদায় অহিংস নীতি মানি চলিলেই ঈশ্বৰৰ প্ৰিয় কাম কৰা হয়, মিষ্টাৰ এছ্‌কম্ব।"

"বাহ্, আপুনি দেখিছোঁ সঁচাই এজন ধাৰ্মিক ব্যক্তি। সেয়েহে আপুনি যে এম্বুলেঞ্চ বাহিনী গঠন কৰি বুৰ'ৰ যুদ্ধত ব্ৰিটিশ্ব যুদ্ধ-প্ৰয়াসক সাহায্য কৰিছিল, তাৰ কাৰণে আপোনাক অভিনন্দন, ছাৰ্জেণ্ট মেজৰ গান্ধী।"

"সেই উপাধি উল্লেখ কৰি মোক লাজ নিদিব, মিঃ এছ্‌কম্ব। সাধ্যানুসৰি সকলোৰে লগত অলপ মাথোঁ সাহায্য কৰিছোঁ।"

"তথাপি ভাৰতীয়সকলৰ হৃদয়ত যে আৰ্তক সহায় কৰাৰ এই খ্ৰীষ্টান্ চেৰিটি আছে সেইটো আগতে নাজানিছিলোঁ। যি হওক, আপোনাক আকৌ ধন্যবাদ জনাইছোঁ।" এইদৰে কৈ তেওঁ গান্ধীক কৰমৰ্দন কৰি বিদায় ল'লে।

এই সাক্ষাতৰ তিনি ঘণ্টা পিচতে গান্ধীয়ে অফিচৰ পৰা লাঞ্চ খাবলৈ ঘৰলৈ আহোঁতে এছ্‌কম্বৰ এজন ভৃত্যই দৌৰি আহি জনালে যে মিঃ এছ্‌কম্বে এইমাত্ৰ হৃদৰোগত দেহত্যাগ কৰিছে।

খবৰটো শুনি গান্ধীৰ মন বৰকৈ বেয়া হৈ গ'ল। মিঃ এছ্‌কম্ব প্ৰকৃততে ভাৰতীয়সকলৰ মানৱিক অধিকাৰৰ বিৰুদ্ধেই সেই আন্দোলনৰ নেতা আছিল, তথাপি মৃত্যুৰ আগে

আগে তেওঁৰ ভাৰতীয়সকলৰ প্ৰতি শ্ৰদ্ধাভাব জাগৰিত হৈছিল। হয়তো অৱশেষত তেওঁ ভাৰতীয়সকলৰ মিত্ৰ স্বৰূপেই পৰিগণিত হ'লহেঁতেন।

গান্ধীয়ে তেতিয়া এছ্কম্বৰ পৰলোক-গত আত্মাৰ সদ্গতিৰ কাৰণে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালে।

১৯০১ চনৰ ২২ জানুৱাৰী তাৰিখে ব্ৰিটিশ্ব সম্ৰাজ্ঞী ভিক্টোৰিয়াৰ কেইদিনমান মাত্ৰ ৰোগত ভোগাৰ পিচত মৃত্যু হয়। খবৰটো শুনি আন ভাৰতীয়সকলৰ দৰে গান্ধীও শোকত মুহ্যমান হৈ পৰিল। মহাৰাণী ভিক্টোৰিয়া ভাৰতৰ সম্ৰাজ্ঞী আছিল তিয়াল্লিছ্ বছৰতকৈও অধিক কাল। বেছিভাগ ভাৰতীয়ই তেওঁলোকৰ জন্মৰ পৰাই গম পাই আহিছিল যে ভাৰতৰ অধিষ্ঠাত্ৰী দেৱী হৈছে মহাৰাণী ভিক্টোৰিয়া। তেওঁৰ মৃত্যুত তেওঁলোক যেন অনাথ হৈ পৰিল।

গান্ধীয়ে লগে লগে লণ্ডনৰ ব্ৰিটিশ্ব গভৰ্ণমেণ্টলৈ এখন টেলিগ্ৰাম পঠালে ঃ

"British Indians in Natal tender condolences to the Royal family in their bereavement and join Her Majesty's other children in bewailing the Empire's loss in the death of the greatest and most loved sovereign on earth."

তেওঁ ডাৰ্বানৰ পথেৰে ভাৰতীয়সকলক লৈ এক শোকযাত্ৰা পৰিচালনা কৰিলে আৰু অন্যান্য চহৰৰ ভাৰতীয়সকলকো তাকে কৰাৰ কাৰণে টেলিগ্ৰাম কৰিলে। তাৰ পিচত এখন জনসভাত ভিক্টোৰিয়াৰ ছবিৰ সন্মুখত ফুলৰ থোপা সজাই থ'লে আৰু এটা মনোজ্ঞ বক্তৃতা দিলে।

গান্ধীয়ে ভিক্টোৰিয়াৰ ছবিসহ ব্ৰিটিশ্ব সাম্ৰাজ্যৰ এখন মেপ ছপাই বন্ধু-বান্ধৱ আৰু সৰু সৰু ল'ৰা-ছোৱালীহঁতৰ মাজত বিলাই দিলে। সেই মেপত দেখুওৱা হ'ল ভিক্টোৰিয়াৰ ৰাজত্বৰ আগতে ব্ৰিটিশ্ব সাম্ৰাজ্যৰ ব্যাপ্তি কিমান আছিল আৰু তেওঁৰ মৃত্যুৰ সময়ত এই পৰিসৰ কিমান বৃদ্ধি পালে। ভাৰতত ব্ৰিটিশ্ব দখল ১৮৩৮ চনত আছিল কেইখনমান মাথোঁ ৰাজ্যত, কিন্তু ১৯০১ চনত সমস্ত ভাৰতবৰ্ষ আৰু আফগানিস্থান ব্ৰিটিশ্ব সাম্ৰাজ্যৰ কবলত। ভিক্টোৰিয়াৰ ছবিৰ তলত লিখা আছিল ঃ "মাত্ৰ বাৰ বছৰ বয়সত ৰাজকুমাৰী ভিক্টোৰিয়াক তেওঁৱেই ভৱিষ্যতে ইংলণ্ডৰ ৰাণী হ'ব বুলি জনাওঁতে তেওঁ গভৰ্ণেছক কৈছিল, "মই ভাল হ'ম"।

সেই বছৰৰে মে' মাহত গান্ধীয়ে তেওঁৰ জীৱনৰ আৰু এক ডাঙৰ শোক পালে— তেওঁৰ গুৰু, প্ৰিয় বন্ধু আৰু পৰম হিতৈষী ৰায়চাঁদজীৰ মৃত্যু।

গান্ধী প্ৰথমে শোকত অভিভূত হৈ পৰিল। তেতিয়া তেওঁৰ গীতাৰ সেই বিখ্যাত শ্লোক মনত পৰিল, যি ৰায়চাঁদজীৰ চৰিত্ৰকে যেন ব্যাখ্যা কৰে ঃ

দুঃখেষ্বনুদ্বিগ্নমনাঃ সুখেষু বিগতস্পৃহঃ।
বীতৰাগভয়ক্ৰোধঃ স্থিতধীৰ্মুনিৰুচ্যতে।।

— দুখত উদ্বেগহীন, সুখত নিস্পৃহ, ভয় মুক্ত আৰু ক্ৰোধৰহিত মুনিকে স্থিতপ্ৰজ্ঞ বুলি কোৱা হয়।

এই সময়তে এজন বন্ধুলৈ লিখা এখন চিঠিত গান্ধীয়ে তেওঁৰ মনোভাব ব্যক্ত কৰিলে ঃ

"এই সংবাদ বিশ্বাস কৰা কঠিন। এইটো মোৰ মনৰ পৰা কোনোমতেই মচি পেলাব পৰা নাই। এই দেশত কিবা এটা কথা ভাবিবলৈকো সময় নাই। মই এই চিঠি পোৱাৰ সময়ত মোৰ ডেস্কত বহি কাম কৰি আছিলোঁ। খবৰটো পঢ়ি এক মিনিট সময় মই অভিভূত হ'লোঁ, তাৰ পিচত আকৌ অফিচৰ কামত লাগিলোঁ। ইয়াত জীৱন এনেকুৱাই। কিন্তু যেতিয়াই অৱসৰ পাওঁ, ৰায়চাঁদজীৰ কথা মনত পৰে। ..... মই তেওঁক ভাল পাইছিলোঁ। ...... মই সেয়েহে স্বাৰ্থপৰৰ দৰে তেওঁক স্মৰণ কৰিছোঁ। তোমাকনো আৰু কি সান্ত্বনা দিব পাৰোঁ?

তথাপি গান্ধীৰ এনেহে লাগিল যেন তেওঁৰ জীৱনৰ বহুতো স্থান খালী হৈ গ'ল। ৰায়চাঁদজীৰ মধুৰ কথা-বতৰা, তেওঁক ধৰ্মৰ পথত চলিবৰ কাৰণে কৰা উৎসাহদান অথবা ভাৰতৰ পৰা হিন্দু ধৰ্মৰ বিষয়ে মূল্যবান গ্ৰন্থৰ সৰবৰাহ— এই সকলোৰেই অভাৱবোধ তেওঁৰ অনুভূত হ'ল। আটাইতকৈ ডাঙৰ কথাটো হ'ল, যেতিয়াই গান্ধীৰ মনত হিন্দু ধৰ্ম সম্পৰ্কে কোনো সংশয় উপস্থিত হয়, তেতিয়াই ৰায়চাঁদজীয়ে তেওঁৰ অকাট্য যুক্তিৰে গান্ধীৰ সেই সন্দেহ নিৰসন কৰিছিল।

* * *

গান্ধীয়ে ভাৰতৰ পৰা দক্ষিণ আফ্ৰিকালৈ আহিছিল অলপ দিনৰ কাৰণে। কিন্তু ইয়াত থাকি গ'ল প্ৰায় দুবছৰ কাল।

এতিয়া গান্ধীৰ মনতে ভাব হ'ল যে তেওঁৰ দক্ষিণ আফ্ৰিকাত থকাৰ সময় শেষ হৈ আহিছে। বু'ৰৰ যুদ্ধৰ ফল স্বৰূপে ট্ৰান্সভাল আৰু অৰেঞ্জ ফ্ৰী ষ্টেটতো ব্ৰিটিশ্ব 'ইউনিয়ন জেক্' পতাকা উৰিছে। ব্ৰিটিশ্ব সাম্ৰাজ্যৰ অংশ হিচাপে ভাৰতীয়সকলৰ ভোটৰ অধিকাৰ আৰু অন্যান্য দাবী স্বীকৃত হ'ব। তদুপৰি বুৰ'ৰ যুদ্ধত ভাৰতীয় স্বেচ্ছাসেৱক বাহিনীৰ অৱদানৰ ফলস্বৰূপে ভাৰতীয়সকলে যি সুনাম অৰ্জন কৰিছে ই তেওঁলোকৰ সমান অধিকাৰৰ দাবী প্ৰবল কৰি তুলিব, তাত সন্দেহ নাই। আটাইতকৈ ডাঙৰ কথাটো হ'ল, ইয়াত এতিয়া থাকিলে তেওঁ কেৱল আইন ব্যৱসায় কৰি প্ৰধানতঃ

ধন উপাৰ্জন কৰিব পাৰিব, কিন্তু সেইটোতো তেওঁৰ জীৱনৰ প্ৰকৃত উদ্দেশ্য নহয়। সেয়েহে এতিয়া দেশলৈ উভতি যোৱাই উচিত। বিশেষকৈ গোখলেই তেওঁক ভাৰতীয় কংগ্ৰেছৰ মানৱিক সংস্কাৰ আন্দোলনত জড়িত কৰাৰ কথা কৈছে।

তেওঁৰ অবৰ্তমানে নাটাল ভাৰতীয় কংগ্ৰেছৰ কাম মিয়াখান আৰু নজাৰৰ যোগ্য হস্তত ন্যস্ত হৈছে কাৰণে গান্ধীয়ে সন্তোষ লাভ কৰিছে। সেয়েহে তেওঁ ভাৰতীয় সমাজৰ নেতাসকলক দেশলৈ উভতি যোৱাৰ কথা কওঁতে তেওঁলোক মান্তি হ'ল এটা চৰ্তত। চৰ্তটো হ'ল এয়ে যে এবছৰৰ ভিতৰত ইয়াত যদি আকৌ গান্ধীৰ উপস্থিতি জৰুৰী হৈ পৰে, তেনেহ'লে তেওঁ আকৌ দক্ষিণ আফ্ৰিকালৈ উলটি আহিব।

কিন্তু শেঠ আব্দুল্লাই গান্ধীক বিদায় সম্বৰ্ধনা নিদিয়াকৈ বিদায় দিব নোৱাৰে। সেয়েহে ১৯০১ চনৰ ১৫ অক্টোবৰ তাৰিখে শেঠৰ ঘৰত সেই বিদায় সম্বৰ্ধনা পতা হ'ল আৰু তাত কস্তুৰবাই আৰু ল'ৰাহঁতক বহুতো মূল্যবান গহনা আৰু অন্যান্য দামী সামগ্ৰী উপহাৰস্বৰূপে দিলে। কস্তুৰবাইক দিয়া গহনা সমূহেই আছিল অত্যন্ত দামী। তেওঁক দিয়া সোণ আৰু হীৰাৰ অলংকাৰৰ মূল্য আছিল পঞ্চাছ গিনি।

সেইদিনা নিশা গান্ধীৰ টোপনি অহা নাই, তেওঁ নিজৰ কোঠাৰ ভিতৰতে খোজকাঢ়িবলৈ ধৰিলে। গান্ধীয়ে চিন্তা কৰিছে, আজিৰ বিদায়-সম্বৰ্ধনাত তেওঁলোকক দিয়া উপহাৰবোৰ ৰখাৰ কিবা যুক্তি আছে জানো? এয়াতো তেওঁকে দিয়া নাই, প্ৰকাৰান্তৰে তেওঁৰ লগত যিসকল ভাৰতীয়ই আন্দোলন কৰিছে সকলোৰে কাৰণে এই উপহাৰ। সেই অৰ্থত তেওঁ অকলে এইবোৰ উপহাৰ ৰখা উচিত নহয়। তদুপৰি তেওঁতো নিজৰ জীৱনযাত্ৰাক সহজ-সৰল কৰিব বিচৰা সময়ত এইবোৰ দামী উপহাৰ নিয়া উচিত হ'ব জানো? তেওঁৱেঁইতো সকলোকে গহনাৰ প্ৰতি আসক্তি বৰ্জন কৰিবলৈ উপদেশ দিছে!

সেই নিশাই তেওঁ সকলো গহনা ওভোতাই দিয়াৰ সংকল্প ল'লে।

পিচদিনা ৰাতিপুৱাই গান্ধীয়ে প্ৰথমে ল'ৰাহঁতৰ কোঠাত সোমাল। কোঠাটোত হৰিলাল, মণিলাল আৰু গান্ধীৰ ভাগিন গোকুল দাস থাকে। সিহঁতক তেওঁ যুক্তিৰে উপহাৰ ওভোতাই দিয়াত সন্মত কৰিলে। অকল সেয়ে নহয়, হৰিলাল আৰু মণিলালে সিহঁতৰ মাককো এই বিষয়ত বুজাই-মেলি ক'বলৈ মান্তি হ'ল।

প্ৰাতৰাশৰ সময়ত গান্ধীয়ে কস্তুৰবাইক সন্তৰ্পণে উপহাৰ ওভোতাই দিয়াৰ কথাটো ক'লে।

কস্তুৰবাই কিন্তু সন্মত নহ'ল। তেওঁ ক'লে, "তুমি এইবোৰ সোণৰ-ৰূপৰ গহনা নিবিচৰা। ল'ৰাহঁতকো বুজাই কৈছা যে এইবোৰৰ প্ৰয়োজন নাই, সিহঁতেতো তোমাৰ কথাতে উঠা-বহা কৰে। কিন্তু আমাৰ বোৱাৰীহঁতৰ কি হ'ব? সিহঁতে নিশ্চয় সেইবোৰ পিন্ধিব বিচাৰিব? উহুঁ, মই এইবোৰ অলংকাৰ ওভোতাই নিদিওঁ, এই অলংকাৰবোৰতো সকলোৱে মোক ভাল পায়েই দিছে।"

গান্ধীয়ে উত্তৰ দিলে, "ল'ৰাইঁতৰতো এতিয়া বিয়া হোৱা নাই আৰু কম বয়সত সিহঁতৰ বিয়াও নাপাতোঁ। সিহঁত ডাঙৰ হ'লে নিজৰ স্ত্রীক নিজেই গহনা কিনি দিব পাৰিব। তদুপৰি আমাৰ আটাইবোৰ বোৱাৰীৰে গহনাৰ প্ৰতি লোভ নাথাকিবও পাৰে। তথাপি যদি একান্তই সিহঁতক গহনা দিব লগা হয়, তেনেহ'লে মোক ক'বা, মই তেতিয়া কিনি দিম।"

কস্তুৰবাই অলপ খঙেৰেই ক'লে, "তুমি গহনা কিনি দিবা? তোমাকতো মই ভালকৈয়ে চিনি পাইছোঁ। তুমিতো মোৰ সকলো গহনাই লৈ গ'লা, আৰু তুমি এতিয়া মোৰ ভাবী বোৱাৰীহঁতৰ কাৰণে গহনা কিনাৰ প্ৰতিশ্ৰুতি দিছা? তদুপৰি মোক দিয়া উপহাৰ ওভোতাই দিয়াৰ তোমাৰ কি অধিকাৰ আছে?

গান্ধীয়ে মিচিকিয়াই উত্তৰ দিলে, "কিন্তু এই গহনাবোৰ মই ভাৰতীয়সকলক কৰা সেৱাৰ কাৰণেইতো তেওঁলোকে তোমাক দিছে।"

"সেইটো বাৰু মানিছোঁ, কিন্তু পাহৰি নাযাবা যে তোমাৰ সেৱাক মোৰ সেৱাৰ কাৰণেও বুলি ক'ব পাৰি"— কস্তুৰবাইয়ে জোৰ দি ক'লে, "দিনে-ৰাতিয়ে খাটি তোমাৰ সেৱা কৰিছোঁ, তুমি যি কৰিবলৈ কৈছা, কৰিছোঁ। সেয়া সেৱা নহয় নেকি? তোমাৰ যি মন গৈছে, তাকে মই শুনিছোঁ, বহুত সময়ত চকুৰ পানী পেলায়ো মই সেই কাম কৰিছোঁ। এতিয়া তুমি কৈছা যে সকলো তোমাৰ সেৱাৰ কাৰণেই হৈছে?"

গান্ধী মনে মনে থাকিল, তেতিয়া কোনো উত্তৰ নিদিলে। কিন্তু নিশা সকলোৰে আঁৰালত আকৌ গহনা ওভোতাই দিয়াৰ কাৰণে অনুনয়-বিনয় কৰিব ধৰিলে। কস্তুৰবায়ে এক দীৰ্ঘ নিঃশ্বাস পেলাই অৱশেষত সন্মতি দিলে। স্বামীৰ সকলো কথাই তেওঁ ইমানদিনে শুনি আহিছে আৰু তেওঁৰ সকলো যুক্তিকে মানিছে। এতিয়া আৰু অন্যথা কৰিব নোৱাৰে। তাৰ পিচত ভাবি চালে যে সৰল জীৱন-যাত্ৰা পালন কৰেই যদি এইবোৰ গহনাৰে বা প্ৰয়োজন কি? তেতিয়া তেওঁৰ নিজৰে গহনাৰ প্ৰতি আসক্তি আঁতৰি গৈছে। সেয়েহে এইবোৰ শেষত বোজাৰ নিচিনাহে হ'ব। গতিকে তেওঁ অলপ অনিচ্ছা সত্ত্বেও সকলো গহনা ওভোতাই দিবলৈ সন্মতি জনালে।

গান্ধীয়ে পিচদিনা বেংকলৈ গৈ পাৰ্চী ৰুস্তমজীৰ অধীনত এটা ট্ৰাষ্ট ফাণ্ড খুলি সেই উপহাৰবোৰ তাত জমা কৰি আহিল।

অৱশেষত ১৯০১ চনৰ ১৮ অক্টোবৰ তাৰিখে পৰিয়ালৰ আটাইকে লৈ বোম্বাইৰ উদ্দেশ্যে গান্ধী জাহাজত উঠিল।

## সপ্তদশ অধ্যায়

# আকৌ ভাৰতত

১৯০১ চনৰ ১৮ অক্টোবৰ তাৰিখে ভাৰতগামী 'এছ. এছ. নউছেৰা' নামৰ জাহাজখনে গান্ধী-পৰিবাৰক লৈ ডাৰ্বান বন্দৰ এৰিলে। বাটত মৰিছাছ বন্দৰত জাহাজ তিনি সপ্তাহৰ কাৰণে ৰ'ল। ইয়াত তেতিয়া এক ডাঙৰ ভাৰতীয় ব্যৱসায়ী সম্প্ৰদায় আছিল। তেওঁলোকে ইতিমধ্যেই দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলৰ কাৰণে কৰা গান্ধীৰ কাৰ্যকলাপৰ সংবাদ পাইছিল। সেয়েহে তেওঁলোকক মৰিছাছত শ্ৰদ্ধান্বিতভাৱে আপ্যায়ন কৰিলে। এদিন গান্ধীয়ে মৰিছাছৰ তৎকালীন গভৰ্নৰ ছাৰ চাৰ্লছ ব্ৰুছৰ অতিথিস্বৰূপে তেওঁৰ গৃহত কটালে। ছাৰ চাৰ্লছ আছিল এজন বিখ্যাত সংস্কৃত পণ্ডিত। গান্ধীৰ নাম তেওঁ আগতেই শুনিছিল।

গান্ধীয়ে তেওঁৰ পৰিবাৰক লৈ ১৪ ডিচেম্বৰ তাৰিখে ৰাজকোটত উপস্থিত হয়। আত্মীয়সকলে যথাৰীতি তেওঁলোকক সাদৰ অভ্যৰ্থনা কৰিলে। ডাঙৰ ককাইদেৱে লক্ষ্মী দাসক দেখা পাই গান্ধী অতিকে আনন্দিত হ'ল। তেওঁ মূৰ দোঁৱাই দাদাকক প্ৰণাম কৰোঁতেই দাদাকে সৰু ভায়েকক বুকুত সাৱটি ধৰিলে।

আত্মীয়সকল আটাইতকৈ বেছি আনন্দিত হ'ল তিনি বছৰীয়া ৰামদাস আৰু এবছৰীয়া দেৱদাসক দেখি। দেৱদাসক একোলা ল'বলৈ হেতা-ওপৰা লাগিল। এইবোৰ দেখি গান্ধীয়ে মিচিকিয়ালে। তেওঁ জানে যে কস্তুৰবাইয়ো এতিয়া খুচি হ'ব, তেওঁতো ইয়াতে এতিয়া ল প্ৰেক্‌টিছ আৰম্ভ কৰিব।

কিন্তু গান্ধীয়ে ৰাজকোটত বেছি দিন থাকিব নোৱাৰিলে, কাৰণ তিনি দিন পিচতেই ছাৰ ফিৰোজশ্বাহ মেহ্‌তাৰ লগত পৰামৰ্শ কৰাৰ কাৰণে তেওঁ বোম্বাইলৈ যাব লগা হ'ল। সেই বছৰৰ শেষত কলকাতাত ভাৰতীয় জাতীয় কংগ্ৰেছৰ বছৰেকীয়া অধিৱেশন হ'ব। গান্ধীৰ অত্যন্ত ইচ্ছা যে তাত দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ অৱস্থাৰ বিষয়ে বক্তৃতা দিব আৰু এটা প্ৰস্তাৱ পাছ কৰিব।

কিন্তু ছাৰ ফিৰোজ খুব ব্যস্ত আছিল কাৰণে তেওঁক লগ ধৰিব পৰা নগ'ল। তেতিয়া তেওঁৰ চেক্ৰেটাৰীৰ লগত কথা পাতি ঠিক কৰা হ'ল যে ৰেলগাড়ীৰ প্ৰাইভেট্ ছেলুন-কাৰত ছাৰ ফিৰোজ যেতিয়া কলিকতালৈ যাব, তেতিয়াই গান্ধীয়ে তেওঁক লগ ধৰিব। সেই বছৰ কংগ্ৰেছৰ প্ৰেছিডেণ্ট নিযুক্ত হৈছিল ডিনশ্বা ৱাচা মেহ্‌তাৰ লগত তেৰোঁ একেটা কম্পাৰ্টমেণ্টতে কলকাতালৈ যাব।

নির্দিষ্ট ষ্টেছনত গাড়ী ৰওঁতেই গান্ধীয়ে ছাৰ ফিৰোজশ্বাহ মেহ্‌তাৰ ছেলুন-কাৰত হাজিৰ হ'ল। তাত তেতিয়া ডিনশ্বাৰ উপৰিও বিখ্যাত বেৰিষ্টাৰ চিমনলাল শীতলাবাদো আছিল। তেওঁক দেখিয়েই ছাৰ ফিৰোজশ্বাহে ক'লে, "গান্ধী, বোধকৰোঁ তোমাৰ কাৰণে একো কৰিব পৰা নাযাব। অৱশ্যে আমি তোমাৰ প্ৰস্তাৱ সমৰ্থন কৰিম। কিন্তু আমাৰ নিজৰ দেশতে কিমাননো ৰাজনৈতিক অধিকাৰ আছে? মোৰ বিশ্বাস, ভাৰতত যেতিয়ালৈকে আমাৰ অধিকাৰ স্থাপিত নহয়, তেতিয়ালৈকে কলনিৰ ভাৰতীয়সকলৰ সম্বন্ধে কিবা কৈ লাভ নহ'ব।"

এই কথা শুনি গান্ধী খুব নিৰাশ হ'ল। তেওঁ ভাবিছিল ছাৰ ফিৰোজশ্বাহ মেহ্‌তাক যুক্তিৰে অলপ বুজায়, কিন্তু বোম্বাই হাইকৰ্টৰ 'সিংহ'ৰ লগত কোনে তৰ্ক কৰিব? শীতলাবাদেও ছাৰ ফিৰোজশ্বাহৰ কথাকে সমৰ্থন কৰিলে। কিন্তু ডিনশ্বা ৱাচাই তেওঁক উৎসাহ দি ক'লে, "আপুনি আপোনাৰ প্ৰস্তাৱটো লিখি আনি মোক দেখুৱাব, হ'বনে?"

গান্ধী সন্মত হ'ল।

হাওড়া ষ্টেছনত গাড়ী ৰওঁতেই অভ্যৰ্থনা কমিটিৰ নেতাসকলে বিৰাট শোভাযাত্ৰা কৰি ছাৰ ফিৰোজশ্বাহ মেহ্‌তা, ডিনেশ্বা ৱাচা আৰু গণ্যমান্য কংগ্ৰেছ নেতাসকলক কলকাতাৰ বিডন স্কোৱাৰৰ ফালে লৈ গ'ল, য'ত কংগ্ৰেছ অধিৱেশনৰ কাৰণে এক বিশাল তম্বু তৰা হ'ব। কিন্তু গান্ধী নিজে ক'লৈ যাব একো ওৰ নেপাই তেওঁ কংগ্ৰেছৰ স্বেচ্ছাসেৱী এগৰাকীক সুধিলেগৈ। স্বেচ্ছাসেৱীজনে খবৰ দিলে যে বহুতো ডেলিগেটক ৰিপন কলেজত ৰখাৰ ব্যৱস্থা কৰা হৈছে, তেওঁৰো তালৈকে যাব পাৰে। গান্ধীয়েও তালৈকে যোৱাতো থিৰাং কৰাত স্বেচ্ছাসেৱকজনে তেওঁক তালৈ লৈ গ'ল।

পিচদিনা তাত হাজিৰ হ'ল লোকমান্য তিলক। তিলক তেতিয়া সমস্ত ভাৰতব্যাপী জনাজাত। অলপ দিনৰ আগতে তেওঁ দীৰ্ঘ সময়ৰ কাৰণে কাৰাবাস খটাৰ পিচত মুক্তি পাইছে। তেৱেঁই প্ৰথমতে ঘোষণা কৰিছিল, "স্বৰাজ মোৰ জন্মগত অধিকাৰ আৰু মোৰ প্ৰাপ্য।" তেওঁ কংগ্ৰেছৰ উগ্ৰপন্থীসকলৰ নেতা।

তিলকে তেতিয়া কলকাতাৰ য'লৈকে যাওক, তাতে তেওঁক লৈ দৰবাৰ অনুষ্ঠিত হয়। তেওঁ বিছনাৰ ওপৰত বহি থাকে, আৰু তেওঁৰ ভক্ত আৰু স্তাৱকবৃন্দই তেওঁৰ চাৰিওফালে চকী অথবা মজিয়াতে বহে। অন্যান্য লোকসকলৰ দৰে গান্ধীও তিলকৰ ব্যক্তিত্ব আৰু চাৰিত্ৰিক দৃঢ়তা দেখি মুগ্ধ, কিন্তু তেওঁ তিলকৰ নীতিৰ অন্ধ সমৰ্থকত পৰিণত হোৱা নাছিল।

এদিন তাত অমৃতবাজাৰ পত্ৰিকাৰ সম্পাদক বাবু মতিলাল ঘোষ আহি উপস্থিত হ'ল। দুয়োৰো মাজত হোৱা ভাৰতীয়সকলৰ প্ৰতি ইংৰাজৰ অবিচাৰৰ আলোচনা আৰু সময়ে সময়ে তোলা হাঁহিৰ খলকনিৰ কথাই গান্ধীৰ অন্তৰত চিৰকালৰ কাৰণে চিন ৰাখি থৈছিল।

সেই সময়ত ভাৰতীয় কংগ্ৰেছ বছৰেকত তিনি দিনৰ বাবে অনুষ্ঠিত হৈছিল। তাৰ পিচত বছৰৰ বাকী সময়খিনি আটায়েই সুপ্ত। ফলস্বৰূপে স্বেচ্ছাসেৱকসকলে কোনো প্ৰশিক্ষণ নাপাইছিল অথবা কংগ্ৰেছৰ কাম সমস্ত বছৰ ধৰি পৰিচালনা কৰিবলৈ কংগ্ৰেছৰ কোনো স্থায়ী কমিটি নাছিল।

গান্ধীয়ে এই প্ৰতিনিধি আৰু স্বেচ্ছাসেৱকসকলৰ ব্যৱহাৰ দেখি অবাক হ'ল। প্ৰতিনিধিসকলে কুটা এগছিও নলৰাইছিল, সকলো সময়তে স্বেচ্ছাসেৱকসকলক হাত চাপৰি মাৰি মাতি আনি কেৱল হুকুমহে দিয়ে, 'চাহ লৈ আনা', বা 'চিগাৰেট লৈ আনা'। স্বেচ্ছাসেৱক বাহিনীৰ কৰ্তাসকলে আকৌ কামটো নিজে নকৰি তেওঁলোকৰ অধীনস্থসকলক সেইবোৰ কাম কৰিবলৈ দিয়ে। কামৰ নমুনা দেখি গান্ধী অলপ হ'লেও বীতশ্ৰদ্ধ হ'ল।

তেওঁ আটাইতকৈ বিচলিত হ'ল বাথৰুমৰ অৱস্থা দেখি। এই প্ৰতিনিধিবোৰে য'তে ত'তে শৌচ্-পেচাব কৰি দুদিনৰ ভিতৰতে শৌচাগাৰবোৰ ইমান লেতেৰা কৰিলে যে অৱস্থা দেখি গান্ধীৰ ঘিণ লগা ঘিণ লগা ভাব হ'ল। তেওঁ দুজনমান ভলণ্টিয়াৰক মাতি সেইবোৰ পৰিষ্কাৰ কৰাৰ কথা ক'লে। তেওঁ একে আষাৰে সমিধান দিলে, "এইবোৰতো আমাৰ কাম নহয়, এইবোৰ হ'ল মেতৰৰ কাম।" গান্ধীয়ে সেই কথা শুনি নিজেই এটা ঝাৰু যোগাৰ কৰি সেইবোৰ পৰিষ্কাৰ কৰাত লাগিল। সকলো অবাক।

বৰ্ণ ধৰ্মৰ বিকৃতি দেখি গান্ধীয়ে মনত বৰ দুখ পালে। দক্ষিণ ভাৰতৰ প্ৰতিনিধিসকলে অকল আনৰ সংশ্ৰব পৰিহাৰ কৰিয়েই ক্ষান্ত হোৱা নাছিল, তেওঁলোকে আনকি একেটা ৰান্ধনি ঘৰ হোৱা কাৰণেও আপত্তি তুলিলে। তেওঁলোকৰ এই আপত্তিৰ কাৰণেই কলেজৰ ভিতৰৰ চোতালত আন এটা তম্বু তৰি তেওঁলোকৰ ৰান্ধনি ঘৰ কৰা হ'ল। তাতে তেওঁলোকৰ ৰন্ধা, হাত-মুখ ধোৱা আৰু খোৱা-বোৱা চলিবলৈ ধৰিলে। সেই ৰান্ধনি ঘৰ তেতিয়া সকলো সময়তে ধোঁৱা-কোঁৱা হৈ থাকে।

অধিবেশনৰ দুদিন আগতেই কলকাতালৈ অহা দেখি গান্ধীৰ হাতত তেতিয়া অফুৰন্ত সময়। তেওঁ ভাবিলে কংগ্ৰেছৰ কিবা কামত সহায় কৰি এই অৱসৰৰ সময়খিনি অতিবাহিত কৰিব পাৰি। তেতিয়া তেওঁৰ কামৰ অভিজ্ঞতাও হ'ব আৰু কংগ্ৰেছৰ পৰিচালন-পদ্ধতি সম্বন্ধেও তেওঁ সম্ভেদ পাব।

তেতিয়া কংগ্ৰেছৰ স্থানীয় ছেক্ৰেটাৰী আছিল ভূপেন্দ্ৰ নাথ বসু আৰু শ্ৰীযুত ঘোষাল। গান্ধীয়ে ৰাতিপুৱাই কংগ্ৰেছৰ অফিচলৈ গৈ তেওঁৰ অভিপ্ৰায়ৰ কথা ভূপেনবাবুক জনোৱাত তেওঁ ক'লে, "মোৰ হাততো কোনো কাম নাই, ঘোছাল বাবুৰ ওচৰলৈ যাওক।

ঘোছাল বাবুৱে গান্ধীক পাই মনে মনে খুচি হ'ল। তেওঁ ভাবিলে যে কামৰ পৰা

কিছু ৰেহাই পাব। তেওঁ গান্ধীৰ আপাদমস্তক চাই ক'লে, কিন্তু মোৰ তাত মাত্ৰ কেৰাণীৰ কাম আছে, আপুনি কৰিব জানো?"

গান্ধীয়ে মিচিকিয়াই উত্তৰ দিলে, "নিশ্চয় কৰিম। মই কংগ্ৰেছৰ যিকোনো কাম কৰিবলৈ ৰাজী।"

ঘোছালেও ওঁঠত হাঁহি বিৰিঙিয়াই ক'লে, "এৰা, এয়াহে সঁচা-সঁচি ভলণ্টিয়াৰৰ দৰে কথা।" তেওঁ ওচৰে-পাঁজৰে চকু পেলাই ভলণ্টিয়াৰসকলক ক'লে, "তোমালোকে শুনিলানে, যুৱকে কি ক'লে?"

তাৰ পিচত গান্ধীৰ ফালে চাই ক'লে, "এই যে চিঠিবোৰ দেখিছে, সেইবোৰ এই চকীখনত বহি পঢ়া আৰম্ভ কৰক। আপুনি দেখা পাইছেই যে মোৰ ইয়ালৈ কিমান চিঠি আহে? এই চিঠিবোৰৰ বেছিভাগেই কোনো কামৰ চিঠি নহয়, কিন্তু তাৰ মাজতে দৰ্কাৰী চিঠিও থাকিব পাৰে। পিচে সেইবোৰ বাছি উলিয়াবলৈ মোৰ কোনো সহায়ক নাই। আপুনি চিঠিবোৰ বাছি যিবোৰৰ উত্তৰ প্ৰয়োজন, সেইবোৰ লগ লগাই মোক দিয়ক।

গান্ধীয়ে কাম পাই আনন্দিত হ'ল। কেনেকুৱা কাম, সেইটো তেওঁ নাভাবে। এয়াটো তেওঁৰ কাৰণে একো কামেই নহয়, সেয়েহে কেইঘণ্টামানৰ ভিতৰতে ইয়াক অনায়াসেই শেষ কৰিলে।

মিঃ ঘোছালৰ লগত ক্ৰমশঃ গান্ধীৰ ঘনিষ্ঠতা হ'ল। তেওঁ গান্ধীৰ আচল পৰিচয় পাই অলপ লজ্জাবোধ কৰিলে।

গান্ধীয়ে পিচে তেওঁক আশ্বাস দি ক'লে, "আপুনি কোনো প্ৰকাৰেই লজ্জিত হোৱাৰ কাৰণ নাই, ঘোছাল বাবু। মই আপোনাৰ ওচৰত এজন যুৱক মাথোঁ। আপুনিতো কংগ্ৰেছৰ কাম কৰি কৰি চুলি পকাইছে। মইতো এজন যুৱক। তদুপৰি আপুনি মোৰ এজন গুৰুস্থানীয় লোক। কামটো দি আপুনি মোক বাধিত কৰিছে। মই কংগ্ৰেছৰ কাম কৰিব বিচাৰোঁ আৰু আপুনি মোক সেই কাম দিছে। এই কামৰ পৰা মই কংগ্ৰেছৰ পৰিচালনাৰ কিছু আভাস পালোঁ।"

মিঃ ঘোছালে হাঁহি ক'লে, "আপোনাৰ কথা শুনি বৰ ভাল লাগিল গান্ধী। এয়াই হৈছে প্ৰকৃত ভলণ্টিয়াৰৰ মনোভাব। কিন্তু আজিকালিৰ যুৱকসকলে কামলৈ হেলা কৰে। মই অৱশ্যে কংগ্ৰেছ সংগঠনত প্ৰথমৰ ফালেই সোমাই পৰিছোঁ, আনকি মিঃ হিউমে এইটো প্ৰতিষ্ঠা কৰাতো সহায় কৰিছিলোঁ।

গান্ধীৰ লগত ঘোছালৰ বন্ধুত্ব হ'ল? দুয়ো একেলগে লাঞ্চ্ খালে। গান্ধীয়ে দেখা পালে যে এজন ভলণ্টিয়াৰে আহি তেওঁৰ চোলাৰ বুটাম মাৰি দিয়ে। ভলণ্টিয়াৰজনক এই কামৰ পৰা ৰেহাই দি গান্ধীয়ে নিজেই এই কামটো কৰিব ধৰিলে। তাকে দেখি

মিঃ ঘোষালে দুখেৰে ক'লে, "দেখিছেতো, কংগ্ৰেছ ছেক্ৰেটাৰীৰ নিজৰ চোলাটোৰ বুটাম মৰাৰো সময় নাই। তেওঁ সকলো সময়তে দৰ্কাৰী কামত ব্যস্ত থাকিব লাগে।"

কথা শুনি গান্ধীৰ হাঁহি উঠিল। তেওঁ পিচে ঘোষালৰ অকল বুটামকে মৰা নাছিল, তেওঁৰ বহুতো সৰু-সুৰা কামো কৰি দিছিল। যেনে, লাঞ্চ খাই উঠাৰ পিচত তেওঁৰ টিফিন-কেৰিয়াৰটো ধুই মচি গান্ধীয়ে আনি দিছিল।

কলকাতাৰ বিডন স্কোৱাৰত কংগ্ৰেছৰ সভাৰ কাৰণে এক বিশাল তম্বু তৰা হৈছিল। তাতে ২৬ ডিচেম্বৰৰ দুপৰীয়া আঢ়ৈ বজাৰ সময়ত ভাৰতীয় জাতীয় কংগ্ৰেছৰ অধিবেশন আৰম্ভ হ'ল। পেভিলিয়নখন ফুল-পাত-লতাৰে সুন্দৰকৈ সজোৱা হৈছিল। বিৰাট মঞ্চত কংগ্ৰেছৰ আটাইবোৰ বৰ্ষীয়ান নেতা বহিছিল।

প্ৰেছিডেণ্ট ডিনশ্বা ৱাচাৰ ভাষণটো এখন সৰু-সুৰা গ্ৰন্থ। তেওঁ তাৰ পৰা মাজে মাজে বাছি কিছু পঢ়ি দিলে। প্ৰথমতে তেওঁ পৰলোকত জাষ্টিছ্ ৰাণাডেৰ বিশাল অৱদানৰ কথা ক'লে। তেওঁ অকল এজন বিচাৰপতিয়েই নাছিল, তেওঁ ঐতিহাসিক, অৰ্থনীতিবিদ, সামাজিক কৰ্মীস্বৰূপেও প্ৰখ্যাত আছিল। তদুপৰি জাষ্টিছ্ হৈয়ো ৰাণাডেই কংগ্ৰেছ অধিবেশনত যোগ দিবলৈ ভয় কৰা নাছিল। তাৰ পিচত প্ৰেছিডেণ্টে মহাৰাণী ভিক্টোৰিয়াৰ গৌৰৱ-কীৰ্তন কৰিলে। লগতে তেওঁ উল্লেখ কৰিলে যে ৰাণী ভিক্টোৰিয়াৰ পুত্ৰ সপ্তম এডোৱাৰ্ডৰ পৰাও বহুতো প্ৰত্যাশা। সদৌ শেহত তেওঁ তৎকালীন দুৰ্ভিক্ষৰ কথা কৈ আশা প্ৰকাশ কৰিলে যে ভাৰত চৰকাৰে দেশৰ এই নিৰীহ প্ৰজাসকলৰ প্ৰতি দৃষ্টিপাত কৰিব।

গোপালকৃষ্ণ গোখলেই গান্ধীক এটা সময়ত 'ছাবজেক্ট কমিটি'ৰ মিটিঙলৈ মাতি আনিলে। গান্ধীয়ে এটা কথা দুখেৰে লক্ষ্য কৰিলে যে প্ৰত্যেক বিষয়েই সকলোৱেই ইংৰাজী ভাষাত দীঘলীয়া বক্তৃতা দিয়ে আৰু প্ৰত্যেক প্ৰস্তাৱৰ সন্দৰ্ভতে একোজন প্ৰখ্যাত নেতাৰ সমৰ্থন আছে। গান্ধীয়ে ভাবিলে তেওঁৰ বক্তৃতা হ'ব ডাঙৰকৈ শব্দ উঠা ডবাৰ কাষত সৰু মাতৰ পেঁপা। তেতিয়া নিশা গাঢ় হৈ আহিছিল। সকলোৱে ততাতৈয়াকৈ বাকী থকা প্ৰস্তাৱবোৰ পাৰ কৰিবলৈ চেষ্টা কৰিছিল। গান্ধীয়ে তেতিয়া গোখ্লেৰ চকীৰ কাষলৈ গৈ তেওঁৰ কাণত ফুচ্‌ফুচাই ক'লে, "অনুগ্ৰহ কৰি মোৰ প্ৰস্তাৱৰ বিষয়ে কিবা এটা কৰক।"

তেতিয়া নিশা এঘাৰ বাজিছিল। ছাৰ ফিৰোজশ্বাহে ডাঙৰকৈ ক'লে যে ছাবজেক্ট কমিটিৰ সেই অধিবেশনৰ সমাপ্তি হওঁ হওঁ। তাকে শুনি গোখ্লেই চিএঞৰি ক'লে, "নাই, নাই, এতিয়াও দক্ষিণ আফ্ৰিকাৰ বিষয়ে প্ৰস্তাৱটো আছে। মিঃ গান্ধীয়ে ইয়াৰ কাৰণে বহুত সময় অপেক্ষা কৰি আছে।"

ছাৰ ফিৰোজশ্বাহে প্ৰশ্ন কৰিলে, "আপুনি গান্ধীৰ প্ৰস্তাৱটো চাইছেনে?"

গোখ্‌লেই উত্তৰ দিলে, "নিশ্চয়।"

ফিৰোজশ্বাহে আকৌ প্ৰশ্ন কৰিলে, "আপুনি ভাল পাইছেনে?"

"এৰা, ভালেই লাগিছে।"

"ঠিক আছে তেনেহ'লে, গান্ধী আপোনাৰ প্ৰস্তাৱটো উত্থাপন কৰক।"

গান্ধীয়ে তেতিয়া কম্পিত কণ্ঠে সেইটো উত্থাপন কৰিলে আৰু গোখ্‌লেই সমৰ্থন কৰিলে।

গান্ধীয়ে তেতিয়া প্ৰস্তাৱটোৰ সপক্ষে কোৱাৰ কাৰণে পাঁচ মিনিট সময় পালে।

কিন্তু যেতিয়া তেওঁ কোৱাৰ সময় হ'ল, তেওঁৰ কণ্ঠ যেন আকৌ আড়ষ্ট হৈ পৰিল। কথা নোলায়। দক্ষিণ আফ্ৰিকাত কথা কোৱাৰ যি ক্ষমতা তেওঁ আয়ত্ত কৰিছিল, সেই ক্ষমতা যেন আৰু নাই। কোনোমতে তেওঁ তিনি মিনিট কোৱাৰ পিচত প্ৰেছিডেন্টে তেওঁৰ ঘণ্টা বজালে। ঘণ্টাটো বজোৱাৰ অৰ্থ এয়ে আছিল যে আৰু দুই মিনিট সময় বাকী আছে। কিন্তু গান্ধীয়ে কোৱাৰ সময় শেষ হ'ল বুলি তেতিয়াই বহি পৰিল। যি হওক, প্ৰস্তাৱটো আন প্ৰস্তাৱবোৰৰ দৰেই সৰ্বসম্মতভাৱে গৃহীত হ'ল। কংগ্ৰেছত এইটো গৃহীত হোৱা কাৰণে গান্ধীয়ে বৰ ৰং পালে।

* * *

কংগ্ৰেছৰ অধিবেশনৰ পিচত এমাহৰ কাৰণে গান্ধী কলকাতাত থাকি গ'ল। তেওঁৰ থকাৰ উদ্দেশ্য হ'ল দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ বিৰুদ্ধে বিৰাজমান বৰ্ণবৈষম্যমূলক অৱস্থা সম্পৰ্কে প্ৰভাৱশালী ভাৰতীয়সকলক অৱগত কৰা।

প্ৰথমে তেওঁ এজন লোকৰ মাধ্যমেৰে কলকাতাৰ 'ইণ্ডিয়ান ক্লাব'ত এমাহ থকাৰ ব্যৱস্থা কৰিলে। তাত গোখ্‌লেই বিলিয়াৰ্ড খেলিবলৈ প্ৰায়েই আহে। গান্ধীক ক্লাবত থকা দেখি তেওঁৰ ঘৰত থাকিবলৈ বুলি গান্ধীক ক'লে। গান্ধী সহজেই ৰাজী হ'ল। কিন্তু তেওঁ নিজে উপযাচি যাবলৈ প্ৰস্তুত নাছিল। পিচদিনা গোখ্‌লে আহি গান্ধীৰ এই সংকোচ ভাব দেখি ক'লে, "গান্ধী, তুমি যদি ভাৰতত থাকা, তেনেহ'লে এনেকুৱা বাক্-সংযম ইয়াত নচলিব। তুমি ইয়াত সকলোৰে লগত মিলামিচা কৰিব লাগিব, তেওঁলোকৰ লগত কথা-বতৰা পাতিব লাগিব। মই বিচাৰোঁ যে তুমি কংগ্ৰেছৰ কামত জড়িত হৈ পৰা।"

গান্ধীয়ে গোখ্‌লেৰ এই উপদেশ মনোযোগেৰে শুনিলে।

লৰ্ড কাৰ্জন তেতিয়া ভাৰতৰ গভৰ্নৰ জেনেৰেল। এই সময়ত তেওঁ কলকাতাত 'দৰবাৰ' পাতিছিল। গান্ধীৰ কেইজনমান ভাৰতীয় ৰজা-মহাৰজাৰ লগত পৰিচয় হৈছিল।

এওঁলোকো তেওঁৰ দৰেই 'ইণ্ডিয়া ক্লাব'ত আছিল। দৰবাৰৰ দিনা তেওঁলোকে সকলোৱে খানছামাৰ দৰে সৰু পেণ্ট, পাগুৰি আৰু চিক্‌চিকীয়া বুটজোতা পিন্ধি সাজু হয়। এনে সাজ-পোছাক পিন্ধা গান্ধীয়ে চাই থাকিব নোৱাৰি তেওঁলোকৰ এজনক কোৱাত এক বিষন্ন হাঁহিৰে তেওঁ উত্তৰ দিলে, "আমাৰ শোচনীয় অৱস্থাৰ কথা মাথোঁ আমিয়েই জানো। আমাৰ বিত্ত আৰু উপাধি বজাই ৰাখিবলৈ আমি এনেদৰেই পোছাক পিন্ধিব লাগে।"

"কিন্তু এনেকুৱা পোছাক কিয়?"— গান্ধীয়ে কৌতুহলেৰে আকৌ সুধিলে।

"লৰ্ড কাৰ্জনৰ 'দৰবাৰ'ত এনে পোছাকেই বিধেয়। আমাৰ সাধাৰণ পোছাক পিন্ধি গ'লে তেওঁ আমাৰ লগত কথাই নাপাতিব। আমাৰ সম্পত্তি ৰক্ষাৰ কাৰণে এইবোৰ পোছাক পিন্ধো।"

গান্ধীয়ে আকৌ সুধিলে, "সেই বুলি খানচামাৰ দৰে পোছাক পিন্ধিবনে?"

ভদ্ৰলোকে বিষন্নভাৱে হাঁহি আকৌ উত্তৰ দিলে, "খানচামা আৰু আমাৰ মাজত প্ৰভেদ কিহৰ? সিহঁত হৈছে আমাৰ খানচামা আৰু আমি হৈছোঁ লৰ্ড কাৰ্জনৰ খানচামা।"

গান্ধীয়ে মনে মনে থাকিল। মনতে ভাবিলে বিত্ত আৰু উপাধিৰ কাৰণে মানুহে যে কি কৰিব নোৱাৰে!

দুদিন পিচত গোখ্‌লেই নিজে 'ইণ্ডিয়ান ক্লাব'লৈ আহি গান্ধীক গাড়ীৰে তেওঁৰ ঘৰলৈ নিলে।

গোখ্‌লেই গান্ধীক নিজৰ সৰু ভায়েকৰ দৰে ব্যৱহাৰ কৰিব ধৰিলে। তেওঁ গান্ধীৰ ব্যক্তিগত পৰিচ্ছন্নতা, তাকৰীয়া প্ৰয়োজন, স্বনিৰ্ভৰশীলতা আৰু নিয়ম-নিষ্ঠা দেখি মুগ্ধ হৈ বৰকৈ প্ৰশংসা কৰিছিল। গান্ধীয়ে নিজৰ প্ৰশংসা শুনি লজ্জাবোধ কৰিলে।

গোখ্‌লেক লগ পাবলৈ অহা লোকসকলৰ সৈতে গান্ধীকো পৰিচয় কৰাই দিছিল। তেনে এজন লোক আছিল অধ্যাপক প্ৰফুল্ল চন্দ্ৰ ৰায়। তেওঁ গোখ্‌লেৰ ঘৰৰ কাষতে আছিল। তেওঁক গান্ধীৰ সৈতে পৰিচয় কৰাওঁতে গোখলেই ক'লে, এখেত হৈছে অধ্যাপক পি.চি.ৰয়, যিজনে মাহে আঠ শ টকা আয় কৰে, কিন্তু নিজৰ কাৰণে মাত্ৰ চল্লিছ টকা ৰাখি বাকীখিনি জন-সেৱাত খৰচ কৰে। তেওঁ কেতিয়াও বিয়া কৰোৱা নাই আৰু ভৱিষ্যতেও চিৰকুমাৰ থাকিব বুলি প্ৰতিজ্ঞা কৰিছে।

অধ্যাপক ৰায়ৰ সৰল-সহজ সাজ-পোছাক, বিশেষকৈ ভাৰতীয় মিলৰ ধুতী পিন্ধা দেখি গান্ধীৰ বৰ ভাল লাগিল। তেওঁলোকৰ মাজত ভাৰতীয় শিক্ষা-সমস্যাৰ বিষয়ে কৰা আলোচনাই গান্ধীক খুব আকৰ্ষণ কৰিছিল, কিন্তু যেতিয়া তেওঁলোকে বহুতো বিখ্যাত নেতাৰ দোষ-ত্ৰুতিৰ বিষয়ে আলোচনা কৰে তেতিয়া গান্ধীৰ দৃষ্টিত তেওঁলোক একোজন বিশাল নেতাৰ সলনি একোজন সাধাৰণ লোকস্বৰূপেহে প্ৰতিভাত হয়।

গান্ধীয়ে গোখ্‌লেৰ দৈনন্দিন কৰ্মধাৰা প্ৰত্যক্ষ কৰি মুগ্ধ হ'ল। তেওঁ এটা মুহূৰ্তও নষ্ট নকৰে। আনৰ লগত তেওঁৰ হোৱা কথাবাৰ্তাত সদায় দেশৰ উন্নতিৰ কথা চিন্তা কৰা হয়। তেওঁলোকৰ আলোচনাৰ বিষয়বস্তুস্বৰূপে ঠাই পায় কিদৰে ভাৰতক স্বায়ত্ত-শাসনৰ ফালে অগ্ৰসৰ কৰা যায়! ভাৰতৰ সীমাহীন দাৰিদ্ৰ্য আৰু পৰাধীনতাই অহৰহ গোখ্‌লেৰ মনত আঘাত দিয়ে। অন্যফালে কোনো কামত কোনোবাই তেওঁৰ মন আকৰ্ষিত কৰাৰ চেষ্টা কৰিলে তেওঁ কৈছিল, "সেইবোৰ কাম আপোনালোকেই কৰক। মই মোৰ নিজৰ কামহে কৰিব বিচাৰোঁ। মই বিচৰা বস্তুটো হ'ল ভাৰতৰ স্বাধীনতা। ভাৰত স্বাধীন হোৱাৰ পিচত আমি এইবোৰ কথা ভাবিম। সেই স্বাধীনতাৰ কামতে মই মোৰ সময় আৰু শক্তি ব্যয় কৰিব বিচাৰোঁ।"

প্ৰয়াত বিচাৰপতি ৰাণাডে'ৰ প্ৰতি গোখ্‌লেৰ আছিল অচলা ভক্তি। আন ভাৰতীয় নেতাসকলৰ ওপৰত তেওঁক স্থান দিছিল গোখ্‌লেই। ৰাণাডে' কেৱল এগৰাকী প্ৰসিদ্ধ বিচাৰপতিয়েই নাছিল, তেওঁ আছিল খ্যাতনামা ঐতিহাসিক, অৰ্থনীতিবিদ আৰু ভাৰতীয় কংগ্ৰেছৰ বিখ্যাত নেতা। তেওঁৰ মৃত্যুত ভাৰতবাসীয়ে হেৰুৱালে এজন সঁচা সমাজসেৱীক।

গান্ধীয়ে কিন্তু গোখলেৰ দুটা ব্যৱহাৰৰ সমালোচনা নকৰাকৈ নোৱাৰিলে। প্ৰথম, তেওঁ ট্ৰামৰে যাতায়াত নকৰি ঘোঁৰাগাড়ীৰ ব্যৱহাৰ কৰা। কথাটো গোখলেক কওঁতেই তেওঁ হাঁহি উত্তৰ দিলে, "গান্ধী, মোৰ দৰে লোক ট্ৰামত কেনেকৈ যাম? ওলাই গ'লেই সকলোৱে হেঁচা মাৰি ধৰিব! কোনোবাই বিচাৰিব চুপাৰিছ কৰি লিখি দিয়া দুশাৰী কথা, কাৰোবাক লাগে আত্মীয়-স্বজনৰ কাৰণে চাকৰি, কোনোবাই আক' ঢোলৰ লগৰ টেমেকাটো হৈ মোৰ লগ নেৰাই হ'ব। ওঁহু গান্ধী, মোৰ দৰে মানুহে পাব্‌লিক ট্ৰামত অহা-যোৱা কৰা অসম্ভৱ। ঈশ্বৰৰ কৃপাত তুমি যদি কোনোবা দিনা সৰ্বভাৰতীয় নেতা হোৱা, তেতিয়া তোমাৰ কাৰণেও পাব্‌লিক ট্ৰাম বা ট্ৰেইনত যাতায়াত কৰা সম্ভৱ নহ'ব।

গান্ধীয়ে এই যুক্তি মানি লৈ আনটো কথা উলিয়ালে, "আপোনাৰ দ্বিতীয় ত্ৰুটি এয়ে যে আপুনি খোজকঢ়া বা আন কোনো প্ৰকাৰৰ ব্যায়াম নকৰে। ফলত আপুনি প্ৰায়েই নানান অসুখত ভোগে।"

গোখেলে কৰুণভাৱে হাঁহি মাৰি ক'লে, "মোৰ সময় ক'ত গান্ধী, যে মই খোজকাঢ়ি ফুৰিম? এইটো মই জানো যে মোৰ কিবা ব্যায়াম কৰা উচিত, কিন্তু দুখিত যে শতেক চেষ্টা কৰিও ব্যায়ামৰ সময় উলিয়াব পৰা নাই।

এই যুক্তিটো গান্ধীৰ মনঃপূত নহ'ল। যিমান ব্যস্তই নহ'ক, প্ৰতিজন ব্যক্তিয়ে সময় উলিয়াই ব্যায়াম কৰা উচিত। গান্ধীৰ প্ৰিয় ব্যায়াম হ'ল সদায় পথত খোজকঢ়া। তেওঁ

বিশ্বাস কৰিছিল যে প্ৰাত্যহিক খোজকঢ়াৰ কাৰণেই তেওঁ কোনো বিশেষ ৰোগত ভোগা নাছিল।

এই যে প্ৰায় এমাহ ধৰি গান্ধীয়ে গোখলেৰ লগত থাকিল, তেওঁ কিন্তু ঘৰত এনেয়ে বহি নাথাকিল। প্ৰত্যেক দিনাই তেওঁ খোজকাঢ়ি কলকাতাৰ বিভিন্ন স্থানলৈ আৰু ব্যক্তিক লগ পাবলৈ যায়। এই সময়তে তেওঁ ভাৰতীয় খ্ৰীষ্টান নেতা বাবু কালীচৰণ বেনাৰ্জীক লগ ধৰে। এই দেখা-সাক্ষাতৰ সময় আগৰ পৰাই নিৰ্ধাৰণ কৰা আছিল। গান্ধীক তেওঁ সাদৰে অভ্যৰ্থনা জনাই ড্ৰয়িং ৰুমত বহুৱালে। যদিও কংগ্ৰেছৰ মিটিঙত তেওঁ পেণ্ট-কোট পিন্ধিছিল, ঘৰত কিন্তু সাধাৰণ বাঙালীৰ দৰে ধুতী আৰু চোলা পিন্ধি আছিল।

খ্ৰীষ্ট ধৰ্মৰ বিষয়ে অলপ আলোচনা হওঁতেই তেওঁ গান্ধীক প্ৰশ্ন কৰিলে, "আপুনি আমাৰ মূল পাপৰ তত্ত্বত বিশ্বাস কৰেনে বাৰু?"

গান্ধীয়ে উত্তৰ দিলে, "এৰা, কৰোঁ।"

"তেতিয়াহ'লে আপুনি বুজিব পাৰিছে যে হিন্দু ধৰ্মত এই পাপৰ পৰা মুক্তিৰ কোনো বিধান নাই, কিন্তু খ্ৰীষ্ট ধৰ্মই কয় যে পাপৰ বেচ হৈছে মৃত্যু আৰু বাইবেলে কয় যে মুক্তিৰ একমাত্ৰ উপায় হ'ল যীশু খৃষ্টৰ শৰণাপন্ন হোৱাত।"

গান্ধীয়ে তেতিয়া তেওঁক উদ্ধাৰ-মানসত গীতাৰ ভক্তিমাৰ্গৰ কথা ক'লে, কিন্তু কালীচৰণ বেনাৰ্জী পতিয়ন নগ'ল।

গান্ধীয়ে তেওঁক এই দেখা-সাক্ষাতৰ কাৰণে ধন্যবাদ জনাই তাৰ পৰা উঠিল।

গান্ধীয়ে তাৰ পিচত দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ প্ৰতি বিদ্যমান বৰ্ণ-বৈষম্য নীতিৰ বিৰুদ্ধে আন্দোলনৰ কাৰণে জাষ্টিছ্ মিত্ৰ আৰু ছাৰ গুৰুদাস বেনাৰ্জীক লগ ধৰিলে। একে সময়তেই তেওঁ ৰাজা প্যাৰীমোহন মুখাৰ্জীৰ লগতো দেখা সাক্ষাৎ হ'ল।

কালীচৰণ বেনাৰ্জীয়ে গান্ধীক কালীঘাটৰ মন্দিৰটো এপাক ঘূৰি-পকি চাই যাবলৈ কৈছিল। গান্ধীয়ে মন্দিৰটো সম্পৰ্কে আগতেও কিতাপত পঢ়িছিল। মন্দিৰটো জাষ্টিছ মিত্ৰৰ ঘৰৰ ওচৰতে হোৱাত, তেওঁক দেখা-সাক্ষাৎ কৰাৰ পিচতে তেওঁ মন্দিৰ চাবলৈ গ'ল।

তালৈ যোৱাৰ সময়ত ৰাস্তাতে গান্ধীয়ে দেখিলে যে মন্দিৰলৈ এগাল পঠাক বলি দিবলৈ নিচে। পথৰ দুয়ো কাষে ভিক্ষাৰীৰ ভিৰ। ভিক্ষাৰীবোৰৰ মাজত কিছুমান সাধুও আছিল। তেওঁলোকৰে এজন বাৰাণ্ডাৰ সন্মুখত বহিছিল, তেওঁ গান্ধীক দেখি হিন্দীতে সুধিলে, বালক, তুমি ক'লৈ যোৱা? মোৰ কাষতে আহি বহা।"

গান্ধীয়ে তেওঁৰ কাষত বহি সুধিলে, "আপুনি এই প্ৰাণী হত্যাকে ধৰ্ম বুলি কয়?"

সেই সাধুজনে ওলোটাই প্ৰশ্ন কৰিলে, "প্ৰাণী হত্যাক কোনে ধৰ্ম বুলি জ্ঞান কৰে?"

"তেনেহ'লে আপুনি ইয়াৰ বিৰুদ্ধে একো আপত্তি নকৰে কিয়?"

সাধুজনে উত্তৰ দিলে, "সেইটো মোৰ কাম নহয়। মোৰ কাম হৈছে ঈশ্বৰৰ সাধনা কৰা।"

গান্ধীয়ে আকৌ সুধিলে, "তেনেহ'লে আপুনি অন্যত্ৰ বহি সাধনা নকৰে কেলেই?"

"আমাৰ কাৰণে সকলো স্থানেই সমান। সাধাৰণ মানুহে ভেড়াৰ দৰে ব্যৱহাৰ কৰে, তেওঁলোকৰ নেতাই যি ফাললৈ নিয়ে, সেই ফাললৈকে যায়। আমাৰ সাধুসকলৰ নেতৃত্ব দিয়া কোনো কাম নাই।"

গান্ধীয়ে কথা ইমানতে শেষ কৰি, তাৰ পৰা উঠি মন্দিৰৰ ফালে গ'ল। মন্দিৰৰ সন্মুখৰ বেৰাৰ কাষত চাৰিওফালে তেজ ভাহি গৈছে। এই দৃশ্য দেখি গান্ধী বিহ্বল হৈ পৰিল, তেওঁৰ দেহ-মন অৱশ হ'ল। ততাতৈয়াকৈ তেওঁ সেই ঠাই এৰিলে।

সেইদিনা ৰাতি কেইজনমান বিশিষ্ট বাঙালীয়ে গোখলেক নিশাৰ আহাৰৰ কাৰণে নিমন্ত্ৰণ কৰিছিল। তেওঁ গান্ধীকো লগতে নিলে। তাত কথা প্ৰসংগত গান্ধীয়ে কালীঘাটৰ মন্দিৰৰ পূজাত কৰা প্ৰাণী হত্যাৰ কথা উলিয়ালে। এজন বাঙালী ভদ্ৰলোকে উত্তৰ দিলে, "পঠাবোৰে কিন্তু একো শুনিবলৈ নাপায়। বলিৰ আগতে ইমান ঢাক-ঢোল কোবায় যে সিহঁতৰ ইন্দ্ৰিয়-গ্ৰাহ্য বোধ নাইকিয়া হৈ যায়।"

গান্ধীয়ে পিচে উত্তৰ দিলে, "কিন্তু পঠাবোৰে যদি কথা ক'ব পাৰিলেহেঁতেন তেতিয়া সিহঁতে আন কথা ক'লেহেঁতেন।" গান্ধীৰ তেতিয়া ভাব হ'ল যে সকলো ধৰণৰ নৃশংস অনুষ্ঠান বন্ধ কৰা উচিত। তেওঁৰ বুদ্ধদেৱৰ কৰুণাৰ কথা মনত পৰিল। বুদ্ধৰ শিক্ষা আছিল যে মানুহৰ দৰে সকলো প্ৰাণীৰ জীৱনেই মূল্যবান। সেয়েহে জীৱ-হত্যা কৰি মানুহ বাচি থকা অনুচিত। অসহায় প্ৰাণীবোৰক মানুহৰ নিষ্ঠুৰ ব্যৱহাৰৰ পৰা ৰক্ষা কৰা উচিত।

কিন্তু এয়া বন্ধ কৰাৰ কাম গান্ধীৰ নহয়। তাৰ আগতে তেওঁ বহুতো আত্মত্যাগ আৰু আত্মশুদ্ধিৰ মাজেৰে যাব লাগিব। হয়তো ভৱিষ্যতে এনেকুৱা কোনোবা বিশাল ব্যক্তিত্বৰ আৱিৰ্ভাব হ'ব, যি গৰাকীয়ে এই নিষ্ঠুৰ আচৰণৰ পৰা হিন্দু ধৰ্মক ৰক্ষা কৰিব।

গান্ধীৰ মনত প্ৰশ্ন উঠিল, বাঙালীসকল ইমান শিক্ষিত আৰু বুদ্ধিমান জাতি হৈও দিনৰ পিচত দিন এই পঠা বলি কি দৰে সহ্য কৰে? তেওঁলোকৰ বিবেকত কোনো আঘাত নহয়নে, এইবোৰ অসহায় প্ৰাণীৰ হত্যাৰ ফলত তেওঁলোকৰ প্ৰাণত কৰুণাবোধৰ উদ্ৰেক নহয়নে?

গান্ধীৰ তেতিয়া বাঙালী সমাজ সম্পৰ্কে জানিবলৈ খুব ইচ্ছা হ'ল। তেওঁ অৱশ্যে ব্ৰাহ্ম সমাজৰ কথা বহুত শুনিছে। তেওঁ প্ৰতাপচন্দ্ৰ মজুমদাৰৰ নাম আৰু তেওঁৰ

কেইটামান বক্তৃতাও শুনিছে। তেওঁৰ লেখা কেশৱচন্দ্ৰ সেনৰ জীৱনীও গান্ধীয়ে পঢ়িছে আৰু সেই জীৱনী পঢ়ি তেওঁ আদি ব্ৰাহ্ম সমাজ আৰু সাধাৰণ সমাজৰ মাজত থকা প্ৰভেদৰ বিষয়েও জানিছিল। তেওঁ ইতিমধ্যে পণ্ডিত শিৱনাথ শাস্ত্ৰীৰ লগত পৰিচিত হৈছিল। শাস্ত্ৰীৰ অগাধ পাণ্ডিত্য আৰু নম্ৰ ব্যৱহাৰত তেওঁ মুগ্ধ হৈছিল।

এদিন অধ্যাপক কলাভাটৰ লগত গান্ধীয়ে মহৰ্ষি দেৱেন্দ্ৰনাথ ঠাকুৰক লগ পাবলৈ গ'ল, কিন্তু তেতিয়া অসুস্থ হৈ থকাৰ কাৰণে তেওঁক দেখা কৰিব নোৱাৰিলে। কিন্তু জোড়াসাঁকোৰ প্ৰাংগণত ব্ৰাহ্ম সমাজৰ এক অনুষ্ঠানলৈ আমন্ত্ৰণ পাই তেওঁলোক তালৈ গ'ল। তাত গান্ধীয়ে বহুতো বাংলা গান শুনিবলৈ পালে। তেতিয়াৰ পৰাই তেওঁ বাংলা গানৰ ভক্ত হ'ল।

গান্ধী তেতিয়া স্বামী বিবেকানন্দৰ লগত সাক্ষাৎ কৰিবলৈও বৰ উদ্‌গ্ৰীৱ আৰু এদিন খোজ কাঢ়ি কাঢ়ি বেলুড় মঠ ওলালগৈ। মঠ দেখি তেওঁ খুব ভাল পালে। কিন্তু স্বামীজীক দেখা নাপালে। তেওঁ গম পালে যে স্বামীজী কলকাতাৰ নিজৰ ঘৰত আছে আৰু অত্যন্ত অসুস্থতাৰ কাৰণে কাৰবাক দেখা কৰিবলৈ অসমৰ্থ।

ছিষ্টাৰ নিবেদিতাৰ লগত গান্ধীৰ এদিন চৌৰংগীৰ ঘৰত দেখা হ'ল, পিচে তেওঁলোকৰ মাজত মতৰ মিল নহ'ল। পিচত গোখলেক যেতিয়া গান্ধীয়ে সেই কথা ক'লে, তেতিয়া গোখলেই ক'লে যে নিবেদিতাৰ দৰে উদ্বায়ী চৰিত্ৰৰ লোকৰ লগত গান্ধীৰ মনৰ মিল নোহোৱাত বিস্মিত হ'ব লগা নাই। পেষ্টনজী পাদশ্বাৰ ঘৰত গান্ধীৰ পুনৰ ছিষ্টাৰ নিবেদিতাৰ লগত দেখা হ'ল। ছিষ্টাৰে পাদশ্বাৰ বৃদ্ধা মাকৰ লগত কথা পতাৰ কাৰণে প্ৰবৃত্ত হওঁতে গান্ধীয়ে ছিষ্টাৰৰ কথা গুজৰাটী ভাষাত অনুবাদ কৰি পৰস্পৰৰ দোভাষী হৈ দিলে। পিচত গান্ধীয়ে ছিষ্টাৰ নিবেদিতাৰ বহুতো কিতাপ পঢ়ি হিন্দু ধৰ্মৰ প্ৰতি তেওঁৰ অগাধ প্ৰেমৰ প্ৰশংসা নকৰি নোৱাৰিলে।

এদিন গান্ধীয়ে ডাঃ মল্লিকৰ অনুৰোধত দক্ষিণ আফ্ৰিকাৰ বুৱ'ৰ যুদ্ধত ভাৰতীয় স্বেচ্ছাসেৱক বাহিনীৰ সেৱা কাৰ্যৰ বিষয়ে এটা বক্তৃতা দিলে। সেই সভাত গোখ্‌লে আৰু অধ্যাপক পি.ছি.ৰয়ো উপস্থিত আছিল। তেওঁলোকে গান্ধীৰ এই বক্তৃতাৰ খুব প্ৰশংসা কৰিলে। 'দি ইংলিছমেন' পত্ৰিকাৰ সম্পাদক মিঃ চেণ্ডাৰ্চ তেতিয়া অসুস্থ আছিল, তথাপি তেওঁ গান্ধীৰ দক্ষিণ আফ্ৰিকাত কৰা আন্দোলনৰ সংবাদ প্ৰকাশ কৰাত হেলা নকৰিলে।

এই এমাহ গোখ্‌লেৰ লগত কলকাতাত থকাৰ ফলস্বৰূপে গান্ধীয়ে কলকাতাৰ বিশিষ্ট বাঙালীসকলৰ লগত বিশেষভাৱে পৰিচিত হ'ল আৰু এইদৰেই যেন ভৱিষ্যতে বাঙালী সমাজৰ সৈতে তেওঁৰ নিবিড় যোগাযোগৰ সেতুবন্ধন স্থাপিত হ'ল।

১৯০২ চনৰ ২৮ জানুৱাৰী তাৰিখে গান্ধীয়ে কলকাতাৰ পৰা 'এছ্ এছ্ গোৱা'

নামৰ এখন জাহাজত বাৰ্মাৰ ৰাজধানী ৰেংগুনলৈ কেইদিনমানৰ কাৰণে ফুৰিবলৈ গ'ল। তাত তেওঁৰ পৰম বন্ধু ডাঃ প্ৰাণজীৱন মেহ্‌তা থাকে। তেওঁ ডাক্তৰ আৰু বেৰিষ্টাৰ হোৱাৰ উপৰি এতিয়া আন এটা বৃত্তিও লৈছে। ৰেংগুনত তেওঁ ৰুবী (Ruby) আৰু অন্যান্য বহুমূলীয়া পাথৰৰ ব্যৱসায় আৰম্ভ কৰিছিল।

ডেকত সমুদ্ৰৰ মুক্ত বায়ুত গান্ধীৰ মন মুকলি হ'ল। তেওঁ ভাবিলে গোখ্‌লে যদি তেওঁৰ লগত আহিলেহেঁতেন, তেনেহ'লে এই সমুদ্ৰৰ বায়ুতেই তেওঁৰ পানী লগা কাঁহ সকলো নাইকিয়া হ'লহেঁতেন। গোখলেৰ কথা মনত পৰোঁতেই তেওঁ ভাবিলে যে গোখ্‌লেক সমালোচনা কৰাতো হয়তো তেওঁৰ উচিত কাম হোৱা নাছিল, বিশেষকৈ তেওঁৰ ঘোঁৰাৰ গাড়ীত যাতায়াত কৰাৰ কথালৈ। এতিয়া গান্ধীয়ে ভাবে যে গোখ্‌লেৰ যুক্তিৰ সত্যতা আছে। তেওঁকে লৈ যদি ভৱিষ্যতে মানুহে এইদৰে অসুবিধাত পেলায়, তেতিয়া তেওঁৰ পক্ষেও ট্ৰামত বা ট্ৰেইনত যাতায়াত কৰাটো সম্ভৱ হৈ নুঠিব।

কথাতো ভাবিয়েই তেওঁ গোখ্‌লেলৈ এখন চিঠি লিখি তেওঁৰ ব্যৱহাৰৰ কাৰণে ক্ষমা বিচাৰিলে। লগতে তেওঁ লিখিলে যে ততাতৈয়াকৈ আহোঁতে তেওঁ ঘোঁৰাৰ গাড়ীৰ চহিচ্‌ আৰু ঘৰৰ ভৃত্যজনক বক্‌চিচ্‌ দিবলৈ পাহৰি গ'ল। গোখ্‌লেই যেন তেওঁৰ হৈ চহিচ্‌ আৰু ভৃত্যজনক যথাক্ৰমে টকা এটা আৰু আধলি এটা দিয়ে। তেওঁ কলকাতালৈ উভতি অহাৰ পিচত গোখ্‌লেক পইছাকেইটা শোধ কৰিব।

'গোৱা' জাহাজে ৰেংগুন চহৰৰ জাহাজঘাট পোৱাৰ পিচত জাহাজৰ পৰা নামি গান্ধীয়ে দেখা পালে যে ডাক্তৰ প্ৰাণজীৱন মেহ্‌তাই তেওঁলৈ অপেক্ষা কৰি আছে।

গান্ধীক সাবটি ধৰি সম্বৰ্ধনা জনাই ডাঃ মেহ্‌তাই ক'লে, "গান্ধী, ভাবিবই নোৱাৰি যে তুমি এতিয়া দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় সমাজৰ নেতা। সেই লণ্ডনৰ লাজুক মোহনৰ লগত তোমাৰ যেন এতিয়া কোনো মিল নাই। কিন্তু তুমি যে সময় উলিয়াই মোক লগ পাবলৈ আহিছা তাৰ কাৰণে মই অতি আনন্দিত।"

গান্ধীয়ে মিচিকিয়াই হাঁহি উত্তৰ দিলে, "আপোনাৰ সান্নিধ্য যে মোৰ পৰম কাম্য সেয়াতো আপুনি জানেই ডাঃ মেহ্‌তা"।

ডাঃ মেহ্‌তাই ক'লে, "ঠিক আছে, বাকী সকলো কথা ঘৰত গৈ হ'ম। ব'লা, আমাৰ কাৰণে ঘোঁৰাৰ গাড়ী অপেক্ষা কৰিছে। তোমাৰ বস্তু-বাহানি দেখিছোঁ তেনেই কম।"

গান্ধীয়ে উত্তৰ দিলে, "আপুনিতো জানেই যে মই এসোপা মাল লৈ কোনো দিনেই ভ্ৰমণ নকৰোঁ। মোৰ প্ৰয়োজন সদায়েই সামান্য।"

ডাঃ মেহ্‌তাই হাঁহি ক'লে, "মহাত্যাগী গান্ধী, সেইটো মোৰ জনা উচিত আছিল।"

তেতিয়া তেওঁলোক আহি ঘোঁৰাগাড়ীৰ ওচৰ পালেহি। কোনো দ্বিৰুক্তি নকৰি তেওঁ গান্ধীক লৈ গাড়ীত উঠিল।"

বাটত গান্ধীয়ে সুধিলে, "ডাঃ মেহ্‌তা, মই শুনিলোঁ আপুনি বোলে ইয়াত দামী পাথৰৰ ব্যৱসায় আৰম্ভ কৰিছে?"

ডাঃ মেহ্‌তাই উত্তৰ দিলে, "এৰা গান্ধী, বাৰ্মাৰ 'ৰুবী' বিখ্যাত। সেয়েহে মই ইয়াত লোভ সম্বৰণ কৰিব নোৱাৰিলোঁ। মই প্ৰথমৰ পৰাই এই পাথৰবোৰ সংগ্ৰহ কৰি বোম্বাইত থকা মোৰ আত্মীয়সকললৈ পঠাওঁ। তেওঁলোকে সেইবোৰ ঠিককৈ কাটি তাত বিক্ৰী কৰে।"

গান্ধীয়ে হাঁহি হাঁহি সুধিলে, "আৰুনো কিমান জীৱিকা গ্ৰহণ কৰিব, ডাঃ মেহ্‌তা? একাধাৰে ডাক্তৰ, আইনজীৱী, আকৌ এতিয়া ইয়াত জুৱেলেৰিৰ ব্যৱসায়ী। প্ৰকৃততে মেহ্‌তা কোনজন?"

"তোমাৰ কাৰণে এজনেই মেহ্‌তা, গান্ধী! প্ৰাণজীৱন মেহ্‌তা, তোমাৰ পৰম শুভানুধ্যায়ী।"

কথাপাতি পাতিয়েই তেওঁলোক ঘৰৰ সন্মুখ পালেহি।

ৰেংগুন চহৰৰ লুইছ্ ষ্ট্ৰীটত ডাঃ মেহ্‌তাৰ বাসগৃহ। চহৰখনৰ এইটোৱেই হ'ল আটাইতকৈ বিখ্যাত পথ।

ডাঃ মেহ্‌তাৰ ঘৰত জিৰণি লোৱাৰ পিচত গান্ধীয়ে তেওঁৰ লগত ৰেংগুন চহৰ চাবলৈ ওলাল। প্ৰথমেই তেওঁলোক গ'ল ৰেংগুনৰ প্ৰখ্যাত সোণৰ পেগোডা চাবলৈ। ইয়াৰ বিশাল বুদ্ধমূৰ্তি দেখি গান্ধী বিস্মিত হ'ল। কি যে এক শান্ত সমাহিত মূৰ্তি। গান্ধীয়ে সদায়েই ভগৱান বুদ্ধৰ প্ৰতি এক প্ৰবল আকৰ্ষণবোধ কৰে।

কিন্তু ইয়াত অসংখ্য মমবাতি জ্বলাই বুদ্ধৰ প্ৰতি শ্ৰদ্ধা জনোৱাতো গান্ধীৰ ভাল নালাগিল। তেওঁৰ ভাব হ'ল যে এই দৰিদ্ৰ দেশত এয়া অৰ্থৰ অপচয় মাথোঁ। তেওঁ আৰু লক্ষ্য কৰিলে যে বহুতো এন্দুৰে কিবা খাবলৈ মন্দিৰটোত দৌৰা-দৌৰি কৰি আছে। তেওঁ জানে যে বুদ্ধ মন্দিৰত কোনো ধৰণৰ প্ৰাণী হত্যা নিষিদ্ধ। তথাপি তেওঁ ভাবিলে যে অন্য কিবা উপায়েৰে হ'লেও ক্ষুধাৰ্ত এন্দুৰৰ দলৰ পৰা মন্দিৰৰ পৱিত্ৰতা ৰক্ষা কৰা উচিত।

পিচত গান্ধীয়ে ৰেংগুনৰ মহিলাসকলৰ কৰ্মতৎপৰতা দেখি আনন্দ পালে। মহিলাসকলেই সকলো কাম কৰে, কিন্তু তাৰ পুৰুষসকল অলস জীৱনত অভ্যস্ত। কথাটো গান্ধীৰ ভাল নালাগিল। তেওঁৰ মতে সমাজত পুৰুষ আৰু নাৰী উভয়ে সমানে পৰিশ্ৰম কৰি সংসাৰৰ উন্নতি সাধনৰ চেষ্টা কৰা উচিত। মহিলাই খাটি মৰিব, আৰু পুৰুষসকল বহি থাকিব— এইদৰে সমাজখনৰ উন্নতি নহয়।

সেই চহৰৰ ভাৰতীয়সকলৰ ভূমিকা দেখিও গান্ধীয়ে ভাল নেপালে। যিদৰে তেওঁলোকে ভাৰতত ব্ৰিটিশ্ব ব্যৱসায়ীসকলৰ দালাল হিচাপে কাম কৰে, ইয়াতো

তেওঁলোকে একেবাৰে ব্ৰিটিশ্ব ব্যৱসায়ীৰ কনিষ্ঠ পাৰ্টনাৰ হিচাপে হাত মিলাইছে আৰু বাৰ্মিজসকল ইয়াত তেওঁলোকৰ দালাল।

কিন্তু গান্ধীৰ উপলব্ধি হ'ল যে বোম্বাই চহৰ যেনেকৈ সমস্ত ভাৰতবৰ্ষ নহয়, তেনেকৈ ৰেংগুনো সমগ্ৰ বাৰ্মা ৰাজ্য নহয়। মাত্ৰ এখন চহৰ চাই কোনো দেশকে বিচাৰ কৰিব নোৱাৰি। কিন্তু গান্ধীৰ সময় কম, সেয়েহে আন কোনো চহৰ বা গাঁও নোচোৱাকৈ তেওঁ ৰেংগুনৰ পৰা কলকাতালৈ উভতি আহিল।

* * *

ৰেংগুনৰ পৰা উভতি আহি গান্ধীয়ে গোখ্‌লেৰ পৰা বিদায় ল'বলৈ সাজু হ'ল। তেওঁৰ কলকাতাৰ কাম শেষ হৈছে। এতিয়া ইয়াত থকাৰ প্ৰয়োজন নাই।

গান্ধীয়ে ঠিক কৰিলে যে বোম্বাইত স্থায়ীভাৱে বাস কৰাৰ আগতেই এবাৰ উত্তৰ ভাৰতৰ কেইখনমান চহৰ চাই যায়। তেওঁ থিৰাং কৰিলে যে এই চহৰবোৰলৈ তেওঁ ৰে'লগাড়ীৰ তৃতীয় শ্ৰেণীৰ যাত্ৰী হ'ব। সাধাৰণ মানুহবোৰে কি কষ্টেৰে সেইবোৰ কম্পাৰ্টমেণ্টত যাতায়াত কৰে, তাৰ তেওঁ প্ৰত্যক্ষ অভিজ্ঞতা অৰ্জন কৰিব।

গোখ্‌লেক এই তৃতীয় শ্ৰেণীৰ ভ্ৰমণৰ কথাটো কওঁতে তেওঁ প্ৰথমতে এনে চিন্তা বাদ দিবলৈ গান্ধীক ক'লে। পিচে গান্ধীৰ অকাট্য যুক্তিত তেওঁ সৈমান হৈ গান্ধীক উৎসাহিত কৰিলে। গান্ধীয়ে ঠিক কৰিলে যে পোনতে তেওঁ বাৰাণসীলৈ যাব। তাত এনি বেচান্ত তেতিয়া অসুস্থ অৱস্থাত আছিল, তেওঁক দেখা কৰা নিতান্তই উচিত।

গান্ধীয়ে তেতিয়া ট্ৰেইনৰ থাৰ্ড ক্লাছৰ যাত্ৰী হিচাপে ভ্ৰমণ কৰিবলৈ সাজু হ'ল। তেওঁ বাৰ অনা পইছাৰে এটা কেন্‌ভাচ্ বেগ আৰু এটা উলৰ সস্তীয়া কোট কিনিলে। সেই কোটটো, ধুতী, টাৱেল আৰু ছাৰ্ট তেওঁ বেগটোত ভৰালে। তাৰ পিচত তেওঁ গাত ল'বলৈ কিনিলে এখন কম্বল আৰু এটা পানীৰ লোটা। গোখ্‌লেই এটা টিফিন কেৰিয়াৰত পুৰি আৰু নানান মিঠাইৰে পূৰাই গান্ধীক সেইটো উপহাৰ দিলে।

যোৱাৰ দিনা হাওড়া ষ্টেছনত গোখলে আৰু ডাঃ প্ৰফুল্ল ৰায়ে গান্ধীক বিদায় দিবলৈ আহিল। গান্ধীয়ে তেওঁলোকক আহিবলৈ হাক্ দিছিল। কিন্তু গোখলেই সমিধান দি ক'লে, "তুমি ফাৰ্ষ্ট ক্লাছত যোৱা হ'লে মই নাহিলোহেঁতেন; এতিয়া তুমি থাৰ্ড ক্লাছত যাবা, সেয়েহে উৎসাহ দিবলৈ আহিলোঁ"। গান্ধীয়ে উত্তৰ বিচাৰি নাপালে।

প্লেটফৰ্মত টিকেট কালেক্টৰে ছিল্কৰ পাগুৰি, ধুতী আৰু কোটপৰিহিত গোখলেক প্ৰৱেশ কৰিবলৈ দিবলৈ আপত্তি নকৰিলে, কিন্তু বাঙালী ধৰণে ধুতী-চাদৰ পৰিধান কৰি যোৱা ডাঃ ৰায়ক সোমোৱাত আপত্তি তুলিলে। তেতিয়া গোখলেই তেওঁৰ সংগী বুলি দাবী কৰাত ডাঃ ৰায়কো সোমাবলৈ দিবলৈ ৰাজী হ'ল।

যথাসময়ত উকি মাৰি ৰেলগাড়ী চলিল। গোখ্‌লে আৰু ডাঃ ৰায়ে হাত জোকাৰি গান্ধীক বিদায় দিলে।

গান্ধীৰ উদ্দেশ্য আছিল কলকাতাৰ পৰা ৰাজকোট যোৱাৰ পথত বাৰাণসী, আগ্ৰা, জয়পুৰ আৰু পালানপুৰত বৈ এই ঠাইবোৰ চাই যাব আৰু পালানপুৰৰ বাদে আনবোৰ ঠাইত তীৰ্থযাত্ৰীৰ লগত একেলগে ধৰ্মশালাত এদিনকৈ থাকিব। টিকটৰ খৰচৰ সৈতে গান্ধীৰ মুঠতে খৰচ হৈছিল মাত্ৰ একত্ৰিছ টকা।

গান্ধীয়ে অলপ ভিৰ কম হ'ব বুলি মেইল ট্ৰেইনৰ ঠাইত পেছেঞ্জাৰ ট্ৰেইনৰ টিকট লৈছিল; কিন্তু তৃতীয় শ্ৰেণীৰ কম্পাৰ্টমেণ্টৰ ভিৰ, হুলস্থূল, অপৰিচ্ছন্ন অৱস্থা আৰু যাত্ৰীসকলৰ অস্বাস্থ্যকৰ ব্যৱহাৰ দেখা পাই তেওঁ অতিশয় ব্যথিত হৈছিল। ইউৰোপত ফাৰ্ষ্ট ক্লাছ আৰু থাৰ্ড ক্লাছৰ কম্পাৰ্টমেণ্টৰ মাজত প্ৰভেদ বৰ কম। তাত তৃতীয় শ্ৰেণীতো দূৰণিবটীয়া যাত্ৰীসকলৰ কাৰণে শোৱাৰ ব্যৱস্থা আছে আৰু বহা ঠাইবোৰো গাদী থকা। তদুপৰি তাত ভিৰ নিয়ন্ত্ৰিত কৰাৰ কাৰণে ছিটৰ সংখ্যাতকৈ অধিক টিকট যাত্ৰীসকলক বিক্ৰী নকৰে। আনকি দক্ষিণ আফ্ৰিকাতো, য'ত অশ্বেতকায় লোকসকলেহে তৃতীয় শ্ৰেণীত উঠে, ভাৰতৰ তুলনাত অধিক সা-সুবিধা আছে। কম্পাৰ্টমেণ্টৰ প্ৰত্যেকৰ কাৰণে তাত আসন আছে আৰু ৰাতি শোৱাৰ ব্যৱস্থাও আছে। তাত ভিৰো নাই আৰু কম্পাৰ্টমেণ্টবোৰো যথেষ্ট পৰিষ্কাৰ-পৰিচ্ছন্ন।

কিন্তু ভাৰতত তৃতীয় শ্ৰেণীৰ কম্পাৰ্টমেণ্টৰ অৱস্থা অত্যন্ত শোচনীয়। ডবাবোৰত যাত্ৰীবিলাকে মজিয়াত যিহকে তিহকে পেলাই অপৰিষ্কাৰ কৰি পেলাইছে, পাণৰ পিক আৰু চিগাৰেট্ টুকুৰা অ'ত ত'ত পেলাইছে, চিএঞৰ-বাথৰ কৰি কথা পাতিছে, আনকি কোনোৱে অশ্লীল বাক্যও উচ্চাৰণ কৰিছে। খুব ভিৰ থকা ডবাত শোৱাতো দূৰৰ কথা, বহা ঠাইয়ো পোৱাতো কঠিন। ডবাৰ লেতেৰা মজিয়াতে বহুতে শুই পৰিছে। বাথ ৰুমৰ ডবাতো বিষ্ঠা আৰু মূত্ৰৰে পৰিপূৰ্ণ, তাৰ পৰা সদায় দুৰ্গন্ধ ওলায়। গান্ধীয়ে মনতে ভাবিলে যে ৰে'লগাড়ীৰ তৃতীয় শ্ৰেণীৰ ডবা যেন নৰকৰ এটা অংশহে।

এনে অৱস্থাৰ মাজতো তথাপি গান্ধীয়ে এটুকুৰা স্থানৰ যোগাৰ কৰি বেগৰ পৰা ভগৱদ্‌গীতা গ্ৰন্থখন উলিয়াই পঢ়িবলৈ ধৰিলে। এইদৰেই ৰাতিপুৱা ৰে'লগাড়ী বাৰাণসী পালেহি।

গান্ধীয়ে প্লেটফৰ্মত নামোতেই বহুতো পাণ্ডাই তেওঁক ঘেৰি ধৰিলে। তেওঁলোকৰ মাজৰ পৰিষ্কাৰ কাপোৰ-কানি পিন্ধা এজন পাণ্ডাৰ লগত গান্ধী থাকিবলৈ গ'ল। গান্ধীয়ে পাণ্ডাৰ গৃহৰ ভিতৰ ফালৰ চোতালত এজনী গাই গৰু বান্ধি থোৱা দেখিবলৈ পালে। পাণ্ডাজীয়ে তেওঁক দোতলাৰ কোঠা এটাত থকাৰ ব্যৱস্থা কৰিলে। কিবা খাবলৈ কোৱাত গান্ধীয়ে পূজা সমাপ্ত নকৰাকৈ একো নাখায় বুলি জনালে। তেতিয়া

সেই পাণ্ডাজনে তেওঁৰ স্নান আৰু পূজাৰ সকলো আয়োজন যথাযথভাৱে কৰিলে। গান্ধীয়ে কিন্তু তেওঁক স্পষ্টকৈ ক'লে যে এটকা চাৰিঅনাৰ বেছি দক্ষিণা তেওঁ কিন্তু দিব নোৱাৰিব। পাণ্ডাজনে তেতিয়া উত্তৰ দিলে, "যাত্ৰী ধনীয়েই হওক বা দৰিদ্ৰই হওক, মোৰ কাম ঠিকেই কৰিম। যি যিমান দক্ষিণা দিব পাৰে, সিমানকে লৈ মই সন্তুষ্ট।" পাণ্ডাৰ সেই কথা শুনি গান্ধীৰ ভাল লাগিল।

বাৰ বজাৰ সময়ত পূজা শেষ কৰি প্ৰসাদ খাই গান্ধীয়ে তেতিয়া কাশী বিশ্বনাথ মন্দিৰ দৰ্শন কৰিবলৈ গ'ল। তেওঁ মন্দিৰলৈ যোৱা পথটো অত্যন্ত ঠেক আৰু লেতেৰা দেখি অত্যন্ত ব্যথিত হ'ল। পথত পানী পৰি পৰি পিছল হৈছে আৰু পথৰ কাষৰ দোকানৰ পৰা ফুল-ফল, আইনা-কাপোৰ আদি চিঞৰ-বাখৰ কৰি বিক্ৰী কৰিছে। মুকলিকৈ ৰখা খোৱাবস্তুৰ ওপৰত মাখিৰ ভেন্ ভেন্। এনে দৃশ্যই স্বাভাৱিকতে কোনো ভক্তিৰ উদ্ৰেক নকৰে।

মন্দিৰৰ ভিতৰৰ অৱস্থাও তথৈবচ। মজিয়াত পচা ফুল-পাত, চতুৰ্দিকে পানী। মজিয়াখনৰ এফালে আকৌ ভঙা, তাৰ পৰা ভক্তবৃন্দই আধলিৰ মাটি খুঁচৰি উলিয়াই স্মৃতিস্বৰূপে লৈ গৈছে। এইবোৰ দেখি গান্ধীৰ মন বিষণ্ণ হৈ পৰিল।

তেওঁ জ্ঞান-পাপীৰ কুঁৱাৰ ওচৰতো একেই দৃশ্য দেখি হতাশ হ'ল। চতুৰ্দিকে অপৰিষ্কাৰ-অপৰিচ্ছন্ন আৰু যাত্ৰীৰ কোলাহল। তাত ঈশ্বৰ-দৰ্শন পোৱাতো সম্ভৱ জানো! তাত গান্ধীৰ কোনো দক্ষিণা দিয়াৰ ইচ্ছা নাইকিয়া হ'ল। তাত তেওঁ মাত্ৰ এটা পাই-পইছা দিলে। তাকে দেখি সেই ঠাইৰ পাণ্ডাই সেইটো গান্ধীলৈ দলি মাৰি দি গান্ধীক ককৰ্থনা কৰি ক'লে, "ঈশ্বৰৰ স্থানত এই অপমান কৰিছা কাৰণে নৰকতো তোমাৰ স্থান নহ'ব।"

গান্ধীয়ে তেতিয়া নিৰ্বিকাৰভাৱে তেওঁক ক'লে, "মহাৰাজ, নৰকৰ য'তেই মোৰ স্থান হওক, আপোনাৰ মুখত পিচে এনেকুৱা ভাষা শোভা নাপায়। আপোনাৰ ইচ্ছা হ'লে পাই-পইছাতো ল'ব পাৰে, নহ'লে এইটোও আপুনি হেৰুৱাব।"

পাণ্ডাই তেতিয়া চিঞৰি ক'লে, "ইয়াৰ পৰা গুচি যোৱা, তোমাৰ পইছাও মই নিবিচাৰোঁ।" তাৰ পিচত আকৌ অশ্ৰাব্য গালি-গালাজ।

গান্ধীয়ে তেতিয়া পইছাটো মাটিৰ পৰা তুলি যেতিয়াই সেই স্থান এৰি যাবলৈ সাজু হৈছে তেতিয়াই পাণ্ডাজনে ক'লে, "ঠিক আছে, পইছাটো থৈ যোৱা। মই তোমাৰ পইছা নল'লে তোমাৰ অকল্যাণ হ'ব কাৰণেই এইটো ৰাখিছোঁ বুলি মনত ৰাখিবা।"

গান্ধীয়ে আৰু একো নকৈ বিষাদ মনে সেই ঠাই ত্যাগ কৰিলে।

এইবাৰ গান্ধীয়ে মিছেছ্ এনি বেচান্তক লগ ধৰিবলৈ গ'ল। তেওঁ জানে যে মিছেছ্ বেচান্তে সম্প্ৰতি এক কঠিন ৰোগৰ পৰা আৰোগ্য লাভ কৰিছে। সেয়েহে তেওঁৰ লগত মিছেছ্ বেচান্তৰ সাক্ষাৎ হওঁতেই ক'লে, "মিছেছ বেচান্ত, মোক নিশ্চয় আপুনি

মনত পেলাব পৰা নাই, কিন্তু কিছু বছৰৰ আগতে লণ্ডনত আমাৰ সাক্ষাৎ হৈছিল।"

মিছেছ্ বেচান্তে হাঁহি উত্তৰ দিলে, "আপুনি অলপ আচৰিত হ'ব বোধকৰোঁ মিঃ গান্ধী, কিন্তু আপোনাক মোৰ স্পষ্ট মনত আছে। দক্ষিণ আফ্রিকাত ভাৰতীয়সকলৰ কাৰণে কৰা আপোনাৰ আন্দোলনৰ সম্পর্কে মই সম্যকভাৱে অৱগত।"

গান্ধীয়ে ক'লে, "তাৰ কাৰণে আপোনাক ধন্যবাদ। অৱশ্যে আপোনাৰ এই শাৰীৰিক অৱস্থাত আপোনাক আৰু বিৰক্ত কৰিব নিবিচাৰোঁ। মই মাথোঁ আপুনি ভাৰতৰ স্বায়ত্ত-শাসনৰ আন্দোলনৰ প্ৰতি যি কৰিছে, তাৰ কাৰণে আপোনাক শ্ৰদ্ধা জ্ঞাপন কৰিবলৈ আহিছোঁ।"

ইয়াকে কৈ তেওঁ তাৰ পৰা উঠি আহিল। নিশালৈ তেওঁ ৰে'লগাড়ীৰে বাৰানসী ত্যাগ কৰিলে।

গোখলেই গান্ধীয়ে বোম্বাইত থাকি স্থায়ীভাৱে তাত বেৰিষ্টাৰী প্ৰেক্‌টিছ্ আৰু কংগ্ৰেছৰ মাধ্যমেৰে জনসেৱা কৰাতো বিচাৰিছিল। কিন্তু গান্ধীয়ে দ্বিতীয়বাৰৰ বাবে অকৃতকাৰ্য হোৱাৰ ভয়ত বোম্বাইলৈ যাব নিবিচাৰিলে' তেওঁ ৰাজকোটতে আইনৰ ব্যৱসায় কৰিবলৈ স্থিৰ কৰিলে।

ইয়াত গান্ধীৰ পৰম শুভানুধ্যায়ী কেৱলৰাম দাভে তেওঁৰ প্ৰধান সহায়ক হ'ল। কেইদিনমানৰ ভিতৰতে তেওঁ তিনিটা কে'চ আনি দিলে। তাৰে দুটা আছিল আপিলৰ কে'চ আৰু এটা আছিল জামনগৰৰ প্ৰথম কে'চ। এই কে'চটো যথেষ্ট কঠিন। গান্ধীয়ে ভাবিলে যে ইয়াৰ কাৰণে তেওঁ উপযুক্ত বেৰিষ্টাৰ নহয়। তাকে কেৱল ৰামক কোৱাত তেওঁ ক'লে, "হৰা-জিতাতো আপোনাৰ ওপৰত নিৰ্ভৰ নকৰে, গান্ধীভাই! আপোনাৰ কাম হ'ব কে'চটোত যথাসাধ্য চেষ্টা কৰা, আপোনাক সকলোধৰণেৰে সাহায্য কৰিবলৈ মইতো আছোঁৱেই।"

সেইটোৱেই হ'ল। গান্ধীয়ে এই কে'চটো জিকিবলৈ ভালদৰে প্ৰস্তুত হ'ল। তেওঁ ভাৰতীয় আইনো নিষ্ঠাসহকাৰে আয়ত্ত কৰি ল'লে। দক্ষিণ আফ্রিকাৰ অভিজ্ঞতাও ইয়াত কামত আহিল। শেষত তেওঁ কে'ছটোত জয়ী হ'ল। তেওঁৰো আত্মপ্ৰত্যয় বৃদ্ধি পালে। তেতিয়া তেওঁ ভাবিলে যে এইবাৰ হয়তো বোম্বাইত প্ৰেক্‌টিছ্ কৰিলেও সফল হ'ব।

ৰাজকোটত আপিল-ক'ৰ্টৰ অৱস্থা একেবাৰে সন্তোষজনক নাছিল। সেই ঠাইৰ জজ সদায়েই ৰাজ্যৰ বিভিন্ন অংশ পৰিদৰ্শনত ব্যস্ত থাকে। ফলত সকলো কে'চৰ উকিল আৰু মক্কেলসকলে সেইবোৰ স্থানলৈ যাব লগা হয় আৰু ইয়াৰ ফলস্বৰূপে দৰিদ্ৰ মক্কেলসকলৰ আনুষংগিক খৰচ অযথা বৃদ্ধি পায়।

জামনগৰৰ কে'চটোৰ যেতিয়া আপিল হ'ল, জজ তেতিয়া আছিল বীৰবল চহৰত। চহৰখনত তেতিয়া প্লেগৰ প্ৰাদুৰ্ভাৱ আৰু প্ৰায়বোৰ মানুহেই চহৰ এৰি গৈছে। জজে

চহৰৰ পৰা দূৰত সমুদ্ৰৰ পাৰত তেওঁৰ তম্বু তৰি আছে। তাকে দেখি গান্ধীয়েও চহৰৰ বাহিৰৰ এক 'ধৰ্মশালা'ত আশ্ৰয় ল'লে। কিন্তু নিৰীহ মক্কেল ক'ত থাকিব? তেওঁ সেই প্লেগ-অধ্যুষিত চহৰেৰে এটা চুকত থাকিব লগা হ'ল।

গান্ধীৰ এজন উকিল বন্ধুৱে কে'চটো আন চহৰলৈ বদলি কৰাৰ কাৰণে জজক আবেদন কৰিবলৈ পৰামৰ্শ দিলে। আবেদন কৰাৰ পিচত জজ চাহাবে গান্ধীক মাতি নি সুধিলে, "মিঃ গান্ধী, আপুনি প্লেগৰ কাৰণে ভয় কৰিছে নেকি?"

"মই ভয় কৰা-নকৰা লৈ চিন্তা কৰিব লগা নাই ইঅ'ৰ অনাৰ, কিন্তু মক্কেলৰ কি হ'ব? তেওঁ ৰোগত আক্ৰান্ত হোৱাৰ সম্ভাৱনাৰ বিষয়েও চিন্তা কৰিব লাগিব।"

সেই জজগৰাকীয়ে গান্ধীক তেতিয়া উপদেশৰ সুৰত ক'লে, "ভাৰতলৈ প্লেগ ৰোগ স্থায়ীভাৱেই আহিছে, মিঃ গান্ধী! কিন্তু ভাৰতবাসীয়ে ভয় খালে কেনেকৈ হ'ব? বীৰবলৰ প্ৰাকৃতিক দৃশ্য অতি মনোৰম। মানুহে ইয়াৰ উন্মুক্ত স্থানত বাস কৰাৰ অভ্যাস কৰিব লাগে।" তাৰ পিচত জজে তেওঁৰ চিৰস্তাদাৰৰ ফালে চাই ক'লে, "মিঃ গান্ধীয়ে কোৱা কথাখিনি ন'ট কৰি থওক, তেওঁৰ উকিল আৰু মক্কেলৰ বিশেষ কোনো অসুবিধা হ'লে মোক জনাব।"

জজৰ কথা শুনি গান্ধীয়ে মনে মনে ভাবিলে যে চাহাবে তেওঁৰ উপদেশ দিয়েই খালাচ, কিন্তু সাধাৰণ ভাৰতীয়সকলৰ দুখ-দৈন্য আৰু অসুবিধাৰ কথা পৰম বিলাসেৰে বেলেগে বাস কৰা তেওঁ কেনেকৈ জানিব? এয়া যেন হাতীয়ে অনুকম্পাবশতঃ পৰুৱাৰ অৱস্থা সম্পৰ্কে জানিবলৈ কৰা চেষ্টা। সেয়েহে শতেক ইচ্ছা সত্ত্বেও ইংৰাজসকলে ভাৰতীয়সকলৰ প্ৰকৃত অৱস্থা বুজাৰ অথবা তেওঁলোকৰ কাৰণে আইন কৰাৰ প্ৰয়াস পৰিশেষত ব্যৰ্থ হোৱাটো নিশ্চিত।

গান্ধীয়ে এই কে'চত জিকাৰ অলপ দিন পিচতে কেৱলৰাম দাভেই তেওঁৰ ওচৰলৈ আহি ক'লে, "গান্ধী ভাই, আমি নিবিচাৰোঁ যে আপুনি ইয়াত থাকি আপোনাৰ প্ৰতিভাৰ অপচয় কৰক। আপুনি বোম্বাইলৈ গৈ বেৰিষ্টাৰী প্ৰেক্‌টিছ্ কৰিবলৈ আৰম্ভ কৰক।"

গান্ধীয়ে প্ৰশ্ন কৰিলে, "কিন্তু দাভেজী, তাত মোক কে'চ দি কোনে সাহায্য কৰিব? আপুনি কৰিব জানো?"

কেৱলৰামে বিনা দ্বিধাই উত্তৰ দিলে, "আপোনাক 'ড্ৰাফ্‌ট'ৰ বহুতো কাম পঠাই দিম বোম্বাইলৈ আৰু মাজে মাজে ডাঙৰ কে'চ থাকিলে ইয়ালৈ বেৰিষ্টাৰ হিচাপে অহাৰ ব্যৱস্থা কৰিম। আপুনি জানে যে কোনো বেৰিষ্টাৰৰ সফলতা আৰু ব্যৰ্থতাৰ প্ৰধানকৈ নিৰ্ভৰ কৰে উকিলসকলৰ ওপৰতে। আপুনি জামনগৰ আৰু বীৰবলৰ কে'চ দুটাত নিজৰ দক্ষতাৰ প্ৰমাণ দিছে, সেয়েহে আপোনাৰ প্ৰতি মোৰ সম্পূৰ্ণ আস্থা আছে।

গান্ধীভাই, আপুনি বোম্বাইলৈ যাওক। তাত বেৰিষ্টাৰী প্ৰেক্টিছ্ কৰাৰ লগে লগে আপোনাৰ জন-সেৱাৰ কামো আগবঢ়াই নিব পাৰিব।"

গান্ধীয়ে ক'লে, "মই নাটালৰ পৰা অলপ ধন পোৱাৰ কাৰণে বৈ আছোঁ। সেইখিনি পালেই বোম্বাইলৈ যামগৈ।"

সেই ধনো দুসপ্তাহৰ ভিতৰতে আহিল। গান্ধীয়ে তেতিয়া পোনতে অকলেই বোম্বাইলৈ আহিল। তাত ফ'ৰ্ট অঞ্চলত পেইন, গিলবাৰ্ট আৰু ছায়ানীৰ অফিচ-বিল্ডিঙত নতুনকৈ তেওঁৰ চেম্বাৰ খুলিলে।

অলপ দিন পিচত গিৰগাঁৱত এটা ঘৰ ভাড়া কৰিলে আৰু পৰিয়ালৰ আটাইকে তালৈ আনিলে। এইবাৰ গান্ধীৰ বোম্বাইত স্থায়ীভাৱে বাস কৰাটো নিশ্চিত হ'ল যেন লাগিল।

কিন্তু গিৰগাঁৱৰ সেই ঘৰত থাকিবলৈ লোৱাৰ কেইদিনমান পিচতে গান্ধীৰ দ্বিতীয় পুত্ৰ মণিলাল গুৰুতৰভাৱে অসুস্থ হৈ পৰিল। কিছুদিন আগতে ডাৰ্বানত থকাৰ সময়ত তাৰ বৰ আই ওলাইছিল। এইবাৰ হৈছে টাইফয়ড জ্বৰ আৰু নিউমোনিয়া। গাত অতিপাত জ্বৰ, নিশালৈ প্ৰলাপো বকে। মণিলালৰ বয়স তেতিয়া মাথোঁ দহ বছৰ।

অৱস্থা বেয়াৰ ফালে ঢাল লোৱাত গান্ধীয়ে ডাক্তৰ মাতি আনিলে। পাৰ্চী ডাক্তৰ। তেওঁ মণিলালক ভালকৈ পৰীক্ষা কৰি চাই ক'লে, "এওঁৰ এই অৱস্থাত কোনো ঔষধে বিশেষ কাম নকৰিব। আপুনি প্ৰতিদিনেই দুয়োবেলাতে কণী আৰু মুৰ্গীৰ চুৰুহা খাবলৈ দিয়ক।"

গান্ধীয়ে উত্তৰ দিলে, "কিন্তু আমি নিষ্ঠাৱান বৈষ্ণৱ পৰিয়ালৰ লোক। আমিতো কণী বা মাংস কোনো অৱস্থাতেই খাব দিব নোৱাৰোঁ। আপুনি আন কিবা পথ্যৰ কথা চিন্তা কৰক।"

ডাক্তৰজনে গম্ভীৰভাৱে ক'লে, "আপোনাৰ পুত্ৰৰ জীৱন বিপন্ন। আপুনি বেছি পানীত গাখীৰ মিহলাই খুৱাব পাৰে, কিন্তু ই তাৰ পুষ্টিৰ কাৰণে যথেষ্ট নহ'ব। মই বহুতো হিন্দু পৰিয়ালৰ ল'ৰা-ছোৱালীৰ চিকিৎসা কৰিছোঁ আৰু সিহঁতৰ কাৰণেও যিবোৰ পথ্যৰ বিধান দিছোঁ, তেওঁলোকে নিৰ্বিকাৰছিত্তে মানি লৈছে। মই ভাবো নিজৰ ল'ৰাৰ মংগলৰ বাবে আপুনি বিশেষভাৱে চিন্তা কৰা উচিত।"

গান্ধীয়ে উত্তৰ দিলে, "আপুনি সঠিক কথাকে কৈছে, তাত কোনো সন্দেহ নাই। আমাৰ ল'ৰাটো সাবালক হোৱাহেঁতেন আমি তাৰ মতামত ল'লোহেঁতেন। কিন্তু সি এতিয়াও নাবালক, সেয়েহে দেউতাক হিচাপে ময়েই তাৰ চিকিৎসাৰ গুৰু দায়িত্ব ল'ব লাগিব। মোৰ মনে কৈছে যে এই বিষয়ত মই মোৰ বৈষ্ণৱ ধৰ্ম অনুসৰিয়েই কাম কৰা উচিত। আমাৰ ধৰ্মই মাছ-মাংস অথবা কণী খোৱা সমৰ্থন নকৰে। মই সেয়েহে এই ক্ষেত্ৰত ল'ৰাটোৰ জীৱন অথবা মৃত্যু ঈশ্বৰেৰে অভিপ্ৰায় বুলি ধৰি ল'ম। কিন্তু মই

তাক 'হাইড্ৰোপেথিক' চিকিৎসা কৰিব বিচাৰোঁ। এই বিষয়ে মোৰ অলপ অভিজ্ঞতা আছে। আপোনাক অনুৰোধ কৰোঁ যে মাজে মাজে আহি ল'ৰাটোৰ নাড়ী আৰু বুকু-পেট পৰীক্ষা কৰি দিয়ে যেন।"

ডাক্তৰে গান্ধীৰ কথাত ৰাজী হ'ল। তেওঁ যোৱাৰ পিচতেই গান্ধীয়ে কুন্‌হেৰ গ্ৰন্থৰ পৰা শিকা হাইড্ৰোপেথি বিদ্যা মণিলালৰ ওপৰত প্ৰয়োগ কৰিবলৈ সাজু হ'ল। তেওঁ মণিলালক টাবৰ ভিতৰত প্ৰতিবাৰত তিনি মিনিটকৈ কঁকাললৈকে ঘনাই ডুবাই চিকিৎসা আৰম্ভ কৰিলে। পথ্য হিচাপে তিনিদিন পানীৰ লগত মিহলাই কমলা টেঙাৰ ৰস খাবলৈ দিলে।

মণিলালৰ জ্বৰ তথাপি এশ চাৰি ডিগ্ৰিৰ তললৈ নানামিল। ৰাতিৰ প্ৰলাপ আছেই। তাকে দেখি গান্ধী অত্যন্ত চিন্তিত হ'ল। এয়া জানো তেওঁৰ ঠিক কাম হৈছে? কেনেবাকৈ মণিলালৰ কিবা এটা হ'লে সকলোৱে তেওঁকেই দুষিব। কিন্তু গান্ধীৰ ঈশ্বৰৰ প্ৰতি বিশ্বাস অটল। তেতিয়া তেওঁৰ স্থিৰ বিশ্বাস যে ভগৱানে মণিলালক কৃপা কৰিব।

সময় তেতিয়া নিশা। গান্ধীয়ে ঠিক কৰিলে যে তিতাই চেপি লোৱা কাপোৰেৰে মূৰটো বাদ দি মণিলালৰ সৰ্বাংগ ঢাকি ৰাখিব, আৰু মূৰটোও এখন তিতা টাৱেলেৰে ঢাকি থ'ব। তেওঁ তাকে কৰিলে আৰু তাৰ পিচত দুখন কম্বল মণিলালৰ গাত জাপি দিলে। মণিলালৰ গা তেতিয়া জুইৰ দৰে তপত, কিন্তু কোনো ঘাম ওলোৱা নাই।

গান্ধী তেতিয়া অত্যন্ত ক্লান্ত। তেওঁ কস্তুৰবাইক মণিলালৰ কাষত থাকিবলৈ কৈ চৌপট্টিৰ ফালে খোজকাঢ়িবলৈ গ'ল। ৰাতি তেতিয়া দহ বাজিছে। ৰাস্তাত মানুহ তেনেই কম। তেওঁ কোনোফালে মন নকৰি ৰামনাম জপ কৰিবলৈ ধৰিলে। কিছু সময় খোজকঢ়াৰ পিচত তেওঁ ঘৰলৈ উভতি আহিল।

তেওঁ ওলটাৰ লগে লগেই মণিলালে মাত লগালে, "বাপু, আপুনি আহিলনে?"

"এৰা সোণ, মই আকৌ তোমাৰ কাষলৈ আহিছোঁ।"

"তেনেহ'লে মোৰ গাৰ পৰা এই কম্বল-কাপোৰসোপা আঁতৰাই নিয়ক। মোৰ গাটো একেবাৰে পুৰি গৈছে।"

গান্ধীয়ে উৎকণ্ঠাৰে প্ৰশ্ন কৰিলে, "মণি, তুমি ঘামিছানে বাৰু?"

"এৰা, বাপু, মই ঘামত একেবাৰে তিতি গৈছোঁ। এতিয়া মোক এই জাপৰ পৰা উলিয়াই নিয়ক।"

গান্ধীয়ে তেতিয়া মণিলালৰ কপালত হাত দি চালে। অলপ ঘাম ওলাইছে। মণিলালৰ গাৰ পৰা জ্বৰ এৰিছে। তেওঁ তেতিয়া মণিলালক ক'লে, "মণি, তোমাৰ গাৰ পৰা জ্বৰ এৰিব। আৰু অলপ সময় থাকা সোণ, ঘাম ওলাওক, অলপ পিচতে মই তোমাৰ গাৰ জাপ আঁতৰাই দিম।"

"মই আৰু এই অৱস্থাত থাকিব নোৱাৰোঁ, বাপু; যেন মোক জুয়েহে আগুৰি আছে। মোক পিচত লাগিলে আকৌ এইবোৰ জাপি দিব।"

গান্ধীয়ে তেতিয়া মণিলালক আন কথাৰে তাৰ মনটো অন্য ফাললৈ ঢাল খুৱাই লৈ গ'ল। অলপ সময় এইদৰে ৰখাৰ পিচত গাৰ পৰা কম্বল-কাপোৰবোৰ আঁতৰাই শুকান টাৱেলেৰে তাৰ গাৰ সৰ্বাংগ মচি দিলে। তাৰ পিচত পিতা-পুত্ৰ দুয়োজনেই একেখন বিছনাতে শুই পৰিল।

গান্ধীয়ে সেই ৰাতি মৰাৰ দৰে শুলে। পিচদিনা শুই উঠি মণিলালক চাই গম পালে যে জ্বৰ বহুত কম। এই দৰেই প্ৰায় চল্লিছ দিন মণিলালৰ কাষত থাকি তাক পানী মিহলোৱা গাখীৰ আৰু ফলৰ ৰস খুৱালে। এতিয়া গান্ধীৰ ভয় নাছিল। জ্বৰ যদিও একা-চেকা আছিল, এতিয়া পিচে ই তেওঁৰ হাতৰ মুঠিত।

গান্ধীয়ে তেতিয়া আকৌ ঈশ্বৰক ধন্যবাদ দিলে। তেওঁ নিশ্চিত যে মংগলময় ঈশ্বৰেই মণিলালক এইবাৰলৈ ৰক্ষা কৰিছে, তেওঁৰ চিকিৎসা আছিল নিমিত্ত মাত্ৰ।

লাহে লাহে মণিলাল ভাল হৈ গ'ল। কিন্তু গান্ধীৰ অনুভৱ হ'ল যে গিৰগাঁৱৰ সেই ঘৰটো একেবাৰে স্বাস্থ্যকৰ নহয়, ভিতৰখন সকলো সময়তে অন্ধকাৰ আৰু জেকা। সেয়েহে তেওঁ এটা নতুন ঘৰ বিচাৰিলে। প্ৰথমে তেওঁ বান্দ্ৰা আৰু ছান্তাক্ৰুজ অঞ্চলত বিচাৰিলে। কিন্তু বান্দ্ৰাত যিটো ঘৰ চালে, সেইটো এটা কচাইখানাৰ কাষত অৱস্থিত। গতিকে এইটো ঘৰ ল'ব নোৱাৰি। ঘাটকোপাৰ আৰু তাৰ ওচৰৰ ঠাইবোৰ চহৰৰ পৰা বহুত দূৰত। অৱশেষত প্ৰাণজীৱন মেহ্‌তাৰ ভ্ৰাতৃ ৰেৱাশংকৰ জগজীৱনৰ সহায়তাত ছান্তাক্ৰুজত এটা বঙলা ঘৰ পালে। ঘৰটো গান্ধীৰ পছন্দ হ'ল; স্বাস্থ্যৰ ফালৰ পৰাও উত্তম ঘৰ।

গান্ধীয়ে তেতিয়া ছান্তাক্ৰুজৰ পৰা চাৰ্চগেটলৈকে যাতায়াতৰ কাৰণে এটা প্ৰথম শ্ৰেণীৰ মাহেকীয়া ৰেইলগাড়ীৰ টিকট কিনিলে। এই প্ৰথম শ্ৰেণীৰ কম্পাৰ্টমেণ্টত তেওঁ অকলেই প্ৰথম শ্ৰেণীৰ যাত্ৰী আছিল, এই কথাটো লৈ তেওঁ মনে মনে গৰ্ব অনুভৱ কৰিছিল। বহু সময়ত তেওঁ ঘৰৰ পৰা খোজকাঢ়ি বান্দ্ৰা ষ্টেছনলৈকে আহে, আৰু তাৰ পৰা চাৰ্চগেটলৈ যোৱা দ্ৰুতগামী ট্ৰেইন ধৰে।

তেওঁৰ আইন ব্যৱসায়েও লাহে লাহে প্ৰসাৰ লাভ কৰিব ধৰিলে। যদিও তেতিয়ালৈকে তেওঁ বোম্বাই হাইকৰ্টত কোনো কে'ছ পোৱা নাই, তথাপি তেওঁৰ দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় ব্যৱসায়ী বন্ধুসকলে বহুতো কে'চ দি তেওঁৰ আৰ্থিক স্বাচ্ছন্দ্যৰ পথ সুগম কৰি আছিল।

গান্ধীয়ে যদিও কোনো 'মুট কৰ্ট'ত ভাগ লোৱা নাছিল, তথাপি হাইকৰ্টত তেওঁ প্ৰায়েই 'প্ৰশ্ন' (Interrogation) চলি থকা সময়ত উপস্থিত আছিল। তালৈ যোৱাৰ

আৰু এটা বিশেষ কাৰণো আছিল। ক'ৰ্টৰ খিৰিকীৰে সমুদ্ৰৰ পৰা অহা মুক্ত বায়ু উপস্থিতসকলে উপভোগ কৰিবলৈ পাইছিল। গান্ধীয়ে লক্ষ্য কৰিছিল যে এনেদৰে সমুদ্ৰৰ বায়ু উপভোগ কৰা লোক তেওঁ অকলেই নহয়, আন বহুতেই আছে। সমুদ্ৰৰ স্বাস্থ্যকৰ বতাহৰ লোভতেই এই সকলো আহে। গান্ধীয়ে মনে মনে হাঁহে।

গোখ্‌লেই তেওঁৰ কেইজনমান ঘনিষ্ঠ বন্ধুৰ লগত প্ৰায়েই গান্ধীৰ চেম্বাৰলৈ আহে। তেওঁ গান্ধীৰ ওপৰত সদায় চকু দিয়ে আৰু তেওঁক কংগ্ৰেছৰ কামত লগোৱাৰ কাৰণে সুযোগ বিচাৰে।

গান্ধীয়ে ভাবিলে যে এইদৰেই বোধকৰোঁ তেওঁৰ বাকী জীৱন অতিবাহিত হ'ব। তেতিয়া তেওঁ পাৰিবাৰিক ঘনিষ্ঠতা বিশেষভাৱে উপভোগ কৰিবলৈ ধৰিলে। আবেলি আহি তেওঁ প্ৰায়েই জলপানৰ লগত বিভিন্ন মিঠাই আৰু 'পেন্‌কেক্‌' তৈয়াৰ কৰিবলৈ কস্তুৰবাইক অনুৰোধ কৰে। কস্তুৰবাইয়েও হাঁহি হাঁহি সেইবোৰ তৈয়াৰ কৰে, তেওঁ স্বামীৰ যে মিঠাইৰ প্ৰতি এক আকৰ্ষণ আছে জানে।

গান্ধীয়ে ল'ৰাকেইটাৰ লগত বহুতো সময় কটায়, বিশেষকৈ মণিলালৰ স্বাস্থ্যৰ যাতে উন্নতি হয়, তাৰ কাৰণে তাক ব্যায়াম কৰিবলৈ উৎসাহ দিয়ে। এতিয়াৰ অৱস্থা দেখিলে ভাব হয় গান্ধীয়ে যেন বহুত দিন পিচত আকৌ আন মানুহৰ দৰে গাৰ্হস্থ্য জীৱনলৈ উভতি আহিছে। দক্ষিণ আফ্ৰিকাৰ তেওঁৰ সেই সংগ্ৰামী জীৱন তেতিয়া যেন অপসৃয়মান স্মৃতিস্বৰূপ হৈছে। এই সময়তে গান্ধীয়ে এজন আমেৰিকান ইনশ্বিউৰেন্‌ছৰ এজেন্টৰ প্ৰভাৱত পৰি দহ হাজাৰ টকাৰ লাইফ-ইনশ্বিউৰেন্‌ছ কিনিলে। এজেন্টজন আছিল অত্যন্ত হাঁহিমুখীয়া আৰু মৰম লগোৱা স্বভাৱৰ লোক। তেওঁ গান্ধীক বুজালে, "মিঃ গান্ধী, ভাবি চাওকচোন, ঈশ্বৰে নকৰক, আপোনাৰ যদি কিবা হয়, তেনেহ'লে আপোনাৰ স্ত্ৰী, আৰু চাৰি পুত্ৰৰ ভৰণ-পোষণৰ কিমান কষ্ট হ'ব! তেওঁলোকে তেতিয়া আপোনাৰ আত্মীয়-স্বজনসকলৰ কৰুণাৰ ওপৰত নিৰ্ভৰ কৰিব! আপুনিতো সেইটো কেতিয়াও নিবিচাৰে। ভাবি চাওক, এইটো আপোনাৰ এক ধাৰ্মিক কৰ্তব্য।"

গান্ধীয়ে ভাবি চালে, ঠিকেই কৈছেতো! কস্তুৰবাইৰ যি গহনা আছিল, সেইবোৰৰ প্ৰায়খিনিয়েইতো সংসাৰৰ প্ৰয়োজনত অদৃশ্য হৈছে। এতিয়া তেওঁৰ হঠাৎ মৃত্যু হ'লে আকৌ তেওঁৰ সংসাৰৰ ভাৰ লক্ষ্মী দাসৰ ওপৰতে পৰিব। কোনো অৱস্থাতেই এনে হ'বলৈ দিয়া অনুচিত। সেয়েহে বিনা দ্বিৰুক্তিত তেওঁ সেই ইনশ্বিউৰেন্‌ছ পলিছি কিনিলে। কিন্তু ঈশ্বৰৰ অভিপ্ৰায় আছিল বেলেগ। তেৰাই তেওঁৰ কাৰণে তেতিয়া বেলেগ ধৰণৰ 'জীৱিকা'ৰ আয়োজন কৰিছিল।

গান্ধীয়ে বোম্বাই হাইক'ৰ্টৰ জীৱনত অভ্যস্ত হওঁতেই এদিন দক্ষিণ আফ্ৰিকাৰ পৰা

এখন টেলিগ্ৰাম পালে, "চেম্বাৰলেইন অতি সোনকালে আহিব। এতিয়াই উভতি আহক।"

গান্ধীয়ে দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলক প্ৰতিশ্ৰুতি দিছিল যে তেওঁক যদি তেওঁলোকৰ এবছৰৰ ভিতৰত প্ৰয়োজন হয়, তেনেহ'লে তেওঁ আকৌ তালৈ ঘূৰি যাব। সেয়েহে তেওঁ জাহাজৰ ভাড়া আৰু আনুষংগিক খৰচ পঠাবলৈ বাৰ্তা পঠালে। সেই অৰ্থও অনতিবিলম্বে আহি গ'ল। গান্ধীয়ে তেতিয়া আকৌ দক্ষিণ আফ্ৰিকালৈ উভতি যোৱাৰ কাৰণে সাজু হ'ল। কিন্তু ফিৰোজশ্বাহ মেহ্‌তাই তেওঁক তালৈ উভতি যোৱাত বাধা দিলে। তেওঁ সুধিলে, "মিঃ গান্ধী, আপুনি কিয় দক্ষিণ আফ্ৰিকালৈ ঘূৰি যোৱাতো মনস্থ কৰিছে?" তেওঁ গান্ধীৰ অভিপ্ৰায় শুনি হাঁহিলে আৰু ক'লে, "তাত ভাৰতীয়ৰ প্ৰতি থকা বৰ্ণবৈষম্য নীতিৰ বিৰুদ্ধে আৰু একোকে কৰিব পৰা নাযাব। আপুনি ইয়াত বেৰিষ্টাৰ হিচাপে লাহে লাহে প্ৰতিষ্ঠিত হৈ আহিছে, তদুপৰি কংগ্ৰেছৰ কাম কৰিছে। দক্ষিণ আফ্ৰিকাত আপোনাৰ কাৰণে কি কৰিব লগা আছে?"

কিন্তু গান্ধীয়ে প্ৰতিশ্ৰুতি দিছে সেইটো মানিবৰ কাৰণেহে। যিমান কষ্টই হওক, চৰ্ত তেওঁ পূৰণ কৰিবই।

গান্ধীয়ে তেতিয়া ভাবিছিল যে তেওঁৰ এই কামত দক্ষিণ আফ্ৰিকাত এবছৰৰ বেছি থাকিব নালাগিব। সেয়েহে চান্তাক্ৰুজৰ ভাড়া ঘৰতে স্ত্ৰী আৰু পুত্ৰসকলক থৈ তেওঁ অকলে দক্ষিণ আফ্ৰিকালৈ যোৱা মনস্থ কৰিলে। ঠিক হ'ল যে তেওঁৰ আত্মীয় কুশল দাস গান্ধীৰ ডাঙৰ ল'ৰা বাইছ বছৰীয়া চগনলাল আৰু তেওঁৰ স্ত্ৰী কাশীয়ে তেওঁৰ পৰিয়ালটোক চাব। অৱশ্যে ৰাজকোটৰ পৰা লক্ষ্মী দাসেও সিহঁতৰ প্ৰতি চকু ৰাখিব।

কস্তুৰবাইয়ে তেতিয়ালৈ তেওঁৰ স্বামীক ভালদৰেই চিনিব পাৰিছে। সেয়েহে এইবাৰ যোৱাৰ কাৰণে স্বামীক কোনোধৰণৰ অনুৰোধ নকৰি মাথোঁ এটা হুমুনিয়াহ কাঢ়িলে আৰু নীৰৱে চকুপানী টুকিলে।

গান্ধীয়ে তেতিয়া বিশ্বাস কৰিছিল যে ত্যাগৰ সন্ধানত ভাৰতীয়সকল বহিৰ্বিশ্বলৈ যোৱা উচিত। সেইবোৰ ঠাইত তেওঁলোকে দেশৰ নানা বন্ধনত আৱদ্ধ নাথাকি নিজৰ সুপ্ত প্ৰতিভা জাগ্ৰত কৰিব পাৰিব, বিশেষকৈ ব্যৱসায়ত দায়িত্ব আৰু উদ্যমেৰে সাফল্য লাভ কৰিব পাৰিব, যিদৰে দক্ষিণ আফ্ৰিকাত বহুতো ভাৰতীয়ই কৰিছে। সেই উদ্দেশ্যেৰেই তেওঁৰ চাৰি-পাঁচজন তৰুণ আত্মীয়ক লগত লৈ যোৱাৰ মনস্থ কৰিলে। তেওঁলোকৰ মাজত এজন আছিল মগনলাল গান্ধী।

অৱশেষত বোম্বাইত তেওঁৰ চেম্বাৰ বন্ধ কৰি ১৯০২ চনৰ নৱেম্বৰ মাহত গান্ধীয়ে অকলে দক্ষিণ আফ্ৰিকালৈ বুলি যাত্ৰা কৰিলে।

# চতুৰ্থ পৰ্ব

# আকৌ দক্ষিণ আফ্ৰিকাত

---

## অষ্টাদশ অধ্যায়

## জোহান্‌ছবাৰ্গত বাস

জাহাজ ডাৰ্বান বন্দৰ পোৱাৰ পিচত গান্ধী নামিল। তেওঁক স্বাগত জনাবলৈ সকলোবোৰ ভাৰতীয় ব্যৱসায়ীয়েই আহিছে। তেওঁলোকৰ মাজত শেঠ আব্দুল্লা প্ৰথম শাৰীত।

শেঠজীয়ে তেওঁক দৃঢ়ভাৱে সাৱটি ধৰি ক'লে, "গান্ধীভাই, আপুনি ইমান ততাতৈয়াকৈ অহা দেখি আমি অতিশয় কৃতজ্ঞ। আমাৰ বহুতেই ভাবিছিল যে আপুনি ৰাজকোটত স্থায়ীভাৱে পেক্‌টিছ্ আৰম্ভ কৰিছে যেতিয়া সেইবোৰ এৰি আকৌ কিজানি উভতি নাহিবই।"

গান্ধীয়ে ডাঙৰকৈ হাঁহি ক'লে, "মোৰ প্ৰতি আপোনালোকৰ ইমানেই আস্থাৰ অভাৱ? মই জানো কথা দিয়া নাছিলো যে আপোনালোকে বিচাৰিলেই মই আহিম? কিন্তু মই ৰাজকোটত নহয়, বোম্বাইত পেক্‌টিছ্ আৰম্ভ কৰিছিলোঁ। এইবাৰ অৱশ্যে পৰিবাৰক এৰি থৈ আহিবলৈ মোৰ খুব কষ্ট হৈছে।"

এতিয়া পাৰ্চী ৰুস্তমজীয়ে গান্ধীক ক'লে, "এইবাৰ আপুনি আগৰবাৰৰ দৰে দীঘলীয়াকৈ থাকিব লগা নহ'ব। মিষ্টাৰ চেম্বাৰলেইন লণ্ডনলৈ উভতি যোৱাৰ পিচতে আপুনি দেশলৈ যাবগৈ পাৰিব।"

গান্ধীয়ে অলপ উদ্বেগৰে প্ৰশ্ন কৰিলে, "মিষ্টাৰ চেম্বাৰলেইনৰ ওচৰত আমাৰ প্ৰতিনিধিসকল কেতিয়া উপস্থিত হ'ব লাগিব?"

পাৰ্চী ৰুস্তমজীয়ে উত্তৰ দিলে, "অহা সপ্তাহত বুধবাৰে দুপৰীয়া দুই বজাৰ সময়ত। আমি ভয় কৰিছিলোঁ যে আপুনি কিজানি ঠিক সময়ত এইখিনি নাপাবহি!"

গান্ধীয়ে উত্তৰ দিলে, "ঈশ্বৰৰ কৃপাত ঠিক সময়তে পালোহি। কিন্তু মিষ্টাৰ চেম্বাৰলেইনক যিখন স্মাৰক দিব লাগিব সেইখন সাজু কৰিবলৈ আমাৰ হাতত সময় তেনেই কম।"

শেঠ আব্দুল্লাই এইবাৰ ক'লে, "আপুনি মোৰ ঘৰত অতিথিস্বৰূপে কেইদিনমান থাকক, গান্ধীভাই, তাতে নিৰিবিলিত বহি আপুনি স্মাৰকখন সাজু কৰিব পাৰিব।"

গান্ধীয়ে হাঁহি হাঁহি ক'লে, "শেঠজী, আপোনাৰ অফিচৰ কাষৰ কোঠাটো নিৰিবিলি বুলি কৈছে? আপোনাক লগ পাবলৈতো তালৈ সকলো সময়তে মানুহৰ অহা-যোৱা। যি নহওক, এইটো চিন্তা কৰিব নালাগে, মই যথাসময়ত স্মাৰক সাজু কৰিম।"

কথা পাতি পাতিয়েই সকলোৱে শেঠ আব্দুল্লাৰ ঘোঁৰাৰ গাড়ীৰ কাষলৈ আহিল। গান্ধীক বয়-বস্তুৰে তাত উঠাই দি আনসকলে নিজৰ ঘৰলৈ বাট ল'লে।

মিষ্টাৰ চেম্বাৰলেইনৰ লগত দেখা সাক্ষাতৰ সময়ত গান্ধী এই প্ৰতিনিধিবৰ্গৰ মুখপাত্ৰ হ'ল। মিঃ জোচেফ চেম্বাৰলেইন আছিল সমস্ত ব্ৰিটিশ্ব ক'লনিৰ চেক্ৰেটাৰী অভ্ ষ্টেট্ছ। তেওঁ তেতিয়া আহিছিল বুৱ'ৰ যুদ্ধৰ ক্ষতিপূৰণৰ বাবদ ব্ৰিটিশ্ব চৰকাৰক প্ৰতিশ্ৰুতি দিয়া পঁইত্ৰিছ মিলিয়ন ব্ৰিটিশ্ব পাউণ্ড সংগ্ৰহৰ কাৰণে। তদুপৰি তেওঁৰ আৰু এটা কাম আছিল। ব্ৰিটিশ্ব আৰু ডাচ্ বুৱ'ৰসকলৰ মাজত যুদ্ধৰ পৰিণতিস্বৰূপে উদ্ভৱ হোৱা তিক্ততা যিমান পৰা যায়, নিৰসন কৰা আৰু পুনৰায় তেওঁলোকৰ মাজত মৈত্ৰী আৰু সৌহাৰ্দৰ ভাব জগাই তোলা। স্বাভাৱিকতে ভাৰতীয়সকলৰ কাৰণে তেওঁৰ আছিল নিতান্তই কম সময়।

মিষ্টাৰ চেম্বাৰলেইনে সৌজন্যৰে গান্ধীক কৰমৰ্দন কৰি ক'লে, "আপোনাক সাক্ষাৎ কৰি অতিশয় আনন্দিত, মিঃ গান্ধী। মই আপোনাৰ নাম আৰু নাটাল ইণ্ডিয়ান কংগ্ৰেছৰ নাম শুনিছোঁ।"

গান্ধীয়ে প্ৰতিনিধিবৰ্গৰ হৈ ক'লে, "দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলৰ প্ৰতি বৰ্ণবৈষম্যমূলক নানা বাধা-নিষেধৰ বিৰুদ্ধে আমাৰ অভিযোগ সন্নিৱিষ্ট এখন স্মাৰক পেছ্ কৰিব বিচাৰিছোঁ, য়ুৰ্ এক্সেলেন্সি! আশাকৰোঁ, আপুনি এইখন পঢ়ি এইবোৰ অন্যায়ৰ প্ৰতিবিধান কৰিব।"

মিঃ চেম্বাৰলেইনে গম্ভীৰ কণ্ঠেৰে ক'লে, "মই স্মাৰকখন নিশ্চয় যত্নসহকাৰে পঢ়িম, কিন্তু কিমান প্ৰতিবিধান কৰিব পাৰিম সেই বিষয়ে ঘোৰ সন্দেহ আছে, মিঃ গান্ধী। আপুনি বুজিবই পাৰিছে এই বিষয়ত আমাৰ হাত-ভৰি বন্ধা। দক্ষিণ আফ্ৰিকাৰ সকলোবোৰ কলনি এতিয়া স্বায়ত্ত শাসিত, তাত আমাৰ হস্তক্ষেপ কৰাটো হ'ব অনুচিত। আপোনালোকে দক্ষিণ আফ্ৰিকাৰ লোকসকলৰ লগত সদ্ভাৱ ৰাখি শান্তিপূৰ্ণভাৱে অৱস্থান কৰাটোৱেই উচিত।"

মিঃ চেম্বাৰলেইনৰ এই গতানুগতিক বুলি শুনি প্ৰতিনিধিবৰ্গৰে সৈতে গান্ধীও নিৰাশ হ'ল। তেওঁলোকে আবেদন-পত্ৰত প্ৰতিটো অভিযোগ তথ্য-প্ৰমাণসহ বৰ্ণনা কৰিছিল, আৰু মিঃ চেম্বাৰলেইনে এতিয়া গতানুগতিকভাৱে সকলোবোৰ মানি চলাৰ

কথা কৈছে। গান্ধীৰ উপলব্ধি হ'ল যে তেওঁলোকৰ সম্মুখত সংগ্ৰামৰ পথ দীৰ্ঘ আৰু বিপদসংকুল।

নাটালৰ পৰা চেম্বাৰলেইন ট্ৰান্সভাললৈ গ'ল। গান্ধীয়ে তালৈ গৈয়ো ভাৰতীয়সকলৰ তৰফৰ পৰা মুখপাত্ৰ হিচাপে আন এখন স্মাৰক দিবলৈ মনস্থ কৰে। উপস্থিত প্ৰতিনিধিবৰ্গইয়ো তেওঁৰ সেই সংকল্প সৰ্বান্তঃকৰণে সমৰ্থন কৰিলে।

বুৱ'ৰ যুদ্ধৰ পিচৰ পৰা ট্ৰান্সভালত ভাৰতীয়সকলৰ অৱস্থা আৰু শোচনীয় হৈ পৰিল। গৃহযুদ্ধৰ ফলত তাত অলপ বিশৃংখল অৱস্থা, সেয়েহে তালৈ যোৱাৰ কাৰণে প্ৰৱেশ-পত্ৰৰ প্ৰয়োজন হ'ল। ইউৰোপীয়ানসকলে সেই প্ৰৱেশ-পত্ৰ পোৱাত কোনো অসুবিধা নাই, কিন্তু ভাৰতীয়সকলৰ কাৰণে বাধা নিষেধ আৰু কঠোৰ হ'ল। যুদ্ধৰ ফলত যিবোৰ ভাৰতীয়ই তাৰ পৰা গুচি আহিছিল, তেওঁলোক উভতি যোৱাৰ ক্ষেত্ৰত বহুতো বাধাৰ সৃষ্টি কৰিলে। বিশেষকৈ তাত নতুনকৈ এটা 'এচিয়াটিক ডিপাৰ্টমেণ্ট' খোলা হ'ল, যিটোৰ প্ৰধান উদ্দেশ্য আছিল এচিয়াবাসীসকলৰ সুখ-সুবিধাৰ প্ৰতি দৃষ্টি ৰখা, কিন্তু কাৰ্যতঃ দেখা গ'ল যে ভাৰতীয়সকল উভতি অহাত এই বিভাগটো হ'ল প্ৰচণ্ড বাধাস্বৰূপ। সেই বিভাগটোৰ বিষয়াসকল আছিল আগতে ভাৰত আৰু সিংহলত সামৰিক বিভাগত কাম কৰা বিষয়া। তেওঁলোকৰ ভাৰতীয়সকলৰ প্ৰতি ব্যৱহাৰ আছিল অত্যন্ত কৰ্কশ আৰু তাচ্ছিল্যপূৰ্ণ।

গান্ধীয়ে জানিছিল যে তেওঁক ট্ৰান্সভালত সোমোৱা প্ৰৱেশ-পত্ৰ নিদিব। সেয়েহে তেওঁ ডাৰ্বানতে তেওঁৰ পুৰণা বন্ধু পুলিচ-চুপাৰিন্‌টেণ্ডেণ্ট্ আলেকজাণ্ডাৰক এইখন যোগাৰ কৰি দিবলৈ অনুৰোধ কৰিলে। মিঃ আলেকজাণ্ডাৰ আগতে ট্ৰান্সভালত আছিল বুলি গান্ধী অৱগত আছিল। মিঃ আলেকজাণ্ড্ৰেও গান্ধীৰ অনুৰোধ ৰক্ষা কৰি ট্ৰান্সভালৰ তেওঁৰ প্ৰাক্তন সহকৰ্মীসকলৰ লগত যোগাযোগ কৰি অচিৰেই গান্ধীৰ কাৰণে প্ৰয়োজনীয় প্ৰৱেশ-পত্ৰ যোগাৰ কৰি দিলে। গান্ধীয়ে তেতিয়া বিলম্ব নকৰি ডাৰ্বানৰ বন্ধুসকলৰ পৰা বিদায় লৈ অবিলম্বে ট্ৰান্সভালৰ ৰাজধানী প্ৰিটোৰিয়াৰ উদ্দেশ্যে যাত্ৰা কৰিলে আৰু তাত গৈ উপস্থি হ'ল। সেই দিনটো আছিল ১৯০৩ চনৰ ১ জানুৱাৰী।

গান্ধীয়ে এইটো জানে যে ভাৰতীয়সকলৰ গুণাগুণৰ বৰ্ণনা দিবলৈ গ'লে ই তেওঁলোকৰ বিৰুদ্ধেই যাব পাৰে; সেয়েহে স্মাৰক সাজু কৰোঁতে সাৱধানে লিখিব লাগিব। এই প্ৰসংগত তেওঁৰ মনত পৰিল ট্ৰান্সভালত থকা ব্ৰিটিশ্ব অফিচাৰ মিঃ লাওনেল কাৰ্টিছৰ কথা। তেওঁ ভাৰতীয় অভিবাসীসকলৰ প্ৰতি সহানুভূতিশীলেই আছিল। গান্ধীয়ে যেতিয়া তেওঁক ভাৰতীয়সকলৰ সঞ্চয়-প্ৰৱণতা, পৰিশ্ৰম আৰু ধৈৰ্যৰ কথা কৈছিল, তেতিয়া মিঃ কাৰ্টিছে ক'লে, "আপুনি যিবিলাক ভাৰতীয় গুণৰ কথা কৈছে, ইউৰোপীয়ানসকলে ভাৰতীয়সকলৰ এই চৰিত্ৰগত গুণসমূহকে ভয় কৰে, বৰঞ্চ

তেওঁলোকৰ দোষবোৰক ভয় নকৰে।”

গান্ধী প্ৰিটোৰিয়াত উপস্থিত হোৱাৰ পিচত ভাৰতীয়সকলৰ পৰা এচিয়াটিক ডিপাৰ্টমেণ্টৰ কৰ্মকৰ্তাসকলে খবৰ পায় যে তেওঁ তাত ভাৰতীয়সকলক প্ৰতিনিধিত্ব কৰিব। প্ৰথমে তেওঁলোকে ধৰিবই পৰা নাছিল কেনেকৈনো গান্ধীয়ে তালৈ যাবলৈ প্ৰবেশ-পত্ৰ পালে। তেওঁলোকে ভাবিলে গান্ধীয়ে কিজানি বে-আইনিভাৱেহে প্ৰবেশ কৰিছে, তেতিয়াতো তেওঁক জে'লত ভৰাই থ'ব পৰা যাব। পিচে ডাৰ্বানত খবৰ লৈ গম পালে যে গান্ধীয়ে প্ৰবেশ-পত্ৰ লৈয়ে আহিছে। তেতিয়া তেওঁলোকৰ গান্ধীৰ বিৰুদ্ধে খং চৰিলহে। গান্ধীক ভাৰতীয়সকলৰ কি প্ৰয়োজন, যিহেতু তেওঁলোকৰ 'মংগল'ৰ কাৰণেইতো এচিয়াটিক ডিপাৰ্টমেণ্ট পতা হৈছেই?

তায়েব শেঠে মিঃ ডব্লু. এইচ. ম'ৰ নামৰ এচিষ্টেণ্ট কল'নিয়েল চেক্ৰেটাৰীজনক গান্ধীয়েই তেওঁলোকৰ প্ৰতিনিধি বুলি কোৱাত তেওঁ গান্ধীক তেওঁৰ সন্মুখত হাজিৰ কৰাবলৈ হুকুম দিলে।

গান্ধীয়ে তায়েব ছেঠ আৰু আন কেইজনমান ভাৰতীয়ৰ লগত মিঃ ম'ৰৰ অফিচত হাজিৰ হ'লত আনকি তেওঁক বহিবলৈকো নক'লে।

তেওঁ গান্ধীক উদ্ধতবাৱে প্ৰশ্ন কৰিলে, “আপুনি ইয়ালৈ কি কামৰ কাৰণে আহিছে?”

গান্ধীয়ে বিনীতভাৱে ক'লে, “এওঁলোকে মোক মিঃ চেম্বাৰলেইনৰ ওচৰলৈ প্ৰতিনিধিত্ব কৰি যাবলৈ আমন্ত্ৰণ জনাইছে।”

“আপোনাৰ ইয়ালৈ অহাৰ অনুমতি-পত্ৰ ভুলতে দিয়া হৈছে। মিঃ চেম্বাৰলেইনক দেখা কৰিবলৈ আপোনাক দিয়া নহ'ব। আপুনি এতিয়া যাব পাৰে, বিদায়।”

গান্ধীৰ প্ৰতি মিঃ ম'ৰৰ এই অপমানজনক ব্যৱহাৰত সকলোৱেই ক্ষুব্ধ হ'ল। কোঠাটোৰ পৰা ওলাই তায়েব শেঠে উষ্মাৰে ক'লে, “আপুনি যদি আমাৰ প্ৰতিনিধিত্ব নকৰে তেনেহ'লে আমি মিঃ চেম্বাৰলেইনক দেখা-সাক্ষাতেই নকৰোঁ।”

গান্ধীয়ে শান্ত কণ্ঠে উত্তৰ দিলে, “আপোনালোক মিষ্টাৰ চেম্বাৰলেইনৰ ওচৰলৈ নগ'লে তেওঁ ধৰি ল'ব যে আপোনালোকৰ কোনো অভিযোগেই নাই। আচলতে আপোনালোকেতো তেওঁক মুখেৰে একো নকয়, মাথোঁ স্মাৰকখন পঢ়ি শুনাব। সেইখন মই পঢ়োঁ বা আন কোনোবাই পঢ়ে, তাত কোনো প্ৰভেদ নাই। আমি এই অপমান সহ্য কৰিব লাগিব।”

তায়েব ছেঠে উত্তেজিত কণ্ঠে ক'লে, “আপোনাক অপমান কৰাৰ অৰ্থ ইয়াৰ সমস্ত ভাৰতীয় সমাজকে অপমান কৰা, গান্ধীভাই। আপুনি জানো আমাৰ প্ৰতিনিধি নহয়?”

গান্ধীয়ে উত্তৰ দিলে, “সেইটো নিতান্তই সঁচা, কিন্তু আমি এই অপমান হজম কৰিব লাগিব।” তেতিয়াই ঠিক হ'ল যে মিঃ জৰ্জ গডফ্ৰে নামৰ এজন ভাৰতীয় বেৰিষ্টাৰ

গান্ধীৰ সলনি দলটোৰ মুখপাত্ৰ হ'ব।"

তেওঁলোকে গৈ মিঃ চেম্বাৰলেইনক দেখা সাক্ষাৎ কৰাৰ সময়ত মিঃ গডফ্ৰেৰ পৰিচয় পাই মিঃ চেম্বাৰলেইনে ক'লে, "মিঃ গান্ধী নহাতো ক'বলৈ গ'লে ভাল হোৱা নাইনে? এজন প্ৰতিনিধিৰে বাৰে বাৰে একে কথাকে শুনি কি লাভ?"

লাভ যে একোৱেই নহ'ল সেইটো মিঃ চেম্বাৰলেইনে দিয়া পৰৱৰ্তী মন্তব্যটোৰ পৰাই বুজা গ'ল। তেওঁ ট্ৰান্সভালৰ ভাৰতীয় সকলকো ডাৰ্বানত কোৱা কথাকে ক'লে। তেওঁৰ বক্তব্য হ'ল শ্বেতকায় লোকসকলক মান্য কৰি চলাটোৱেই ভাৰতীয়সকলৰ কাৰণে মংগল।

দক্ষিণ আফ্ৰিকাত গান্ধীৰ কাম তেতিয়া শেষ, কিন্তু তেতিয়াই তেওঁ ভাৰতলৈ উভতিব নুখুজিলে। ট্ৰান্সভালৰ এই এচিয়াটিক ডিপাৰ্টমেন্টৰ স্বেৰাচাৰৰ বিৰুদ্ধে সংগ্ৰাম কৰিব লাগিব, সংগ্ৰাম কৰিব লাগিব বৈষম্যমূলক আইনৰ বিৰুদ্ধেও। তেওঁ এই সংগ্ৰাম কৰাৰ কাৰণে নাটালৰ ঠাইত ট্ৰান্সভালেই উপযুক্ত স্থান বিবেচনা কৰিলে, কিয়নো ইয়াত তেওঁৰ নেতৃত্বৰ প্ৰয়োজন বহুত বেছি। তেওঁ ট্ৰান্সভাল ছুপ্ৰিম ক'ৰ্টত আইন ব্যৱসায়ৰ বাবে আবেদন জনাব, যদিহে এই আবেদন মঞ্জুৰ হয়, তেতিয়া তেওঁ জোহানছবাৰ্গত ল প্ৰেক্টিছ আৰম্ভ কৰিব। তেওঁ ভাৰতলৈ গৈ কংগ্ৰেছৰ কাম কৰিব পাৰিব ঠিকেই, কিন্তু দক্ষিণ আফ্ৰিকাৰ অসহায় ভাৰতীয়সকলৰ কাৰণে কাম কৰিবলৈ তেওঁ হৃদয়ৰ আহ্বান শুনিবলৈ পালে। নহ'লে যে এই ভাৰতীয়সকলে বহু অবমাননা সহিব লাগিব। গান্ধীৰ কাম হ'ব এই অবমাননা প্ৰাণপণে প্ৰতিৰোধ কৰাৰ প্ৰয়াস।

গান্ধীয়ে প্ৰিটোৰিয়াৰ সলনি জোহানছবাৰ্গত বসবাস কৰিবলৈ মনস্থ কৰিলে। ইয়াৰ মূল কাৰণ হ'ল জোহানছবাৰ্গতে এচিয়াটিক ডিপাৰ্টমেন্টৰ কেন্দ্ৰ, সেয়েহে এই ডিপাৰ্টমেন্টৰ বিপক্ষে সংগ্ৰাম ইয়াতে বেছি কাৰ্যকৰী হ'ব। তদুপৰি তেওঁৰ কাৰণে ট্ৰান্সভালত বেৰিষ্টাৰী প্ৰেক্টিছৰ সম্ভাৱনা বেছি, কিয়নো ইয়াতে অধিকাংশ ভাৰতীয়ই বাস কৰে।

এই সময়তে তেওঁৰ থিঅ'ছফিকেল বন্ধুসকলৰ যোগেদি এখন ব্যৱসায়ী ফাৰ্মৰ মেনেজাৰ মিঃ লুইছ ৱাল্টাৰ ৰিচ্ নামৰ ইংৰাজ এজনৰ লগত গান্ধীৰ পৰিচয় হয়। তেওঁৰ পৰামৰ্শ অনুসৰি গান্ধীয়ে এজন ৰিয়েল এ'ষ্টেইট্ এজেণ্টৰ লগত যোগাযোগ কৰে। এই এজেণ্টৰ জৰিয়তে তেওঁ ৰিছিক ষ্ট্ৰীটত এটা অফিচ ঘৰ ভাৰা কৰিলে আৰু অফিচৰ ওচৰতে এটা সৰু ঘৰত থাকিবলৈ ল'লে। মিঃ ৰিচ্ বিবাহিত আৰু তেওঁৰ পুত্ৰ-কন্যাও ঢেৰ। গান্ধীৰ প্ৰভাৱত পৰি অলপ দিন পিচতে আগৰ ব্যৱসায় এৰি তেওঁ গান্ধীৰ অধীনত 'আৰ্টিকেল্ড ক্লাৰ্ক' হিচাপে যোগ দিয়ে। গান্ধীয়ে তেওঁক নিজৰ ল'ৰাৰ দৰে ব্যৱহাৰ কৰিছিল।

এই সময়তে হাৰ্মান কালেনবাক নামৰ এজন ইহুদি স্থপতিৰ লগত গান্ধী ঘনিষ্ঠ

হয়। ওখ আৰু পাহুৱাল এই ভদ্ৰলোকজনৰ জন্ম হৈছিল পোলেণ্ডত, কিন্তু তেওঁ ল'ৰালি কটাইছে জাৰ্মানিত আৰু বয়ঃসন্ধি কালত আহে দক্ষিণ আফ্ৰিকালৈ। তেওঁ অত্যন্ত ধনী আৰু পিন্ধন-উৰণত বিলাসী। জোহানছ্‌বাৰ্গৰ অভিজাত চুবুৰিত তেওঁৰ সুন্দৰ আৰু বিশাল ঘৰ। মানুহজন অবিবাহিত আৰু গান্ধীৰ সাহচৰ্য তেওঁ অতিশয় উপভোগ কৰে।

১৮৯৩ চনত গান্ধী জোহানছ্‌বাৰ্গলৈ আহোঁতেই কিছু খ্ৰীষ্টিয়ান বন্ধুৰ লগত তেওঁৰ বিশেষকৈ বন্ধুত্ব হৈছিল। সেই সময়ত গান্ধীৰ খ্ৰীষ্টান ধৰ্ম সম্পৰ্কে জ্ঞান আছিল সামান্য। লণ্ডনত থাকোঁতে বাইবেল পঢ়া আৰু দেওবাৰে পাদ্ৰীসকলৰ চাৰ্মন শুনাতে তেওঁৰ খ্ৰীষ্ট ধৰ্মৰ ধাৰণা সীমাবদ্ধ আছিল। হিন্দুধৰ্ম সম্পৰ্কেও তেওঁৰ জ্ঞান আছিল অতি কম।

কিন্তু এতিয়া দহ বছৰ অতিক্ৰম কৰি ১৯০৩ চনত গান্ধী যথেষ্ট পৰিণত, জীৱন সম্বন্ধে অভিজ্ঞতাশীল ব্যক্তি। তেতিয়া তেওঁৰ থিঅ'ছফিকেল বন্ধুসকলে তেওঁৰ পৰা হিন্দুধৰ্ম সম্পৰ্কে জানিব বিচাৰে। সেই সময়ত জোহানছ্‌বাৰ্গত 'ছিকাৰছ্ ক্লাব' নামে এটা সংগঠন আছিল; বন্ধুসকলৰ আহ্বানত গান্ধীয়ে সেই সংঘত যোগদান কৰিলে। তেওঁলোকৰ প্ৰধান কাম আছিল নিয়মিতভাৱে ভগবদ্‌গীতা পাঠ কৰা। যোৱা দুটা বছৰ ভাৰতত থাকি গান্ধীয়ে বুজিব পাৰিছিল যে হিন্দু ধৰ্মৰ বিষয়ে তেওঁ বহুতো কথা জানিব লাগিব। যদিহে তেওঁ ভাৰতলৈ গৈ সমাজ-সংস্কাৰকৰ ভূমিকা ল'ব লাগে, তেনেহ'লে বিশেষকৈ অস্পৃশ্যতা আৰু জীৱ-হত্যাৰ বিষয়ে ভালদৰে অধ্যয়ন কৰিব লাগিব। সেয়েহে এতিয়া থিঅ'ছফিকেল ছচাইটিৰ বন্ধুসকলৰ সৈতে তেওঁ দুগুণ উৎসাহেৰে আকৌ গীতা পাঠ আৰম্ভ কৰিলে।

এইবাৰ গীতা পাঠ কৰোঁতে গান্ধীক অতিশয় অভিভূত কৰিলে দুটা শব্দই, এটা হ'ল 'অপৰিগ্ৰহ' অৰ্থাৎ বিষয়ত অনাসক্তি আৰু আনটো হ'ল 'সমভাব' অৰ্থাৎ সকলোকে ভ্ৰাতৃত্ববোধেৰে সমানভাৱে চোৱা। গান্ধীয়ে এইটো বুজি পালে যে বিষয়-সম্পত্তি পৰিহাৰ নকৰিলে ঈশ্বৰৰ অনুগ্ৰহ লাভ সম্ভৱ নহয়। কিন্তু সংসাৰত থাকোঁতে সেইটো কেনেকৈ সম্ভৱ? গান্ধীৰ তেতিয়া লণ্ডনৰ ছাত্ৰাৱস্থাত স্নেলৰ (Snell) কিতাপত 'ট্ৰাষ্টীছীপ' (Trusteeship) সম্বন্ধে কৰা আলোচনালৈ মনত পৰিল, অৰ্থাৎ কোনোবাই যদি তেওঁৰ ধন-সম্পত্তি নিজৰ বুলি নাভাবি নিজকে 'ট্ৰাষ্টী' বুলি জ্ঞান কৰে, তেনেহ'লে প্ৰাকাৰান্তৰে তেওঁ সেই সম্পত্তিৰ মালিক নহয়। গান্ধীয়ে তেতিয়া বুজি পালে যে আইনব্যৱসায়ো একপ্ৰকাৰ জনসেৱাই হ'ব, যদিহে তেওঁ আৰ্থিক সাফল্যৰ কথা চিন্তা নকৰি সত্যানুসন্ধানৰ প্ৰয়াসত ব্ৰতী হয়।

গান্ধীয়ে এই সময়ত গীতাৰ সংস্কৃত শ্লোকবোৰৰ কেইটামান প্ৰতিদিনেই মুখস্থ

কৰিবলৈ চেষ্টা কৰে। যি কেইটা মুখস্থ হয়, সেইকেইটা বাথৰুমৰ দেৱালত কাকতত লিখি আঁৰি থয় আৰু শৌচ-কৰ্মাদি কৰাৰ সময়ত সেইবোৰ বাৰে বাৰে উচ্চস্বৰে আবৃত্তি কৰে। এইদৰেই তেওঁ গীতাৰ অষ্টাদশ অধ্যায়ৰ ত্ৰয়োদশ অধ্যায় পৰ্যন্ত মুখস্থ কৰি পেলালে।

গান্ধীৰ এই গীতা-পাঠৰ প্ৰথম ফলস্বৰূপেই গান্ধীয়ে আমেৰিকান এজেণ্টৰ পৰা কিনা জীৱন-বীমাটো বাতিল কৰি দিবলৈ মনস্থ কৰে। সেই উদ্দেশ্যেৰেই তেওঁ বোম্বাইত থকা ৰেৱশংকৰ ভাইক লিখিলে যে আৰু 'প্ৰিমিয়াম' দিব নালাগে আৰু কিছু টকা যদি তাৰ পৰা উদ্ধাৰ কৰিব পৰা যায়, তাৰ চেষ্টা কৰিবলৈ। তেতিয়া গান্ধীৰ উপলব্ধি হ'ল যে ঈশ্বৰেই তেওঁক আৰু তেওঁৰ পৰিবাৰক ৰক্ষা কৰিব। যিবিলাক গৰিব লোকে জীৱন বীমা কৰিব নোৱাৰে, ভগৱানে জানো তেওঁলোকৰ যত্ন নলয়, তেওঁলোকৰ ফালে জানো পৰাংমুখ হয়?

গীতা পাঠৰ দ্বিতীয় ফলস্বৰূপে তেওঁ ডাঙৰ ককায়েক লক্ষ্মী দাসক জনালে যে তেওঁ আৰু তেওঁলোকৰ যৌথ পৰিবাৰৰ ভৰণ-পোষণৰ কাৰণে কোনো ধৰণৰ অৰ্থ-সাহায্য কৰিব নোৱাৰে, কাৰণ তেওঁ এতিয়াৰ পৰা উদ্বৃত্ত অৰ্থ দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় সমাজৰ কাৰণেই খৰচ কৰিব। সেই চিঠি পঢ়ি লক্ষ্মী দাসে খঙেৰে লিখিলে যে তেওঁৰ উচিত যৌথ-পৰিবাৰক সাহায্য কৰাহে, ভাৰতীয় সমাজক নহয়। তেওঁ কি তেওঁৰ পিতৃতকৈও অধিক জ্ঞানী নেকি? গান্ধীয়ে এই চিঠিৰ উত্তৰত লিখিলে যে তেওঁৰ পিতৃ জীয়াই থকা হ'লে তেওঁৰ এই সিদ্ধান্তত আনন্দিত হ'লহেঁতেন, কিয়নো তেওঁ সাহায্য কৰিব বৃহৎ ভাৰতীয় পৰিবাৰ-বৰ্গক।

কিন্তু তেওঁৰ ককাইদেৱেকে গান্ধীৰ কথা বুজি নাপালে আৰু চিঠি লেখা বন্ধ কৰি দিলে। তেওঁৰ মৃত্যুৰ আগে আগে লক্ষ্মী দাসে গান্ধীৰ এই সিদ্ধান্তৰ অৰ্থ বুজিবলৈ সক্ষম হৈছিল আৰু দক্ষিণ আফ্ৰিকাত গান্ধীৰ লগত সাক্ষাৎ কৰাৰ ইচ্ছাও প্ৰকাশ কৰিছিল। কিন্তু মৃত্যু তেতিয়া তেওঁৰ নিকটত উপস্থিত, সেয়েহে লক্ষ্মী দাসৰ সেই ইচ্ছা পূৰণ নহ'ল।

এই প্ৰসংগত এইটো উল্লেখযোগ্য যে জোহান্‌ছবাৰ্গ চহৰতে, যিখনক কোৱা হয় 'ছিটি অৱ গল্ড', য'ত মানুহে ধন-সম্পত্তি সংগ্ৰহৰ ব্যস্ততাত এজনে আনজনলৈ চাবলৈ সময় নাই, গান্ধীয়ে সকলো বিষয়-আশয় ত্যাগ কৰাৰ প্ৰেৰণা পালে।

খাদ্য সম্বন্ধেও গান্ধীয়ে সৰল হোৱাৰ প্ৰয়াস কৰিলে। সেই সময়ত গান্ধীৰ প্ৰায়েই মূৰ-কামোৰণি হৈছিল। তেওঁ সেই একে সময়তে ইংলেণ্ডৰ মাঞ্চেষ্টাৰ চহৰত সংগঠিত 'ন' ব্ৰেকফাষ্ট এছোছিয়েচন'ৰ বিৱৰণী পঢ়িবলৈ পালে। এই সমিতিৰ বিৱৰণীৰ পৰা তেওঁ গম পালে যে তেওঁলোকে ইংলেণ্ডবাসীক ব্ৰেকফাষ্ট নাখাবলৈ উপদেশ দিব,

কিয়নো প্ৰাতৰাশৰ ফলস্বৰূপে বহুতো লোক শকত হৈ পৰিছে। গান্ধীয়ে চিন্তা কৰি চালে যে তেওঁ ৰাতিপুৱা-দুপৰীয়া-নিশা এই তিনিবাৰ খোৱাৰ পিচতো আবেলি চাহ-জলপান খায়। তেৰোঁ অনায়াসেই প্ৰাতৰাশ খাবলৈ এৰি দিলে। আচৰিত কথা, এইটো কামৰ ফলস্বৰূপে অলপ দিনৰ পিচতে তেওঁৰ মূৰ কামোৰণি ভাল হৈ গ'ল।

সেই সময়তে গান্ধীয়ে মাটি আৰু পানীৰ চিকিৎসাত বিশ্বাস কৰিব ধৰিলে। তেওঁ মূৰ-কামোৰণি আৰু কোষ্ঠকাঠিন্যত ভুগি থকাৰ সময়তে তেওঁৰ হাতলৈ আহিল এডল্‌ফ জাষ্টৰ 'ৰিটাৰ্ন টু নেচাৰ' নামৰ কিতাপখন। এই কিতাপখনিকে ভৰসা কৰি তেওঁ মাটি-চিকিৎসা কৰিবলৈ আৰম্ভ কৰিলে। ৰাতি শোৱাৰ আগতে তেওঁ পৰিষ্কাৰ মাটি পানীৰ লগত মিহলাই বোকা কৰি তলপেটত প্ৰলেপ দি এটা 'পুলটিছ'ৰ দৰে বান্ধি থ'বলৈ ধৰিলে, যিটো তেওঁ ৰাতিপুৱা সোনকালে উঠি ধুই মেলি পৰিষ্কাৰ কৰি পেলায়। সেই চিকিৎসাত তেওঁ আচৰিত ধৰণে ফলো পালে। কিছুদিন প্ৰয়োগ কৰাৰ পিচত তেওঁৰ কোষ্ঠকাঠিন্য ৰোগ একেবাৰে নাইকিয়া হ'ল।

গান্ধীয়ে জোহান্‌ছবাৰ্গৰ কেইবাখনো ভেজিটেৰিয়ান ৰেস্তোৰাঁত লাঞ্চ আৰু ডিনাৰ খাবলৈ লৈছিল। এডল্‌ফ জিগলাৰ নামৰ এগৰাকী জাৰ্মানৰ এখন ভেজিটেৰিয়ান ৰেস্তোৰাঁ আছিল। তাতেই গান্ধীয়ে লগ পালে এলবাৰ্ট ৱেষ্ট নামৰ এজন ব্ৰিটিশ্বক। কথা-বতৰা পাতি গান্ধীয়ে গম পালে যে এই লোকজন ইংলেণ্ডৰ লিংকনশ্বায়াৰৰ পৰা আহিছিল আৰু অবিবাহিত আছিল। তেওঁৰ পঢ়া-লেখাৰ জ্ঞানো সীমিত। তেওঁ তেতিয়া এটা ছপাখানাৰ অংশীদাৰ আছিল। তেওঁ এজন দয়ালু, ভদ্ৰ আৰু একনিষ্ঠ মানুহ আছিল। তেওঁ গান্ধীৰ মাজত এক বৃহত্তৰ মানৱ-মুক্তি সংগ্ৰামৰ সন্ধান পালে। চাওঁতে চাওঁতে তেওঁ গান্ধীৰ এজন ভক্ত হৈ পৰিল।

ভেজিটেৰিয়ান আন্দোলক প্ৰচাৰ কৰিবলৈ প্ৰয়াস চলাওঁতে গান্ধী এবাৰ এক বিবাদত জড়িত হ'ব লগাত পৰিছিল। এডা বিছিক্স বুলি এগৰাকী ভদ্ৰ মহিলাৰ বহুতো নিৰামিষাহাৰী বন্ধু আছিল। তেওঁ এদিন গান্ধীক ক'লে যে তেওঁ এখন সৰু ভেজিটেৰিয়ান ৰেস্তোৰাঁ আছে। তেওঁ এই ৰেস্তোৰাঁখন ডাঙৰ কৰিব খোজে, কিন্তু তাৰ কাৰণে প্ৰয়োজনীয় অৰ্থ নাই। তেওঁ জানে যে গান্ধীৰ বহুতো মক্কেলে তেওঁৰ ওচৰত বহুতো টকা জমা ৰাখে। এতিয়া গান্ধীয়ে এই জমা টকাৰ পৰা কিছু ধন ধাৰে দিলে মিছেছ্ বিছিক্সৰ স্বপ্ন সফল হ'ব।

গান্ধীয়ে ভাবিলে যে ৰেস্তোৰাঁখন ডাঙৰ হ'লে ভেজিটেৰিয়ান আন্দোলনৰ প্ৰসাৰ হ'ব। তেতিয়া তেওঁ মক্কেল বদ্ৰিৰ অনুমতি লৈ তেওঁৰ প্ৰচুৰ জমা ধনৰ পৰা এহেজাৰ পাউণ্ড ঋণস্বৰূপে মিছেছ্ বিছিক্সক দিলে। গান্ধীৰ বদ্ৰি বোলা মক্কেলজন আছিল এজন চুক্তিবদ্ধ মজদুৰ, কিন্তু পিচত তেওঁ এজন সম্পদশালী ব্যৱসায়ী হৈ গান্ধীৰ ওচৰত

যথেষ্ট ধন জমা কৰি থৈছিল।

পিচে মিছেছ্ বিছিক্সৰ বিশেষ ব্যৱসায়ী জ্ঞান নাছিল। ঋণ লোৱাৰ অলপ দিন পিচতেই তেওঁৰ ৰেস্তোৰাঁখনেই উঠি গ'ল। তেতিয়া গান্ধীয়েই নিজৰ জেপৰ ধন খৰচ কৰি সেই ঋণ পৰিশোধ কৰিব লগা হ'ল। ইয়াৰ পৰা গান্ধীয়ে ইয়াকে শিকিলে যে কোনো কাৰণতে মক্কেলৰ অৰ্থ অন্য একাউণ্টত ব্যয় কৰা উচিত নহয়।

গান্ধীৰ আইন ব্যৱসায়ৰ যিমানেই উন্নতি হ'ব ধৰিলে, সিমানেই ভাৰতীয় সমাজৰ বাবে ৰাজহুৱা কামো আগবাঢ়িল। তেওঁ দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলৰ বিৰুদ্ধে থকা বৰ্ণবৈষম্য-আইন বিলোপ কৰাৰ কাৰণে ট্ৰান্সভাল, নাটাল আৰু ব্ৰিটিশ্ব চৰকাৰলৈ আবেদন জনালে আৰু আবেদনৰ কপি প্ৰসিদ্ধ ভাৰতীয় নেতাসকললৈকো পঠালো। তদুপৰি তেওঁ দক্ষিণ আফ্ৰিকা, ভাৰত আৰু গ্ৰেট বিট্ৰেইৰ নানান পত্ৰ-পত্ৰিকাত ভাৰতীয়ৰ বিৰুদ্ধে কৰা বিভিন্ন আইনৰ সমালোচনামূলক প্ৰবন্ধ প্ৰকাশৰ কাৰণে পঠালে। এইবোৰ কপি তেওঁ ভাৰতৰ ভাইছৰয়লৈকো পঠাই দিলে। পিচে এই সকলো অৰণ্য-ৰোদনৰ দৰে হ'ল, ক'ৰো পৰা একো সঁহাৰি নাই।

এচিয়াটিক ডিপাৰ্টমেণ্টৰ কেইজনমান অফিচাৰৰ বিৰুদ্ধে অভিযোগ কৰি গান্ধী কিছু সফল হ'ল। তেওঁ জনাইছিল যে এই ডিপাৰ্টমেণ্টৰ বিশেষ দুজন অফিচাৰে ভাৰতীয় আৰু চীনা অভিবাসীসকলৰ ট্ৰান্সভাল প্ৰৱেশৰ অনুমতি দিয়াৰ চৰ্ত হিচাপে উৎকোচ লয়। গান্ধীয়ে তেতিয়া সিহঁতৰ বিৰুদ্ধে মোকদৰ্মা তৰিবলৈ ভুক্তভোগী অভিবাসীসকলৰ পৰা তথ্য-প্ৰমাণ সংগ্ৰহ কৰিব ধৰিলে। বহুতো তথ্য যোগাৰ হোৱাৰ পিচত গান্ধীয়ে সেইবোৰ লৈ জোহান্‌ছবাৰ্গৰ পুলিচ কমিচনাৰৰ ওচৰলৈ গ'ল। কমিচনাৰে অফিচাৰ দুজনক অভিযুক্ত কৰিবলৈ সন্মত হৈয়ো গান্ধীক ক'লে যে শ্বেতকায় জুৰিসকলে তেওঁলোকক খালাচ দি দিব। বিচাৰত সেইটোৱেই হ'ল, শ্বেতকায় জুৰিসকলে অফিচাৰকেইজনক শাস্তি দিবলৈ মান্তি নহ'ল। অৱশ্যে ডিপাৰ্টমেণ্টৰ পৰা অফিচাৰ দুজনক আঁতৰাই পঠালে।

গান্ধীৰ কিন্তু এই অফিচাৰ দুজনৰ বিৰুদ্ধে কোনো ব্যক্তিগত ক্ৰোধ বা শত্ৰুভাব নাছিল। সেয়েহে পিচত যেতিয়া তেওঁলোকে জোহান্‌ছবাৰ্গ মিউনিচিপেলটিত চাকৰিৰ কাৰণে আবেদন কৰিলে, তেতিয়া গান্ধীয়ে কোনো আপত্তি নুতুলিলে। এই ঘটনাৰ ফলস্বৰূপে এচিয়াটিক ডিপাৰ্টমেণ্টৰ দুৰ্নীতি বহুত কমি গ'ল। এইদৰে ভাৰতীয় সমাজত গান্ধীৰ সুনাম আৰু বাঢ়ি গ'ল।

এই সময়তে ব্ৰিটিশ্ব লেখক আৰ্থাৰ হকছ্ জোহান্‌ছবাৰ্গলৈ আহি গান্ধীৰ এক সাক্ষাৎকাৰ লয় আৰু প্ৰকাশ কৰে। হকছৰ দৃষ্টিত তেত্ৰিছ্ বছৰৰ গান্ধীক চল্লিছ বছৰীয়া যেন লাগিছিল। তেওঁ লিখিছিল যে গান্ধীৰ মুখত তেতিয়া ক'লা গোফ, অতি উজ্জ্বল

তাম বৰণীয়া ৰং। হুকছে গান্ধীৰ নম্ৰ আৰু সুমধুৰ কণ্ঠস্বৰ, আপোন কৰি লোৱা ব্যৱহাৰ আৰু নিখুঁত ইংৰাজী জ্ঞান লক্ষ্য কৰিছিল। তেওঁ অৱশ্যে এইটোও লক্ষ্য কৰিছিল যে মাজে মাজে গান্ধীয়ে 'স'ৰ ঠাইত 'শ' উচ্চাৰণ কৰে। হুকছে আৰু কৈছিল যে গান্ধী নিসন্দেহে জোহান্‌ছবাৰ্গৰ ভাৰতীয় সমাজৰ অবিসংম্বাদী নেতা।

* * *

জোহান্‌ছবাৰ্গত গান্ধীৰ আইন ব্যৱসায়ৰ ক্ৰমশঃ প্ৰসাৰ হ'বলৈ ধৰিলে। তেওঁৰ কামৰ কাৰণে তিনিজন কেৰাণী নিযুক্ত কৰিলে। কিন্তু তেওঁলোক আছিল কমবয়সীয়া আৰু অনভিজ্ঞ। তদুপৰি তেওঁলোকৰ ইংৰাজীৰ জ্ঞানো কম আৰু টাইপো ভালকৈ নেজানে। গান্ধীয়ে নিজেই তেওঁৰ ব্ৰীফ্ সাজু কৰি টাইপ কৰিব লাগে। এইবোৰ কৰোঁতে তেওঁৰ বহুত সময় লাগে। গান্ধীৰ কামৰ হেঁচাও বাঢ়িব ধৰিলে আৰু ফলস্বৰূপে সকলো কামতে ক্ৰমশঃ পিছ্ পৰি যাব ধৰিলে। এতিয়া তেওঁৰ একান্ত প্ৰয়োজন এজন অভিজ্ঞ টাইপিষ্টৰ।

গান্ধীয়ে এবাৰ ভাবিলে যে নাটালৰ পৰা এজন ভাৰতীয় কেৰাণীকে লৈ আহিব। কিন্তু বিশেষ অনুমতি অবিহনে কোনো ভাৰতীয়কে তেতিয়া ট্ৰান্সভালত সোমাবলৈ নিদিয়ে। গান্ধীয়েও বৰ্তমানৰ স্পেশ্বে'ল এজেন্টৰ অনুমতি বিচাৰিবলৈ একেবাৰে অনিচ্ছুক, কিয়নো তেওঁৰ বিৰুদ্ধে গান্ধীয়ে কেইবাবাৰো আইনৰ যুঁজ কৰিছে।

হঠাৎ তেওঁ ভাবিলে যে এগৰাকী ইউৰোপীয়ান টাইপিষ্ট নিয়োগ কৰিব পাৰি দেখোন! এই কাৰণে তেওঁ মিঃ বিচৰ পৰামৰ্শ বিচাৰিলে। তেওঁ গান্ধীক চহৰৰ কোনো এমপ্লয়মেণ্ট্ এজেঞ্চিৰ সৈতে যোগাযোগ কৰিবলৈ ক'লে।

এসপ্তাহৰ ভিতৰতে সেই এজেঞ্চিয়ে গান্ধীৰ সৈতে সাক্ষাৎকাৰ কৰিবৰ কাৰণে এজনী পঁচিছ বছৰীয়া তৰুণীক পঠাই দিলে। তাইৰ নাম আছিল ডৰোথি ডিক্।

গান্ধীয়ে তৰুণীজনী দেখি অলপ বিস্মিত হ'ল। এজনী ইউৰোপীয়ান ছোৱালীয়ে এজন ভাৰতীয়ৰ অধীনত কাম কৰিবলৈ ৰাজী হ'ব বুলি তেওঁ ভাবিব পৰা নাছিল।

গান্ধীয়ে তাইক অফিচত বহুৱাই প্ৰশ্ন কৰিলে, "মিছ্ ডিক্, আপুনি ক'ৰ পৰা আহিছে?"

মিছ্ ডিকে নিঃসংকোচভাৱে উত্তৰ দিলে, "স্কটলেণ্ডৰ পৰা, মিঃ গান্ধী।"

গান্ধীয়ে আকৌ সুধিলে, "এজন ভাৰতীয়ৰ তলত কাম কৰিবলৈ আপোনাৰ সংকোচ নালাগিবনে?"

মিছ্ ডিকে তৎক্ষণাৎ উত্তৰ দিলে, "নালাগে মিঃ গান্ধী, মই এজন প্ৰফেশ্বনেল কৰ্মী। কাম ভালকৈ কৰাতোৱেই মোৰ প্ৰধান কৰ্তব্য। নিয়োগকাৰীৰ গাৰ ৰং বা ধৰ্ম

ইয়াত বিবেচনা কৰিব লগা নাই।"

গান্ধীয়ে মিছ্ ডিকৰ উত্তৰ শুনি মুগ্ধ হ'ল। তেওঁক নিযুক্ত কৰাৰ মনস্থ কৰি সুধিলে, "আপুনি দৰ্মহা কিমান বিচাৰে?"

"যদি মাহে ১৭ পাউণ্ড ১০ চিলিং কওঁ, খুব বেছি কৈছোঁ বুলি ভাবিব নেকি?"

"যদিহে আপোনাৰ কাম ভালদৰে কৰে, তেনেহ'লে এই দৰ্মহা বৰ বেছি নহয়।" গান্ধীয়ে এইদৰে কৈ সুধিলে, "আপুনি ঠিক কেতিয়া কামত যোগ দিব পাৰিব?"

মিছ্ ডিকে উত্তৰ দিলে, "আপুনি ৰাজী হ'লে এতিয়াই।"

"ঠিক আছে, সেইটোৱেই হ'ক। আপুনি এতিয়াই ডিক্‌টেইশ্বন লওক। আপুনি গম পাইছেই মিছ্ ডিক, মোৰ কাম কিমান গোট খাইছে!"

"মিঃ গান্ধী, মই সাজু হৈ আহিছোঁ।" এই বুলি কৈ মিছ্ ডিকে বেগৰ পৰা বহী-পেঞ্চিল উলিয়াই সাজু হ'ল।

দিন যোৱাৰ লগে লগে মিছ্ ডিক্ গান্ধীৰ বাবে অপৰিহাৰ্য হৈ পৰিল। তেওঁ শ্বৰ্টহেণ্ডত গান্ধীৰ সকলোবোৰ ডিক্‌টেইশ্বন লয়, সেইবোৰ টাইপ কৰে, তাৰ পিচত গান্ধীৰ চহীৰ কাৰণে প্ৰস্তুত কৰে। অফিচৰ সকলো কামেই তেওঁ যথোপযুক্তভাৱে সমাধা কৰে। গান্ধীৰ সকলো টকা-পইচাৰ হিচাপ তেওঁ ৰাখে আৰু তেওঁৰ সকলো ৰাজহুৱা কামতো যাতে আউল নালাগে তাৰ প্ৰতিও দৃষ্টি ৰাখে।

কিন্তু গান্ধীৰ এই সুখৰ কাল দীঘলীয়া নহ'ল। অলপ দিনৰ পিচতেই মিছ্ ডিকে মিঃ মেক্‌ডোনাল্ড নামৰ এজন যুৱকৰ সৈতে পৰিণয়সূত্ৰে আবদ্ধ হোৱাৰ সিদ্ধান্ত ল'লে। এই বিষয়ত তেওঁ গান্ধীৰ পৰামৰ্শও ল'লে। তেওঁৰ তাত কোনো আত্মীয় নাছিল, সেয়েহে নিৰ্দিষ্ট সময়ত গান্ধীয়েই মিচ ডিকক মেকডোনাল্ডৰ হাতত সমৰ্পণ কৰিলে।

গান্ধীয়ে তেতিয়া মিছ্ ডিকৰ অভাৱত কি কৰিব ঠিক কৰিব পৰা নাছিল। তেওঁ তেতিয়া তেওঁৰ বন্ধু মিঃ কেলেনবাকৰ এই বিষয়ত সাহায্য বিচাৰিলে। মিঃ কেলেনবাকে এজনী ছোৱালীৰ কথা জানে, যি গৰাকীয়ে সদ্য টাইপিং স্কুলৰ পৰা পাছ কৰি ওলাইছে আৰু বয়স মাত্ৰ সোতৰ বছৰ। গান্ধীয়ে তেওঁকে সাক্ষাৎকাৰ লৈ নিযুক্ত কৰিলে। ছোৱালীজনীৰ নাম মিছ্ চেলছিন। তেওঁ ৰাছিয়াৰ পৰা অহা ইহুদি আছিল।

মিছ্ ডিক যদি গান্ধীৰ ভনীয়েক আছিল, তেনেহ'লে ক'ব লাগিব মিছ্ চেলছিন তেওঁৰ কন্যা। প্ৰথমে তেওঁ গান্ধীৰ কামত যোগ দিছিল অভিজ্ঞতা সঞ্চয়ৰ কাৰণে, কিন্তু অলপ দিনৰ ভিতৰতে তেওঁ গান্ধীৰ চৰিত্ৰৰ মহানুভৱতা আৰু আত্মত্যাগৰ আদৰ্শৰে উদ্বুদ্ধ হৈ উঠিল। বহুদিন ধৰি তেওঁ মাথোন মাহে ছয় পাউণ্ড বেতন লৈছিল, তাৰ পিচত বহুত অনুৰোধ-উপৰোধ কৰাৰ ফলস্বৰূপে মাহে দহ পাউণ্ড ল'বলৈ মান্তি

হ'ল, কিন্তু তাতকৈ বেছি কোনোপধ্যেই নল'লে। গান্ধীয়ে যেতিয়া আৰু অলপ দৰ্মহা বঢ়াই দিবলৈ জোৰ কৰিলে, তেওঁ গান্ধীক ক'লে, "আপুনি মোক বেছি দৰ্মহা লোৱাৰ কথা কৈছে কেলেই? মই এই কামটোত অৰ্থ উপাৰ্জন কৰিবলৈ যোগ দিয়া নাই। মই যোগ দিছোঁ আপোনাৰ ৰাজহুৱা কামৰ আদৰ্শৰ কাৰণে, আৰু এই কামত যথাসাধ্য সহায় কৰাৰ কাৰণে।

গান্ধীয়ে তেওঁৰ এই কথাৰ উত্তৰ দিবলৈ কথা বিচাৰি নেপালে। কিন্তু তেওঁৰ ব্যৱহাৰত মাজে মাজে গান্ধী বিৰক্ত হ'ব লগাত পৰে, কিয়নো মিছ চেলছিন আছিল অত্যন্ত স্পষ্টবাদী আৰু সাহসী। সততা আছিল তেওঁৰ চৰিত্ৰৰ প্ৰধান গুণ। তেওঁ বহুতৰ সন্মুখতে যিটো সঁচা কথা সেইটো কৈ দিয়ে, ফলস্বৰূপে কোনোবাই মানসিক আঘাত পালেও তেওঁ কিন্তু চিন্তা নকৰে। গান্ধীৰ কোনো কোনো বন্ধু এনে ব্যৱহাৰত ক্ষুব্ধ হয় আৰু তেওঁৰ ওচৰত অভিযোগ দিয়ে।

এবাৰ গান্ধীৰ এগৰাকী পৰম নিষ্ঠাবান সহকৰ্মীৰ বিৰুদ্ধে মিছ্ চেলছিনে গান্ধীৰ ওচৰত তহবিল আত্মসাৎ কৰাৰ এক অভিযোগ আনিছিল। গান্ধীয়ে পিচে অভিযোগটো বিশ্বাস কৰিব নোৱাৰিলে। তেওঁ ক'লে, "তুমি তেওঁৰ বিৰুদ্ধে অভিযোগ আনিছা, অথচ তেওঁকে মই আটাইতকৈ বেছি বিশ্বাস কৰোঁ।"

মিছ চেলছিনে তৎক্ষণাৎ উত্তৰ দিলে, "মিঃ গান্ধী, কিছুদিন পিচত আপুনি নিজেই বুজিব পাৰিব, তেওঁ কি চৰিত্ৰৰ লোক। তেতিয়া কিন্তু মোক দোষ দিব নোৱাৰে যে মই সময়মতে আপোনাক সাৱধান কৰি দিয়া নাছিলোঁ বুলি।"

গান্ধীয়ে ক্ষুব্ধ হৈ ক'লে, "কিন্তু এইটো অসম্ভৱ মিছ্ চেল্ছিন। তেওঁ আমাৰ সমাজৰ স্তম্ভস্বৰূপ।"

মিছ চেলছিনে ব্যংগৰ সুৰত ক'লে, "সেই স্তম্ভ ভাঙি পৰাৰ দৰে অৱস্থা; এই বিষয়ে আপুনি অৱহিত হওক, মিঃ গান্ধী।"

গান্ধীয়ে গম্ভীৰ কণ্ঠে ক'লে, "হ'ব বাৰু, বিষয়টোলৈ বহুত আলোচনা হ'ল আৰু শুনিব নিবিচাৰোঁ।"

"ঠিক আছে, মোৰ পক্ষেও সেইটোৱেই উত্তম।" এইদৰে কৈ মিছ্ চেলছিনে তাৰ পৰা উঠি আহিল।

কিন্তু গান্ধীৰ তেতিয়া আনফালে মনোযোগ দিয়াৰ সময়। সেইটো হ'ল, 'ইণ্ডিয়ান অপিনিয়ন' (Indian opinion) নামৰ সাপ্তাহিক নামে সাপ্তাহিক কাকতখনৰ প্ৰকাশ।

ভাৰতীয়সকলৰ কাৰণে এই সাপ্তাহিক পত্ৰিকাখনৰ ধাৰণাটো গান্ধীক প্ৰথমে উল্লেখ কৰিছিল মিঃ মদনজিৎ বিভাহৰিকে। তেওঁ বোম্বাইত এজন স্কুল-শিক্ষক আছিল আৰু পিচত কেইবছৰমান আগতে ভাগ্যান্বেষণত ডাৰ্বানত উপস্থিত হৈছিলহি। তেওঁ এদিন

গান্ধীক লগ ধৰি ক'লে, "গান্ধী ভাই, ইয়াৰ ভাৰতীয়সকলৰ কাৰণে এখন সাপ্তাহিক পত্ৰিকা প্ৰকাশ কৰা উচিত, যিখনে প্ৰধানতঃ দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ নানান সমস্যাৰ কথা প্ৰচাৰ কৰিব।"

গান্ধীয়ে ক'লে, "মই তোমাৰ লগত সম্পূৰ্ণ একমত, মদনজিৎ। পিচে আমি ছপাখানা পাম ক'ত?"

মদনজিতে ক'লে, "মই ডাৰ্বানত খবৰ কৰিছোঁ আৰু সোনকালেই 'ইণ্টাৰনেশ্বনেল প্ৰিন্টিং প্ৰেছ' নামৰ এখন ছপাশাল পোৱাৰ সম্ভাৱনা আছে। কিন্তু প্ৰধান সমস্যা হৈছে অৰ্থৰ। এইটো বেছ ব্যয়বহুল উদ্যোগ হ'ব। মোৰ আৰ্থিক অৱস্থাৰ কথা জানেই, এজন স্কুল-শিক্ষকৰ কিমানেই বা দৰ্মহা!"

গান্ধীয়ে তেওঁক আশ্বাস দিলে, "অৰ্থৰ কথা চিন্তা নকৰিবা, মদনজিৎ। তুমি ডাৰ্বানলৈ গৈ প্ৰেছটো যোগাৰ কৰা।"

"কিন্তু এই পত্ৰিকাখনৰ সম্পাদক হ'ব কোন? মোৰতো সাংবাদিকতাৰ কোনো জ্ঞান নাই।"

গান্ধী হাঁহি হাঁহি ক'লে, "মোৰ অৱস্থাও তথৈবচ। এই বিষয়ত মনছুখলাল নাজাৰক ধৰিলে কেনে হয়? ভাৰতত তেওঁ সাংবাদিক হিচাপে অলপ দিন কাম কৰিছিল। কিন্তু তুমি কাগজখনৰ কিবা নাম ঠিক কৰিছা নেকি?"

মদনজিতে উত্তৰ দিলে, "নাই, সেইটো আপোনাৰ কাৰণে থৈছোঁ।"

গান্ধীয়ে ক'লে, "আমি কাকতখনৰ প্ৰতি সংখ্যাতে দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ নানান সমস্যা আলোচনা কৰিম আৰু কাকতখন ছপা হ'ব ইংৰাজীত, সেয়েহে আমি নামটো "ইণ্ডিয়ান অপিনিয়ন দিলে কেনে হয়?" গান্ধীয়ে ইতিপূৰ্বে 'আফ্ৰিকান অপিনিয়ন' নামৰ কাগজ এখনৰ কথা শুনিছিল, সেয়েহে ভাবিলে যে ভাৰতীয় বিষয় লৈ আলোচনা কৰা হ'ব যেতিয়া কাগজখনৰ এইটো এটা উপযুক্ত নামেই হ'ব।

মদনজিতে গান্ধীৰ কথা শুনি ক'লে, "এৰা, এইটো এটা যথোপযুক্ত নাম হ'ব। কাগজখনত দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ বিভিন্ন বিষয় আৰু সমস্যাৰ বিষয়ে আলোচনা হ'ব, কিন্তু গান্ধী ভাই, বিষয়টোত মোৰ অভিজ্ঞতা যৎসামান্য। মই সেয়েহে এইখন প্ৰকাশ কৰিব পাৰোঁ মাথোঁ এটা চৰ্তত, আপুনি প্ৰতি সপ্তাহত কাগজখনত এক 'কলম' (স্তম্ভ) লিখিব।"

গান্ধীয়ে উত্তৰ দিলে, "সেইটো লিখাত মোৰ কোনো আপত্তি নাই। প্ৰকৃততে মই মোৰ মতামত প্ৰকাশ কৰাৰ কাৰণে এনেকুৱা এটা মাধ্যমেই বিচাৰিছিলোঁ। মই কিন্তু কেৱল দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ বিষয়েই নিলিখো, অন্যান্য বিষয়তো লিখিম, তোমাক আগতেই কৈ থ'লোঁ।"

অৱশেষত ১৯০৩ চনৰ ৪ জুন তাৰিখে ইংৰাজী ভাষাত প্ৰকাশিত হ'ল 'ইণ্ডিয়ান অপিনিয়ন' পত্ৰিকাখন। মনছুখলাল নাজাৰে বিনা-বেতনে পত্ৰিকাৰ সম্পাদকস্বৰূপে কাম কৰিবলৈ কোনো দ্বিধাবোধ নকৰিলে। প্ৰথমতে কাকতখনত ইংৰাজী ভাষাৰ লগতে গুজৰাটী, হিন্দী আৰু তামিল ভাষাত একোটা অংশ ছপা হৈছিল। পিচলৈ মাথোঁ ইংৰাজী আৰু গুজৰাটী ভাষাতহে প্ৰচাৰ হ'ব ধৰিলে।

পত্ৰিকাখনৰ কাৰণে গান্ধীয়ে এক উচ্চমান স্থিৰ কৰিছিল। তথ্য নোহোৱাকৈ কোনো লেখাই ছপা কৰা নহ'ব। ভাৰতীয়সকলৰ প্ৰতি লাগিলে যিমানেই অন্যায়-অবিচাৰ হওক, তাৰ প্ৰকাশ সংযত ভাষাত হ'ব লাগিব। গান্ধীয়ে জানে যে মাত্ৰাহীন কলম ঘৃণা আৰু বিদ্বেষ প্ৰচাৰৰ সমতুল্য। সেয়েহে প্ৰত্যেকজন ব্যক্তিৰে লেখাৰ সময়ত যেন আত্মসংযম বজাই ৰখা উচিত। বহুতো পাঠকে প্ৰকাশৰ কাৰণে গান্ধীলৈ চিঠি লিখে, যিবোৰৰ ভাষা সংযত নহয়। গান্ধীয়ে নিজেই তেওঁলোকৰ চিঠিৰ উত্তৰ দিয়ে আৰু নিজৰ মনোমত হ'লেহে তেনে চিঠি প্ৰকাশ কৰে। 'দী টাইমছ্ অৱ নাটাল' পত্ৰিকাই সেই সময়ত লিখিছিল, 'ইণ্ডিয়ান অপিনিয়ন' পত্ৰিকাৰ খবৰ-বাতৰি ন্যায্য আৰু ভাৰসাম্য থকা।

কিন্তু 'ইণ্ডিয়ান অপিনিয়ন' পত্ৰিকাই লাভতো কৰিবই নোৱাৰিলে, বৰঞ্চ ক্ষতিৰ পৰিমাণহে ক্ৰমশঃ বাঢ়ি গ'ল। এনে সময়তে মদনজিতে গান্ধীক জনালে যে তেওঁ ভাৰতলৈ উভতি যাব। তদুপৰি গান্ধীৰ অৰ্থ ওলোটাই দিবলৈ তেওঁৰ সামৰ্থ্য নাই। কিন্তু, গান্ধীয়ে ইচ্ছা কৰিলে প্ৰেছ্ আৰু পত্ৰিকাৰ মালিকীস্বত্ব গ্ৰহণ কৰিব পাৰি। গান্ধীয়ে সেই প্ৰস্তাৱত সন্মতি জনালে। এই পত্ৰিকাখন বচাই ৰখাৰ কাৰণেই প্ৰথম বছৰতে গান্ধীৰ মুঠতে প্ৰায় ত্ৰিছ্ হাজাৰতকৈও অধিক টকা খৰচ হ'ল।

গান্ধীয়ে তেতিয়া পত্ৰিকাখন চলাবৰ কাৰণে জোহান্‌ছবাৰ্গত থকা তেওঁৰ প্ৰিয় বন্ধু এলবাৰ্ট ৱেষ্টৰ ওচৰ চাপিল। এইটো ঠিক হ'ল যে মাহে দহ পাউণ্ড বেতনৰ বিনিময়ত ৱেষ্টে পত্ৰিকাখন চলোৱাৰ ভাৰ ল'ব। ভৱিষ্যতে পত্ৰিকাৰ পৰা কোনো লাভ হ'লে লভ্যাংশৰ ভাগো তেওঁ পাব। ৱেষ্টে সোনকালেই ডাৰ্বানলৈ যাত্ৰা কৰিলে।

এই সময়তে গান্ধীৰ এজন আত্মীয় ছগনলাল গান্ধী বোম্বাইৰ পৰা আহি ডাৰ্বানত হাজিৰ হ'লহি। গান্ধীয়ে তেওঁক তেওঁৰ 'ইণ্টাৰনেশ্বনেল প্ৰিণ্টিং প্ৰেছ'ত চাকৰি দিলে। ছগনলালৰে সৰু ভায়েক মগনলালে, যিজনে ১৯০২ চনৰ শেষৰ ফালে গান্ধীৰ লগত আহিছিল, ট্ৰান্সভাললৈ যোৱাৰ অনুমতি নাপালে। নাটালৰ দুখন চহৰ, টংছাট আৰু ষ্টেংগাৰৰ কাষতে এজন ভাৰতীয় পাৰ্টনাৰৰ লগত তেওঁ এখন খাদ্য-বস্তু আৰু নিত্য-ব্যৱহাৰ্য সামগ্ৰীৰ দোকান খুলিলে আৰু অতি সোনকালেই সাফল্য লাভ কৰিলে। প্ৰথমতে জুলু উপজাতিৰ বিশাল কায় লোকসকলক তেওঁ বৰ ভয় কৰিছিল, কিন্তু

অলপ দিনৰ ভিতৰতে তেওঁ জুলু ভাষা শিকি সেই লোকসকলৰ লগত বন্ধুত্ব স্থাপন কৰিলে আৰু মনৰ ভয়-ভাব আঁতৰিল। তেওঁৰ দোঁকানৰো উত্তৰোত্তৰ উন্নতি হ'বলৈ ধৰিলে।

গান্ধীয়ে ছগনলাল-মগনলালহঁতক নিজৰ ল'ৰাৰ দৰে দেখে আৰু জোহানছ্বাৰ্গৰ পৰাও সিহঁতৰ খবৰ কৰি থাকে। সোনকালেই সিহঁতৰ স্ত্ৰীও দক্ষিণ আফ্ৰিকালৈ আহিল। বহুত দিনৰ পিচত মগনলালে ডাৰ্বানত গান্ধীক লগ পাই তেওঁৰ বোম্বাইত থকা ডাঙৰ ককায়েকলৈ লিখিলে ঃ

"৩১ অক্টোবৰ, ১৯০৩ চন। তেওঁৰ উজ্জ্বল মুখ দেখি আমাৰ আনন্দৰ সীমা নাই। গান্ধী ইয়াত অতিশয় প্ৰভাৱশালী আৰু প্ৰবীণ আইনজ্ঞৰ দৃষ্টিতো সম্মানিত ব্যক্তি। ... তেওঁৰ অধীনত সাতজন ভাৰতীয় আৰু দুজন ইউৰোপীয়ান কেৰাণীয়ে কাম কৰে। তদুপৰি এগৰাকী লেডি টাইপিষ্টো আছে।"

* * *

১৯০৪ চনৰ ফেব্ৰুৱাৰী মাহত জোহানছ্বাৰ্গত প্লেগ ৰোগে মহামাৰীৰূপে দেখা দিলে। চহৰখনত সেই সময়তে নেৰা-নেপেৰাকৈ সোতৰ দিন অতিপাত বৰষুণ হৈছিল আৰু পথ-ঘাট পানীয়ে বুৰাই পেলাইছিল। তেতিয়া চহৰবাসী বহুতেই এক ৰহস্যময় ৰোগত ভুগিব ধৰিলে, যিটো ডাক্তৰেও প্ৰথমতে নিৰ্ণয় কৰিব পৰা নাছিল। পিচত এইটো প্লেগ ৰোগ বুলি সাব্যস্ত হ'ল। ইউৰোপীয়ানসকল শক্তিশালী, স্বাস্থ্যৱান লোক কাৰণে তেওঁলোকৰ ৰোগ প্ৰতিৰোধৰ ক্ষমতাও বেছি, সেয়েহে তেওঁলোকে ৰোগটোত বেছিকৈ ভোগা নাই। কিন্তু ভাৰতীয়সকল দুৰ্বল শৰীৰৰ হোৱা কাৰণে তেওঁলোকেই ৰোগত আক্ৰান্ত হ'ল বেছি।

এই প্লেগ ৰোগ আছিল 'নিউমোনিক' প্লেগ, যিটো 'বিউবনিক' প্লেগতকৈও সাংঘাতিক। এই ৰোগত মাত্ৰ কেইদিনমান ভোগাৰ পিচতে ৰোগী মৃত্যুমুখত পৰে। ৰোগ হ'লে মুখ বিকৃত হয় আৰু মুখৰ লালতিত বগা বগা পদাৰ্থ দেখা যায় আৰু উশাহ লওঁতে ঘেৰ্ঘেৰ শব্দ কৰে। এই ৰোগ বৰ সংক্ৰামক আৰু কোনো নিৰাময়তা নাই। হাস্পতালত ৰোগীৰ সংস্পৰ্শলৈ অহা ডাক্তৰ-নাৰ্চৰো আনকি এই ৰোগৰ দ্বাৰা আক্ৰান্ত হোৱাৰ সম্ভাৱনা প্ৰবল।

ভাৰতীয়সকলৰ মাজত এই ৰোগে আক্ৰমণ কৰাৰ এক ইতিহাস আছে। চুক্তিবদ্ধ শ্ৰমিক হিচাপে বহুতো শ্ৰমিক জোহানছ্বাৰ্গলৈ আহোঁতে সকলোকে একেলগ কৰি এটা 'ঘেটো' এলাকাত মিউনিচিপেলিটিয়ে ৯৯ বছৰীয়া লিজত তেওঁলোকক মাটি দিলে।

স্বাস্থ্যবিধিৰ জ্ঞানৰ অভাৱত ভোগা এই লোকসকলে সেই ঠাই অত্যন্ত অস্বাস্থ্যকৰ আৰু লেতেৰা কৰি পেলাইছিল। য'তে ত'তে পেচাব-পায়খানা কৰি, ঘৰৰ আৱৰ্জনা য'তে ত'তে পেলাই ঠাইখন বাসৰ অনুপযোগী কৰি পেলালে মানুহবোৰে। মিউনিচিপেলিটিয়েও ঠাইখনত বিশেষ কোনো স্বাস্থ্য-সেৱাৰ ব্যৱস্থা নকৰিলে। বৰঞ্চ লিজ শেষ হোৱাত 'ঘেটো'টো ভাঙি পেলোৱাৰহে সিদ্ধান্ত ল'লে।

কিন্তু তাৰ অধিবাসীসকলৰ কাৰণে বিকল্প স্থান বিচাৰি মিউনিচিপেলিটিয়ে হাবাথুৰি খালে। ইফালে 'লিজ' শেষ হোৱাৰ পিচত এই ভাৰতীয় লোকসকলে মিউনিচিপেলিটিৰ পৰা ভাড়া লৈ থাকিবলৈ ল'লে। ফলত ঠাইখন অধিক দূষিত হ'ল। আগতে মালিক বুলি ঘৰ-বাৰী পৰিষ্কাৰ কৰিছিল যদিও এতিয়া ভাৰাঘৰ বুলি তাকো নকৰা হ'ল। ঠাইখন যেন এক ভয়াৱহ মহামাৰীৰ অপেক্ষাতে আছিল।

তাৰ্লৈ প্লেগ মহামাৰী আহিল কাষৰীয়া সোণৰ খনিৰ পৰা। তাত ক'লা আফ্ৰিকীয় শ্ৰমিকসকলৰ লগত ভাৰতীয়য়ো কাম কৰিছিল। ক'লা শ্ৰমিকসকলেই প্ৰথমে আক্ৰান্ত হৈছিল, লগতে ৰোগ বিয়পি আহিল তেইছজন ভাৰতীয়ৰ গালৈ। বেমাৰী দেহাৰে তেওঁলোক ভাৰতীয় এলেকালৈ আহি ঘৰ সোমালহি।

সেই সময়তে তাত মদনজিৎ আহি 'ইণ্ডিয়ান অপিনিয়ন'ৰ গ্ৰাহক-সংগ্ৰহ কৰাৰ উদ্দেশ্যে উপস্থিত হৈছিলহি। তেওঁ আছিল এজন নিৰ্ভীক যুৱক। ভাৰতীয় ৰোগীসকলৰ সেই শোচনীয় অৱস্থা দেখি তেওঁ আৰু স্থিৰেৰে থাকিব নোৱাৰিলে। লগে লগেই এটুকুৰা কাগজত পেঞ্চিলেৰে গান্ধীলৈ এইদৰে লিখিলে ঃ "ইয়াত ব্লেক্ প্লেগে দেখা দিছে। আপুনি এতিয়াই আহিব আৰু উপযুক্ত ব্যৱস্থা ল'ব, নহ'লে পিচত সাংঘাতিক অৱস্থাৰ সৃষ্টি হ'ব। অনুগ্ৰহ কৰি এতিয়াই আহক।"

সেই লেখাটো পাইয়েই গান্ধীয়ে আইন-সংক্ৰান্ত সকলো কাম পেলাই থৈ তেওঁৰ বাইছাইকেলখনত উঠি সেই ঠাইত উপস্থিত হ'লহি। ইতিমধ্যে মদনজিতে এটা খালী ঘৰৰ তলা ভাঙি তাত সকলো ৰোগীক ৰাখিছে। গান্ধীয়ে তেতিয়া টাউন-ক্লাৰ্কক সেই ঘৰটো ৰোগীৰ ব্যৱহাৰৰ কাৰণে লোৱা বুলি লিখিতভাৱে জনাই দিলে।

জোহান্ছবাৰ্গৰ ডাঃ উইলিয়াম গডফ্ৰেই বেমাৰৰ খবৰ শুনি তালৈ আহিল আৰু ৰোগীসকলৰ চিকিৎসাৰ ভাৰ ল'লে। কিন্তু এই তিনিজনৰ পক্ষে তেইছজন ৰোগীক চম্ভালা কঠিন কাম। গান্ধীয়ে তেতিয়া তেওঁৰ চাৰিজন অবিবাহিত কেৰাণীকো ৰোগীৰ সেৱাত ভাগ ল'বলৈ মাতিলে। মতাৰ লগে লগেই তেওঁলোকো আহিল। তেওঁলোকৰ বক্তব্য, "আপুনি য'ত, আমিও ত'ত।" প্লেগৰ ভয়ত তেওঁলোক অলপো কাতৰ নহ'ল।

মিঃ ৰিচেও তালৈ আহিবলৈ ছট্ফট্ কৰিছিল। কিন্তু তেওঁৰ এগাল ল'ৰা-ছোৱালী থকা কাৰণে গান্ধীয়ে তেওঁক আহিবলৈ অনুমতি নিদিলে।

গান্ধী নিজে অৱশ্যে একেবাৰে ভয়শূন্য। ৰোগৰ ভয়, শোকৰ ভয় বা ক্ষতিৰ ভয়ে তেওঁক স্পৰ্শ নকৰে। সেয়েহে এই ভয়ংকৰ প্লেগৰ ৰোগীসকলৰ সেৱাত তেওঁ সৰ্বশক্তি প্ৰয়োগ কৰিছিল। তেওঁ নিজৰ হাতেৰে ৰোগীসকলৰ পথ্য দিলে, তেওঁলোকৰ বিছনাৰ কাপোৰ কানি সলাই দিলে আৰু নানা প্ৰকাৰৰ সান্ত্বনা দিব ধৰিলে। ডাঃ গডফ্ৰেই ৰোগীসকলক মাজে মাজে ব্ৰেণ্ডি দিব কৈছিল, কিন্তু ৰোগীসকল আছিল ধৰ্মভীৰু, তেওঁলোকে সুৰা পান কৰিবলৈ অস্বীকাৰ কৰে। সেই কালৰাত্ৰি সকলোৱে মনে মনে ঈশ্বৰক প্ৰাৰ্থনা কৰিয়েই কটালে।

পিচদিনা টাউন ক্লাৰ্কে গান্ধীৰ এই সাহায্যৰ কাৰণে বহুতো ধন্যবাদ দি এটা খালী গুদাম ঘৰ ৰোগী ৰাখিবলৈ তেওঁক দিলে। সেই ঘৰটোও স্বাভাৱিকতে অতি অপৰিষ্কাৰ। গান্ধীয়ে তেতিয়া তেওঁৰ সংগীসকলৰ সৈতে নিজেই ঘৰটো ভালকৈ পৰিষ্কাৰ কৰি ৰোগীসকলক স্থানান্তৰিত কৰিলে। প্ৰয়োজনীয় বস্তু-বাহানি আৰু বিছনা গান্ধীয়ে দয়ালু ভাৰতীয়সকলৰ পৰা সংগ্ৰহ কৰিছিল। মিউনিচিপেলিটিয়েও তেতিয়া ব্ৰেণ্ডি আৰু অন্যান্য সৰঞ্জাম পঠাই সাহায্য আগবঢ়ালে। এই সকলোবোৰ বস্তুৰ তদাৰকিত স্বাভাৱিকতে আছিল ডাঃ গডফ্ৰে।

জোহানছবাৰ্গ মিউনিচিপেলিটিয়ে ৰোগীৰ সেৱাৰ কাৰণেও তেতিয়া এগৰাকী নাৰ্চ নিয়োগ কৰিলে। তেওঁ সকলোকে ব্ৰেণ্ডি খাবলৈ ক'লে। কিন্তু গান্ধীৰ এই কথাত বিশ্বাস নজন্মিল। তেওঁ ৰোগীসকলৰ পেটত আৰু মূৰত পানীৰ লগত মাটি গুলি তাৰ প্ৰলেপ দিব বিচাৰিলে। ৰোগীসকলৰ মাজত মাত্ৰ তিনিজনেহে সেই চিকিৎসাত সন্মত হ'ল। সেই তিনিজন ৰোগীৰ দুজনেই বাচিলে, কিন্তু বাকী সকলো ৰোগীৰেই মৃত্যু ঘটিল। আনকি নাৰ্চ ভদ্ৰমহিলাগৰাকীয়েও নিজকে বচাব নোৱাৰিলে।

যিখন ভেজিটেৰিয়ান ৰেস্তোৰাঁত গান্ধীয়ে নিয়মিত পুৱা-গধূলি আহাৰ খায়, তাত তেওঁক নেদেখি এলবাৰ্ট ৱেষ্ট বৰকৈ চিন্তিত হ'ল। ৱেষ্টে তেতিয়াও 'ইণ্ডিয়ান অপিনিয়ন'ৰ দায়িত্ব ভাৰৰ প্ৰস্তাৱ গান্ধীৰ পৰা পোৱা নাই আৰু তেওঁ জোহানছবাৰ্গতে আছিল। উদ্বিগ্নচিত্তে তেওঁ গান্ধীৰ ঘৰত এদিন ৰাতিপুৱা আহি উপস্থিত।

গান্ধীয়ে ঘৰৰ দুৱাৰ খোলোঁতেই তেওঁ ভিতৰলৈ সোমাই ক'লে, "মই এডলফ্ জিগ্‌লাৰৰ ৰেস্তোৰাঁত আপোনাক দেখা নেপাই অত্যন্ত চিন্তিত হৈ আহিছোঁ। গম পাইছো যে আপুনি ভাৰতীয়সকলৰ কল'নিত 'প্লেগ'ৰ ৰোগীসকলক সেৱা কৰিছিল। চিন্তা হ'ল, আপুনি দেখোন খোৱা-বোৱাৰ কাৰণেও ৰেস্তোৰাঁলৈ অহা নাই।"

গান্ধীয়ে হাঁহি হাঁহি উত্তৰ দিলে, "নাই নাই বন্ধু! পৰম মংগলময়ৰ কৃপাত পৃথিৱীৰ পৰা বিদায় লোৱাৰ সময় মোৰ এতিয়াও হোৱা নাই। প্ৰকৃততে এই কেইদিন মই ৰোগীসকলৰ লগত খুব ব্যস্ত আছিলো, প্ৰিয় ৰেস্তোৰাঁখনলৈ যাব পৰা নাই। যি

নহওক, আপুনি অহাত বেলেগ এক কাৰণত ভালেই হ'ল।"

গান্ধীয়ে তেতিয়া তেওঁক ডাৰ্বাননৈ গৈ 'ইণ্ডিয়ান অপিনিয়ন' কাকতৰ ভাৰ ল'বলৈ অনুৰোধ কৰিলে আৰু চৰ্তসমূহ তেওঁৰ লগত আলোচনা কৰিলে। অলপ চিন্তা কৰি বেষ্ট ৰাজী হৈ গ'ল। টকা-পইচাৰ বৰকৈ হিচাপ কৰাৰ দৰ্কাৰ নাই। গান্ধীয়ে যেতিয়া তেওঁক নিয়োগ কৰিব বিচাৰিছে, নিশ্চয় তেওঁৰ ভালৰ কাৰণেই কৰিছে। গান্ধীৰ প্ৰতি তেওঁৰ অগাধ বিশ্বাস।

জোহান্‌ছবাৰ্গ মিউনিচিপেলিটিয়েও তেতিয়ালৈ সাৰ পাই উঠিল। তেওঁলোকে ভাৰতীয়সকলৰ ক'লনিখন অবিলম্বে পুৰি পেলোৱাৰ সিদ্ধান্ত ল'লে। তেওঁলোকে ঠিক কৰিলে যে ক'লনিৰ সকলো ভাৰতীয়ক চহৰৰ পৰা তেৰ মাইল দূৰৰ এখন মুকলি ঠাইত তম্বু তৰি থাকিবলৈ দিব। তেতিয়ালৈকে এই ব্যৱস্থাই থাকিব। যেতিয়ালৈকে তেওঁলোকৰ স্থায়ী বাসস্থানৰ যোগাৰ কৰিব পৰা নহয়।

খবৰটো শুনি ভাৰতীয়সকল আতংকিত হৈ পৰিল, কিয়নো তেওঁলোকৰ সকলো সঞ্চয় ঘৰৰ ভিতৰত মাটি খান্দি গাঁত কৰি পুতি থয়। সেই সমস্যাৰ সমাধানৰ কাৰণেও তেওঁলোকে প্ৰিয় গান্ধীভাইৰ কাষ চাপিল।

গান্ধীয়ে তেতিয়া মাটিৰ তলৰ পৰা সকলো মুদ্ৰা খান্দি উলিয়াই তেওঁৰ ওচৰলৈ আনিব ক'লে। হিচাপ কৰি পোৱা গ'ল যে মুদ্ৰাবোৰৰ মুঠ মূল্য প্ৰায় ষাঠি হেজাৰ পাউণ্ড। তেওঁলোকে বেংকত কোনো একাউণ্ট খোলা নাছিল, এতিয়া গান্ধীয়েই কিবা এটা ফয়চলা কৰিব লাগিব। গান্ধীয়ে তেতিয়া তেওঁৰ চিনাকি এজন বেংকৰ মেনেজাৰৰ লগত কথা পাতিলে। তেওঁ সেই আমানত তেওঁৰ বেংকত জমা ৰাখিবলৈ মান্তি হ'ল। তেতিয়া সেই অৰ্থ বেংকলৈ আনি কাৰ্বলিক এচিড মিহলোৱা পানীত সেইবোৰ ভালকৈ ধুই পেলোৱা হ'ল। গান্ধীয়ে তেতিয়া প্ৰত্যেকৰ নামতে একোটা একাউণ্ট খোলাই প্ৰত্যেকৰে পাউণ্ডবোৰ জমা থোৱাৰ ব্যৱস্থা কৰিলে।

ভাৰতীয়সকলক তেতিয়া বিশেষ ৰে'লগাড়ীত জোহান্‌ছবাৰ্গৰ কাষৰ ক্লিপ্‌ছপ্ৰুইট্ ফাৰ্মলৈ নিয়া হ'ল। তাত তেওঁলোকৰ কাৰণে 'টেন্ট-ছিটি' তৈয়াৰ কৰা হৈছিল। প্ৰথমে তম্বুত থাকিবলৈ অলপ অসুবিধা পালে, যদিও চৌব্বিছ ঘণ্টাৰ ভিতৰতে তেওঁলোকে দুখ-বেজাৰ বাদ দি আকৌ তম্বুত জীৱন কটোৱাত অভ্যস্ত হৈ পৰিল। গান্ধীয়ে সেই সময়ত প্ৰতি দিনেই চাইকে'ল চলাই তাত উপস্থিত হয়। গান্ধীক দেখা পাই মানুহবোৰৰ অশেষ আনন্দ। গান্ধীয়ে লক্ষ্য কৰিলে যে তেওঁলোকেও তম্বুৰ ভিতৰতে ঠাই উলিয়াই নাচ-গানত বিভোৰ হৈ থাকে। এই ধৰণেই তাত তেওঁলোকে তিনি সপ্তাহ কটাই নতুন ঠাইলৈ বুলি উভতি আহিল।

জোহান্‌ছবাৰ্গ চহৰেও যেন তেতিয়া স্বস্তিৰ নিশ্বাস পেলালে।

গান্ধীয়ে ইতিমধ্যে স্থানীয় কাগজত এখন চিঠিৰে জোহান্‌ছবাৰ্গ মিউনিচিপেলিটিৰ অৱহেলাৰ সমালোচনা কৰি এখন চিঠি প্ৰকাশ কৰিছিল। চহৰৰ কৰ্তৃপক্ষই আগতে সেই ভাৰতীয় কলনিৰ স্বাস্থ্য ৰক্ষাৰ ব্যৱস্থা কৰা হ'লে প্লেগ বেমাৰে এনেকৈ প্ৰভাব বিস্তাৰ কৰিব নোৱাৰিলেহেঁতেন। তেওঁ সকলোকে মনত ৰাখিবলৈ ক'লে যে এই ভাৰতীয় সকলো এই চহৰৰে অধিবাসী, চহৰ সুখ-সুবিধাৰ অংশ তেওঁলোকৰো প্ৰাপ্য।

এই চিঠি পঢ়ি হেনৰি পোলক বুলি এজন লোকে গান্ধীৰ লগত চিনাকি হ'ব খুজিলে। তেওঁ এগৰাকী ব্ৰিটিশ্ব ইহুদি; ইংলেণ্ডৰ ডোভাৰ চহৰত তেওঁৰ জন্ম। তেওঁ এজন ওখ-পাখ বাইছ বছৰৰ যুৱক, জগতৰ কল্যাণৰ বাবে বহুত সপোন দেখে। গান্ধীৰ দৰে তেওঁৰো ভেজিটেৰিয়ান।

এদিন সন্ধিয়া গান্ধীয়ে সেই এডা বিছিক্সৰ ভেজিটেৰিয়ান ৰেস্তোৰাঁ 'দি আলেক জেন্দ্ৰিয়া'ত ডিনাৰ খাইছিল। তেওঁৰ পৰা অলপ দূৰৰ মেজত হেনৰি পোলক বহিছিল। গান্ধীক দেখি ৱেটাৰক তেওঁ নিজৰ কাৰ্ডখন পঠাই তেওঁৰ লগত কথা পাতিব খোজে বুলি জনালে। গান্ধীয়ে তেতিয়া তেওঁক নিজৰ মেজলৈ মাতিলে।

পোলকে আহি গান্ধীৰ সৈতে কৰমৰ্দন কৰি ক'লে, "মোৰ নাম হেন্‌ৰি পোলক, সংবাদপত্ৰত আপোনাৰ চিঠি পঢ়িছোঁ মিঃ গান্ধী। এই বিষয়ত মই আপোনাৰ সৈতে একমত। মইয়ো ভাবোঁ যে জোহান্‌ছবাৰ্গ মিউনিচিপেলিটিৰ অৱহেলাৰ কাৰণেই ভাৰতীয় কলনিত নিউমোনিক প্লেগ ইমান ভয়াবহ ৰূপত দেখা দিছিল।

গান্ধীয়ে তেওঁৰ কথা শুনি অতিশয় আনন্দিত হ'ল। তেওঁ সুধিলে, "আপুনি কি কৰে মিঃ পোলক?"

পোলকে উত্তৰ দিলে, "মই জোহান্‌ছবাৰ্গৰ 'দি ক্ৰিটিক' কাগজখনৰ উপ-সম্পাদক। আপোনাৰ চিঠিখন পঢ়াৰ পিচত আপোনাৰ সৈতে চিনাকি হোৱাৰ হেঁপাহ জাগিল। এই চিনাকি হ'বলৈ পাই নিজকে ধন্য মানিছোঁ।"

গান্ধীয়ে মিচিকিয়াই ক'লে, "ময়ো এজন উদাৰমনা যুৱকৰ লগত চিনাকি হ'বলৈ পাই কৃতাৰ্থবোধ কৰিছোঁ। সাংবাদিকস্বৰূপে আপুনি জানে যে ইয়াৰ ভাৰতীয় সম্প্ৰদায় কিমান বৈষম্যমূলক বিধি নিষেধৰ চিকাৰ হৈছে। তেওঁলোকে চহৰৰ যিকোনো স্থানত বাস কৰাৰ অনুমতি নাপায়, আত্মীয়-স্বজনসকলক ইয়ালৈ আনিব নোৱাৰে, আকৌ চুক্তিবদ্ধ শ্ৰমিক হ'লে অতিৰিক্ত কৰৰ বোজাই নিষ্পেষিত কৰে। জোহান্‌ছবাৰ্গ তথাপি এটা বিষয়ত অলপ উদাৰ, প্ৰিটোৰিয়াত ভাৰতীয়সকলৰ ওপৰত ফুটপাথত খোজকঢ়াতো বাধা আছে।"

মিঃ পোলকে ক'লে, "এইবোৰ খবৰ মই অলপ অলপ গম পাওঁ। পিচে আপোনাৰ দৰে গভীৰভাৱে নহয়। এইবোৰ বৈষম্যমূলক আচৰণৰ বিৰুদ্ধে আপোনাৰ সংগ্ৰামত

সহযোগ কৰিবলৈ মই সাজু।”

গান্ধীয়ে ক'লে, “আপোনাক অশেষ ধন্যবাদ, মিঃ পোলক। আহক, আমাৰ ডিনাৰ খোৱাৰ পিছতে অলপমান পথত খোজকাঢ়োঁ। বহুতো কথা পাতিব পাৰিম খোজকাঢ়োঁতে।”

তেওঁলোকে তাৰ পৰা ওলাই পথত একেলগে খোজ কাঢ়িবলৈ আৰম্ভ কৰিলে। গান্ধীৰ উপলব্ধি হ'ল যে বহুত বিষয়ত তেওঁৰ মতৰ লগত পোলকৰ মিল আছে। বিশেষকৈ দুয়োজনে অনাড়ম্বৰ জীৱন পদ্ধতি অনুসৰণ কৰে। পোলকৰ মত এয়ে যে বিষয়-আশয়ৰ বাহুল্যই জীৱনক আনন্দ দিয়াৰ সলনি ভাৰাক্ৰান্ত কৰে, ধন উভৈনদী হ'লেও মানুহৰ সুখ নাই, সুখ আছে মাথোঁ সৰল জীৱন-যাপন কৰি জনসেৱা কৰাত। গান্ধীৰ তেতিয়া মনত পৰিল উপনিষদৰ সেই অমৰবাণী লৈ, “ভূমৈৱ সুখম্”— ভূমাতেই সুখ।

কথা পাতি পাতি তেওঁলোকে ৰিছিক ষ্ট্ৰীটৰ কাষ পালেহি। গান্ধীয়ে তেতিয়া পোলকক তেওঁৰ ঘৰলৈ এপাক অহাৰ প্ৰস্তাৱ দিলে। পোলক সানন্দে ৰাজী হ'ল।

গান্ধীয়ে তেতিয়া তেওঁৰ অফিচৰ পিচফালে এটা সৰু ঘৰত অকলে থাকে। পোলকে কোঠাটোত সোমাই গান্ধীৰ ডেস্কৰ ওপৰৰ দেৱালত খ্ৰীষ্টৰ এখন ডাঙৰ ছবি দেখি বিস্মিত হ'ল। সেইখনৰ কাষতে আছিল জাষ্টিছ্ ৰাণাডে, দাদাভাই নৌৰজি, আৰু গোখলেৰ ছবি। ডেস্কৰ কাষত এটা সৰু বুক-কেছ আছিল। পোলকে দেখা পালে যে তাত বাইবেলৰ উপৰি ছাৰ এডুইন আৰ্নল্ডৰ ‘দি ছং ছেলেছ্টিয়েল’, টলষ্টয়ৰ কেইখনমান কিতাপ আৰু মেক্স মুলাৰৰ ‘ইণ্ডিয়া, হোৱাট্ কেন্ ইট টীচ্চ আচ’, শেষোক্ত কিতাপখনৰ পৰা গান্ধীয়ে প্ৰাচীন ভাৰতৰ সভ্যতাৰ শ্ৰেষ্ঠত্বৰ প্ৰমাণ হিচাপে প্ৰায়েই উদ্ধৃতি দিয়ে। পোলকে এই কিতাপখন পঢ়াৰ কাৰণে গান্ধীৰ পৰা নিলে।

সেই বছৰৰ (১৯০৪) অক্টোবৰ মাহত গান্ধীয়ে ডাৰ্বানৰ পৰা এলবাৰ্ট ৱেষ্টে পঠোৱা দুঃসংবাদ পালে যে ‘ইণ্ডিয়ান অ'পিনিয়ন'ৰ আৰ্থিক অৱস্থা অত্যন্ত শোচনীয়। লাভৰ কথাই নাই, ক্ষতিহে প্ৰতিদিনেই বৃদ্ধি পাইছে। ৱেষ্টে লিখিছে যে হিচাপৰ বহীত ওলোটা-ওভতা হিচাপ লিখা আছে। ঋণৰ বোজাও অত্যধিক। বোধকৰোঁ সকলোবোৰ চিজিল কৰিব লাগিব, কিন্তু গান্ধীয়ে যেন ভয় নাখায়। ৱেষ্টেই সকলো ঠিক কৰিবলৈ চেষ্টা কৰিব, আৰু কামটোত লাগি থাকিব, তেহেলৈ লাভ হওক বা নহওক।

গান্ধীয়ে তেতিয়া ঠিক কৰিলে যে তেওঁ ডাৰ্বানলৈ গৈ চৰজমিন অৱস্থাৰ বিষয়ে বুজ ল'ব আৰু বিৰূপ অৱস্থাৰ প্ৰতিবিধানৰ প্ৰয়াস কৰিব। সেই উদ্দেশ্যে পিচদিনাই তেওঁ ডাৰ্বানলৈ ৰে'ল-টিকট কিনিলে। ষ্টেচনত হেনৰি পোলকে তেওঁক দেখা কৰিবলৈ আহিল।

পোলকে ক'লে, "মিঃ গান্ধী, মই জন ৰাস্কিনৰ 'আনটু ডিছ্ লাষ্ট' কিতাপখন অলপতে পঢ়িছিলোঁ। আপুনিও কিতাপখন পঢ়া ভাল হ'ব। আমি ইমান দিনে যিবোৰ কথা আলোচনা কৰিছিলোঁ, সেইবোৰৰ প্ৰায়বোৰেই এই কিতাপখনত আছে। ৰাস্কিনে যেন আমাৰ মনৰ কথাই ব্যক্ত কৰিছে।"

গান্ধীয়ে সাগ্ৰহে পোলকৰ হাতৰ পৰা কিতাপখন ল'লে। জোহান্‌ছবাৰ্গৰ পৰা ডাৰ্বানলৈ ট্ৰেইনৰ যাত্ৰাৰ সময় প্ৰায় চৌবিছ ঘণ্টা। তেওঁ ভাবিলে, ভালেই হ'ল, দীৰ্ঘ পথত পঢ়িবলৈ এখন কিতাপ পালোঁ।

যথা সময়ত উকি মাৰি ৰে'লগাড়ী এৰিলে। পোলকে হাত জোকাৰি তেওঁক বিদায় দিলে। গান্ধীয়ে নিজৰ আসনত বহি কিতাপখন খুলি পঢ়া আৰম্ভ কৰিলে।

কিতাপখন পঢ়ি গান্ধী সম্মোহিত হ'ল। সেই নিশা তেওঁ শুব নোৱাৰিলে। এইবোৰ চিন্তাতো তেওঁ বহুদিন ধৰি কৰিছে। ৰাস্কিনেও তেওঁৰ কিতাপত তেজ আৰু অশ্ৰুৰে সেই চিন্তাবোৰকে ব্যাখ্যা কৰিছে। তেওঁক টোকা বহীত এই কিতাপৰ সাৰমৰ্ম অতি সংক্ষেপে তিনিটা বাক্যত গান্ধীয়ে লিখিলে এইদৰে—

▢ সকলোৰে মংগলৰ মাজত ব্যক্তিৰ মংগল নিহিত।

▢ আইনজীৱীৰ কাম আৰু নাপিতৰ কাম মূল্যৰ ফালৰ পৰা সমান আৰু প্ৰত্যেকৰে তেওঁৰ জীৱিকাৰ বাবে কাম কৰাৰ অধিকাৰ আছে।

▢ খেতিয়ক আৰু বাঢ়ৈৰ দৰে পৰিশ্ৰমৰে জীৱিকা উপাৰ্জনেই সকলোতকৈ শ্ৰেয় আৰু কাম্য।

## উনবিংশ অধ্যায়
# ফিনিক্সৰ উপনিৱেশ আৰু জুলু বিদ্ৰোহ

গান্ধীয়ে ডাৰ্বান ৰে'লষ্টেচনত নামিয়েই দেখা পালে যে তেওঁক নিবলৈ তাত এলবাৰ্ট ৱেষ্ট ৰৈ আছে। তেওঁৰ সৈতে কৰমৰ্দন কৰোঁতেই গান্ধীয়ে উচ্ছ্বাসেৰে ক'লে, "মিঃ ৱেষ্ট, ৰে'লগাড়ীত বহি দিনে-নিশাই এখন অপূৰ্ব সুন্দৰ কিতাপ পঢ়িলোঁ। কিতাপখন হ'ল, ৰাস্কিনৰ 'আনটু ডিছ্ লাষ্ট'। তাত থকা কথাবোৰ আমি জীৱনত প্ৰয়োগ কৰিব পাৰোঁ। মই সংকল্প লৈছোঁ যে এতিয়াৰ পৰা মই সেই পথকে অনুসৰণ কৰিম।"

মিঃ ৱেষ্টে কৌতূহলেৰে সুধিলে, "কি সেই পথ মিঃ গান্ধী?"

গান্ধীয়ে গম্ভীৰভাৱে ক'লে, "সেইটো হৈছে সৰল জীৱনযাপন আৰু শাৰীৰিক শ্ৰমৰ পথ। তাৰ প্ৰথম পদক্ষেপেই হ'ব আমাৰ 'ইণ্ডিয়ান অপিনিয়ন' পত্ৰিকাখন ডাৰ্বান চহৰৰ বাহিৰৰ কোনো ফাৰ্মলৈ নিব লাগিব। তাত আমি সকলোৱেই থাকিম আৰু সকলোৱে মিলি পত্ৰিকাৰ কাম কৰিম। তেতিয়া আমাৰ পত্ৰিকা প্ৰকাশৰ খৰচো বহুত কমিব।"

মিঃ ৱেষ্টে ক'লে, "অতি উত্তম প্ৰস্তাৱ। ইণ্ডিয়ান অপিনিয়ন'ৰ খৰচ বাঢ়ি যোৱাত মই সঁচাই উদ্বিগ্ন, সেয়েহে ইয়াৰ কাৰণে খৰচ কমোৱাৰ সকলো প্ৰস্তাৱৰ লগতে মই একমত।"

গান্ধীয়ে আকৌ ক'লে, "আমাৰ প্ৰত্যেকৰে বেতন হ'ব সমান, সেইটো হৈছে জাতি, বৰ্ণ নিৰ্বিশেষে মাহে তিনি পাউণ্ড। লাহে লাহে আমি ইয়াত এক গৃহ প্ৰতিষ্ঠা কৰিম আৰু কালক্ৰমত ইয়াক এখন আশ্ৰমৰ ৰূপ দিব পাৰিম বুলি মোৰ বিশ্বাস।"

ৱেষ্টে ক'লে, "এই বিষয়ে আপোনাৰ প্ৰস্তাৱত মোৰ সম্পূৰ্ণ সন্মতি আছে, কিন্তু অন্যান্যসকলে ইয়াক মানিবনে নেমানে মোৰ সন্দেহ আছে।"

গান্ধীয়ে সহাস্যে ক'লে, "সন্দেহ ভঞ্জন কৰক বন্ধু, কাৰোবাক মোৰ মতানুবৰ্তী কৰিব পৰা ক্ষমতা সম্বন্ধে আপোনৰ আস্থা নাই নেকি?

মিঃ ৱেষ্টে মিচিকিয়াই ক'লে, "আস্থা যে আছে, তাৰ প্ৰমাণ মই নিজেই নহয় জানো?"

তেওঁৰ কথা শুনি গান্ধীয়ে হো-হোৱাই হাঁহি দিলে।

প্ৰেছৰ কৰ্মীসকলৰ সকলোৱেই গান্ধীৰ প্ৰস্তাৱত ৰাজী হ'ল, কিন্তু কাগজখনৰ কাৰ্যাধ্যক্ষ মদনজিৎ সন্মত নহ'ল। তেওঁ মূৰ জোকাৰি ক'লে, "আপোনাৰ এই প্ৰস্তাৱ

বুদ্ধিমানৰ দৰে লগা নাই, গান্ধীভাই। ইয়াত আপোনাৰ সকলো ধন পানীত পৰিব। 'ইণ্ডিয়ান অপিনিয়ন' পত্ৰিকাও বন্ধ হৈ যাব।

গান্ধীয়ে গম্ভীৰ সুৰে ক'লে, "কিন্তু ফাৰ্মৰ ঘৰ এটালৈ আমাৰ প্ৰেছটো নিবলৈ মই দৃঢ় সংকল্প। তুমি তেনেহ'লে কি কৰিবা?"

মদনজিতে উত্তৰ দিলে, "মইতো আপোনাক কৈছোঁৱেই যে অতি সোনকালেই মই বোম্বাইলৈ উভতি যাম। ঘূৰি নোযোৱালৈকে এই ডাৰ্বান চহৰতে এটা সৰু ঘৰ ভাড়া কৰি মই 'ইণ্ডিয়ান অপিনিয়ন'ৰ কাম-কাজ চোৱা-চিতা কৰিম।"

গান্ধীয়ে এটা হুমুনিয়া পেলাই ক'লে, "ঠিক আছে, তুমি তাকে কৰা। মই আন সকলৰ লগত কথা পাতোঁ। তেওঁলোকে বা কি কয়!"

গান্ধীৰ আত্মীয় ছগনলাল গান্ধীয়ে তেওঁৰ প্ৰস্তাৱত ততালিকে সন্মত হ'ল। ছগনলালৰ ভায়েক মগনলালৰ ভাল ব্যৱসায় আছে, কিন্তু তেওঁৰো তেতিয়া ব্যৱসায় এৰি গান্ধীৰ কথা মানিবলৈ প্ৰস্তুত। গান্ধীয়ে তেতিয়া ভাবিলে যে এই মগনলালৰ পৰা তেওঁ ভৱিষ্যতে বহুত সাহায্য পাব।

গান্ধীয়ে তেতিয়া ডাৰ্বানৰ এখন সংবাদ-পত্ৰত ডাৰ্বান চহৰৰ অনতি দূৰত কাষতে ৰে'ল-ষ্টেছন থকা মাটি বিচাৰি বিজ্ঞাপন দিলে। কেইদিনমানৰ ভিতৰতে তেওঁ খবৰ পালে যে ফিনিক্স ৰে'ল-ষ্টেছনৰ পৰা আঢ়ৈ মাইল দূৰত আৰু ডাৰ্বান চহৰৰ পৰা চৈধ্য মাইল নিলগত এটুকুৰা মাটি বেচিব। এলবাৰ্ট ৱেষ্টক লগত লৈ গান্ধীয়ে তেতিয়া মাটিডোখৰ চাবলৈ গ'ল। মাটি দেখি তেওঁৰ খুব পছন্দ হ'ল। মাটিখিনি প্ৰায় কুৰি একৰ বিস্তৃত, ক'লা, উৰ্বৰ আৰু তাত নেমুটেঙা, আম আৰু মধুৰিআমাৰ গছৰ সৈতে এখন ফলৰ বাগিচাও আছে। মাটিডোখৰৰ মাজৰে এটা সৰু নিজৰা বৈ গৈছে। এই মাটিডোখৰৰ লগতে আৰু এডোখৰ প্ৰায় আশী একৰৰ মাটি খালী আছিল। তাতো বহুত ফলৰ গছ আৰু এটা ভাঙি যোৱা কুটিৰ আছিল। এইডোখৰ মাটিৰ পিছে এটা দোষ আছিল, সেইটো হ'ল ইয়াত বহুতো সেউজীয়া বিষাক্ত সাপ আছিল, কিছুমান আনকি গছৰ ডালৰ পৰাও ওলমি আছিল। সাপৰ লগত গান্ধীৰ কোনো বিবাদ নাই, সেয়েহে তেওঁ ভাবে যে ঈশ্বৰৰ সৃষ্ট এই জীৱক তেওঁলোকে হত্যা কৰাটোও উচিত নহ'ব। যি নহওক, গান্ধীয়ে দুয়োডোখৰ মাটিয়েই কিনাৰ মনস্থ কৰিলে। দাম মুঠতে পৰিল এহাজাৰ পাউণ্ড।

গান্ধীৰ পৰম সুহৃদ পাৰ্চী ৰুস্তমজী তেওঁৰ সকলো কামৰে পৃষ্ঠপোষক। এই প্ৰকল্পও তেওঁ খুব ভাল পালে। তেওঁ নিজৰ গুদামৰ পৰা তেতিয়া যথেষ্ট ঘৰ সজাৰ সৰঞ্জাম আৰু টিন্‌পাত দি গান্ধীক সহায় কৰিলে। কিছুমান বাঢ়ৈ আৰু ৰাজমিস্ত্ৰীয়ে বুৱ'ৰ যুদ্ধৰ সময়ত গান্ধীৰ সহকৰ্মী হৈছিল, তেওঁলোকে খবৰটো পোৱাত আগবাঢ়ি

আহিল। সকলোৰে লাগি এমাহৰ ভিতৰতে সত্তৰ ফুট দীঘল আৰু পঞ্চাছ ফুট বহল প্রেছৰ ঘৰটো সাজি উলিয়ালে। ইয়াৰ পৰাই এতিয়া 'ইণ্ডিয়ান অপিনিয়ন' ছপা হ'ব।

গান্ধীয়ে তাৰ অধিবাসীসকলক দুভাগত বিভক্ত কৰিলে। এভাগ হ'ল, যিসকলে এই পৰিকল্পনাত বিশ্বাস কৰে (স্কিমাৰ), আৰু যিসকলে তাত স্থায়ীভাৱে থাকিব। এই ভাগৰ প্রত্যেক পৰিয়ালকে তিনি একৰ মাটি আৰু সৰু ঘৰ এটাৰ কাৰণে প্রয়োজনীয় টিন্‌পাতৰ যোগান দিয়া হ'ল। দ্বিতীয়ভাগৰ লোক হ'ল তেওঁলোক, যি সকল শ্রমিক হিচাপে আহিছিল। তেওঁলোকক দৈনিক মজুৰি দিয়া হ'ল।

এই ফিনিক্সৰ উপনিবেশৰ পৰা 'ইণ্ডিয়ান অপিনিয়ন' পত্রিকাৰ প্রথম সংখ্যাটো উলিয়াবলৈ গান্ধীয়ে বৰ ততাতৈয়া কৰিব লগা হৈছিল। ইতিমধ্যেই তেওঁলোকে ৰে'ল-গাড়ীৰে তেল-নির্ভৰ ইঞ্জিন আনিছিল। কিন্তু প্রথম সংখ্যাটো ওলাবলগীয়া দিনৰ দুদিন আগতে ইঞ্জিনটোত বিসংগতিয়ে দেখা দিলে। ইঞ্জিনটো নচলা হ'ল। ইতিমধ্যে গান্ধীয়ে বিকল্পস্বৰূপে হস্তচালিত এটা কল আনি ৰাখিছিল, এতিয়া ইয়াকে খটাই কাকতৰ সংখ্যাটো উলিওৱাত প্রবৃত্ত হ'ল। কিন্তু তাৰ কাৰণে যথেষ্টসংখ্যক লোকৰ দর্কাৰ, কিয়নো এই কলটো চাৰিজনীয়া দলে পাল কৰি চলাব লাগিব। ইমান ৰাতি ইমান মানুহ ক'ত পোৱা যাব? হঠাৎ গান্ধীৰ মুৰত এটা বুদ্ধি খেলালে। ঘৰ সজাৰ কাৰণে যিসকল কাঠ-মিস্ত্রি তেতিয়াও আছিল, তেওঁলোকক অনুৰোধ কৰিলে কেনে হয়? জৰুৰী অৱস্থাৰ কথা গান্ধীয়ে কোৱাত তেওঁলোকে সহায় আগবঢ়াবলৈ লগে লগে মান্তি হ'ল। তেওঁলোকে গান্ধীক যদিও কেবাবাৰো শুবলৈ নগৈ যাবলৈ কৈছিল, গান্ধীয়ে কিন্তু শুবলৈ সকলোৰে লগত হাতে-কামে লাগি হাতেৰে চলোৱা কলটোৰ সহায়ত ৰাতিপুৱালৈ কাগজ উলিওৱাৰ ব্যৱস্থা কৰিলে। পিছে শেষত এনে ব্যৱস্থাৰ প্রয়োজন নহ'ল, কিয়নো পিচদিনা ৰাতিপুৱা স্পর্শ মাত্রেই তেলৰ ইঞ্জিন আকৌ চলিবলৈ ধৰিলে। সকলোৱেই আনন্দিত হ'ল।

অৱশেষত ১৯০৪ চনৰ ১৪ ডিচেম্বৰ তাৰিখে 'ইণ্ডিয়ান অপিনিয়ন'ৰ দুপাতৰ সংস্কৰণ ওলাল। আটাইতকৈ ডাঙৰ কথা এয়ে যে ফিনিক্স উপনিৱেশলৈ অহাৰ বাবদ কাগজখনৰ প্রকাশত কোনো ছেদ নঘটিল।

যদিও মনছুখলাল নজৰ আছিল 'ইণ্ডিয়ান অপিনিয়ন' কাকতৰ সম্পাদক, তথাপি পৰিচিত সকলোৱেই জানে যে গান্ধীয়েই ইয়াৰ নেপথ্যত থকা প্রকৃত পৰিচালক, তেওঁৰ মতামতৰ ওপৰতে এই কাকতৰ সম্পাদকীয় লেখা হয়। গান্ধীয়ে তেওঁৰ 'সাপ্তাহিক কলম'ৰ উপৰি বিভিন্ন বিষয় লৈ ইয়াত লিখে। ইতিহাস, বিখ্যাত ব্যক্তিসকলৰ জীৱনী আৰু পৃথিৱীৰ ৰাজনৈতিক ঘটনাৱলীৰ বিষয়েই তেওঁ বিশেষকৈ লিখে। সেয়েহে ১৯০৫ চনৰ ভিতৰতে গান্ধীয়ে এব্রাহাম লিংকন, বুকাৰ টি. ৱাছিংটন, এলিজাবেথ ফ্রাই আৰু ফ্লোৰেন্স নাইটেংগলক লৈ একোটাকৈ প্রবন্ধ লিখে। সেই বছৰেই ৰাচিয়া আৰু

জাপানৰ মাজত নৌ-বাহিনীৰ যুদ্ধত জাপানৰ বিজয়ত গান্ধীয়ে আনন্দ প্ৰকাশ কৰিলে। গান্ধীৰ এনে আনন্দৰ কাৰণ আছিল এয়ে যে জাপানীসকলৰ একতা, দেশপ্ৰেম আৰু দেশৰ কল্যাণৰ কাৰণে জীৱন আহুতি দিয়াৰ আগ্ৰহৰ বাবেই তেওঁলোকে এই অসম-যুদ্ধত জয়লাভ কৰিছিল।

গান্ধীয়ে ভাবিছিল যে লাহে লাহে তেওঁৰ আইন-ব্যৱসায় কমাই আনি তাৰ পৰা অৱসৰ লৈ এই ফিনিক্স উপনিৱেশত বাকী জীৱন অতিবাহিত কৰিব, শাৰীৰিক পৰিশ্ৰম কৰিব। কিন্তু জোহান্‌ছবাৰ্গত তেওঁৰ তেতিয়া বহুতো মক্কেল। তেওঁলোকৰ সকলোৱেই তেওঁৰ ওপৰতে নিৰ্ভৰ কৰি থাকে, সেয়েহে তেওঁলোকৰ কেইʼচ তেওঁ অৱহেলা কৰিব নোৱাৰে। গান্ধী তেতিয়া এজন ধনী ব্যক্তি, বছৰি তেওঁৰ আয় চাৰিৰ পৰা পাঁচ হাজাৰ পাউণ্ড। সেয়েহে অলপ দিন পিচতে তেওঁ জোহান্‌ছবাৰ্গলৈ উভতি গʼল।

তালৈ গৈয়েই গান্ধীয়ে হেনৰি পোলকক ৰাস্কিনৰ কিতাপখনে তেওঁৰ জীৱনত পেলোৱা প্ৰভাৱৰ কথা কʼলে। ফিনিক্স উপনিৱেশৰ খবৰো দিলে। শুনি পোলক অতিশয় উৎফুল্লিত। তেওঁ পঢ়িবলৈ দিয়া কিতাপেই গান্ধীৰ জীৱনত এনে পৰিবৰ্তন আনিব বুলি তেওঁ ভাবিব পৰা নাছিল। পোলকে সুধিলে, "আপোনাৰ এই নতুন পৰিকল্পনাত ময়ো কিবা ভাগ লʼব পাৰোঁ নেকি?"

গান্ধীয়ে মিচিকিয়াই উত্তৰ দিলে, "কিয় নোৱাৰিব? আপুনি যদি ইচ্ছা কৰে তেনেহʼলে নিশ্চয় আমাৰ এই উপনিৱেশত গৈ থাকিব পাৰে।"

পোলকে কʼলে, "মই তেনেহʼলে তালৈ যাবলৈ সাজু।"

গান্ধীয়ে সুধিলে, "কিন্তু আপোনাৰ 'ডী ক্ৰিটিক' পত্ৰিকাৰ কাম কি হʼব?"

পোলকে উত্তৰ দিলে, "মই আজি অফিচলৈ গৈয়েই কৰ্তৃপক্ষক এমাহৰ জাননী দি দিম। মিঃ গান্ধী, মই ভাবিবই পৰা নাছিলোঁ যে আপুনি ৰাস্কিনৰ উপদেশ এইদৰে নিজৰ জীৱনত প্ৰয়োগ কৰিব।"

গান্ধীয়ে এক দীঘলীয়া হুমুনিয়াহ কাঢ়ি কʼলে, "মই শ্ৰমৰ জীৱনেই বিচাৰোঁ বন্ধু, কিন্তু কেতিয়ানো মই এই আইন-ব্যৱসায়ৰ পৰা মুক্তি পাম ঈশ্বৰেহে জানে।"

হেনৰি পোলক ফিনিক্সৰ উপনিৱেশত নিচেই অলপ দিনতে নিজৰ স্বভাৱ-গুণত জনপ্ৰিয় হʼল। তেওঁ তাৰ বৃহৎ পৰিবাৰৰ এজন হৈ পৰিল। শাৰীৰিক পৰিশ্ৰমেৰে সৰল জীৱন যাপন কৰিবলৈ তেওঁ খুব ভাল পায়। কিন্তু তাত তেওঁৰ বেছি দিন থকা নহʼল। গান্ধীৰ সহকৰ্মী মিঃ লুইছ ৰিচে তেওঁৰ আইন-পঢ়া ইংলণ্ডত শেষ কৰিবলৈ উৎসুক। কিন্তু তেওঁৰ অবৰ্তমানত গান্ধীয়ে অকলে তেওঁৰ আইন-ব্যৱসায়ৰ গুৰু-ভাৰ চম্ভালিব নোৱাৰে। সেয়েহে তেওঁ পোলকলৈ লিখিলে যে তেওঁ জোহান্‌ছবাৰ্গলৈ আহি গান্ধীৰ অধীনত 'আৰ্টিকল ক্লাৰ্ক' হিচাপে যোগ দি গান্ধীকে সহায় কৰিব লাগে। গান্ধীৰ কথাই

যেন পোলকৰ কাৰণে নির্দেশ। তেওঁ ফিনিক্স ফার্মৰ গ্রাম্য জীৱন পৰিত্যাগ কৰি আকৌ জোহান্‌ছবার্গ চহৰলৈ আহি গান্ধীৰ অধীনৰ চাকৰিত যোগ দিলে।

গান্ধীয়ে কস্তুৰবাইৰ ওচৰত প্রতিজ্ঞা কৰিছিল যে তেওঁ এবছৰৰ ভিতৰতে ভাৰতলৈ ঘূৰি আহিব। কিন্তু ১৯০৩ চনৰ মাজডোখৰতে তেওঁ স্পষ্টভাৱে বুজি পালে যে সোনকালে তেওঁৰ দেশলৈ উভতি যোৱা নহ'ব। গতিকে স্ত্রী আৰু ল'ৰাকেইটাক দক্ষিণ আফ্রিকালৈ লৈ অহাই উচিত হ'ব। কিন্তু ভাৰতৰ পৰা অহা যথাযোগ্য সহচৰ নোপোৱাত তেওঁলোক ১৯০৪ চনৰ নৱেম্বৰ মাহতহে আহিব পাৰিলে।

পৰিয়ালৰ কাৰণে ঘৰ বিচাৰিবলৈ এইবাৰো গান্ধীয়ে মিঃ ৰিচৰ সহায় ল'লে। এইবাৰো এজন 'ৰিয়েল এষ্টেট' এজেণ্টৰ সহায়ত তেওঁ জোহান্‌ছবার্গ চহৰৰ অভিজাত ট্রয়েভিল এলেকাত আঠোটা খোঁটালী সম্বলিত এটা ডাঙৰ ঘৰ ভাড়া কৰিলে। ঘৰৰ পিচফালে এখন বাগিচা আৰু আনফালে এটুকুৰা সেউজীয়া 'লন' আছিল।

কস্তুৰবাইয়ে তেওঁলোকৰ তিনিটা ল'ৰাক লৈ দক্ষিণ আফ্রিকালৈ আহোঁতে মণিলালৰ বয়স দহ, ৰাম দাসৰ আঠ, আৰু দেৱদাসৰ বয়স আছিল পাঁচ। যোল্ল বছৰৰ হৰিলাল তেওঁলোকৰ লগত নাহিল, ভাৰততে থাকিল। সি তেতিয়া ৰাজকোটত গান্ধীৰ পৰিচিত হৰি দাস ভোৰাৰ শিক্ষিত কন্যা গুলাবৰ প্রেমত পৰিছে। গান্ধী কিন্তু বাল্যবিবাহৰ তীব্র বিৰোধী। হৰিলাল মাক আৰু ভায়েকহঁতৰ লগত নহাত তেওঁ অসন্তুষ্ট হ'ল। হৰিলাল ৰাজকোটত গান্ধীৰ ককায়েক লক্ষ্মী দাসৰ তত্ত্বাৱধানত থাকিবলৈ ল'লে। গান্ধীয়ে কিন্তু এইটোও বৰকৈ ভাল পোৱা নাছিল।

জাহাজৰ পৰা নামোতেই গান্ধীৰ চকুত পৰিল যে ৰাম দাসৰ সোঁ হাতটো ভঙা, বেণ্ডেজ বন্ধা অৱস্থাত কাপোৰৰ বান্ধনী এডালেৰে ওলোমাই আহিছে। তেওঁ গম পালে যে জাহাজৰ কেপ্তেইনৰ লগত খেলিবলৈ গৈ সি পৰি গৈছিল। জাহাজৰ ডাক্তৰেই বেণ্ডেজ বান্ধি দিছে। তথাপি ডাক্তৰজনে গান্ধীক লগ পাওঁতেই চহৰৰ কোনো ডাক্তৰৰ হতুৱাই তাক নিয়মিত চিকিৎসা কৰাবলৈ পৰামর্শ দিলে।

গান্ধীয়ে পিচে এই পৰামর্শলৈ কর্ণপাত নকৰি তেওঁৰ মাটি-পানী চিকিৎসা ৰাম দাসৰ ক্ষেত্রতো প্রয়োগ কৰিবলৈ প্রবৃত্ত হ'ল। তেওঁ অতি সন্তর্পণে বেণ্ডেজ খুলি ক্ষতস্থান ভালকৈ ধুই দিলে, তাৰ পিচত পৰিষ্কাৰ মাটি আৰু পানী মিহলাই এটা 'পুলটিছ' তৈয়াৰী কৰি সেই স্থানত লেপি দিলে আৰু আকৌ কাপোৰৰ বান্ধনীৰে হাত ওলোমাই দিলে। এইধৰণে প্রতিদিনেই সেইটো পৰিষ্কাৰ কৰি তেওঁ এমাহ ধৰি এই চিকিৎসা চলালে। মাহৰ শেষত দেখা গ'ল যে ৰাম দাসৰ ভঙা হাড় সম্পূর্ণ জোৰা লাগিল, এতিয়া কোনো ফাট্ নাই। তেতিয়া গান্ধীৰ এই মাটি-পানী চিকিৎসাত আস্থা বৃদ্ধি পালে আৰু প্রত্যয় দৃঢ় হ'ল।

গান্ধীয়ে তেতিয়া ৰাস্কিনৰ শিক্ষা অনুযায়ী খৰচ কমোৱাৰ কাৰণে সংসাৰ যাত্ৰা সৰলীকৃত কৰাৰ প্ৰয়াস কৰিলে। বজাৰৰ পৰা গম কিনি আনি সেয়েহে এখন জাঁতত গুড়ি কৰিবলৈ আৰম্ভ কৰা হ'ল। এই কামত ঘৰৰ আটাইয়ে হাত মিলালে। যদিও মিউনিচিপেলিটিৰ মেতৰেই পায়খানাৰ ময়লা চাফা কৰিছিল, তথাপি গান্ধী আৰু তেওঁৰ ল'ৰাবোৰে তেতিয়া নিয়মিত বাথৰুম পৰিষ্কাৰ কৰিছিল। এটা ভৃত্য আছিল যদিও সি গান্ধী পৰিবাৰৰ লগৰে বুলি ধৰা হৈছিল।

হেনৰি পোলকো গান্ধী পৰিবাৰৰ এজনৰ দৰেই তেওঁলোকৰ লগত আছিল। তেওঁ তেতিয়া অবিবাহিত। সেই সময়ত গান্ধীয়ে অবিবাহিত বন্ধুসকলক বিয়া কৰোৱাৰ কাৰণে উৎসাহিত কৰিছিল। পোলকৰ ইংলেণ্ডত মিছ্ মিলি নামৰ এগৰাকী ছোৱালী বন্ধু আছিল। গান্ধীয়ে পোলকক তাইক বিয়া কৰিবলৈ জোৰ দিলে। পোলকে ভাবিছিল অলপ ধন-পইছা হ'লে তেওঁ বিয়া কৰাব। কিন্তু গান্ধীয়ে যুক্তি দেখুৱালে, গৰিবসকলে বিয়া-বাৰু নকৰাই নেকি, তেওঁলোকে সংসাৰৰ পোহ-পাল নিদিযে নেকি? বিবাহৰ পিছতো পোলক তেওঁলোকৰ লগতে থাকিব, সেয়েহে তেওঁলোকৰ খোৱা-বোৱাৰ একো খৰচ নাই।

স্বাভাৱিকতে পোলকে গান্ধীৰ এই নিৰ্দেশো অমান্য কৰিব নোৱাৰিলে আৰু মিছ মিলিক ইংলেণ্ডৰ পৰা লৈ আহিল। পিছে এওঁলোকৰ বিয়াৰ ৰেজিষ্ট্ৰিৰ সময়ত অসুবিধা এটা হৈছিল। তেতিয়া দক্ষিণ আফ্ৰিকাত আইন আছিল যে যি কোনো অশ্বেতকায় ব্যক্তিৰ লগত শ্বেতকায়ৰ বিবাহ নিষেধ। পোলকৰ একান্ত অনুৰোধত তেওঁৰ 'বেষ্ট মেন' গান্ধী বিবাহৰ ৰেজিষ্ট্ৰেচনৰ সময়ত উপস্থিত আছিল, ৰেজিষ্ট্ৰাৰ মহোদয়ে তেওঁলোক দুজনক দেখি পোলকক ক'লে, "আপুনি যে এগৰাকী ইউৰোপীয়ানক বিয়া কৰাব ওলাইছে তাৰ প্ৰমাণ কি? মই এই বিয়াৰ ৰেজিষ্ট্ৰি কৰিব নোৱাৰোঁ।"

পিছদিনা আছিল দেওবাৰ। তাৰ পিছদিনা 'নিউ ইয়াৰছ্ ডে'— সকলো অফিচ-কাছাৰি বন্ধ।

কিন্তু গান্ধীয়ে মনস্থ কৰিলে যে সেই শনিবাৰেই এই বিয়া পাতিবই। তেওঁ তেতিয়া নিজৰ পৰিচিত চিফ্ মেজিষ্ট্ৰেটৰ ওচৰলৈ গ'ল।

সকলো কথা শুনি মেজিষ্ট্ৰেটে ডাঙৰকৈ অলপ হাঁহি ল'লে। তাৰ পিচত ৰেজিষ্ট্ৰাৰলৈ বুলি একাষাৰ কিবা লিখি দিলে। বিয়া তেতিয়াই সম্পাদিত হ'ল।

সপৰিবাৰে পোলকে গান্ধীৰ পৰিয়ালৰ লগতে থাকিল। মিছেছ্ পোলক আৰু কস্তুৰবাইৰ মাজত পিছে কেতিয়াবা কেতিয়াবা মনোমালিন্যই দেখা দিছিল। কিন্তু গান্ধীৰ মনোভাব তেতিয়া 'বসুধৈৱ কুটুম্বকম্', সেয়েহে তেওঁৰ উদাৰ হস্তক্ষেপত এই বিবাদ বেছি দূৰলৈ নগ'ল, শীঘ্ৰেই আকৌ স্বাভাৱিক জীৱনযাত্ৰা চলিব ধৰিলে।

গান্ধীয়ে তেতিয়া অবিবাহিত এলবার্ট ৱেষ্টৰো বিবাহ পতাত লাগিল। ৱেষ্টে তেওঁৰ মাক-দেউতাকক লগ পাবলৈ ইংলেণ্ডলৈ যাওঁতে গান্ধীয়ে তেওঁক বিয়া কৰাই সপৰিবাৰে উভতিবলৈ পৰামৰ্শ দিলে। ৱেষ্টে লিচেষ্টাৰৰ এজন জোতাৰ ফেক্টৰিৰ শ্ৰমিকৰ কন্যাক বিয়া কৰালে। উভতি আহোঁতে তেওঁ অকল স্ত্ৰীকে অনা নাছিল, লগতে বিধৱা শাহুৱেককো আনিছিল। গান্ধীয়ে তেতিয়া তেওঁলোকক ফিনিক্সৰ উপনিৱেশলৈ গৈ থাকিবলৈ ক'লে।

সেই সময়তে ৰাজকোটৰ পৰা গান্ধীৰ ডাঙৰ ল'ৰা হৰিলালো দক্ষিণ আফ্ৰিকালৈ আহিল। লগতে আহিছে গান্ধীৰ ভাগিন গোকুল দাস। গান্ধীয়ে সিহঁতকো উপনিৱেশখনলৈ পঠাই দিলে। চাওঁতে চাওঁতে ফিনিক্সৰ উপনিৱেশখন এখন গাঁও হৈ পৰিল।

গান্ধীৰ জীৱন তেতিয়া এক বন্ধা-ধৰা নিয়মৰ মাজেৰে পৰিচালিত হৈছিল। প্ৰথমতে তেওঁ ঘৰৰ পৰা ছমাইল দূৰত্বত থকা তেওঁৰ অফিচলৈ চাইকে'লেৰে গৈছিল, পিছলৈ কিন্তু খোজকাঢ়ি যাবলৈ ল'লে। ৰাতিপুৱা চাৰে সাত বজাত প্ৰাতৰাশ নকৰাকৈয়ে তেওঁ ঘৰৰ পৰা ওলাই আহে। অফিচত প্ৰায় ন বজাত উপস্থিত হয়। তাৰ পিচত প্ৰায় এঘণ্টা সময় ধৰি তেওঁৰ সকলো 'মেইল' পঢ়া শেষ কৰে। এতিয়া তেওঁ চেক্ৰেটাৰী কুমাৰী চেলছিনক চিঠি-পত্ৰ 'ডিকটেট্ কৰে', সেইদৰে কাম চলে প্ৰায় এক বজালৈ। দুপৰীয়া প্ৰায় এক বজাত তেওঁ ল ক্লাৰ্কসকলক লগত লৈ ওচৰতে থকা কোনোবা এখন নিৰামিষাহাৰী ৰেস্তোৰাঁত ধীৰে-সুস্থিৰে দুপৰীয়াৰ আহাৰ খায়। সন্ধিয়া অফিচৰ পৰা ওলাই আহে পাঁচ বজাৰ পিচত আৰু প্ৰায় সাত মান বজাত ঘৰত উপস্থিত হয়। তেওঁৰ ডিনাৰত থাকে আনাজৰে ৰন্ধা আঞ্জা, মাহ, ঘৰতে কৰা ৰুটী আৰু বাদামৰ মাখন, গোটা ফল অথবা চাউলৰ পুডিং। ডিনাৰ শেষ কৰে কফি অথবা লেমনেডৰে। খোৱাৰ শেষত হেনৰি পোলক আৰু পৰিয়ালৰ আটাইৰে লগত তেওঁ এডুইন আৰ্নল্ডৰ লেখাৰ পৰা গীতাৰ স্তোত্ৰ আবৃত্তি কৰে। তাৰ পিচত শয্যা গ্ৰহণ কৰে। অফিচলৈ যাওঁতে তেওঁ পৰিধানত থাকে আঁচ আঁচ থকা পেণ্ট, বগা কলাৰ দিয়া ছাৰ্ট, কোট, চিক্‌চিকাই থকা জোতা-মোজা আৰু মূৰত ক'লা পাগুৰি। জোতাৰ ক্ষেত্ৰত তেওঁ নতুন ষ্টাইলৰ পক্ষপাতী আছিল।

গান্ধীৰ ল'ৰাকেটাৰ পঢ়া-শুনাৰ বিষয়ত অলপমান খেলিমেলি হ'ল। ডাৰ্বানতো, জোহানছ্‌বাৰ্গতো। ঘৰতেই সিহঁতৰ শিক্ষাৰ ব্যৱস্থা হ'ল, কাৰণ গান্ধীয়ে ইংৰাজী মাধ্যমৰ স্কুলত বিশ্বাস নকৰে। আকৌ ঘৰত পঢ়াবলৈকো কোনো শিক্ষক ৰখা নহ'ল। সিহঁতৰ একমাত্ৰ শিক্ষা আছিল যেতিয়া গান্ধীয়ে সিহঁতক লগত লৈ অফিচলৈ যায় আৰু অফিচৰ পৰা উভতি আহে। কিন্তু এইটোও নিয়মিত নহয়, কাৰণ বহুতো মক্কেল আৰু বন্ধু বহুত সময়ত তেওঁৰ লগত থাকে।

এই বিষয়ত হেন্‌ৰি পোলকৰ লগত গান্ধীৰ প্ৰায়েই তৰ্ক হয়।

পোলকে এদিন গান্ধীক অনুযোগ কৰিলে, "মিঃ গান্ধী, আপুনি আপোনাৰ ল'ৰাকেটাৰ পক্ষে বাধাস্বৰূপ হৈছে। সিহঁতৰ লগত অন্ততঃ আপুনি ঘৰত ইংৰাজীত কথা পতাহেঁতেন ইংৰাজী ভাষাত কথা পতাত দক্ষ হ'লহেঁতেন।"

গান্ধীয়ে উত্তৰ দিলে, "ওঁহু মিঃ পোলক, আপুনি এই বিষয়ে ভুল কৰিছে। সিহঁতে যদি মাত্ৰ ইংৰাজী কয়, তেনেহ'লে ভাৰতৰ কৃষ্টি-সংস্কৃতিৰ প্ৰতি সিহঁতৰ শ্ৰদ্ধা নাথাকিব, ভাৰতীয় সভ্যতাৰ লগতো সংযোগ হেৰুৱাই পেলাব।"

কিন্তু ইংৰাজী আজি হৈছে পৃথিৱীৰ সাৰ্বজনীন ভাষা, সেই ভাষাত ব্যুৎপত্তি লাভ কৰিলে ভৱিষ্যতে চাকৰিৰ ক্ষেত্ৰত সিহঁতে বহুত সুযোগ-সুবিধা পাব, আন সকলতকৈ এখাপ আগুৱাই থাকিব।

গান্ধীয়ে সজোৰে উত্তৰ দিলে, "নাই, সিহঁতৰ নিজৰ দেশৰ প্ৰতি কোনো আকৰ্ষণ নাথাকিব, মিঃ পোলক। ভাৰতলৈ ঘূৰি যোৱাৰ ইচ্ছাও সিহঁতৰ নাইকিয়া হ'ব আৰু সেই সমাজত সোমোৱাৰ ছাবি-কাঠিও সিহঁতে হেৰুৱাই পেলাব। তদুপৰি সিহঁতে ডাঙৰ হৈ চাকৰি কৰিব বুলি কোনে কৈছে? মোৰ ইচ্ছা যে তেতিয়া সিহঁতে সমাজৰ সেৱা কৰিব।

পোলকে কথা নবঢ়ালে। কিন্তু, তেওঁ সময় পালেই ল'ৰাকেটাৰ লগত বিভিন্ন শিক্ষা বিষয়ৰ আলোচনা কৰে।

এই বিষয়ত পিচত গান্ধীয়ে তেওঁৰ 'আত্মজীৱনী'ত লিখিছে ঃ

"মোৰ সন্তানসকলে মোৰ বিৰুদ্ধে অসন্তোষ প্ৰকাশ কৰাৰ কাৰণ আছে... আৰু এই বিষয়ত মই অলপ নিজকে অপৰাধী বুলিয়েই ভাবোঁ।... এইটো মোৰ আৰু সিহঁতৰো দুখৰ বিষয় যে মই সিহঁতক প্ৰথাগত শিক্ষা দিয়াত ব্যৰ্থ হৈছোঁ।"

* * *

গান্ধীয়ে ভাবিছিল যে তেওঁ জোহান্‌ছবাৰ্গত আইন ব্যৱসায় আৰু ফিনিক্সৰ উপনিৱেশলৈ অহা-যোৱা কৰিয়েই শান্তিৰেই সময় অতিবাহিত কৰিব। কিন্তু তেনেতে এদিন হঠাতে সংবাদপত্ৰত দেখা পালে যে 'জুলু' উপজাতিৰ বিদ্ৰোহ আৰম্ভ হৈছে। গান্ধীয়ে তেতিয়া ভাবিলে যে তেওঁ যেনেকৈ বুৱ'ৰ যুদ্ধত 'ভাৰতীয় এম্বিউলেন্স্ কোৰ' গঠন কৰি ব্ৰিটিশ্বসকলক সাহায্য কৰিছিল, তেনেকৈয়ে এইবাৰো তেওঁলোকক সাহায্য কৰা উচিত। যদিও 'জুলু'সকলে ভাৰতীয়সকলৰ কেতিয়াও কোনো ক্ষতি কৰা নাই, তথাপি তেওঁলোকে সৰ্বতোভাৱে ব্ৰিটিশ্ব সাম্ৰাজ্যক সমৰ্থন জনোৱা প্ৰয়োজন। কাৰণ, তেওঁ মনে-প্ৰাণে বিশ্বাস কৰে যে পৃথিৱীৰ মংগলৰ বাবেই ব্ৰিটিশ্ব সাম্ৰাজ্য আৰু তেওঁলোকৰ উদাৰ শাসনৰ অস্তিত্ব। আকৌ, যিহেতু ইংৰাজসকলৰ অনুগ্ৰহতে

ভাৰতীয়সকলৰ নাটালত বসতি, সেয়েহে তেওঁলোকৰ বিপদৰ সময়ত সহায়ৰ হাত আগবঢ়োৱাতো ভাৰতীয়সকলৰ এক পৰম কৰ্তব্য।

গান্ধীয়ে নিজকে নাটালৰ অধিবাসী বুলিয়েই ভাবিছিল, কিয়নো তেওঁ তাত দীৰ্ঘকাল কটাইছিল। সেয়েহে তেওঁ সেই ৰাজ্যৰ গভৰ্ণৰলৈ এখন চিঠি লিখিলে। তাত তেওঁ ভাৰতীয়সকলৰ এক 'এম্বিউলেন্স ক'ৰ' গঠন কৰি সাহায্য কৰাৰ প্ৰস্তাৱ দিলে। গান্ধীৰ এই প্ৰস্তাৱ গভৰ্ণৰে প্ৰায় লগে লগে গ্ৰহণ কৰিলে।

তেতিয়া গান্ধীয়ে ঠিক কৰিলে যে জোহানছবাৰ্গৰ ঘৰ এৰি দি পৰিবাৰৰ আটাইকে নাটালৰ ফিনিক্স উপনিৱেশলৈ পঠাই দিব। পোলকে সপৰিবাৰে জোহানছবাৰ্গতে এটা সৰু ঘৰ ভাড়ালৈ থাকিব। কস্তুৰবাইক প্ৰস্তাৱটোৰ কথা কওঁতে তেওঁ কোনো আপত্তি নুতুলিলে, কিয়নো স্বামীৰ চৰিত্ৰ তেতিয়া তেওঁ ভালদৰেই বুজি পোৱা হৈছে। এবাৰ গান্ধীয়ে কিবা ঠিক কৰিলে সেইটোৰ অন্যথা কেতিয়াও হ'বলৈ নিদিয়ে। এনে পৰিস্থিতিত সংসাৰৰ শান্তি ৰক্ষাৰ কাৰণে তেওঁৰ প্ৰস্তাৱ মানি লোৱাই উচিত কাম হ'ব।

গান্ধীয়ে তেতিয়া ডাৰ্বানলৈ গৈ ভাৰতীয়সকলক 'ভাৰতীয় এম্বিউলেন্স্ ক'ৰ'ত যোগদান কৰাৰ কাৰণে আবেদন জনালে। তেওঁৰ আহ্বানত চাৰিজন গুজৰাটী, এজন পাঠান আৰু ওঠৰজন চুক্তিবদ্ধ তামিলে নাম লেখালে। গান্ধীক লৈ মুঠতে এই বাহিনীৰ স্বেচ্ছাসেৱক হ'ল চৌবিছজন।

তেতিয়া চিফ্ মেডিকেল অফিচাৰে গান্ধীক দিয়া পদবী আছিল 'ছাৰ্জেণ্ট মেজৰ'। তেওঁ আক' তিনিজনক 'ছাৰ্জেণ্ট' আৰু এজনক 'কৰ্পৰেল' হিচাপে নিয়োগ কৰালে। তেওঁলোকে চৰকাৰৰ পৰা আৰ্মিৰ পোছাক আৰু ৰচদ পালে। এই ভাৰতীয় 'এম্বিউলেন্স্ কোৰে' মুঠতে ছসপ্তাহৰ কাৰণে কাম কৰিছিল।

জুলু বিদ্ৰোহ আৰম্ভ হৈছিল যেতিয়া এজন জুলু গাঁওবুঢ়াই নতুনকৈ লগোৱা এটা কৰ দিবলৈ হাক দিছিল। এজন শ্বেতকায় ইন্সপেক্টৰে সেই কৰ সংগ্ৰহ কৰিবলৈ যাওঁতে জুলুসকলৰ গাঁৱত তেওঁক হত্যা কৰা হৈছিল আৰু তেওঁৰ পিচৰ ইন্সপেক্টৰজনেও এইদৰেই প্ৰাণ হেৰুৱায়। জুলুসকল আছিল জংগী জাতি, তেওঁলোকে ব্ৰিটিশ্বসকলৰ শাসন কোনো দিনেই ভালভাৱে লোৱা নাছিল। এই বিদ্ৰোহৰ সময়ত তেওঁলোকে গাঁও এৰি থৈ হাবিয়ে-বননিয়ে আশ্ৰয় লৈছিল।

১৯০৬ চনৰ ২২ জুন তাৰিখে গান্ধীৰ বাহিনীক ৰে'ল-গাড়ীৰে ষ্টেংগাৰ চহৰৰ কাষত কৰ্ণেল আৰ্নটৰ অধীনস্থ সৈন্যদলৰ লগত কাম কৰিবলৈ পঠায়। তাত গৈ গান্ধীয়ে দেখা পালে যে জুলুসকলৰ কোনো চিনেই নাই। তাত যিসকল সৈন্যই মেলেৰিয়াত আক্ৰান্ত হৈছিল অথবা দুৰ্ঘটনাত গুলীবিদ্ধ হৈছিল, তেওঁলোকৰ সেৱা কৰাত স্বেচ্ছাসেৱক বাহিনীটোক ব্যস্ত ৰখা হ'ল। তাত কোনো তম্বু নাছিল। সেয়েহে

সেই ৰাতি স্বেচ্ছাসেৱকসকলে মাটিতে শুব লগা হৈছিল। তেওঁলোকেও অভাৰকোটেৰে দেহা ঢাকি শুই দিছিল। নিশাতো এইদৰে কটাব লগা হৈছিল অত্যন্ত শীতত। গান্ধীয়ে পিছে সকলোকে আৰ্মিৰ ৰচদৰ পৰা ভালদৰে খুৱাই দিছিল।

পিছদিনা তেওঁলোক সদলবলে মাপুমুলোলৈ গ'ল। ইয়াতো জুলুবিদ্ৰোহী দেখা পোৱা নগ'ল, তথাপি তেওঁলোকক বিচাৰি-খোঁচাৰি ফাৰ্মৰ বাগিচাকে ওলট-পালট কৰা হ'ল। ইয়াৰ পিছতো প্ৰায় দুদিন ধৰি কোনো জুলুকে দেখা নগ'ল। প্ৰায় দুদিন পিচত কেইজনমান জুলুক দেখা পোৱা গ'ল, কিন্তু তেওঁলোক কোনো বিদ্ৰোহী নহয়, বৰঞ্চ শান্ত-শিষ্ট দৰিদ্ৰ কৃষক। তেওঁলোককে সৈন্যসকলে আৱৰি ধৰি খুবকৈ মাৰ-ধৰ কৰি গোঁজৰে বেৰা দি এঠাইত আবদ্ধ কৰি থ'লে। এই শাস্তি পালে কোনো অপৰাধৰ কাৰণে নহয়, বৰঞ্চ তেওঁলোকক এই অত্যাচাৰ কৰা হ'ল যাতে তেওঁলোকে ভৱিষ্যতে কোনো বিদ্ৰোহত ভাগ নলয়। তেওঁলোকে সেই অস্থায়ী জে'লখানাত তেজ-মাটিৰে লুতুৰি-পুতুৰি হৈ পৰি থাকিল। তেওঁলোকৰ শুশ্ৰূষাৰ কাৰণে বগা ডাক্তৰসকলে আগবাঢ়ি নাহিল। তেতিয়া গান্ধীৰ দলক তেওঁলোকৰ সেৱা-শুশ্ৰূষাৰ কাৰণে মতা হ'ল। গান্ধীৰ তত্ত্বাৱধানত স্বেচ্ছাসেৱকসকলে তেতিয়া পৰম যত্নেৰে তেওঁলোকৰ ক্ষত-স্থান ধুই, ঔষধ লগাই বেণ্ডেজ বান্ধি দিলে। সেই সময়তো শ্বেতকায় সৈন্যসকলে 'জুলু'সকলক অকথ্য ভাষাত গালি-শপনি পাৰিছিল আৰু জুলুসকলেও তেওঁলোকৰ ভাষাত উত্তৰ দিছিল। ভাষা-জ্ঞানৰ অভাৱত গান্ধীৰ দলে জুলুসকলে কি কৈছিল বুজি নাপালে।

তাৰ পিচত ভাৰতীয় স্বেচ্ছাসেৱক বাহিনীক পঠিওৱা হ'ল গুটিমাটিলৈ। তাত জুলুসকলৰ লগত সংঘৰ্ষ হোৱাৰ সম্ভাৱনা আছিল। কিন্তু তাতো জুলুসকলক পোৱা নগ'ল। আহত হোৱা দুজন লোক তাত আছিল। এজন শ্বেতকায় সৈন্যৰ সোঁ ভৰিৰ বুঢ়া আঙুলিত ৱেগনৰ চকাৰ তলত চেপা খাই থেঁতেলা খাইছিল, আৰু এজন সৈন্যই ভুলক্ৰমে নিজৰ উৰুতেই গুলী মাৰি আহত হৈছিল। গান্ধীক কোৱা হ'ল যে সৈন্য দুজনক ষ্ট্ৰে'চ্চাৰত 'বেইছ' হাস্পতাললৈ নিব লাগে। সৈন্য দুজনৰ প্ৰত্যেকৰে ওজন আছিল যথেষ্ট বেছি, সেয়েহে গান্ধীৰ স্বেচ্ছাসেৱকসকল চিন্তিত হৈছিল। সৌভাগ্যবশতঃ অলপ পিচতে হুকুম হ'ল যে সৈন্যদুজনক কান্ধত চাঙীৰে নিয়া ঠিক নহ'ব, কাৰণ পাহাৰৰ আঁৰত লুকাই থকা 'জুলু'হঁতে ভাবিব যে সিহঁতেই সৈন্য দুজনক আহত কৰিছে। সেয়েহে সৈন্য দুজনক 'এম্বিউলেন্স ৱাগন'ত নিয়াতো ঠিক হ'ল। ফলত ভাৰতীয়সকলে স্বস্তিৰ নিঃশ্বাস পেলালে।

এইখন আছিল এখন সৰু যুদ্ধ, য'ত শত্ৰুহঁত দূৰৰ পাহাৰত অথবা গছ-গছনিৰ আঁৰত লুকাই থাকে। ব্ৰিটিশ্ব সৈন্যসকলো আটায়েই আকৌ ভলণ্টিয়াৰ, যুদ্ধৰ ক্ষেত্ৰত

তেনেই অনভিজ্ঞ। এই সৈন্য-বাহিনীৰ প্ৰধান আছিল ডানকান মেকেঞ্জি, যিজন ব্যক্তিগত জীৱনত আছিল এজন কৃষিজীৱী। কৰ্ণেল ৱাইলি আছিল ডাৰ্বানৰ এজন আইনজীৱী আৰু কৰ্ণেল স্পাৰ্কছ্ আছিল পেছাত এজন বিখ্যাত কচাইৰ দোকানৰ মালিক। এই কৰ্ণেল স্পাৰ্কছ বোলা লোকজনেই ১৮৯৭ চনত গান্ধীয়ে ডাৰ্বানত প্ৰৱেশ কৰাৰ বিৰুদ্ধে আন্দোলন কৰিছিল। এতিয়া তেওঁ এজন সজ্জন ব্যক্তি। গান্ধীৰ ওচৰলৈ আহি কৰমৰ্দন কৰি ভাৰতীয় স্বেচ্ছাসেৱক বাহিনীৰ অৱদানৰ কাৰণে অশেষ ধন্যবাদ দিলে।

এই জুলু বিদ্ৰোহ সম্পৰ্কে গান্ধীৰ মনত থকা কথাবোৰ হ'ল দীঘলীয়া কষ্টকৰ পদ-যাত্ৰা, তৃষ্ণা, শীতল নিশা, আৰু জুলুসকলৰ গাত শ্বেতকায় সৈনিকবোৰে কৰা কশাঘাত। কেতিয়াবা কেতিয়াবা গান্ধীৰ দলটোৱে দিনে চল্লিছ মাইল মাৰ্চ কৰিব লাগিছিল। গান্ধীয়ে তেতিয়া গম পাইছিল যে কেইটামান বিক্ষিপ্ত ঘটনাৰ বাহিৰে এই তথাকথিত জুলু 'বিদ্ৰোহ' স্বাভাৱিকতে কোনো বিদ্ৰোহেই নহয়। যিসকল জুলু আহত হৈছিল, তেওঁলোকৰ অংগ-প্ৰত্যংগ ক্ষত-বিক্ষত হৈছিল ব্ৰিটিশ্বসকলে চাবুক মৰাৰ ফলত আৰু ভুলক্ৰমে শ্বেতকায় সৈন্যবোৰে গুলী চলোৱাৰ ফলশ্ৰুতিস্বৰূপে।

গান্ধীৰ সমবেদনা তেতিয়া এইসকল হতভগা জুলুসকলৰ প্ৰতি আছিল। তেওঁ এই বুলিয়েই সান্ত্বনা লভিছিল যে তেওঁৰ নেতৃত্বত ভাৰতীয় স্বেচ্ছাসেৱক বাহিনীয়ে যিসকল জুলুক শ্বেতকায় ডাক্তৰসকলে সেৱা কৰিবলৈ অমান্তি হৈছিল, তেওঁলোককে সেৱা কৰি প্ৰাণ ৰক্ষা কৰিলে। গান্ধী কিন্তু এটা কথা দেখি অবাক হৈছিল যে জুলুসকল তেওঁলোকৰ আহতসকলৰ প্ৰতি সম্পূৰ্ণ উদাসীন। পিচত গান্ধীয়ে 'ইণ্ডিয়ান অপিনিয়ন' পত্ৰিকাত লেখিলে, "যি সকল জুলুৱে আমাক সাহায্য কৰিছিল তেওঁলোক একেবাৰে বিশ্বাসযোগ্য নহয় আৰু অত্যন্ত আঁকোৰগোজ। তেওঁলোকৰ প্ৰতি যদি অনবৰত চকু দি যোৱা নহয়, তেনেহ'লে তেওঁলোকে আহতসকলক 'ষ্ট্ৰেচাৰ'ৰ পৰা মাটিত পেলাই দিব। নিজৰ যন্ত্ৰণাক্লিষ্ট দেশবাসীৰ প্ৰতি তেওঁলোকৰ কোনো দৰদ নাই।"

এইবোৰ দীৰ্ঘ ৰাত্ৰিকালীন পদযাত্ৰাৰ সময়ত গান্ধী চিন্তাত ডুব গৈ আছিল। সেয়েহে ১৯০৬ চনৰ জুলাই মাহৰ এনিশা গান্ধীয়ে উপলব্ধি কৰিছিল যে যদিহে তেওঁ জনসেৱাৰ বাবে জীৱন উৎসৰ্গা কৰিব লাগে, তেনেহ'লে তেওঁৰ আদৰ্শ কাম হ'ব ব্ৰহ্মচৰ্য পালন কৰা। গান্ধীৰ তেতিয়া ভয় হৈছিল যে হয়তো তেওঁলোকৰ আকৌ সন্তান হ'ব। তেতিয়া সন্তান লালন-পালন কৰোঁতেই তেওঁ শক্তি ক্ষয় হ'ব আৰু জনসেৱাৰ কামত সময় দিব নোৱাৰিব। গান্ধীয়ে তেতিয়া এইটোও বুজিব পাৰিছিল যে ভৱিষ্যতে তেওঁ বহুতো সংগ্ৰামৰ সন্মুখীন হ'ব লাগিব, তেনে পৰিস্থিতিত ব্ৰহ্মচৰ্য আৰু দাৰিদ্ৰ্য তেওঁৰ জীৱনৰ আজীৱন সংগী হোৱা উচিত।

এই জুলুসকলৰ ওপৰত শ্বেতকায় সৈন্যবোৰৰ অত্যাচাৰ দেখি বহুতে ভাবিব পাৰে

যে তেওঁলোক সঁচাই শক্তিশালী। কিন্তু গান্ধীৰ মতে প্ৰকৃত শক্তিশালী হৈছে সেইজন ব্যক্তি, যিজনৰ অন্তৰ নিৰ্মল-ব্ৰহ্মচাৰী— যিজনে সকলো ধৰণৰ বৈভৱ আৰু আসক্তিৰ পৰা মুক্ত। সেই নিৰ্ভীক আত্মা, যি আধ্যাত্মিকতাত বলশালী আৰু নৈতিকভাৱে সদাচাৰী— তেওঁৱেই হৈছে প্ৰকৃত শক্তিমান পুৰুষ। তেওঁৰ ওচৰত শাৰীৰিক শক্তি পৰাভূত হয়, ইন্দ্ৰিয়সুখৰ বাসনাই তেওঁক পীড়িত কৰিব নোৱাৰে, আৰু তেওঁ নিজৰ লক্ষ্য স্থিৰ কৰি সেইফালেই অগ্ৰসৰ হয়। অহিংসা আৰু বীৰ্যধাৰণ তেওঁৰ দুই আয়ুধ।

সেই জুলুভূমিত যুদ্ধৰ মাজতে গান্ধীয়ে বুজিব পাৰিলে যে তেওঁৰ জীৱনৰ লক্ষ্য হ'ব মানুহৰ মাজত সত্য আৰু অহিংসাৰ বাণী প্ৰচাৰ কৰা। কিন্তু তেওঁ ইন্দ্ৰিয়-সুখৰ বাসনা আৰু আধ্যাত্মিক নিৰ্মমতা— এই দুই নৌকাত দুই ভৰি দি থাকিব নোৱাৰিব। তেওঁ ইয়াৰ এটা বাছি ল'ব লাগিব। স্বাভাৱিকতে গান্ধীয়ে আধ্যাত্মিকতাৰ ফালে ঢাল খালে, কিয়নো তেওঁ জানে যে দেহ আৰু মন অকলুষিত হ'লেহে প্ৰকৃত জনসেৱা কৰিব পাৰি। তেতিয়া দেহা হ'ব পোহৰৰ প্ৰদীপ, মন হ'ব ধীৰ আৰু ভয়শূন্য আৰু কৰ্ম হ'ব সৰ্বপ্ৰকাৰ আসক্তিৰহিত।

জুলু বিদ্ৰোহৰ এমাহ মান পিচত ভাৰতীয় স্বেচ্ছাসেৱক বাহিনী ভংগ কৰা হ'ল। গান্ধীয়ে তেতিয়া প্ৰথমতে ফিনিক্স উপনিৱেশলৈ গ'ল। তাত ছগনলাল, মগনলাল, ৱেষ্ট আৰু অন্যান্য সহকৰ্মীক তেওঁৰ ব্ৰহ্মচৰ্য প্ৰতিজ্ঞাৰ কথা ক'লে। তেওঁলোকৰো কোনো কোনোৱে ব্ৰহ্মচৰ্য ৰক্ষাৰ কথা ক'লে হয়, কিন্তু কেইজনেনো সেইটো ৰক্ষা কৰিব পাৰিব ধৰিব পৰা নগ'ল।

ৰাতি কস্তুৰবাইক যেতিয়া নিভৃতে লগ পালে, গান্ধীয়ে তেতিয়া তেওঁক ব্ৰহ্মচৰ্য যাপনৰ প্ৰতিজ্ঞাৰ কথা ক'লে।

শুনি কস্তুৰবাইয়ে অলপ সময় মনে মনে থাকিল। তাৰ পিচত লাহে লাহে ক'লে, "শুনা, মই ইমানদিন তোমাৰ কোনো সংকল্পতে বাধা দিয়া নাই, এইবাৰো নিদিওঁ। মোৰ শৰীৰৰ অৱস্থাও খুব ভাল নহয়, তথাপি আকৌ মোৰ ল'ৰা-ছোৱালী হওক সেইটো ময়ো নিবিচাৰোঁ। মোৰ ফালৰ পৰা তোমাৰ এই প্ৰতিজ্ঞা ৰক্ষা কৰিবৰ কাৰণে মই যথাসাধ্য চেষ্টা কৰিম।

গান্ধীয়ে তেতিয়া কস্তুৰবাইক সাৱটি ধৰি ওঁঠত চুমা খাই হাঁহি ক'লে, "তেনেহ'লে এয়াই আমাৰ শেষ চুম্বন?"

গান্ধীৰ কথাত কস্তুৰবাইয়ে হাঁহি পেলালে।

গান্ধীৰ তেতিয়া বয়স মাত্ৰ সাতত্ৰিছ বছৰ।

* * *

বহু সময়ত একোজন মানুহৰ অন্তৰত বিপ্লৱী পৰিৱৰ্তন হয়, কিন্তু বাহিৰৰ পৰা এয়া বুজিব নোৱাৰি। তেওঁ আগৰ দৰেই দৈনন্দিন কাম-কাজ চলাই যায়, একো ছন্দপতন নহয়। গান্ধীৰ ক্ষেত্ৰত এনেকুৱাই হ'ল। নাটালৰ মুকলি প্ৰান্তৰত এটা নিশাত তেওঁ প্ৰতিজ্ঞা কৰিছিল যে তেতিয়াৰ পৰা তেওঁ ব্ৰহ্মচৰ্য জীৱন যাপন কৰিব, সৰ্বতোভাৱে অহিংসা নীতি পালন কৰিব আৰু দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ বিৰুদ্ধে থকা বৰ্ণবৈষম্য নীতিৰ প্ৰতিৰোধৰ আন্দোলনত প্ৰয়োজন হ'লে জীৱনাহুতি দিব। জোহান্‌ছবাৰ্গলৈ তেওঁ আকৌ সেই ক'লা 'ছিউট্' আৰু বগা কলাৰ থকা 'ছাৰ্ট' পিন্ধি ক'টলৈ গৈ আইন-ব্যৱসায়ত ব্যস্ত থাকিল। থিঅ'ছফিষ্ট বন্ধুসকলৰ লগত তেওঁলোকৰ প্ৰিয় ভেজিটেৰিয়ান ৰেস্তোৰাঁত লাঞ্চ আৰু ডিনাৰো খালে। কিন্তু অন্তৰত তেওঁ বাৰুদৰ দৰে বিস্ফোৰণৰ কাৰণে প্ৰস্তুত। বৰ্ণবৈষম্য নীতিৰ বিৰুদ্ধে সকলো ত্যাগ কৰিবলৈ তেওঁ দৃঢ়প্ৰতিজ্ঞ।

জোহান্‌ছবাৰ্গলৈ আহি গান্ধীয়ে চহৰৰ পৰা তিনি মাইল দূৰত থকা তেওঁৰ বন্ধু হাৰ্মান কালেনবাকৰ অৰ্চাৰ্ডছ ষ্ট্ৰীটৰ প্ৰাসাদতুল্য ঘৰত উঠিছিল। তাত তেওঁ পিচদিনা ৰাতিপুৱা ঘৰৰ কাষৰে সৰু পাহাৰ এটাৰ ওপৰৰ এজোপা গছৰ তলত ২২ আগষ্ট তাৰিখে প্ৰকাশিত 'গভৰ্ণমেণ্ট গেজেট'ৰ সংখ্যাটো পঢ়িবলৈ আৰম্ভ কৰিলে। এই 'গেজেট'তে 'ডী এইশ্বিয়াটিক ল এমেণ্ডমে'ণ্ট্' নামে এখন নতুন আইনৰ খচৰা প্ৰকাশ পাইছে।

এই নতুন আইনৰ নেপথ্য ইতিহাস এয়ে যে ট্ৰান্সভালৰ 'ডী এইশ্বিয়াটিক ডিপাৰ্টমেণ্ট'ৰ লাওনেল কাৰ্টিছ নামৰ এজন যুৱকে স্থিৰ কৰিলে যে ভাৰতীয়সকলে পুৰণি পাৰ্মিটৰ পৰিৱৰ্তে নতুন পাৰ্মিট পোৱাটো যথোপযুক্ত হোৱা নাই, কাৰণ সেই কামটো পাৰস্পৰিক সন্মতিতেই সংসাধিত হৈছে। কাৰ্টিছে বিচাৰে যে এই কামৰ কাৰণে আইনৰ জোৰ থাকিব লাগে। অকল এইটো কথাই নহয়। এই পাৰস্পৰিক সন্মতিৰ কাৰণেহে ট্ৰান্সভালত ভাৰতীয়সকলৰ সন্মান বঢ়াই দিয়া হৈছে। সিহঁতক 'যথাযোগ্য' স্থানত ৰাখিবলৈ এখন নতুন আইনৰ প্ৰয়োজন, যিখন আইন মাথোঁ দক্ষিণ আফ্ৰিকাতে নহয়, ব্ৰিটিশ্ব সাম্ৰাজ্যৰ অংশস্বৰূপে ভৱিষ্যতে কানাডা, অষ্ট্ৰেলিয়া আৰু নিউজিলেণ্ডতো প্ৰয়োগ কৰিব পৰা হ'ব। তেওঁ নিজেই এই আইনৰ খচৰা লেখিছে।

সেইদিনা ৰাতিপুৱা গান্ধীয়ে সেইখন পঢ়ি গম পালে যে তেওঁৰ আশংকাই এতিয়া সত্য হোৱাৰ পথত। এই নতুন খচৰাত কোৱা হৈছে যে আঠ বছৰতকৈ অনধিক প্ৰত্যেক ভাৰতীয়ই দহ আঙুলিৰ ছাপ দিব লাগিব আৰু ছাপ দিয়াৰ পিচত ভাৰতীয়সকলে প্ৰত্যেকেই এখনকৈ ছাৰ্টিফিকেট পাব। এই ছাৰ্টিফিকেট তেওঁলোকে সদাই লৈ ফুৰিব

লাগিব আৰু পুলিচ অথবা চৰকাৰী কৰ্মচাৰীয়ে বিচাৰিলে সেইখন দেখুৱাব লাগিব। তেওঁলোকে ভাৰতীয়সকলৰ ঘৰলৈ গৈয়ো এইখন চাব বিচাৰিব পাৰে। অন্যথা আচৰণ কৰা ভাৰতীয়ক জৰিমনা, জে'ল অথবা ট্ৰান্সভালৰ পৰা বহিষ্কাৰ কৰা হ'ব পাৰে। কোনো ভাৰতীয়ই চৰকাৰী কৰ্মচাৰীক লগ ধৰিব খুজিলে অথবা যি কোনো ব্যৱসায় কৰাৰ লাইচেঞ্চ পাবলৈ হ'লে এই ছাৰ্টিফিকেট দেখুৱাব লাগিব। গান্ধীৰ আটাইতকৈ বেয়া লাগিল এই দহ আঙুলিৰ ছাপৰ নিৰ্দেশ। তেওঁ এখন আইনৰ গ্ৰন্থত পঢ়িছিল যে একমাত্ৰ অপৰাধীবোৰেই দহটা আঙুলিৰ ছাপ দিব লাগে।

গান্ধীয়ে পিচদিনা চহৰৰ গণ্যমান্য ভাৰতীয়সকলৰ এখন সভা পাতিলে। তেওঁৰ পৰা এই নতুন আইনৰ ব্যাখ্যা শুনি তাত গোট খোৱা ভাৰতীয়সকল স্তম্ভিত হ'ল।

গান্ধীয়ে তেওঁলোকক ক'লে, "এই নতুন আইন ট্ৰান্সভালৰ দহ-পোন্ধৰ হাজাৰ ভাৰতীয়ক অপমান কৰাৰ এক স্বেচ্ছাপ্ৰণোদিত প্ৰচেষ্টা। ই দক্ষিণ আফ্ৰিকাত আমাৰ অস্তিত্বৰ মূলতে আঘাত কৰিব। এইটো শেষ পদক্ষেপ নহয়, বৰঞ্চ দক্ষিণ আফ্ৰিকাৰ পৰা আমাক বহিষ্কাৰ কৰাৰ কাৰণে প্ৰথম পদক্ষেপ।"

এজনে তেতিয়া চিঞৰি ক'লে, "কোনোবাই যদি মোৰ পত্নীৰ পৰা এই ছাৰ্টিফিকেট চাবলৈ দাবী কৰে, মই তাক তাতে গুলী কৰিম, পৰিণাম যিয়েই নহওক।

গান্ধীয়ে তেওঁক শান্ত কৰিবলৈ ক'লে, "ক্ৰোধ, হিংসা বা অসহিষ্ণুতা ইয়াৰ উত্তৰ নহয়। আমি কেনেকৈ ইয়াক প্ৰতিৰোধ কৰোঁ সেই কথা স্থিৰ-মস্তিষ্কৰে চিন্তা কৰিব লাগিব। এই কাম আমি কৰিব লাগিব সন্মিলিতভাৱে। এই ক্ষেত্ৰত হিন্দু, মুছলমান, খ্ৰীষ্টান অথবা পাৰ্চীৰ প্ৰশ্ন নুঠে, আমি সকলোৱেই ভাৰতীয়, ধুমুহাৰ মুখত আমি সকলোৱেই লগ লাগি সৰু নৌকা এখনত বহি আছোঁ।"

ইতিমধ্যে গান্ধীয়ে জোহান্‌ছবাৰ্গ চহৰৰ পৰা অলপ দূৰতে এটা 'এপাৰ্টমেণ্ট' ভাড়া কৰিছে। তাত দুটা কোঠালি, ৰন্ধা কোঠা আৰু এটা সৰু কোঠা, যিটোত এজন যুৱক ভাৰতীয় কৰ্মী থাকে। ঘৰত আচবাব তেনেকৈ একোৱেই নাই। অতি সোনকালেই হেন্‌ৰি পোলক আহি তেওঁৰ লগত থাকিবলৈ ল'লে। তাত কোনো ভৃত্য নাছিল আৰু সকলোৱেই ঘৰৰ যাৱতীয় কামবোৰ লাগি-ভাগি কৰিছিল। গান্ধীয়ে আগতে জোহান্‌ছবাৰ্গত থাকোঁতে তেওঁৰ খাদ্য নিৰামিষাহাৰী হোৱাৰ উপৰি খাদ্যৰ স্বাস্থ্যৰ ওপৰত পোলোৱা প্ৰভাৱৰ সম্বন্ধেও পৰীক্ষা-নিৰীক্ষা চলাই গৈছিল। এতিয়া তেওঁ খাদ্যাভাস ব্ৰহ্মচৰ্য পালনৰ লগত খাপ খুৱাবলৈ যত্ন কৰিলে। গান্ধীয়ে ভাবিলে যে মাহত দুদিন পৰিপূৰ্ণ উপবাস তেওঁৰ ব্ৰহ্মচৰ্য পালনৰ সহায়ক হৈ আত্মসংযম বঢ়াব, সেয়েহে তেতিয়া তেওঁ তাকে কৰা আৰম্ভ কৰিলে।

কিন্তু দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলৰ বিৰুদ্ধে এই নতুন আইনৰ খচৰা শীঘ্ৰেই

আইনত পৰিণত হোৱাৰ সম্ভাৱনা আছে, সেয়েহে এই ক্ষেত্ৰত প্ৰতিৰোধৰ ব্যৱস্থা বিলম্ব কৰিব নোৱাৰি। গান্ধীয়ে ততাতৈয়াকৈ ১৯০৬ চনৰ ১১ ছেপ্টেম্বৰ তাৰিখে চহৰৰ এম্পায়াৰ থিয়েটাৰত, যিটোৰ মালিক ইহুদি হোৱাৰ কাৰণে 'জুইচ্ থিয়েটাৰ' বুলিও অভিহিত কৰে, সকলো ভাৰতীয়ৰে এখন জনসভাৰ আয়োজন কৰিলো। এই সভাখন পতাত গান্ধীক সাহায্য কৰিছিল হাজি ওজিৰ আলিৰ সদ্য প্ৰতিষ্ঠিত 'হামিদা ইছলামিক ছচাইটি'য়ে। ট্ৰান্সভালৰ পুৰণি ধনী ভাৰতীয় বাসিন্দা আৰু 'ট্ৰান্সভালৰ ব্ৰিটিশ্ব ইণ্ডিয়া এছোছিয়েশ্বন'ৰ সভাপতি আব্দুল গণিক সেই সভাৰ সভাপতি কৰা হ'ল।

আবেলি তিনি বজাত আৰম্ভ হোৱা সভাখনত ভাৰতীয় লোকৰ বিৰ দি বাট নোপোৱা অৱস্থা হৈছিল। গান্ধীয়ে ভাবিছিল সভাখনত এহেজাৰমান মানুহ হ'ব, কিন্তু তাত উপস্থিত হ'লহি তিনি হাজাৰৰো বেছি মানুহ। এই ভাৰতীয় লোকসকলৰ বহুতেই বহিবলৈকো ঠাই উলিয়াব নোৱাৰি থিয় দি আছিল। আব্দুল গণিয়ে এই সভাৰ উদ্দেশ্য বৰ্ণনা কৰি ঘোষণা কৰিলে যে তেওঁ নিজে আকৌ নতুনকৈ ৰেজিষ্ট্ৰি কৰিবলৈ অস্বীকাৰ কৰিব আৰু এই কাৰণে প্ৰয়োজন হ'লে জে'ললৈ যাবলৈকো প্ৰস্তুত। সকলোৱেই প্ৰবল হাত-চাপৰিৰে তেওঁক সমৰ্থন জনালে।

তাৰ পিচত এজনৰ পিচত এজনকৈ বক্তা উঠি এই আইনৰ নিন্দা কৰি ক'লে যে তেওঁ কাৰাবৰণ কৰিবলৈ ৰাজী। প্ৰতিজন বক্তাৰ কথাত সমৰ্থন জনাই জাউৰি-জাউৰি হাত চাপৰি পৰিবলৈ ধৰিলে।

সভাৰ আটাইতকৈ গুৰুত্বপূৰ্ণ প্ৰস্তাৱ আছিল চতুৰ্থ প্ৰস্তাৱ, যিটোৰ বিষয়ে গান্ধীয়ে উঠি ব্যাখ্যা কৰিব ধৰিলে। গুজৰাটী ভাষাত তেওঁ কোৱা কথাখিনি ইংৰাজী আৰু তামিল ভাষালৈ অনূদিত কৰা হ'ল। তাৰ পিচত আন এজন ধনী ব্যৱসায়ী শেঠ হাজি হাবিবে সেই চতুৰ্থ প্ৰস্তাৱ পেছ কৰি ঘোষণা কৰিলে যে তেওঁ আল্লাৰ নামত শপত খাইছে যে তেওঁ কেতিয়াও এই 'কালা কানুন'ক মান্য নকৰে।

গান্ধীয়ে এই কথা শুনি চমকিত হ'ল। সঁচা কথা, ঈশ্বৰৰ নামত শপত খালে সি হ'ব অলংঘণীয়। তেতিয়া তেওঁ সভাপতিৰ অনুমতি লৈ হাজি হাবিবৰ শপতৰ তাৎপৰ্য ব্যাখ্যা কৰিব ধৰিলে।

"যি বুলিয়েই আমি তেৰাক সম্বোধন নকৰোঁ কিয়, আমি এগৰাকী ঈশ্বৰক বিশ্বাস কৰোঁ। ঈশ্বৰৰ নামত শপত কৰাৰ অৰ্থ সামান্য বুলি ভাবিব নোৱাৰি, কাৰণ এই শপত লংঘন কৰিলে আমি ঈশ্বৰৰ ওচৰত অপৰাধী হ'ম। প্ৰত্যেকেই তেওঁৰ অন্তঃকৰণত অনুসন্ধান কৰি চিন্তা কৰা উচিত যে তেওঁৰ শপত পালন কৰাৰ মানসিক শক্তি আছেনে নাই, আৰু এই বিষয়ত তেওঁৰ প্ৰত্যয় হ'লে সেই শপত কাৰ্যকৰী হ'ব।

"এই শপত ৰক্ষাৰ কাৰণে আমি হয়তো জে'ললৈ যাব লগা হ'ব। তাত আমি

অপমানিত হ'ব পাৰোঁ। আমি তাত ভোকাতুৰ হৈ থাকিব লগা হ'ব পাৰে অথবা অত্যন্ত শীত বা গৰমত কষ্ট পাব পাৰোঁ। আমাৰ কঠিন শাস্তি হ'ব পাৰে। আমি জে'ল-শাসকৰ চাবুকৰ আঘাত পাব পাৰোঁ। আমাৰ সম্পত্তি বাজেয়াপ্ত হ'ব পাৰে। আজি যিজন লোক ধনী, কালিলৈ তেওঁ সৰ্বস্বান্ত হ'ব পাৰে। আমাক দক্ষিণ আফ্রিকাৰ পৰাও নিৰ্বাসন কৰিব পাৰে। জে'লতো অনাহাৰত অথবা আন যাতনাত আমাৰ মৃত্যু হ'ব পাৰে। এই আটাইবোৰ পৰিণামৰ কথা মনত ৰাখিহে আমি শপত লোৱা উচিত।

"এইবোৰ কষ্টৰ কাৰণে আমি পিচুৱাব লগাও হ'ব পাৰে, আমাৰ সংগ্ৰাম দীৰ্ঘকাল ধৰিও চলিব পাৰে। কিন্তু মই আপোনালোকক এই কথা ক'ব পাৰোঁ যে যদি এমুঠি হ'লেও লোকে তেওঁলোকৰ শপত ৰক্ষা কৰে, আমাৰ অৱশেষত জয়লাভ সুনিশ্চিত।... আনকি যদি এনেকুৱা হয় যে কষ্ট সহ্য কৰিব নোৱাৰি প্ৰতিগৰাকী লোকেই আন্দোলনৰ পৰা আঁতৰি গৈছে, তথাপি মই মোৰ প্ৰাণ দিও এই শপত ৰক্ষা কৰিম।...

"কিন্তু আমাৰ এই অন্যায় আইনৰ বিৰুদ্ধে আন্দোলন হ'ব সম্পূৰ্ণ শান্তিপূৰ্ণ। শত প্ৰৰোচনাতো আমি কেতিয়াও হিংসাৰ আশ্ৰয় নলওঁ। ঈশ্বৰৰ ওচৰত এয়ে আমাৰ শপত।"

আকৌ প্ৰচণ্ড আৰু দীৰ্ঘস্থায়ী হাত চাপৰি দি গান্ধীৰ সেই ঘোষণা সমৰ্থন কৰা হ'ল। তেতিয়া সভাপতিৰ চুটি বক্তৃতাৰ পিচত ভোট লোৱা হ'ল। উপস্থিত সকলোৱে তেতিয়া হাত তুলি ঈশ্বৰৰ নামত শপত লৈ ক'লে যে প্ৰাণ থকালৈকে তেওঁলোকে ভাৰতীয়সকলৰ বিৰুদ্ধে কৰা এই 'কালা কানুন' মান্য নকৰে। তাৰ পিচত ব্ৰিটিশ্ব সম্ৰাট সপ্তম এডোৱাৰ্ডৰ নামত হৰ্ষধ্বনি কৰি 'গড ছেভ ডী কিং' গীত সমস্বৰে গাই সেই সভাৰ সমাপ্তি কৰিলে।

সেইদৰেই গান্ধীৰ মনত পোন প্ৰথমবাৰৰ বাবে আইন অমান্য আন্দোলনৰ ধাৰণাৰ অংকুৰ সঞ্চাৰিত হ'ল।

'পেছিভ ৰেছিষ্টেনছ্' বা অসহযোগমূলক প্ৰতিৰোধৰ আন্দোলনৰ এই ধাৰণা ইমানেই নতুন যে ইয়াৰ কোনো নাম নাছিল। গান্ধীয়েই ইয়াৰ এটা যথোপযুক্ত নাম বিচাৰি নাপাই 'ইণ্ডিয়ান অপিনিয়ন' পত্ৰিকাত ইয়াৰ যথাৰ্থ নামকৰণৰ কাৰণে এটা প্ৰতিযোগিতা ঘোষণা কৰিলে। তেতিয়া মগনলাল গান্ধীয়ে 'সদাগ্ৰহ' বা সদাচাৰৰ প্ৰতি দৃঢ়বদ্ধতা নাম দি পুৰস্কাৰটো পালে। গান্ধীয়ে এই নামটোৰ সামান্য পৰিৱৰ্তন কৰি 'সত্যাগ্ৰহ' বা সত্যৰ প্ৰতি অলৰ-অচৰ হৈ থকা নাম ৰাখিলে। জোহান্‌ছবাৰ্গৰ এক ইংৰাজ ব্যৱসায়ীয়ে, যিজন গান্ধীৰ বন্ধু আছিল, ক'লে যে ভাৰতীয়সকলৰ এই অসহযোগ আন্দোলন দুৰ্বলসকলৰ অস্ত্ৰ, গান্ধীয়ে তৎক্ষণাৎ এই মন্তব্যৰ তীব্ৰ প্ৰতিবাদ কৰিলে। তেওঁ ব্যৱসায়ীজনক ক'লে যে অসহযোগ আন্দোলন প্ৰকৃততে এক সদৰ্থক শক্তি বা সত্য

শক্তি, যিটো প্ৰতিপক্ষৰ বিৰুদ্ধে আধ্যাত্মিক শক্তি হিচাপে ব্যৱহৃত হ'ব। পিচত গান্ধীয়ে তেওঁৰ ব্যাখ্যাত ক'লে যে সত্যাগ্ৰহ হ'ল আত্মপীড়নৰ দ্বাৰা বিৰোধীপক্ষক জয় কৰা।

গান্ধীয়ে তেতিয়াও এই 'পেছিভ ৰেছিষ্টেনছ্'ৰ জনক আমেৰিকান হেনৰি ডেভিড্ থোৰোৰ (১৮১৭-১৮৬২) একো লেখা-পঢ়া নাই, যদিও তেওঁৰ নাম শুনিছে। সেয়েহে এইটো কথা সত্য নহয় যে তেওঁ তেওঁৰ অসহযোগ আন্দোলনৰ ধাৰণা থোৰোৰ প্ৰবন্ধৰ পৰা পাইছিল। কিন্তু তেওঁ এম্পায়াৰ থিয়েটাৰত বক্তৃতা দিয়াৰ এবছৰৰ ভিতৰতে থোৰোৰ লেখাৰ পৰা যথেষ্ট অনুপ্ৰেৰণা পালে। সেয়েহে ১৯০৭ চনৰ ২৬ অক্টোবৰৰ 'ইণ্ডিয়ান অপিনিয়ন' সংখ্যাটোত গান্ধীয়ে লিখিলে যে "থোৰো এজন বিখ্যাত লেখক, দাৰ্শনিক আৰু কবিৰ উপৰি এগৰাকী অতি প্ৰায়োগিক ব্যক্তি আছিল, অৰ্থাৎ তেওঁৰ নিজৰ জীৱনত বাস্তৱ প্ৰয়োগ নকৰা একো কথাকে তেওঁ শিকোৱা নাছিল।"

১৯০৬ চনত ট্ৰান্সভাল ব্ৰিটিশ্ব কল'নিৰ অন্তৰ্গত আছিল, সেয়েহে প্ৰতিখন আইন কাৰ্যকৰী হ'বলৈ ব্ৰিটিশ্ব সম্ৰাট.বা সম্ৰাজ্ঞীৰ সম্মতি লাগে। ট্ৰান্সভালৰ এই আইনেও তেতিয়ালৈকে সম্ৰাটৰ স্বাক্ষৰ পোৱা নাই। সেয়েহে সেই সভাতে ঠিক কৰিলে যে তেওঁলোকৰ দুজন প্ৰতিনিধি লণ্ডনলৈ গৈ ব্ৰিটিশ্ব চৰকাৰক আইনখনত সম্মতি নিদিয়াৰ কাৰণে অনুৰোধ জনাব। প্ৰতিনিধিস্বৰূপে লণ্ডনলৈ যাবলৈ গান্ধীৰ উপৰি নিজৰাৰ পানী সৰবৰাহকাৰী ব্যৱসায়ী আৰু অত্যন্ত বিত্তশালী লোক হাজী ওজিৰ আলীক নিৰ্বাচিত কৰা হ'ল। আলী ভাৰতীয় যদিও তেওঁৰ মাতৃ আছিল মালয়ৰ আৰু তেওঁৰ পত্নীও মালয়ৰে। তেওঁ খুব ভালকৈ ইংৰাজী আৰু ডাচ্ ভাষা জানিছিল।

সেই সময়তে জোহান্‌ছবাৰ্গত উইলিয়াম গডফ্ৰে বুলি এজন ভাৰতীয় খ্ৰীষ্টানে বাস কৰিছিল। তেওঁ ব্ৰিটেনত লেখা-পঢ়া কৰিছিল আৰু তেওঁৰ পত্নী আছিল ব্ৰিটিশ্ব। তেওঁ আশা কৰিছিল যে গান্ধীৰ সৈতে তেওঁৰেই নিৰ্বাচিত প্ৰতিনিধিস্বৰূপে লণ্ডনলৈ যাব। কিন্তু আলীৰ নিৰ্বাচনত তেওঁ নিৰাশ হৈ গান্ধীৰ বিৰুদ্ধবাদী ছি.এম. পিল্লাইৰ লগত হাত মিলাই গান্ধীৰ কুৎসা-ৰটনাত লাগিল। অকল সেয়ে নহয়, তামিল আৰু দক্ষিণ আফ্ৰিকাত জন্ম হোৱা ভাৰতীয়সকলৰ লগ লাগি গুজৰাটী নেতৃত্বৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিব ধৰিলে আৰু আঢ়ৈশৰো অধিক চহীৰে এখন আবেদন-পত্ৰ লণ্ডনলৈ লৰ্ড এলগিনৰ নামত পঠালে। তাত লেখা হ'ল,

"মিঃ গান্ধী এজন বহু-পৰিচিত পেছাদাৰী ৰাজনৈতিক আন্দোলনকাৰী। তেওঁৰ দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ সম্পৰ্কে থকা অনিষ্টকাৰী ৰাজনৈতিক মতামত ভাৰতীয় সমাজৰ পক্ষে অত্যন্ত ক্ষতিকাৰক হৈছে। এচীয়া লোকসকলৰ বিৰুদ্ধে ইয়াৰ কলনিবিলাকৰ সকলো আইন গান্ধীৰ এই মতৰ ফলতে হৈছে আৰু ইয়াৰ পৰা তেওঁ অৰ্থনৈতিকভাৱে বহুতো সুবিধা পায়, কিন্তু দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় সমাজে বিনিময়ত

একোৰেই নাপায় ... তেওঁ ইয়াত ভাৰতীয় আৰু ইউৰোপীয়ানসকলৰ মাজত স্পষ্টভাৱে বিভেদ সৃষ্টি কৰিব বিচাৰে ... মিঃ আলীৰ 'হামিদা ইছ্‌লামিক ছচাইটি'য়ে তুৰস্কৰ চুলতানৰ প্ৰভুত্ব বিস্তাৰ কৰিব বিচাৰে ...।"

গান্ধীয়ে পিচে এইবোৰ একো গম নেপায়। তেওঁ হাজী আলীৰ লগত সেই বছৰৰে তিনি অক্টোবৰ তাৰিখে কেপ্‌টাউনৰ পৰা 'আৰ্মাডেল কেছ্‌ল' নামৰ জাহাজত লণ্ডন অভিমুখে পাৰি দিলে।

'আৰ্মাডেল কেছ্‌ল' এখন বিশাল জাহাজ, যাত্ৰীসংখ্যা আঠশৰো ওপৰ। অথচ জাহাজৰ ভিতৰত ক'তো কোনো বিশৃংখলা বা গণ্ডগোল নাই। সকলো নিখুঁত। দেখি গান্ধী মুগ্ধ। এই যাত্ৰাত তেওঁলোকৰ একমাত্ৰ কুফল এয়ে যে গান্ধীয়ে দাঁতৰ বিষত ভুগিছে আৰু হাজী আলী বাতৰ যন্ত্ৰণাত প্ৰায় শয্যাশায়ী।

এইখন জাহাজতে ট্ৰান্সভালৰ কাৰ্যকৰী লেফ্‌টেনেণ্ট গভৰ্ণৰ ছাৰ ৰিচাৰ্ড ছল'মনো এজন যাত্ৰী আছিল। গান্ধীয়ে খবৰটো পাই তেওঁৰ লগত দেখা কৰি ভাৰতীয়সকলৰ বিৰুদ্ধে যোৱা এই নতুন আইনৰ বিষয়ে কথা পাতিলে। পোনতে তেওঁ সমবেদনাশীল হৈ গান্ধীক ক'লে যে এই বিষয়ত এটা কমিচন বহুওৱাৰ কথা তেওঁ ভাবিব। পিচত যেতিয়া তেওঁৰ হঠাৎ মনত পৰি গ'ল যে ভাৰতীয়সকলে তেওঁলোকৰ বহুতো আত্মীয়-বন্ধুক বেআইনীভাৱে ট্ৰান্সভালত সুমুৱাইছে, তেওঁৰ কথাৰ সুৰ সলনি হ'ল। পিচদিনা হাজী আলীয়ে এই বিষয়ে তেওঁক দেখা কৰাত তেওঁ ক'লে যে ভাৰতীয়সকলে এই নতুন আইন নিঃশব্দে মানি নিয়াই তেওঁলোকৰ পক্ষে মংগল। তাকে শুনি গান্ধীয়ে মন্তব্য কৰিলে যে ৰিচাৰ্ডৰ প্ৰধানমন্ত্ৰী হোৱাৰ উচ্চাশা আছে। এই বিষয়ত ভাৰতীয়সকলৰ পক্ষে কিবা কৰিলে শ্বেতকায়সকলৰ বিৰাগভাজন হোৱাৰ আশংকা কৰিয়েই তেওঁ তেনেকৈ কৈছে। ইয়াৰ পিচত তেওঁলোকে আৰু কোনো যোগাযোগ নকৰিলে।

বিছ অক্টোবৰত জাহাজ গৈ ইংলণ্ডৰ ছাউথহেম্পটন বন্দৰত ৰ'ল। ইয়াৰ পৰা তেওঁলোকে লণ্ডনৰ উদ্দেশ্যে ট্ৰেইনত উঠিল। প্ৰায় পোন্ধৰ বছৰ পিচত গান্ধীৰ এই প্ৰথম ইংলেণ্ডৰ মাটিত ভৰি পৰিল। আগৰ বাৰ তেওঁ আছিল এক ভীত-সন্ত্ৰস্ত ওঠৰ বছৰীয়া অনভিজ্ঞ ছাত্ৰ। এতিয়া তেওঁ যথেষ্ট পৰিণত সাতত্ৰিছ বছৰৰ দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় নেতা।

লণ্ডনলৈ আহি তেওঁলোকে 'ষ্ট্ৰেণ্ড'ৰ সিফালে 'হোটেল ছেছিল' নামৰ এক অভিজাত আৰু বিলাসবহুল হোটেলত স্থান ল'লে। গান্ধীয়ে ভাবিলে যে তেওঁ সকলো পদস্থ চৰকাৰী বিষয়াক সাক্ষাৎ কৰিব, সেয়েহে এক নামী হোটেলৰ ঠিকনা দৰ্কাৰ। গান্ধীৰ নিৰ্দেশত দুটা ছুটৰ এটাত অফিচ কৰা হ'ল, য'ত দুগৰাকী চেক্ৰেটাৰী নিযুক্ত কৰা হ'ল। এওঁলোকে গান্ধীৰ নানান চিঠি-পত্ৰ টাইপ কৰিব ধৰিলে। তদুপৰি তাত লণ্ডন-নিবাসী

গান্ধীৰ দক্ষিণ আফ্ৰিকাৰ বন্ধু লুইছ্ ৰিচে তেওঁলোকৰ আইন উপদেষ্টা হিচাপে যোগ দিলে। এইদৰেই চল্লিছ দিনত প্ৰায় পাঁচ হেজাৰ চিঠি বিভিন্ন বিশিষ্ট ব্যক্তি, সংবাদ-পত্ৰ আৰু পদস্থ চৰকাৰী বিষয়ালৈ পঠোৱা হ'ল। কেইজনমান ভাৰতীয় ছাত্ৰও আহি তেওঁলোকক সেইবোৰ চিঠি মেইল কৰাত সাহায্য কৰিলে। গান্ধী তেতিয়া ইমান ব্যস্ত আছিল যে তেওঁৰ দাঁতৰ বিষৰ কথাও আনকি পাহৰি গ'ল আৰু বেয়া দাঁতটো উভালি পেলোৱাবলৈকো সময় উলিয়াব নোৱাৰিলে।

তেওঁলোকৰ লণ্ডনলৈ অহাৰ প্ৰধান উদ্দেশ্যই আছিল যে লৰ্ড এলগিনক দেখা-সাক্ষাৎ কৰি এখন আবেদন-পত্ৰ দিয়া। এই কামৰ কাৰণে গান্ধীয়ে খ্যাতনামা ব্ৰিটিশ্বসকলক লৈ এক প্ৰতিনিধিবৰ্গ সাজু কৰিলে। তেওঁলোকৰ ভিতৰত আছিল লৰ্ড ষ্টেন্‌লি, ছাৰ চাৰ্লছ্ ডিলকি, ছাৰ লেপেল গ্ৰিফিন, ছাৰ হেনৰি কটন আৰু ছাৰ জৰ্জ বাউউড অন্যতম্। তদুপৰি তৎকালীন ব্ৰিটিশ্ব পাৰ্লামেণ্টৰ ভাৰতীয় সভ্য দাদাভাই নৌৰজি আৰু মাঞ্চাৰজি ভৱানগ্ৰিয়েও সেই প্ৰতিনিধিৰ দলত সানন্দে যোগ দিছিল।

অৱশেষত লৰ্ড এলগিনৰ লগত আঠ নভেম্বৰত সাক্ষাৎ কৰা হ'ল। তেওঁলোকক লৰ্ড এলগিনে সংক্ষিপ্ত ভাষণেৰে স্বাগত জনোৱাৰ পিচত ছাৰ চাৰ্লছ্ লেপেল গ্ৰিফিনে ভাৰতীয়সকলৰ আবেদনৰ পক্ষে যুক্তি দেখুৱাই ক'লে, "ভাৰতীয়সকল তাত অতিশয় নিপীড়িত হৈছে, আৰু যে তেওঁলোকে কষ্ট সহ্য কৰিব এইটো বোধগম্য নহয়। প্ৰকৃততে এই সকলোৰে মূলতে হৈছে ৰাছিয়াৰ পৰা অহা ইহুদিসকল। তেওঁলোকে ভাৰতীয়সকলৰ লগত যেন্ব মাৰিব নোৱাৰি এই আইন নিয়োগ কৰিব দিছে। তেওঁলোকৰ লগত ছিৰিয়াৰ পৰা অহা আৰবসকলেও হাত মিলাইছে। মনত ৰাখিব লাগিব যে ভাৰতীয়সকল হৈছে পৃথিৱীৰ সুশৃংখল, সন্মানিত, পৰিশ্ৰমশীল আৰু নমনীয় জাতিবিলাকৰ মাজত অন্যতম আৰু তেওঁলোক আমাৰেই সমগোত্ৰীয়।"

গান্ধীয়ে তেওঁৰ বক্তব্য যথেষ্ট সংযত ভাষাত ব্যক্ত কৰিলে। তেওঁ দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলৰ ওপৰত কৰি অহা নিপীড়নৰ সংক্ষিপ্ত ইতিহাস বৰ্ণনা কৰি ক'লে যে ব্ৰিটিশ্ব সাম্ৰাজ্যৰ অনুগত প্ৰজা হিচাপে তেওঁলোকে মানৱিক অধিকাৰৰ দাবী কৰিব পাৰে আৰু 'কালা কানুন' তাত তেওঁলোকক হেয় প্ৰতিপন্ন কৰাৰ কাৰণেই মূলতঃ অনা হৈছে, উদাহৰণস্বৰূপে আঠ বছৰৰ ওপৰৰ প্ৰত্যেকৰে আঙুলিৰ ছাপ নিয়াৰ ব্যৱস্থাটোৰ কথা ক'ব পাৰি।

লৰ্ড এলগিনে প্ৰশ্ন কৰিলে, "কিন্তু আগতে যি অনুমতি-পত্ৰ দিয়া হৈছিল তাত কি আঙুলি ছাপ নাছিল?"

"আছিলে, ইঅ'ৰ এক্সেলেন্সি, কিন্তু এইবাৰ বিচাৰিছে দহ-আঙুলিৰ ছাপ"— গান্ধীৰ উত্তৰ।

"দহ আঙুলিৰ ছাপ লোৱাতনো কি দোষ?— তেওঁ আকৌ সুধিলে।"

গান্ধীয়ে প্ৰশ্নটোৰ উত্তৰ লগে লগে দিলে, "একমাত্ৰ অপৰাধীবোৰৰ ক্ষেত্ৰতহে দহ আঙুলিৰ ছাপৰ বিধি আছে, ইঅ'ৰ এক্সেলেন্সি।"

লৰ্ড এলগিনে অলপ গভীৰ কণ্ঠেৰে ক'লে, "মই এই বিষয়ত তৰ্ক কৰিব নিবিচাৰোঁ।"

সদৌ শেহত বিদায় লোৱাৰ সময়ত লৰ্ড এলগিনে ক'লে যে তেওঁ সমবেদনাৰ দৃষ্টিৰেই আবেদনখন বিচাৰ কৰিব আৰু সেই ধৰণেই সম্ৰাট এডৱাৰ্ডক তেওঁৰ সিদ্ধান্ত জনাব।

কিন্তু গান্ধীয়ে সমবেদনা নিবিচাৰে, তেওঁ বিচাৰে প্ৰতিবিধান। সেইকাৰণে তেওঁ ভাৰতৰ চেক্ৰেটাৰী অভ্ ষ্টেট্ জন মোৰ্লিকো ছাৰ লেপেলৰে সৈতে দেখা কৰিলে। মোৰ্লিয়ে তেওঁলোকক জনালে যে আৰু কেইমাহমানৰ ভিতৰতে ট্ৰান্সভালত 'দায়িত্বশীল চৰকাৰ' প্ৰতিষ্ঠিত হ'ব, তেতিয়া তেওঁলোকৰ কোনো কৰ্তৃত্ব নাথাকিব। তেওঁ আশ্বাস দিলে যে ইণ্ডিয়া অফিচে এই আইন পৰিৱৰ্তনৰ বাবে চুপাৰিছ কৰিব। কিন্তু তাৰ বেছি তেওঁলোকে আৰু একো কৰিব নোৱাৰে।

গান্ধীয়ে তেতিয়া তৎকালীন ব্ৰিটিশ্ব কলনিবিলাকৰ চেক্ৰেটাৰী অভ্ ষ্টেট্ছ উইনষ্টন চাৰ্চিলৰ লগতো সাক্ষাৎ কৰাৰ চেষ্টা কৰিলে। কলনিয়েল অফিচাৰ এই সাক্ষাৎকাৰৰ সময়ত বত্ৰিছ বছৰীয়া চাৰ্চিলে গান্ধীক ভদ্ৰভাৱেই গ্ৰহণ কৰিলে। এই চাৰ্চিলে বুৰৰ যুদ্ধৰ সময়ত এখন ব্ৰিটিশ্ব সংবাদ পত্ৰৰ ৰিপ'ৰ্টাৰ হিচাপে গৈছিল আৰু তাত বুৰ'ৰসকলৰ হাতত বন্দী হৈছিল। সেই সময়ৰ অভিজ্ঞতা লৈ পিচত তেওঁ 'মাই আফ্ৰিকান জাৰ্নি' নামেৰে এখন কিতাপ লিখিছিল। কিতাপখনত দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ সম্বন্ধেও বহুতো কটু মন্তব্য কৰিছিল।

সেইদিনা কিন্তু চাৰ্চিলে প্ৰফুল্ল মনেৰেই গান্ধীক আদৰিলে। তেওঁ গান্ধীৰ পৰা ভাৰতীয়সকলৰ বিৰুদ্ধে এই ঘৃণ্য আইনৰ কথা শুনি সুধিলে, "কিন্তু মিঃ গান্ধী, ব্ৰিটিশ্ব গভৰ্ণমেণ্টে এই আইনত সন্মতি দিবলৈ অস্বীকাৰ কৰিলেনো কি হ'ব? নিশ্চয় তেতিয়া ট্ৰান্সভালৰ নতুন গভৰ্মমেণ্টে আৰু কঠিন বাধা-নিষেধ আৰোপ কৰি এখন নতুন আইন পাছ কৰিব?"

"ইয়'ৰ এক্সেলেন্সি, বৰ্তমানে যি আইন হৈছে, তাতকৈ আৰু কঠিন আইন হ'ব নোৱাৰে। ভৱিষ্যতৰ গৰ্ভত কি নিহিত আছে সেইটো কোনে ক'ব পাৰে?"

চাৰ্চিলৰ এই উত্তৰ ভালেই লাগিল। গান্ধী উঠি আহিবৰ সময়ত তেওঁ ক'লে, "ঠিক আছে মিঃ গান্ধী, মোৰ সাধ্যানুসৰি এই আইনৰ পৰিৱৰ্তন কৰিবলৈ চেষ্টা কৰিম। আপোনাৰ যাত্ৰা শুভ হোৱাৰ কামনা।"

চাৰ্চিলৰ লগত গান্ধীৰ এই প্ৰথম আৰু শেষ সাক্ষাৎকাৰ। যোৱাৰ আগতে তেওঁ

তেওঁৰ ব্ৰিটিশ্ব আৰু ভাৰতীয় শুভানুধ্যায়ীসকলৰ কাৰণে এক 'ব্ৰেকফাষ্ট ৰিছেপচন'ৰ আয়োজন কৰিলে। উপস্থিত সকলোৱে তেওঁলোকৰ শুভযাত্ৰাৰ কাৰণে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিলে। গান্ধীয়েও সকলোকে তেওঁলোকৰ অকৃত্ৰিম প্ৰচেষ্টাৰ কাৰণে ধন্যবাদ জনালে। তাৰ পিচদিনাই হাজী আলীৰে সৈতে তেওঁ দক্ষিণ আফ্ৰিকা অভিমুখে যাত্ৰা কৰিলে।

জাহাজ যেতিয়া মাদিৰা দ্বীপত ৰ'ল, তেওঁৰ কাৰণে তেতিয়া তাত দুখন টেলিগ্ৰামে অপেক্ষা কৰিছিল। এখন আছিল লণ্ডনৰ লুইছ ৰিচৰ পৰা। বাকীখন জোহানছ্‌বাৰ্গৰ ভাৰতীয়সকলে পঠাইছে। দুইখন টেলিগ্ৰামেই একেটা কথাকে জনাইছে ঃ লৰ্ড এলগিনে এই নতুন বিলত সম্মতি দিবলৈ অস্বীকাৰ কৰিলে।

গান্ধীৰ তেতিয়া উলাহত হিয়া নধৰা হ'ল। তেওঁ তেতিয়া ভাবিলে প্ৰচেষ্টা যথাযথ হ'লে ভাল ফল পোৱা যায়। এই আনন্দৰ খবৰ পালেও তেওঁ জানে যে আগলৈ যোৱা পথ দীৰ্ঘ আৰু কণ্টকময়। ভাৰতীয়সকলে তেওঁলোকৰ এই বিজয়ক স্বাগত জনাব পাৰে, যদিহে তেওঁলোক যথাৰ্থই ইয়াৰ যোগ্য হয়। নহ'লে ই বিষত পৰিণত হ'ব।

উৎফুল্ল চিত্তৰেই গান্ধী কেপ্‌টাউন পালেহি। তেওঁ তেতিয়া নাজানিছিল যে কিমান সোনকালেই এই বিজয় এক প্ৰচণ্ড বিষাদত পৰিণত হ'ব।

## বিংশ অধ্যায়

# প্ৰথম সত্যাগ্ৰহ

১৯০৭ চনৰ ১ জানুৱাৰী তাৰিখে ট্ৰান্সভাল আৰু অৰেঞ্জ ফ্ৰি ষ্টেটে স্বায়ত্ত-শাসকৰ অধিকাৰ লাভ কৰে। ট্ৰান্সভালৰ নতুন বিধান সভাৰ প্ৰথম কাম হ'ল বাজেট পাছ কৰা, দ্বিতীয় কাম হ'ল ১৯০৬ চনত ভাৰতীয়সকলৰ বিৰুদ্ধে বলবৎ কৰিব বিচৰা বৈষম্যমূলক আইনৰ লগত মিল থকা এখন্ আইন ততাতৈয়াকৈ পাছ কৰা। এই আইনখন এখন বৈঠকতে পাছ হ'ল আৰু মে' মাহত ব্ৰিটিশ্ব সম্ৰাটৰ সম্মতিও পোৱা গ'ল। আইনখনৰ নাম হ'ল 'ট্ৰান্সভাল এচিয়াটিক ৰেজিষ্ট্ৰেশ্বন এক্ট' (TARA), যিখনক ভাৰতীয়সকলে 'ব্লেক এক্ট' বা ক'লা কানুন বুলি অভিহিত কৰিছিল। আইনখন কাৰ্যকৰী কৰা হ'ব ১ জুলাইৰ পৰা। এই আইন অনুসৰি আঠ বছৰৰ উৰ্ধ্ব সকলো ভাৰতীয়ক ৰেজিষ্ট্ৰি কৰিব লাগিব ৩১ জুলাইৰ ভিতৰত।

গান্ধীৰ উপলব্ধি হ'ল যে সন্মুখত এক বিৰাট সংগ্ৰাম উপস্থিত। প্ৰিটোৰিয়া চৰকাৰে ভাৰতীয়সকলক দ্বিতীয় শ্ৰেণীৰ মানুহ হিচাপেহে গণ্য কৰে আৰু তেওঁলোকৰ সন্মান হৰণ কৰিব বিচাৰে। ভাৰতীয়সকলে যদিহে এই আইনৰ প্ৰতিৰোধ নকৰে, তেতিয়া তেওঁলোকে কেতিয়াও শিৰ উন্নত কৰি পথেদি যাব নোৱাৰিব অথবা তেওঁলোকক সমপৰ্যায়ৰ মানুহ হিচাপে গণ্য কৰা নহ'ব।

কিন্তু এই শক্তিশালী ট্ৰান্সভাল চৰকাৰক কেনেকৈ প্ৰতিৰোধ কৰিব পৰা হ'ব? তেওঁলোকৰ বিশাল পুলিচবাহিনীৰ বিৰুদ্ধে এমুঠি ভাৰতীয় লোকেৰে শাৰীৰিকভাৱে যুদ্ধত অৱতীৰ্ণ হোৱাতো হ'ব বাতুলতাৰ সমতুল্য। একমাত্ৰ নৈতিক শক্তিৰেহে এই নিপীড়নৰ শক্তিৰ সন্মুখীন হ'ব পাৰি। কিন্তু কেনেকৈ এই নৈতিক শক্তিক একত্ৰিত কৰিব পাৰি?

গান্ধীয়ে তেতিয়া ভাবিলে যে ১১ ছেপ্টেম্বৰৰ সভাত তেওঁ কোৱা ধৰণেই এই পাশৱিক শক্তিক প্ৰতিৰোধ কৰিব লাগিব, অৰ্থাৎ শক্তিশালী আৰু অহিংস আইন অমান্য আন্দোলন আৰম্ভ কৰিব লাগিব। ইংৰাজীত এই সংগ্ৰামৰ নাম হ'ব 'পেছিভ ৰেছিষ্টেন্‌ছ'।

গান্ধীয়ে তেতিয়া 'ট্ৰান্সভাল ব্ৰিটিশ্ব ইণ্ডিয়ান এছোছিয়েশ্বনৰ সভাপতি ইউছুফ মিয়াক লগ ধৰিবলৈ গ'ল। তেওঁক লগ ধৰি গান্ধীয়ে সুধিলে, "মিয়া চাহাব, ভাৰতীয় ৰেজিষ্ট্ৰেছনৰ এই আইনখন প্ৰতিৰোধ কৰাৰ বিষয়ে আপুনি কি চিন্তা কৰিছে?"

ইউছুফ মিয়া অলপ অবাক হৈ ওলোটাই প্ৰশ্ন কৰিলে, "গান্ধীভাই, প্ৰতিৰোধৰ কথা কৈছে? কিন্তু এই শক্তিশালী চৰকাৰৰ বিৰুদ্ধে আমি কি কৰিব পাৰোঁ? মই ভাবিছোঁ যে অতি সোনকালেই ব্ৰিটিশ্ব ইণ্ডিয়ান এছোছিয়েশ্বনৰ এখন সভা আমি পাতিম আৰু অতিশয় তীব্ৰ ভাষাত আমি এই আইনৰ নিন্দা কৰিম।"

গান্ধীয়ে গম্ভীৰভাৱে ক'লে, "মিয়া চাহাব, তাৰ পৰাতো একো লাভ নহ'ব। মোৰ মনেৰে প্ৰস্তাব গ্ৰহণ কৰি এই আইনৰ নিন্দা কৰাৰ সময় উকলি গ'ল। এতিয়া আমি কৰিব লগা কামটো হ'ল সক্ৰিয় প্ৰতিৰোধ।"

অলপ দিন আগৰ গান্ধীৰ নিজৰ মনোভাবৰে প্ৰতিধ্বনি তুলি ইউছুফ মিয়া চাহাবেও কিংকৰ্তব্যবিমূঢ়ভাৱে সুধিলে, "কিন্তু কেনেকৈ, গান্ধীভাই, কেনেকৈ?"

গান্ধীয়ে খুব সংযত কণ্ঠে উত্তৰ দিলে, "এই ক'লা কানুনৰ বিৰুদ্ধে আমাৰ শান্তিপূৰ্ণ আইন অমান্য আন্দোলন আৰম্ভ হ'ব। আমি সকলোৱে পাৰ্মিট-অফিচৰ সন্মুখত 'পিকেট' বহুৱাম আৰু প্ৰতিগৰাকী ভাৰতীয়কে ৰেজিষ্ট্ৰি নকৰিবলৈ অনুৰোধ কৰিম। যদি চৰকাৰে ইয়াৰ কাৰণে আমাক গ্ৰেপ্তাৰ কৰিবলৈ বিচাৰে, তেতিয়া আমি হাজাৰ হাজাৰ ভাৰতীয়ই সেই গ্ৰেপ্তাৰী বৰণ কৰিম। আমি জনসাধাৰণৰ চেতনা জগাবলৈ অনবৰত সভা কৰি থাকিম তেতিয়ালৈ, যেতিয়ালৈকে এই আইন বিফল নহয়।"

ইউছুফ মিয়াই চিন্তিতভাৱে ক'লে, "ইয়াৰ ফলত কিন্তু বিস্তৃতভাৱে হিংসাত্মক কাম হ'ব পাৰে।"

গান্ধীয়ে দৃঢ়স্বৰে ক'লে, "কোনো ধৰণৰ হিংসাত্মক কাম নহয়, অন্ততঃ আমাৰ ফালৰ পৰা নহয়। যেতিয়া আমাক তেওঁলোকে গ্ৰেপ্তাৰ কৰিব, আমি তেতিয়া শান্তিপূৰ্ণভাৱে আত্মসমৰ্পণ কৰিম। পুলিচে আমাক লাঠি-বেতেৰে আঘাত কৰিলে আমি নীৰৱে সেয়া সহ্য কৰিম, প্ৰতিৰোধৰ কাৰণে হাত নুঠাওঁ। তেওঁলোকে যদি আমাক লাঠিৰে কোবাই মাটিত পেলাই দিয়ে, আমাৰ গাত থুই পেলায়, তথাপি আমি তাতেই পৰি থাকিম, ভীৰুৰ দৰে পলাই নাযাওঁ। এইদৰে আমাৰ সক্ৰিয় প্ৰতিৰোধৰ ফলস্বৰূপে আমাৰ সপক্ষে লাহে লাহে জনমত গঢ়ি উঠিব আৰু অৱশেষত সেই ক'লা কানুনৰ নিপাত হ'ব।"

ইউছুফ মিয়া এইবোৰ কথা শুনি বৰকৈ সন্তুষ্ট নহ'ল। গান্ধীভাই বাৰু উন্মাদ হ'ল নেকি? তেওঁ এতিয়া কোৱা কথাবোৰ জীৱনত কেতিয়াও শুনি নোপোৱা কথা। কিন্তু ইউছুফ্ মিয়া বুদ্ধিমান ব্যক্তি; সেয়েহে শেষলৈকে চলাই যাব পাৰিলে গান্ধীৰ এই অস্ত্ৰৰ সম্ভাৱনা যে আছে তাক নুই কৰিব নোৱাৰিলে।

ইউছুফ মিয়াই গান্ধীক সুধিলে, "এই আইন অমান্য আন্দোলন আপুনি ক'ত আৰম্ভ কৰিব বিচাৰে?"

গান্ধীৰ উত্তৰ, "এই প্ৰিটোৰিয়া চহৰতে, কিয়নো ৰাজধানী যেতিয়া ইয়াত প্ৰচাৰ বেছি হ'ব। তদুপৰি চৰকাৰে ভাবে যে আমাৰ সংঘ ইয়াত দুৰ্বল। কিন্তু মই আপোনালোকৰ 'ব্ৰিটিশ্ব ইণ্ডিয়ান এছোছিয়েশ্বন'ৰ মাধ্যমেৰে এই আন্দোলন আৰম্ভ কৰিব নিবিচাৰোঁ। ইয়াৰ কাৰণে এটা বেলেগ সংগঠন গঠন কৰিব লাগিব, যিটোক আমি 'পেছিভ ৰেছিষ্টেন্‌ছ এছোছিয়েশ্বন' বুলি অভিহিত কৰিব পাৰোঁ। আপুনি অহা সপ্তাহতে এখন সভা আহ্বান কৰক। মই তাত এই আন্দোলনৰ বিষয়ে ব্যাখ্যা কৰিম। যথাযথভাৱে প্ৰয়োগ কৰিব পাৰিলে এই আন্দোলনৰ ফলস্বৰূপে পৰিশেষত আমাৰ জয়লাভ অৱধাৰিত।"

ইউছুফ মিয়াক ইতিমধ্যে বৰ্ণনা কৰাৰ দৰে আহূত সভাখনত গান্ধীয়ে এই অভিনৱ আইন অমান্য আন্দোলনৰ ব্যাখ্যা কৰিলে। তেতিয়া স্থিৰ কৰা হ'ল যে প্ৰতিদিনেই পাৰমিট্ অফিচৰ সন্মুখত 'পিকেট' কৰা হ'ব আৰু তেৰৰ পৰা ওঠৰ বছৰৰ ল'ৰাবোৰে এই পিকেটত যোগ দিব। সকলো কামেই হ'ব শান্তিপূৰ্ণভাৱে। কোনো পৰিস্থিতিতে তেওঁলোকে হিংসাৰ আশ্ৰয় নল'ব। গান্ধীয়ে এই আন্দোলনৰ নাম দিলে 'সত্যাগ্ৰহ' আৰু ইয়াক পৰিচালনাৰ কাৰণে এক স্বতন্ত্ৰ কমিটি গঠন কৰা হ'ল। এই কমিটিৰ নাম প্ৰথমে আছিল 'পেছিভ ৰেজিষ্টেন্‌ছ এছোছিয়েশ্বন', পিচত ইয়াক কোৱা হ'ল 'সত্যাগ্ৰহ এছোছিয়েশ্বন'। তেতিয়া উপস্থিত সকলোৱেই ঈশ্বৰৰ নামত শপত গ্ৰহণ কৰিলে যে তেওঁলোকে এই সত্যাগ্ৰহ আন্দোলনত ভাগ ল'ব। এই শপত বাণী উচ্চাৰণ কৰা প্ৰথম ব্যক্তিগৰাকীয়েই আছিল গান্ধী।

সেই বছৰৰ ১ জুলাই তাৰিখে প্ৰিটোৰিয়াৰ প্ৰথম পাৰ্মিট অফিচ খোলা হ'ল; তাৰ পিচত এটা এটাকৈ ভাৰতীয়ই বসবাস কৰা ট্ৰান্সভালৰ সকলো অঞ্চলতে অফিচ খুলিলে। গান্ধীৰ নেতৃত্বত তেতিয়া প্ৰত্যেক অফিচৰ সন্মুখত 'পিকেট' কৰা হ'ল। স্বেচ্ছাসেৱকসকলৰ প্ৰত্যেক দলৰ এজন 'কেপ্টেন' থাকিব। তেওঁ স্থানীয় 'কমাণ্ড পোষ্ট'ত ৰিপৰ্ট কৰিব আৰু 'কমাণ্ড পোষ্ট'ৰ পৰা আক' গান্ধীলৈ ৰিপৰ্ট পঠাব। স্বেচ্ছাসেৱক বাহিনীয়ে ভাৰতীয়সকলৰ ঘৰে ঘৰে গৈয়ো এই ৰেজিষ্ট্ৰেছনৰ প্ৰকৃত তাৎপৰ্য ব্যাখ্যা কৰে। গোটেই প্ৰিটোৰিয়া চহৰ জুৰি পোষ্টাৰ মৰা হ'ল, তাত লিখা আছিল, পাৰ্মিট অফিচ বয়কট্ কৰক— জে'ললৈ যোৱাৰ কাৰণে আমি বিৰোধিতা নকৰোঁ, কাৰণ, আমাৰ মংগল আৰু আত্মসন্মানৰ কাৰণে আমি কষ্ট স্বীকাৰ কৰোঁ। ৰজাৰ প্ৰতি প্ৰজাৰ যি আনুগত্য, প্ৰজায়ো ৰজাৰ পৰা একে আনুগত্যই দাবী কৰে। ভাৰতীয়সকল মুক্ত হওক।" পিচতহে গম পোৱা গ'ল যে গান্ধীয়ে নিজেই এইবোৰ পোষ্টাৰ লিখিছিল।

এই বয়কট্ ভালদৰেই সাৰ্থক হৈছিল বুলি ক'ব পাৰি। ভাৰতীয়সকলৰ মাত্ৰ শতকৰা পাঁচ ভাগেহে ৰেজিষ্ট্ৰি কৰিছিল।

ৰেজিষ্টেছনৰ শেষ দিন ৩১ জুলাই তাৰিখে প্ৰিটোৰিয়াৰ মছজিদৰ সন্মুখৰ পথাৰত এখন জনসভাৰ আয়োজন কৰা হ'ল। প্ৰায় দুহেজাৰ ভাৰতীয় তাত গোট খালে। ব্ৰিটিশ্ব ইণ্ডিয়া এছোছিয়েশ্বন কাৰ্যকৰী সভাপতি ইউছুফ মিয়াই সেই সভাত সভাপতিত্ব কৰিলে।

ট্ৰান্সভালৰ প্ৰধানমন্ত্ৰী জেনেৰেল বোথাৰ নিৰ্দেশত বিধান সভাৰ সদস্য মিঃ উইলিয়াম হছকেনে সেইদিনা ৰাতিপুৱাতে গান্ধীক লগ ধৰি ক'লে, "মিঃ গান্ধী, আপুনি জানে যে মই ভাৰতীয়সকলৰ বন্ধু, সেয়েহে আপোনাৰ সন্মতি-সাপেক্ষে এই সভাত কিবা অলপ ক'ব বিচাৰোঁ।" গান্ধীয়ে সন্মতি দিয়াত সেইদিনা আবেলিৰ সভাত তেওঁ ক'লে, "জেনেৰেল বোথাই আপোনালোকক সন্মান কৰে আৰু এই ৰেজিষ্ট্ৰেছনৰ প্ৰসংগত আপোনালোকৰ মৰ্ম-বেদনা অনুভৱ কৰে। কিন্তু এই বিষয়ত তেওঁ অসহায়। ট্ৰান্সভালৰ সকলো ইউৰোপীয় লোকেই এনেকুৱা আইন বিচাৰে আৰু জেনেৰেল বোথাইয়ো ভাবে যে এনেকুৱা আইনৰ প্ৰয়োজন আছে ... এতিয়া যিহেতু ভাৰতীয়সকলৰ প্ৰতিৰোধ ব্যৰ্থ হৈছে আৰু আইনো পাছ হ'ল, ভাৰতীয় সমাজে তেওঁলোকৰ আনুগত্য আৰু শান্তি ৰক্ষাৰ কাৰণে এই আইনক সমৰ্থন কৰা উচিত। ... আপোনালোকলৈ মোৰ ব্যক্তিগত উপদেশ এয়ে যে আপোনালোকে জেনেৰেলৰ নিৰ্দেশ মানি চলক। মই জানো যে ট্ৰান্সভাল চৰকাৰ এই আইনৰ ক্ষেত্ৰত অতিশয় দৃঢ়প্ৰতিজ্ঞ। ইয়াক প্ৰতিৰোধ কৰিবলৈ যোৱা আৰু দেৱালত মূৰ খুন্দিওৱা একেই কথা।"

গান্ধীয়ে গুজৰাটী ভাষাত এই কথাখিনিৰ অনুবাদ কৰি কৈ নিজৰ বক্তব্য দাঙি ধৰিলে, "আমি যদি এই আইনৰ প্ৰতি মূৰ নত কৰোঁ, তেনেহ'লে যে এই আইনেই চূড়ান্ত হৈ থাকিব তাৰ কোনো অংগীকাৰ-পত্ৰ নাই। এনে আইনৰ পৰিণতি হ'ব আমাৰ সকলোকে এঠাইত আবদ্ধ কৰি ৰখা আৰু পৰিৱেষত বিতাড়িত কৰাত।"

উপস্থিত জনতাই প্ৰচণ্ড হাত-চাপৰিৰে গান্ধীৰ উক্তিক সমৰ্থন কৰিলে।

ইয়াৰ পিচত দুই-এটা তিক্ত বক্তৃতাও প্ৰদান কৰা হ'ল। মুছলমান ব্যৱসায়ী আহমেদ কাচানিয়াই থিয় হৈ ক'লে, "ট্ৰান্সভাল চৰকাৰ যিমানেই শক্তিশালী হওক, তেওঁলোকে এই আইনৰ অধিক আৰু একোকে কৰিব নোৱাৰে। তেওঁলোকে প্ৰতিৰোধকাৰীসকলক গ্ৰেপ্তাৰ কৰিব পাৰে, তেওঁলোকৰ সম্পত্তি বাজেয়াপ্ত কৰিব পাৰে আৰু বহিষ্কাৰ কৰিব পাৰে। এই সকলোবোৰ আমি হাঁহিমুখে সহ্য কৰিম, কিন্তু এই ক'লা কানুনক কেতিয়াও মানি নলওঁ। আল্লাৰ নামত মই শপত খাই কৈছোঁ যে মই ফাঁচি-কাঠত উঠিম, কিন্তু এই আইনৰ প্ৰতি মূৰ নত নকৰোঁ।"

এই আন্দোলনৰ প্ৰথম লেখত ল'ব লগা কয়দী হ'ল পণ্ডিত ৰামসুন্দৰ। তেওঁ জাৰ্মিষ্টন চহৰত গ্ৰেপ্তাৰ হ'ল। এজন ওখ-পাখ, ত্ৰিছ বছৰীয়া সুদৰ্শন পুৰোহিত। তেওঁ

সেই চহৰখনতে এটা মন্দিৰ স্থাপন কৰি ভক্তসকললৈ সেৱা আগবঢ়াইছিল। তেওঁ ট্ৰান্সভাললৈ বেআইনীভাৱে অনুপ্ৰৱেশ আৰু ইয়াত বাস কৰাৰ অভিযোগত অভিযুক্ত হ'ল। বিচাৰত তেওঁক এমাহৰ জে'ল দিয়া হ'ল। গান্ধীয়ে 'ইণ্ডিয়ান অপিনিয়ন' কাকতত ৰামসুন্দৰক খুব প্ৰশংসা কৰিলে আৰু লিখিলে যে ৰামসুন্দৰ হ'ল সত্যাগ্ৰহীসকলৰ আদৰ্শ। তেওঁ মুক্তি পাওঁতে গান্ধীয়ে নিজৰ হাতে তেওঁৰ ডিঙিত ফুলৰ মালা পিন্ধাই দিলে আৰু তেওঁক আগত লৈ বিৰাট শোভাযাত্ৰাৰে চহৰ পৰিক্ৰমা কৰা হ'ল।

কিন্তু কেদিনমান পিছতে ৰামসুন্দৰক ট্ৰান্সভালৰ পৰা বহিষ্কাৰৰ আদেশ দিয়া হ'ল। লগতে কোৱা হ'ল যে স্বেচ্ছাই নগ'লে তেওঁ আকৌ কাৰাদণ্ড ভুগিব লাগিব। ৰামসুন্দৰে ভয় খালে। তেওঁ ভাবিলে যে এই শক্তিশালী চৰকাৰৰ বিৰুদ্ধে যুঁজ কৰিলে তেওঁৰ একো লাভ নহয়। তেওঁ তেতিয়া স্ত্ৰী আৰু সন্তান দুটাক লৈ নাটাললৈ যাত্ৰা কৰিলে।

সেই খবৰ শুনি গান্ধীৰ খুব খং উঠিল। তেওঁৰ দৃষ্টিত ৰামসুন্দৰ এই প্ৰতিৰোধ আন্দোলনৰ নায়কৰ পৰা পৰম বিশ্বাসঘাতকত পৰিণত হ'ল। সেই সময়ত 'ইণ্ডিয়ান অপিনিয়ন' কাকত এই সত্যাগ্ৰহ আন্দোলনৰ এক ডাঙৰ হাথিয়াৰ আছিল। গান্ধীয়ে এই কাকতত লিখিলে ঃ

"ভাৰতীয় সমাজৰ দৃষ্টিত ৰামসুন্দৰ আজিৰ পৰা এজন মৃত ব্যক্তি। তেওঁ এতিয়া বাচি থকাৰ কোনো অৰ্থ নাই। তেওঁ নিজৰ হাতেৰে বিষপান কৰিছে। এনেকুৱা সামাজিক মৃত্যুতকৈ শাৰীৰিক মৃত্যু বহুত ভাল। নাটাললৈ পলাই যোৱাৰ আগতে তেওঁৰ যদি জাৰ্মিষ্টনতে কোনো দুৰ্ঘটনাত মৃত্যু ঘটিলেহেঁতেন, তেতিয়া তেওঁ প্ৰচুৰ খ্যাতি অৰ্জন কৰিলেহেঁতেন। জাৰ্মিষ্টনবাসী সমাজ, নিজৰ পৰিয়াল আৰু নিজকে কলংকিত কৰি তেওঁ ভীৰুৰ দৰে নাটাললৈ পলাইছে।"

গান্ধীৰ জে'ললৈ যাবলৈ কোনো ভয় নাছিল। ক'বলৈ গ'লে তেওঁ এনে সুযোগেই বিচাৰি আছিল। সেই সুযোগ আহিল। বৰদিনৰ পিছদিনা মাৰ্লবৰো হাউছত ৰিপৰ্ট কৰিবলৈ তেওঁলৈ ট্ৰান্সভালৰ পুলিচকমিচনাৰৰ পৰা চমন আহিল। তেওঁক জোহান্‌ছবাৰ্গৰ মেজিষ্ট্ৰেটৰ ক'ৰ্টত হাজিৰ কৰোঁতে গান্ধীয়ে আটাইতকৈ কঠিন শাস্তিৰ দাবী কৰিলে। শুনি মেজিষ্ট্ৰেট অবাক। সাধাৰণতে অভিযুক্তসকলে আটাইতকৈ কম শাস্তি পাবৰ কাৰণে অনুনয়-বিনয় কৰে আৰু গান্ধীয়ে এতিয়া বিচাৰিছে ছমাহৰ কঠিন জে'লৰ শাস্তি আৰু পাঁচ শ পাউণ্ড জৰিমনা। কিন্তু মেজিষ্ট্ৰেটে ভাবিলে যে এই ক্ষেত্ৰত দুমাহৰ জে'লৰ সাধাৰণ শাস্তিয়েই যথেষ্ট। এইদৰেই ১৯০৮ চনৰ ১০ জানুৱাৰী তাৰিখে গান্ধীয়ে তেওঁৰ জীৱনৰ বহুতো শাস্তিৰ ভিতৰৰ প্ৰথম জে'লৰ দণ্ড পালে।

গান্ধীক ক'ৰ্টৰুমৰ এটা ছে'লত প্ৰথমে ৰাখিলে। গান্ধীয়ে তেতিয়া বুজি পালে যে দুমাহৰ কাৰণে তেওঁৰ নিজৰ কোনো ঘৰ নাথাকিব, কোনো সভা-সমিতি নাথাকিব,

ক'ৰ্টৰ ক্ৰমত ওকালতি কৰাৰ সুযোগ নাথাকিব। তেওঁক অনুসৰণ কৰি হাজাৰ হাজাৰ ভাৰতীয়ই কাৰাবাস বৰণ কৰিবনে বাৰু? নহ'লে তেওঁতো হ'ব জে'লখানাত তেনেই অকলশৰীয়া।

পিছ মুহূৰ্ততে গান্ধীয়ে গম পালে যে তেওঁ জে'ললৈ যাবলৈ ভয় খাইছে। তেওঁ নিজকে ধিক্কাৰ দিলে— তেওঁৰ কথা শুনিয়েই হাজাৰ হাজাৰ ভাৰতীয়ই জে'ললৈ যাবলৈ সাজু হোৱা নাইনে? সত্য তেওঁলোকৰ পক্ষতে আছে বুলি কোৱা নাইনে? তেওৰেঁই জানো সত্যাগ্ৰহীসকলক হাঁহিমুখে জে'ললৈ যাবলৈ কোৱা নাই, আৰু কোৱা নাইনে যে তেওঁলোকৰ আত্মত্যাগৰ যোগেদি শত্ৰুসকলৰ হৃদয় জয় কৰিব? এইবোৰকে ভাবি তেওঁৰ নিজৰে হাঁহি উঠি গ'ল।

তেনেতে সেই ছে'লটোৰ দুৱাৰ খুলি গ'ল আৰু এজন পুলিচ অফিচাৰে তেওঁক প্ৰতীক্ষা কৰি থকা এখন পুলিচ-ভেনত উঠিবলৈ ক'লে। গান্ধী উঠোতেই ভেনৰ দুৱাৰ বন্ধ হ'ল। সেই গাড়ীখন তেতিয়া জে'লৰ ফাললৈ গ'ল।

জে'লখানাত গান্ধীক কয়দীৰ এজোৰ লেতেৰা কাপোৰ পিন্ধিবলৈ দিয়া হ'ল আৰু তেওঁক 'নিগ্ৰো-ব্লক'ৰ এটা ডাঙৰ ছে'লত ৰখা হ'ল। কেইদিনমানৰ ভিতৰতে প্ৰায় ডেৰশ ভাৰতীয় আৰু কেইজনমান চীনা সত্যাগ্ৰহীক কয়দী হিচাপে হাজিৰ কৰা হ'ল। তেওঁলোকৰ মাজত আছিল তামিল নেতা থাম্বি নাইডু আৰু চীনা নেতা লিউইং কুইং। গান্ধীয়ে তেওঁলোকৰ পৰা গম পালে যে তেওঁৰ গ্ৰেপ্তাৰৰ প্ৰতিবাদত ভাৰতীয়সকলে ক'লা পতাকাৰে সৈতে এক বিৰাট শোভাযাত্ৰা উলিয়াইছিল।

বেয়া খাদ্য, কয়দীৰ ভীৰ আৰু বতাহৰ চলাচল নথকা গুলুম মৰা অৱস্থাৰ কাৰণে গান্ধীয়ে জোহান্‌ছবাৰ্গৰ এই কাৰাগাৰত খুব কষ্ট পাইছিল; তথাপি কিতাপ পঢ়াৰ কাৰণে তেওঁৰ ইয়াত আছিল অফুৰন্ত অৱসৰ। তেওঁ তাত জে'লৰ লাইব্ৰেৰিৰ পৰা ভগবদ্‌গীতা, কোৰান্ আৰু বাইবেল আনি ল'লে। পুৱা বেলাতে তেওঁ পঢ়ে গীতা, দুপৰীয়া কোৰান আৰু নিশা এজন চীনা কয়দীৰ লগত পঢ়ে বাইবেল। এই চীনা কয়দীজনৰ ইংৰাজী জ্ঞান বঢ়োৱাৰ ইচ্ছা। এই সময়তে গান্ধীয়ে ৰাস্কিন, চক্ৰেটিছ, টলষ্টয়, হাক্সলি, প্লেটোৰ 'ডাইএলগছ্', কাৰ্লাইলৰ 'লাইভছ্' আৰু ফ্ৰেন্সিছ্ বেকনৰ 'এছেছ' পঢ়িলে। তদুপৰি ৰাস্কিনৰ 'আনটু ডিছ্ লাষ্ট' বোলা কিতাপখনৰ গুজৰাটী ভাষালৈ অনুবাদ কৰা কামতো তেওঁ মনোনিৱেশ কৰিলে।

গান্ধীৰ এই সত্যাগ্ৰহ আন্দোলনৰ এক প্ৰধান লক্ষ্য আছিল গণ-চেতনাত খুন্দা মাৰি তেওঁলোকৰ সপক্ষে জনমত গঠন কৰা। সেয়েহে তেওঁ সকলো সময়তে বিভিন্ন কাগজ-আলোচনীলৈ আৰু ভাৰত, ব্ৰিটেইনৰ গণ্যমান্য ব্যক্তিসকললৈ নিয়মিতভাৱে তেওঁলোকৰ অৱস্থা বৰ্ণনা কৰি সংবাদ পঠাইছিল। সেয়েহে গান্ধীৰ কাৰাবাস আৰু

নিৰীহ সত্যাগ্ৰহীসকলক কৰা অত্যাচাৰৰ খবৰে বহুতো কাগজত স্থান দখল কৰাতো স্বাভাৱিক আছিল। এই কাগজবোৰত গান্ধীৰ কাৰাবাসৰ বাতৰিক বিশেষ স্থান দিয়া হৈছিল।

জেনেৰেল জেন খ্ৰিষ্টিয়ান স্মাটছে এই জনমতৰ প্ৰবল চাপ বুজি পালে আৰু এক আপোচ মীমাংসাৰ কাৰণে তেওঁৰ আৰু গান্ধীৰ পাৰস্পৰিক বন্ধু 'ট্ৰান্সভাল লিডাৰ' কাগজৰ সম্পাদক মিঃ এলবাৰ্ট কাৰ্টৰাইটক গান্ধীক দেখা কৰিবলৈ পঠালে। তেওঁ জেনেৰেল বোথাৰ দূতস্বৰূপে গান্ধীক কাৰাগাৰত লগ ধৰিলে আৰু এটা নতুন খচৰা দেখুৱালে। এই খচৰামতে ভাৰতীয়সকলে কোনো আইনৰ বশৱৰ্তী নহৈ স্বেচ্ছাই ৰেজেষ্ট্ৰি কৰিব পাৰে আৰু এই খচৰাৰ বিস্তাৰিত বিৱৰণ ভাৰতীয় নেতাসকলৰ লগত আলোচনা কৰিহে নিৰ্ধাৰণ কৰা হ'ব।

গান্ধীয়ে জে'লৰ ভিতৰতে তেওঁৰ সহকৰ্মীসকলক এই নতুন খচৰা দেখুৱালে। তেওঁলোকৰ লগত কথা পাতি গান্ধীয়ে খচৰাখনৰ অলপ পৰিৱৰ্তন বিচাৰিলে আৰু এই পৰিবৰ্তিত খচৰা জেনেৰেল স্মাটছৰ অনুমোদনৰ কাৰণে মিঃ কাৰ্টৰাইটৰ হাতত দিয়া হ'ল। খচৰাখনৰ মূল কথাটোৱেই আছিল যে এতিয়াৰ ক'লা আইনখন বাতিল কৰা হ'ব।

দুদিন পিছতে জোহান্‌ছবাৰ্গৰ পুলিচ-চুপাৰিন্‌টেণ্ডেণ্টে গান্ধীক প্ৰিটোৰিয়াত জেনেৰেল স্মাটছক লগ ধৰিবলৈ লৈ গ'ল। এখন ৰে'লগাড়ী ফ্ৰণ্টিয়াৰ হল্ট ষ্টেছনত ৰখোৱা হ'ল আৰু গান্ধীক এক বন্ধ কম্পাৰ্টমেণ্টত সুমুৱাই দিয়া হ'ল।

সেয়াই প্ৰথমবাৰৰ বাবে গান্ধীৰ জেনেৰেল স্মাটছৰ লগত মুখামুখি সাক্ষাৎ। জেনেৰল স্মাটছ্ এজন বিশালাকাৰ ব্যক্তি, তেওঁৰ বয়স তেতিয়া পঞ্চাছৰ ওচৰা-উচৰি। তেওঁ অপেক্ষাকৃত খৰ্বকায় গান্ধীক দেখি অলপ অবাক হ'ল। এইজনেই তেনেহ'লে দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ নেতা! কিন্তু গান্ধীৰ লগত অলপ কথা পাতিয়েই তেওঁৰ চৰিত্ৰৰ দৃঢ়তা আৰু মনোবলৰ পৰিচয় পালে।

জেনেৰেল স্মাটছে গান্ধীৰ লগত কৰমৰ্দন কৰি ক্ষমা বিচৰাৰ সুৰত ক'লে, "মিঃ গান্ধী, মই দুঃখিত যে আমি দুজন এইদৰে লগালগি হৈছোঁ। আপুনি জানে যে ময়ো লণ্ডন ইন্‌ছৰ পৰা পাছ কৰা বেৰিষ্টাৰ। যি হওক, মিঃ কাৰ্টৰাইটে নিশ্চয় আপোনাক মোৰ নতুন খচৰাখন দেখুৱাইছে?"

"এৰা, ভাৰতীয়সকলৰ ৰেজেষ্ট্ৰি কৰাৰ বিষয়ত মোৰ কোনো আপত্তি নাথাকে, যদিহে সেইটো স্বেচ্ছাই সম্পন্ন হয়।" গান্ধীয়ে এইদৰে উত্তৰ দি ক'লে, "আমি ব্ৰিটিশ্ব গভৰ্ণমেণ্টৰ অনুগত প্ৰজাস্বৰূপেই ইয়াত বাস কৰিব বিচাৰোঁ। কোনোধৰণৰ গণ্ডগোলৰ সৃষ্টি হোৱাতো নিবিচাৰোঁ।"

জেনেৰেল স্মাটছে উচ্চহাস্য কৰি ক'লে, "আপুনি ইতিমধ্যেই বহুত গণ্ডগোলৰ সৃষ্টি কৰিছে, মিঃ গান্ধী। আপুনি লণ্ডনৰ কাগজবিলাকত মোৰ সম্বন্ধে কি লিখিছে দেখিছেনে? কিন্তু, আপোনাকতো তেওঁলোকে 'ছেইণ্ট' বুলি কৈছে।"

গান্ধীয়ে অলপ গম্ভীৰ কণ্ঠে উত্তৰ দিলে, "মই কোনো সাধু নহয়, জেনেৰেল স্মাটছ্, মই স্বদেশবাসীৰ প্ৰতি কৰা অন্যায়ৰ প্ৰতিকাৰ বিচৰা এজন অতি নিৰীহ ভাৰতীয়।"

জেনেৰেল স্মাটছে অলপমান শ্ৰেষ্ঠত্বৰ ভাবেৰে ক'লে, "অৱশ্যে আপুনি আৰু এই আন্দোলনত যোগ দিয়া সকলো ভাৰতীয়ই অধ্যৱসায় আৰু ধৈৰ্যৰ কাৰণে প্ৰশংসাৰ যোগ্য। কিন্তু আপুনি গম পাইছেই মিঃ গান্ধী, যে মই এই বিষয়ত অসহায়, কিয়নো ইয়াৰ ইউৰোপীয়সকলে বিচাৰে যে এইশ্বিয়াটিক্ ব্যক্তিয়ে ৰেজেষ্ট্ৰি কৰক। তেওঁলোকৰ প্ৰতিনিধিস্বৰূপে মই তেওঁলোকৰ ইচ্ছাক মান্য কৰিবই লাগিব। তথাপি আপুনি যে ক'লে, ভাৰতীয়সকলে স্বেচ্ছাই ৰেজেষ্ট্ৰি কৰিবলৈ সম্মত হ'ব, তেতিয়া এই আইন বাতিল কৰিবলৈ চেষ্টা কৰিম। তদুপৰি, খচৰাত আপুনি বিচৰা সকলো পৰিবৰ্তনো মানি ল'ম।"

গান্ধীয়ে ক'লে, "জেনেৰেল স্মাটছ্, এই ক্ষেত্ৰত আমাৰ মাজত ঐক্যমত।"

জেনেৰেল স্মাটছে বিদায় জনাবলৈ থিয় হৈ ক'লে, "মই আপোনাৰ নেতৃত্বৰ মহানুভৱতাৰ কাৰণে ধন্যবাদ জনাইছোঁ।"

অলপ বিমূঢ় হৈ গান্ধীয়ে ক'লে, "কিন্তু মই এতিয়া ক'লৈ যাম? মোৰ লগত আনকি ধন-বিতো একো নাই।

জেনেৰেল স্মাটছে হাঁহি উত্তৰ দিলে, "আপুনি এতিয়া মুক্ত, মিঃ গান্ধী। আপোনাৰ সকলো সহকৰ্মীক কালিলৈ জে'লৰ পৰা মুক্তি দিবলৈ মই পুলিচ ছুপাৰিন্‌টেণ্ডেণ্টক লিখিত আদেশ দিছোঁ। আপুনি বিত্তৰ কাৰণে মোৰ চেক্ৰেটাৰীক লগ ধৰক। তেওঁৱেই আপোনাৰ গাড়ী-ভাড়াৰ খৰচ দিব।" এইদৰে কৈ জেনেৰেল স্মাটছে কৰমৰ্দন কৰিবলৈ গান্ধীলৈ হাত আগবঢ়াই দিলে।

তেতিয়া সন্ধিয়া সাত বাজিছে। গান্ধীয়ে জেনেৰেল স্মাটছৰ চেক্ৰেটাৰীৰ পৰা অৰ্থ ধাৰলৈ লৈ জোহান্‌ছবাৰ্গলৈ যোৱা শেষ ৰেলগাড়ীখনত উঠিল।

* * *

নিশাৰ পৰত জোহান্‌ছবাৰ্গত উপস্থিত হৈয়েই গান্ধীয়ে ট্ৰান্সভালৰ ব্ৰিটিশ্ব ইণ্ডিয়া এছোছিয়েশ্বনৰ সভাপতি ইউছুফ মিয়াক লগ ধৰে। তেওঁ মিয়াক জেনেৰেল স্মাটছৰ

লগত হোৱা কথা-বতৰাৰ সবিশেষ জনায় আৰু সেই নিশাতে এখন জনসভাৰ আয়োজন কৰিবলৈ অনুৰোধ কৰে। তাৰ আগতে ভাৰতীয় নেতাসকলৰ এটা সৰু দলৰ লগত তেওঁ আলোচনা কৰে আৰু তেওঁলোককো জেনেৰেল স্মাটছৰ আশ্বাসৰ বিষয়ে বিশদভাৱে কয়। তেওঁলোকৰ কেইজনমান 'ক'লা-কানুন' বৰবাদ হোৱাৰ আগতেই স্বেচ্ছাই ৰেজেষ্ট্ৰি কৰাৰ চৰ্ত সম্পৰ্কে সন্দেহ প্ৰকাশ কৰিলে। গান্ধীয়ে তেওঁলোকক স্মৰণ কৰাই দিলে যে এজন সত্যাগ্ৰহী আন সকলো সাধাৰণ মানুহতকৈ পৃথক এই কাৰণেই যে "সত্যাগ্ৰহীয়ে কোনোপ্ৰকাৰ ভয়কে পৰোৱাই নকৰে আৰু সেয়েহে বিপক্ষ দলকো কেতিয়াও অবিশ্বাস নকৰে। যদি তেওঁৰ বিৰোধীয়ে তেওঁৰ লগত কুৰি বাৰ মিথ্যা আচৰণ কৰে, তথাপি একৈছ বাৰৰ বাবেও সত্যাগ্ৰহীয়ে বিশ্বাস নেহেৰুৱায়, কিয়নো তেওঁ মানুহৰ প্ৰতি বিশ্বাস হেৰুৱাতো পাপ বুলি ভাবে। গান্ধীয়ে ক'লে, "... চৰকাৰে আমাৰ সন্মতি অবিহনে আমাৰ ওপৰত কৰ্তৃত্ব চলাব নোৱাৰে। ... আমি নিৰ্ভীক আৰু স্বাধীন, যেতিয়ালৈকে সত্যাগ্ৰহ অস্ত্ৰ আমাৰ হাতত আছে।"

সেই ৰাতিয়েই স্বেচ্ছাসেৱকসকলক পঠিওৱা হ'ল সকলো ভাৰতীয়কে এখন সভালৈ মাতি আনিবৰ কাৰণে। ইউছুফ মিয়াৰ ঘৰৰ ওচৰতে থকা এটা মছজিদৰ সন্মুখৰ পথাৰত প্ৰায় এহেজাৰ লোক সেই মাজ-ৰাতিত গোট খালে। বক্তাৰ মেজৰ ওপৰত মাথোঁ এটা কেৰাচিন তেলৰ লেম্প তেতিয়া জ্বলিছিল।

সেই সভাত গান্ধীয়ে জেনেৰেল স্মাটছৰ লগত হোৱা তেওঁৰ মৌখিক চুক্তিৰ কথা ক'লে। অতি সোনকালে পাৰ্লামেণ্ট বহোঁতে পোনতেই TARA বাতিল হ'ব আৰু এই প্ৰতিশ্ৰুতিৰ বিনিময়ত সকলোৱেই স্বেচ্ছাই ৰেজেষ্ট্ৰি কৰিব লাগিব। গান্ধীয়ে ক'লে, "আমি স্বেচ্ছাই আমাৰ নাম ৰেজেষ্ট্ৰি কৰিম এই কাৰণেই যে আমি দেখুৱাব খোজোঁ যে ট্ৰান্সভাললৈ আমি কোনো ভাৰতীয়ক লুকাই বা প্ৰতাৰণা কৰি নানো। আমি যেতিয়াই আমাৰ কৰ্তব্য পূৰ্ণভাৱে পালন কৰিম, আমি তেতিয়াই আমাৰ বিজয়ৰ সুফল ভোগ কৰিব পাৰিম!"

তেতিয়া সংখ্যাগৰিষ্ঠ ভাৰতীয়ই হাত দাঙি গান্ধীৰ প্ৰস্তাৱ সমৰ্থন কৰিলে; কেইজনমান পাঠানে মাথোঁ ইয়াৰ বিৰোধিতা কৰিলে। এই পাঠানকেইজনৰ মাজত এজন আছিল মীৰ আলম। এওঁ এজন ছয় ফুটা ওখ, পেশীবহুল ব্যক্তি। এওঁ আগতে গান্ধীৰ ওচৰলৈ আইন আৰু অন্যান্য সাহায্যৰ কাৰণে আহিছিল। ৰূঢ়ভাৱে তেওঁ গান্ধীক সুধিলে যে তেওঁলোকে দহ-আঙুলিৰ ছাপ দিব লাগিব নে নেলাগে। উত্তৰত গান্ধীয়ে ক'লে যে কোনোবাই বিবেক-বিৰুদ্ধ বুলি ভাবিলে দুই বুঢ়া আঙুলিৰ ছাপ দিব পাৰে, অন্যান্যসকলে দহ আঙুলিৰ ছাপ দিয়াই উচিত।

সামান্য ব্যংগৰ সুৰত মীৰ আলমে আকৌ সুধিলে, "আপুনি নিজে কি কৰিব?"

গান্ধীয়ে উত্তৰ দিলে, "মই দহ আঙুলিৰ ছাপ দিম বুলিয়েই ঠিক কৰিছোঁ।"

"আপুনিয়েই জানো কেইদিনমান আগতে আমাক কোৱা নাছিল যে দহ আঙুলিৰ ছাপ কেৱল কয়দীবোৰেই দিব লাগে।"

"এৰা, মই এইটো কৈছিলোঁ এই কাৰণেই যে ক'লা কানুনৰ অনুসৰি আঙুলিৰ ছাপ দিয়াতো আছিল অন্যায়। কিন্তু এতিয়াৰ পৰিবৰ্তিত অৱস্থাত এইটো কৰা হ'ব ভদ্ৰজনোচিত কাম।"

মীৰ আলমে চিঞৰি চিঞৰি ক'লে, "আমি শুনিবলৈ পাইছোঁ আপুনি বোলে পোন্ধৰ হাজাৰ পাউণ্ডৰ বিনিময়ত আমাৰ ভাৰতীয় সমাজক বিক্ৰী কৰিছে। মই আল্লাৰ নামত শপত খাই কৈছোঁ যে যিজনেই প্ৰথম ৰেজেষ্ট্ৰি কৰিবলৈ আগুৱাই আহিব, তেওঁক মই খুন কৰিম।"

গান্ধীয়ে গম্ভীৰ কণ্ঠে ক'লে, "ঈশ্বৰৰ নামত কোনেও কাকো খুন কৰিম বুলি কোৱা উচিত নহয়। যিয়েই নহওক, সৰ্বপ্ৰথমে মোৰ দহ আঙুলিৰ ছাপ দিয়াতো মোৰ পবিত্ৰ কৰ্তব্য। কোনো ৰোগৰ সলনি এজন ভ্ৰাতৃৰ হাতত মৃত্যুও মোৰ কাৰণে শোকৰ কাৰণ হ'ব নোৱাৰে।"

গান্ধীয়ে সেই ৰাতি মাত্ৰ দুঘণ্টা শুই জোহানছ্‌বাৰ্গৰ কাৰাগাৰলৈ উভতি গ'ল আৰু তেওঁৰ সহকৰ্মীসকলক জেনেৰেল স্মাটছৰ চৰ্তৰ কথা জনালে। তেওঁ কাৰাগাৰত উপস্থিত হোৱাৰ এঘণ্টাৰ ভিতৰতে সকলো সত্যাগ্ৰহীকে মুক্তি দিয়া হ'ল।

জোহান্‌ছ্‌বাৰ্গৰ প্ৰশাসনে সত্যাগ্ৰহীসকলৰ কাৰণে এখন নতুন পঞ্জীয়ন ফৰ্মৰ ব্যৱস্থা কৰিলে। গান্ধী, ইউছুফ মিয়া আৰু আন আন নেতাসকলে ঠিক কৰিলে যে তেওঁলোকে ১০ ফেব্ৰুৱাৰী তাৰিখে ৰেজেষ্ট্ৰি কৰিব।

গান্ধীয়ে পুৱা বেলাতে ৰিমিক ষ্ট্ৰীটত থকা তেওঁৰ অফিচলৈ গ'ল। তেওঁৰ এই অফিচটো সত্যাগ্ৰহ এছোছিয়েশ্বনৰো অফিচ। যাওঁতে তেওঁ দেখা পালে যে তেওঁৰ অফিচৰ কাষতে মীৰ আলম আন দুজন পাঠানৰ সৈতে থিয় হৈ আছে। মীৰ আলমৰ খঙাল মুখ দেখি গান্ধীয়ে গম পাইছিল যে কিবা এক সাংঘাতিক ঘটনা সংঘটিত হ'ব।

গান্ধীয়ে প্ৰায় এমাইল দূৰত থকা ভন ব্ৰেণ্ডিছ্‌ স্কোৱাৰলৈ বুলি ইউছুফ মিয়া, থাম্বি নাইডু আৰু আন কেইজনমান নেতাৰে সৈতে পুৱাবেলাতে পদব্ৰজে আগবাঢ়িল। মীৰ আলম আৰু তেওঁৰ বন্ধু দুজনেও তেওঁলোকৰ পিছে পিছে গ'ল। তেওঁলোকে ৰেজেষ্ট্ৰি অফিচৰ ওচৰ পাওঁতেই মীৰ আলম দৌৰি আহি গান্ধীক উদ্ধত স্বৰে প্ৰশ্ন কৰিলে, "আপুনি ক'লৈ যায়?"

কথাটো কৈয়েই গান্ধীৰ মূৰৰ পিছফালে এডাল সৰু লাঠিৰে প্ৰচণ্ডভাৱে আঘাত কৰিলে। গান্ধীয়ে অস্পষ্ট স্বৰে 'হে ৰাম' বুলি মাটিত পৰিল আৰু চেতনা হেৰুৱালে।

তেতিয়া মীৰ আলম আৰু তেওঁৰ দুই সংগীয়ে গান্ধীক ঘোচা-ভুকু মাৰি লঠিয়াবলৈ ধৰিলে। তাকে দেখি ইউছুফ মিয়া আৰু থাম্বি নাইডুৱে গান্ধীক ৰক্ষা কৰিবলৈ দৌৰি আহিল। মীৰ আলমৰ দলে তেওঁলোককো কেমাৰমান দি পলাবলৈ চেষ্টা কৰিলে। সেই সময়তে পথত থকা ইউৰোপীয়ান কেইজনমানে মীৰ আলমৰ দলক ধৰি ওচৰতে থকা পুলিচক সমৰ্পণ কৰে।

চেতনা পাওঁতে চকু মেলি গান্ধীয়ে দেখা পালে যে তেওঁৰ পৰিচিত বেপ্টিষ্ট চাৰ্চৰ মিনিষ্টাৰ ৰেভাৰেণ্ড যোচেফ ডোকে তললৈ মূৰ দোঁৱাই তেওঁক সুধিছে, "মিঃ গান্ধী, আপুনি এতিয়া কেনে পাইছে?"

সেই সময়ত গান্ধীৰ মুখৰ পৰা ওঁঠৰ কাষেদি তেজ ওলাই আহিছে আৰু চকু দুটা ফুলি গৈছে। গান্ধীয়ে ফুচ্‌ফুচাই ক'লে, "হনু আৰু পাঁজৰৰ হাড়ৰ বিষৰ বাহিৰে মই ঠিকেই আছোঁ। মীৰ আলম ক'ত আছে?"

কোনোবা এজনে পিছৰ পৰা ক'লে, "তাক পুলিছে গ্ৰেপ্তাৰ কৰিছে।"

গান্ধীয়ে লাহে লাহে ক'লে, "তেওঁক এৰি দিয়া উচিত।"

পুলিছে গান্ধীক হাস্পতাললৈ নিব বিচাৰিছিল, কিন্তু গান্ধীয়ে ৰেভাৰেণ্ড ডোকৰ ঘৰত থকাৰ আমন্ত্ৰণ গ্ৰহণ কৰিলে। তেতিয়া তেওঁক এখন ঘোঁৰাৰ গাড়ীৰে স্মিট ষ্ট্ৰীটত থকা ৰেভাৰেণ্ডৰ ঘৰলৈ নিলে।

এইচিয়াটিক বিভাগৰ ৰেজেষ্ট্ৰি শাখাৰ প্ৰধান মিঃ মমফৰ্ট চেম্‌নিয়ে যেতিয়া গম পালে যে গান্ধী আহত হৈ ৰেভাৰেণ্ড ডোকৰ ঘৰত আছে, তেওঁ নিজেই ফৰ্ম লৈ গান্ধীক লগ ধৰিলেহি। গান্ধীয়ে তেওঁক দেখা পাই চহী কৰাৰ কাৰণে ফৰ্ম বিচাৰিলে।

মিঃ চেম্‌নিয়ে তেওঁক ক'লে, "এতিয়া থাকক, আপুনি যন্ত্ৰণাত কষ্ট পাইছে।"

গান্ধীয়ে দৃঢ়তাৰে ক'লে, "ওঁহু, নহ'ব, মই সকলোকে কথা দিছোঁ যে ময়েই প্ৰথমতে চহী কৰিম, মই সেয়েহে কথা ৰাখিবই লাগিব।"

তেতিয়া গান্ধীয়ে সকলো যন্ত্ৰণা সহ্য কৰিও মূৰৰ গাৰুত ভৰ দি ডিঙি পোনাই ফৰ্মত চহী কৰিলে। ইয়াকে দেখি মিঃ চেমনিৰ চকুলো বৈ আহিল। তেওঁ কাষতে থকা ৰেভাৰেণ্ড ডোকৰ ফালে চাই ক'লে, "মই তেওঁৰ বিৰুদ্ধে কিমান কটু কথা লেখিছোঁ, কিন্তু এতিয়া গম পাইছোঁ যে ঘটনাৰ পৰিপ্ৰেক্ষিতত মানুহৰ মন কিমান কোমল হয়।"

ইতিমধ্যে ডাঃ থোয়েটছ্ নামৰ এজন স্থানীয় ডাক্তৰক খবৰ দিয়া হ'ল। তেওঁক গান্ধীক পৰীক্ষা কৰি ক'লে যে ক্ষত খুব গভীৰ নহয়। গান্ধীৰ গাল আৰু ওঁঠৰ ক্ষত চিলাই কৰি দি তেওঁ ক'লে, "ৰোগীক যেন পনীয়া পথ্য দিয়া হয়। তেওঁৰ সম্পূৰ্ণ বিশ্ৰামৰ প্ৰয়োজন, কোনেও যেন গণ্ডগোল সৃষ্টি কৰি তেওঁক আমনি নকৰে।"

গান্ধীৰ বেছি কথা কোৱাত বাধা, কিন্তু লেখাততো একো বাৰণ নাই। পিছদিনা

অলপ সুস্থ হৈয়েই তেওঁ ভাৰতীয় সমাজৰ উদ্দেশ্যে ইউছুফ মিয়াৰ হাতত এখন চিঠি দিলে ঃ

"তেওঁলোকে যেন মীৰ আলম আৰু তেওঁৰ বন্ধুকেইজনক কোনো শাস্তি নিদিয়ে, কাৰণ চহী কৰাতো অন্যায় বুলি ভাবিয়েই তেওঁলোকে এনে ব্যৱহাৰ কৰিছিল। মুছলমানসকলৰ প্ৰতি হিন্দুসকলৰ কোনো আক্ৰোশ থকা উচিত নহয়। যিসকলে বিবেক-বিৰুদ্ধ বুলি ভাবে তেওঁলোকক বাদ দি আন সকলো এচীয়াবাসীয়েই স্বেচ্ছাই আঙুলিৰ ছাপ দিয়া উচিত। সত্যাগ্ৰহীসকলে ঈশ্বৰৰ বাহিৰে আন কাকো ভয় কৰা অনুচিত।"

পিচত গান্ধীয়ে মীৰ আলম আৰু সংগীসকলৰ বিৰুদ্ধে সাক্ষী দিবলৈ অস্বীকাৰ কৰিলে, কিন্তু শান্তি-ভংগৰ অপৰাধত মীৰ আলম আৰু তেওঁৰ দুই সংগীৰ কেইমাহ মানৰ কাৰণে কঠিন শাস্তি হৈছিল।

গান্ধীয়ে ৰেভাৰেণ্ড ডোকৰ ঘৰত দহ দিন থাকিল। তেওঁ তাত নিজৰ ঘৰত থকাৰ দৰেই আৰামত আছিল। ৰেভাৰেণ্ড ডোক আৰু তেওঁৰ পৰিবাৰেও গান্ধীৰ সেৱা-শুশ্ৰূষাত যাতে কোনো ত্ৰুটি নাথাকে তাৰ প্ৰতি সদায় সচেষ্ট আছিল। গান্ধীৰ খবৰ কৰিবলৈ অহা শ শ ভাৰতীয়কো তেওঁলোকে ভদ্ৰ আৰু নম্ৰ ব্যৱহাৰ কৰিছিল। অন্যান্য চুবুৰীয়া ইউৰোপীয় লোকসকলে এই 'কুলী বেৰিষ্টাৰ'ক ইমান দিন ৰখা কাৰণে আপত্তি কৰোঁতেও ডোক দম্পতীয়ে অকণো কৰ্ণপাত কৰা নাছিল।

গান্ধীয়ে এদিন চিঠি এটুকুৰা লিখি ডোকৰ দহ বছৰীয়া কন্যা অলিভক তেওঁৰ প্ৰিয় কাৰ্ডিনেল নিউমেন লিখিত হিম্ (Hymn) 'লিড কাইণ্ডলি লাইট'টো গাবলৈ অনুৰোধ কৰিলে। অলিভে দুৱাৰৰ কাষত থিয় হৈ মৃদু কণ্ঠে গালে ঃ

Lead, kindly light, amid the encircling gloom,
lead thou me on!
The night is dark, and I am far from home,
lead thou me on!
Keep thou my feet; I do not ask to see
the distant scene;
One step enough for me.

এই দৃশ্য গান্ধীৰ আমৃত্যু মনত থাকি গ'ল।

ৰেভাৰেণ্ড ডোকে গান্ধীৰ মুখত তেওঁৰ বাল্যকাল আৰু যৌৱনৰ সকলোবোৰ কথা শুনি পিছৰ বছৰতে 'এম. কে. গান্ধী— এন ইণ্ডিয়ান পেট্ৰিয়ট ইন ছাউথ আফ্ৰিকা।' নামে এখন কিতাপ প্ৰকাশ কৰিছিল। সেইখন আছিল গান্ধীৰ বিষয়ে লিখা প্ৰথম জীৱনী গ্ৰন্থ।

মীৰ আলমৰ এই আক্ৰমণৰ পৰা আৰোগ্য লাভ কৰাৰ পিচত গান্ধীয়ে সকলো ঠাইতেই ভাৰতীয় সমাজক স্বেচ্ছাই পঞ্জীয়ন কৰাৰ কাৰণে আবেদন জনালে। এই কামৰ উদ্দেশ্যেই তেওঁ হেন্‌ৰি পোলকৰ ঘৰত অলপ দিন থাকি ল'লে। মাৰ্চ মাহৰ প্ৰথমৰ ফালেই তেওঁ ৰে'লগাড়ীৰে ডাৰ্বানলৈ গ'ল। তাত তেওঁ ট্ৰান্সভালৰ পৰিস্থিতি তাৰ ভাৰতীয়সকলক বুজাইছিল। এখন জনসভাত এনে ব্যাখ্যা দাঙি ধৰোঁতে হঠাতে সভাখনত পোহৰ নাইকিয়া হ'ল আৰু এই সুযোগতে এজন পাঠানে এডাল বিৰাট ডাঙৰ লাঠি লৈ গান্ধীৰ ফালে চোঁচা ল'লে। কিন্তু তৎক্ষণাৎ গান্ধীৰ বন্ধুসকলে তেওঁক চাৰিওফালৰ পৰা ঘেৰি আৱৰি ধৰিলে। এইদৰেই গান্ধী এইবাৰলৈ ৰক্ষা পৰিল আৰু কোনো অপ্ৰীতিকৰ ঘটনা নঘটিল।

পিছদিনা গান্ধীয়ে ডাৰ্বানৰ পৰা ফিনিক্সৰ উপনিবেশলৈ গ'ল। ইতিমধ্যে উনৈছ বছৰীয়া হৰিলালে ৰাজকোটৰ পৰা নৱ-বিবাহিতা পত্নী গুলাবক লগত লৈ দক্ষিণ আফ্ৰিকালৈ আহিছে। গান্ধীৰ এই বিবাহত একেবাৰে সন্মতি নাছিল, কাৰণ তেওঁ বাল্য-বিবাহৰ একান্ত বিৰোধী। তথাপি গান্ধীৰ দাদাক লক্ষ্মী দাসে মহা ধুমধামেৰে এই বিয়াৰ আয়োজন কৰে। এতিয়া সেই বিয়াৰ খৰচৰ টকা গান্ধীৰ পৰা বিচৰাত তেওঁ কিন্তু দিবলৈ অমান্তি হ'ল। জোহানছবাৰ্গলৈ আহি হৰিলালহঁত প্ৰথমে মিঃ কেলেনবাকৰ ঘৰত কেইদিনমান থাকিল। তেতিয়া হৰিলালে গান্ধীৰ অফিচলৈ আহি কামো কৰিলে। কেইদিনমান পিছতে গান্ধীয়ে তেওঁলোকক ফিনিক্সৰ ফাৰ্মলৈ পঠাই দিলে। তাত হৰিলালে 'ইণ্ডিয়ান অপিনিয়ন' কাগজ ছপোৱাৰ কামত সহায় কৰিব ধৰিলে।

সেই সময়ত গান্ধী ব্যস্ত আছিল 'ইণ্ডিয়ান অপিনিয়ন' কাকতত নিয়মিতভাৱে তেওঁৰ নিজস্ব 'স্তম্ভ' লিখাত, য'ত তেওঁ স্বেচ্ছাই ৰেজিষ্ট্ৰেছন কৰাৰ সপক্ষে নানান যুক্তিৰ অৱতাৰণা কৰিছিল। তদুপৰি তেওঁ জে'লত থাকোঁতেই আৰম্ভ কৰা ৰাস্কিনৰ 'আনটু ডিছ্ লাষ্ট'ৰ গুজৰাটী অনুবাদৰ কামটোও এতিয়া শেষ কৰে। এই অনুবাদৰ তেওঁ নাম দিছিল 'সৰ্বোদয়'— সকলোৰে কল্যাণ। তেওঁ 'বহুজন হিতায় বহুজন সুখায়' কথাটো ভাল পোৱা নাছিল, কিয়নো ৰাস্কিনৰ দৰেই তেওঁৰ মত হ'ল যে আমাৰ লক্ষ্য হোৱা উচিত সকলো মানুহৰ কল্যাণ— অকল সংখ্যা গুৰুকে নহয়, সংখ্যালঘুসকলকো সেই কল্যাণৰ ছত্ৰছায়াত আশ্ৰয় দিব লাগিব।

এই সময়তে গান্ধীয়ে এটা অতিশয় দুঃসংবাদ পালে। জেনেৰেল স্মাটছে 'টাৰা' (TARA) বা 'ক'লা কানুন'খন বাতিল কৰিবলৈ অমান্তি হৈছে। অকল সেইটোৱেই নহয়, স্মাটছে এতিয়া আনকি গান্ধীক তেনে কোনো প্ৰতিশ্ৰুতি দিয়া নাছিল বুলি কৈছে। প্ৰকৃততে এই আইন পৰিৱৰ্তন কৰিবলৈ তেওঁ সন্মত হৈছিল, কিন্তু এতিয়া ইউৰোপীয় ভোটাৰসকলৰ হেঁচাত তেওঁ মত সলাবলৈ বাধ্য হ'ল।

গান্ধীয়ে জোহানছ্‌বাৰ্গলৈ আহি কাৰ্টৰাইটক লগ ধৰিলে। কাৰ্টৰাইটে ক্ষুব্ধ কণ্ঠে গান্ধীক ক'লে, "মই স্মাটছ্‌ক বুজা নাই। মোৰতো স্পষ্টকৈ মনত আছে যে তেওঁ এই 'এইশ্বিয়াটিক এক্ট' বাতিল কৰাৰ প্ৰতিশ্ৰুতি দিছিল। মই মোৰ সাধ্যানুসৰি চেষ্টা কৰিম, কিন্তু আপুনিতো জানেই যে জেনেৰেল স্মাটছ্‌ যেতিয়া কোনো বিষয়ত দৃঢ়সংকল্প হয় তেতিয়া তেওঁক কোনেও লৰাব নোৱাৰে।"

গান্ধীয়ে তেতিয়া গম পালে যে তেওঁলোকৰ সন্মুখত এক প্ৰবল যুঁজ উপস্থিত, সত্যাগ্ৰহ আন্দোলনক পুনৰায় আৰম্ভ কৰিবৰ হ'ল। বহুতেই গান্ধীক সৰলমনা বুলি অভিহিত কৰিলে। ইয়াৰ উত্তৰত গান্ধীয়ে 'ইণ্ডিয়ান অপিনিয়ন' কাগজত লিখিলে ঃ

"সত্যাগ্ৰহীয়ে মানুহক বিশ্বাস কৰাতো সৰলতা নহয়, এইটো তেওঁৰ পবিত্ৰ কৰ্তব্য। সত্যাগ্ৰহীৰ কামেই হৈছে বিপক্ষৰ পশুবৃত্তি দমন কৰি শুভবুদ্ধিৰ জাগ্ৰত কৰা, বিপক্ষৰ অন্তৰত প্ৰৱেশ কৰা, যাৰ ফলত বিপক্ষই ভুল বুজিব পাৰি আকৌ সৎ মানৱত পৰিণত হয়। মানুহৰ প্ৰতি বিশ্বাস হেৰুৱাতো পাপ।"

১৯০৮ চনৰ ১৬ আগষ্ট তাৰিখে ট্ৰান্সভালৰ সমস্ত চহৰ-গ্ৰামৰ পৰা অহা প্ৰায় তিনি হজাৰ ভাৰতীয় জোহানছ্‌বাৰ্গৰ হামিদা মছজিদৰ সন্মুখত গোট খালে। সেই সভাত প্ৰধান বক্তা আছিল গান্ধী, ইউছুফ মিয়া আৰু চীনা নেতা লিউয়িং কুইং। তাৰ পৰা গভৰ্ণমেণ্টলৈ এটা বাৰ্তা পঠোৱা হ'ল। বাৰ্তাটোত কোৱা হ'ল যে 'এইশ্বিয়াটিক বিল' বাতিল কৰে যদি স্বেচ্ছাই ৰেজেষ্ট্ৰি কৰা ছাৰ্টিফিকেটবোৰ পোৱা কাম বন্ধ কৰিব। আবেলি চাৰি বজাৰ পিছতে এজন স্বেচ্ছাসেৱকে গভৰ্ণমেণ্ট অফিচৰ পৰা এখন টেলিগ্ৰাম লৈ আহিল। টেলিগ্ৰামত কোৱা হৈছে যে নতুন বিলখন আইনলৈ সঠিকভাৱেই পৰিণত কৰা হ'ব। উপস্থিত জনতাই তেতিয়া তেওঁলোকৰ সকলো ছাৰ্টিফিকেট পুৰিবলৈ সাজু হ'ল।

গান্ধীয়ে এই কামৰ আগতে তেওঁৰ দীঘলীয়া বক্তৃতাত ক'লে ঃ "মই জানো যে এই ছাৰ্টিফিকেট পোৱাৰ কাৰণে আমি অসীম দুঃখ ভোগ কৰিব লাগিব। কিন্তু নতুন আইনক মানি লোৱাতকৈ কষ্ট ভোগাই শ্ৰেয়। আমি জানো ঈশ্বৰৰ নামত শপত খোৱা ...হৈ যে এই এইশ্বিয়াটিক আইনৰ আমি অংশীদাৰ নহওঁ বুলি? যিমানেই আমাৰ কষ্ট ...ক, ভাৰতীয়সকলৰ সন্মানবোধ বজাই ৰাখিবই লাগিব। ই হ'ব এক দীৰ্ঘ সংগ্ৰাম ... ভৱিষ্যতৰ কঠিন সময়ৰ কাৰণে আমি প্ৰস্তুত হ'ব লাগিব। যিজনে তেওঁৰ ...কেট অগ্নিদগ্ধ কৰিবলৈ মোৰ হাতত দিছে, তেওঁ যদি ইচ্ছা কৰে ছাৰ্টিফিকেটখন ... লৈ যাব পাৰে, কিয়নো মত পৰিৱৰ্তন কৰাত কোনো লজ্জা নাই।"

...শেষত গান্ধীয়ে ক'লে, "ঈশ্বৰৰ নামত শপত খাই মই আকৌ কওঁ যে মই ... জীৱন কাৰাগাৰতে অতিবাহিত কৰিম, তথাপি স্বদেশবাসীৰ অমৰ্যাদা আৰু ... কৰিম।"

মহাশয়, আজি আবেলি আপোনাৰ সম্মুখত থিয় হোৱা এই ভৃত্য অন্য ধাতুৰে গঢ়া। মই আপোনালোকক কওঁ যে শপত ভংগ কৰাতকৈ কষ্টভোগ শতগুণে শ্ৰেয়। মই আশা কৰোঁ যে আমাৰ সকলো দেশবাসী তেওঁলোকৰ ভগৱানৰ ওচৰত যেন সত্য হৈ থাকে আৰু সেয়েহে আজিৰ এই আবেলিত আপোনালোকে ছাৰ্টিফিকেট পুৰি পেলাওক।"

এখন তিনি-খুৰাৰ কাঠৰ টুলৰ ওপৰত ৰখা এটা বিৰাট লোহাৰ পাত্ৰত প্ৰায় দুহেজাৰ ছাৰ্টিফিকেট থোৱা হৈছিল। তাত খনিজ মম ঢালি দিয়া হ'ল। তাৰ পিচত ব্ৰিটিশ্ব ইণ্ডিয়ান এছোছিয়েশ্বনৰ সভাপতি ইউছুফ মিয়াই দিয়াচলাইৰ এডাল কাঠী জ্বলাই তাত পেলাই দিয়াৰ লগে লগেই দপ্‌দপ্‌কৈ জুই জ্বলিল। চাৰিওফালৰ পৰা হাত-চাপৰি, হৰ্ষধ্বনি আৰু সুহুৰি শুনা গ'ল।

তাত লণ্ডনৰ 'ডেইলি মেইল' কাগজৰ সংবাদদাতাজন উপস্থিত আছিল। তেওঁ এই ঘটনাক আমেৰিকাৰ স্বাধীনতা সংগ্ৰামৰ 'বষ্টন টি পাৰ্টি'ৰ লগত তুলনা কৰিছিল। তাত মীৰ আলমো থিয় হৈ আছিল। গান্ধীৰ ওচৰলৈ আহি সি তেওঁৰ পৰা ক্ষমা বিচাৰিলে। গান্ধীয়ে তাৰ লগত কৰমৰ্দন কৰি জনালে যে তাৰ প্ৰতি তেওঁৰ কোনো বৈৰী ভাব নাই।

গান্ধীৰ নেতৃত্বত অহিংসাৰ আইন অমান্য আন্দোলনৰ তিনিটা ৰূপ ল'লে ঃ এক, নাটালৰ পৰা ভাৰতীয়সকলে কোনো ছাৰ্টিফিকেট নোহোৱাকৈয়ে ট্ৰান্সভালত সোমাল; দুই, ট্ৰান্সভালৰ ভাৰতীয়সকলেও এইদৰে নাটাললৈ গৈ আকৌ চৰকাৰী অনুমতি-পত্ৰ নোহোৱাকৈয়ে উভতি আহিল; তিনি, ফেৰিৱালাবোৰে লাইচেঞ্চ্ নোহোৱাকৈয়ে ট্ৰান্সভাল চহৰৰ পথত বয়-বস্তুৰ ফেৰি কৰিব ধৰিলে।

ছোৰাবজী চাপুৰজি আদাজানিয়া নামৰ এজন পাৰ্চী একাউনটেন্ট ট্ৰান্সভালত সোমোৱাৰ পিচত তেওঁক ট্ৰান্সভালৰ বাহিৰলৈ যাব ক'লে। তেওঁ অস্বীকাৰ কৰাত এমাহৰ সশ্ৰম কাৰাদণ্ড বিহা হ'ল। গান্ধীয়ে ক'ৰ্টত তেওঁৰ হৈ ওকালতি কৰিছিল।

তেনেকৈ ডাৰ্বানৰ দাউদ মহম্মদ আৰু পাৰ্চী ৰুস্তমজীয়েও ট্ৰান্সভালত বে-আইনীভাৱে প্ৰবেশ কৰাৰ কাৰণে কাৰাবৰণ কৰিব লগা হ'ল। হৰিলালেও গান্ধীৰ নিৰ্দেশত এই ধৰণেই ট্ৰান্সভালত সোমোৱাৰ কাৰণে গ্ৰেপ্তাৰ হ'ল আৰু তেওঁৰো এমাহৰ সশ্ৰম কাৰাদণ্ড হ'ল। সি জে'লৰ পৰা ওলায়েই আকৌ কাৰাবৰণ কৰিলে। তেওঁৰো উকিল আছিল গান্ধী।

সেই বছৰৰ শেষৰ ফালে এই আন্দোলনে চৰম ৰূপ ধাৰণ কৰিলে। হাজাৰ হাজাৰ সত্যাগ্ৰহীয়ে কাৰাবৰণ কৰিব ধৰিলে। শ শ সাধাৰণ ফেৰিৱালাই ট্ৰান্সভালৰ জে'ললৈ যাবলৈ সাজু হোৱাত হামিদিয়া ইছ্‌লামিক ছ্চাইটি আৰু তামিল বেনিফিট ছ্চাইটিয়ে এক প্ৰধান ভূমিকা গ্ৰহণ কৰিছিল।

গান্ধীয়ে ট্ৰান্সভালৰ সমস্ত ভাৰতীয় ব্যৱসায়ীক জে'লৰ কয়দী সত্যাগ্ৰহীসকলৰ সন্মানাৰ্থে এদিনৰ কাৰণে তেওঁলোকৰ সমস্ত ব্যৱসায় বন্ধ ৰাখিবলৈ অনুৰোধ কৰিলে। তেওঁলোকে ১৯০৮ চনৰ ২৩ জুলাই তাৰিখে সানন্দেই তেওঁলোকৰ ব্যৱসায় বন্ধ ৰাখিলে। সেয়া আছিল গান্ধীৰ দ্বাৰা আয়োজিত প্ৰথম 'হৰতাল'।

এইবোৰৰ পৰা জেনেৰেল স্মাটছৰ হৃদয় কোমল নহ'ল। গান্ধীও বেঁকা নহয়, তেওঁ তেওঁৰ দাবীত অটল। ফলত এই কঠিনে কঠিনে সংঘাতৰ কোনো নিষ্পত্তিৰ আশা দেখা নগ'ল।

ডাৰ্বানৰ পৰা উভতি আহোঁতে গান্ধী দ্বিতীয়বাৰৰ বাবে গ্ৰেপ্তাৰ হ'ল ১৯০৮ চনৰ ৭ অক্টোবৰ তাৰিখে। গ্ৰেপ্তাৰৰ কাৰণ একেটাই, ছাৰ্টিফিকেট নোহোৱাকৈ ট্ৰান্সভালত প্ৰৱেশ কৰাৰ চেষ্টা আৰু আঙুলিৰ ছাপ দিবলৈ অমান্তি হোৱা। গান্ধীক গ্ৰেপ্তাৰ কৰা হৈছিল ভক্সৰাষ্ট চহৰত। সেই চহৰ ট্ৰান্সভালৰ সীমান্তৰ ওচৰতে আছিল। মেজিষ্ট্ৰেটৰ সন্মুখত হাজিৰ কৰোৱাত গান্ধীয়ে সৰ্বাধিক শাস্তিৰ দাবী কৰিলে। এই সৰ্বাধিক শাস্তি আছিল তিনি মাহৰ কাৰাবাস। মেজিষ্ট্ৰেটে কিন্তু তেওঁক পঁচিছ ডলাৰ জৰিমনা অথবা দুমাহৰ সশ্ৰম কাৰাদণ্ডহে বিহে। গান্ধীয়ে কাৰাদণ্ডকে বাছি ল'লে। তেওঁৰ জে'লৰ পৰা 'ইণ্ডিয়ান অপিনিয়ন' কাগজৰ কাৰণে লিখিলে, "শেষলৈকে আমি মন ডাঠ কৰি থাকিব লাগিব। কষ্ট-ভোগেই হৈছে আমাৰ একমাত্ৰ নিৰাময়ৰ উপায়। জয়লাভ নিশ্চিত।"

গান্ধীক ভক্সৰাষ্ট্ৰৰ কাৰাগাৰত ৰখা হৈছিল। কাৰাগাৰটোত পোহৰ বতাহৰ ব্যৱস্থা ভাল আৰু পৰিষ্কাৰ। কিন্তু গান্ধীক দিয়া হ'ল অত্যধিক পৰিশ্ৰম কৰিবলৈ। তেওঁৰ কাম আছিল মাটি কটা, গাঁত খন্দা আৰু পাথৰ ভঙা। তেওঁক কাম কৰিবলৈ দিয়া হৈছিল ভক্সৰাষ্ট্ৰৰ বজাৰ এলেকাত। ৱাৰ্ডেনে তাত অনবৰত চিঞৰি থাকে বেছিকৈ খাটিবলৈ, "কাম্ অন্ গান্ধী, কাম্ অন্ গান্ধী!" দিনান্তত গান্ধী জে'ললৈ উভতি যোৱাৰ সময়ত তেওঁৰ হাত-ভৰি ব্যথাত ক'লা পৰি যায় আৰু হাতৰ গাঁঠি ফুলে। সেয়া নিৰাময়ৰ কাৰণে চেষ্টা কৰি তেওঁ নিশা মাটিৰ প্ৰলেপ দিয়া চিকিৎসা কৰে। গান্ধীয়ে তেতিয়া ভাবিছিল যে কষ্ট সহ্য কৰাতো একপ্ৰকাৰৰ আনন্দ আৰু সত্যাগ্ৰহীয়ে সকলো প্ৰকাৰৰ দুখকে হাঁহিমুখে সহিব লাগিব।

কিন্তু দুসপ্তাহৰ পিচত গান্ধীয়ে সঁচাকৈয়ে এক ভীতিজনক অৱস্থাৰ সন্মুখীন হ'ব লগা হ'ল। কে'চ এটাত সাক্ষী দিয়াৰ কাৰণে গান্ধীক জোহানছ্‌বাৰ্গ জে'ললৈ লৈ যোৱা হ'ল। জোহানছ্‌বাৰ্গ ৰে'লষ্টেছনৰ পৰা কাৰাগাৰলৈ প্ৰকাশ্যে তেওঁক কয়দীৰ পোছাকত হাতত শিকলিৰে বান্ধি খোজকঢ়াই লৈ গ'ল। ৰাস্তাইদি তেওঁক তেনেকৈ নিওঁতে উপস্থিত সকলোৱে অবাক হৈ ভাবিছিল যে গান্ধীৰ দৰে এজন বিখ্যাত বেৰিষ্টাৰ আৰু ৰাজনৈতিক ব্যক্তিক এয়া মাথোঁ অপমান কৰা হৈছে। গান্ধীৰ কিন্তু তালৈ ভ্ৰূক্ষেপ নাই, বৰঞ্চ খোজকাঢ়িবলৈ পাই তেওঁ আনন্দিত।

ৰাতি হওঁতেহে গান্ধীয়ে সমস্যাৰ সন্মুখীন হ'ল। জে'লৰ ছে'লত আৰু দুজন কয়দী আছিল, এজন আফ্রিকান বাণ্টু উপজাতিৰ আৰু আনজন চীনা। সিহঁতে গান্ধীক দেখি নিজৰ মাজত হাঁহি-কৌতুক কৰিব ধৰিলে। এজনে তাৰ লিংগ উন্মুক্ত কৰি গান্ধীক ইংগিত দিব ধৰিলে। এইবোৰ দেখি গান্ধীয়ে খুব ভয় খালে, কাৰণ এতিয়া তেওঁক সমকামী যৌন-সংগমৰ কাৰণে আক্রমণ কৰাৰ সম্ভাৱনা। দক্ষিণ আফ্রিকাত গান্ধীৰ এই তৃতীয় বাৰৰ বাবে জীৱন-সংশয় হ'ল। তেতিয়া তেওঁ ততাতৈয়াকৈ লগতে নিয়া 'ভগবদ্গীতা'খন খুলি সাহস সঞ্চয়ৰ কাৰণে শ্লোকবোৰ আবৃত্তি কৰাত লাগিল। এইদৰেই তেওঁ সমস্ত নিশাটো অনিদ্ৰাতে কটালে।

পিছদিনা গান্ধীক অন্য এটা ছে'ললৈ নিলে। তাৰ ওচৰতে প্রচুৰ ভাৰতীয় সত্যাগ্রহী আছিল। ইয়াতো এবাৰ গান্ধীৰ জীৱন সংশয়ৰ উপক্রম হৈছিল। ভাৰতীয় আৰু ক'লা আফ্রিকান কয়দীসকলে জে'লত একে 'টয়লেট'কে ব্যৱহাৰ কৰিব লাগিছিল আৰু ইয়াত কোনো দুৱাৰ নাছিল। এদিন গান্ধীয়ে তাত পায়খানা কৰিবৰ কাৰণে বহিছিলেহে, এনেতে এজন বিশালকায় বাণ্টু আহি তেওঁক তৎক্ষণাৎ তাৰ পৰা বাহিৰ হ'বলৈ ক'লে। গান্ধীয়ে ক'লে তেওঁ অলপ পিছতে ওলাব। তেতিয়া সেই বাণ্টুজনে গান্ধীক ধৰি লৈ ওপৰলৈ তুলি মাটিত আছাৰ মাৰি পেলাই দিবলৈ উপক্রম কৰিলে। গান্ধীয়ে তেতিয়া প্রাণপণে বাথৰুমৰ ফ্ৰেমত খামোচ মাৰি ধৰি নিজকে বচালে। তাত থকা দুই-এজন ভাৰতীয়ই ঘটনাটো দেখি কান্দিবলৈ আৰম্ভ কৰিলে।

গান্ধীয়ে ভাবিছিল যে হিন্দু-মুছলমান ঐক্যৰ কাৰণে হয়তো তেওঁৰ মৃত্যুৰ প্রয়োজন। তেওঁ লিখিলে যে সত্যাগ্রহ আন্দোলনৰ এটা প্রধান উদ্দেশ্য হৈছে হিন্দু-মুছলমানৰ মিলন প্রচেষ্টা। বাকী জীৱনত তেওঁ এইটোৱেই বিশ্বাস কৰিছিল যে তেওঁৰ মৃত্যুৰ মাজেৰেহে হয়তো হিন্দু-মুছলমানৰ মিলন সম্ভৱ হ'ব।

গান্ধী ভক্সৰাষ্ট জে'ললৈ উভতি অহাৰ পিচত অলপমান আশ্বস্ত হ'ল। ইয়াতো যদিও তেওঁ দৈনিক ন-ঘণ্টা খাটিব লগা হৈছিল, তথাপি নিশা কিতাপ পঢ়াৰ সময় পাইছিল। তেওঁ তাতেই ৰাস্কিনৰ লেখাৰ উপৰি জে'লৰ লাইব্ৰেৰীৰ পৰা আনি প্রথমবাৰৰ বাবে হেনৰি থ'ৰোৰ 'ছিভিল ডিছ অ'বিডিয়েন্স' কিতাপখন পঢ়িলে। তদুপৰি বাইবেলৰ 'ডি বুক অৱ ডেনিয়েল' অধ্যায়টো পঢ়ি তেওঁ খুব ভাল পালে। এই অধ্যায়টোত ঈশ্বৰৰ প্রবক্তাই সিংহৰ হাতৰ পৰা ৰক্ষা পাইছিল। 'ভগবদ্গীতা' গ্রন্থখনতো তেওঁৰ হাততে আছিল।

এই সময়তে ফিনিক্স ফাৰ্মৰ পৰা এলবাৰ্ট বেষ্টে চিঠিৰে খবৰ দিলে যে কস্তুৰবাই অত্যন্ত অসুস্থ। তেওঁ ৰক্তস্ৰাৱ ৰোগত ভুগিছে। গান্ধীৰ কাৰণে কিন্তু তেতিয়া ৰাজনৈতিক দায়িত্বৰ গুৰুত্ব পৰিবাৰৰ দায়িত্বতকৈ বহুত বেছি, সেয়েহে তেওঁ জামিনত মুক্তি

লোৱাৰ সুযোগ পৰিহাৰ কৰিলে। তেওঁ ৰেষ্টক কস্তুৰবাইৰ অৱস্থা সম্বন্ধে নিয়মিতভাৱে সকলো খবৰ জনাই থাকিবলৈ ক'লে আৰু কস্তুৰবাইলৈকো এখন মৰ্মস্পৰ্শী চিঠি লিখিলে ঃ

"প্ৰিয় কস্তুৰ,

মই তোমাক ইমান ভাল পাওঁ যে তোমাৰ মৃত্যু হ'লেও তুমি মোৰ কাষত বাচিয়েই থাকিবা। তোমাৰ আত্মা কিন্তু মৃত্যুহীন। মই তোমাক আগতে কোৱা কথাৰে পুনৰাবৃত্তি কৰি কৈছোঁ যে তুমি যদি এই ৰোগত মৰিও যোৱা; তেতিয়াও মই কোনো দিনেই পুনৰ্বিবাহ নকৰোঁ। তুমি ঈশ্বৰৰ ওপৰত ভৰসা কৰি যদি মৰিও যোৱা, এই কথাটো মনত ৰাখিবা যে সেয়া হ'ব আন্দোলনৰ প্ৰতি তোমাৰ আত্মত্যাগ। আমাৰ সংগ্ৰাম কেৱল ৰাজনৈতিক নহয়, ই এক ধাৰ্মিক আন্দোলনো। তাত কোন বাচিল কোন মৰিল চিন্তা কৰিব নোৱাৰি। মই আশা কৰিছোঁ যে তুমিও মোৰ দৰেই চিন্তা কৰিবা আৰু অসুখী নহ'বা।"

বাৰে বাৰে জে'ললৈ যোৱাৰ কাৰণে তেতিয়ালৈ গান্ধীৰ আইন ব্যৱসায় ক'বলৈ গ'লে অন্তৰ্হিত হ'ল, যদিও তেওঁ কৰ্টত সত্যাগ্ৰহী সহকৰ্মীসকলৰ হৈ ওকালতি কৰে। কিন্তু সেই বছৰেই পাঁচ হেজাৰ পাউণ্ডৰ ব্যৱসায় অথবা তেওঁৰ অধীনৰ পাঁচ-ছজন আইন-ক্লাৰ্কৰ চাকৰি, এই সকলোবোৰেই স্মৃতিলৈ পৰ্যবসিত হ'ল।

এই ভক্সৰাষ্ট জে'লত গান্ধীয়ে যিটো কয়দীৰ 'কেপ' বা কাপোৰৰ টুপী পিন্ধিব লগা হৈছিল, সেইটো গান্ধীয়ে নিজে চিলাই কৰিছিল। পিচত ইয়াৰ পৰাই ভাৰতত জন্ম লয় গান্ধী টুপীয়ে, যিটো আছিল বগা আৰু মিলৰ কাপোৰৰ সলনি খদ্দৰৰ কাপোৰেৰে চিলোৱা।

গান্ধীয়ে ভক্সৰাট জে'লৰ পৰা ১২ ডিচেম্বৰ তাৰিখে মুক্ত হ'ল, কিন্তু কামৰ হেঁচাত ততালিকে কস্তুৰবাইৰ ওচৰলৈ যাব নোৱাৰিলে। কিন্তু যেতিয়া তেওঁৰ ডাক্তৰে গান্ধীক ফোনত ক'লে যে কস্তুৰবাইক 'বিফ টি' দিয়াৰ প্ৰয়োজন, তেতিয়া গান্ধীয়ে ভয় খালে আৰু লগে লগেই ডাৰ্বানলৈ যোৱা প্ৰথম ৰে'লগাড়ীখনতে যাত্ৰা কৰিলে। তাত ডাক্তৰে গান্ধীক ক'লে যে তেওঁ ইতিমধ্যেই কস্তুৰবাইক এই 'বিফ টি' খাবলৈ দিছে।

গান্ধীয়ে তেতিয়া উত্তেজিত কণ্ঠে ডাক্তৰক 'চেলেঞ্জ' কৰিলে, "কিন্তু আপুনি মোৰ বা মোৰ স্ত্ৰীৰ বিনানুমতিত কিয় এই 'বিফ টি' খাবলৈ দিলে?"

ডাক্তৰে গভীৰ কণ্ঠে উত্তৰ দিলে, "যেতিয়ালৈকে তেওঁ মোৰ ৰোগী হৈ থাকিব তেতিয়ালৈকে তেওঁক বচাবলৈ যিহকে কৰণীয় সেইটো মই কৰিম। মোৰ আশ্ৰয়ত মই তেওঁক মৰিবলৈ দিব নোৱাৰোঁ।"

গান্ধীয়ে তেতিয়া কস্তুৰবাইক স্পষ্টকৈ সুধিলে, "তুমি গৰুৰ মাংসৰ চুৰুৱা এই 'বিফ টি' খাবানে?"

শুনিয়েই কস্তুৰবাই শিয়ৰি উঠিল, "ওঁহু, মইতো এই 'বিফ টি' খাব নিবিচাৰোঁ, লাগিলে মোৰ প্ৰাণেই যাওক। এই পৃথিৱীত মানৱ-জন্ম দুৰ্লভ, তথাপি এই ঘৃণ্য বস্তু নোচোওঁ। তুমি মোক ফিনিক্স ফাৰ্মলৈ লৈ ব'লা।"

কস্তুৰবাৰ কথা শুনি গান্ধীয়ে ভালেই পালে; কিন্তু তেওঁ কস্তুৰবাইক এই অৱস্থাত স্থানান্তৰিত কৰাৰ বিপদ প্ৰথমে বুজিব পৰা নাছিল। তেতিয়া কিন্‌কিনিয়া বৰষুণ দি আছিল আৰু কস্তুৰবাইক এই বতৰত ৰিক্সাত ৰে'লষ্টেছনলৈ নিয়াৰ বিপদৰ সন্মুখীন হৈ গান্ধীয়ে অনবৰতে ভগৱানৰ নাম লৈ আছিল। কস্তুৰবাইয়ে কিন্তু গান্ধীক ভৰসা দিছিল, "চিন্তা নকৰিবা, মোৰ একো নহয়।"

ফিনিক্স ৰে'ল ষ্টেছন পাই তেওঁলোকে বেষ্টক অপেক্ষা কৰি থকা পালে। তেওঁৰ লগত ছজন বহনকাৰীৰে এখন দোলন-শয্যা। দুমাইল পথ তেওঁলোক নীৰৱেই পাৰ হ'ল। বেষ্টে কস্তুৰবাইৰ কাৰণে এবটল গৰম গাখীৰো আনিছিল।

ফিনিক্স উপনিবেশত উপস্থিত হোৱাৰ পিছদিনাৰ পৰাই কস্তুৰবাইক গান্ধীয়ে মাটি-চিকিৎসা কৰিব ধৰিলে, কিন্তু তেওঁৰ ৰক্তস্ৰাৱ বন্ধ নহ'ল। তেতিয়া তেওঁ কস্তুৰবাইক নিমখ আৰু মচুৰ দাইল খোৱা এৰি দিবলৈ ক'লে। কস্তুৰবাই প্ৰথমে ৰাজী হোৱা নাছিল, কাৰণ গান্ধীৰ এই চিকিৎসাত তেওঁৰ দৃঢ় বিশ্বাস নাছিল। কিন্তু গান্ধীয়ে যেতিয়া ক'লে যে তেওঁ নিজেও এই দুটা বস্তু খোৱা বন্ধ কৰিব, তেতিয়া তেওৰোঁ অনিচ্ছাৰেই ৰাজী হ'ল।

কস্তুৰবাইয়ে মিচিকিয়াই গান্ধীক ক'লে, "তুমি বৰ আঁকোৰ-গোজ, কাৰো কথা তুমি শুনিব নোখোজা। ঠিক সেই একে কথাকে গোখ্‌লেই গান্ধীক কৈছিল।

পিছে আচৰিত কথা এইটোৱেই যে কেইদিনমান পিছতে কস্তুৰবাইৰ ৰক্তস্ৰাৱ বন্ধ হৈ গ'ল। ফলত স্বতঃপ্ৰবৃত্ত ডাক্তৰ হিচাপে আকৌ গান্ধীৰ অলপ সুনাম হ'ল।

ইফালে হৰিলালে তেতিয়া বাৰে বাৰে কাৰাবাসলৈ যাব লগা হোৱাৰ ফলস্বৰূপে সত্যাগ্ৰহ আন্দোলনৰ উপযোগিতাৰ ওপৰতে বিশ্বাস হেৰুৱাই পেলোৱাৰ উপক্ৰম হৈছিল। ফিনিক্স উপনিবেশো তেওঁৰ ভাল নলগা হৈছিল। বিশেষকৈ তেওঁ স্ত্ৰী গোলাবৰ অভাৱ অনুভৱ কৰিছিল। তেতিয়ালৈ তেওঁ এটা কন্যা-সন্তানৰ পিতৃ হৈছিল। নাম দিছিল 'ৰামী'।

গান্ধীয়ে হৰিলালক সান্ত্বনা দিয়াৰ সুৰত লিখিলে, "মই তোমাৰ চৰিত্ৰৰ দোষ-ত্ৰুটিৰ কথা উল্লেখ কৰোঁ কাৰণেই নাভাবিবা যে তোমাৰ গুণৰ সম্পৰ্কে মই অৱহিত নহয়। কিন্তু গুণবোৰতো উল্লেখ কৰাৰ প্ৰয়োজন নাই।"

আৰু এবাৰ তেওঁ হৰিলাললৈ লিখিলে, "তোমাক অকলে পেলাই ৰাখি পিতাৰ হৃদয় স্বাভাৱিকতে উদ্বিগ্ন। কিন্তু মই এই সংগ্ৰাম চলাই যাবই লাগিব। মই তোমাৰ বিবেচনাৰ ওপৰতে সকলোবোৰ এৰি দিছোঁ।"

গান্ধীয়ে হৰিলালক দৃঢ় মনেৰে জে'লৰ দুঃখ-কষ্ট সহ্য কৰিবলৈ উপদেশ দিলে। এজন সত্যাগ্ৰহীৰ কাৰণে জে'ল দুঃখৰ নিবাস নহয়, বৰং সুখৰ আলয়।

ইতিমধ্যে গুলাব ফিনিক্সত গান্ধীৰ গৃহত প্ৰকৃত কৰ্ত্ৰী। তেওঁ হৰিলালৰ দুজন কম বয়সীয়া ভায়েকৰ ৰক্ষণাবেক্ষণ কৰিব লাগে, কেঁচুৱাটোক নিজৰ গাখীৰ খুৱাব লাগে আৰু কস্তুৰবাইক ধৰ্ম-গ্ৰন্থ পঢ়ি শুনাব লাগে। গান্ধীয়ে তেওঁক উপদেশ দিলে যে তেওঁ পুষ্টিকৰ খাদ্যৰ প্ৰতি মনোযোগ দিয়া আৰু প্ৰচুৰ পোহৰ-বতাহৰ মাজত বাস কৰা উচিত।

সত্যাগ্ৰহ আন্দোলনৰ ফাঁকে ফাঁকে অথবা যেতিয়া তেওঁ জে'ল-বন্দী নহয়, গান্ধীয়ে ফিনিক্সত থাকেহি। তেতিয়া আশ্ৰমত যেন প্ৰাণ-প্ৰতিষ্ঠা হয়, সকলোৱে তেতিয়া সাজি-পাৰি থাকে। গান্ধীয়ে প্ৰত্যেকৰ ঘৰলৈকে গৈ খা-খবৰ কৰে। বিশেষকৈ তেওঁ সেইবোৰ ঘৰৰ বা-বাতৰি লয়, যিবোৰৰ গৃহ-স্বামী সেই সময়ত সত্যাগ্ৰহ আন্দোলনৰ কাৰণে জে'লত আটক।

ফিনিক্স-গ্ৰাম ফুল আৰু সেউজীয়া গছ-গছনিৰে ভৰপূৰ হৈ পৰাতো গান্ধীৰ দৃষ্টিত পৰিছে। তেওঁ এনেকুৱা শোভাৰ কাৰণে মগনলালকে বেছিকৈ ধন্যবাদ দিয়ে, কিয়নো তেওঁ এজন মাথোঁ সুদক্ষ কাঠমিস্ত্ৰী আৰু কম্পোজিটৰেই নাছিল, এজন ভাল মালীও আছিল; ফুল-ফলৰ গছৰ যত্ন লোৱাত তেওঁ পাৰ্গত।

গান্ধীয়ে এইবাৰ দেখা পালে যে আঠ বছৰীয়া দেৱদাসে বৰ মনমাৰি আছে, কিয়নো তাৰ দুয়োজন ককায়েক, হৰিলাল আৰু মণিলাল তেতিয়া জে'লত। গান্ধীয়ে তেতিয়া ল'ৰা-ছোৱালীবোৰক একে ঠাইতে গোটাই এখন টেবুলৰ চাৰিওফালে বহুৱালে। তাৰ পিচত তেওঁ কবি নাজিৰৰ চৰাইক লৈ লিখা এটা গান সকলোকে শুনালে। এই চৰাইবোৰে পুৱা-গধূলি পাখি মেলি মাতে। অলপ সময়ৰ পিছতে শিশুবোৰেও টেবুলৰ ওপৰত উঠি চৰাইক অনুকৰণ কৰি হাত মাৰি গান্ধীৰ লগত গানটো গোৱাত লাগিল। সিহঁতৰ মনমৰা ভাৱ তেতিয়া উধাত্ত।

এবাৰ গান্ধীয়ে গৈ দেখা পালে যে ছগন দাসৰ ছবছৰীয়া ল'ৰা প্ৰভু দাসে তেওঁৰ ন-বছৰীয়া তৃতীয় পুত্ৰ ৰাম দাসৰ নাম সঠিককৈ উচ্চাৰণ কৰিব নোৱাৰি 'লাম দাস', 'লাম দাস' বুলি কয়। গান্ধীয়ে সকলোবোৰ ল'ৰাকে মাতি আনি খুব জোৰেৰে 'হিপ্ হিপ্ হুৰৰে' চিঞৰি থাকিবলৈ দিলে। ল'ৰাবোৰেও মজা পাই বাৰে বাৰে সেইদৰে চিঞৰি থাকিল। অলপ পিচত গান্ধীয়ে প্ৰভু দাসক সুধিলে, "এইবাৰ কোৱাচোন ৰাম দাসৰ নাম কি? প্ৰভুদাসে তেতিয়া স্পষ্টভাৱে ক'লে 'ৰামদাস'।

সৰু ল'ৰা-ছোৱালীৰ লগত সময় কটাবলৈ গান্ধীয়ে আটাইতকৈ ভাল পাইছিল। কিন্তু এনেকুৱা কামলৈ তেওঁৰ অৱসৰ নিচেই কম।

ডাৰ্বানৰ পৰা জোহান্‌ছবাৰ্গলৈ উভতি যোৱাৰ সময়ত গান্ধীৰ লগত কোনো ৰেজিষ্ট্ৰেশ্বন ছাৰ্টিফিকেট নথকাৰ কাৰণে ১৯০৯ চনৰ ২৫ ফেব্ৰুৱাৰীত তৃতীয়বাৰৰ বাবে গ্ৰেপ্তাৰ হ'ল। এইবাৰ মেজিষ্ট্ৰেটে তেওঁক পঞ্চাছ পাউণ্ড জৰিমনা অথবা তিনি মাহৰ সশ্ৰম কাৰাদণ্ড দিলে। গান্ধীয়ে যথাৰীতি কাৰাবাসকে বাছি ল'লে। প্ৰথমে তেওঁক ভক্সৰাষ্টৰ জে'লত ৰখা হ'ল। কিন্তু এসপ্তাহৰ পিছতে এদিন তেওঁ প্ৰচণ্ড বৰষুণৰ মাজতে নিজৰ সামান্য বস্তু-বাহানিৰে খোজকাঢ়ি গৈ প্ৰিটোৰিয়ালৈ যোৱা ৰে'লগাড়ীত উঠিব লগা হ'ল। তেওঁক এইবাৰ লৈ গৈছে প্ৰিটোৰিয়াৰ নব-নিৰ্মিত কাৰাগাৰলৈ।

এই তৃতীয়বাৰৰ কাৰাবাসত গান্ধীৰ কষ্ট যেন আটাইতকৈ বেছি হ'ল। নতুন কাৰাবাসটোত তেওঁক সকলো সময়তে এক নিৰ্জন ছে'লত ৰখা হ'ল। তেওঁৰ ছে'লৰ আয়তন আছিল দহ ফুট দীৰ্ঘ আৰু সাত ফুট প্ৰস্থ। তেওঁৰ সশ্ৰম কাৰাদণ্ডৰ শাস্তিৰ ভিতৰুৱা আছিল এই ছে'লটোৰ লোহাৰ দুৱাৰ আৰু এছ্‌ফেল্টৰ মজিয়া চিক্‌চিকীয়াকৈ ৰখাটোও। ছে'লটোত কোনো বতাহ বা পোহৰ সোমোৱাৰ ব্যৱস্থা নাছিল। লাইটৰ পোহৰ ইমান কম শক্তিৰ আছিল যে নিশা ঠিক তাৰ তলত থৈহে গান্ধীয়ে কিতাপ পঢ়িব পাৰিছিল। কাষৰ ছে'লবোৰত সকলো বাণ্টু উপজাতিৰ ক'লা কয়দী, যি বিলাকক দণ্ডিত কৰা হৈছিল হত্যাকাণ্ড, সমকামিতা আৰু পাশৱিক আচৰণৰ কাৰণে।

গান্ধীয়ে মাজে মাজে তেওঁৰ ছে'লত খোজকাঢ়ে। এদিন তেওঁক ৱাৰ্ডেনে সতৰ্ক কৰি ক'লে যে তেওঁ এইদৰে খোজকাঢ়ি মজিয়াৰ পালিছ্ উঠাই পেলাইছে। এই সময়তে গান্ধীয়ে খুব বেয়াকৈ মূৰ-কামোৰণিত ভোগিছিল আৰু তেওঁৰ দম বন্ধ হৈ যোৱা যেন লাগিছিল। কেইদিনমান পিছতে তেওঁক কম্বল জোৰা লগোৱা কাম দিয়া হ'ল। তেওঁ এই কামটো মজিয়াত বহি উবুৰি খাই পৰি কৰিব লগা হৈছিল। ফলস্বৰূপে তেওঁৰ পিঠিৰ মেৰুদণ্ডত বৰকৈ বিষ হ'ল। কোঠাটোত কোনো টেবুল-চকী নাছিল আৰু বিছনাত কোনো তুলীও নাছিল। গান্ধীৰ দৃঢ় বিশ্বাস হ'ল যে জেনেৰেল স্মাট্‌ছে তেওঁৰ মনোবল ভাঙিব বিচাৰে, কিন্তু তেওঁতো গুৰি-ব'ঠা এৰি পলোৱা পাত্ৰ নহয়।

শনি-দেওবাৰে গান্ধীয়ে পঢ়াৰ বেছি সময় পায়। সেই সময়তে তেওঁ গো-গ্ৰাসে হাততে পোৱা কিতাপবোৰ পঢ়িব ধৰিলে। জেনেৰেল স্মাট্‌ছে তেওঁলৈ দুখন ধৰ্মগ্ৰন্থ পঠাইছিল। এই দুখন গ্ৰন্থ পঢ়ি শেষ কৰোঁতে তেওঁৰ বেছি সময় নালাগিল। তেওঁ ৰায়চাঁদজীৰ কবিতাৰ কিতাপখন প্ৰায় মুখস্থ কৰিয়েই পেলালে। উপনিষদ আৰু কাৰ্লাইলৰ 'ফ্ৰেঞ্চ ৰিভ'লিউশ্বন' গ্ৰন্থও তেওঁ পঢ়িব ধৰিলে। তদুপৰি এমাৰ্ছন, থোৰো, ৰাস্কিন আৰু

টলষ্টয়ৰ কেইখনমান কিতাপো তেওঁ পঢ়িলে। ইয়াতে তেওঁ আকৌ তামিল ভাষা শিকাৰ প্ৰয়াস কৰিলে, কিন্তু বৰ টান পোৱাত এই প্ৰয়াস বাদ দিলে।

মে' মাহৰ ২৪ তাৰিখে গান্ধীয়ে জে'লৰ পৰা খালাচ পাই বাহিৰ ওলাই দেখে যে এশতকৈয়ো অধিক ভাৰতীয় লোকে তেওঁৰ মুক্তিৰ কাৰণে অপেক্ষা কৰি আছে। তেওঁলোকে গান্ধীক লৈ শোভাযাত্ৰা কৰি পাৰ্কটাউনৰ ৰে'ল ষ্টেছনৰ ফালে গ'ল। বহুতে সেই সময়ত এটা শ্লোগান দিলে ঃ "হিন্দু-মুছলমানৰ ৰজাক অভিনন্দন।" গান্ধীয়ে এই শ্লোগানটো আগতে কেতিয়াও শুনা নাছিল। তেওঁৰ খুব হাঁহি উঠিল।

জোহানছবাৰ্গ পায়েই গান্ধীয়ে ভাৰতীয় নেতাসকলক লগ পালে। তেওঁলোকৰ পৰা গান্ধীয়ে শুনিলে যে সোনকালেই লণ্ডনত এখন বৈঠক হ'ব। এই বৈঠকতে দক্ষিণ আফ্ৰিকাৰ চাৰিখন স্বায়ত্ত-শাসিত প্ৰদেশ লগ লগাই 'ফেডাৰেল ইউনিয়ন অভ্ ছাউথ আফ্ৰিকা' নামে এখন দেশ গঠন কৰা হ'ব। এই দেশখন ব্ৰিটিশ্ব সাম্ৰাজ্যৰ অধীনত ডমিনিয়ন হিচাপে থাকিব। সেই উদ্দেশ্যেৰেই জেনেৰেল বোথা আৰু জেনেৰেল স্মাটছ্ লণ্ডনলৈ যাব। ভাৰতীয় নেতাসকলে ঠিক কৰিলে যে গান্ধী আৰু শেঠ হাজি হাবিবে দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ স্বাৰ্থৰ কথা তাত ক'ব। সেইকাৰণে নেতাসকলে তেওঁলোকক প্ৰথম শ্ৰেণীৰ জাহাজৰ টিকট কিনা হ'ল আৰু ২৩ জুনৰ দিনা যাত্ৰা স্থিৰ কৰিলে।

গান্ধীয়ে ঠিক কৰিলে যে লণ্ডনলৈ পাৰি দিয়াৰ আগতেই তেওঁ এবাৰ ফিনিক্স ফাৰ্মৰ পৰা আহিবগৈ। তেতিয়া জুন মাহ। বসন্তৰ শেষ ক্ষণত চাৰিওফালে ফুলে-ফলে জাতিষ্কাৰ। এনে পৰিবেশত গান্ধীৰ মন অতিকে' তৃপ্ত। যেতিয়া এই ৰুক্ষ পথাৰখন কিনিছিল, তেতিয়া গান্ধীয়ে ভাবিব পৰা নাছিল যে ইয়াত ইমান সেউজৰ সমাৰোহ হ'ব। তেওঁ জানে যে এয়া সকলো আশ্ৰমবাসীৰ কৃতিত্ব, বিশেষকৈ মগনলালৰ।

গান্ধীয়ে তেওঁলোকৰ কুটীৰৰ ওচৰ পাওঁতেই সৰু ল'ৰা দেৱদাসে তেওঁক দেখা পাই দৌৰি আহিল। সি ক'লে, "বাপু, বাপু, তোমাক নেদেখি মই বৰ কষ্ট পাওঁ।"

গান্ধীয়ে তাৰ মূৰত হাত বুলাই সস্নেহে ক'লে, "ময়ো তোমাক দেখিবলৈ নাপাই কষ্ট পাওঁ। তোমাৰ মা ক'ত আছে?"

"মা ৰান্ধনীঘৰত আছে বাপু। ব'লা। তোমাক মই কি নতুন খেলা শিকিছোঁ দেখুৱাওঁ"— এইদৰে কৈ সি গান্ধীৰ হাতত ধৰি টানি টানি খেলৰ পথাৰৰ ফালে লৈ গ'ল। গান্ধীয়েও একোকে নকৈ তাৰ পাছ ল'লে।

কস্তুৰবাই তেতিয়া সেই ঠাইৰ আশ্ৰম-জননী। সকলোৱে তেওঁক 'কস্তুৰবা' অৰ্থাৎ কস্তুৰ-মাতা বুলি মাতে। আমিও ইয়াৰ পিচত তেওঁক সেই বুলিয়েই উল্লেখ কৰিম।

সেইদিনা ৰাতি কস্তুৰবাৰ লগত গান্ধীৰ নিভৃতে দেখা হ'লত তেওঁৰ আসন্ন লণ্ডন যাত্ৰাৰ কথা গান্ধীয়ে ক'লে।

কস্তুৰবাই গভীৰ হুমুনিয়াহ কাঢ়ি ক'লে, "মই তোমাক ইমান দিন পিচত দেখা পালোঁ, তুমি আকৌ দূৰদেশলৈ যাব ওলালা।"

গান্ধীয়ে শান্তকণ্ঠে তেওঁক ক'লে, "কস্তুৰ, আমাৰ জীৱন সাধাৰণ মানুহৰ দৰে নহয়।"

কস্তুৰে লাহে লাহে ক'লে, " সেইটো মই অলপ দিন আগতেই গম পাইছোঁ, যেতিয়া তুমি জোহান্‌ছবাৰ্গৰ ঘৰ এৰি দি আমাক ইয়ালৈ পঠাই দিলা।"

গান্ধীয়ে ক'লে, "মই তোমালোকক কষ্ট দিয়াৰ কাৰণে দুঃখিত। মোক বিশ্বাস কৰা। কিন্তু মইনো কি কৰিব পাৰোঁ? সকলোৱেই নেতৃত্বৰ কাৰণে মোৰ মুখলৈকে চাই থাকে। এই সত্যাগ্ৰহ আন্দোলন চলিছেতো চলিছেই। কিন্তু আমি সকলোৱেই সদায় এক হ'ব লাগিব। একেলগে সত্যাগ্ৰহত ভাগ ল'ব লাগিব। ঈশ্বৰৰ কৃপাত পৰিশেষত আমি জয়লাভ কৰিমেই, চাই থাকা।"

কস্তুৰবাই ক'লে, "তুমি আমাৰ স্বামী আৰু বাকী জীৱনটোও তোমাৰ কথাই মানি চলিব লাগিব। ময়ো আন সকলোৰে সৈতে সকলো ত্যাগ কৰিবলৈ প্ৰস্তুত। তুমি যদি বিচৰা, মই আনকি জে'ললৈ যাবলৈকো সাজু।"

গান্ধীয়ে কৃতজ্ঞ কণ্ঠে ক'লে, "এনেকৈ কোৱাত তোমাক খুব ধন্যবাদ কস্তুৰ। আমি সকলোৱে হয়তো আকৌ জে'ললৈ যাব লগা হ'ব পাৰে। তাৰ আগতে মই লণ্ডনৰ পৰা আহোঁগৈ। তাত একো নঘটিলে হয়তো আমাৰ সংগ্ৰাম আৰু জোৰেৰে চলাব লাগিব।

কস্তুৰবাই সুধিলে, "তুমি লণ্ডনলৈ কেতিয়া যাত্ৰা কৰিবা?"

গান্ধীয়ে উত্তৰ দিলে, "অহা ২৩ জুন তাৰিখে।"

"মোক প্ৰতিশ্ৰুতি দিয়া যে লণ্ডনত থকাৰ সময়ত তুমি তোমাৰ স্বাস্থ্যৰ প্ৰতি চকু দিবা।" এইদৰে কৈ কস্তুৰবাই গান্ধীৰ ভৰি চুই প্ৰণাম কৰিলে।

গান্ধীয়ে মৰমেৰে ক'লে, "মোৰ স্বাস্থ্যৰ কাৰণে চিন্তা নকৰিবা কস্তুৰ। মোৰ নিশ্চিত বিশ্বাস যে ঈশ্বৰেই মোক এই কামৰ ভাৰ দিছে। মই ইমান ততাতৈয়াকৈ নমৰোঁ, কাৰণ সংগ্ৰাম এতিয়া আৰম্ভ হৈছেহে।" গান্ধী তাৰ পৰা উঠিল।

ব্ৰহ্মাচৰ্য যাপনৰ প্ৰতিজ্ঞাৰ পিছৰ পৰা গান্ধীয়ে কস্তুৰবাৰ লগতে একেটা কোঠাতে নোশোৱে।

ফিনিক্সৰ অধিবাসীসকলে এই কেইমাহত গান্ধীৰ আত্মিক বিকাশ লক্ষ্য নকৰাকৈ নাথাকিল। তেওঁলোকৰ দৃষ্টিত গান্ধী আৰু অধিক আধ্যাত্মিক, সত্যানিষ্ঠ আৰু নিৰ্ভীক

স্বৰূপে ধৰা দিলে। তেওঁৰ লক্ষ্যৰ পথত যেন কোনো বাধাই অতি উচ্চ নহয়, কোনো দেৱালেই অলংঘনীয় নহয়। এনেহে লাগিল যেন তেওঁ সেই কণ্টকাকীৰ্ণ পথৰ একক যাত্ৰী।

গান্ধীয়ে তেতিয়া সত্যাগ্ৰহ আন্দোলনৰ প্ৰতি তেওঁৰ জীৱন-মন সকলো সমৰ্পণ কৰিছে। তেওঁ তেতিয়া ৰাতি চাৰি ঘণ্টাৰো কম শোৱে আৰু বাকী থকা সময়খিনি 'ইণ্ডিয়ান অপিনিয়ন' কাকতৰ কাম আৰু লেখাত ব্যস্ত থাকে।

এদিন গান্ধীয়ে ডাৰ্বানলৈ আহি 'ইণ্ডিয়ান অপিনিয়ন'ৰ সৰু অফিচটোত তেওঁৰ সাপ্তাহিক 'স্তম্ভ' লিখি থকা সময়তে 'নাটাল মাৰ্কাৰি' পত্ৰিকাৰ এজন ৰিপ'ৰ্টাৰ তেওঁক লগ পাবলৈ আহিল।

সেই ৰিপ'ৰ্টাৰজনে তেওঁৰ টোকা বহী খুলি গান্ধীক সম্বোধন কৰি ক'লে, "মনতে ভাব হৈছে যে আপোনাৰ এই আন্দোলন কোনোফালেই অগ্ৰসৰ হোৱা নাই। এইদৰে আৰু আপুনি কিমান দিন চলাব পাৰিব।"

গান্ধীয়ে সামান্য দুঃখৰ হাঁহিৰ উত্তৰ দিলে, "এইটো সঁচা যে আমি প্ৰায় দুবছৰ ধৰি বহুতো দুঃখ ভোগ কৰিছোঁ। প্ৰায় দুহাজাৰ ট্ৰান্সভালৰ ভাৰতীয় অধিবাসীয়ে কাৰাবৰণ কৰিছে। ট্ৰান্সভালৰ চৰকাৰে ভাবিছে যে তেওঁলোকে এই জে'ল, জৰিমনা আৰু সম্পত্তি বাজেয়াপ্ত কৰি আমাৰ আন্দোলন ধ্বংস কৰিবলৈ সক্ষম হ'ব। কিন্তু তেওঁলোকৰ এই ধাৰণা ভ্ৰান্ত। মানৱ অধিকাৰৰ কাৰণে আমাৰ এই আন্দোলন ন্যায্য, আৰু যিমান দিনলৈকে আমাৰ যথাৰ্থ দাবী স্বীকাৰ কৰা নহয় তেতিয়ালৈকে আমাৰ আন্দোলন চলি থাকিব।

ৰিপ'ৰ্টাৰজনে ক'লে, "সকলোৱেই আপোনাক এজন 'ছেইণ্ট্' বুলি ক'ব ধৰিছে।"

গান্ধীয়ে বিনীতভাৱে উত্তৰ দিলে, "মই 'ছেইণ্ট' নহয়, এজন সাধাৰণ ভাৰতীয় মাত্ৰ।"

ৰিপ'ৰ্টাৰজনে মিচিকি হাঁহি মাৰি আকৌ ক'লে, "আপুনি যে এজন সাধাৰণ ভাৰতীয় নহয়, সেই কথা গোটেই পৃথিৱীৰ মানুহেই বুজি পাইছে। লণ্ডনৰ সকলো কাগজ-পত্ৰিকাত লেখা হৈছে যে আপোনাৰ এই আইন-অমান্য আন্দোলন অভিনৱ আৰু অভূতপূৰ্ব। বহুতে আকৌ এইটোও কৈছে যে আপুনি আমেৰিকান লেখক হেনৰি ডেভিদ থোৰোৰ লেখাৰ পৰা এই ধাৰণা পাইছে। কথাটো সঁচানে?

গান্ধীয়ে দৃঢ়কণ্ঠে ক'লে, "ওঁহো, সম্পূৰ্ণ সত্য নহয়। দুবছৰ আগতে আমি যেতিয়া এই সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰিছিলোঁ, তেতিয়া মই ইয়াৰ কাৰণে প্ৰেৰণা পাইছিলো

আমাৰ হিন্দু শাস্ত্ৰৰ অহিংস-নীতি পালনৰ অনুশাসনৰ পৰা। তাৰ পিচত 'থোৰো'ৰ লেখা পঢ়ি গম পালোঁ যে মোৰ বহুতো ধাৰণা তেওঁৰ 'ছিভিল ডিছঅ'বিডিয়েঞ্চ' কিতাপত আছে। কিন্তু এইটো কথা পাহৰি নেযাব যে 'থোৰো'য়ে এই লেখাৰ প্ৰেৰণা ইংৰাজীলৈ অনূদিত ভগবদ্‌গীতা আৰু উপনিষদৰ দৰে হিন্দু শাস্ত্ৰৰ পৰাই পাইছিল।

সেই ৰিপ'ৰ্টাৰজনে তাৰ পৰা উঠাৰ সময়ত ক'লে, "আপুনি মোৰ কাৰণে ইমান সময় দিয়াৰ কাৰণে ধন্যবাদ।"

সেই বছৰৰ ২৩ জুন তাৰিখে গান্ধী আৰু শেঠ হাজি হাবিবে কেপ্‌টাউন বন্দৰলৈ আহি 'এছ. এছ কেনিলৱৰ্থ' নামৰ জাহাজত উঠি লণ্ডন অভিমুখে যাত্ৰা কৰিলে।

## একবিংশ অধ্যায়

# লণ্ডনত তৃতীয়বাৰ

১৯০৯ চনৰ ১০ জুলাই তাৰিখে গান্ধী আৰু হাবিবে ইংলেণ্ডৰ ছাউথহেম্পটন বন্দৰত উপস্থিত হ'ল। তাত তেওঁলোকক 'অভ্যৰ্থনা' জনাবলৈ ৰয়টাৰৰ বাৰ্তা বিভাগৰ এজন ৰিপ'ৰ্টাৰৰ বাহিৰে আৰু কোনো নাছিল। তেওঁলোকে হোটেল 'ছিছিল'ত বস্তু-বাহানি থৈ লুইছ্ ৰিচৰ অফিচলৈ গ'ল। ৰিচে তেওঁলোকক দেখি অবাক। তেওঁ শুনিছিল যে এই প্ৰতিনিধিবৰ্গৰ মাজৰ কাচালিয়া আৰু চেট্টিয়াৰ গ্ৰেপ্তাৰ হৈছিল, সেয়েহে ভাবিছিল যে কোনোয়েই এইবাৰ নাহিব। যি নহওক, তেওঁলোকে লগে লগে কাম আৰম্ভ কৰিলে। তেওঁলোকে ব্ৰিটিশ্ব পাৰ্লামেণ্টৰ ভাৰতীয় সদস্য ছাৰ মাস্কাৰজী ভাওৱানগ্ৰীক ফোন কৰিলে আৰু লৰ্ড এম্পট্হিলক খবৰ দিলে। পিছদিনা তেওঁলোকে ৱেষ্টমিনিষ্টাৰ পেলেছ্ হোটেললৈ গ'ল। এই হোটেলটো ৱেষ্টমিনিষ্টাৰ এবিৰ ঠিক ওলোটাফালে আৰু ব্ৰিটিশ্ব পাৰ্লামেণ্ট ভৱনৰ ওচৰত।

লৰ্ড এম্পট্হিল আছিল লণ্ডনত গান্ধীয়েই প্ৰতিষ্ঠা কৰা ছাউথ আফ্ৰিকা ব্ৰিটিশ্ব ইণ্ডিয়ান কমিটিৰ প্ৰেছিডেণ্ট। তেওঁক গান্ধীয়ে প্ৰথম লগ ধৰাৰ দুসপ্তাহ পিছত যেতিয়া আকৌ দেখা কৰিলে, তেতিয়া লৰ্ড এম্পট্হিলে ক'লে, "গান্ধী, মাই বয়, ভাল খবৰ আছে, লৰ্ড ক্ৰু আৰু লৰ্ড ছেলবোৰ্ণৰ সৈতে মই ভালদৰে কথা-বতৰা হৈছোঁ আৰু লৰ্ড ম'ৰ্লিকো লগ ধৰিছোঁ। তেওঁলোকে এই বিষয়ত যথাসাধ্য সহায় কৰিম বুলি কথা দিছে। লৰ্ড কাৰ্জনেও এই বিষয়ত মোক সহায় কৰিছে।

লৰ্ড ক্ৰু আছিল সমস্ত ব্ৰিটিশ্ব ক'লনিৰ চেক্ৰেটাৰী অভ্ ষ্টেট্ছ, লৰ্ড ছেলবোৰ্ণ আছিল ছাউথ আফ্ৰিকাৰ কাৰণে ব্ৰিটিশ্ব হাইকমিছনাৰ, লৰ্ড ম'ৰ্লি ভাৰতৰ চেক্ৰেটাৰী অভ্ ষ্টেট্ আৰু লৰ্ড কাৰ্জন আছিল ভাৰতৰ ভূতপূৰ্ব ভাইছৰয়।

গান্ধীয়ে তেওঁৰ কথা শুনি অলপ উৎসাহিত হৈ ক'লে, "এয়া সঁচাই ভাল খবৰ, লৰ্ড এম্পট্হিল।"

লৰ্ড এম্পট্হিলে ক'লে, "কেৱল সেয়ে নহয়, মই জেনেৰেল বোথা আৰু জেনেৰেল স্মাট্ছৰ লগতো সাক্ষাৎ কৰাৰ সময় নিৰ্ধাৰণ কৰিছোঁ। পিছে এইবোৰ আলোচনা আমি গোপনে ৰাখিব লাগিব গান্ধী, কাৰণ দৌত্য কাম গোপনে সমাধা কৰিলেহে ফল পোৱা যায়। সেয়েহে এই বিষয়ত কোনো প্ৰকাৰৰ বিজ্ঞপ্তি বা ৰিপ'ৰ্টাৰৰ লগত সাক্ষাৎকাৰ দিব পৰা নহ'ব।"

গান্ধীয়ে এনে কথা শুনি নিৰাশ হ'ল। এনেকুৱা গোপন পথৰ কূটনীতি চলোৱাৰ প্ৰতি তেওঁৰ কোনো আস্থা নাছিল। তেওঁ বিশ্বাস কৰিছিল যে এনেবোৰ ব্যক্তিগত আলোচনাৰ পৰা কোনো ফল লাভ কৰা নাযায়।

ফলাফল গান্ধীয়ে ভবাৰ দৰেই হ'ল। গান্ধীয়েও বহুতো সাংবাদিক, পাৰ্লামেণ্টৰ সভ্য আৰু গভৰ্ণমেণ্টৰ ক্ষমতাশালী ব্যক্তিসকলক লগ ধৰিলে, কিন্তু কোনেও একো নকৰিলে। সকলোৱেই নিজৰ কামত ব্যস্ত, দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ বিষয়ে চিন্তা কৰিবলৈ সময় ক'ত।

এম্পটহিলৰ দৌত্যকাৰ্যও ঠিকেই চলিল, কিন্তু কাৰ্যকৰী কাম একোৱেই নহ'ল। কেইসপ্তাহমান পিছত গান্ধীয়ে তেওঁক লগ ধৰাত তেওঁ ক'লে ঃ

"গান্ধী, জেনেৰেল বোথা আৰু জেনেৰেল স্মাটছৰ লগত কথা পাতিছোঁ। দুঃখৰ বিষয় এয়ে যে তেওঁলোকে মাথোঁ সামান্য ৰেহাই দিবলৈহে মান্তি হৈছে। তেওঁলোকে ট্ৰান্সভাললৈ যোৱাৰ বাবে বছৰি ছজন শিক্ষিত এইছিয়াটিকক প্ৰৱেশ-পত্ৰ দিবলৈ ৰাজী।"

কথা শুনি গান্ধী অতিশয় মৰ্মাহত হ'ল। অৱশ্যে তেওঁ জানিছিল যে এইবোৰ ব্যক্তিগত সাক্ষাতৰে একো মীমাংসা কৰিব নোৱাৰি।

গান্ধীয়ে সুধিলে, "কিন্তু এইছিয়াটিক আইন বাতিল কৰাৰ কি হ'ল? সেইটোৱেইতো আমাৰ প্ৰধান দাবী।"

লৰ্ড এম্পটহিলে গম্ভীৰ কণ্ঠে উত্তৰ দিলে, "এইছিয়াটিক আইন বা ইমিগ্ৰেছন আইনৰ কোনো ধৰণৰ সলনি কৰিবলৈ তেওঁলোক সন্মত নহয়। এয়া তেওঁলোকৰ শেষ সিদ্ধান্ত।"

গান্ধীয়ে ক্ষুব্ধ কণ্ঠে ক'লে, "কিন্তু আমাৰ সমস্ত আন্দোলনটোৱেই হৈছে এই আইন বাতিল কৰাৰ কাৰণেই।"

লৰ্ড এম্পটহিলে আকৌ উত্তৰ দিলে, "সেইটো মই জানো। কিন্তু আমি বিচৰা বস্তুৰ সকলোবোৰেইতো সদায় নাপাওঁ। তুমি যদি আৰু বিচৰা, তেনেহ'লে তোমাৰ আৰু তোমাৰ দেশবাসীৰেই ক্ষতিসাধন হ'ব। অৱশ্যে তুমি যদি তোমাৰ আদৰ্শৰ কাৰণে আন্দোলন চলাই যোৱা, সেইয়া বেলেগ কথা।"

গান্ধীয়ে তেতিয়া লৰ্ড এম্পটহিলক তেওঁৰ এই প্ৰচেষ্টাৰ কাৰণে ধন্যবাদ দি তাৰ পৰা উঠি আহিল।

গান্ধীয়ে এতিয়া বুজি পালে যে এইবাৰ লণ্ডনলৈ অহাতো একপ্ৰকাৰ পণ্ডশ্ৰম। দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ এগাল ধন এনেয়ে ব্যয় হ'ল। কিন্তু কোনো সত্যাগ্ৰহীয়ে এনেদৰে অৰ্থৰ অপচয় কৰা অনুচিত। কৃচ্ছ্ৰসাধনাৰ মাজতে তেওঁলোকে বাস কৰা উচিত।

গান্ধীয়ে এই সময়ত হেন্‌ৰি পোলকক ভাৰতলৈ পঠিয়াইছিল 'কালা-কানুন'ৰ বিপক্ষে জনমত গঢ়ি তুলিবলৈ। পোলককো তেওঁ এই দৌত্যকৰ্মৰ ব্যৰ্থতাৰ কথা জনালে।

গান্ধী লণ্ডনলৈ আহি উপস্থিত হোৱাৰ সময়ত ইয়াৰ সংবাদ-পত্ৰবোৰ ছাৰ কাৰ্জন ৱালিৰ খুনৰ বিষয়ে উত্তাল হৈ আছে।

ছাৰ ৱালিয়ে আঠ দিন আগত মদনলাল ধিংড়া নামৰ এজন মাৰাঠি যুৱকৰ হাতত প্ৰাণ হেৰুৱাইছিল। তেওঁ আগতে বাংলাৰ সন্ত্ৰাসবাদীসকলৰ বিৰুদ্ধে চৰকাৰী উকিল আছিল, আৰু পিছত লণ্ডনৰ চেক্ৰেটাৰী অভ্ ষ্টেট্ অফিচৰ এজন পদস্থ কৰ্মচাৰী আছিল। ধিংড়া আছিল লণ্ডনৰ এজন ইঞ্জিনিয়াৰিঙৰ ছাত্ৰ। তেওঁ ভাৰতীয় বিপ্লৱী বিনায়ক ছাভাৰকৰৰ বক্তৃতাৰ দ্বাৰা উদ্বুদ্ধ হৈছিল। ছাভাৰকৰে তেতিয়া লণ্ডনৰ হাইগে'ট চহৰতলিত 'ইণ্ডিয়া হাউছ' নামৰ এটা হোষ্টেল চলায় আৰু তাত বহুতো ভাৰতীয় ছাত্ৰ থাকে। তেওঁলোকৰ প্ৰায়বোৰেই ছাভাৰকৰৰ হিংসাত্মক নীতিৰ দ্বাৰা প্ৰভাৱান্বিত, তাৰ ভিতৰত বিশেষ ব্যক্তি আছিল ধিংড়া।

গান্ধীয়ে এই হোষ্টেললৈ ১৯০৬ চনত লণ্ডনত থকাৰ সময়ত কেইবাৰমান গৈছিল। হোষ্টেলটোৰ প্ৰধান পৃষ্ঠপোষক আছিল শ্যামজী কৃষ্ণবৰ্মা। কৃষ্ণবৰ্মা এজন পণ্ডিত ব্যক্তি আৰু তেওঁ কেইবাটাও ভাৰতীয় আৰু ইউৰোপীয় ভাষা জানিছিল। বিত্তৱান হৈয়ো তেওঁ কৃচ্ছ্ৰ জীৱনযাপন কৰিছিল আৰু এই ইণ্ডিয়া হাউছৰ বহু ছাত্ৰৰ ভৰণ-পোষণৰ ব্যয়ভাৰ বহন কৰিছিল। তেওঁ 'দি ইণ্ডিয়ান ছছিঅ'লজিষ্ট' নামৰ এখন পত্ৰিকা প্ৰকাশ কৰিছিল। এই পত্ৰিকাত বিশেষকৈ বিপ্লৱাত্মক মতবাদ প্ৰচাৰ কৰিছিল। কৃষ্ণবৰ্মাৰ দৰে ছাভাৰকৰেও বিশ্বাস কৰিছিল যে একমাত্ৰ সশস্ত্ৰ বিপ্লৱৰ মাজেৰেহে ভাৰতৰ স্বাধীনতা অৰ্জন সম্ভৱ হ'ব।

গান্ধীয়ে এই ছাৰ কাৰ্জনৰ খুনৰ খবৰ পাই খুব দুখ পালে। যদিও তেওঁ মনে মনে ধিংড়াৰ সাহস আৰু দেশ-প্ৰেমক প্ৰশংসা কৰিলে, তথাপি এই হিংসা-বৃত্তি অৱলম্বনক তেওঁ কেতিয়াও সমৰ্থন নকৰে। তেওঁ বুজিব পাৰিছিল যে ধিংড়াই মদ্যাসক্তৰ দৰে ছাভাৰকৰৰ এই বিপ্লৱী নীতিৰ দ্বাৰা ইমানেই মত্ত হৈছিল যে নিজৰ জীৱন বলি দিবলৈ সামান্য সংকোচবোধ কৰা নাছিল। কিন্তু গান্ধীৰ মত অনুসৰি প্ৰকৃত সাহস হৈছে দীৰ্ঘকালীন দেশ আৰু সমাজৰ কল্যাণৰ হকে সকলো ধৰণৰ কষ্টভোগ কৰা।

ধিংড়াক ঘটনাথলীতে হাতে-লোটে ধৰা হৈছিল আৰু বিচাৰত দোষী সাব্যস্ত কৰা হ'ল। তেওঁক ফাঁচি-দণ্ড দিলে। এই চক্ৰান্তত ছাভাৰকৰ জড়িত থকাৰ প্ৰমাণ পোৱাৰ পিছত তেওঁৰ নামেও হুলিয়া জাৰি কৰা হ'ল, কাৰণ তেওঁ সেই সময়ত কৃষ্ণবৰ্মাৰ লগত পেৰিছত আছিল। কেইদিনমান পিছত ছাভাৰকৰে স্বেচ্ছাই ব্ৰিটিশ্ব পুলিচৰ ওচৰত

আত্মসমৰ্পণ কৰে। তেওঁৰ শাস্তি হ'ল যাবজ্জীৱন কাৰাদণ্ড আৰু তেওঁক নি আন্দামান দ্বীপত বন্দী কৰি থ'লে। ১৯২৪ চনত তেওঁক ভাৰতৰ মূল খণ্ডলৈ আনি অন্তৰীণ কৰি ৰখা হয়। তেতিয়া তেওঁৰ একচল্লিছ বছৰ বয়স হ'লেও ভগ্ন-দেহৰ কাৰণে তেওঁক ষাঠি বছৰৰ প্ৰৌঢ় যেন দেখি।

গান্ধী লণ্ডনত থকাৰ সময়ত ছাভাৰকৰ তেতিয়া ভাৰতীয় ছাত্ৰসকলৰ ওচৰত ছাব্বিছ বছৰৰ এক আকৰ্ষণীয় নেতা। সেই বছৰৰে ২৪ অক্টোবৰ তাৰিখে 'দছেৰা' উৎসৱৰ সময়ত ভাৰতীয় ছাত্ৰসকলে গান্ধী আৰু ছাভাৰকৰক এখন ভোজ-সভালৈ আমন্ত্ৰণ জনালে। গান্ধী তালৈ বহুত আগতে অহাত তেওঁলোকৰ ৰন্ধা-বঢ়া কামতে হাত লগালে। পিচত যেতিয়া সভাখনত গান্ধীক সভাপতিত্ব কৰাৰ কাৰণে আহ্বান জনোৱা হ'ল তাত উপস্থিত বহুতেই আচৰিত হৈ লক্ষ্য কৰিলে যে অলপ আগতে ৰান্ধনি হৈ সহায় কৰা লোকজনেই মোহন দাস গান্ধী।

'দছেৰা' হ'ল ৰামৰ দ্বাৰা ৰাৱণক নিধন কৰাৰ উৎসৱ পালন। গান্ধীয়ে তেওঁৰ বক্তৃতাত ৰামৰ চৰিত্ৰৰ গুণ-গান কৰাত লাগিল ঃ "ৰাম আছিল এক ঐতিহাসিক চৰিত্ৰ আৰু সেই হিচাপেই সকলো ভাৰতীয়ই তেওঁক মহানায়ক বা একতাৰ প্ৰতিমূৰ্তিস্বৰূপে গণ্য কৰে। ৰামৰ আত্মত্যাগৰ কথা আপোনালোকে চিন্তা কৰক— পিতৃসত্য পালনৰ কাৰণে চৈধ্য বছৰ বনবাসলৈ গৈ অশেষ দুঃখভোগ কৰিছে। ৰামৰ স্ত্ৰী সীতায়ো স্বামীৰ লগতে সমানে কষ্টভোগ কৰিছিল। তেওঁ প্ৰৱিত্ৰতাৰ প্ৰতীক। বিশ্বস্ত ভ্ৰাতৃ লক্ষ্মণেও এই চৈধ্য বছৰ কৃচ্ছ্ৰসাধন কৰিছে। এওঁলোকৰ দৰে চাৰিত্ৰিক নিষ্ঠা, আত্মত্যাগ আৰু কৃচ্ছ্ৰতা অৰ্জন কৰিহে ভাৰতে স্বাধীনতা অৰ্জন কৰিব আৰু ই অসত্যৰ বিৰুদ্ধে সত্যৰ জয়লাভৰ চামিল হ'ব।"

'দছেৰা'ৰ আগৰ ন দিন হৈছে নৱ-ৰাত্ৰি, যেতিয়া দেৱী দুৰ্গাৰ পূজা কৰা হয়। ছাভাৰকৰে উঠি দেৱী দুৰ্গাৰ গুণ-গান কৰিবলৈ আৰম্ভ কৰিলে। অসুৰ-দলনী দুৰ্গাই তেওঁৰ শত্ৰুবোৰ নিধন কৰিছিল নিৰ্মমহস্তে, যিদৰে ৰামে ৰাৱণক হত্যা কৰি ৰামৰাজ্য স্থাপন কৰিছিল। অৰ্থাৎ তেওঁৰ বক্তব্য এয়ে যে দুৰ্গাৰ দৰে ইংৰাজসকলক যুদ্ধক্ষেত্ৰত পৰাভূত কৰিহে ভাৰতৰ স্বাধীনতা লাভ সম্ভৱ।

সেই ভোজসভাত ভি. ভি. এছ, আয়াৰ, আছফ আলি আৰু টি. এছ. এছ. ৰাজন উপস্থিত আছিল। তেওঁলোক সকলোৱেই গান্ধীৰ এই সংক্ষিপ্ত বক্তৃতাত মুগ্ধ। ৰাজনে ভাবিলে যে এওঁৱেই সেই মহান ব্যক্তি, যিজনৰ নেতৃত্বত হয়তো ভাৰতে এদিন স্বাধীনতা ঘুৰাই পাব।

এইবাৰ লণ্ডনত থকাৰ সময়তে গান্ধীয়ে পঢ়া তিনিটা লেখাই তেওঁৰ চিন্তাধাৰাক বিশেষভাৱে প্ৰভাৱিত কৰিলে। লেখাকেইটা হ'ল— এডোৱাৰ্ড কাৰ্পেণ্টাৰৰ

'ছিভিলাইজেছন— ইটছ্ কজ্ এণ্ড কিয়'ৰ নামৰ কিতাপ, 'ইলাষ্ট্ৰেটেড্ লণ্ডন নিউজ' পত্ৰিকাত প্ৰকাশিত ব্ৰিটিশ্ব সাহিত্যিক জি.কে. চেষ্টাৰটনৰ ভাৰতৰ স্বাধীনতা সম্পৰ্কে মন্তব্য আৰু বিখ্যাত সাহিত্যিক আৰু চিন্তাবিদ লিঅ' টলষ্টয়ৰ লেখা 'লেটাৰ টু এ হিন্দু।'

কাৰ্পেণ্টাৰৰ কিতাপত কোৱা হৈছে যে সভ্যতা হৈছে এক ব্যাধি, যদিও ইয়াক দূৰ কৰিব পাৰি। এই দূৰ কৰাৰ ব্যৱস্থা হ'ল প্ৰকৃতিৰ মাজলৈ উভতি যোৱা, দলবদ্ধভাৱে বাস কৰা, য'ত সৰল জীৱন আৰু অনাড়ম্বৰ পোছাক হ'ব সকলোৰে আদৰ্শ। মানুহে বাস কৰিব মুক্ত বতাহৰ মাজত আৰু খাদ্য হ'ব খাদ্য-শস্য আৰু ফলমূল। কাৰ্পেণ্টাৰে নিৰামিষ খাদ্যৰ উপকাৰিতাৰ কথা ক'লে। তেওঁৰ মতে এই খাদ্যই ইন্দ্ৰিয়-দমন আৰু শান্তিপূৰ্ণ জীৱন-যাত্ৰাক সহায় কৰে। গান্ধীয়ে এই লেখাটোত যেন নিজৰ চিন্তাৰ প্ৰতিধ্বনি শুনিবলৈ পালে।

চেষ্টাৰটনে তেওঁৰ প্ৰবন্ধত শিক্ষিত ভাৰতীয়সকলে ইউৰোপীয়ানসকলক নকল কৰাৰ তীব্ৰ নিন্দা কৰিলে। তেওঁ ক'লে যে ভাৰতীয়সকলে নিজৰ পদ্ধতিত বাচি থকাৰ অধিকাৰ আছে, যদিও তাৰ পৰিণাম হয়তো হ'ব ধ্বংস। তেওঁ ব্যংগ কৰি লিখিছে— "কামৰ মাজেৰে ভাৰতীয়সকলৰ প্ৰকাশ কৰাৰ অধিকাৰ আছে। তেওঁলোকে ভাৰতীয় হিচাপে বাস কৰাৰ স্বাধীনতাও আছে। কিন্তু হাৰ্বাট স্পেনছাৰ কোনো ভাৰতীয় নহয়, তেওঁৰ দৰ্শন ভাৰতৰ দৰ্শন নহয়।" গান্ধীৰ এই যুক্তি বৰ ভাল লাগিল।

কিন্তু গান্ধী আটাইতকৈ বেছি উপকৃত হ'ল টলষ্টয়ৰ প্ৰবন্ধটো পঢ়ি। টলষ্টয়ে এইটো লিখিছিল বিপ্লৱী তাৰক নাথ দাসৰ চিঠিৰ উত্তৰস্বৰূপে। দাসে কানাডাৰ ভেংকুভাৰ চহৰৰ পৰা 'ফ্ৰি হিন্দুস্থান' নামৰ এখন মাহেকীয়া পত্ৰিকা উলিয়ায়। যদিও টলষ্টয়ৰ প্ৰবন্ধটো লেখা হৈছিল ১৯০৮ চনত, তথাপি এইটো টাইপ আকাৰতহে ভাৰতীয়সকলৰ মাজত প্ৰচাৰিত হৈছিল। ইয়াত টলষ্টয়ে প্ৰশ্ন কৰিছিল কেনেকৈ এটা বাণিজ্যিক কোম্পানীৰ ৩০,০০০ (ত্ৰিছ হাজাৰ) ব্ৰিটিশ্বে শক্তি-সামৰ্থ্য থকা, বুদ্ধিমান আৰু স্বাধীনতাকামী ২০০ মিলিয়ন ভাৰতীয়ক দাসত্বত পৰিণত কৰে? ইয়াৰ উত্তৰো তেওৱেঁই দিছে, "ভাৰতীয়সকলে নিজেই নিজকে দাসত্ব-বন্ধনত আবদ্ধ কৰিছে।"

টলষ্টয়ে আৰু লিখিলে যে ভাৰতীয়সকলৰ বন্দুক-কামান বা সন্ত্ৰাসবাদতকৈও অন্য এক শক্তিশালী অস্ত্ৰ আছে— সেইটো হ'ল ব্ৰিছিছসকলৰ লগত সম্পূৰ্ণ অসহযোগিতা। তেওঁলোকে যদি শাসক সম্প্ৰদায়, মেজিষ্ট্ৰেট, কৰ বিভাগ বা মিলিটেৰিৰ লগত সহযোগিতা নকৰে, তেনেহ'লে তেওঁলোকে এই দাসত্বৰ পৰা মুক্ত হ'ব পাৰে। কেৱল সেইটোৱেই নহয়, ভাৰতে বৰ্তমান পশ্চিমীয়া সভ্যতাৰ সকলো প্ৰভাৱ বৰ্জন কৰিব লাগিব। যি প্ৰয়োজন, সেইটো হৈছে প্ৰেম। প্ৰেমেই কেৱল তেওঁলোকক দুৰ্দৈৱৰ পৰা ৰক্ষা কৰিব পাৰিব।

গান্ধীয়ে তেতিয়া সাহস সঞ্চয় কৰি ১৯০৯ চনৰ ১ অক্টোবৰ তাৰিখে টলষ্টয়লৈ এখন চিঠি লিখিলে। চিঠিত তেওঁ দক্ষিণ আফ্ৰিকাৰ সত্যাগ্ৰহ আন্দোলনৰ কাহিনী বৰ্ণনা কৰিলে। তেওঁ লিখিলে যে টলষ্টয়ৰ 'লেটাৰ টু এ হিন্দু' প্ৰবন্ধটো তেওঁ মুদ্ৰিত আকাৰে প্ৰকাশ কৰাৰ অনুমতি বিচাৰে। তেওঁ এইটোও লিখিলে যে প্ৰবন্ধটোৰ মাজত জন্মান্তৰবাদক 'কুসংস্কাৰ' বুলি অভিহিত কৰা অংশটো তেওঁ বাদ দিব বিচাৰে, কিয়নো কোটি কোটি ভাৰতবাসীয়ে এই তত্ত্ব বিশ্বাস কৰে, সেয়েহে এই অংশটোৰ কাৰণে তেওঁলোকে খুব মনৰ আঘাত পাব।

টলষ্টয়ে এই চিঠিৰ উত্তৰত লিখিলে যে কাম্য পৰিবৰ্তনেৰে প্ৰবন্ধটো ছপোৱাত তেওঁৰ কোনো আপত্তি নাই। চিঠিখন পাই গান্ধীয়ে প্ৰবন্ধটোৰ ২০,০০০ কপি ছপাই পৰিচিতসকলৰ মাজত বিতৰণ কৰিব ধৰিলে। ডাঃ প্ৰাণজীৱন মেহতাই এই ছপা কামৰ খৰচ বহন কৰিছিল।

গান্ধীয়ে টলষ্টয়ক দ্বিতীয় চিঠি লিখিলে সেই বছৰৰ দহ নবেম্বৰ তাৰিখে। দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ সমস্যাৰ একো সমাধান কৰিব নোৱৰা অৱস্থাতে গান্ধীয়ে এই চিঠি লেখিছিল। টলষ্টয়লৈ তেওঁ লিখিলে যে ট্ৰান্সভালত ভাৰতীয়সকলে যি সত্যাগ্ৰহ আন্দোলন কৰিছে, সি আধুনিক ইতিহাসত তুলনাবিহীন। এইটো যদি সফল হয়, তেনেহ'লে ই হ'ব ভাৰত তথা বিশ্বৰ নিপীড়িত মানুহৰ পথ-প্ৰদৰ্শক। গান্ধীৰ তেতিয়া স্থিৰ বিশ্বাস আছিল যে তেওঁৰ অহিংস আন্দোলনে যি কোনো সাম্ৰাজ্যক ধ্বংস কৰিবলৈ সক্ষম। এই চিঠিৰ লগতে তেওঁ জোছেফ্ ডোক লিখিত 'এম. কে. গান্ধী ঃ এন ইণ্ডিয়ান প্ৰেট্ৰিয়ট' কিতাপখনৰ কপি এটাও টলষ্টয়লৈ পঠাই দিলে।

দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় সমস্যাৰ সমাধানত সম্পূৰ্ণ ব্যৰ্থ হৈ গান্ধীয়ে ১৩ নবেম্বৰত কিণ্ডোনান কেছল' নামৰ দক্ষিণ আফ্ৰিকা গামী জাহাজত উঠিল। তেওঁৰ চিন্তা জগতত তেতিয়া পাক্-ঘূৰণি খাইছিল ভাৰতৰ স্বাধীনতাৰ উদ্দেশ্য, হিংসাত্মক সংগ্ৰাম বনাম অহিংসা সত্যাগ্ৰহৰ নানান যুক্তি। সেয়েহে জাহাজত উঠিয়েই তেওঁ লিখিব আৰম্ভ কৰিলে 'হিন্দ-স্বৰাজ' বা ভাৰতৰ স্বায়ত্তশাসন নামে এখন কিতাপ। তেওঁ এই কিতাপখন নদিনৰ ভিতৰত লিখি শেষ কৰিলে। ২৭১ পৃষ্ঠাৰ এই পাণ্ডুলিপি তেওঁ লিখিছিল জাহাজৰ নোট পেডত আৰু লিখোঁতে দুয়োটা হাত ব্যৱহাৰ কৰিছিল। সোঁহাত ক্লান্ত হ'লে বাওঁহাতেৰে তেওঁ লিখে। 'সম্পাদক' আৰু 'পাঠক'ৰ কথোপকথনৰ আৰ্হিত লিখা কিতাপখন আছিল গুজৰাটী ভাষাত লিখিত।

'হিন্দ-স্বৰাজ' কিতাপখনৰ প্ৰধান প্ৰতিপাদ্য বিষয় এক অৰ্থত ক'বলৈ গ'লে নিজৰ সত্তাৰ ওপৰত কৰ্তৃত্ব। ৰাজনৈতিক অৰ্থত ই হৈছে স্বায়ত্ত শাসন। কিন্তু এই শাসন প্ৰকৃততে কাৰ্যকৰী হ'ব তেতিয়া, যেতিয়া নেতাসকলে আৰু নাগৰিকসকলে নিজৰ ইন্দ্ৰিয়ক দমন কৰি দেশৰ কল্যাণৰ অৰ্থে আত্মনিয়োগ কৰিব পাৰিব।

আধুনিক পশ্চিমীয়া সভ্যতা হিংসাৰ ওপৰত ভিত্তি কৰি প্ৰতিষ্ঠিত। ইয়াৰ প্ৰমাণ পোৱা যায় বোমা-বন্দুক আৰু কামানৰ বহুল প্ৰয়োগৰ মাধ্যমেৰে। কিন্তু ভাৰতীয় সভ্যতাৰ মৰ্মবাণী হৈছে অহিংসা, মৈত্ৰী আৰু বিভিন্ন ধৰ্মাবলম্বীৰ সহাৱস্থান। ভাৰতীয়সকলে সেয়েহে সৰল জীৱন, স্বদেশী দ্ৰব্য ব্যৱহাৰ আৰু সত্যাগ্ৰহৰ মাধ্যমেৰেই এই ৰাজনৈতিক স্বায়ত্ত শাসন অৰ্জন কৰিবলৈ সক্ষম হ'ব।

'ধৰ্ম' গান্ধীৰ মতে হৈছে সৰ্ব-ধৰ্মৰ মিলন, য'ত হিন্দু-মুছলমানৰ মাজত কোনো ভেদভাৱ নাথাকিব, য'ত বিভিন্ন ধৰ্মৰ আনুষ্ঠানিক ক্ৰিয়া-পদ্ধতি হ'ব গৌণ। তেওঁ ধৰ্মক নৈতিক ভিত্তিৰ ওপৰত থিয় কৰাব বিচাৰে, য'ত সঁচা সভ্যতাৰ অৰ্থ সমভ্ৰাতৃত্ব, স্বাধীনতা আৰু পাৰস্পৰিক সহায়তা। ট্ৰান্সভালত গান্ধীয়ে যি সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰিছিল, 'হিন্দ-স্বৰাজ'ত যেন তাৰ তত্ত্বগত যথাৰ্থ বৰ্ণনা কৰিলে।

হিন্দ স্বৰাজ কিতাপত সম্পাদক আৰু পাঠকৰ মাজত কথোপকথনৰ অলপ আৰ্হি তলত দিয়া হ'ল ঃ

"পাঠক ঃ প্ৰথমে আমি কেইজনমান ইংৰাজক হত্যা কৰিম আৰু সন্ত্ৰাসৰ সৃষ্টি কৰিম। তাৰ পিছত আমি কিছু লোকে অস্ত্ৰ-শস্ত্ৰ লৈ প্ৰকাশ্যেই যুদ্ধ ঘোষণা কৰিম। আমি হয়তো কুৰিৰ পৰা পঁচিছ লক্ষ লোক হেৰুৱাম, কিন্তু আমাৰ দেশখন ঘূৰাই পাম। আমি গেৰিলা যুদ্ধ কৰি ইংৰাজসকলক পৰাজিত কৰিম।

সম্পাদক ঃ ইয়াৰ অৰ্থ হ'ল তোমালোকে পবিত্ৰ ভাৰতক অপবিত্ৰ কৰিব বিচৰা। কিন্তু তোমালোকে হত্যাৰ মাজেৰে ভাৰতক মুক্ত কৰিবলৈ ভয় নোখোৱানে? আমাৰ যি কৰিব লগা আছে সি হৈছে আত্মত্যাগ। অন্যক হত্যা কৰাত কোনো গৌৰৱ নাই। এই খুন কৰি তোমালোকে কাক মুক্ত কৰিব বিচৰা। কোটি কোটি ভাৰতবাসীয়েতো সেইটো নিবিচাৰে। যিসকল শোচনীয় বৰ্তমানৰ সভ্যতাৰ দ্বাৰা প্ৰভাৱিত তেওঁলোকেহে এই ধৰণৰ চিন্তা কৰে। যিসকলে হত্যাৰ মাধ্যমেৰে শাসনভাৰ দখল কৰিব তেওঁলোকে ভাৰতক সুখী নকৰে। যিসকলে ভাবে যে ধিংড়াৰ দৰে কাম কৰিলে ভাৰত অগ্ৰসৰ হ'ব তেওঁলোকে প্ৰচণ্ড ভুল কৰিব। সন্দেহ নাই যে ধিংড়া এজন স্বদেশপ্ৰেমী, কিন্তু তেওঁৰ এই প্ৰেম এক অন্ধ প্ৰেম। তেওঁ দেহ দান কৰিলে ভুল পথত, যিটোৰ পৰিণতি হ'ব ভয়ংকৰ।"

গান্ধীৰ মতে প্ৰকৃত স্বায়ত্ত শাসন তেতিয়াই সম্ভৱ, যেতিয়া ইয়াৰ চালিকা শক্তি হয় অহিংস প্ৰতিৰোধ।

'হিন্দ স্বৰাজ' 'ইণ্ডিয়ান অপিনিয়ন' পত্ৰিকাৰ এটাৰ পিছত এটাকৈ দুটা সংখ্যাত গুজৰাটী ভাষাত প্ৰকাশিত হ'ল। কেলেনবাকৰ অনুৰোধ ক্ৰমে গান্ধীয়ে 'হিন্দ স্বৰাজ'ৰ ইংৰাজী অনুবাদ কিতাপ আকাৰে প্ৰকাশ কৰিলে। কিতাপখনৰ নাম দিলে 'ইণ্ডিয়ান হ'ম ৰুল'। বোম্বাই চৰকাৰে ততাতৈয়াকৈ এইখন বাজেয়াপ্ত কৰিলে।

গান্ধীয়ে কিতাপখনৰ একপি ৰাছিয়াৰ সাহিত্যিক টলষ্টয়লৈকো পঠাই দিলে।

তেতিয়া গান্ধী সমস্ত ভাৰততে পৰিচিত। বাংলা প্ৰাদেশিক কমিটিয়ে ভাৰতীয় জাতীয় কংগ্ৰেছৰ পৰৱৰ্তী অধিবেশনৰ সভাপতি হিচাপে গান্ধীৰ নাম উত্থাপন কৰাৰ প্ৰস্তাৱ তুলিলে। সেই বছৰৰ শেষত লাহোৰ কংগ্ৰেছত গোখলেই গান্ধীৰ সম্পৰ্কে ক'লে ঃ

"এইটো মোৰ জীৱনৰ এটা ডাঙৰ সৌভাগ্য যে মই গান্ধীক ব্যক্তিগতভাৱে জানো আৰু ক'ব পাৰোঁ যে তেওঁৰ দৰে পৱিত্ৰ, মহান, সাহসী আৰু উন্নত আত্মিক চৰিত্ৰৰ পুৰুষ এই ধৰাধামত ক'তো আৱিৰ্ভূত হোৱা নাই.... তেওঁ মানুহৰ মাজত মানুহ, নায়কৰ মাজত নায়ক, আৰু আমি এই কথা ক'বলৈ গৰ্ব অনুভৱ কৰোঁ যে তেওঁৰ মাজেদিয়েই বৰ্তমান ভাৰতীয় সমাজে এক উচ্চ স্তৰত উপস্থিত হৈছে।"

* * *

গান্ধীয়ে জাহাজৰ পৰা কেপ্‌টাউন বন্দৰত নামিল। তেতিয়া তেওঁ স্পষ্টকৈ বুজিব পাৰিছে যে তেওঁৰ লণ্ডনত চলোৱা সমস্ত প্ৰয়াস ব্যৰ্থতাত পৰ্যবসিত হৈছে। গতিকে সত্যাগ্ৰহ আন্দোলন চলাই যোৱাৰ বাহিৰে তেওঁৰ সন্মুখত আৰু কোনো পথ নাই। কিন্তু এই আন্দোলন কেনেকৈ চলাই ৰাখিব? তেওঁৰ আইন ব্যৱসায় তেতিয়া স্তিমিতপ্ৰায়, যিখিনি আছে সেয়াও তেওঁ পৰিত্যাগ কৰিব বিচাৰে। ইতিমধ্যে তেওঁৰ কিছু ব্যক্তিগত দেনাও বাকী আছে। তেওঁৰ কোনো স্থায়ী ঘৰ নাই আৰু আয়ৰো কোনো নিৰ্ধাৰিত পথ নাই। 'সত্যাগ্ৰহ এছোছিয়েশ্বন'ৰ ভাণ্ডাৰো প্ৰায় শূন্য। কিন্তু সত্যাগ্ৰহীসকলৰ সংসাৰৰ পোহ-পালৰ কাৰণে ন্যূনতম অৰ্থ সাহায্য নকৰিলে তেওঁলোকে কাৰাবৰণ কৰিব নোৱাৰে। এইবোৰ কথা ভাবি গান্ধী অতিশয় ম্ৰিয়মাণ হৈ পৰিল।

তেতিয়া যেন ভগৱানেহে মুখ তুলি চালে। হঠাৎ তেওঁ গোখলেৰ পৰা এক অপ্ৰত্যাশিত টেলিগ্ৰাম পালে। বিখ্যাত ভাৰতীয় শিল্পপতি ৰতন জামছেদ টাটাই ট্ৰান্সভালৰ সত্যাগ্ৰহ আন্দোলনৰ কাৰণে পঁচিছ হাজাৰ টকা দান কৰিছে। অকল সেয়াই নহয়, গোখলেৰ অনুৰোধত বিকানিৰৰ মহাৰাজাই এহেজাৰ, মহীশূৰৰ মহাৰাজাই দুহেজাৰ, আৰু হায়দৰাবাদৰ নিজামে দুহেজাৰ পাঁচশ টকা দিবলৈ সন্মত হৈছে। গান্ধীয়ে তেতিয়া গোখলেক আৰ. জে. টাটা আৰু অন্যান্যসকলক ধন্যবাদ দিবৰ কাৰণে ততাতৈয়াকৈ তেওঁলৈ এক বাৰ্তা পঠালে।

সেই সময়তে গান্ধীয়ে এটা কথা বুজি পালে যে ট্ৰান্সভালত সত্যাগ্ৰহ আন্দোলন চলাবলৈ গ'লে তাতে এখন কৃষি-ফাৰ্ম স্থাপন কৰিব লাগিব, কাৰণ ফিনিক্স উপনিৱেশ

আছিল নাটালত, য'ৰ পৰা ট্ৰাঞ্চভাললৈ ৰে'লগাড়ীত আহিলে চৌবিছ ঘণ্টাতকৈও বেছি সময় লয়। সেই কাৰণে সত্যাগ্ৰহীসকলৰ পৰিবাৰবোৰক ফিনিক্সত ৰখা অতি কষ্টকৰ।

এই সময়ত গান্ধীৰ ধনী বন্ধু, স্থপতি হাৰ্মান কেলেনবাকে গান্ধীক আটাইতকৈ ডাঙৰ উপহাৰটো দিলে। তেওঁ জোহান্‌ছবাৰ্গৰ পৰা কুৰি মাইল দূৰত ঘৰ-দুৱাৰৰ সৈতে এঘাৰ শ একৰ এখন কৃষি ফাৰ্ম বিনা ভাৰাই সত্যাগ্ৰহীসকলৰ ব্যৱহাৰৰ কাৰণে দিলে। তাত প্ৰায় এহেজাৰ জোপা সুমথিৰা টেঙাৰ গছ, বেদানা আৰু আঙুৰ ফলৰ গছ আছিল, আৰু আছিল দুটা কুঁৱা, এটা নিজৰা। ফাৰ্মখনৰ সৰু পাহাৰৰ পিছফালে থকা সমতলভূমি আছিল অত্যন্ত সাৰুৱা। গান্ধীয়ে এই কৃষি-ফাৰ্মৰ নাম  দিলে 'টলষ্টয় ফাৰ্ম'।

সেই সময়ত প্ৰায় দুমাহ সকলোৱে তাত তম্বু তৰি থাকিল। তাৰ পিছতে কেলেনবাকৰ পৰিচালনাত লোহাৰ ফ্ৰেমৰ কেইটামান ঘৰ সজা হ'ল। কেইজনমান দক্ষ শ্ৰমিকো নিয়োগ কৰিলে, বাকীবোৰ কাম আশ্ৰমবাসীয়েই সমাধা কৰিলে। কেলেনবাকেও তেওঁৰ বিশাল প্ৰাসাদ সদৃশ ঘৰ এৰি এই ফাৰ্মখনতে থাকিবলৈ ল'লে। প্ৰথমতে টলষ্টয়-ফাৰ্মৰ অধিবাসীৰ সংখ্যা আছিল চল্লিছজন পুৰুষ, তিনিজন বৃদ্ধ, পাঁচগৰাকী মহিলা আৰু ত্ৰিছটা ল'ৰা-ছোৱালী। পিছত এই সংখ্যা বঢ়া-টুটা নিৰ্ভৰ কৰিছিল সত্যাগ্ৰহীসকলৰ গ্ৰেপ্তাৰ আৰু খালাচৰ ওপৰত। আশ্ৰমবাসীসকলৰ মাজত আছিল হিন্দু, মুছলমান, খ্ৰীষ্টান আৰু পাৰ্চী।

আশ্ৰমবাসীসকলে নিজৰ খাদ্যশস্য তাতেই উৎপন্ন কৰিছিল আৰু ঘেঁহুৰ পৰা আটা তৈয়াৰ কৰিছিল। অলপমান ঘেঁহুৰ পৰা আকৌ গান্ধীৰ নিৰ্দেশত টোষ্ট কৰি কেৰামেল 'কফি' কৰা হৈছিল। তেওঁলোকে সুমথিৰাৰ পৰা মোৰব্বা আৰু বাদামৰ পৰা তেল-মাখন কৰিছিল। এখন চালি সাজি তাতে প্ৰয়োজনীয় ক্ষুদ্ৰ যন্ত্ৰপাতিবোৰ মেৰামতি কৰা হৈছিল। মুঠতে ক'বলৈ গ'লে, এইদৰেই টলষ্টয় ফাৰ্মক স্বয়ং-নিৰ্ভৰ বসতি-স্থল হিচাপে প্ৰতিষ্ঠা কৰা হ'ল।

ইতিমধ্যে কেলেনবাকে নাটালৰ মেৰিয়ান হিলৰ ট্ৰাপিষ্ট মনাষ্টাৰিলৈ গৈ কেনেকৈ চটি-জোতা বনাব লাগে শিকি আহিলেগৈ। তেওঁ সেই কৌশল গান্ধীক শিকালে, গান্ধীয়ে শিকালে কেইজনমান আশ্ৰমবাসীক। উদ্বৃত্ত চটি-জোতাবোৰ কেলেনবাকৰ বন্ধুসকলক বিক্ৰী কৰা হ'ল। কেলেনবাকে অলপ কাঠ-মিস্ত্ৰীৰ কামো জানিছিল। সেয়েহে তেওঁকে কাঠৰ কামৰো ভাৰ দিয়া হ'ল। গান্ধীয়ে স্কুলৰ কাৰণে বেঞ্চি আৰু কাপোৰ-কানি ৰখাৰ বাকচ প্ৰস্তুত কৰিলে। আশ্ৰমত কোনো খাট নাছিল। সকলোৱে মজিয়াতে শুইছিল। প্ৰত্যেককে দুখনকৈ কম্বল আৰু একোটা কাঠৰ গাৰু দিয়া হৈছিল।

আশ্ৰমৰ জীৱন আছিল অত্যন্ত সৰল। পুৰুষসকলে পৰস্পৰৰ চুলি কাটি দিছিল। আশ্ৰমবাসীয়ে জে'লৰ কয়দীবিলাকৰ ষ্টাইলত চিলোৱা পেণ্ট্-ছাৰ্ট পিন্ধিছিল। এইবোৰ ডাঠ নীলা কাপোৰেৰে প্ৰস্তুত কৰা হৈছিল। চিলাইৰ কামবোৰ কৰিছিল আশ্ৰমৰে মহিলাসকলে।

আশ্ৰমৰ খাদ্য আছিল সম্পূৰ্ণ নিৰামিষ। দিনটোত তিনিবাৰ খোৱা হৈছিল; ৰাতিপুৱা ছয় বজাৰ সময়ত ৰুটী আৰু ঘেঁহুৰ কৰা পৰা কফি, এঘাৰমান বজাত ভাত, দাইল আৰু তৰকাৰিৰে সৈতে দুপৰীয়াৰ আহাৰ আৰু সন্ধিয়া চাৰে ছয় বজাৰ সময়ত আটাৰ মণ্ড, গাখীৰ, ৰুটী আৰু 'কফি'। খাবলৈ বাটিত দিয়া হৈছিল আৰু চামুচ আছিল আশ্ৰমতে কাঠৰে তৈয়াৰ কৰা। সন্ধিয়া আহাৰৰ পিছত প্ৰাৰ্থনাত বহি সকলো আশ্ৰমবাসীয়ে ভজন গাইছিল। কেতিয়াবা কেতিয়াবা ৰামায়ণ আৰু কোৰাণৰ পৰা পাঠ কৰা হয়। ৰাতি ন বজাৰ সময়ত সকলোৱে শয্যাত আশ্ৰয় ল'ব লাগে।

গান্ধীৰ কিবা-কিবি আইন সংক্ৰান্ত কে'চ জোহানছ্‌বাৰ্গত অসম্পূৰ্ণ অৱস্থাত আছিল। কেলেনবাকো মাজে মাজে কামৰ সংক্ৰান্তত জোহানছ্‌বাৰ্গলৈ যাব লগা হয়। আশ্ৰমৰ তেতিয়া নিয়ম আছিল যে আশ্ৰমজনিত কামত জোহানছ্‌বাৰ্গলৈ গ'লে ৰে'লগাড়ীৰ থাৰ্ড ক্লাছৰ টিকটত যাব পৰা হ'ব, নহ'লে খোজকাঢ়িয়েই যাব লাগিব। গান্ধীয়ে তেতিয়া নিশা দুই বজাতে আন্ধাৰৰ মাজেৰে খোজ লয় আৰু একৈছ মাইল খোজ কঢ়াৰ পিছত তাত আইনৰ কাম কৰি টলষ্টয়-ফাৰ্মলৈ পদব্ৰজেই উভতি আহে। এবাৰ এনেকৈ তেওঁ দিনটোত পঁচপন্ন মাইল খোজ কাঢ়িছিল।

বালক-বালিকাহঁতক আশ্ৰমৰ কামত ব্যস্ত ৰখা হৈছিল। গান্ধীয়ে ভাবিছিল যে চৰিত্ৰ-গঠনেই ল'ৰা-ছোৱালীহঁতৰ শিক্ষাৰ যথাৰ্থ ভিত্তি, যদিও সিহঁতৰ আনুষ্ঠানিক শিক্ষাৰ কাৰণেও ক্লাছৰ ব্যৱস্থা আছিল। সাধাৰণতে গান্ধী আৰু কেলেনবাকে এই ক্লাছ লৈছিল, য'ত ধৰ্ম, ইতিহাস, ভূগোল, অংক ইত্যাদি বিষয়ে পঢ়োৱা হৈছিল। ক্লাছ কিন্তু কেৱল আবেলিহে লৈছিল, যি সময়ত সকলোৱেই পুৱা-দুপৰীয়া আশ্ৰমৰ কাম কৰি ক্লান্ত। তদুপৰি গান্ধী বা কেলেনবাক কিবা কামত জোহানছ্‌বাৰ্গলৈ গ'লে স্বাভাৱিকতে শিক্ষাত ব্যাঘাত ঘটিছিল। গান্ধীয়ে ল'ৰা-ছোৱালীবোৰৰ একত্ৰে শিক্ষাত বিশ্বাস কৰিছিল আৰু সেয়েহে ক্লাছতো সিহঁত ওচৰা-উচৰিকৈ বহিছিল। তেওঁ ল'ৰা-ছোৱালীহঁতে একেলগেই নিজৰাত গা ধোৱাতো উৎসাহ দিছিল, অৱশ্যে তেওঁ তেতিয়া ওচৰতে থাকি প্ৰখৰ দৃষ্টি ৰাখিছিল। ৰাতি সকলোৱেই মুকলি বাৰাণ্ডাত শুইছিল। তেওঁলোকে গান্ধীৰ চাৰিওফালে তিনিফুট ব্যৱধানত বিছনা কৰি শোৱে। গান্ধীৰ নিদ্ৰা আছিল অত্যন্ত অগভীৰ, গতিকে কোনো শব্দ শুনিলেই তেওঁ সাৰ পায়। অৱশ্যে ল'ৰা-ছোৱালীহঁতক সংযমৰ শিক্ষা ভালদৰেই দিয়া হয়।

তথাপি মাজে মাজে দুই-এটা অঘটন ঘটে। এদিন গান্ধীয়ে শুনিলে যে আশ্ৰমৰ দুটা ল'ৰাই দুজনী ছোৱালীক যৌনাত্মক হাঁহি-উপহাস কৰিছে। প্ৰথমে ল'ৰা দুটাক মাতি খুব ধমক দিলে। তাৰ পিছত ছোৱালী দুজনীক মাতি সিহঁতক ধমক দিয়েই গান্ধী ক্ষান্ত নহ'ল, তেওঁ সিহঁতক আৰু শাস্তি দিয়াৰ বিষয়ে গোটেই ৰাতি চিন্তা কৰিলে। তেওঁ স্থিৰ কৰিলে যে সিহঁতৰ মূৰৰ চুলি খুৰাই দি অনাকৰ্ষণীয় কৰি তুলিব লাগিব। পিছদিনা ছোৱালীকেইজনীক মাকৰ সৈতে মাতিলে। সিহঁতক শাস্তিটোৰ কথা কোৱাত প্ৰবল আপত্তি কৰিলে। কিন্তু গান্ধীৰ যুক্তিৰ প্ৰভাৱত সিহঁতে হাৰ মানিলে আৰু শাস্তি মূৰ পাতি ল'লে। তাৰ পিছত আশ্ৰমত তেনে ঘটনাৰ পুনৰাবৃত্তি হোৱা নাই।

কিন্তু বয়সৰ দোষত কেতিয়াবা কিবা ঘটেই। এবাৰ এজন যুৱকৰ উচ্ছৃংখল ব্যৱহাৰৰ কাৰণে গান্ধীয়ে তাক অফিচলৈ মাতিলে। ধমক্ দি দি হঠাৎ উত্তেজিত হৈ গান্ধীয়ে তাক হাতৰ কাষতে থকা স্কেলেৰে মৃদু আঘাত কৰিলে। ল'ৰাটো অবাক হৈ কান্দি দিলে। সোতৰ বছৰৰ ল'ৰাটোৱে ইচ্ছা কৰিলে হয়তো গান্ধীক প্ৰতি আক্ৰমণ কৰিব পাৰিলেহেতেন। তাৰ এই অহিংসাত্মক ব্যৱহাৰত গান্ধী মৰমত পমি গ'ল। ল'ৰাটো এই ঘটনাৰ পিছত গান্ধীৰ চৰম বাধ্য হৈ পৰিল। সি আশ্ৰমৰ বহুতো কামতে আগ বাঢ়ি যোৱা হ'ল, যেন গান্ধীৰ শাস্তি তাৰ কাৰণে সন্মানৰ অলংকাৰ আছিল।

মাজতে টলষ্টয় ফাৰ্ম সাময়িকভাৱে বন্ধ ৰাখিব লগা হোৱাত গান্ধীয়ে সকলোকে লৈ ফিনিক্স ফাৰ্মলৈ গ'ল। তাত তেওঁ শুনিলে যে দুটা ল'ৰাই সমকামিতাত লিপ্ত হৈছিল। এই খবৰ শুনি গান্ধী দিগ্‌ভ্ৰান্ত হৈ পৰিল, তেওঁ কি কৰিব ভাবি পোৱা নাছিল। লগতে থকা কেলেনবাকে গান্ধীৰ এনে অৱস্থা প্ৰত্যক্ষ কৰি বৰ ভয় খালে। গান্ধীৰ এই উদ্বাউল অৱস্থাই তেওঁক উন্মাদ কৰি পেলাব পাৰে! গান্ধীয়ে ল'ৰা দুটাৰ অপকৰ্মৰ কাৰণে নিজকেহে মূলতঃ দায়ী বুলি থিৰাং কৰিলে আৰু নিজকে শাস্তি দিবলৈ মনস্থ কৰিলে। সিহঁতৰ এই আচৰণৰ কাৰণে তেওঁ প্ৰায়শ্চিত্ত কৰিব— সাত দিন অনশন কৰাৰ পিছত চাৰি মাহ মাত্ৰ এবেলা আহাৰ কৰিব। গান্ধীৰ এনে প্ৰস্তাৱত প্ৰথমে কেলেনবাকে খুব আপত্তি কৰিছিল, কিন্তু পৰিশেষত গান্ধীৰ যুক্তিত সঁহাৰি দিলে। তেৱোঁ এতিয়া গান্ধীৰ অনশনত ভাগ ল'বলৈ স্থিৰ কৰিলে।

সেই সময়ত টলষ্টয়-ফাৰ্মত বহুতো সাপ আছিল, ইয়াৰে কিছুমান বিষাক্ত। কেলেনবাকে কোনটো বিষাক্ত আৰু কোনটো বিষাক্ত নহয় চিনাক্ত কৰিবলৈ শিকিছিল। গান্ধীয়ে কিন্তু সাপ মৰা বাৰণ কৰিছিল। তেওঁৰ বিশ্বাস মতে এৰাই চলিলে সিহঁতেও আঘাত নকৰে। এবাৰ কিন্তু কেলেনবাকৰ শোৱা ঘৰত এটা বিষাক্ত সাপ সোমোৱাত সেইটো গান্ধীয়ে হত্যা কৰাৰ নিৰ্দেশ দিলে।

টলষ্টয়-ফাৰ্মৰ সকলোবোৰ কথা আৰু কামত গান্ধীৰ আছিল অপৰিসীম উৎসাহ

আৰু উদ্দীপনা। কেলেনবাকে মাজে মাজে তেওঁৰ ফালে থৰ লাগি চায় আৰু ভাবে এইজন কোন ব্যক্তি, সাধাৰণ তেজ-মংসৰ মানুহ, নে এজন 'মহাত্মা', যিজন এই পৃথিৱীত মানৱ-প্ৰাণৰ উদ্দেশ্যে আবিৰ্ভূত হৈছে? নহ'লে তেওঁ ক'ত পায় ইমান মানবিক শক্তি, ইমান চাৰিত্ৰিক দৃঢ়তা? এনেকুৱা মানুহ এই পৃথিৱীতে জন্ম লোৱাটো সম্ভৱনে?

এই সময়তে গান্ধীয়ে তেওঁৰ 'হিন্দ্ স্বৰাজ' কিতাপখন পোৱাৰ প্ৰাপ্তিস্বীকাৰস্বৰূপে টলষ্টয়ৰ পৰা এখন সৰু চিঠি পালে। ১৯১০ চনৰ ৮ মে' তাৰিখে এই চিঠি টলষ্টয়ে ৰাছিয়াৰ যাছ্নায়া পলিয়ানা গাঁৱৰ পৰা লেখিছিল ঃ

"প্ৰিয় বন্ধু,

মই সম্প্ৰতি আপোনাৰ চিঠি আৰু লগতে পঠাই দিয়া ইণ্ডিয়ান হ'ম ৰুল' কিতাপখন পাইছোঁ।"

মই আপোনাৰ কিতাপখন গভীৰ আগ্ৰহেৰে পঢ়িছোঁ। মই ভাবোঁ যে আপুনি যিটো বিষয় লৈ আলোচনা কৰিছে— অহিংসা প্ৰতিৰোধ— সেইটো অকল ভাৰতৰ পক্ষেই নহয়, সমগ্ৰ পৃথিৱীৰ পক্ষতে ই আজি পৰম প্ৰয়োজনীয়।

মই আপোনাৰ আগৰ চিঠিখন বিচাৰি নাপালোঁ। কিন্তু জে. ডোক্ লিখিত আপোনাৰ জীৱনী গ্ৰন্থ মই অতি আগ্ৰহেৰে পঢ়িছোঁ। ই আপোনাক জনাত আৰু বুজাত মোক সহায় কৰিছে।

মই বৰ্ত্তমান শাৰীৰিকভাৱে সুস্থ নহয়, সেয়েহে আপোনাৰ কিতাপ আৰু কামৰ সম্বন্ধে ক'ব বিচৰা কথাখিনি লিখা নহ'ল। মাথোঁ ইয়াকে কওঁ যে আপোনাৰ কামক মই পৰিপূৰ্ণ সমৰ্থন কৰোঁ। এই বিষয়ে মই শৰীৰ ভাল পালে বিশদভাৱে লিখিম।

আপোনাৰ বন্ধু আৰু ভ্ৰাতৃ

এল. টলষ্টয়

এইখনেই আছিল এজন ভুৱন-বিখ্যাত আৰু দয়ালু ব্যক্তিৰ চিঠি, যিজন তেতিয়া আছিল মৃত্যুপথযাত্ৰী। কিন্তু অতি সোনকালেই শৰীৰ অলপ সুস্থ হ'লত নীৰৱে তেওঁ ৮১তম্ জন্মদিৱস পালন কৰিলে। তাৰ পিছত ২০ ছেপ্তেম্বৰ তাৰিখে গান্ধীলৈ এখন দীঘলীয়া চিঠি লিখিলে। এইখন আছিল টলষ্টয়ৰ শেষ ইচ্ছা-পত্ৰ, গান্ধীৰ সত্যাগ্ৰহ আন্দোলনৰ প্ৰতি তেওঁৰ পূৰ্ণ সম্মতি। সেই চিঠিৰ কিয়দংশ তলত দিয়া হ'ল ঃ

"যিমান দীৰ্ঘদিন মই বাচি থাকোঁ, বিশেষত ঃ এতিয়া যিহেতু মই মৃত্যুৰ নিকট উপস্থিতি অনুভৱ কৰোঁ, মই সকলোকে ক'ব বিচাৰোঁ যে মই যিটো স্পষ্টকৈ বুজিব পাৰিছোঁ আৰু ই মোৰ কাৰণে খুবেই গুৰুত্বপূৰ্ণ, সেইটো হ'ল এই 'অহিংস প্ৰতিৰোধ'

ভুল ব্যাখ্যা ব্যতিৰেকে প্ৰকৃতপক্ষে অকৃত্ৰিম প্ৰেমৰ শিক্ষা। এই প্ৰেম হ'ল মানবিক আত্মা আৰু তাৰ পৰা উৎপন্ন কাৰ্যাৱলীৰ মিলন, যিটো হ'ল সৰ্বোচ্চ আৰু মানৱ জীৱনৰ একমাত্ৰ আইন, আৰু প্ৰত্যেক মানুহে তেওঁৰ আত্মাৰ গভীৰত— যিটো আমি শিশুৰ মাজত স্পষ্টকৈ দেখোঁ— অনুভৱ কৰে আৰু জানে, আৰু যেতিয়ালৈকে পৃথিৱীৰ মিছা শিক্ষাত জড়িত হৈ নপৰে তেতিয়ালৈকে তেওঁ এইটো জানে। এই বিধি প্ৰত্যেকেই ঘোষণা কৰে— পৃথিৱীৰ ভাৰতীয়, চীনা, ইহুদি, গ্ৰীক আৰু ৰোমান মহাজ্ঞানীসকলে। মই ভবোঁ যে এই কানুন খ্ৰীষ্টই খুব প্ৰাঞ্জল ভাষাত ব্যক্ত কৰিছে অলংকাৰবিহীন ভাষাত, 'প্ৰেমৰ মাজতে সকলো আইন আৰু প্ৰবক্তা।...

সেয়েহে পৃথিৱীৰ এই প্ৰান্তৰ পৰা ভাব হয় যে ট্ৰান্সভালত আপোনাৰ কাৰ্যকলাপ অত্যন্ত প্ৰয়োজনীয় কাম, বৰ্তমান জগতৰ সকলো কামতকৈও গুৰুত্বপূৰ্ণ, য'ত অকল খ্ৰীষ্টান দেশবোৰেই নহয়, বৰঞ্চ সমস্ত পৃথিৱীয়ে তাত অপৰিহাৰ্যভাৱে অংশগ্ৰহণ কৰিব।"

ৰাছিয়ান ভাষাত লিখিত টলষ্টয়ৰ এই চিঠি তেওঁৰ বন্ধু আৰু সহকৰ্মী ভলদিমিৰ চাৰ্টকভে ইংৰাজীলৈ অনুবাদ কৰিছিল আৰু তাৰ পিছত মধ্যস্থস্বৰূপে এক ব্যক্তিৰ যোগেদি ইংলণ্ডৰ পৰা গান্ধীলৈ ডাকযোগে পঠাবলৈ দিয়া হৈছিল। কিন্তু তেওঁ অসুস্থ হৈ পৰাত ১ নবেম্বৰৰ আগতে মেইল কৰা নহ'ল। ট্ৰান্সভালত গান্ধীয়ে চিঠিখন পোৱাৰ সময়ত টলষ্টয় জীৱিত আছিল, কিন্তু কেইদিনমান পিছতে তেওঁৰ দেহাৱসান ঘটিছিল।

টলষ্টয়ৰ লগত গান্ধীয়ে এক আত্মিক নৈকট্য অনুভৱ কৰিছিল। তেওঁলোকে যেন জীৱনৰ প্ৰতি একেধৰণেই দৃষ্টিপাত কৰিছিল, জীৱনক একে ধৰণেই ভাবিছিল। যদিও তেওঁলোক প্ৰকৃতপক্ষে খুব বিনয়ী আছিল, তথাপি মনে মনে তেওঁলোকৰ উচ্চ স্তম্ভসম গৰ্ববোধ আছিল। দুয়োজনৰে আচৰণ আছিল অভিজাতসুলভ। দুয়োজনেই আছিল বজ্ৰৰ দৰে, কঠোৰ আকৌ ফুলৰ দৰে কোমল। দুয়োজনেই আছিল সত্যৰ প্ৰতি দায়বদ্ধ। তেওঁলোকে যেনেকৈ আদৰ্শ-ৰক্ষাৰ কাৰণে জীৱনপাত কৰিবলৈও প্ৰস্তুত, তেনেকৈ অৱস্থাৰ দাবীত আপোচৰো পৰিপন্থী নাছিল। আকৌ দুয়োজনৰে চৰিত্ৰৰ মাজত আছিল শিশুসুলভ সৰলতা আৰু কৌতুকপ্ৰৱণতা। কিন্তু গান্ধীৰ বাবে টলষ্টয় প্ৰখ্যাত উপন্যাস 'ৱাৰ এণ্ড পিছ'ৰ লিখকতকৈও তেওঁৰ 'দি কিংডম অৱ গড ইজ উইদিন ইউ' গ্ৰন্থৰ ৰচনাকাৰ হিচাপেহে অধিক গুৰুত্বপূৰ্ণ।

গান্ধীৰ জীৱনত ৰায়চাঁদজী যেনেকৈ আছিল তেওঁৰ আধ্যাত্মিক গুৰু, তেনেকৈ টলষ্টয় আছিল তেওঁৰ আত্মিক সাধনাৰ প্ৰধান পথ-প্ৰদৰ্শক। পৰিদৃশ্যমান জগতৰ মাজত তেওঁলোকে ঈশ্বৰৰ লীলা দেখিবলৈ পায়। গান্ধীৰ লেখাত টলষ্টয়ৰ আধ্যাত্মিক

চিন্তা-ভাবনাৰ এনে প্ৰতিফলন হৈছিল যে দুয়োজনৰে বহুত ৰচনা একেজনৰে সৃষ্টি বুলি ভ্ৰম হৈছিল— একেদৰেই তেওঁলোকে নিজৰ আধ্যাত্মিকভাৱ প্ৰকাশ কৰিছিল আৰু দুয়ো কোনো কথা একে ধৰণেই ভাবিছিল। কিন্তু টলষ্টয়ৰ শেষ-জীৱনৰ লেখা পঢ়ি যিদৰে উপলব্ধি হয় যেন কোনোবাই পৰ্বতৰ শীৰ্ষত অৱস্থান কৰি কায়াহীন কণ্ঠস্বৰত বাণী প্ৰদান কৰিছে, গান্ধীৰ ক্ষেত্ৰত কিন্তু তেনে নালাগে। গান্ধীয়ে তেওঁৰ সকলো ভাবনাকে কামৰ মাজেৰে ৰূপ দিব বিচাৰিছিল। সেই ক্ষেত্ৰত গান্ধী সঁচাকৈয়ে গীতাৰ সেই ফল-লাভৰ অপ্ৰত্যাশাকাৰী এক মহান কৰ্মযোগী আছিল।

* * *

এই সময়তে গান্ধীৰ ডাঙৰ ল'ৰা হৰিলালৰ লগত তেওঁৰ মনোমালিন্য চৰম অৱস্থা পায়। ১৯১০ চনত যেতিয়া কস্তুৰবা আৰু গান্ধীৰ ল'ৰাকে'টা টলষ্টয় ফাৰ্মত বাস কৰিবলৈ আহিল, হৰিলালৰ বয়স তেতিয়া আছিল বাইছ; মণিলালৰ ওঠৰ, ৰামদাসৰ তেৰ আৰু দেৱদাসৰ দহ বছৰ আছিল। কম বয়সীয়া ৰামদাস আৰু দেৱদাসৰ আনুষ্ঠানিক শিক্ষাৰ উপকাৰিতা সম্বন্ধে তেতিয়া বিশেষ জ্ঞান নাথাকিলেও, হৰিলাল আৰু মণিলালৰ এনে শিক্ষাৰ অভাৱৰ কাৰণে পিতৃৰ প্ৰতি অত্যন্ত ক্ষোভ আছিল।

গান্ধী প্ৰকৃততে উচ্চ শিক্ষাৰ প্ৰতি প্ৰচণ্ড বিতৃষ্ণা আছিল আৰু সকলো স্কুলকেই তেওঁ 'দাসত্বৰ দুৰ্গ' বুলি কৈছিল। তেওঁৰ মতে ল'ৰা-ছোৱালীক ঘৰতেই শিক্ষা দিয়া উচিত আৰু সিহঁত ঘৰৰ প্ৰসন্ন পৰিৱেশ আৰু পিতৃ-মাতৃৰ প্ৰখৰ দৃষ্টিৰ মাজত ডাঙৰ হৈ উঠিলে ভৱিষৎ জীৱনত সংসাৰৰ আৰু সমাজৰ ৰত্নৰূপ হ'ব। তেওঁ বিশ্বাস কৰিছিল যে ল'ৰা-ছোৱালীক কঠিন শৃংখলাৰ মাজত ডাঙৰ কৰা উচিত। এই সময়ত তেওঁ লিখিছিল, "ল'ৰা-ছোৱালীহঁতক শিশু বয়সৰ পৰাই কষ্টভোগ কৰিবলৈ শিকোঁৱাতো শিক্ষাৰ এক ডাঙৰ অংগ।" গান্ধীয়ে বিশ্বাস কৰিছিল যে হৰিলালক কলেজলৈ নপঠাই তেওঁ তাক কামত নহা বি.এ. বা এম.এ. পাছ কৰা যুৱকত পৰিণত কৰা নাই, যিবিলাক যুৱকে ডিগ্ৰিটোক ভাবে কৰ্তৃত্বৰ পাৰপত্ৰ। গান্ধীৰ মতে উচ্চ শিক্ষাই মানুহক তেওঁৰ মৰ্যাদা, আত্মসন্মান আৰু লোকক বুজাৰ ক্ষমতা লুপ্ত কৰে। আনহাতে গৃহশিক্ষাই বিশ্বস্ততা, দক্ষতা আৰু জ্ঞানৰ উন্মেষ সাধন কৰে।

হৰিলালে সত্যাগ্ৰহ আন্দোলনত চাৰিবাৰ গ্ৰেপ্তাৰ হৈছিল আৰু জে'লত সি এবছৰতকৈও ওপৰ কটাইছিল। তাৰ প্ৰথম দুটা কাৰাবাস মাত্ৰ এসপ্তাহৰ কাৰণে আছিল, কিন্তু ১৯০৯ চনৰ ১০ ফেব্ৰুৱাৰী তাৰিখে তাৰ ভক্সৰাষ্ট্ জে'লত এবছৰৰ সশ্ৰম কাৰাদণ্ড হোৱাত তাৰ স্ত্ৰী গুলাব অতিশয় হতাশ হৈ পৰিল। তেওঁ তেতিয়া

আছিল অন্তঃসত্ত্বা আৰু কেইমাহমান পিছতে হৰিলালৰ দ্বিতীয় সন্তান হ'ল। গান্ধীয়ে কথাটো বৰ ভাল নেপালে, কিয়নো হৰিলালে ব্ৰহ্মচৰ্য জীৱন পালন কৰা নাই।

১৯০৯ চনৰ আগষ্ট মাহত হৰিলালে দণ্ডৰ পূৰা সময় কটাই কাৰাগাৰৰ পৰা মুক্তি পালে। পৰিয়ালৰ লগত তিনিমাহো কটাবলৈ নেপাওঁতেই ১ নবেম্বৰ তাৰিখে তাক আকৌ গ্ৰেপ্তাৰ কৰে। এইবাৰ তাক ছমাহৰ সশ্ৰম কাৰাদণ্ডৰ আদেশ দিয়া হ'ল, কিন্তু দুমাহৰ কাৰাবাসৰ পিছতে জানুৱাৰীত খালাচ পায়। কিন্তু কাৰাবাসে তাক এজন পৰিবৰ্তিত মানুহত পৰিণত কৰিলে। সি ভাবি পালে যে এই কাৰাবাসে তাৰ একো লাভ কৰা নাই, কেৱল দেউতাকৰ গৌৰৱ বৃদ্ধি পাইছে। সি তাৰ জে'লত নিৰলে এই বিষয়ত চিন্তা কৰিছে। সি জে'লৰ পৰা ওলায়েই গান্ধীৰ মুখামুখি হ'বলৈ সিদ্ধান্ত লয়। জে'লৰ পৰা ওলোৱাৰ পিছত সি গান্ধীক অনুযোগৰ সুৰত ক'লে ঃ

"বাপু, আপুনি যে মোক কোনো উচ্চ শিক্ষা দিয়া নাই; ইয়াৰ পৰা গম পোৱা যায় যে মই আপোনাৰ হাতৰ পুতলা হৈ উঠা-বহা কৰাতে আপুনি বিচাৰে। কিন্তু ফলস্বৰূপে মই কেতিয়াও ভাল ধৰণে জীৱিকা লাভ কৰিব নোৱাৰিম।"

গান্ধীয়ে প্ৰশ্ন কৰিলে, "কিন্তু হৰি, তুমি কেনে ধৰণৰ জীৱিকা বিচৰা? চাকৰি-জীৱিকাততো পৰমুখাপেক্ষী হৈ থাকিব লাগে। তেতিয়া অফিচত কলমৰ দাস হৈ থাকিব লাগিব, নহ'লে ব্যৱসায়ী অথবা শিল্পপতিৰ গোলামি কৰিব লাগিব।"

হৰিলালে ওলোটাই প্ৰশ্ন কৰিলে, "আপোনাৰ দক্ষিণ আফ্ৰিকাত ইমান সন্মান আৰু প্ৰভাৱ-প্ৰতিপত্তি হোৱাৰ কাৰণ আপোনাৰ লণ্ডনৰ বেৰিষ্টাৰী ডিগ্ৰিয়েই নহয়নে, বাপু?"

গান্ধীয়ে শান্ত কণ্ঠে উত্তৰ দিলে, "হৰি, সেইটো সত্য নহয়। সঁচা জনসেৱাৰ কাৰণে উকিল, ডাক্তৰ বা পেছাগত আন বৃত্তি নালাগে, যদিও পেছাগত বৃত্তিত মোৰ অলপ খ্যাতি থকাতো সঁচা। তুমি ইতিহাসৰ প্ৰতি লক্ষ্য কৰিলে দেখিবা যে বহুতো বিখ্যাত ব্যক্তিৰ কোনো পুথিগত ডিগ্ৰি নাছিল, তেওঁলোকে কোনো কলেজলৈকো যাব লগা হোৱা নাছিল।"

হৰিলালে যুক্তি দাঙি ধৰে, কিন্তু সাম্প্ৰতিক সময়ৰ কথা যদি কয়, তেনেহ'লে আমি দেখিবলৈ পাওঁ যে তিলক বা গোখলে, সকলোৰেই কলেজৰ ডিগ্ৰি আছিল। তেওঁলোকতো আপোনাৰ অতিশয় পৰিচিত ব্যক্তি।

কিন্তু এইদৰে কথা কটাকটি কৰি পিতা-পুত্ৰই কোনো সিদ্ধান্তলৈ আহিব নোৱাৰিলে। এই বিষয়ে তেওঁলোকৰ মাজত কেইবাখনো চিঠি-পত্ৰৰো বিনিময় হ'ল, কিন্তু কোনো মীমাংসা নহ'ল। হৰিলালে যেতিয়া ভাৰতৰ স্কুললৈ গৈ প্ৰায়োগিক শিক্ষা লোৱাৰ কথা ক'লে, গান্ধীয়ে সেই চিঠিৰ উত্তৰ এই ধৰণে দিলে, "ভাৰতৰ যিসকল

ছাত্ৰ-ছাত্ৰীয়ে ব্যৱহাৰিক জ্ঞান লাভ কৰে, সেয়া স্কুলৰ শিক্ষাৰ কাৰণে নহয়, বৰং ভাৰতৰ অনন্য জীৱনধাৰাৰ কাৰণেই। মোৰ প্ৰধান চিন্তা ল'ৰা-ছোৱালীয়ে নৈতিক শিক্ষা লাভ কৰাতোহে।.... মই তোমাৰ লিখা-পঢ়াত বাধাস্বৰূপ নহওঁ, যদিও সেইটো নীতিবিৰুদ্ধ কাম নহয়। সেয়েহে তুমি তোমাৰ সকলো ভয় দূৰ কৰি যিহকে তোমাৰ পঢ়িবলৈ ভাল লাগে, সেইটো বিষয়কে অনুসৰণ কৰা।"

এই চিঠি লিখা হৈছিল ১৯১১ চনৰ মাৰ্চ মাহত। তাৰ এমাহ পিছত হৰিলালে আকৌ লিখিলে যে সি আৰু পিতাকৰ কৰ্তৃত্ব সহ্য নকৰে। সি পঞ্জাৱলৈ যাবগৈ আৰু পেছাগত জ্ঞান আহৰণ কৰিবলৈ সি তাৰ কোনোবা স্কুলত পঢ়িব। তাৰ দেউতাকৰ লগত সম্পৰ্ক ছিন্ন কৰাৰ সময় হৈছে।

তাৰ পিছত সি এদিন জোহানছ্‌বাৰ্গৰ পৰা নাইকিয়া হ'ল। বন্ধুসকলে বহুত বিচাৰ-খোচাৰ কৰিও তাৰ একো সন্ধান নেপালে। গান্ধীৰ এজন পাৰ্চী বন্ধুৱে আহি তেওঁক জনালে যে হৰিলালে তেওঁৰ পৰা কুৰি পাউণ্ড ধাৰ কৰিছে। বন্ধুসকলে তেতিয়া ভয় খালে যে হৰিলালে কিজানি আত্মহত্যা কৰিছে। গান্ধীৰ ব্যৱসায়ী বন্ধুসকলে তেওঁক ক'লে, "আপুনি হৰিলালক উচ্চ শিক্ষাৰ কাৰণে লণ্ডনলৈ পঠোৱা উচিত আছিল। আমি তাৰ সমস্ত খৰচ সানন্দে বহন কৰিলোহেঁতেন।"

এই ঘটনাৰ তিনি দিন পিছতে খবৰ পোৱা গ'ল যে হৰিলালে ছদ্ম নামত 'ডেলাগোৱা বেই' এলাকাত লুকাই আছে আৰু ভাৰতলৈ উভতি যোৱাৰ চেষ্টা কৰিছে। তাকে শুনি কেলেনবাকে হৰিলালক ওভতাই আনিবলৈ তালৈ যোৱাৰ প্ৰস্তাৱ দিলে, কিন্তু গান্ধীয়ে সেই প্ৰস্তাৱ নাকচ কৰিলে। গান্ধীয়ে তেওঁক ক'লে, "সি এতিয়া অজ্ঞতাৰ বিষক্ৰিয়াত ভুগিছে। যেতিয়ালৈকে তাৰ চেতনা ঘূৰি নাহে, তেতিয়ালৈকে তাক অকলে থাকিবলৈ দিয়াই উচিত কাম হ'ব বুলি মই ভাবোঁ।"

হৰিলালে টলষ্টয় ফাৰ্মলৈ উভতি আহিল ১৫ মেইৰ পুৱা বেলাত। গান্ধীয়ে তেতিয়া তাৰ লগত কথাই পাতিব নোৱাৰিলে, কিয়নো সেইদিনা ৰাতিপুৱাৰ পৰাই তেওঁ ব্যস্ত আছিল ব্ৰিটিশ্ব কলনিৰ চেক্ৰেটাৰী অভ্ ষ্টেটৰ উদ্দেশ্যে এখন হলফ্-নামা প্ৰস্তুত কৰাত।

সেইদিন সন্ধিয়া নৈশ আহাৰৰ পিছত পিতা-পুত্ৰই সন্মুখৰ বিশাল ময়দানত পদচালন কৰি কৰি নিজৰ নিজৰ অভিমত অনুসৰি আলোচনা কৰিব ধৰিলে। নিজৰ পুৰণি সমালোচনাৰ জেৰ টানি হৰিলালে ক'লে, "বাপু, আপুনি আমাৰ জীৱনৰ প্ৰতি কোনো দৃষ্টিপাত কৰা নাই, আমাৰ লেখা-পঢ়াৰ বিষয়তো আপুনি কোনো আগ্ৰহ দেখুওৱা নাই। আন পিতাকসকলৰ দৰে আপুনি কোনো দিনেই আমাক মৰম কৰা নাই, আমাক কাষ চপাই লৈ যোৱা নাই।"

এই অভিযোগ শুনি গান্ধী উচপ খাই উঠিল। গান্ধীয়ে অলপ ক্ষুব্ধ হৈ প্ৰতিবাদ কৰি ক'লে, "মই স্বীকাৰ কৰোঁ যে মই আন দেউতাকহঁতৰ দৰে হয়তো নহয়। কিন্তু ইয়াৰ অৰ্থ এইটো নহয় যে মই তোমালোকক ভাল নাপাওঁ।"

হৰিলালে উত্তেজিত কণ্ঠে ক'লে, "আপুনি সঁচাকৈয়ে আমাৰ মংগল কামনা কৰাহেঁতেন ডাঃ প্ৰানজীৱন মেহতাই কোনোবা এজনক বেৰিষ্টাৰী পঢ়াৰ কাৰণে ইংলণ্ডলৈ পঠাবলৈ দিয়া স্কলাৰশ্বিপৰ টকাৰে মোক পঠাই দিলেহেঁতেন, কিন্তু আপুনি পঠালে মদনলালক। অথচ সি প্ৰথম বছৰতে সেইখন দেশ ভাল লগা নাই বুলি উভতি আহিল। তেতিয়া আপুনি অন্য এজনক পঠালে। অথচ মোৰ কথাটো আপোনাৰ মনলৈ কেতিয়াও নাহিল। আপোনাৰ কাষত আমি সকলো সদায় শেষৰ শাৰীত।"

গান্ধীয়ে স্থিৰকণ্ঠে উত্তৰ দিলে, "মই কোনোদিনেই মোৰ ল'ৰা ডাক্তৰ অথবা বেৰিষ্টাৰ হোৱাটো নিবিচাৰোঁ। মই বিচাৰোঁ মোৰ ল'ৰাবোৰে দেশৰ সেৱাত প্ৰাণ উছৰ্গা কৰক। হৰি, তোমাৰ কাৰণে জীৱিকাৰ পথ নহয়। এই যে তুমি সত্যাগ্ৰহ আন্দোলনত বাৰে বাৰে জে'ললৈ গৈছা, তাৰ কাৰণে মই কম  গৰ্বিত হোৱা নাই। কথাটো মনত ৰাখিবা।"

হৰিলালে আকৌ উত্তেজিত কণ্ঠে ক'লে, "কিন্তু মই এজন সাধাৰণ লোকৰ দৰেই জীয়াই থাকিব বিচাৰোঁ। মোৰ স্বপ্ন হ'ল চাকৰি এটা কৰি স্ত্ৰী-পুত্ৰ-কন্যাক লৈ সাধাৰণৰ দৰে ঘৰ-সংসাৰ কৰাৰ। সেয়েহে মই আৰু ইয়াত নাথাকোঁ, সোনকালেই দেশলৈ উভতি যাম বুলি মনস্থ কৰিছোঁ।

শুনি গান্ধী অতিশয় মৰ্মাহত হ'ল। অলপ পৰ তেওঁ মনে মনে থাকি প্ৰশ্ন কৰিলে, "দেশলৈ গৈ তুমি কি কৰিবা?"

হৰিলালে উত্তৰ দিলে, "দেশলৈ গৈ মই আহমেদাবাদৰ কোনো হাইস্কুলত নাম লিখাই মেট্ৰিকুলেচন পাছ কৰি কলেজত নাম লিখাম। ভাবিছোঁ এইবাৰ সংস্কৃত ভাষা ভালকৈ শিকিম।"

গান্ধীয়ে আকৌ তেওঁৰ অভিমত প্ৰকাশ কৰিলে, "কিন্তু ভালকৈ গুজৰাটী ভাষা শিকি ল'লেহে তোমাৰ বেছি লাভ নহ'ব জানো হৰি? তুমি গুজৰাটী ভালদৰে নাজানা। ভাষাটো জানিলে তুমি আমাৰ বিশাল সংস্কৃতি আৰু ইতিহাস সম্পৰ্কে বিশেষ বুৎপত্তি লাভ কৰিবা। অৱশ্যে তুমি যি ভাল বুলি ভাবা তাকে কৰা, মই তোমাৰ উচ্চাকাংক্ষাৰ পথত হেঙাৰ হ'ব নোখোজোঁ।"

এই ধৰণে পিতা-পুত্ৰৰ মাজত সমস্ত নিশাটোতে কথা-বতৰা হ'ল। শেষত তেওঁলোকৰ মাজত সাময়িকভাৱে শান্তি স্থাপন হ'ল। পিছত গান্ধীয়ে তেওঁৰ এক ঘনিষ্ঠ ব্যক্তিক লিখিলে, "মই তাক মুক্ত কৰি দিছোঁ।"

এই সময়তে গোখ্লেৰ পৰামৰ্শত ভাৰত চৰকাৰে ভাৰতৰ পৰা চুক্তিবদ্ধ শ্ৰমিকসকলক দক্ষিণ আফ্ৰিকালৈ অনাতো বন্ধ কৰাৰ চুপাৰিছ কৰিলে। ভাৰতৰ তৎকালীন ভাইছৰয় লৰ্ড হাৰ্ডিঞ্জেও এই চুপাৰিছ সমৰ্থন কৰিছিল। তেতিয়া ব্ৰিটিশ্ব ইম্পিৰিয়েল গভৰ্ণমেণ্টেও দক্ষিণ আফ্ৰিকাৰ ইউনিয়ন গভৰ্ণমেণ্টক সেই দেশৰ ১৯০৭ চনৰ 'এক্ট টু' বাতিল কৰাৰ কাৰণে হেঁচা দিলে।

ফলস্বৰূপে দক্ষিণ আফ্ৰিকাৰ ইউনিয়ন গভৰ্ণমেণ্টে তেওঁলোকৰ পাৰ্লামেণ্টত এই আইন বাতিল কৰাৰ কাৰণে নতুন বিল আনিলে। এইবাৰ যেন ভাৰতীয়সকলৰ দাবী মানি লৈয়েই নতুন ইমিগ্ৰেছন বিলত জাতিগত বৈষম্যৰ বাধা উঠাই দিয়াৰ প্ৰস্তাৱ কৰিলে। কিন্তু অৰেঞ্জ ফ্ৰি ষ্টেটত এই জাতিগত বাধা ঠিকেই বজাই ৰাখিলে। অকল সেয়ে নহয়, এই নতুন বিলত কেপ টাউন আৰু নাটালৰ ভাৰতীয়সকলৰ বহুতো অধিকাৰ কাঢ়ি নিয়াৰ প্ৰয়াস কৰিলে। তেতিয়া আশা কৰা হৈছিল যে সকলো সমস্যাৰ সমাধান পাৰ্লামেণ্টত বিভিন্ন সংশোধনৰ জৰিয়তে সম্পন্ন হ'ব।

কিন্তু ইউনিয়ন পাৰ্লামেণ্টৰ ৰক্ষণশীল সদস্যসকলে জেনেৰেল স্মাটছৰ সংশোধনত তীব্ৰ আপত্তি জনালে। গান্ধীয়ে তেতিয়া মন্তব্য কৰিলে, "জাতিগত বৈষম্যৰ সাপৰ লগত খেলা কৰাতো চলিব নোৱাৰে। অৰেঞ্জ ফ্ৰি ষ্টেটৰ এই জাতিগত বৈষম্যৰ আইন সমস্ত ইউনিয়নক আক্ৰমণ কৰিব।"

গান্ধীৰ লগত তেতিয়া জেনেৰেল স্মাটছৰ পত্ৰালাপ চলিছিল। তেওঁ কেপটাউনলৈ গৈ এই প্ৰস্তাৱিত বিলৰ সংশোধনৰ দাবী জনাই সকলোৰে লগত আলোচনা কৰাত লাগিল। ১৯১২ চনৰ ১৯ এপ্ৰিল তাৰিখে জেনেৰেল স্মাটছৰ লগত তেওঁৰ এক দীৰ্ঘ সাক্ষাৎকাৰ হ'ল। জেনেৰেল সেইদিনা বৰ প্ৰসন্ন মনৰ অৱস্থাত আছিল। তেওৰেঁই সেইদিনা কথা-বতৰাত বেছিকৈ ভাগ ল'লে।

গান্ধীৰ লগত জেনেৰেল স্মাটছে কৰমৰ্দন কৰি ক'লে, "আইনজ্ঞ হিচাপে আপুনি বুজিব পাৰিছে যে আপোনাৰ প্ৰস্তাৱিত সংশোধন পাৰ্লামেণ্টত পাছ কৰোৱাঁতো কিমান কষ্টকৰ কাম হ'ব... গান্ধী, মাই বয়, মই আপোনাৰ কাৰণে দুঃখিত। আপুনি জানে যে মই শান্তি বিচাৰোঁ... পাৰ্লামেণ্টে এনেকুৱা বিল পাছ নকৰে। মই সেয়েহে মোৰ সংশোধিত বিল পাছ কৰাব বিচাৰোঁ, যিটো মই ন্যায্য বুলি ভাবোঁ।... কিন্তু অৰেঞ্জ ফ্ৰি ষ্টেটে এতিয়াও কোনো এই এশ্বয়াটিকক সোমাব দিব নিবিচাৰে।... মই সেয়েহে পৰৱৰ্তী ছেছনত এই সংশোধিত বিল পাছ কৰিব বিচাৰোঁ। ইতিমধ্যে মোক শান্তি লাগে। মই আপোনাৰ দেশবাসীক বিৰক্ত কৰিব নিবিচাৰোঁ। আপুনিও সেইটো জানে।... মই আপোনাক সাহায্য কৰিব বিচাৰোঁ আৰু আপুনিও মোক সহায় কৰিবলৈ আগবাঢ়ি আহক। আপুনি মোৰ অৱস্থাটো বুজিব পাৰিছেনে?"

গান্ধী ঃ মই ভালধৰণেই বুজিব পাৰিছোঁ।

স্মাটছ্ ঃ মই জানো যে আপোনালোকৰ বহুত নেতা আছে। মই জানো যে আপুনি উচ্চমনা ব্যক্তি আৰু সৎ। মই ইম্পিৰিয়েল গভৰ্ণমেণ্টকো সেই কথা কৈছোঁ। কিন্তু এই দেশখন কাফ্রিসকলৰ, ইয়াত শ্বেতকায়ৰ সংখ্যা তেনেই কম। মই নিবিচাৰোঁ যে ইয়াৰ মাজলৈ এছিয়া আহক।... কিন্তু আপোনাৰ বিৰুদ্ধে আমি কেনেকৈ যুদ্ধ কৰোঁ? মই আপোনাৰ পুস্তিকাখন পঢ়িছোঁ। আপোনালোক সৰল আৰু মিতব্যয়ী জাতি আৰু বহুতো বিষয়ত আমাতকৈও বেছি বুদ্ধিমান। আপোনালোকৰ সভ্যতা হাজাৰ হাজাৰ বছৰৰ পুৰণি, আৰু আমাৰ সভ্যতা অতি নবীন। কোনে জানে হয়তো সকলোবোৰেই শীঘ্রে ধ্বংসপ্রাপ্ত হ'ব। গতিকে আপুনি বুজিবই পাৰিছে যে কিয়নো আমি এছীয়াবাসীক ইয়াত নিবিচাৰোঁ।... কিন্তু মই সকলো সমস্যাৰে সমাধান কৰিবলৈ সময় বিচাৰোঁ। সমস্ত বিষয়টোৰেই ইম্পিৰিয়েল কন্‌ফাৰেঞ্চত আলোচিত হ'ব। গতিকে আপুনি অপেক্ষা কৰিব লাগিব। আপুনি এইবোৰ কথা চিন্তা কৰি মোক জনাব।... গান্ধী, আপুনি জীৱিকাৰ কাৰণে কি কৰি আছে?

গান্ধী ঃ মই এতিয়া ল প্রেক্‌টিছ্ কৰা নাই।

স্মাটছ্ ঃ তেনেহ'লে আপুনি কেনেকৈ জীৱন-যাপন কৰিছে? আপোনাৰ বহুত ধন আছে যেন পাইছোঁ?

গান্ধী ঃ উহুঁ, মই খুব দৰিদ্রৰ দৰেই বাস কৰোঁ, যেনেকৈ টলষ্টয়- ফাৰ্মত আন সকলো সত্যাগ্রহীসকলে বাস কৰে।

স্মাটছ্ ঃ এইখন কাৰ ফাৰ্ম?

গান্ধী ঃ এইখন মিঃ কেলেনবাকৰ! তেওঁ জাৰ্মান।

স্মাটছ্ ঃ (হাঁহি) অ', বৃদ্ধ কেলেনবাক। তেওঁ আপোনাৰ খুব প্রশংসা কৰে, নহয়নে? মই জানোৱেই।

গান্ধী ঃ তেওঁ মোৰ প্রশংসাকাৰী হয়নে নহয় মই নাজানো। কিন্তু আমি নিশ্চয় ঘনিষ্ঠ বন্ধু।

স্মাটছ্ ঃ মই নিশ্চয় সেই ফাৰ্ম চাবলৈ এদিন যাম। সেইখন ক'ত?

গান্ধী ঃ লালিৰ ওচৰত।

স্মাটছ্ ঃ মই জানো, ভেৰিজিনিং লাইনত। ষ্টেছনৰ পৰা কিমান দূৰত?

গান্ধী ঃ বিছ মিনিটমান সময় ল'ব। আপোনাক তাত দেখা পালে আমি আনন্দিত হ'ম।

স্মাটছ্ ঃ এৰা, এদিন মই তালৈ যাম। (তেওঁ বিদায় জনাবলৈ থিয় হ'ল। গান্ধীয়েও তাকে কৰিলে)

গান্ধী ঃ আপুনি কৈছে যে আপুনি ট্ৰান্সভাল ইমিগ্ৰেছন এক্টৰ কোনো সংশোধন কৰিব নোৱাৰে। মই স্বীকাৰ কৰোঁ যে মই তাত কোনো সমস্যা দেখা নাই।

স্মাটছ্ ঃ এৰা, তাত সমস্যা আছে। যদিহে আপুনি মোৰ সংশোধন গ্ৰহণ নকৰে, শ্বেতকায় লোকসকলে সেইখন গ্ৰহণ নকৰে।

গান্ধী ঃ সেইটো হ'ল...

স্মাটছ্ ঃ বিভিন্ন ব্যক্তিক বিভিন্ন পৰীক্ষা কৰাৰ ক্ষমতা গভৰ্ণৰক দিয়া। নিয়ন্ত্ৰণৰ ক্ষেত্ৰত ভাৰতীয়সকলৰেই উল্লেখ থাকিব। মই জানো আপুনি সেইটো পছন্দ নকৰে। কিন্তু আপুনি গোটেই বিষয়টো ভাবি-চিন্তি আপোনাৰ সিদ্ধান্তৰ বিষয়ে মোক জনাব। আপুনি জানে যে মই আপোনাক সাহায্য কৰিব বিচাৰোঁ। যদিহে কোনো ব্যক্তিগত অসুবিধা থাকে, তেতিয়া মোৰ ওচৰলৈ আপুনি স্বচ্ছন্দে আহিব পাৰে...।"

অৰেঞ্জ ফ্ৰি ষ্টেটৰ সাংসদসকলৰ প্ৰচণ্ড বাধাদানৰ কাৰণে স্মাটছৰ সংশোধিত সেই বিল আৰু পাছ কৰা নহ'ল। কিন্তু গান্ধী-স্মাটছৰ আলোচনা সঠিকভাৱেই চলি থাকিল, এক সাময়িক নিষ্পত্তিৰ ব্যৱস্থা হ'ল আৰু 'ট্ৰান্সভাল এইশ্বিয়াটিক ৰেজিষ্ট্ৰেশ্বন এক্ট' বাতিল কৰা হ'ব বুলি স্মাটছে গান্ধীক আশ্বাস দিলে। সেই বছৰৰ ২৮ এপ্ৰিল তাৰিখে জোহানছবাৰ্গৰ এক ভাৰতীয় জনসভাত সেই 'নিষ্পত্তি' অনুমোদন কৰিলে। কেইদিনমান পিছতে সকলো ভাৰতীয় বন্দীকে মুক্তি দিয়া হ'ল।

অক্টোবৰ মাহৰ ইউনিয়ন পাৰ্লামেণ্টত এখন নতুন ইমিগ্ৰেশ্বন বিল অনা হ'ল, যিখন ট্ৰান্সভাল এইশ্বিয়াটিক ৰেজিষ্ট্ৰেশ্বন এক্টতকৈ কেইবাটাও বিষয়ত বহুখিনি সন্তোষজনক। সেয়েহে সেই সাময়িক নিষ্পত্তিৰ ম্যাদ আৰু এবছৰৰ কাৰণে বঢ়াই দিয়া হ'ল। গোখলে সোনকালে দক্ষিণ আফ্ৰিকালৈ আহিব। সকলোৱে আশা কৰিছে যে তেতিয়া তেওঁ প্ৰশাসনৰ লগত কথা পাতি সমস্যাৰ সমাধান কৰিব।

টলষ্টয়ৰ ফাৰ্মত তেতিয়া অলপ কালৰ কাৰণে শান্তি বিৰাজ কৰিলে। সকলোৱেই তেতিয়া ফলৰ গছ আৰু ফুলৰ বাগিচাৰ যত্ন লোৱাত ব্যস্ত, ভাৰতীয় সমস্যাৰ কথা মনৰ পৰা আঁতৰাই থোৱা হ'ল। কিন্তু তেওঁলোকে নিজৰ প্ৰতিশ্ৰুতি ৰখাত দৃঢ়-সংকল্প— ক'লা-কানুনৰ কাষত কেতিয়াও নতি স্বীকাৰ কৰা নহ'ব, লাগিলে যিমানেই কষ্ট ভোগ কৰিব লগা হওক।

* * *

অৱশেষত গোলাপকৃষ্ণ গোখলেই ১৯১২ চনৰ ২২ অক্টোবৰ তাৰিখে এমাহৰ কাৰণে দক্ষিণ আফ্ৰিকালৈ আহি উপস্থিত হ'লহি। তেওঁৰ উদ্দেশ্য আছিল দক্ষিণ

আফ্রিকাত থকা ভাৰতীয়সকলৰ সমস্যা চৰজমিন তদন্ত কৰা আৰু ইয়াৰ প্ৰতিকাৰৰ উপায় বিচৰা। গান্ধীয়ে গোখলেক দক্ষিণ আফ্রিকালৈ এবাৰ আহিবৰ কাৰণে বহুতবাৰ অনুৰোধ কৰিছিল, কিন্তু ইমানদিন তেওঁ সুযোগ পোৱা নাই। এইবাৰ লণ্ডনৰ পৰা ইয়ালৈ আহিল।

কেপ্‌টাউন জাহাজঘাটত গোখলেক অভ্যৰ্থনা জনাবলৈ গান্ধী আৰু কেলেনবাক উপস্থিত হ'ল। তদুপৰি তাত তেওঁক স্বাগত জনাবলৈ কেইজনমান গণ্যমান্য ভাৰতীয়ও উপস্থিত আছিল। গান্ধীয়ে ইতিমধ্যে গোখলেৰ ভ্ৰমণ-সূচী ঠিক কৰি ৰাখিছিল। সেই সূচী ইমান ব্যস্ততাপূৰ্ণ আছিল যে গান্ধীয়ে বোধকৰোঁ সেইখন ঠিক কৰোঁতে পাহৰিয়েই গৈছিল যে গোখলেই বহুমূত্ৰ ৰোগত ভুগি আছিল। তেতিয়া গান্ধী আছিল তেওঁৰ অবৈতনিক চেক্ৰেটাৰী।

যিহেতু গোখলে আছিল ভাৰতৰ বিধান পৰিষদৰ মাননীয় সদস্য আৰু লৰ্ড হাৰ্ডিঞ্জৰ আশীৰ্বাদ লৈয়েই ইয়ালৈ আহিছিল, সেয়েহে দক্ষিণ আফ্রিকাৰ গভৰ্ণমেণ্টে তেওঁলৈ বুলি ৰে'লগাড়ীৰ এক প্ৰাইভেট কোঠা বেলেগে নিৰ্দিষ্ট কৰি থৈছিল। সেই ৰে'লগাড়ীতে উঠি তেওঁলোকে জোহানছবাৰ্গলৈ যাত্ৰা কৰিলে। বাটত য'ত ভাৰতীয়সকল গোট খাই আছিল, তাতেই গাড়ীৰ পৰা নামি গোখলেই তেওঁলোকক লগ ধৰিছিল।

ৰে'লগাড়ী জোহানছবাৰ্গ ৰে'লষ্টেচনত উপস্থিত হওঁতে দেখা গ'ল যে ষ্টেছনটো পোহৰৰ মালাৰে সজ্জিত কৰা হৈছে আৰু গোখলেৰ সন্মানত ৰঙা কাৰ্পেট মেলি পৰা হৈছে। এখন সভাৰ মঞ্চও সজা হৈছে, য'ত চহৰৰ মেয়ৰে তেওঁলৈ অপেক্ষা কৰিছে। গাড়ীৰ পৰা নামোতেই গোখলেক তালৈ লৈ যোৱা হ'ল আৰু ফুলৰ তোৰা আগবঢ়াই দি তেওঁক অভ্যৰ্থনা কৰা হ'ল। তাত মেয়ৰে স্বাগত জনোৱাৰ পিছত গোখলেই চমুকৈ দু-আষাৰ ক'লে। তেওঁ উপস্থিত সকলোকে এই বিপুল সম্বৰ্ধনাৰ কাৰণে ধন্যবাদ জনালে। তেতিয়া তেওঁক ৰোডেছিয়াৰ মূল্যৱান কাঠৰ ওপৰত সোণৰ পাতেৰে ভাৰতৰ মানচিত্ৰ আৰু তাজমহল খোদিত এক ফলক্ উপহাৰ দিয়া হয়।

তাৰ পৰা গোখলেক ভাৰতীয় দলটোৱে পাঁচ মাইল দূৰত অৱস্থিত কেলেনবাকৰ প্ৰাসাদতুল্য গৃহলৈ নিয়াৰ ব্যৱস্থা কৰিলে। তাৰ পৰা আকৌ তেওঁক লৈ যোৱা হ'ল টলষ্টয় ফাৰ্মলৈ। অৱশ্যে কেলনবাকৰ গৃহৰ সন্মুখৰ ময়দানত ভাৰতীয়সকলৰ কাৰণে এখন জনসভাৰ আয়োজন কৰা হৈছিল। গোখলেই মাথোঁ মাৰাঠী আৰু ইংৰাজী ভাষা জানিছিল, প্ৰশ্ন উঠিল তেওঁ কি ভাষাত বক্তৃতা দিব? গান্ধীয়ে ক'লে যে গোখলেই মাৰাঠী ভাষাতে বক্তৃতা দিয়ক আৰু গান্ধীয়ে সেই বক্তৃতা হিন্দীলৈ তৰ্জমা কৰি শুনাব। কিন্তু গান্ধীৰ হিন্দী ভাষাৰ জ্ঞানক ভৰসা কৰিবলৈ গোখলেই টান পাইছিল, তদুপৰি তেওঁৰ মাৰাঠী ভাষাৰ জ্ঞানৰ বিষয়েও গোখলেৰ আস্থা আছিল কম। কিন্তু গান্ধীৰ

তেতিয়া নিজৰ হিন্দী ভাষাৰ জ্ঞান সম্বন্ধে প্ৰচণ্ড বিশ্বাস। গোখলেই হাঁহি হাঁহি ক'লে, "সকলো সময়তে তোমাৰ পথেৰেই সকলো চলিব লাগে গান্ধী। এতিয়া এই বিষয়তো মোৰ কোনো উপায় নাই। মই এতিয়া তোমাৰ কৰুণাৰ প্ৰাৰ্থী।"

কেলেনবাকৰ ঘৰৰ পৰা টলষ্টয় ফাৰ্ম ডেৰ মাইল পথ। গান্ধীয়ে নিজে দহ মাইল খোজ কঢ়াটোও একোৱেই নহয় বুলি ভাবে, গতিকে তেওঁ ভাবিলে গোখলেই অনায়াসে এই ডেৰ মাইল পথ খোজকাঢ়ি যাব পাৰিব। তেওঁ পাহৰিয়েই গ'ল যে গোখলেৰ শৰীৰ ভাল নহয়, তদুপৰি বৰষুণো আহিব পাৰে; গতিকে এখন ঢাকনি থকা গৰু-গাড়ী ভাৰা কৰাই সঠিক কাম হ'লহেঁতেন।

সঁচাকৈয়ে ফাৰ্মলৈ গৈ থাকোঁতেই ধাৰাষাৰে বৰষুণ আহিল। গোখলে জুৰুলি-জুপুৰি হ'ল। তেওঁৰ বৰকৈ ঠাণ্ডাও লাগিল। তেওঁৰ থকাৰ কাৰণে কেলেনবাকৰ পৃথক কোঠাটো নিৰ্ধাৰিত কৰা আছিল। তাত এতিয়া সকলোৱেই গোখলেক শুশ্ৰূষা কৰিব বিচাৰে। কোনোবাই তেওঁৰ ভৰি মালিচ কৰি দিব বিচাৰে, কোনোবাই বাথৰুমৰ ক'মোডৰ চিটটোকে সলাই দিব বিচাৰে, কোনোবাই তেওঁৰ প্ৰয়োজনৰ সময়ৰ কাৰণে খাপ দিব বিচাৰে ইত্যাদি ইত্যাদি।

এইবোৰ দেখি গোখলেৰ ধৈৰ্যচ্যুতি ঘটিল। তেওঁ ব্যংগ-কৌতুক মিশ্ৰিত কণ্ঠে ক'লে, "তোমালোক আটায়ে ভাবা যে তোমালোক দুঃখ-কষ্টৰ মাজেৰে সংগঠিত হৈছা আৰু মোৰ শৰীৰটো হৈছে নাৰীৰ দৰে ঠুনুকা। তোমালোক কাকো মোৰ শৰীৰ স্পৰ্শ কৰিব নিদিওঁ। মই সকলো ধৰণৰ কষ্ট সহ্য কৰিম আৰু তোমালোকৰ গৰ্বত আঘাত কৰিম।"

কথাষাৰ শুনি গান্ধীয়ে মনতে অলপ দুঃখ পালে।

পিছদিনা ৰাতিপুৱাই গোখলেই এখন চিঠি লিখিবলৈ ঠিক কৰিলে। তেওঁৰ অভ্যাস আছিল যে চিঠি লেখাৰ সময়ত কোঠাৰ মাজতে অলপ খোজকাঢ়ি চিন্তাধাৰা একত্ৰ কৰা। তাকে দেখি গান্ধী অলপ আচৰিত হ'ল। তেওঁ নিজে লিখিবলৈ বহিলে ফৰফৰাই কলম চলায়। গোখলেৰ পদচালনা দেখি সেয়েহে তেওঁ কিবা এক মন্তব্য কৰিলে।

গোখলেই গান্ধীৰ ফালে চাই ধমক দি ক'লে, "তুমি মোৰ জীৱন সম্বন্ধে একোৱেই নাজানা। সৰু কাম এটাৰ কাৰণেও মই ততাতৈয়া নকৰোঁ। মই প্ৰথমে চিন্তা কৰিম আৰু প্ৰধান বিষয়টো বিবেচনা কৰিম। তাৰ পিছত কেনেকৈ লিখিম সেইটো চিন্তা কৰিহে লিখিবলৈ বহিম। প্ৰত্যেকেই মোৰ দৰে কৰাহেঁতেন কিমান যে সময়ৰ অপচয় বন্ধ হ'লহেঁতেন। তদুপৰি আমাৰ দেশেও পৰ্বত স্খলনৰ দৰে অৰ্ধ-পৰিপক্ক ভাব-ভাবনাৰ পৰা, যিবিলাকে আজি গ্ৰাস কৰিবলৈ আৰম্ভ কৰিছে, ৰেহাই পালেহেঁতেন।

কথাটোৱে গান্ধীৰ মনত গভীৰভাৱে ৰেখাপাত কৰিলে।

গোখলেয়ে যেতিয়া গম পালে যে কেলেনবাকৰ বাহিৰে আন সকলো আশ্ৰমবাসীয়ে মজিয়াত শয্যা কৰি শোৱে, তেতিয়াৰ পৰা তেৱোঁ মজিয়াত শোৱা আৰম্ভ কৰিলে।

টলষ্টয়-ফাৰ্মত কেইদিনমান থকাৰ পিছতে আকৌ বিজয় শোভাযাত্ৰা কৰি তেওঁ দক্ষিণ আফ্ৰিকাৰ বিভিন্ন চহৰলৈ যাব ধৰিলে। য'লৈকে তেওঁ যায়, তাতে তেওঁৰ সন্মানত তোৰণ, পোহৰৰ মালা আৰু সেই চহৰৰ মেয়ৰৰ দ্বাৰা নানা উপহাৰ সামগ্ৰী প্ৰদান কৰা হয়। অধিকাংশ স্বাগত সম্ভাষণ তেওঁৰ প্ৰশংসাত পঞ্চমুখ। এই স্বাগত সম্ভাষণবোৰৰ বেছিভাগেই আচলতে গান্ধীয়ে লিখি দিয়া।"

এই সময়ত গোখলেই ডিঙিত এখন স্কাৰ্ফ লৈ থাকে। গান্ধীয়ে সেইখন ভালকৈ ইস্ত্ৰি কৰি দিব খুজিলে। গোখলেৰ ভয় হ'ল যে ইস্ত্ৰি কৰিবলৈ যাওঁতে সেইখন নষ্ট হৈ যাব পাৰে। কিন্তু গান্ধীয়ে খুব সুন্দৰভাৱে সেইখন ইস্ত্ৰি কৰি দিলে। সেইখন দেখি গান্ধী আৰু গোখলে দুয়োজনেই হাঁহি পেলালে।

কিন্তু গোখলেৰ আটাইতকৈ ডাঙৰ কাম আছিল জেনেৰেল বোথা আৰু জেনেৰেল স্মাটছক লগ ধৰি ক'লা-কানুনখন বাতিল কৰিবলৈ চুপাৰিছ কৰা। সেই কাৰণেই তেওঁ প্ৰিটোৰিয়ালৈ গৈ দুই জেনেৰেলক লগ ধৰি প্ৰায় দুঘণ্টাৰ এক বৈঠকত মিলিত হ'ল। ইয়ালৈ কিন্তু গান্ধীক লগত নিয়া নাছিল, কিয়নো জেনেৰেলসকলৰ মতে তেওঁৰ উপস্থিতি হ'ব বিতৰ্কমূলক। গান্ধীয়েও এই বিষয়ত হেঁচা নিদিলে। কিন্তু জেনেৰেলৰ লগত হোৱা সাক্ষাতৰ আগনিশা তেওঁ ভাৰতীয় সমস্যাৰ সকলো দিশ গোখলেক বাৰে বাৰে বুজাই দিলে। ৰাতিপুৱা হওঁতে গোখলেই ক'লে যে তেওঁ দুই জেনেৰেলৰ লগত মোকাবিলা কৰিবলৈ প্ৰস্তুত।

গোখলে আছিল এনে এজন ব্যক্তি যিজনে তেওঁৰ অন্তৰৰ দৃঢ়তা আৰু অনমনীয়তা বাহিৰৰ আপোচ আৰু বুজা-বুজিৰ আঁৰত লুকাই ৰাখে। জেনেৰেল বোথা আৰু স্মাটছে তেওঁৰ যুক্তিৰ স্বচ্ছতাত খুব আকৃষ্ট হ'ল। বৈঠকৰ শেষত তেওঁ গান্ধীৰ ওচৰলৈ আহি ডাঙৰকৈ হাঁহি ক'লে, "গান্ধী সকলো ঠিক হৈ গৈছে। ক'লা-কানুন বাতিল কৰা হ'ব। ইমিগ্ৰেছন আইনত ভাৰতীয়সকল এই দেশলৈ অহাৰ ক্ষেত্ৰত থকা সকলো বাধা-নিষেধ আঁতৰোৱা হ'ব আৰু তিনি পাউণ্ডৰ টেক্সো বিলোপ কৰা হ'ব।" গান্ধী এই সহজ বিজয়ৰ কথা শুনি সন্দিহান হ'ল।

তেওঁ গোখলেক ক'লে, "মোৰ কিন্তু ঘোৰ সন্দেহ হৈছে। এই মন্ত্ৰীসকলক মই যেনেদৰে চিনি পাওঁ, আপুনি নাপায়।"

গোখলেই তেওঁক আশ্বস্ত কৰাৰ প্ৰয়াস কৰি ক'লে, "নাই, নাই, এই বিষয়ে

কোনো চিন্তা নকৰিবা, গান্ধী। বোথা আৰু স্মাটছ্ সন্মানিত ব্যক্তি, তেওঁলোকে যি প্ৰতিশ্ৰুতি দিয়ে সেইয়া নিশ্চয় ৰাখিব। গতিকে তোমাৰ আৰু দক্ষিণ আফ্ৰিকাত থকাৰ কোনো অৰ্থ নাই। তুমি এবছৰৰ ভিতৰতে দেশলৈ উভতি ব'লা। তাত তোমাৰ উপস্থিতি খুব প্ৰয়োজনীয়।"

গান্ধীয়ে চিন্তিতভাৱে উত্তৰ দিলে, "মই এবছৰৰ ভিতৰত ভাৰতলৈ উভতি যাব পাৰিম বুলি নাভাবোঁ।" গান্ধীয়ে তেতিয়া ভাবিছিল যে এই তথাকথিত প্ৰতিশ্ৰুতি ৰক্ষাৰ আগতে কিমানবা ভাৰতীয়ই কাৰাবৰণ কৰিব লগা হয়।

ইয়াৰ পিছতো গোখলেক আৰু সম্বৰ্ধনা, আৰু মালা, আৰু উপহাৰ, আৰু ভাষণেৰে বুৰাই পেলোৱা হ'ল। অৱশেষত গোখলেক লৈ গান্ধী আৰু কেলেনবাকে ৰেলগাড়ীৰে ডেলাগোৱা বে' লৈ গ'ল আৰু তাত গোখলেক ভাৰতগামী জাহাজত উঠাই দিলে। গান্ধী আৰু কেলেনবাকেও জাঞ্জিবাৰলৈকে তেওঁৰ সহযাত্ৰী হৈ গৈ উভতি আহিল।

গান্ধীয়ে তেতিয়া ডাৰ-এছ্-ছালামৰ পৰা গোখলেলৈ এখন চিঠি লিখিলে।

"মোৰ সকলো দোষ-ত্ৰুটি ছদ্ম বিনয় নহয়, এইটো ভাৰতীয় ঐকান্তিকতা। মই মোৰ মাজত মধ্য-প্ৰাচ্যৰ ছাত্ৰৰ ধাৰণাক উপলব্ধি কৰিব বিচাৰোঁ। আমাৰ মাজত মতামতৰ বহুতো প্ৰভেদ থাকিব পাৰে, কিন্তু আপুনি এতিয়াও মোৰ ৰাজনৈতিক জীৱনৰ আদৰ্শ।"

কিন্তু গান্ধীয়ে যদি গোখলেক গুৰুস্বৰূপে বৰণ কৰিব বিচাৰে, তেতিয়া ই হ'ব প্ৰচণ্ড ভুল। গুৰু তেওঁৰ গোখলে নহয়, টলষ্টয় অথবা ৰায়চাঁদজীও নহয়। গান্ধীৰ গুৰু গান্ধী নিজেই।

## দ্বাবিংশ অধ্যায়

# অবিস্মৰণীয় পদযাত্ৰা

গান্ধীয়ে ভাবিলে গোখলেৰ দক্ষিণ আফ্ৰিকাৰ এই আগমন ভাৰতীয়সকলৰ কাৰণে হয়তো ফলপ্ৰসূ হ'ব। যদিহে জেনেৰেল স্মাটছে ক'লা-কানুনখন বাতিল কৰে, তেওঁ তেতিয়া সোনকালেই ভাৰতলৈ উভতিব পাৰিব আৰু গোখলেৰ নেতৃত্বত ভাৰতীয় কংগ্ৰেছৰ কামত জঁপিয়াই পৰিব। ভাৰতলৈ ঘূৰি যাবলৈ তেওঁ তেতিয়া অতিশয় ব্যগ্ৰ।

পিছে গোখলেৰ চফৰৰ পিছতে ভাৰতীয়সকলৰ অৱস্থা অৱনতিৰ ফালেহে অগ্ৰসৰ হোৱা দেখা গ'ল। তাৰ অলপ স্বাদ যেন তেওঁ অতি সোনকালেই পালে। গোখলেক বিদায় দি তেওঁ আৰু কেলেনবাক ডেলাগোৱা বে'ত উপস্থিত হ'ল। তাৰ অভিবাসীসকলৰ কাৰণে যিজন অফিচাৰ আছিল, তেওঁ প্ৰথমে গান্ধীক জাহাজৰ পৰা পাৰত নমাত অনুমতি দিবলৈ অস্বীকাৰ কৰিলে। গান্ধীয়ে দেখা পালে যে এদল গ্ৰীক অভিবাসীক তেনেই কেইটামান প্ৰশ্ন কৰিয়েই এৰি দিলে।

কেলেনবাকৰ লগতো অনুমতি-পত্ৰ নাছিল। তেওঁ সেই অফিচাৰক ক'লে যে তেওঁৰ বন্ধু মোহনদাস গান্ধীৰ লগত তেওঁলোক গোখলেক বিদায় জনাবলৈ জাঞ্জিবাৰলৈ গৈছিল, এতিয়া নাটাললৈ উভতিছে। যিহেতু তেওঁ এজন ইউৰোপীয়ান, সেয়েহে তেওঁক আৰু কোনো প্ৰশ্ন নকৰি নমাৰ অনুমতি দিয়া হ'ল। এতিয়া গান্ধীক প্ৰশ্ন কৰাৰ সময়।

অফিচাৰজনে গান্ধীক প্ৰশ্ন কৰিলে, "আপুনি ভাৰতীয় নেকি?"

গান্ধীয়ে উত্তৰ দিলে, "হয়।"

"আপুনি ভাৰতত জন্মিছিল নেকি?"

"হয়।"

"আপোনাৰ অনুমতি-পত্ৰ আছে?"

"নাই। মই এজন আইনজীৱী, ট্ৰান্সভালৰ কৰ্টত প্ৰেকটিছ কৰোঁ আৰু মোৰ লগত জোহানছ্‌বাৰ্গলৈ ওভতাৰ টিকট আছে।" গান্ধীয়ে কৈ গ'ল, "আজিয়েই মই তালৈ উভতিব লাগিব।"

সেই অফিচাৰজনে গম্ভীৰ কণ্ঠে ক'লে, "সেয়া আপুনি পিছত ভাবিব। আপুনি সেই ঠাইত বহক। আপোনাৰ কেছৰ নিষ্পত্তি পিছত হ'ব।"

গান্ধীয়ে গম পালে যে তেওঁ এক অসুবিধাত পৰিছে। তেওঁৰ পাৰলৈ নমাতো এতিয়া এই অফিচাৰৰ ইচ্ছাৰ ওপৰত নিৰ্ভৰ কৰে। গান্ধীয়ে চকীত বহি মনে মনে খঙত ভোৰভোৰাব ধৰিলে। কেলেনবাকেও তেতিয়া অস্থিৰভাৱে পদচালনা কৰিব ধৰিলে, কিয়নো তেওঁ বন্ধুক এৰি থৈ ক'লৈকো নাযায়। সেইটো আছিল গান্ধীৰ জীৱনৰ সেই বিৰল মুহূৰ্ত, যেতিয়া তেওঁ নিজকে সম্পূৰ্ণ অসহায় বুলি ভাবিব লগা হৈছিল।

ডেকৰ ভাৰতীয় যাত্ৰীসকলৰ চাল-চলন দেখি গান্ধীৰ খঙৰ মাত্ৰা চৰিলহে। সিহঁতে য'তে ত'তে বস্তু-বাহানি পেলাই থৈছে, য'ত বহিছে তাতে থুই, পানৰ পিক পেলাইছে। সিহঁতে চাৰিওফালে এক লেতেৰা পৰিৱেশৰ সৃষ্টি কৰিছে। সাধাৰণ স্বাস্থ্যবিধিৰ নিয়মবোৰো সিহঁতে নামানে। এজনেতো কেলেনবাকৰ মূৰৰ ওপৰেদিয়েই থুই পেলাই দিলে।

এইবোৰ দেখি গান্ধীৰ খঙো উঠিল, তেওঁ লাজো পালে। তেওঁ ভাবিলে যে তেওঁ চেকেণ্ড ক্লাছৰ যাত্ৰী নহৈ এই ভাৰতীয়সকলৰ লগতে ডেকত অহা উচিত আছিল। তেওঁলোকক তেতিয়া তেওঁ সাধাৰণ স্বাস্থ্যৰক্ষাৰ সাধাৰণ নিয়ম সম্বন্ধে শিক্ষা দিব পাৰিলেহেঁতেন। সিহঁত অজ্ঞ, সেয়েহে এনেকুৱা আচৰণ কৰে; তেওঁ শিক্ষিত ভাৰতীয়, তেওঁৰ জানো উচিত নহয় সিহঁতক পাৰস্পৰিক দায়-দায়িত্ব বুজাই দিয়া।'

অলপ সময়ৰ পিছত অন্য এজন অফিচাৰৰ হস্তক্ষেপত গান্ধীয়ে পাৰত নমা অনুমতি পালে।

কিন্তু গান্ধীৰ কাৰণে পাৰত তেতিয়া এক বৃহৎ সমস্যাই অপেক্ষা কৰিছিল। ১৯১৩ চনৰ ১৪ মাৰ্চ তাৰিখে ছুপ্ৰিম ক'ৰ্টে এনেকুৱা এক বিষয়ত ৰায় দিলে, যিটোৱে এক আতংকৰ সৃষ্টি কৰিলে। হাছান ইছপ বুলি-এজন মুছলমান লোকে সেইদিনা গম পালে যে তেওঁৰ বিবি বাই মিৰিয়ামৰ লগত মুছলিম বিধিমতে কৰা বিবাহ আইনসিদ্ধ নহয় আৰু সেয়েহে মিৰিয়ামে এতিয়া দক্ষিণ আফ্ৰিকাৰ পৰা গুচি যাব লগা হ'ব পাৰে। জাষ্টিছ ছাৰ্লে তেওঁৰ ৰায়ত কৈছে যে যিবোৰ বিবাহ খ্ৰীষ্টান ৰীতি অনুসৰি অনুষ্ঠিত হোৱা নাই, সেইবোৰ বিবাহ আইনত অসিদ্ধ। অৰ্থাৎ হিন্দু, মুছলমান আৰু পাৰ্চীসকলৰ সকলো বিয়াই তেতিয়াৰ পৰা আইনৰ দৃষ্টিত বাতিল আৰু তেওঁলোকৰ ল'ৰা-ছোৱালী সকলো অবৈধ সন্তান।

গান্ধীয়ে তেতিয়া গম পালে যে চুপ্ৰিম ক'ৰ্টত আকৌ আবেদন কৰি লাভ নাই, কাৰণ বিচাৰকসকলে এই ৰায় পৰিৱৰ্তন নকৰে। গান্ধীয়ে জেনেৰেল স্মাটছৰ চেক্ৰেটাৰীকে লিখিলে যে এই ছাৰ্লৰ বিচাৰে ভাৰতীয় সমাজৰ ভিত্তিকে লৰাই দিছে আৰু যদিহে ইয়াক অবিলম্বে বাতিল কৰা নহয়, তেনেহ'লে ভাৰতীয়সকলে আকৌ সত্যাগ্ৰহ পুনৰুজ্জীবিত কৰাৰ বাহিৰে গত্যন্তৰ নাথাকিব।

গান্ধীয়ে যেতিয়া এই বিষয়টো কস্তুৰবাৰ লগত আলোচনা কৰিলে, তেতিয়া তেওঁ উত্তেজিত কণ্ঠে সুধিলে, "তেনেহ'লে এই দেশৰ নতুন আইন মতে মই তোমাৰ স্ত্ৰী নহয়, আৰু আমাৰ সকলো ল'ৰাই অবৈধ সন্তান?"

গান্ধীয়ে ক'লে, "এৰা।"

কস্তুৰবাই ক'লে, "তেনেহ'লে আমি ভাৰতলৈ উভতি যাওঁ ব'লা।"

গান্ধীয়ে দৃঢ়তাৰে ক'লে, "ওহোঁ, সেইটো হ'ব ভীৰুৰ দৰে পলাই যোৱা। আমি আকৌ অহিংস আন্দোলন চলাব লাগিব আৰু তাৰ কাৰণে প্ৰয়োজন হ'লে জে'ললৈকো যাব লগা হ'ব পাৰে।"

কস্তুৰবাইয়ো সমান দৃঢ়তাৰে ক'লে, "তেনেহ'লে ময়ো তোমাৰ লগত এইবাৰ জে'ললৈ যাম। সহধৰ্মিণী স্বৰূপে মোৰ স্থানতো তোমাৰ কাষতে।"

গান্ধীয়ে হাঁহি উত্তৰ দিলে, "সেইটো সঁচা। কিন্তু তোমাৰ স্বাস্থ্য ভাল হৈ থকা নাই, তদুপৰি জে'লত খোৱা-বোৱাতো বৰ কষ্ট। তুমি যদি কষ্ট সহ্য কৰিব নোৱাৰি গা এৰা দিয়া, অথবা সিহঁতৰ ওচৰত আত্মসমৰ্পণ কৰা, তেতিয়া যে সত্যাগ্ৰহীসকলৰ নেতাস্বৰূপে মোৰ সন্মানত বৰকৈ আঘাত লাগিব।"

কস্তুৰবাই গান্ধীক আশ্বাস দিলে, "তুমি নিশ্চিত থাকিব পাৰা যে মই সকলোধৰণৰ দুঃখ-কষ্ট সহ্য কৰিম আৰু তোমাৰ অবমাননা হোৱা একো কাম নকৰোঁ। মাথোঁ কৈ দিবা, কেতিয়া ক'লৈ যাব লাগিব। তুমি গম পাবা যে মই জে'ললৈ যাবলৈ সম্পূৰ্ণ প্ৰস্তুত।"

কস্তুৰবাই দুৰ্বল শৰীৰেও এনে সাহস দেখুওৱা দেখি গান্ধীয়ে প্ৰশংসা নকৰি নোৱাৰিলে।

গোখলেই যেতিয়া শুনিলে যে গান্ধীয়ে আকৌ সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰিব, তেওঁ জানিব খুজিলে যে কিমান স্বেচ্ছাসেৱীয়ে তেওঁৰ এই শান্তিসেনা দলত যোগ দিব। গান্ধীয়ে তেওঁক জনালে যে নূন্যতম ষোল্লৰ পৰা সৰ্বাধিক সংখ্যা ছয়ষষ্ঠি হ'লেই যথেষ্ট। গোখলেই এই সংখ্যা জনাৰ পিছত মনে মনে হাঁহিলে, কিন্তু তেওঁ নাজানিছিল যে গান্ধীয়ে মনে-প্ৰাণে বিশ্বাস কৰে যে শুদ্ধমন আৰু দৃঢ়তাসহকাৰে যদি এজন সত্যাগ্ৰহীও পোৱা যায়, তেনেহ'লে তেওঁ অকলেই চৰকাৰৰ মনৰ পৰিৱৰ্তন সাধন কৰিবলৈ সক্ষম হ'ব। গান্ধীৰ মতে যথাৰ্থ সত্যৰ কাৰণে সংগ্ৰামী এগৰাকী পৱিত্ৰ সত্যাগ্ৰহীৰ ক্ষমতাৰ পৰিসীমা নাই।

ইতিমধ্যে নতুন ইমিগ্ৰেছন বিলতো ভাৰতীয়সকলৰ কাৰণে একো সুবিধা দিয়া নাই, বৰঞ্চ কিছুমান সুবিধা আঁতৰাইহে দিলে। গান্ধীয়ে আকৌ এই বিল পৰিৱৰ্তন কৰিবলৈ জেনেৰেল স্মাটছক শেষবাৰৰ কাৰণে আবেদন কৰিলে আৰু জনালে যে

তেওঁ চৰকাৰৰ এই বৈষম্য নীতিৰ বিৰুদ্ধে সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰিবলৈ প্ৰস্তুত। উত্তৰত জেনেৰেল স্মাটছৰ চেক্ৰেটাৰীয়ে জনালে যে জেনেৰেল স্মাটছে আপোনাৰ কোনো বিষয়তে মূৰ নুসুমিয়ায়। আপোনাৰ যি ইচ্ছা কৰিব পাৰে।

নতুন ইমিগ্ৰেছন আইন ১ আগষ্টৰ পৰা কাৰ্যকৰী কৰা হ'ল। এই আইন, অৰেঞ্জ ফ্ৰি ষ্টেটৰ জাতিগত বাধা, চুক্তিবদ্ধ শ্ৰমিকৰ কাৰণে বছৰি তিনি পাউণ্ড টেক্স আৰু বিচাৰপতি ছাৰ্লৰ সকলো অখ্ৰীষ্টান বিবাহ বাতিলৰ ৰায়— সকলোবোৰ লৈ ভাৰতীয়সকলৰ বিৰুদ্ধে এনে এক আবহাৱাৰ সৃষ্টি কৰা হ'ল যে গান্ধীয়ে তেতিয়া ভাবিবলৈ বাধ্য হ'ল যে দক্ষিণ আফ্ৰিকাত মানুহৰ দৰে মূৰ উচ্চ কৰি জীয়াই থাকিবলৈ ভাৰতীয় অভিবাসীসকলে সত্যাগ্ৰহ আন্দোলন কৰাৰ বাহিৰে আন পথ নাই।

১৩ ছেপ্তেম্বৰত বাৰজন পুৰুষ আৰু কস্তুৰবাৰ সৈতে চাৰিগৰাকী মহিলা দলে ডাৰ্বানৰ পৰা ট্ৰান্সভালৰ সীমান্ত চহৰ ভক্সৰাষ্ট ফালে যাত্ৰা কৰিলে। তাৰ স্থানীয় প্ৰশাসনে ইমানবোৰ লোকৰ কাৰণে ঠাইৰ অভাৱ হ'ব বুলি সত্যাগ্ৰহীসকলক আত্মীয়-বন্ধুসকলৰ ঘৰত আশ্ৰয় ল'বলৈ ক'লে। তিনিদিন পিছত তেওঁলোকক মাতি নতুন ইমিগ্ৰেছন আইন ভংগ কৰাৰ অপৰাধত গ্ৰেপ্তাৰ কৰা হ'ল আৰু তেওঁলোকক নাটাল সীমান্তলৈ ওভোতাই পঠোৱা হ'ল। তেওঁলোকে যেতিয়া আকৌ উভতি আহি ভক্সৰাষ্ট্ৰ সোমোৱাৰ চেষ্টা কৰিলে, তেতিয়া তেওঁলোকৰ বিচাৰ কৰি একৰ পৰা তিনিমাহৰ সশ্ৰম কাৰাদণ্ড দিয়া হ'ল।

ইয়াৰ কেইদিনমান পিছতে এঘাৰগৰাকী তামিল মহিলাৰ এটা দলে ট্ৰান্সভালৰ পৰা নাটালত প্ৰৱেশ কৰাৰ কাৰণে সীমান্ত অতিক্ৰম কৰিলে। তেওঁলোকক কিন্তু তেতিয়া গ্ৰেপ্তাৰেই নকৰিলে, সেয়হে গান্ধীৰ নিৰ্দেশত তেওঁলোকে চল্লিছ মাইল পদযাত্ৰা কৰি নিউকেছল নামৰ খনিৰ চহৰত উপস্থিত হ'ল। তাত তেওঁলোকে প্ৰায় তিনি হাজাৰ খনিৰ ভাৰতীয় শ্ৰমিকক তিনি পাউণ্ড টেক্স আৰু ছাৰ্লৰ সিদ্ধান্তৰ প্ৰতিবাদত কাম এৰি সত্যাগ্ৰহ আন্দোলনত যোগ দিবলৈ আহ্বান জনালে। তেতিয়া এই এঘাৰগৰাকী মহিলাক গ্ৰেপ্তাৰ কৰি তেওঁলোকৰ প্ৰত্যেককে তিনিমাহৰ সশ্ৰম কাৰাদণ্ডৰ শাস্তি দিয়া হ'ল।

ভাৰতত যেতিয়া এই সংবাদ পালেগৈ, স্বাভাৱিকতে ভাৰতৰ জনমত মহিলাসকলৰ এই কঠিন শাস্তিৰ প্ৰতিবাদত বিক্ষুব্ধ হৈ উঠে। ছাৰ ফিৰোজশ্বাহ মেহতাই, যিজনে তেতিয়ালৈকে দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ সমস্যাৰ প্ৰতি দৃষ্টিপাত কৰা নাই, তেতিয়া ক'লে যে এই মহিলাসকলক হাজোতত দুৰ্ধৰ্ষ অপৰাধীবোৰৰ লগত ৰখাৰ কথা চিন্তা কৰি তেওঁৰ তেজ গৰম হৈ গৈছে আৰু দক্ষিণ আফ্ৰিকাৰ বিষয়ত তেওঁ উদাসীন হৈ থাকিব নোৱাৰে।

গান্ধীয়ে নিউকেছলত ভাৰতীয় মহিলাসকলৰ এই গ্ৰেপ্তাৰৰ কথা শুনি উল্লসিত মনেৰে তাঁলৈ গ'ল। তেওঁ অবাক হৈ গ'ল যে এই অশিক্ষিত মহিলাসকলে সঁচা সত্যাগ্ৰহীৰ দৰে আচৰণ কৰিছে! তেওঁলোকে কাৰো সম্পত্তি নষ্ট কৰা নাই, বৰং নীৰবে পুলিচৰ নিৰ্যাতন সহ্য কৰি হাঁহিমুখে কাৰাদণ্ড বৰণ কৰিছে। তেতিয়া তেওঁ ভাবিলে যে এনেকুৱা কেইশমান মহিলা সত্যাগ্ৰহী পালে তেওঁলোকৰ জয়লাভ সুনিশ্চিত।

ইতিমধ্যে এই মহিলাসকলৰ আহ্বান অনুসৰি দুহেজাৰতকৈও অধিক খনিৰ শ্ৰমিকে চাকৰি এৰি দি ধৰ্মঘট আৰম্ভ কৰিছে। কৰ্তৃপক্ষই তেওঁলোকৰ বাসস্থানৰ পোহাৰ আৰু পানীৰ  সৰবৰাহ বন্ধ কৰি দিছে। তেতিয়া তেওঁলোকে সেই বস্তি-এলাকা এৰি বাহিৰলৈ অহাৰ কাৰণে প্ৰস্তুত। কিন্তু প্ৰশ্ন হ'ল ক'ত তেওঁলোকক ৰখা হ'ব?

গান্ধীয়ে ইতিমধ্যে নিউকেছললৈ আহি ডি. এম. লাজাৰাছ নামে এক তামিল খ্ৰীষ্টানৰ ঘৰত আশ্ৰয় লৈছিল। তেওঁৰ ঘৰতে সংলগ্ন অলপ মাটি আছিল। তাতেই সেই খনি শ্ৰমিকসকলক আশ্ৰয় দিয়া হ'ল। আশে-পাশে থকা ভাৰতীয় ব্যৱসায়ীসকলে তেতিয়া সাহায্য আগবঢ়াবলৈ দৌৰি আহিল আৰু চাউল-দাইলৰ বস্তা আৰু বিভিন্ন আনাজ পঠাই দিলে। সৌভাগ্যক্ৰমে প্ৰকৃতিও তেতিয়া আছিল সদয়। সাধাৰণতে তাত অক্টোবৰ মাহত বৰষুণ হয়। কিন্তু এতিয়া দিনত সূৰ্যৰ ৰশ্মিৰে উত্তপ্ত আৰু নিশাও মেঘহীন তৰাভৰা আকাশ। গান্ধীয়ে তেতিয়া ভাবিলে যেন ঈশ্বৰেহে অদৃশ্য হাতেৰে তেওঁলোকৰ সত্যাগ্ৰহ আন্দোলনৰ সকলো উপাদান সংগ্ৰহ কৰি দিছে।

এই সময়ত জে'লত থকা মহিলা সত্যাগ্ৰহীসকলৰ খাদ্যৰ বাবে বৰ কষ্ট হৈছিল, কাৰণ জে'লৰ খাদ্য তেওঁলোকে একেবাৰে খাব নোৱাৰিছিল। তেওঁলোকে বেলেগ খাদ্য বিচৰাৰ সময়ত শৰীৰ প্ৰায় কংকালসাৰ। এনেকুৱা এগৰাকী সত্যাগ্ৰহী আছিল ষোল্লবছৰীয়া ভেলিয়াম্মা মুদালিয়ৰ। গান্ধীয়ে তাইক দেখি প্ৰথমে একেবাৰেই চিনিব নোৱাৰিলে।

গান্ধীয়ে তাইক নোসোধাকৈ থাকিব নোৱাৰিলে, "ভেলিয়াম্মা, তুমি জে'ললৈ আহি দুঃখিত নেকি?"

ভেলিয়াম্মাই লগে লগেই উত্তৰ দিলে, "ওহোঁ বাপু, জে'ললৈ অহা দেখি মোৰ মনত কোনো ক্ষোভ নাই। দৰ্কাৰ হ'লে মই আকৌ জে'ললৈ আহিবলৈ প্ৰস্তুত।"

গান্ধীয়ে তাইৰ কথা শুনি মুগ্ধ হ'ল। এয়াই হৈছে সঁচা সত্যাগ্ৰহীৰ উত্তৰ।

পিছে জে'লৰ পৰা ওলোৱাৰ কেইদিনমানৰ পিছতে ভেলিয়াম্মাৰ মৃত্যু ঘটিল। গান্ধীয়ে তেতিয়া তেওঁৰ কথা 'ইণ্ডিয়ান অপিনিয়ন'ত লিখি শেষ মন্তব্য কৰিলে,

"যিমানদিনলৈকে ভাৰতৰ অস্তিত্ব থাকিব, তেতিয়ালৈকে ভেলিয়াম্মা জীয়াই থাকিব।"

গান্ধীয়ে সেই সময়তে খনিৰ মালিকসকলৰ পৰা ডাৰ্বানত তেওঁলোকৰ লগত আলোচনা কৰিবৰ কাৰণে আহ্বান পালে। তাত তেওঁ ক'লে যে যেতিয়ালৈকে ভাৰতীয় শ্ৰমিকসকলে দিবলগীয়া তিনি পাউণ্ডৰ টেক্স বাতিল নহয়, তেতিয়ালৈকে তেওঁলোকৰ ধৰ্মঘট চলি থাকিব। তেওঁ মালিকসকলক অনুৰোধ কৰিলে যে তেওঁলোকে বোথা চৰকাৰক এই টেক্স বাতিল কৰাৰ কাৰণে জোৰ কৰিব লাগে। কিন্তু এইটো এটা ব্যৰ্থ প্ৰয়াস, বাস্তৱত একো নহ'ল।

গান্ধীয়ে তেতিয়া ঠিক কৰিলে যে এই দুহেজাৰ সত্যাগ্ৰহী লৈ তেওঁ নাটালৰ নিউকেছলৰ পৰা ট্ৰান্সভালৰ টলষ্টয় ফাৰ্মলৈ এই এশ আশী মাইল পদযাত্ৰা কৰি যাব। সকলোৱেই তেতিয়া তেওঁৰ নেতৃত্বৰ মুখাপেক্ষী। তেওঁৰ ফালে সকলোৱে অচলা ভক্তিভাৱে চাই থাকে আৰু বহুতেই তেতিয়া তেওঁক 'বাপু' বুলি সম্বোধন কৰে। গান্ধীয়ে এই সত্যাগ্ৰহ আন্দোলনক সফল কৰিবলৈ দৃঢ় হ'ল।

১৯১৩ চনৰ ২৮ অক্টোবৰ তাৰিখে গান্ধীয়ে তেওঁৰ 'শান্তিবাহিনী' লৈ জোহানছ্বাৰ্গলৈ বুলি যাত্ৰা কৰিলে। এই 'শান্তিবাহিনী'ত আছিল ২০৩৭ জন পুৰুষ, ১২৭ গৰাকী মহিলা আৰু ৫৭ টা শিশু বালক-বালিকা। তেওঁলোকে দুদিন পিছত নাটালৰ সীমান্ত চহৰ চাৰ্লছটাউনত আহি উপস্থিত হ'ল। তাৰ ভাৰতীয় ব্যৱসায়ীসকলে তেওঁলোকক চাউল, দাইল, আনাজা আৰু ৰন্ধাৰ উপকৰণ দি সাহায্য কৰিলে। মহিলা আৰু শিশুবোৰে তেওঁলোকৰ ঘৰতে আশ্ৰয় পালে, পুৰুষসকলে স্থানীয় মচজিদৰ সন্মুখৰ বাকৰিত নিশা কটালে।

পদযাত্ৰা আৰম্ভ কৰাৰ আগতেই গান্ধীয়ে ট্ৰান্সভালৰ কৰ্তৃপক্ষক টেলিগ্ৰাম কৰি জনালে যে যদি তিনি পাউণ্ড টেক্স বাতিল কৰাৰ প্ৰতিশ্ৰুতি দিয়ে তেনেহ'লে তেওঁলোকে এই পদযাত্ৰা স্থগিত ৰাখিব। কিন্তু তাৰ পৰা তেওঁলোকে কোনো সঁহাৰি নেপালে। সত্যাগ্ৰহীসকলক গ্ৰেপ্তাৰো নকৰিলে। গান্ধীয়ে তেতিয়া স্থিৰ কৰিলে যে তেওঁলোকে এসপ্তাহৰ ভিতৰতে টলষ্টয় ফাৰ্ম পাবগৈ, যদিহে প্ৰতিদিনে পঁচিছ মাইলকৈ খোজ কঢ়া হয়।

পিছদিনা যেতিয়া গান্ধীৰ 'তীৰ্থযাত্ৰী' সকল ট্ৰান্সভালৰ সীমান্তত উপস্থিত হ'ল, তেতিয়া তেওঁলোকে দেখা পালে যে বৰ্ডাৰৰ পথৰ গে'টত এক বিৰাট অশ্বাৰোহী পুলিচবাহিনী ৰৈ আছে। কিন্তু গে'টটোৰ ওচৰে-পাঁজৰে কোনো বেৰা নাই, উন্মুক্ত প্ৰান্তৰ। গান্ধীয়ে তেতিয়া সত্যাগ্ৰহী দলৰ নেতাসকলক ক'লে যে তেওঁ ইংগিত দিলেই তেওঁলোকে যেন একেলগেই সীমান্তৰ সিফালে যাবলৈ চেষ্টা কৰে। ইয়াকে কৈ গান্ধীয়ে আগবাঢ়ি গৈ পুলিচ বাহিনীৰ কমাণ্ডাৰৰ লগত কথা পাতিব ধৰিলে। কিন্তু

তেওঁ দিম বোলা ছিগনেল দিয়াৰ আগতেই স্বেচ্ছাসেৱক বাহিনীয়ে একেলগে দৌৰি সীমান্তৰ সিপাৰলৈ গুচি গ'ল। তেতিয়া পুলিচবাহিনীয়ে বাধা দিবলৈ চেষ্টা কৰিছিল যদিও ইমানবোৰ মানুহক একেলগে তেওঁলোকে কেনেকৈ বাধা দিয়ে? সেই গণ্ডগোলৰ ফাঁকতে গান্ধীয়েও সিপাৰ পালেগৈ।

তাৰ পিছত সত্যাগ্ৰহীসকল আকৌ একেলগ হৈ সুশৃংখলভাৱে পদযাত্ৰা কৰি সীমান্তৰ চহৰ ভক্সৰাষ্ট পালেগৈ। গান্ধীয়ে আগতেই শুনিছিল যে তাৰ শ্বেতকায় অধিবাসীসকলে হুমিয়াইছিল যে তেওঁলোকে ভাৰতীয়সকলক শহাপছু মৰাদি গুলীয়াই মাৰিব। গান্ধীয়ে সেয়েহে কেলেনবাকক তেওঁলোকৰ লগত বিষয়টো আলোচনা কৰিবলৈ পঠাইছিল। কেলেনবাকে সেই শ্বেতকায়সকলক বুজাই-বৰাই শান্ত কৰিলে। তেওঁলোকেও ঘৰৰ পৰা ওলাই আহি এই অভিনৱ পদযাত্ৰা প্ৰত্যক্ষ কৰিলে। বহুতে আকৌ চকুৰে হাঁহি তেওঁলোকক উৎসাহ যোগালে।

সেইদিনা সত্যাগ্ৰহীসকলে পদযাত্ৰা কৰি ভক্সৰাষ্ট চহৰৰ পৰা আঠ মাইল দূৰত থকা পামফোৰ্ড নামে এক চহৰ পালে। তাত খোৱাৰ যোগাৰ একমাত্ৰ ৰুটী আৰু চেনি। গান্ধীয়ে নিশা শুবৰ কাৰণে মুকলি বাকৰিত আয়োজন কৰি থাকোঁতেই হাতত লেম্প লৈ এজন মানুহ তেওঁৰ ফালে আগবাঢ়ি আহিল। গম পোৱা গ'ল তেওঁ এজন পুলিচ অফিচাৰ। তেওঁ গান্ধীৰ কাষলৈ আহি ক'লে, "আপোনাক গ্ৰেপ্তাৰ কৰিবলৈ আহিছোঁ।"

গান্ধীয়ে প্ৰশ্ন কৰিলে, "মোক ক'লৈ নিব?"

"এতিয়া ৰে'ল-ষ্টেছন, তাৰ পিছত ৰে'ল-গাড়ীৰে ভক্সৰাষ্ট চহৰ।"— সেই অফিচাৰজনে উত্তৰ দিলে।

"মই কাকো নোকোৱাকৈয়ে আপোনাৰ লগত যাম। কিন্তু যোৱাৰ আগতে মই মোৰ সহকৰ্মীক কিবাকিবি নিৰ্দেশ দি যাব বিচাৰোঁ, যদিহে আপুনি অসুবিধা নাপায়,"— গান্ধীয়ে অফিচাৰজনক ক'লে।

পুলিচ অফিচাৰজনে ক'লে, "আপুনি নিশ্চিন্তে সেইটো কৰক। মই আপোনালৈ অপেক্ষা কৰি থাকিম।"

গান্ধীয়ে তেতিয়া তেওঁৰ অন্যতম প্ৰধান সহকৰ্মী পি কে নাইডুক টোপনিৰ পৰা জগাই ক'লে, "নাইডু, মোক পুলিচে এৰেষ্ট কৰিছে। তুমি কিন্তু আজি ৰাতি কাকো সেই খবৰ নজনাবা, কাৰণ তেওঁলোক তেতিয়া বিচলিত হ'ব পাৰে। তেওঁলোকে সূৰ্যোদয়ৰ আগতেই তেওঁলোকৰ পদযাত্ৰা আৰম্ভ কৰে। যেতিয়া তেওঁলোক ব্ৰেকফাষ্টৰ কাৰণে ৰ'ব, সেই সময়ত তুমি তেওঁলোকক খবৰটো দিবা।"

নাইডুৱে বিষণ্ণমনে গান্ধীক 'বাৰু' বুলি জনালে।

পিছদিনা গান্ধীক ভক্সৰাষ্টত মেজিষ্ট্ৰেটৰ এজ্লাছলৈ নিয়া হ'ল। শাসকীয় অভিযোক্তাই গান্ধীৰ বিৰুদ্ধে কে'ছ সাজু কৰিবলৈ সময়ৰ প্ৰয়োজন হোৱাত গান্ধীয়েও মেজিষ্ট্ৰেটৰ ওচৰত জামিন বিচাৰিলে। মেজিষ্ট্ৰেটজন আছিল সহানুভূতিশীল ব্যক্তি, তেওঁ পঞ্চাছ পাউণ্ডৰ বিনিময়ত এসপ্তাহৰ কাৰণে জামিন দিলে। এজন স্থানীয় ভাৰতীয় ব্যৱসায়ীয়ে তেতিয়া সেই অৰ্থৰ যোগান ধৰিলে। গান্ধীয়ে যেতিয়া গম পালে যে প্ৰিটোৰিয়া প্ৰশাসনে সিদ্ধান্ত লৈছে যে কেৱল দলৰ নেতাসকলকহে গ্ৰেপ্তাৰ কৰা হ'ব, তেতিয়া তেওঁৰ খুব খং উঠিল। তেওঁ ভাবিছিল যে সকলো সত্যাগ্ৰহীকে যদি গ্ৰেপ্তাৰ কৰা হয়, তেতিয়া থকা-খোৱাৰ সমস্যাৰ কথা তেওঁ চিন্তা কৰিব নেলাগিব। কিন্তু এতিয়া তেওঁ সমস্যাটোৰ কথা নতুনকৈ চিন্তা কৰিব লগা হ'ল। যি হওক, কেলেনবাকে এখন মটৰগাড়ী আনিছিল আৰু তাতে উঠি গান্ধীয়ে পোনে পোনেই সত্যাগ্ৰহীসকলৰ ওচৰ পালেগৈ।

পিছদিনা ষ্টেণ্ডাৰটন চহৰৰ ওচৰৰ এখন মুকলি পথাৰত গান্ধীয়ে সত্যাগ্ৰহীসকলৰ মাজত ৰুটী আৰু জেলি বিলাই আছিল। এই ৰুটী আৰু জেলি এজন স্থানীয় ব্যৱসায়ীৰ বদান্যতাত পাইছিল। তেতিয়াই গান্ধীয়ে লক্ষ্য কৰিলে যে এজন পৰিচিত মেজিষ্ট্ৰেটে তেওঁলৈ অপেক্ষা কৰি আছে। গান্ধীয়ে ভাবিছিল যে মেজিষ্ট্ৰেটজনে তেওঁক কিবা ক'বলৈ আহিছে, কিন্তু তেওঁ খোৱা-বস্তুৰ বিতৰণ শেষ কৰোঁতেই মেজিষ্ট্ৰেটজন আগুৱাই আহি ক'লে, "আপোনাক মই বন্দী কৰিছোঁ।"

গান্ধীয়ে তেতিয়া মন্তব্য কৰিলে, "মই মোৰ প্ৰমোচন হোৱা বুলি ভাবিছোঁ। এজন পুলিচ অফিচাৰৰ ঠাইত স্বয়ং মেজিষ্ট্ৰেট চাহাবেই মোক গ্ৰেপ্তাৰ কৰিবলৈ আহিছে।"

মেজিষ্ট্ৰেটে মুখেৰে একো নকৈ মাথোঁ মিচিকিয়ালে।

গান্ধীক আকৌ শান্তিভংগৰ অপৰাধত অভিযুক্ত কৰা হ'ল। তেওঁ আকৌ সত্যাগ্ৰহীসকলৰ লগত থকাৰ কাৰণে জামিন বিচাৰিলে। এইবাৰ ভাৰতীয় ব্যৱসায়ীসকলে তেওঁৰ কাৰণে এখন ঘোঁৰাৰ গাড়ী ঠিক কৰি থৈছিল। তেওঁ আকৌ পদযাত্ৰীসকলৰ মাজত হাজিৰ হ'ল।

পিছদিনা ৯ নৱেম্বৰ তাৰিখে গান্ধী আৰু হেন্ৰি পোলকে সত্যাগ্ৰহীসকলৰ লগত টিক্‌বৰ্থ চহৰৰ কাষেদি গৈ আছিল আৰু তেতিয়াই গান্ধীক চাৰি দিনৰ ভিতৰতে তৃতীয়বাৰৰ কাৰণে গ্ৰেপ্তাৰ কৰা হ'ল। গান্ধীয়ে পোলকক পদযাত্ৰাৰ নেতৃত্ব দিবলৈ ক'লে।

এইবাৰ কিন্তু গান্ধীক জামিন দিয়াৰ কোনো প্ৰশ্নই উঠাব দিয়া নহ'ল আৰু তেওঁক এইবাৰ স্বয়ং ট্ৰান্সভালৰ ইমিগ্ৰেছন অফিচৰ প্ৰধানে গ্ৰেপ্তাৰ কৰিছিল। এইবাৰ তেওঁৰ বিৰুদ্ধে অভিযোগ হ'ল এয়ে যে তেওঁ চুক্তিবদ্ধ ভাৰতীয় শ্ৰমিকসকলক

উত্তেজিত কৰি তেওঁলোকক নাটালৰ বাহিৰলৈ লৈ আহিছে। এইবাৰ তেওঁৰ শাস্তি হ'ল নমাহৰ সশ্ৰম কাৰাদণ্ড অথবা ষাঠি পাউণ্ড জৰিমনা। গান্ধীয়ে এইবাৰ জে'ললৈ যাবলৈ প্ৰস্তুত হ'ল।

কিন্তু গান্ধীক ভক্সৰাষ্ট চহৰত আৰু এক বিচাৰৰ সন্মুখীন কৰা হ'ল। এই বিচাৰত আৰু তিনিমাহৰ সশ্ৰম কাৰাদণ্ড যোগ কৰা হ'ল। ইতিমধ্যে কেলেনবাক আৰু পোলককো গ্ৰেপ্তাৰ কৰা হৈছে। গান্ধীয়ে ভাবিছিল তেওঁলোক তিনিজনেই একেটা ছে'লত থাকিব, কিন্তু গভৰ্ণমেণ্ট ইমান উদাৰ মনোভাবাপন্ন নহয়। গান্ধীক বেলেগ কৰি অৰেঞ্জ ফ্ৰি ষ্টেট্ ৰাজ্যৰ ব্লোয়েম্‌ফনটেন্ চহৰৰ জে'ললৈ পঠোৱা হ'ল কঠোৰভাৱে পহৰাৰ মাজত।

ভক্সৰাষ্ট এবাৰ আগতে গান্ধীয়ে হৰবৎ সিং নামৰ এজন সত্তৰ বছৰৰ সত্যাগ্ৰহীক লগ পায়। তেওঁ ছ-ফুট ওখ, খুব গম্ভীৰ ব্যক্তি। তেওঁক আঠমাহৰ কাৰাদণ্ড বিহিছিল।

গান্ধীয়ে তেওঁক প্ৰশ্ন কৰিলে, "আপুনি জে'ললৈ আহিল কিয়?"

হৰবৎ সিঙে মুখত হাঁহি বিৰিঙাই ক'লে, "কি কৰোঁ কওক, যেতিয়া আপুনি, আপোনাৰ স্ত্ৰী, আনকি দুটা ল'ৰাও আমাৰ কাৰণে জে'ললৈ আহিছে।" সেই সময়ত গান্ধীৰ উনৈছ বছৰীয়া ল'ৰা মণিলাল আৰু পোন্ধৰ বছৰীয়া ল'ৰা ৰামদাসো সত্যাগ্ৰহ আন্দোলনত চামিল হৈছিল।

গান্ধী অলপ বিচলিত হ'ল আৰু ক'লে, "কিন্তু আপুনি এই জে'লৰ কষ্ট সহ্য কৰিব নোৱাৰিব, হৰবৎজী। মই আপোনাক পৰামৰ্শ দিছোঁ যে আপুনি আৰু জে'লত নাথাকিব। আপোনাৰ মুক্তিৰ কাৰণে চেষ্টা কৰোঁনে?"

হৰবৎ সিঙে গম্ভীৰ কণ্ঠেৰে উত্তৰ দিলে, "অনুগ্ৰহ কৰি সেইটো নকৰিব। মই আগতীয়াকৈ জে'লৰ পৰা ওলাব নিবিচাৰোঁ। এদিনতো মোৰ মৃত্যু হ'বই। সেয়েহে জে'লতে আনন্দেৰেই মোৰ মৃত্যু হোৱাতো মই বিচাৰোঁ।"

কেইসপ্তাহমান পিছত গান্ধীয়ে শুনিলে যে নিউম'নিয়া ৰোগত জে'লৰ ভিতৰতে হৰবৎ সিঙৰ মৃত্যু ঘটিল। খবৰটো শুনি গান্ধীয়ে মনতে বৰ আঘাত পালে। তেওঁ আৰু বেজাৰ পালে যেতিয়া তেওঁ গম পালে যে হৰবৎ সিঙৰ দেহ দাহ কৰাৰ সলনি কবৰ দিয়া হ'ল।

গান্ধীয়ে তেতিয়া ভাবি ল'লে যে হৰবৎ সিঙৰ মৃত্যুৰ কাৰণে তেওৱেঁই পৰোক্ষভাৱে দায়ী। কিন্তু মানৱৰ মুক্তিৰ কাৰণে তেওঁ যি বিশাল কৰ্মযজ্ঞ আৰম্ভ কৰিছে, তাত হৰবৎ সিঙৰ আত্মত্যাগ সেই বলিশালৰ বলিস্বৰূপ নহয়নে? ঈশ্বৰে আত্মত্যাগ বিচাৰে— এই আত্মত্যাগ আৰু অনুতাপেই পৃথিৱীৰ দুই স্তম্ভবিশেষ।

এই সময়ত 'ইণ্ডিয়ান অপিনিয়ন'ৰ উদ্দেশ্যে লিখা এখন চিঠিত গান্ধীয়ে তেওঁৰ মনৰ কথা ব্যক্ত কৰিলে ঃ

"মোৰ মন খুব বিষণ্ণ হৈ যায় যেতিয়া মই চিন্তা কৰোঁ, 'হায় মোৰ মন', তুমি যদি তোমাৰ নিষ্পাপ ভ্ৰাতৃক ভুল পথেৰে পৰিচালনা কৰা তেনেহ'লে তুমিয়েই পাপৰ বোজা ব'ব লাগিব। যদি তুমি আৱিষ্কাৰ কৰা যে তুমি ভুল কৰিছা তেনেহ'লে তোমাৰ অনুশোচনাৰ কি ফল হ'ব? যিবোৰ লোকক তুমি মৃত্যুপথত চালিত কৰিছা সিহঁতেতো আৰু জীৱন ঘূৰাই নেপায়; যিবোৰ তোমাৰ পৰামৰ্শত জে'লৰ কঠিন কষ্ট সহ্য কৰিছে, সিহঁতেতো সেই কথা কোনোদিনেই পাহৰি নাযায়।

মই এইবোৰ কথা চিন্তা কৰি অত্যন্ত বিষণ্ণবোধ কৰোঁ। কিন্তু তেতিয়া মই চিন্তা কৰোঁ, 'যদি তুমি তোমাৰ ভ্ৰাতৃসকলক আন্তৰিকভাৱেই কাম কৰি জে'ললৈ যোৱাৰ উপদেশ দিয়া, তেতিয়া তোমাৰ কোনো দোষ নাথাকিব। এইটো কথা যথাৰ্থতে কোৱা হৈছে যে যজ্ঞ (আত্মত্যাগ) ব্যতিৰেকে পৃথিৱী ধ্বংসপ্ৰাপ্ত হ'ব। কিন্তু যজ্ঞ মানেতো কেৱল জুই জ্বলোৱা আৰু তাত ঘিউ ঢলাই নহয়। তেনে কৰিলে বায়ু হয়তো পৱিত্ৰ হ'ব, কিন্তু মানৱমনতো পৱিত্ৰ নহ'ব। যেতিয়া আমি আমাৰ অস্থি কাষ্ঠসম যজ্ঞত দহন কৰাৰ কাৰণে অনুমতি দিওঁ, যেতিয়া আমি আমাৰ তেজ ঘিউৰ দৰে যজ্ঞত প্ৰদান কৰোঁ আৰু আমাৰ দেহৰ মাংস সেই অগ্নিশিখাত দান কৰোঁ, তেতিয়াহে হ'ব প্ৰকৃত যজ্ঞ আৰু এই ধৰণৰ আত্মত্যাগৰ মাজেদিয়েই পৃথিৱীক বচাই ৰখা হ'ব।"

গান্ধীয়ে তেতিয়া ব্লোয়েমফনটেন্ জে'লত থাকোঁতেই গম পালে যে গভৰ্ণমেণ্টে এই ধৰ্মঘটকাৰী খনি-শ্ৰমিকসকলৰ কাৰণে এক অসাধাৰণ পৰিকল্পনাৰ আশ্ৰয় লৈছে। গান্ধী নাথাকোঁতেও সত্যাগ্ৰহীসকল টলষ্টয়-ফাৰ্মৰ ফালে সঠিকভাৱে পদযাত্ৰা কৰি গৈ আছিল, কিন্তু তেওঁলোক জোহানছবাৰ্গৰ ওচৰৰে বেল্‌ফোৰ টাউনত উপস্থিত হওঁতে তেওঁলোকক ৰখাই পুলিচে তিনিখন পৃথক পৃথক ৰে'লগাড়ীত নাটাললৈ পঠাই দিলে। চুক্তিবদ্ধ ভাৰতীয়সকলক তাত নিউকেছলৰ খনিৰ কামত নিযুক্ত কৰা হ'ল। তেতিয়া খনিবিলাকক তেওঁলোকৰ জে'ল আৰু খনিৰ অফিচাৰসকলক ৱাৰ্ডেন বুলি ধৰি লোৱা হ'ল, অৰ্থাৎ খনিত কাম কৰাই হ'ল তেওঁলোকৰ শাস্তি।

কিন্তু চৰকাৰৰ কাৰণে দুখৰ বিষয় এইটোহে যে পৰিকল্পনা অনুযায়ী কাম নহ'ল। খনি-শ্ৰমিকসকলে খনিৰ ভূ-গৰ্ভত নামিবলৈ অস্বীকাৰ কৰিলে। তেতিয়া তেওঁলোকক দিয়া হ'ল বেত্ৰাঘাত আৰু মাৰ-পিটৰ শাস্তি। এই ঘটনা চাৰিওফালে প্ৰচাৰ হৈ যোৱাত নাটালৰ ভাৰতীয় শ্ৰমিকসকলে ধৰ্মঘট কৰা আৰম্ভ কৰিলে। চেনিৰ ফেক্টৰি, ৰে'ল আৰু হোটেল-ৰেস্তোৰাঁত থকা ভাৰতীয় কৰ্মীসকলেও নিউকেছলৰ ভাৰতীয়সকলৰ সমৰ্থনত ধৰ্মঘট ঘোষণা কৰিলে। ১৯১৩ চনৰ সেই নৱেম্বৰ মাহত নাটালৰ যাঠি হাজাৰ ভাৰতীয় শ্ৰমিকৰ এক ডাঙৰ অংশই ধৰ্মঘটত লিপ্ত হ'ল।

চৰকাৰৰ এই ধৰ্মঘটৰ উত্তৰ আছিল জোৰ-জুলুম কৰি শ্ৰমিকসকলক কামৰ

ঠাইলৈ ঘূৰি যোৱাৰ কাৰণে বাধ্য কৰা। পুলিচে গুলীচালনা আৰম্ভ কৰিলে আৰু ফলস্বৰূপে কমেও দহজন শ্ৰমিকে প্ৰাণ হেৰুৱালে। ৰয়টাৰৰ মাধ্যমত দক্ষিণ আফ্ৰিকাত পুলিচৰ নিৰ্যাতনৰ কাহিনী সমস্ত পৃথিৱীত প্ৰচাৰ হ'ল।

গান্ধীয়ে ব্লোয়েম্‌ফনটেন জে'লত থাকোঁতে এই খবৰবোৰ পোৱা নাই। তেওঁৰ পৰা পুলিচৰ গুলীৰ খবৰ গোপন কৰি থৈছিল। তেওঁৰ জীৱন তেতিয়া শান্তিতে পাৰ হৈছিল। জে'লৰ লাইব্ৰেৰীৰ পৰা কিতাপ আনি তেওঁ পঢ়িবলৈ ল'লে। এই সময়তে তেওঁ কেইজোৰমান ভৰিৰ চটিও তৈয়াৰী কৰিছিল। তেওঁ এই বিদ্যাটো টলষ্টয় ফাৰ্মত শিকিছিল। তাৰে এজোৰ চটি তেওঁ জেনেৰেল স্মাটছক উপহাৰস্বৰূপে দিবলৈ মনস্থ কৰিলে।

হঠাতে গান্ধীক ১৮ ডিচেম্বৰ তাৰিখে জেলৰ পৰা মুক্তি দিলে। লগতে পোলাক আৰু কেলেনবাককো আন জেলৰ পৰা মুক্তি দিলে।

এই ঘটনাৰ কেইদিনমান পিছতে ডাৰ্বানত ভাৰতীয়সকলৰ এক বিৰাট সভাত গান্ধীয়ে কেলেনবাক আৰু পোলাকৰ লগত উপস্থিত হ'ল। তেওঁৰ পিন্ধনত চুৰিয়া, কুৰ্ত্তা আৰু ভৰিত চটি জোতা। তেওঁ ক'লে যে যিসকল ভাৰতীয় শ্ৰমিকে প্ৰাণ হেৰুৱাইছে, তেওঁলোকৰ স্মৃতিত তেওঁ এনেকুৱা পোছাক কৰিছে।

এইবোৰ শ্ৰমিকৰ মৃত্যুৱে তেওঁক বৰকৈ মানসিক আঘাত দিছিল। তেওঁ ভাবিলে যে শ্ৰমিকসকলৰ মৃত্যুৰ কাৰণে তেওৰেঁই দায়ী। এনেকুৱা এখন জনসভাত তেওঁ এবাৰ চিঞৰি চিঞৰি ক'লে, "যদিহে সেই পুলিচবোৰৰ গুলীৰ এটা মোৰ বুকুতো লাগিলহেঁতেন, তেনেহ'লে সেই মৃত্যু কিমান গৌৰৱময় হ'লহেঁতেন।" কিন্তু সেয়া তেওঁৰ নিয়তিত তেতিয়া নাছিল, তেওঁৰ কাৰণে আততায়ীৰ বুলেটে অপেক্ষা কৰিছিল, তেতিয়াৰ পৰা প্ৰায় পঁইত্ৰিছ বছৰ পিছলৈ।

*　　*　　*

গভৰ্ণমেণ্টে গান্ধীক হঠাতে জে'লৰ পৰা মুক্তি দিয়াৰ এটা কাৰণ আছিল। ছাউথ আফ্ৰিকাৰ চৰকাৰে ভাবিছিল যে ভাৰতীয় সত্যাগ্ৰহীক তেওঁলোকে কৰা নিষ্পেষণ তেওঁলোকৰ নিজা এক অভ্যন্তৰীণ বিষয়। কিন্তু 'ৰয়টাৰ'ৰ সংবাদ আৰু অন্যান্য সংবাদ-পত্ৰৰ কল্যাণত ইতিমধ্যে ই এক আন্তৰ্জাতিক ঘটনাত পৰিণত হৈছে। গান্ধীয়ে জে'লৰ পৰা মুক্তি পোৱাৰ দুদিন আগতে বোম্বাইৰ গৱৰ্ণৰ লৰ্ড উইলিংডনে কৈছিল, "দক্ষিণ আফ্ৰিকাৰ প্ৰশ্ন ঘাইকৈ এতিয়া ব্ৰিটিশ্ব সাম্ৰাজ্যৰে বিষয়।" ভাৰতৰ তৎকালীন ভাইছৰয় লৰ্ড হাৰ্ডিঞ্জে দক্ষিণ আফ্ৰিকাৰ গৱৰ্ণমেণ্টক মুকলিকৈ নিন্দা কৰি ক'লে যে দক্ষিণ আফ্ৰিকাৰ

ভাৰতীয়সকলৰ প্ৰতি এনেকুৱা ব্যৱহাৰ কৰাত তেওঁলোকৰ ভাৰতীয় ভ্ৰাতৃসকল অতিশয় ব্যথিত। মাদ্ৰাজত দিয়া এক ভাষণত তেওঁ ক'লে, "এই অহিংস প্ৰতিৰোধক এইদৰে দমন কৰাতো সভ্য সমাজে কেতিয়াও সহ্য কৰিব নোৱাৰে।" তেওঁ বেঞ্জামিন ৰবাৰ্টছনক তেওঁৰ বিশেষ প্ৰতিনিধি হিচাপে দক্ষিণ আফ্ৰিকালৈ পঠাই দিলে।

জেনেৰেল বোথা আৰু জেনেৰেল স্মাটছে উপলব্ধি কৰিলে যে এই বিশ্ব-জনমতৰ ধিক্কাৰ বোধ কৰিবলৈ তেওঁলোকে কিবা এটা কৰা উচিত। সেইকাৰণেই চৰকাৰী প্ৰথা অনুসৰিয়েই তেওঁলোকে এটা কমিছন নিয়োগ কৰিলে। এই কমিছনৰ নাম হ'ল 'ছাইমন ইন্‌কোৱাৰি কমিচন'। গান্ধীয়ে গম পালে যে এই কমিচনত কোনো ভাৰতীয় প্ৰতিনিধি নাই; তদুপৰি কমিচনৰ দুগৰাকী সদস্য বিশেষকৈ ভাৰত বিদ্বেষী বুলি পৰিচিত। সেয়েহে তেওঁ ভাৰতীয়সকলক এই কমিচন 'বয়কট' কৰাৰ কাৰণে আবেদন জনালে। তেওঁৰ মতে এই কমিচনে কেতিয়াও নিৰপেক্ষভাৱে মতামত নিদিব।

ইফালে গোখলেই যেতিয়া শুনিলে যে এলবাৰ্ট ৱেষ্টক গ্ৰেপ্তাৰ কৰা হৈছে, তেওঁ তেতিয়া ততাতৈয়াকৈ ৰেভাৰেণ্ড চাৰ্লছ এণ্ড্ৰুজক দক্ষিণ আফ্ৰিকালৈ গৈ গান্ধীক সাহায্য কৰাৰ কাৰণে অনুৰোধ কৰিলে। এণ্ড্ৰুজে তেতিয়া কবি ৰবীন্দ্ৰনাথে প্ৰতিষ্ঠা কৰা 'শান্তিনিকেতন' শিক্ষা প্ৰতিষ্ঠানৰ অধ্যাপক, য'ত উইলিয়াম পিয়াৰ্ছনেও অধ্যাপনা কৰিছিল। এণ্ড্ৰুজে তেওঁকো তেওঁৰ সংগী হ'বলৈ অনুৰোধ কৰে। দুয়োজনে সোনকালেই দক্ষিণ আফ্ৰিকা অভিমুখে যাত্ৰা কৰিলে।

এসপ্তাহৰ পিছত এক দুৰ্যোগপূৰ্ণ সমুদ্ৰযাত্ৰা অতিক্ৰম কৰি দুয়োজন ডাৰ্বান বন্দৰত উপস্থিত হ'ল। বন্দৰত তেওঁলোকক স্বাগত জনাবলৈ গান্ধী, কেলেনবাক আৰু পোলাকে অপেক্ষা কৰিছিল। এণ্ড্ৰুজে পাৰলৈ নামিয়েই তেওঁৰ পৰিচিত পোলাকক লগ পাই প্ৰশ্ন কৰিলে, "মিঃ গান্ধী ক'ত?"

পোলাকে তেতিয়া গান্ধীক দেখুৱাই ক'লে, "এয়া মিঃ গান্ধী!"

গান্ধীক দেখি এণ্ড্ৰুজ মনে মনে অলপ নিৰাশ হ'ল। তেওঁ ভাবিছিল যে ৰবীন্দ্ৰনাথ আৰু দিল্লীৰ মহাত্মা মুন্সীৰামৰ দৰে গান্ধীও এজন ওখ-পাখ ব্যক্তি হ'ব, কিন্তু তেওঁ ইতিমধ্যে গান্ধীয়ে গোখলেক লিখা পত্ৰৰাজি পঢ়ি গান্ধীৰ প্ৰতি পৰম শ্ৰদ্ধাবান। গান্ধীক লগ পাই তেওঁৰ ভৰি চুই এণ্ড্ৰুজে প্ৰণাম কৰিলে।

গান্ধীয়ে নম্ৰভাৱে তেওঁক ক'লে, "অনুগ্ৰহ কৰি এইটো নকৰিব, এইটো মোৰ বাবে অৱমাননাকৰ।"

এণ্ড্ৰুজ আৰু পিয়াৰ্ছনে গান্ধীক প্ৰথম লগ পায়েই গম পালে যে গান্ধীয়ে ছাইমন কমিচনৰ সন্মুখত উপস্থিত হ'বলৈ অমান্তি হৈছে। কথাটো শুনি এণ্ড্ৰুজে গান্ধীৰ অনমনীয় মনোভাবৰ এক আভাস পালে।

এণ্ড্ৰুজে প্ৰশ্ন কৰিলে, “কিন্তু কিয়, এইটো ভাৰতীয় সন্মানৰ লগত জড়িত নেকি?”

গান্ধীয়ে যেন এণ্ড্ৰুজৰ প্ৰশ্নত আচল কাৰণটোৱেই বিচাৰি পালে। তেওঁ উত্তৰ দিলে, “এৰা, আপুনি ঠিকেই কৈছে। সেইটোৱেই হৈছে আচল কাৰণ।”

এণ্ড্ৰুজে অলপ গম্ভীৰভাৱে ক'লে, “তেনেহ'লে আপুনি সঠিক কামটোৱেই কৰিছে, কিয়নো সন্মানৰ বিষয়ত আপোচ কৰিব নোৱাৰি।”

চাৰ্লছ এণ্ড্ৰুজৰ লগত দক্ষিণ আফ্ৰিকাৰ চৰকাৰী মহলৰ বহুত পৰিচিত লোক আছিল। স্বয়ং দক্ষিণ আফ্ৰিকাৰ গৱৰ্ণৰ জেনেৰেল লৰ্ড গ্লেডষ্টোন, যিজন প্ৰাক্তন প্ৰধানমন্ত্ৰী উইলিয়াম গ্লেডষ্টোনৰ পুণ্ডিত পুত্ৰ, এণ্ড্ৰুজৰ পাৰিবাৰিক বন্ধু আছিল। তেওঁৰ ভনীয়েক মিছেছ ড্ৰুই প্ৰিটোৰিয়া চৰকাৰৰ সকলো উচ্চ মহলৰ ব্যক্তিক চিনি পায়। তেওঁলোকৰ সাহায্যৰে মিঃ এণ্ড্ৰুজে জেনেৰেল স্মাটছৰ লগত এক সাক্ষাৎকাৰৰ ব্যৱস্থা কৰিলে। গান্ধী আৰু পিয়াৰ্ছনো তেওঁৰ লগত যোৱাতো ঠিক হ'ল।

ইতিমধ্যে জেনেৰেল স্মাটছে ভাৰতীয় আন্দোলনৰ কিবা মীমাংসা কৰিবৰ কাৰণে বিভিন্ন ক্ষেত্ৰৰ পৰা হেঁচা পাবলৈ ধৰিছে। দক্ষিণ আফ্ৰিকাৰ ইউৰোপীয় সমাজো তেতিয়া এক মিটমাটৰ পক্ষে। সত্যাগ্ৰহীসকল ইমান প্ৰৰোচনা সত্ত্বেও শান্তিপূৰ্ণ ব্যৱহাৰ কৰাত তেওঁলোক অতি বিস্মিত।

১৯১৪ চনৰ জানুৱাৰী মাহৰ মধ্যভাগত জেনেৰেল স্মাটছৰ লগত এণ্ড্ৰুজ-গান্ধী-পিয়াৰ্ছনৰ দেখা-সাক্ষাৎ হ'ল। এই সাক্ষাৎকাৰ অতি আন্তৰিকতাৰেই আৰম্ভ হৈছিল, কিয়নো এইবাৰ কিবা এটা মীমাংসাৰ কাৰণে গভৰ্ণৰ জেনেৰেল গ্লেডষ্টোনৰ প্ৰভাৱ আছিল। জেনেৰেল স্মাটছে গান্ধীক কৰমৰ্দন কৰি ক'লে যে তেওঁৰ লগত ৰাজনৈতিকভাৱে শত্ৰুতা থাকিলেও ব্যক্তিগতভাৱে গান্ধীক তেওঁ অত্যন্ত সমীহ কৰে। গান্ধীয়ে যি ধৰণে তেওঁৰ সত্যাগ্ৰহ আন্দোলন পৰিচালিত কৰিছে সেয়া লক্ষ্য কৰি তেওঁৰ শ্ৰদ্ধা বৰং বাঢ়িছেহে, অকণো কমা নাই।

জেনেৰেল স্মাটছে ভাৰতীয়সকলৰ সকলো প্ৰধান দাবীয়েই মানি ল'লে। তেওঁ চুক্তিবদ্ধ শ্ৰমিকসকলে দিব লগা তিনি পাউণ্ড টেক্স বিলুপ্ত কৰিবলৈ আৰু অখ্ৰীষ্টান বিবাহৰ স্বীকৃতি দিবলৈ সন্মত হ'ল। তেওঁ তদুপৰি চাৰ্টিফিকেটেই দক্ষিণ আফ্ৰিকা ভ্ৰমণৰ কাৰণে যথেষ্ট বুলি গণ্য কৰা হ'ব।

অৱশ্যে গান্ধীয়ে গম পালে যে ভাৰতীয়সকলৰ সকলো দাবী মানি ল'বলৈ জেনেৰেল স্মাটছ প্ৰস্তুত নহয়। কিন্তু তেওঁ জানে যে ৰাজনীতিত কোনো মীমাংসাত উপনীত হ'বলৈ হ'লে আপোচ-সন্মতি অৱশ্যম্ভাবী। তেওঁ হুমুনিয়াহ কাঢ়িলে। ভাৰতীয়সকলৰ পৰৱৰ্তী প্ৰজন্মই যদি সেইবোৰ সঁচাকৈয়ে বিচাৰে, তেনেহ'লে তেওঁলোকে সেইবোৰ আদায় কৰিবলৈ নিজাকৈ সংগ্ৰাম কৰিব লাগিব।

জেনেৰেল স্মাটছে তেতিয়া ক'লে যে এইবোৰ দাবীৰ মীমাংসা ছাইমন কমিচনৰ মাধ্যমেৰেই হোৱা উচিত। অৱশ্যে তেওঁ এই বিষয়ত কিবা সমস্যা হ'ব বুলি নাভাবে। তেতিয়া তেওঁলোকে বিষয়টো এখন 'বিল' হিচাপে পাৰ্লামেণ্টত পেছ কৰিব লাগিব আৰু সেইখন তাত পাছ হ'লেই বিষয়টোৰ ইতি পৰিব।

গান্ধীয়ে তেতিয়া সত্যাগ্ৰহী আন্দোলন প্ৰত্যাহাৰ কৰিবলৈ সন্মত হ'ল। এইটো স্থিৰ হ'ল যে সত্যাগ্ৰহীসকলক অবিলম্বে জে'লৰ পৰা মুক্তি দিব। তেওঁলোক যথাস্থানলৈ যোৱাৰ খৰচো প্ৰিটোৰিয়া চৰকাৰে বহন কৰিব।

যিহেতু ছাইমন কমিচনক অতি কম সংখ্যক ভাৰতীয়ইহে সাক্ষী দিছিল, সেয়েহে কমিচনৰ কাম সোনকালেই সমাপ্ত হ'ল। কমিচনে ভাৰতীয়সকলৰ সকলো প্ৰধান দাবীকে মানি ল'বলৈ চুপাৰিছ কৰিলে। স্মাটছেও তেতিয়া এইবোৰ অন্তৰ্ভুক্ত কৰি 'ইণ্ডিয়ান ৰিলিফ বিল' নামে এখন বিল পাৰ্লামেণ্টত পেছ কৰিলে আৰু ক'লে যে অবিতৰ্কমূলক মনোভাৱেৰে ইয়াক পাছ কৰা উচিত। পাৰ্লামেণ্টেও তেওঁৰ কথা শুনি বিলখন তিনিবাৰ পঢ়াৰ পিছত পাছ কৰিলে।

এইদৰেই বহুতো নিৰ্যাতন আৰু দুখভোগৰ মাজেৰে সুদীৰ্ঘ আঠ বছৰৰ পিছত সত্যাগ্ৰহ আন্দোলনৰ ওৰ পৰিল। গান্ধী তেতিয়া দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ দৃষ্টিত এজন প্ৰকৃত নায়ক। বহুতেই তেওঁক তেতিয়া 'গান্ধী ৰাজা' বুলি অভিহিত কৰিলে।

কিন্তু গান্ধীৰ কাৰণে এই বিজয়ৰ আনন্দ ক্ষণস্থায়ী হ'ল, কিয়নো সেইসময়ত ফিনিক্স উপনিবেশত কস্তুৰবা বৰকৈ অসুস্থ হৈ পৰিছে, আনকি তেতিয়া তেওঁৰ প্ৰাণৰো সংশয়। গান্ধীয়ে ততালিকে ফিনিক্সলৈ যাত্ৰা কৰিলে। গান্ধীয়ে কস্তুৰবাক শয্যাশায়ী অৱস্থাত পালে, তেওঁ অত্যান্ত দুৰ্বল আৰু ক্ষীণকায় হৈ গৈছে।

গান্ধীয়ে তেতিয়া কস্তুৰবাৰ কাষত বহি লাহে লাহে তেওঁৰ মূৰত হাত বুলাই দিব ধৰিলে। ইতিমধ্যে গান্ধীয়ে কস্তুৰবাৰ চৰিত্ৰৰ দৃঢ়তাৰ পৰিচয় পাইছে। ৰুগ্ন দেহৰেই তেওঁ গান্ধীৰ বাধা-নিশেধ সত্ত্বেও সত্যাগ্ৰহত যোগ দি কাৰাবৰণ কৰিছিল। কস্তুৰবা অশিক্ষিতা বুলি গান্ধীৰ মনত এক বিৰাট ক্ষোভ আছিল, তথাপি কস্তুৰবাৰ সেৱা-প্ৰবৃত্তি, সত্যৰ প্ৰতি নিষ্ঠা, আৰু স্বামীৰ প্ৰতি অকৃত্ৰিম প্ৰেমে তেওঁক মুগ্ধ কৰিছে। গান্ধীয়ে কস্তুৰবাক এতিয়া সঁচাকৈয়ে ভাল পায়।

কস্তুৰবা তেতিয়া মুহ্যমানৰ দৰে শুইছিল। গান্ধীয়ে লাহে লাহে ক'লে, "কস্তুৰ, চকু মেলি চোৱা, মই তোমাৰ কাষতে আছোঁ।"

কস্তুৰবাই তেতিয়া চকু মেলি ফুচ্‌ফুচাই ক'লে, "মই বোধকৰো আৰু নাবাচিম।"

গান্ধীয়ে ততাতৈয়াকৈ ক'লে, "তেনেকৈ নক'বা কস্তুৰ। মংগলময়ৰ ওচৰত মনে মনে অনবৰত প্ৰাৰ্থনা কৰা, তেওঁৰ কৃপাত তুমি নিশ্চয় ভাল হৈ যাবা।"

তাৰ পিছত তেওঁ মাতটো ডাঙৰ কৰি প্ৰশ্ন কৰিলে, "গুলাব, 'বা' ক কি পথ্য দিয়া হৈছে?"

হৰিলালৰ স্ত্ৰী গুলাবে কাষৰ কোঠাৰ পৰা ক'লে, "নিম পাতৰ ৰস আৰু মাজে মাজে সুমথিৰাৰ ৰস বাপুজী।"

গান্ধীয়ে তাকে শুনি কস্তুৰবাক ক'লে, "এয়াতো ঠিক পথ্যই দিছে কস্তুৰ। মোৰ মনে কৈছে যে সোনকালেই তুমি পুৰণা শক্তি ঘূৰাই পাবা। আহ্, কিমান দিন যে তোমাৰ হাতৰ পিঠা খোৱা নাই! তুমি জানাই, মই মিঠা বস্তু ভাল পাওঁ।"

গান্ধীৰ কথা শুনি কস্তুৰবাৰ ওঁঠত মিচিকনিৰ এক ক্ষীণ ৰেখা দেখা গ'ল। তাৰ পিছতে কস্তুৰবাৰ চকুত অশ্ৰুকণা দেখা গ'ল। গান্ধীয়ে সস্নেহে সেই অশ্ৰুকণা হাতেৰে মচি দি ক'লে, "নাকান্দিবা কস্তুৰ। ঈশ্বৰে নকৰক, তথাপি তোমাৰ কিবা হ'লেও মই ইতিমধ্যে তোমাক চিঠিত লিখাৰ দৰেই মই কেতিয়াও পুনৰ্বিবাহ নকৰোঁ। এতিয়া মই তোমাৰ গা চুই একে প্ৰতিজ্ঞাকে কৰিছোঁ।"

কস্তুৰবাৰ চকুৰে তেতিয়াও অশ্ৰু নিগৰিবলৈ ধৰিলে। গান্ধীয়ে তেওঁৰ আঁচলেৰে সেই অশ্ৰু মচি দিব ধৰিলে।

দিনৰ পিছত দিন কস্তুৰবাৰ কাষত থাকি গান্ধীয়ে তেওঁৰ সেৱা কৰিব ধৰিলে। তেতিয়া গান্ধীৰ আন কেনিও মন নাছিল, 'ইণ্ডিয়ান অপিনিয়ন' কাগজৰ কাৰণেও তেওঁৰ নিজৰ স্তম্ভ লিখাত মনোনিবেশ কৰিব পৰা নাছিল। কেলেনবাকলৈ এখন চিঠি লেখি তেওঁৰ মনৰ অৱস্থাৰ কথা গান্ধীয়ে জনালে।

ক্ৰমশঃ কস্তুৰবাৰ শৰীৰ ভাললৈ আহিল। গান্ধীৰ অশেষ সেৱা-যত্নত তেওঁ আকৌ শৰীৰৰ বল ঘূৰাই পালে। গান্ধীয়ে এক বিৰাট স্বস্তিৰ নিশ্বাস এৰিলে। পিছে কস্তুৰবাই সম্পূৰ্ণ আৰোগ্যৰ ফালে আগবাঢ়োতেই দেশৰ পৰা এক পৰম দুঃসংবাদ আহিল। গান্ধীৰ পৰম-পূজ্য ডাঙৰ ককায়েক লক্ষ্মীদাসে দীৰ্ঘকাল ৰোগগ্ৰস্ত হৈ থাকি শেষ নিশ্বাস ত্যাগ কৰিলে। ইয়াৰ আগৰ বছৰতে গান্ধীৰ মাজু দাদাক কৰ্ষণদাসৰ মৃত্যু হৈছিল। কিন্তু গান্ধীয়ে তেতিয়াতকৈ এতিয়াহে অধিক শোকাৰ্ত হ'ল।

এতিয়া তেওঁৰ উপলব্ধি হ'ল যে তেওঁ নিজে বিচাৰক বা নিবিচাৰক, তেওঁ এতিয়া তেওঁলোকৰ যৌথ-পৰিবাৰৰ প্ৰধান। গান্ধীয়েতো আগতেই লক্ষ্মীদাসক লিখিছিল যে তেওঁ নিজকে লাহে লাহে সংসাৰৰ চিন্তাৰ পৰা আঁতৰাই জনসেৱাত আত্মনিয়োগ কৰিব। তথাপি যৌথ পৰিবাৰৰ গুৰুদায়িত্ব এৰাই যাব পৰা নহ'ব□

গান্ধীৰ তেতিয়া মনত পৰিল যে তেওঁৰ আদৰৰ সৰু ভায়েকৰ প্ৰতিপত্তি দক্ষিণ

আফ্ৰিকালৈ আহি স্বচক্ষে চাই যাবলৈ লক্ষ্মীদাসৰ অত্যন্ত হেঁপাহ আছিল। গান্ধীয়েও কথাটোত সন্মতি জনাইছিল। কিন্তু সেই আশা নফলিল। সকলোৰেই হৈছে কৰুণাময় ঈশ্বৰৰ অভিপ্ৰায়, যিজনাৰ ইচ্ছাত মানুহৰ কোনো হাত নাই।

ফিনিক্সৰ পৰা আকৌ বেয়া খবৰ আহিল। তাত কুৰি বছৰীয়া এজনী ছোৱালী দুটা ল'ৰাৰ লগত জড়িত হৈছে বুলি গান্ধীলৈ খবৰ আহিল। গান্ধী অতিশয় বিচলিত হৈ পিছদিনাই ডাৰ্বানলৈ যাত্ৰা কৰিলে। গান্ধীৰ মনৰ অৱস্থা দেখি কেলেনবাকে তেওঁক অকলে এৰি দিবলৈ টান পালে, সেয়েহে নিজেও গান্ধীৰ লগতে গ'ল। গান্ধীয়ে ক'লে যে একমাত্ৰ আন্তৰিক অনুতাপেৰেহে চৰিত্ৰ সংশোধন কৰিব পৰা যায় আৰু তাৰে দৃষ্টান্তস্বৰূপে তেওঁ সাতদিন অনশন কৰিব আৰু পিছৰ চাৰি মাহত মাত্ৰ এবেলা আহাৰ কৰিব। সেই ছোৱালীজনীয়ে তেতিয়া অনুতপ্ত হৈ গান্ধীৰ লগত উপবাস আৰম্ভ কৰিলে আৰু গাৰ সকলো গহনা খুলি পেলাই মূৰৰ চুলি চুটিকৈ কাটি পেলালে। সেয়াই হ'ল তাইৰ দোষী মনৰ শাস্তি।

কেইদিনমানৰ পিছতে গান্ধীৰ মাজু ল'ৰা মণিলালো এক অপযশৰ সন্মুখীন হ'ল। গুজব ওলাল যে সি এগৰাকী চৌবিছ বছৰীয়া বিবাহিত মহিলাৰ লগত মিলামিচা কৰা আৰম্ভ কৰিছে। গান্ধীয়ে তাক এই বিষয়ে সোধাত সি কথাটো স্পষ্টভাৱে অস্বীকাৰ কৰিলে। পিছত গান্ধীৰ পৰা মণিলালে 'পুত্ৰক ক্লিষ্ট পিতৃৰ আশীৰ্বাদ' শীৰ্ষক এখন চিঠি পালে। তেতিয়া সি অনুতাপত দগ্ধ হৈ তাৰ অপৰাধ স্বীকাৰ কৰিলে আৰু গান্ধীৰ পৰা ক্ষমা বিচাৰিলে। গান্ধীয়ে এখন টেলিগ্ৰামেৰে তাক জনালে, "মই তোমাক ক্ষমা কৰিছোঁ। ভগৱানক প্ৰাৰ্থনা কৰা যাতে তেওঁ তোমাক ক্ষমা কৰে।" ইয়াৰ পিছত ফিনিক্সত উপস্থিত হৈ গান্ধীয়ে ঘোষণা কৰিলে যে পুত্ৰৰ এই পাপৰ প্ৰায়শ্চিত্ত স্বৰূপে তেওঁ এসপ্তাহ অনশন কৰিব আৰু পৰৱৰ্তী কুৰি সপ্তাহ এবেলা মাথোঁ আহাৰ কৰিব।

এই উপবাসৰ ফলত গান্ধীৰ শৰীৰ খুব ক্ষীণ আৰু দুৰ্বল হৈ গ'ল। কিন্তু তেওঁৰ সাংগঠনিক কৰ্মৰ কোনো বিৰতি নঘটিল। এই সময়ত গোখলে আছিল লণ্ডনত। তেওঁ তেতিয়া অসুস্থ। তেওঁ গান্ধীলৈ এক বাৰ্তা পঠালে। গান্ধীয়ে আৰু দেৰি কৰা উচিত নহয়, ভাৰতত তেওঁৰ উপস্থিতি তেতিয়া একান্ত আৱশ্যক।

* * *

গান্ধীয়ে গম পালে যে দক্ষিণ আফ্ৰিকাত তেওঁৰ কাম শেষ হৈছে। ১৮৯৩ চনতে তেওঁ মাথোঁ এবছৰৰ কাৰণে এইখন দেশলৈ আহিছিল। চাওঁতে চাওঁতেই একুৰি এবছৰ পাৰ হৈ গ'ল। এতিয়া ঘৰলৈ ওভতাৰ সময়। এতিয়া কৰ্মক্ষেত্ৰ ভাৰত। গান্ধীয়ে

এতিয়া তেওঁৰ ভৱিষ্যৎ দেখা পাইছে। সেই সময়তে তেওঁ লিখিলে ঃ "মোৰ কাৰণে ভাৰতৰ ব্যতিৰেকে এই নশ্বৰ পৃথিৱীৰ আন কোনো ঠাইতে মুক্তি নাই। এনেদৰে মুক্তি বিচাৰিলে তেওঁ ভাৰতৰ পবিত্ৰ ভূমিলৈ যাবই লাগিব। আন সকলোৰে দৰে মোৰ কাৰণেও ভাৰত হৈছে খ্ৰিষ্টসকলৰ আশ্ৰয়।"

তথাপি দক্ষিণ আফ্ৰিকাৰ ওচৰত গান্ধী যথেষ্ট ঋণী। য'ত তেওঁৰ বহুতো হৰ্ষ-বিষাদৰ দিন পাৰ হৈছে। এই দক্ষিণ আফ্ৰিকাই তেওঁক জীৱনৰ লক্ষ্য স্থিৰ কৰি দিছে। সেয়া হৈছে জন-সেৱাত জীৱন উছৰ্গা কৰা। ভাৰতলৈ গৈ সেয়া হ'ব গোখলেৰ নেতৃত্বত ভাৰতীয় জাতীয় কংগ্ৰেছৰ কামত নিজকে সম্পূৰ্ণৰূপে নিয়োজিত কৰা।

গান্ধীয়ে দক্ষিণ আফ্ৰিকাৰ পৰা বিদায় লোৱাৰ কথা ঘোষণা কৰাৰ পিছতে তেওঁক আৰু কস্তুৰবাক বিদায়-সম্বৰ্ধনা জনোৱাৰ খৰখেদা লাগিল। প্ৰিটোৰিয়া, কেপটাউন, ব্লোয়েমফন্টেন, জোহানছ্‌বাৰ্গ আৰু নাটালৰ ডাৰ্বান আৰু ভেৰুলাম চহৰত তেওঁলোকৰ সন্মানাৰ্থে সভা কৰা হ'ল। ডাৰ্বান আৰু ভেৰুলামৰ সভাত বিভিন্ন ব্যক্তিয়ে তেওঁলোকৰ বক্তৃতাত গান্ধীক মাথোঁ ভূয়সী প্ৰশংসা কৰিয়েই ক্ষান্ত নহ'ল, তেওঁলোকেই প্ৰথমবাৰৰ বাবে গান্ধীক 'মহাত্মা' বা মহান আত্মা বুলি আখ্যা দিলে, কিয়নো তেওঁ দক্ষিণ আফ্ৰিকাত দৰিদ্ৰসকলৰ সেৱাত জীৱনপাত কৰিছিল। এতিয়াৰ পৰা এই গ্ৰন্থত আমিও তেওঁক মাথোঁ গান্ধী বুলি নকৈ গান্ধীজী বুলি ক'ম।

এই সম্বৰ্ধনা সভাবোৰত কেৱল ভাৰতীয়ই নহয়, বহুতো গণ্য-মান্য ইউৰোপীয়ানেও যোগ দিছিল। ১৯১৪ চনৰ ১৮ জুলাই তাৰিখে তেওঁলোকৰ প্ৰস্থানৰ দিনা গান্ধীজী আৰু কস্তুৰবাক ডাৰ্বানৰ টাউনহলত এক বিদায়-সম্বৰ্ধনা জনোৱা হ'ল। এই সভাত সভাপতিত্ব কৰিছিল ডাৰ্বানৰ মেয়ৰে। সেই সভালৈ নাটালৰ প্ৰটেষ্টেণ্ট বিশ্বপ, জেনেৰেল বোথা আৰু জেনেৰেল স্মাটছৰ পৰা অভিনন্দন-বাণী আহিছিল। ইমানবোৰ মানুহৰ প্ৰীতি-সম্ভাষণ পাই গান্ধীজী অভিভূত হৈ পৰিল। তেওঁ বিশেষকৈ যিসকল ইউৰোপীয়ানে তেওঁৰ আন্দোলনক সমৰ্থন কৰিছিল তেওঁলোকক আন্তৰিক ধন্যবাদ জনালে। তেওঁৰ ভাষণত আৰু ক'লে যে দক্ষিণ আফ্ৰিকাৰ স্মৃতি তেওঁৰ কাৰণে চিৰকাল পবিত্ৰ হৈ থাকিব। কিন্তু দক্ষিণ আফ্ৰিকাত এই বিজয় অকল তেওঁৰ কাৰণেই হোৱা নাই। "মই যদি কিবা প্ৰশংসা অৰ্জন কৰিছোঁ, তেনেহ'লে তাৰ পিছত আছে বহুতো লোকৰ প্ৰয়াস, যি সকলে সৰল বিশ্বাসত কষ্টভোগ কৰি আমাৰ আন্দোলনক সফল কৰিছে। এওঁলোকৰ মাজত মই দুগৰাকী ছহিদৰ নাম বিশেষভাৱে উল্লেখ কৰিব বিচাৰোঁ, তেওঁলোক হ'ল হৰবৎ সিং আৰু ভেলিয়াম্মা। আজি মই ভাৰতলৈ ওলাইছোঁ এই কাৰণেই যে যদিও মই সত্যাগ্ৰহৰ দোষ-ত্ৰুটিৰ কথা জানো, তথাপি একমাত্ৰ ভাৰততে সত্যাগ্ৰহৰ পূৰ্ণতাপ্ৰাপ্তি সম্ভৱ।

ভাৰতলৈ অহাৰ আগ দিনা শেঠ আব্দুল্লা আৰু পাৰ্চী ৰুস্তমজীয়ে ঘৰুৱাভাৱে এক নৈশভোজত গান্ধীজীক আপ্যায়িত কৰিলে। তেওঁ তাৰ্হ অকলেই গৈছিল, কিয়নো মুছলমানৰ ঘৰত খোৱাৰ ক্ষেত্ৰত কস্তুৰবাৰ খুব সংকোচ। খোৱাৰ পিছত বহুতো পুৰণা দিনৰ স্মৃতিচাৰণ হ'ল।

শেঠ আব্দুল্লাই আৰম্ভ কৰি ক'লে, "আপোনাক প্ৰথম লগ পাওঁতে গান্ধীভাই, মই ভাবিছিলোঁ যে মোৰ ভাইটোৱে দেশৰ পৰা এটা বগা হাতী পঠাইছে, কোনো কামত নাহিব। কিন্তু দুদিন পিছত বুজি পালোঁ যে কি ধাতুৰে গঢ়া আপুনি। মইতো ভাবিবই নোৱাৰোঁ যে আজি আপুনি দক্ষিণ আফ্ৰিকাৰ সমস্ত ভাৰতীয়ৰ একমাত্ৰ নেতা।"

গান্ধীজীয়ে মিচিকিয়াই উত্তৰ দিলে, "ময়োতো প্ৰথমে ভাবিছিলো, শেঠজী, যে মোক আপোনাৰ কোনো কামত নালাগিব। এবাৰতো ভাবিছিলো যে দেশলৈকে উভতি যাওঁ, বিশেষকৈ প্ৰিটোৰিয়ালৈ যাওঁতে সেই দুৰ্দশাৰ পিছত। কিন্তু ঈশ্বৰৰ কৃপাত অলপ দিনৰ পিছতে বুকু ডাঠ কৰি কামত লাগিব পৰিলোঁ।"

এইবাৰ পাৰ্চী ৰুস্তমজীয়ে আলোচনাত যোগ দি ক'লে, "মোৰ কিন্তু এতিয়াও মনত পৰে আপুনি সেই কুষ্ঠৰোগীজন নিজৰ ঘৰত আশ্ৰয় দিয়াৰ কথা। তাৰ পিছত আপুনি মোৰ সামান্য সাহায্যত দুখীয়াসকলৰ কাৰণে ক্লিনিক খুলিলে। সেইখন কিন্তু মই এতিয়াও চলাই আছোঁ।

গান্ধীয়ে মিচিকিয়াই ক'লে, "আপোনালোক দুজনৰ বদান্যতাৰ কথা গোটেই নাটাল ৰাজ্যই জানে।"

এইবাৰ শেঠ আব্দুল্লাই ক'লে, "দানৰ হাত প্ৰসাৰিত কৰিবলৈ আপুনিয়েই শিকাইছিল, গান্ধীভাই।"

গান্ধীয়ে হুমুনিয়াহ কাঢ়ি ক'লে, "কিন্তু আপোনালোকৰ সন্মুখত সংগ্ৰামৰ পথ অতি দীৰ্ঘ। সিহঁতে মাথোঁ আমাৰ মূল দাবীবোৰেই মানি লৈছে। বৰ্ণবৈষম্যৰ দৃষ্টিভংগীৰ একো পৰিৱৰ্তন হোৱা নাই।

"তথাপি আপুনিয়েই শিকাইছে কেনেকৈ শ্বেতকায়সকলৰ লগত শান্তিপূৰ্ণভাৱে যুঁজ কৰি কেনেকৈ দাবী মনাব পাৰি, সেইটোতো কম শিক্ষা নহয়/"

গান্ধীজীয়ে বিনীতভাৱে ক'লে, "অনুগ্ৰহ কৰি মোৰ প্ৰশংসা আৰু নকৰিব। বহুতৰ প্ৰচেষ্টাত আমাৰ এই জয়লাভ সাধিত হৈছে, কথাটো মনত ৰাখিব।"

পাৰ্চী ৰুস্তমজীয়ে মুখত হাঁহি বিৰিঙাই ক'লে, "আপুনি কৈছে যেতিয়া আৰু নকওঁ। মাথোঁ আল্লাৰ দোৱাত আপোনালোকৰ যাত্ৰা শুভ হ'বলৈ আৰু কোনো বিপত্তি নহ'বলৈ কামনা কৰিলোঁ।"

সেইদিনা গান্ধীজী উভতি আহোঁতে অলপ বেছি ৰাতিয়েই হ'ল।

জেনেৰেল স্মাটছৰ লগত গান্ধীজীৰ শেষ দেখা হওঁতে তেওঁক এজোৰ চটি উপহাৰ দিছিল। চটিজোৰ ব্ৰোয়েমফল্‌টেন জে'লত থকাৰ সময়ত নিজৰ হাতে তৈয়াৰী কৰিছিল। স্মাটছে তেতিয়া তেওঁক বহুতো ধন্যবাদ দি প্ৰতিশ্ৰুতি দিছিল যে গ্ৰীষ্মকালত সেইজোৰ তেওঁ ঘৰত পিন্ধিব। পিছত গান্ধীজীয়ে শুনিছিল যে স্মাটছে তেওঁৰ সহকাৰীক কৈছিল, "ছেইণ্টে আমাৰ তীৰভূমি এৰিব। এয়া যেন চিৰদিনৰ কাৰণে হয়।"

গান্ধীৰ যাত্ৰাৰ সময় ঠিক হ'ল। আগতেই ঠিক কৰা আছিল যে আশ্ৰমৰ বালকসকলকলৈ মগনলালে প্ৰথমে দিল্লীৰ ওচৰৰ মুঞ্চিৰামৰ আশ্ৰমত অলপদিন থাকিব, তাৰ পিছত ৰবীন্দ্ৰনাথৰ শান্তিনিকেতনলৈ গৈ আৰু অলপদিন থাকিব। ৰেভাৰেণ্ড এণ্ড্ৰুজেই চিঠি লিখি সকলো ব্যৱস্থা কৰি দি গৈছিল।

অৱশেষত ১৯১৪ চনৰ ১৮ জুলাইত কস্তুৰবা আৰু কেলেনবাকৰ লগত গান্ধীজীয়ে ডাৰ্বান বন্দৰৰ পৰা 'কিলফাউন্স কেছল' নামৰ জহাজত উঠি লণ্ডন অভিমুখে যাত্ৰা কৰিলে। দক্ষিণ আফ্ৰিকাত তেতিয়া শীতকাল আৰু তেতিয়া শীতল বতাহ বলিছে। গান্ধীজীয়ে জাহাজৰ ৰেলিঙত ধৰি থিয় হৈ তীৰৰ ভাৰতীয় বন্ধুসকলৰ উদ্দেশ্যে হাত জোকাৰিব ধৰিলে। লাহে লাহে সকলো আঁৰ হ'ল!

গান্ধীজীৰ জীৱনৰ পৰাও দক্ষিণ আফ্ৰিকা অদৃশ্য হ'ল চিৰকালৰ কাৰণে। তেতিয়া তেওঁৰ বয়স আছিল পঞ্চল্লিছ।

# পঞ্চম পৰ্ব
## স্বদেশলৈ প্ৰত্যাৱৰ্তন

---

# ত্ৰয়োবিংশ অধ্যায়
## সদাব্যস্ত লণ্ডন

জাহাজত গান্ধীজী, কস্তুৰবা আৰু কেলেনবাক তৃতীয় শ্ৰেণীৰ যাত্ৰী আছিল। সত্যাগ্ৰহ আন্দোলনৰ আৰম্ভৰ পৰাই তেওঁ সৰ্বত্ৰ থাৰ্ড ক্লাছৰ পেছেঞ্জাৰ। অৱশ্যে এই জাহাজবোৰৰ তৃতীয় শ্ৰেণীৰ যাত্ৰীসকলৰ স্বাচ্ছন্দ্য ভাৰতীয় থাৰ্ড ক্লাছৰ তুলনাত বহুত ভাল। গতিকে জাহাজ যাত্ৰাৰ এই ওঠৰ দিনত গান্ধীজী আৰু তেওঁৰ সংগীসকলৰ বিশেষ একো অসুবিধা হোৱা নাছিল!

কিন্তু গান্ধী-দম্পতীৰ শৰীৰ তেতিয়া বৰ ভাল নাছিল। কস্তুৰবা তেতিয়াও অসুখৰ পৰা সম্পূৰ্ণ আৰোগ্য হোৱা নাছিল। গান্ধীজীয়ে ল'ৰা মণিলালৰ কুকৰ্মৰ কাৰণে চৈধ্যদিন অনশন কৰিছিল, ফলত তেওঁ দুৰ্বলত অনুভৱ কৰিছিল। তেওঁৰ ভৰিৰ কলাফুলৰ মঙহাল অংশতো তীব্ৰ ব্যথা অনুভৱ কৰিছিল। তেওঁ ভাবিছিল সমুদ্ৰৰ মুক্ত বায়ুত অলপ খোজকাঢ়ি দিলে ভাল পাব; সেয়েহে ডেকলৈ খোজকাঢ়িবলৈ গ'ল। কিন্তু অলপ খোজকঢ়াৰ পিছতে বিষত তেওঁ একেবাৰে কাবু হৈ গ'ল। তেনে অৱস্থাত তেওঁ ডেকৰ চকীতে বহি থাকিব লগা হৈছিল।

খাদ্যৰ ক্ষেত্ৰত তেওঁৰ একো অসুবিধা পোৱা নাছিল। নিৰামিষ আহাৰৰ লগতে তেওঁলোকে নানা প্ৰকাৰৰ ফল আৰু বাদাম খাই থাকিব পাইছিল। কেপটাউনতে ভাৰতীয়সকলে তেওঁলোকক ফল আৰু বাদামৰ পাচি লগতে দিছিল। তদুপৰি জাহাজৰ কেপ্তেইনেও ষ্টুৱাৰ্ডক ফল আৰু বাদাম সৰবৰাহ কৰাত কোনো ত্ৰুটি নকৰিবলৈ আগতীয়াকৈ সাৱধান কৰি দিছিল।

প্ৰায় সকলো সময়তে জাহাজত এইবাৰ গান্ধীজীয়ে নিজৰ পত্নী আৰু কেলেনবাকৰ লগতেই কটালে। কেলেনবাকে গান্ধীজীৰ লগতে ভাৰতলৈ যাব, গতিকে গান্ধীজীয়ে ভাবিলে যে কেলেনবাকে গুজৰাটী ভাষা শিকা প্ৰয়োজন। সেয়েহে প্ৰতিদিনে ৰাতিপুৱা বেলাতে এঘণ্টাকৈ কেলেবাকক গান্ধীজীয়ে গুজৰাটী

ভাষাৰ শিক্ষা দিয়ে। আবেলি কস্তুৰবাক মুখস্থ কৰিবলৈ গান্ধীজীয়ে গুজৰাটী ভাষাৰ ভগৱদ্‌গীতা পঢ়ি শুনায়। কিন্তু কস্তুৰবাই ভগৱদ্‌গীতা আয়ত্ত কৰিব নোৱাৰে, তেওঁ বৰঞ্চ গান্ধীজীয়ে সুৰ লগাই ৰামায়ণ পাঠ কৰা শুনিবলৈ ভাল পায়। অৱশ্যে গান্ধীজীয়ে অন্যান্য ধৰ্ম-পুস্তকৰ পৰাও বছা বছা অংশ কস্তুৰবাক পঢ়ি শুনায়।

জাহাজত কেলেনবাকৰ লগত বিভিন্ন আলোচনা কৰিও সময় কটাইছিল। তেওঁলোকৰ পিছে বিশেষকৈ আলোচনা হৈছিল সত্যাগ্ৰহীৰ জীৱনত সত্যধৰ্ম পালনৰ প্ৰয়োজনীয়তা আৰু সকলোপ্ৰকাৰৰ আসক্তি পৰিহাৰ কৰাৰ উপযোগিতা সম্বন্ধে। দক্ষিণ আফ্ৰিকাত কেলেনবাকে গান্ধীৰ দৰেই জে'ল খাইছিল, সেই কাৰণে তেওঁকো এজন সত্যাগ্ৰহী বুলি ক'ব পাৰি, যদিও জীৱিকাৰ ক্ষেত্ৰত তেওঁ এগৰাকী ধনী স্থপতি। কিন্তু গান্ধীজীৰ প্ৰভাৱৰ ফলত তেওঁৰো সৰল-সহজ জীৱন যাপন কৰাতো বাছি লৈছিল আৰু তাৰ কাৰণে দুখ-কষ্ট সহ্য কৰিবলৈ মানসিকভাৱে প্ৰস্তুত হৈছিল।

কেলেবাকৰ এক মহাৰ্ঘ বাইন'কুলাৰ আছিল, তাৰ দাম আছিল সাত পাউণ্ড। তেওঁ প্ৰায় সকলো সময়তে এইটো ডিঙিত ওলোমাই লৈ ডেকত ঘূৰি ফুৰে আৰু অৱে পানীৰ হাঙৰ, শিহু আদি চায়। গান্ধীজীৰ এইটো ভাল নালাগে, কাৰণ তেওঁৰ ধাৰণা যে তেওঁলোকৰ সৰল জীৱন-যাপনৰ ই পৰিপন্থী। এই বিষয়ে গান্ধীজীয়ে কেলেনবাকক বহুত বুজালে, বহুত যুক্তি-তৰ্কৰ অৱতাৰণা কৰিলে, কিন্তু কেলেনবাকে সাধাৰণতে এনেবোৰ কথালৈ কাণ নিদিয়ে, এইটো তেওঁৰ নিৰ্দোষ 'হবি' বুলি গান্ধীজীৰ কথাবোৰ মানি নলয়।

এদিন এই বিষয়ে তেওঁলোকৰ তুমুল তৰ্কা-তৰ্কি হ'ল। কেলেনবাকে সদায় কৰাৰ দৰে এইটো তেওঁৰ 'হবি' বুলি কৈ আলোচনা বন্ধ কৰিব বিচাৰিলে। কিন্তু গান্ধীজীয়ে তাতে আলোচনা শেষ নকৰিলে। তেওঁ কেলেনবাকক ক'লে, "আপুনি এইটো বুজিব পৰা নাই বন্ধু, যে এইটোৰ প্ৰতি আপোনাৰ আসক্তি জন্মিছে, যিটো কথা আমাৰ সৰল জীৱন যাপনৰ লগত একেবাৰে খাপ নাখায়।

কেলেনবাকে হঠাৎ অলপ উত্তেজিত কণ্ঠে ক'লে, "মোৰ এই বাইন'কুলাৰৰ প্ৰতি আপোনাৰ ইমান বিতৃষ্ণা?

গান্ধীজীৰ উত্তৰ, "এৰা, এইটো লৈ আমাৰ আলোচনাৰ যেন শেষ নহ'ব। আপুনি এইটো সাগৰৰ পানীত পেলাই দি আমাৰ বিতৰ্কৰ অৱসান ঘটাওকনা?

কেলেনবাকে নিৰ্বিকাৰভাৱে উত্তৰ দিলে, "আপুনি যদি বিচাৰে তেনেহ'লে আপুনিয়েই এইটো পেলাই দিয়ক।"

গান্ধীয়ে তেতিয়া হাত আগবঢ়াই কেলেনবাকক ক'লে, "তেনেহ'লে সেইটো আপোনাৰ ডিঙিৰ পৰা খুলি দিয়ক।"

কেলেনবাকেও সেইটো খুলি গান্ধীৰ হাতত দিলে।

তেওঁলোকে এই কথা-বাৰ্তা হৈছিল গান্ধীজীৰ কেবিনৰ কাষত থিয় হৈ। সেইটো হাতত পায়েই গান্ধীজীয়ে তেওঁৰ কেবিনত সোমাই খিৰিকী খুলি বাইন'কুলাৰটো সাগৰৰ পানীত পেলাই দিলে।

তেওঁলোকৰ এই বিতৰ্ক তাতেই শেষ হ'ল। কেলেনবাকে এই প্ৰসংগ আৰু কেতিয়াও উল্লেখ কৰা নাই।

কিন্তু গান্ধীজীৰ এইবাৰৰ জাহাজ-ভ্ৰমণ বৰ আনন্দদায়ক নহ'ল। কস্তুৰবাৰ শৰীৰ ভাল নাছিল, তদুপৰি তেওঁৰ তেতিয়া বিশেষ কৰিব লগা কামো নাছিল। তেওঁ অনা কাগজ-পত্ৰবোৰ চিজিল কৰা, বন্ধুসকললৈ কেইখনমান চিঠি লেখা আৰু 'ইণ্ডিয়ান অপিনিয়ন'ৰ কাৰণে দুই-এটা প্ৰবন্ধ ৰচনা কৰাত বাদে তেওঁ আৰু একো নকৰিলে।

তেতিয়া তেওঁ সমুদ্ৰৰ ফালে বিষণ্ণ দৃষ্টি পেলাই চিন্তা কৰি থাকে। চিন্তাৰ বিষয় হয়তো ভাৰতৰ ভৱিষ্যৎ কৰ্মপন্থা, যিটো তেতিয়াও সম্পূৰ্ণ অনিশ্চিত। অৱশ্যে তেওঁৰ গোখলেৰ প্ৰতি অখণ্ড আস্থা আছে, গোখলেই নিশ্চয় তেওঁক কামৰ মাজলৈ নিব।

তেতিয়া সকলোৱেই আসন্ন প্ৰথম মহাযুদ্ধৰ বাবে চিন্তিত। জল্পনা-কল্পনাৰ শেষ নাই। জাহাজ মেডেইৰা দ্বীপত ৰওঁতেই সকলোৱে গম পালে যে যি কোনো সময়তেই যুদ্ধ আৰম্ভ হ'ব পাৰে। ইংলিচ চেনেলত জাহাজ সোমাওঁতেই সকলোৱে গম পালে যে যুদ্ধ সঁচাকৈয়ে আৰম্ভ হৈছে। তেওঁলোকে চেনেল পাওঁতেই অলপ ৰ'ব লগা হ'ল, কাৰণ এখন সৰু নাও আহি খবৰ দিলেহি যে চেনেলত মাইন পোতা হৈছে আৰু নাওখনেহে জাহাজখনক বাট দেখুৱাই লৈ গ'ল। চাউদাম্পটন পাওঁতে জাহাজখনক দুদিন সময় লাগি গ'ল।

জাহাজ গৈ লণ্ডন ডক পালেগৈ ছয় আগষ্ট তাৰিখে। দুদিন আগতেই প্ৰথম মহাযুদ্ধ ঘোষিত হৈছে।

গান্ধীজীয়ে লণ্ডনত নামিয়েই যুদ্ধৰ উন্মাদনাৰ স্বাদ কিছু পালে। ৰাস্তাত তেতিয়া হকাৰবোৰে জাৰ্মানিয়ে বেলিজিয়াম দখল কৰাৰ খবৰ চিঞৰি চিঞৰি শুনাই বাতৰি কাকত বেচিছে। বহুতো লণ্ডনবাসীয়ে ব্ৰিটেইনৰ জাতীয় পতাকা 'ইউনিয়ন জেক' হাতত লৈ চহৰৰ পথে পথে অসামৰিক কুচ্‌কাৱাজ কৰিছে। লণ্ডনৰ 'পাব' বিলাকত যুদ্ধৰ গৰম খবৰ আলোচনা কৰিবলৈ মানুহৰ ভিৰ হৈছে।

গান্ধীজীয়ে খবৰ লৈ গম পালে যে গোখলে তেতিয়া লণ্ডনত নাই। তেওঁৰ মধুমেহ ৰোগৰ উপশমৰ কাৰণে পেৰিচৰ এক গৰম পানীৰ উহলৈ গৈ যুদ্ধ আৰম্ভ হোৱাৰ কাৰণে উভতিব নোৱৰা হ'ল। অৱশ্যে তেওঁ যোৱাৰ আগতে ভাৰতৰ মহিলা কবি সৰোজিনী নাইডুক গান্ধী পৰিবাৰৰ তদাৰক কৰিবলৈ কৈ গৈছে।

সৰোজিনী নাইডুৰ তেতিয়া ইংৰাজী ভাষাৰ কবি হিচাপে খুব নাম। তেওঁ জন্মিছিল হায়দৰাবাদৰ চট্টোপাধ্যায় বংশত, স্বামী ডাঃ নাইডু আছিল নিজামৰ এজন চিকিৎসক। সৰু কালৰ পৰাই তেওঁ অতি মেধাবী ছাত্ৰী আছিল আৰু মাত্ৰ বাৰ বছৰ বয়সতে সন্মানেৰে মেট্ৰিকুলেচন পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পিচত নিজামৰ বৃত্তি লৈ তেওঁ ইংলেণ্ডৰ কেম্‌ব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা স্নাতক ডিগ্ৰি অৰ্জন কৰে। কম বয়সতে তেওঁ ইংৰাজী কবিতা লিখিবলৈ আৰম্ভ কৰে। তেওঁৰ প্ৰথম কাব্যগ্ৰন্থ 'ডি গ'ল্ডেন থ্ৰে'শ্বহ'ল্ড' সুললিত ছন্দ আৰু ভাৰতীয় বিষয়বস্তুৰে ৰচিত বুলি গুণী পাঠকসকলৰ সমাদৰ লাভ কৰিছে। তেওঁৰ দ্বিতীয়খন কাব্যগ্ৰন্থ গ্ৰন্থৰ নাম 'দী বাৰ্ড অৱ টাইম'। সমালোচকৰ প্ৰশংসাধন্য হৈ গান্ধীজী ইংলেণ্ডলৈ অহাৰ কেইদিনমান আগতেহে প্ৰকাশিত হৈছে।

সৰোজিনী নাইডু গোখলেৰ ৰাজনৈতিক শিষ্যা আৰু বন্ধু আছিল। লণ্ডনত তেওঁ অসুস্থ হৈ পৰাত মিছেছ্ নাইডুৱে তেওঁৰ সেৱা-শুশ্ৰূষা কৰিছিল। তেওঁ গান্ধীজী আহিলে নাইডুক গান্ধীজীৰ খবৰ-বাতৰি লৈ থাকিবলৈ কৈছিল। নাইডু আছিল তেতিয়া পঁইত্ৰিছ বছৰীয়া, কিঞ্চিৎ স্থূল কায়া, সদা-হাস্যময়ী আৰু অতি কৌতুকপ্ৰৱণ মহিলা। কবিতা লিখাত তেওঁ সিদ্ধহস্ত, আনফালে ভাৰতৰ জাতীয়তাবাদৰ পৰম সমৰ্থক।

গান্ধীজীয়ে তেতিয়া কেংছিণ্টন এলাকাত ভাৰা কৰা এটা পুৰণি ফ্লেটত আছিল। মিছেছ নাইডুৱে তেওঁক বহুত বিচাৰি তাত হাজিৰ হ'ল। সেই সময়ত গান্ধীজীয়ে এখন কয়দীৰ ক'লা কম্বলত বহি দুপৰীয়াৰ আহাৰস্বৰূপে এটা কাঠৰ বাটিত জলফাই-তেলেৰে বিলাহী খাইছিল। চাৰিওফালে তেতিয়া বাদাম আৰু স্বাদহীন বিস্কুটৰ টিন খোলা আছিল। অৱস্থা দেখি মিছেছ নাইডুৱে উচ্চ কণ্ঠে হাঁহি দিলে। গান্ধীজীয়ে তেতিয়া নাইডুৰ ফালে চাই সহাস্যে ক'লে, "আপুনি নিশ্চয় মিছেছ নাইডু, নহয়নে? আপোনাৰ বাহিৰে কোনেনো এনেদৰে হাঁহিব?"

মিছেছ নাইডুৱে তেতিয়া নমস্কাৰৰ ভংগীত হাতযোৰ কৰি ক'লে, "আপুনি তেনেহ'লে নিশ্চয় দক্ষিণ আফ্ৰিকাৰ বিখ্যাত মিঃ গান্ধী? ইস্, চাৰিওফালে যে কেনেকুৱা অৱস্থা কৰি খাবলৈ বহিছে!"

গান্ধীজীয়ে আকৌ মিচিকিয়াই উত্তৰ দিলে, "বিখ্যাত হওঁ নে নহওঁ নাজানো, অৱশ্যে, দক্ষিণ আফ্ৰিকাৰ পৰা অহাতো হয়। আপুনি কোৱা এই 'মে'ছ' (বিশৃংখলা)ৰ কাৰণে মই সঁচাই লজ্জিত। প্ৰকৃততে মোৰ স্ত্ৰী আৰু মই, দুয়োজনেই অলপ অসুস্থ। তদুপৰি আমি আহিছোঁহে, বস্তু-বাহানি থান-থিত লগাবলৈ সময়েই পোৱা নাই।"

মিছেছ নাইডুৱে তেতিয়া চাৰিওফালে এবাৰ চকু বুলাই ক'লে, "নাই, ইয়াত

আপুনি ইয়াত থাকিব নোৱাৰিব, মিঃ গান্ধী। এই অন্ধকাৰ ঘোপ্‌মৰা কোঠাত থাকিলে আপোনালোক আৰু অসুস্থ হ'ব। মই আপোনালোকৰ কাৰণে পোহৰ-বতাহৰ ভাল ব্যৱস্থা থকা ফ্লেট উলিয়াম। ঠিক আছে ব'লক, মিছেছ্ গান্ধীক লগ ধৰাই দিয়ক।"

কস্তুৰবা তেতিয়া কাষৰ কোঠাটোতে আছিল। মিছেছ্ নাইডুক পাই তেওঁ অতি আনন্দিত হ'ল। তেওঁ লণ্ডনৰ কোলাহল আৰু গাড়ী-ঘোঁৰা-জনতাৰ ভিৰ দেখি সন্ত্ৰস্ত হৈ পৰিছিল। এতিয়া মন খুলি কথা পাতিবলৈ এগৰাকী সংগী পাই যেন হাততে স্বৰ্গ খুজি পালে।

গান্ধীজীৰো তেতিয়া অনুভৱ হ'ল, তেওঁ যেন এগৰাকী অকৃত্ৰিম সুহৃদৰ সাক্ষাৎ পালে।

কেইদিনমান পিছতে মিছেছ্ নাইডুৱে গান্ধীজীৰ বাবে ৱেষ্টমিনিষ্টাৰ এলেকাৰ পেলেছ্-চেম্বাৰত এটা সুন্দৰ ফ্লেট বিচাৰি উলিয়ালে। তেওঁ গান্ধীজীৰ কাৰণে এখন অভ্যৰ্থনা সভাৰো আয়োজন কৰিলে। এই সভাত উপস্থিত অন্যান্য লোকসকলৰ লগতে মুছলিম নেতা মহম্মদ আলি জিন্না আৰু ভাৰতীয় শিল্পকলাৰ বিশেষজ্ঞ ড° আনন্দ কুমাৰ স্বামীও আছিল।

গান্ধীজীয়ে এই প্ৰথম জিন্নাক লগ পোৱাৰ সুযোগ পালে। ইতিমধ্যে তেওঁ গোখলেৰ মুখত জিন্নাৰ কথা শুনিছিল, চাক্ষুস দেখাহে এই প্ৰথম।

গান্ধীজীয়ে জিন্নাৰ লগত চিনাকি হৈ ক'লে, "আপোনাৰ কথা মিঃ গোখলেৰ পৰা বহুত শুনিছোঁ।"

গান্ধীজীৰ সৈতে কৰমৰ্দন কৰি মিঃ জিন্নাই ক'লে, "আশা কৰোঁ মোৰ বিষয়ে বেয়া কথা শুনা নাই, ভাল কথাই শুনিছে। কিন্তু আপুনিতো খুব বিখ্যাত ব্যক্তি, মিঃ গান্ধী। বাতৰিকাকত মেলিলেই আপোনাৰ সম্বন্ধে কিবা নহয় কিবা খবৰ পোৱা যায়। সঁচাকৈয়ে দক্ষিণ আফ্ৰিকাত বৈষম্য নীতিৰ বিৰুদ্ধে ভাৰতীয়সকলৰ বাবে আপুনি যিমান কাম কৰিলে, তাৰ তুলনা নাই।"

গান্ধীজীয়ে অলপ দুখেৰে উত্তৰ দিলে, "মইনো কিমান কৰিব পাৰিলোঁ, মিঃ জিন্না। তাত সংগ্ৰামৰ পথ অতি দীৰ্ঘ। অৱশ্যে, সেই পথত আমি যাত্ৰা আৰম্ভ কৰিছোঁ বুলি ক'ব পাৰে। এই কামো আমি কৰিছোঁ হিন্দু-মুছলমান একত্ৰ হৈ।"

মিঃ জিন্নাই ক'লে, "সেই কথাও মই শুনিছোঁ, মিঃ গান্ধী। তাৰ সকলো মুছলমান ব্যৱসায়ীসকলৰ লগত লৈয়ে আপুনি সংগ্ৰাম কৰিছে। কিন্তু এতিয়া, আপোনাৰ মঞ্চত বহিবৰ হ'ল যেন পাইছোঁ। সভা আৰম্ভ হ'বই এতিয়া।"

একেখিনি কথাই সকলো বক্তাই গান্ধীজী সম্বন্ধে ক'লে। বীৰৰ দৰে সংগ্ৰাম, হিন্দু-মুছলমানৰ সম্প্ৰীতি, ইউৰোপীয়ানৰ সহানুভূতি অৰ্জন— গান্ধীজীৰ এইবোৰ

সাফল্যক বক্তাসকলে বিভিন্ন দিশৰ পৰা প্ৰশংসা কৰিলে। এতিয়া গান্ধীজীয়ে যেন ভাৰতলৈ গৈ ভাৰতীয় জাতীয় কংগ্ৰেছৰ নেতৃত্ব দিয়ে সেই আশা পোষণ কৰি তেওঁলোকৰ বক্তৃতা সামৰিলে। মিঃ জিন্নায়ো এই সভাত এটা চমু অথচ মনোজ্ঞ ভাষণ দিলে। পিচে আটাইবোৰ বক্তাৰে ভাষণ আছিল ইংৰাজী ভাষাত।

গান্ধীজীয়েই আছিল একমাত্ৰ ব্যক্তি, যি গুজৰাটী ভাষাত বক্তৃতা দিলে। তেওঁ ক'লে যে তেওঁলোকৰ সংগ্ৰামৰ সাফল্যৰ কাৰণে বহুতো ভাৰতীয় নৰ-নাৰীয়ে দুখ-কষ্ট বৰণ কৰিছিল। তেওঁলোকৰ কৃতিত্বহে শলাগিবলগীয়া। গান্ধীজীয়ে বিশেষকৈ ভেলিয়াম্মা আৰু হৰবৎ সিঙৰ দৰে ছহিদৰ আত্মত্যাগৰ কাহিনী সকলোকে স্মৰণ কৰাই দিলে। সেইবোৰ কথা শুনি বহুতৰ অশ্ৰু নিগৰিলে।

ইংলেণ্ডত তেতিয়া মহাযুদ্ধৰ প্ৰস্তুতি বেছ ভাল ধৰণেই আৰম্ভ হৈছে। প্ৰতিদিনেই হাজাৰ হাজাৰ ছাত্ৰই সৈন্য অথবা অফিচাৰ হিচাপে নাম লিখাইছে। মহিলাসকলে সৈন্যসকলৰ কাপোৰ-কানি প্ৰস্তুত কৰি দিছে আৰু যিসকলৰ শৰীৰ বিদ্যা সম্পৰ্কে অলপ হ'লেও জ্ঞান আছে, তেওঁলোকে নাৰ্ছৰ সহায়কাৰী হিচাপে নাম লিখাইছে। মুঠতে সকলো অসামৰিক লোকেই কিবা নহয় কিবা উপায়েৰে ব্ৰিটিশ্ব মিলিটেৰিক সাহায্য কৰিছে।

গান্ধীজীয়ে থিৰাং কৰিলে যে তেওঁলোকেও সৈন্যদলক সাহায্য কৰা উচিত। তেতিয়া ছোৰাবজী আদাজানীয়াই লণ্ডনত বেৰিষ্টাৰী পঢ়িছিল। আদাজানীয়া গান্ধীজীৰ লগত দক্ষিণ আফ্ৰিকাত সত্যাগ্ৰহ আন্দোলনত যোগ দিছিল আৰু জেলো খাটিছিল। তেওঁৰ সহায় লৈ গান্ধীজীয়ে ডাঃ জীৱৰাজ মেহ্‌তা আৰু অন্যান্য ভাৰতীয়সকলৰ লগত যোগাযোগ কৰিলে। এই ভাৰতীয়সকলৰ বেছি ভাগেই তেতিয়া লণ্ডনত লিখা-পঢ়া কৰিছিল। তেওঁলোক আটাইকে মাতি গান্ধীজীয়ে এখন সভা কৰিলে। বিষয় ঃ ব্ৰিটিশ্ব মিলিটেৰীক ভাৰতীয়সকলৰ সাহায্য প্ৰদান।

গান্ধীজীয়েই সভাত প্ৰথমে থিয় হৈ উদ্দেশ্য ব্যাখ্যা কৰিলে। তাৰ পিছতে ক'লে, "মই ভাবোঁ যে ব্ৰিটিশ্ব সাম্ৰাজ্যৰ অনুগত প্ৰজা হিচাপে ইংলণ্ড আৰু আয়াৰলেণ্ডত বাস কৰা ভাৰতীয়সকলে ব্ৰিটিশ্ব সৈন্যবাহিনীক সাহায্য কৰা উচিত। আমি এতিয়া সাম্ৰাজ্যৰ বিপদৰ সময়ত হাত সাবটি বহি থাকিলে বৰ গৰ্হিত কাম কৰা হ'ব। ইংলেণ্ডৰ ছাত্ৰসকলে যেনেকৈ সাহায্য কৰিবলৈ আগুৱাই আহিছে, ভাৰতীয় ছাত্ৰসকলেও তেনেদৰেই সাহায্যৰ হাত প্ৰসাৰিত কৰা উচিত।"

এজন ছাত্ৰই তেতিয়া থিয় হৈ আপত্তি কৰিলে, "কিন্তু মিঃ গান্ধী, ভাৰতীয় ছাত্ৰ আৰু ব্ৰিটিশ্ব ছাত্ৰসকলৰ মাজত বহুত প্ৰভেদ আছে। তেওঁলোক প্ৰভু আৰু আমি

তেওঁলোকৰ দাস। প্ৰভুৰ বিপদৰ সময়ত দাসে কিয় সাহায্য কৰিব? বৰঞ্চ তেওঁলোকৰ পৰা নতুনকৈ সা-সুবিধা বিচাৰি এই সুযোগৰ সদ্ব্যৱহাৰ কৰা উচিত।"

গান্ধীজীয়ে গম্ভীৰ কণ্ঠে উত্তৰ দিলে, "মই নাভাবোঁ যে আমি সঁচাকৈয়ে ব্ৰিটিশ্বৰ দাস। এইটো সঁচা যে বহুতো ব্ৰিটিশ্ব অফিচাৰে প্ৰভুৰ দৰেই ব্যৱহাৰ কৰে। কিন্তু মুঠতে ক'বলৈ হ'লে, ব্ৰিটিশ্ব সাম্ৰাজ্যৰ নীতিসমূহ এতিয়াও উদাৰ আৰু আমাৰ স্বাৰ্থৰ পৰিপন্থী নহয়। আমাৰ উচিত কাম হ'ব প্ৰেমৰ বাণী প্ৰচাৰ কৰি সেইবোৰ অফিচাৰৰ হৃদয় জয় কৰা। আমি ব্ৰিটিশ্ব বাহিনীক সাহায্য কৰিলে তেওঁলোকৰ দৃষ্টিত আমাৰ সন্মান বহুত বাঢ়ি যাব। তদুপৰি আমিতো সঁচাসঁচি যুদ্ধ কৰিবলৈ নাযাওঁ, আমি তেওঁলোকৰ মাজত যিসকল আহত হয় তেওঁলোকক সেৱা-শুশ্ৰূষা কৰিম। সেয়েহে মই প্ৰস্তাৱ কৰোঁ যে আমি এম্বুলেঞ্চ ক'ৰ গঠন কৰি ব্ৰিটিশ্ব বাহিনীক সহায় কৰিম।"

উপস্থিত ভাৰতীয়সকলৰ সংখ্যাগৰিষ্ঠই গান্ধীজীৰ প্ৰস্তাৱ সমৰ্থন কৰিলে। সভাৰ শেষত যিসকলে নাম-ঠিকনা লিখি স্বেচ্ছাসেৱক হোৱাৰ কাৰণে ইচ্ছা প্ৰকাশ কৰিলে, তেওঁলোকৰ সংখ্যা প্ৰায় নব্বৈ হ'ল। গান্ধীজীয়ে তেওঁলোকক আন্তৰিক ধন্যবাদ জনালে।

গান্ধীজীয়ে তেতিয়া ভাৰতৰ চেক্ৰেটাৰী অভ্ ষ্টেট্ লৰ্ড ক্ৰুলৈ ভাৰতীয়সকলৰে এক এম্বুলেঞ্চ ক'ৰ গঠন কৰাৰ প্ৰস্তাৱেৰে এখন চিঠি দিলে। লৰ্ড ক্ৰু প্ৰথমে অলপ দোধোৰ-মোধোৰত পৰিল যদিও পিছত প্ৰস্তাৱটোত ৰাজী হ'ল আৰু ব্ৰিটিশ্ব সাম্ৰাজ্যৰ এই সংকটপূৰ্ণ মুহূৰ্তত ভাৰতীয় যুৱকসকলে সাহায্য কৰিব খোজা দেখি ধন্যবাদ জনালে।

স্বেচ্ছাসেৱক বাহিনীয়ে তেতিয়া ডাঃ জেমছ্ কেণ্টলিৰ অধীনত প্ৰাথমিক 'ফাৰ্ষ্ট এইড্' শিক্ষাৰ ট্ৰেইনিং ল'লে আৰু ছসপ্তাহৰ পিছত সেৱা আগবঢ়াবলৈ মোটামুটিভাৱে প্ৰস্তুত হ'ল। এই দলটোৰ সংখ্যা তেতিয়া আছিল প্ৰায় আশীজন। তাৰ পিছত দলটোক মিলিটেৰী ড্ৰিল আৰু অন্যান্য ট্ৰেইনিং দিয়া হ'ল। কৰ্ণেল বেকাৰ তেতিয়া তেওঁলোকৰ প্ৰধান কৰ্তা হ'ল।

অদম্য সৰোজিনী নাইডুও সেই সময়ত মনে মনে নাছিল। তেওঁ 'লাইছিয়াম ক্লাব' নামৰ মহিলাসকলৰ এক প্ৰতিষ্ঠানৰ সভ্যা আছিল। তেওঁলোকৰ তেতিয়া কাম আছিল সৈন্যসকলৰ কাৰণে ছাৰ্ট-পেণ্ট চিলোৱা। নাইডুৱে এদিন গান্ধীজীৰ সন্মুখত জোখত কটা এবোজা কাপোৰ আনি দি তেওঁক চিলাই কৰি দিবলৈ ক'লে। গান্ধীজীয়েও তেওঁৰ বন্ধুসকলৰ সহায়ত সেইবোৰ চিলাই কৰি ঠিক সময়ত নাইডুক চমজাই দিলে। মিছেছ নাইডুৰ কামৰ লগত গান্ধীজীৰ সেয়া প্ৰথম পৰিচয়।

গান্ধীজীৰ নেতৃত্বত এই ভাৰতীয় এম্বুলেঞ্চ ক'ৰ গঠনৰ খবৰ দক্ষিণ আফ্ৰিকা

পালেগৈ। দক্ষিণ আফ্রিকাৰ তেওঁৰ পৰম বন্ধু হেন্‌ৰি পোলাকৰ পৰা গান্ধীজীয়ে এখন টেলিগ্ৰাম পালে। পোলাকে জানিব বিচাৰিলে যে যুদ্ধত গান্ধীজীৰ এই সাহায্যৰ লগত তেওঁ অংগীকাৰ কৰা অহিংস নীতিৰ কি সামঞ্জস্য আছে? এইটো কাম গান্ধীজীৰ নীতি-বহির্ভূত নহয়নে?

গান্ধীজীয়ে এনে সমালোচনাৰ কাৰণে অলপ প্ৰস্তুত হৈয়ে আছিল। এইটো বিষয় লৈ তেওঁ ইতিমধ্যে তেওঁৰ 'হিন্দ স্বৰাজ' গ্ৰন্থত সম্পাদক 'পাঠকৰ' কথোপকথনত অলপ আলোচনাও কৰিছে। দক্ষিণ আফ্ৰিকাৰ বুৱৰ যুদ্ধত ইংৰাজসকলৰ পক্ষে এম্বুলেঞ্চ ক'ৰ গঠন কৰোঁতেও এই প্ৰশ্নটো উঠিছিল। গান্ধীজীয়ে আগৰ সেই একে যুক্তিকে আগবঢ়াই পোলাকলৈ এক দীৰ্ঘ চিঠি লিখিলে। তাত তেওঁ লিখিলে যে সকলো যুদ্ধই হিংসা নীতিত আশ্ৰয় কৰি সংঘটিত হয়। কিন্তু আমাৰ জীৱনত আমিতো সম্পূৰ্ণৰূপে অহিংসা নীতি পালন কৰিব নোৱাৰোঁ; জীৱন ধাৰণৰ কাৰণে অলপ হ'লেও প্ৰাণ সংহাৰ কৰিব লগা হয়। আনকি আমাৰ নিশ্বাসতো অতি ক্ষুদ্ৰ জীৱাণু অন্তৰ্দেহত প্ৰৱেশ কৰে। এই ক্ষেত্ৰত সেয়েহে আমাৰ উচিত কাম হ'ব দয়া ভাৱ গ্ৰহণ কৰা। যিমান সম্ভৱ দয়া আৰু সংযমৰ দ্বাৰা এনেকুৱা প্ৰাণ-হৰণ পৰিহাৰ কৰাতো আমাৰ উচিত কাম। আমি কিন্তু সকলোধৰণৰ হিংসাৰ পৰা মুক্তি নাপাওঁ।

এইখিনিতে আমাৰ কৰ্তব্যৰ প্ৰশ্ন আহি যায়। আমি ব্ৰিটিশ্ব সাম্ৰাজ্যৰ ছত্ৰছায়াত বাস কৰোঁ। দোষ-ত্ৰুটি সত্বেও এই সাম্ৰাজ্যই মোটামুটিভাৱে আমাৰ কল্যাণ সাধনেই কৰিছে। এই সাম্ৰাজ্য আজি বিপন্ন, সাম্ৰাজ্যৰ অনুগত প্ৰজাস্বৰূপে আমাৰ উচিত কাম হ'ব সাহায্যৰ হাত আগবঢ়াই দিয়াতো। ব্ৰিটিশ্ব নৌ-বাহিনীয়ে আমাক ৰক্ষা কৰিছে, ব্ৰিটিশ্ব সৈন্যই আমাৰ কাৰণে ৰণক্ষেত্ৰত প্ৰাণ হেৰুৱাইছে; তেনে ক্ষেত্ৰত আমি নিষ্ক্ৰীয় হৈ বহি থাকি সেই সুৰক্ষা উপভোগ কৰা উচিতনে, যুদ্ধ ক্ষেত্ৰত সাক্ষাৎ লিপ্ত নহৈয়ো সহায়ৰ হাত আগবঢ়োৱা উচিত?

পৰিশেষত গান্ধীজীয়ে পোলাকক স্মৰণ কৰাই দিলে যে তেওঁ যুদ্ধৰ সংগ্ৰামক কোনো সহায় কৰা নাই, বৰং এম্বুলেঞ্চ ক'ৰ গঠন কৰি হতাহত সকলৰ সেৱা কৰিছে। সেই ক্ষেত্ৰত বিপক্ষ দলৰ সৈন্যও যদি আহত হয়, তেওঁ তেওঁলোকৰ সেৱা কৰিবলৈ প্ৰস্তুত, যিদৰে দক্ষিণ আফ্ৰিকাত জুলু বিদ্ৰোহৰ সময়ত কৰা হৈছিল। সত্যাগ্ৰহীৰ ওচৰত শত্ৰু-মিত্ৰৰ কোনো ভেদ নাই, জীৱন ৰক্ষাৰ কাৰণে তেওঁলোকে সমানভাৱেই আগুৱাই আহিব। ত্ৰাণকাৰ্যত জীৱন-ৰক্ষাই হ'ব প্ৰধান উদ্দেশ্য, তাত গাৰ ৰং বা ধৰ্মৰ ভিন্নতাৰ কোনো স্থান নাই।

এই সময়ত গান্ধীজীৰ জীৱনত এটা সৰু সংকট উপস্থিত হ'ল। পিছত গান্ধীজীয়ে এই সংকটটো 'ক্ষুদ্ৰ সত্যাগ্ৰহ' বুলি অভিহিত কৰিছে। তেওঁলোকৰ

এম্বুলেঞ্চ ক'ৰৰ কাৰণে নিযুক্ত কৰা কমাণ্ডিং অফিচাৰজন অত্যন্ত বেয়া প্ৰকৃতি আৰু উগ্ৰ স্বভাৱৰ লোক আছিল। সকলোৱেই তেতিয়া ভাবিছিল যে এই অফিচাৰজন মাথোঁ মিলিটেৰী সংক্ৰান্ত কামতহে প্ৰধান হিচাপে কাম কৰিব, এম্বুলেঞ্চ ক'ৰৰ কাৰণে গান্ধীজীৰ সিদ্ধান্তই হ'ব চূড়ান্ত, কাৰণ তেওঁৱেই আছিল ক'ৰৰ প্ৰধান। সেয়েহে কমাণ্ডিং অফিচাৰে এই ক'ৰৰ সংক্ৰান্তত গান্ধীজীৰ পৰামৰ্শ লৈহে কাম কৰিব বুলি ভবা হৈছিল। কিন্তু সেই অফিচাৰজনে সকলো বিষয়তে মূৰ সুমুৱাই সৰ্বেসৰ্বা হ'বলৈ উঠি-পৰি লাগিল।

দক্ষিণ আফ্ৰিকাত গান্ধীজীৰ সহকৰ্মী মিঃ ছোৰাবজী আদাজানীয়া বৰ বুদ্ধিমান ব্যক্তি আছিল। তেওঁ গান্ধীজীক প্ৰথমেই সাৱধান কৰি দিছিল। তেওঁ কৈছিল, "গান্ধীভাই, এইজন ব্যক্তিৰ পৰা সাৱধান হোৱা ভাল। এওঁ আমাৰ ওপৰত কৰ্তৃত্ব চলাব বিচাৰে। আমি কিন্তু তেওঁৰ হুকুম নুশুনো। এওঁ আমাৰ ওপৰত কিছুমান কৰ্পোৰেল নিযুক্ত কৰিছে, তেওঁলোকে ইতিমধ্যেই আমাৰ ওপৰত লাঠি ঘূৰাব আৰম্ভ কৰিছে।"

এই কৰ্পোৰেল নিযুক্ত তৰুণ অফিচাৰবোৰ প্ৰকৃততে আছিল অক্সফোৰ্ডৰ ছাত্ৰ, যুদ্ধৰ কাৰণে সৈন্য-বাহিনীত নাম লিখাইছে। গান্ধীজীৰ এম্বুলেঞ্চ ক'ৰক তেতিয়া কেইটামান গ্ৰুপত ভাগ কৰা হৈছিল, এই তৰুণ অফিচাৰসকলৰ প্ৰত্যেকেই একোটা গ্ৰুপৰ ভাৰপ্ৰাপ্ত অফিচাৰ। প্ৰকৃততে ক'ৰৰ প্ৰধানস্বৰূপে গান্ধীজীৰ লগত পৰামৰ্শ কৰিয়েই তেওঁলোকক নিয়োগ কৰা উচিত আছিল, কিন্তু কমাণ্ডিং অফিচাৰজনে সেইবোৰ নকৰাকৈয়ে এই তৰুণ কৰ্পৰেলসকলৰ নিযুক্তি দিলে।

এই কমাণ্ডিং অফিচাৰৰ উগ্ৰ স্বভাৱ গান্ধীৰ দৃষ্টিত ধৰা পৰিছিল। তেওঁ কিন্তু ছোৰাবজীক তেওঁৰ কথা মানি চলিবলৈ ক'লে। ছোৰাবজীয়ে মিচিকি হাঁহি মাৰি গান্ধীজীক ক'লে, "আপুনি খুব বিশ্বাসপ্ৰৱণ ব্যক্তি, গান্ধীভাই। এই মানুহবোৰে যেতিয়া আমাৰ প্ৰতি দুৰ্ব্যৱহাৰ কৰিব, আপুনি তেওঁলোকৰ বিৰুদ্ধে সত্যাগ্ৰহ কৰিবলৈ ক'ব। ফলস্বৰূপে আপোনাৰ সৈতে আমি আটায়ে কষ্ট খাব লাগিব।"

গান্ধীজীয়ে হাঁহি হাঁহি উত্তৰ দিলে, "মোৰ লগত যোগ দিলে তোমালোকৰ ভাগ্যত তাতকৈ কি বেছি প্ৰত্যাশা কৰিব পাৰা। সত্যাগ্ৰহীয়ে প্ৰতাৰিত হ'বলৈ সকলো সময়তে প্ৰস্তুত। এই কমাণ্ডিং অফিচাৰজনেও যদি আমাক ঠগিবলৈ চেষ্টা কৰে, কৰক। তোমাক মই কিমানবাৰ কৈছোঁ যে অৱশেষত প্ৰতাৰকে নিজকেই প্ৰতাৰণা কৰে।

ছোৰাবজীয়ে তেতিয়া উচ্চহাস্য কৰি ক'লে, "ঠিক আছে তেনেহ'লে। আপুনি যদি ঠগ খাব বিচাৰে, খাওঁক। এই সত্যাগ্ৰহ কৰিয়েই এদিন আপুনি নিজৰ মৃত্যুক

আহ্বান কৰি আনিব আৰু আমাৰ দৰে অসহায় বোৰকো লগতে টানি লৈ যাব।"

গান্ধীজীৰ তেতিয়া মনত পৰিল দক্ষিণ আফ্রিকাৰ সত্যাগ্রহ আন্দোলনৰ সময়ত মিছ্ এমিলি হ্বহাউছ নামৰ এগৰাকী মহিলাৰ তেওঁলৈ দিয়া চিঠিৰ কথা। তেওঁ অন্য কথাৰ লগতে লিখিছিল, "মই অলপো বিস্মিত নহওঁ যদিহে সত্যৰ কাৰণেই এদিন আপুনি ফাঁচি-কাঠত উঠিব লগা হয়। ঈশ্বৰে আপোনাক প্রকৃত পথ দেখুৱাওক আৰু আপোনাক ৰক্ষা কৰক।"

এই সময়ত এম্বুলেঞ্চ ক'ৰৰ কাৰণে গান্ধীজীয়ে প্রায় দুমাইল খোজ কাঢ়ি গৈ যথাস্থানত ড্রিল কৰিব লগা হৈছিল। ইয়াৰ আগতে দক্ষিণ আফ্রিকাতে তেওঁ চৈধ্যদিন অনশন কৰিছিল। শৰীৰৰ দুৰ্বলতা এতিয়াও আছে। তদুপৰি শীতত এই ড্রিল। শীতৰ প্রকোপত তেওঁৰ বুকুত কফ জমি প্লুৰেছী ৰোগে দেখা দিলে। তেতিয়া তেওঁক ৰোগ আৰোগ্য কৰিবলৈ ঘৰলৈ পঠাই দিলে।

ইফালে কমাণ্ডিং অফিচাৰজনৰ দুৰ্ব্যৱহাৰৰ অন্ত হোৱা নাই। সকলো বিষয়তে তেওঁৰ হুকুম লগে লগে তামিল কৰিব লাগিব, বিষয়টো সামৰিক-অসামৰিক যিয়েই হওক। সকলোৰে তেওঁৰ ব্যৱহাৰ অসহ্য হ'ল। তেতিয়া আদাজানীয়াই গান্ধীজীক ফ্লেটত লগ ধৰি ক'লে, "গান্ধীভাই, আপোনাৰ মাধ্যমেৰেই আমি সকলো নিৰ্দেশ অহাতো বিচাৰোঁ। আমি এতিয়াও ট্রেনিং কেম্পত আছোঁ আৰু সকলো যুক্তিহীন নিৰ্দেশো আমি পালন কৰিব লগা হৈছে। আমি আৰু এইবোৰ সহ্য কৰিব নোৱাৰোঁ। আমি ভাৰতীয়সকলৰ আত্মসন্মান ৰখাৰ কাৰণেই এই ক'ৰত যোগ দিছিলোঁ আৰু এতিয়া যদি আমাৰ আত্মসন্মানেই হেৰাই যায় তেনেহ'লে সি বৰ দুখৰ কথা হ'ব।

গান্ধীয়ে তেতিয়া অসুস্থ দেহাৰেই কমাণ্ডিং অফিচাৰক লগ ধৰি ভাৰতীয়সকলৰ অভিযোগৰ কথা জনালে। তেওঁ লগে লগে এইটো আৰ্মিৰ নিয়ম-বিৰুদ্ধ হৈছে বুলি কৈ সকলো অভিযোগ লিখিতভাৱে দিবলৈ ক'লে, লিখিত অভিযোগ-পত্ৰ পোৱাৰ পিছতো তেওঁৰ দ্বাৰা নিয়োগ কৰা কৰ্পৰেলসকলৰ কোনো ত্রুটি নাই বুলি ঘোষণা কৰিলে আৰু সকলোকে মিলিটেৰীৰ কঠিন শৃংখলাৰ মাজত থাকিব লাগিব বুলি ভৰ্ৎসনা কৰিলে।

তেতিয়া ভাৰতীয় স্বেচ্ছাসেৱকসকলে এখন সভা পাতিলে। সংখ্যাগৰিষ্ঠ ভাৰতীয়ই জুনিয়ৰ কৰ্পৰেলবোৰৰ নিৰ্দেশ নামানে বুলি ভয় দেখুৱালে আৰু কেম্প এৰি থৈ ঘৰলৈ উভতি যাব বুলি হুমকি দিলে। গান্ধীজীয়ে সমস্ত কথাৰ বিবৰণ দি লৰ্ড ক্রুলৈ লিখিলে। লৰ্ড ক্রুৱেও আশ্বাস দিলে যে ভৱিষ্যতে জুনিয়ৰ অফিচাৰসকলক নিয়োগৰ সময়ত গান্ধীজীৰ লগত পৰামৰ্শ কৰা হ'ব।

এই সময়তে নাট্লি হাস্পতাললৈ এক বৃহৎ সংখ্যক আহত সৈন্য পঠোৱা হ'ল।

সেই কাৰণে এই বিষয়টো তল পৰিল, কিয়নো বিপদৰ সময়ত সকলো মিলিটেৰী নিৰ্দেশ বিনাদ্বিধাই পালন কৰাটো অৱশ্যে কৰ্তব্য। তেতিয়াই ঠিক কৰা হ'ল যে যিসকল ভাৰতীয় স্বেচ্ছাসেৱকে জুনিয়ৰ অফিচাৰসকলৰ কৰ্তৃত্ব মানিব নোখোজে তেওঁলোকে পোনে পোনে কমাণ্ডিং অফিচাৰক ৰিপ'ৰ্ট কৰিব। এইধৰণে শান্তিপূৰ্ণভাৱেই সেই সমস্যাৰ সমাধান হ'ল। সত্যাগ্ৰহ কৰিব লগা নহ'ল।

গান্ধীজীয়ে তেতিয়া তেওঁৰ ফ্লেটত প্লুৰেছী ৰোগত কাতৰ হৈ পৰিছে।

সৰোজিনী নাইডুৱে সেই সময়ত গান্ধীজীক প্ৰায়েই লগ ধৰিবলৈ আহে। তেওঁ আহিলেই ফ্লেট আনন্দৰে ভৰপূৰ হয়। তেওঁ বহুতো কৌতুকপূৰ্ণ কাহিনী কৈ গান্ধীকো হঁহুৱায়। তেওঁ গান্ধীজীক তেওঁৰ দ্বিতীয় কাব্যপুথি 'ডি বাৰ্ড অৱ টাইম্' উপহাৰ দিলে। তেওঁৰ প্ৰখৰ বুদ্ধিমত্তা, সংবেদনশীল মন আৰু মাতৃৰ দৰে কৰুণাৰ পৰিচয় পাই তেতিয়া গান্ধীজী মুগ্ধ। নাইডু আহিলেহে প্ৰকৃততে কস্তুৰবাৰ বাহিৰলৈ ওলাই যোৱা হয়। গান্ধীজীতো তেতিয়া শয্যাগত, নহ'লে কস্তুৰবাক ফুৰাব কোনে? মিছেছ নাইডু আহিয়েই মাজে মাজে তেওঁক ফুৰাব নিয়ে। ইতিমধ্যে মিছেছ নাইডুৱেও গান্ধীজীক 'মিঃ গান্ধী' বুলি নকৈ 'গান্ধীজী' বুলি কোৱা আৰম্ভ কৰিলে।

ডাঃ জীৱৰাজ মেহতাই গান্ধীজীৰ চিকিৎসা কৰিছিল। চিকিৎসাৰ অৰ্থ উপদেশ দান কৰাহে, কিয়নো গান্ধীজীৰ খাদ্য আছিল চীনা-বাদাম, কেঁচা আৰু পকা কল, পাতি-নেমু, অলিভ তেল, বিলাহী আৰু আঙুৰ। ডাঃ মেহতাই তেওঁক গাখীৰ, ৰুটী আৰু অন্যান্য গুটি-শস্য খাবলৈ কয়, কিন্তু গান্ধীজীয়ে সেইবোৰ কথা নুশুনে। গাখীৰ খোৱাতো গান্ধীজীয়ে অহিংসাৰ পৰিপন্থী বুলি ভাবে। তেওঁৰ মনত সেই স্মৃতি সজীৱ হৈ আছে, যিটো তেওঁ কলকাতাত দেখিছিল। তাত গুৱালবোৰে গৰু বা ম'হৰ প্ৰায় শেষ টোপাল গাখীৰো খীৰাই লৈ যায় আৰু বান্ধি থোৱা পোৱালিবোৰে মাকৰ কাষলৈ যাবলৈ 'হাম্বা হাম্বা' কৈ চিঞৰি মৰে। দৃশ্যটো মনত পৰিলে তেওঁ এতিয়াও শিয়ৰি উঠে।

বিষয়টো লৈ ডাঃ মেহতাক সমৰ্থন কৰিবলৈ অপাৰগ হোৱাত গান্ধীয়ে তেওঁৰ পূৰ্ব-পৰিচিত লণ্ডনৰ বিখ্যাত নিৰামিষাহাৰী ডাক্তৰ এলিনছনক খবৰ দিলে। ডাঃ এলিনছনে গান্ধীজীক চাই ক'লে, "আপোনাৰ গাখীৰ খোৱাৰ প্ৰয়োজন নাই। কিন্তু আপুনি বাদামী ৰঙৰ ৰুটী, অসিদ্ধ আনাজ যেনে, বিট্, গাজৰ ইত্যাদি, পিয়াঁজ, লেটুচৰ পাত আৰু ফলৰ ভিতৰত সুমথিৰা নিয়মিত খাব লাগিব। মই তিনিদিন পিছত আহি এবাৰ আকৌ আপোনাক চাই যাম।"

গান্ধীজীয়ে এইবাৰ সকলো বস্তুৱেই খালে, পিছে অসিদ্ধ আনাজ খাব নোৱাৰিলে, খালেই তেওঁৰ পেটৰ গোলমাল হয়। তিনিদিন পিছত গান্ধীজীয়ে ডাঃ

এলিনছনকে তাকে কোৱাত তেওঁ হাঁহি উত্তৰ দিলে, "ঠিক আছে মিঃ গান্ধী, আপুনি অসিদ্ধ আনাজ নাখালেও হ'ব। কিন্তু আপুনি প্ৰতিদিনেই উমি উমি গৰম পানীত স্নান কৰিব আৰু তেলৰে বুকু মালিচ কৰিব। তাৰ পিছত পোন্ধৰৰ পৰা কুৰি মিনিট মান মুকলি ঠাইত খোজ কাঢ়িব।"

গান্ধীজীয়ে হাঁহি উত্তৰ দিলে, "ডাঃ এলিনছন, খোজ কঢ়াটো মোৰ প্ৰিয় ব্যায়াম। এইকেইদিন মই খোজকাঢ়িব বিচাৰিছিলোঁ, কিন্তু সকলোৱেই বেমাৰ বাঢ়িব বুলি হাক দিলে।"

ডাঃ এলিনছনে মিচিকিয়াই ক'লে, "নাই, নাই, প্ৰতিদিনে অলপ সময়ৰ কাৰণে খোজকাঢ়িলে ভালেই হ'ব। আৰু এই খিৰিকীখন সকলো সময়তে খুলি থ'ব।"

কিন্তু খিৰিকীখন আছিল ফৰাছী খিৰিকী, অলপ খুলিব নোৱাৰি, সম্পূৰ্ণকৈ খুলিব লাগে। পূৰা খুলিলে আক' বৰষুণৰ পানীৰ এছাৰেকণি পৰে। তেতিয়া গান্ধীজীৰ নিৰ্দেশত খিৰিকীখনৰ সৰু অংশ এটাৰ কাঁচ ভঙা হ'ল। এতিয়া বৰষুণৰ এছাৰেকণিও নোসোমায় আৰু চৌব্বিছ ঘণ্টাই বাহিৰৰ পোহৰ-বতাহ সোমায়।

এই সময়তে আণ্ডাৰ চেক্ৰেটাৰী অভ্ ষ্টেট্ছ ফৰ ইণ্ডিয়া, ছাৰ চাৰ্লছ ৰবাৰ্টছ সস্ত্ৰীক মাজে মাজে গান্ধীক লগ পাবলৈ আহে। বিশেষকৈ লেডি ছেছিলীয়াই বহু সময়ত অকলেই গান্ধীজীৰ সেৱা-শুশ্ৰূষাৰ কাৰণে আহে। ক্ৰমশঃ তেওঁলোকে গান্ধীজীৰ লগত অকৃত্ৰিম বন্ধুত্ব গঢ়ি তুলিলে। তেওঁলোকৰ মাজত নানান বিষয় লৈ আলোচনা হয়।

এদিন লেডি ছেছিলীয়া ৰবাৰ্টছে গান্ধীজীক সুধিলে, "মিঃ গান্ধী, আপুনি কৈছে যে দক্ষিণ আফ্ৰিকাত ভাৰতীয়সকলৰ বিৰুদ্ধে বৈষম্যমূলক নীতি ৰোধ কৰাৰ কাৰণে আপুনি 'পেছিভ ৰেছিষ্টেন্‌ছ' নামৰ আন্দোলন কৰিছিল। কথাটোৰ অৰ্থ কি?

গান্ধীজীয়ে উত্তৰ দিলে, "পেছিভ ৰেছিষ্টেন্‌ছ'ক মই সত্যাগ্ৰহ আন্দোলন বুলি কওঁ, অৰ্থাৎ যি আন্দোলনে সত্যকে খামুচি ধৰি থাকে, লেডি ছেছিলীয়া। এইটো সম্পূৰ্ণ অহিংস আন্দোলন, য'ত সত্যাগ্ৰহীসকলে পুলিচৰ সকলো নিপীড়ন সহ্য কৰিব, তথাপি তেওঁলোকৰ বিৰুদ্ধে কোনো হস্তক্ষেপ নকৰে। আন্দোলনৰ উদ্দেশ্য হৈছে অন্যায় আৰু নীতিবিৰুদ্ধ আইনক শান্তিপূৰ্ণভাৱে প্ৰতিৰোধ কৰা।"

"কিন্তু আপুনিতো এজন আইনজীৱী, আদালতত আইনক ৰক্ষা আৰু প্ৰয়োগৰ শপত লৈছে। এনে অৱস্থাত আপুনি আইন লংঘন কৰি সেই শপত ভংগ কৰা নাই জানো?"

গান্ধীজীয়ে মিচিকিয়াই হাঁহি ক'লে, "লেডি ৰবাৰ্টছ, আইন নিৰ্ধাৰণ কৰে পাৰ্লামেণ্টৰ বিধায়কসকলে। আপুনি জানে যে তেওঁলোকে কিদৰে ভোটাৰৰ প্ৰভাৱত

আৰু অন্যান্য স্বাৰ্থৰ কাৰণে আইন প্ৰণয়ন কৰে, যিটো নীতিগতভাৱে সমৰ্থন কৰিব নোৱাৰি। দক্ষিণ আফ্ৰিকাত সেইটোৱেই হৈছিল। ইউৰোপীয়সকলৰ ভোটৰ কাৰণে তেওঁলোকে ভাৰতীয়সকলৰ বিৰুদ্ধে এনেকুৱা আইন কৰিলে, যিখন মানি চলিলে স্বাধীন মানুহ হিচাপে আমি বাচি থকাৰ স্বাধীনতা নাথাকে। যীচুখ্ৰীষ্টই কোৱা নাই জানো যে মানুহৰ ওপৰত ঈশ্বৰৰ আইন আছে আৰু সেয়াই হৈছে প্ৰকৃত নীতিগত আইন। তাকেই আমি মানি চলা উচিত।"

"কিন্তু দক্ষিণ আফ্ৰিকাৰ প্ৰশাসনে আপোনালোকৰ এই আইন অমান্য আন্দোলন মূৰ পাতি নিশ্চয় লোৱা নাই, আপোনালোকক নিশ্চয় গ্ৰেপ্তাৰ কৰিছিল?"

গান্ধীয়ে এক বিষণ্ণ হাঁহি মাৰি ক'লে, "একাধিকবাৰ, লেডি ছেছিলীয়া। অকল মোকেইতো নহয়, আমাৰ প্ৰায় সকলো সত্যাগ্ৰহীকে গ্ৰেপ্তাৰ কৰি জে'ললৈ পঠিয়াইছিল। জে'লতো তেওঁলোকক অত্যাচাৰ কৰা হৈছিল, এনেকুৱা খাদ্য খাবলৈ দিছিল, যিবোৰ খোৱাত তেওঁলোক অভ্যস্ত নহয়। আপোনাক ভেলিয়াম্মা নামৰ ছোৱালী এজনীৰ কথা কওঁ। তাই মাত্ৰ যোল্ল বছৰৰ এক কিশোৰী. কিন্তু নাখাই নাখাই ইমান ক্ষীণাই গৈছিল যে মোৰ লগত কথা পতাৰ দুসপ্তাহ পিছত জে'লৰ ভিতৰতে ঢুকাল। আমাক বহু সময়ত ভয়ংকৰ অপৰাধীবোৰৰ লগত ৰাখিছিল। এবাৰ আনকি মোৰে জীৱন-সংশয় হৈছিল।"

শুনি লেডি ছেছিলীয়াই শিয়ৰি উঠিছিল।

গান্ধীজীয়ে কৈ গ'ল, "আমাৰ সত্যাগ্ৰহ আন্দোলনৰ আৰু এটা লক্ষ্য আছিল যে আমাৰ আত্মত্যাগৰ মাজেৰে পীড়নকাৰীৰো মন পৰিৱৰ্তন কৰা, যাতে সেই অন্যায় আইনৰ নীতিবিৰুদ্ধতা তেওঁলোকে বুজিব পাৰে। এই সকলোবোৰেই পিছে সময়-সাপেক্ষ। দক্ষিণ আফ্ৰিকাত আমাৰ এই আন্দোলন প্ৰায় আঠ বছৰ চলিছিল। অৱশেষত জেনেৰেল স্মাটছে তেওঁৰ ভুল বুজিব পাৰিছিল। মোক তেতিয়া তেওঁ কৈছিল যে মই প্ৰকৃততে খ্ৰীষ্টানজনোচিত আচৰণ কৰিছিলোঁ।"

লেডি ছেছিলিয়াই মুগ্ধ হৈ ক'লে, "মিঃ গান্ধী, মোৰো তেনে ধাৰণাই হৈছে মিঃ গান্ধী।" তেওঁ মিচিকি হাঁহি মাৰি প্ৰশ্ন কৰিলে, "আশা কৰোঁ আপোনাৰ এই তথাকথিত 'সত্যাগ্ৰহ' আন্দোলন ভাৰতত আমাৰ প্ৰশাসনৰ বিৰুদ্ধে কেতিয়াও প্ৰয়োগ নকৰিব?"

গান্ধীজীয়েও হাঁহি উত্তৰ দিলে, "আপোনাৰ ভয় অমূলক মিছেছ ছেছিলীয়া। মই ভাৰতত ব্ৰিটিছ শাসনৰ এজন ডাঙৰ ভক্ত। কিয়, ইয়াত এম্বুলেঞ্চ ক'ৰ গঠন কৰি এই কথাৰ প্ৰমাণ দিয়া নাই জানো?" এইবাৰ লেডি ছেছিলীয়াই যেন ভৱিষ্যৎবাণী উচ্চাৰণ কৰিলে, "এইটো সঁচা, পিছে আপোনাৰ দৰে দৃঢ়প্ৰতিজ্ঞ আৰু সত্যসন্ধ ব্যক্তি মই জীৱনত কোনোদিন পোৱা নাই। আপোনাৰ এই প্ৰতিৰোধ আন্দোলন অতি অভিনৱ

আৰু ইয়াৰ আবেদন ইমান ব্যাপক যে মোৰ ভয় হয় কোনোবাদিনা ভাৰততো ব্ৰিটিশ্ব চৰকাৰৰ বিৰুদ্ধে ইয়াক প্ৰয়োগ কৰি আপুনি আমাৰ সাম্ৰাজ্যকে বিনষ্ট কৰিব।"

* * *

এই সময়তে গোখলেই পেৰিচৰ পৰা উভতি আহিল। আগতে থকাৰ দৰে তেওঁ নেশ্বনেল লিবাৰেল ক্লাবত আছেহি।

খবৰ পায়েই গান্ধীজীয়ে কেলেনবাকক লগত লৈ তেওঁক লগ ধৰিলেগৈ।

কেলেনবাকক লগ পাই গোখলে অত্যন্ত আনন্দিত হ'ল। তেওঁৰ যুদ্ধৰ অগ্ৰগতি সম্বন্ধে অসাধাৰণ কৌতূহল। কেলেনবাক জাৰ্মান, তেওঁৰ জাৰ্মান বাহিনীৰ শত্ৰুৰাজ্যৰ মাজেদি আগুৱাই যোৱাৰ স্পষ্ট ধাৰণা আছিল। তেওঁ গোখলেক ইউৰোপৰ মেপ দেখুৱাই বুজাই দিলে জাৰ্মান সৈন্যই ক'ত ঘাটি পাতিছে আৰু কিমান দূৰ আগুৱাইছে।

গান্ধীজীয়ে প্লুৰেছী ৰোগ সত্ত্বেও তেওঁৰ ফল আৰু বাদামৰ পথ্য খোৱাতে আঁকোৰগোজকৈ লাগি থকাৰ খবৰ গোখলেৰ কাণত পৰিছেগৈ। তেওঁ গান্ধীজীৰ খাদ্যৰ বিষয়ত কৰা পৰীক্ষা-নিৰীক্ষা বা মাথোঁ ফল আৰু বাদাম খাই থকা পছন্দ কৰা নাছিল। তেওঁ গান্ধীজীয়ে ডাঃ জীৱৰাজ মেহতাৰ পথ্য মানি চলাতো বিচাৰিছিল। সেয়েহে গান্ধীজীক লগ পাওঁতে তেওঁ গান্ধীজীক ডাঃ মেহতাৰ নিৰ্দেশ অনুসৰি গাখীৰ আৰু গুটি-শস্যৰ পথ্য খাবলৈ পৰামৰ্শ দিলে।

গান্ধীজীয়ে গোখলেৰ কথা শুনি অলপ নিৰাশ হ'ল, কাৰণ গোখলেৰ পৰামৰ্শ তেওঁৰ কাৰণে আদেশ বুলি ক'ব পাৰি। তেওঁক অমান্য কৰিব নোৱাৰি। গান্ধীজীয়ে তেতিয়া তেওঁৰ পৰা কথাটো ভাবি চাবলৈ চৌবিছ ঘণ্টাৰ সময় বিচাৰিলে, কিয়নো এইবোৰ খালে তেওঁ প্ৰতিজ্ঞা ভংগ হ'ব। গোখলেই ইয়াত আপত্তি নুতুলিলে।

কেলেনবাকৰ লগত ঘৰলৈ উলটি আহোঁতে তেওঁ বিষয়টোলৈ বহুত আলোচনা কৰিলে। তেওঁৰ খাদ্যৰ পৰীক্ষা-নিৰীক্ষাত কেলেনবাকৰ সমৰ্থন আছিল। কিন্তু গান্ধীজীৰ স্বাস্থ্য যদি বিপন্ন হয় তেনেহ'লে তেওঁ এই পৰীক্ষা পিছুৱাই দিয়াটোৰহে পক্ষপাতী।

গান্ধীজীয়ে তেতিয়া ভাবিলে যে বিষয়টো সম্বন্ধে তেওঁ নিজেই এক সিদ্ধান্তলৈ আহিব লাগিব।

সেইদিনা সমস্ত ৰাতিটো সাৰে থাকি বিষয়টো লৈ তেওঁ চিন্তা কৰিব ধৰিলে। এতিয়া তেওঁৰ খাদ্যৰ পৰীক্ষা পৰিত্যাগ কৰা মানে এই সম্পৰ্কে থকা তেওঁৰ ইমান দিনৰ ধাৰণা বিসৰ্জন দিয়া। প্ৰশ্ন হৈছে, তেওঁৰ প্ৰতি গোখলেৰ এই মৰমৰ দাবী কিমানখিনিলৈকে মানিব পাৰি। গান্ধীজীৰ মতে মাংসৰ দৰে গাখীৰো মানুহৰ খাদ্য

নহয়। ধৰ্মৰ ফালৰ পৰাও পশুৰ গাখীৰ খোৱাতো সমৰ্থন কৰিব নোৱাৰি। তেওঁ তেতিয়া স্থিৰ কৰিলে যে বৰ্তমানে তেওঁ মাংস-গাখীৰ বৰ্জিত আহাৰেই গ্ৰহণ কৰিব।

পিছদিনা সন্ধিয়া কেলেনবাকৰ সৈতে তেওঁ আকৌ নেশ্বনেল লিবাৰেল ক্লাবত থকা গোখলেক লগ ধৰিব গ'ল। গান্ধীজীক দেখিয়েই গোখলেই প্ৰথম প্ৰশ্ন কৰিলে, "তুমি কি ঠিক কৰিলা? ডাক্তৰৰ নিৰ্দেশ পালন কৰিবানে নাই?"

গান্ধীজীয়ে অলপ সময় মনে মনে থাকি, তাৰ পিছত দৃঢ়কণ্ঠে উত্তৰ দিলে, "মাথোঁ এই খাদ্যৰ বিষয়টো বাদ দি মই আপুনি কোৱা সকলো কাম কৰিবলৈ ৰাজী। মই মাংস, গাখীৰ আৰু গাখীৰেৰে তৈয়াৰী খাদ্য স্পৰ্শ কৰিবলৈ ৰাজী নহয়। এইবোৰ নোখোৱাৰ কাৰণে মোৰ মৃত্যু হ'লেও সিয়েই মোৰ কাৰণে শ্ৰেয়।

গোখলেই প্ৰশ্ন কৰিলে, "এয়া কি তোমাৰ চূড়ান্ত সিদ্ধান্ত?"

গান্ধীজীয়ে উত্তৰ দিলে, "এৰা, এই বিষয়ত এয়াই মোৰ চূড়ান্ত সিদ্ধান্ত, অধ্যাপক গোখলে। মই জানো যে মোৰ এনেকুৱা জেদৰ কাৰণে আপুনি দুখ পাব। মই সেয়েহে আগতীয়াকৈয়ে আপোনাৰ পৰা ক্ষমা বিচাৰিছোঁ।"

গোখলেই তেতিয়া দুখেৰে ক'লে, "মই তোমাৰ এই সিদ্ধান্ত গ্ৰহণ নকৰোঁ। মই ইয়াৰ লগত ধৰ্মৰ কোনো সম্পৰ্ক দেখা নাই। কিন্তু এই বিষয়ত মই আৰু লাগি নাথাকোঁ। সকলো মংগলময়ৰ ইচ্ছা বুলিয়েই ভাবিম।"

তাৰ পিছত কাষতে বহি থকা ডাঃ জীৱৰাজ মেহতাৰ ফালে চাই তেওঁ ক'লে, "অনুগ্ৰহ কৰি এই বিষয়ত তেওঁক জোৰ নকৰিব। তেওঁৰ খাদ্যাখাদ্যৰ প্ৰতি দৃষ্টি ৰাখিয়েই ঔষধৰ নিৰ্দেশ দিব পাৰে।"

ডাঃ মেহতাই তেতিয়া গান্ধীজীক নিয়মিত মগু দাইলৰ চুপ খাবলৈ পৰামৰ্শ দিলে। গান্ধীজীয়ে দুদিনমান তেওঁৰ পৰামৰ্শমতে এয়া খোৱাৰ পিছতে বুকুৰ বিষ বঢ়া যেনহে পালে, সেয়েহে এইটো খোৱা বাদ দি তেওঁৰ প্ৰিয় আৰু অভ্যস্ত ফল আৰু বাদামৰ খাদ্য আকৌ খাব ধৰিলে।

এই ঘটনাৰ কেইদিনমান পিছতে গোখলেই লণ্ডন এৰি ভাৰতৰ পথত যাত্ৰা কৰিলে। অক্টোবৰ মাহত লণ্ডন কুঁৱলীয়ে আবৰি থাকে। গোখলেৰ এনে পৰিৱেশ সহ্য নহয়, তেওঁ নিজ দেশৰ ৰৌদ্ৰোজ্জ্বল কোমল দিনৰ স্বপ্ন দেখিবলৈ আৰম্ভ কৰিলে।

গান্ধীজীয়ে তেওঁৰ এই প্লুৰেছী ৰোগৰ কাৰণে ছসপ্তাহ শয্যাগত হৈ থাকিল। যিজনৰ পাৰহৈ যোৱা পঁচিছ বছৰত প্ৰতিদিনৰ প্ৰতি মুহূৰ্ত এক কৰ্মব্যস্ততাৰে বান্ধ খাই আছিল, তেওঁ এতিয়া শয্যাশায়ী হৈ নিজকে ধিক্কাৰ দিব ধৰিলে। তদুপৰি তেওঁক এক অপৰাধী বিবেকেও আঘাত দিছে, কিয়নো তেওঁৰ নিৰ্দেশতে এতিয়া ভাৰতীয় ছাত্ৰসকল নেটলি হাস্পতালত ৰোগীৰ পৰিচৰ্যাত ব্যস্ত, আৰু তেওৱেঁই ৰোগী হৈ এক নিৰাপদ অৱস্থান কৰিব লগা অৱস্থা।

এবাৰ তেওঁ ভাবিছিল যে ইংলেণ্ডৰ উত্তৰ ফালৰ কোনো পৰ্বত-কন্দৰত আশ্ৰয় লয়। কিন্তু এইখন ভাৰতবৰ্ষ নহয় যে পৰ্বতৰ গুহা বিচাৰি পাব আৰু তাত তেওঁ সময় কটাব। এই ইউৰোপীয় দেশত গুহাৰ সন্ধান তেওঁ কেনেকৈ পায়? সেয়েহে এই পৰিকল্পনা অচিৰেই বৰ্জিত হ'ল।

এদিন লেডি ছেছিলীয়াই গান্ধীজীক লগ ধৰি দেখে যে তেওঁ তেনেই ক্ষীণাই গৈছে আৰু খিট্‌খিটীয়া স্বভাৱৰ হৈ গৈছে। তেওঁক দেখি এনেকুৱা ভাব হয় যেন তেওঁ জীয়াই থকাৰ আশাই পৰিত্যাগ কৰিছে। বিছনাত শুই ছট্‌ফট কৰিছে আৰু মাজে মাজে পথ্যস্বৰূপে বাদাম আৰু কল খাইছে।

এনে অৱস্থা দেখি লেডি ছেছিলীয়াই তেওঁৰ স্বামীক সকলো কথা ক'লে। সেইদিনাই আবেলি ছাৰ চাৰ্লছ ৰবাৰ্টছে আকৌ গান্ধীজীক লগ পাবলৈ আহিল। তেওঁক দেখিয়েই গান্ধীজীয়ে হতাশাৰ সুৰত ক'লে, "মই এতিয়া কি কৰিব পাৰোঁ?"

ছাৰ ৰবাৰ্টছে ক'লে, "মিঃ গান্ধী, আপুনি ভাৰতলৈ উভতি যাওক। তাত অপেক্ষাকৃত উষ্ণ আবহাৱাত আপোনাৰ এই ৰোগ সম্পূৰ্ণ আৰোগ্য হৈ যাব। আপোনাৰ স্বাস্থ্যৰ উন্নতি হোৱাৰ পিছতো যদি যুদ্ধ চলি থাকে, আপুনি তেতিয়া তাতে মিলিটেৰীক সাহায্য কৰাৰ সুযোগ পাব। ইয়াতো আপুনি এম্বুলেঞ্চ ক'ৰ গঠন কৰি যথেষ্ট সেৱা কৰিছে।"

গান্ধীয়ে তেতিয়া ভাবিছিল যে শৰীৰ সুস্থ হ'লেই তেওঁ নেট্‌লিলৈ গৈ দলত আকৌ যোগ দিবগৈ। এতিয়াই তেওঁৰ দেশলৈ ঘূৰি যোৱাৰ ইচ্ছা নাই। নিশ্চয় ইয়াত তেওঁৰ কাৰণে কাম বিচাৰি পাব। যেনে, হাস্পতালৰ 'অৰ্ডালি'ৰ কাম অথবা দুখীয়া ল'ৰা-ছোৱালীক স্কুলৰ পাঠ বুজাই দিয়া কাম।

কিন্তু ছাৰ চাৰ্লছে বিষয়টোত এক অনমনীয় মনোভাব পোষণ কৰিলে। গান্ধীজী অবিলম্বে দেশলৈ গুচি যোৱা উচিত, এই কথাটো তেওঁ এদিন সস্ত্ৰীক গান্ধীৰ বাসস্থানলৈ আহি ক'লে।

পিছত বহুত লেখকে কৈছে যে গান্ধীজীয়ে যদি ভগ্নস্বাস্থ্য লৈয়ে ইংলণ্ডৰ সেই শীতত থাকিলেহেঁতেন, তেনেহ'লে তাৰ পৰিণতি কি হ'লহেঁতেন কোনেও ক'ব নোৱাৰে। কেনেবাকৈ তাত গান্ধীজীৰ মৃত্যু হোৱা হ'লে ভাৰতৰ স্বাধীনতা সংগ্ৰাম কেনে ধৰণে হ'লহেঁতেন মাথোঁ কল্পনাহে কৰিব পাৰি। কোনে জানে, হয়তো ব্ৰিটিশ্ব সাম্ৰাজ্য আৰু অলপ দিন অটুট থাকিলেহেঁতেন।

গান্ধীজী ভাৰতলৈ ঘূৰি অহাতো থিৰাং হোৱাৰ পিছত লণ্ডনৰ ভাৰতীয় সমাজে গান্ধীজী আৰু কস্তুৰবাৰ কাৰণে এক বিদায় সম্বৰ্ধনাৰ আয়োজন কৰিলে লণ্ডনৰ ৱেষ্টমিনিষ্টাৰ পেলেচ হোটেলত। সকলো বক্তাই তেতিয়া গান্ধীজীৰ প্ৰশংসাত পঞ্চমুখ, বিশেষকৈ আহত ব্ৰিটিশ্ব সৈন্যসকলৰ সাহায্যৰ বাবে এম্বুলেঞ্চ ক'ৰ গঠন

কৰাৰ কাৰণে। ছাৰ চাৰ্লছ ৰবাৰ্টছে ক'লে যে সাম্ৰাজ্যৰ এই বিপদকালত গান্ধীজীয়ে এই স্বেচ্ছাসেৱক বাহিনী গঠন কৰি যি সাহায্যৰ হাত আগবঢ়াই দিছে, তাৰ কাৰণে ইংলেণ্ডবাসী কৃতজ্ঞ। গান্ধীজীয়ে তেওঁৰ প্ৰত্যুত্তৰত ক'লে, "আপোনালোকে মোক এই এম্বুলেঞ্চ বাহিনী গঠন কৰাৰ যি কৃতিত্ব দিছে, সেইটো মোৰ প্ৰাপ্য নহয়। ই আন স্বেচ্ছাসেৱকসকলৰহে প্ৰাপ্য, যিসকলে হাস্পতালত থাকি আহত সৈন্যসকলৰ সেৱা কৰিছে। সেই সময়ত মই ফ্লেটত শয্যাশায়ী হৈ আছিলো। এই প্ৰসংগত মই ছাৰ চাৰ্লছ আৰু লেডি ছেছিলীয়া ৰবাৰ্টছক আন্তৰিকতাৰে ধন্যবাদ জনাইছোঁ। তেওঁলোকে মোক দিনৰ পিছত দিন সেৱা কৰি মোক সুস্থ কৰি তুলিছিল। আশা কৰোঁ মই ইংলেণ্ডলৈ আকৌ ঘূৰি আহি কোনো হাস্পতালৰ অৰ্ডালিস্বৰূপে কাম কৰাৰ সুযোগ পাম, যদিহে, ভগৱানে নকৰক, যুদ্ধ চলি থাকে। অৱশ্যে বিদায়ৰ আগতে এটা কথা ক'ব বিচাৰোঁ যে ভাৰত আৰু ইংলেণ্ডৰ সম্পৰ্কৰ মাজত নিশ্চয় এটা ভাল দিশ আছে, য'ত ইংৰাজ পুৰুষ আৰু মহিলা উভয়েই ভাৰতীয়সকলৰ প্ৰতি নিঃস্বাৰ্থ আৰু অযাচিত দয়াৰ হাত আগবঢ়াই দিয়ে।

গান্ধীজীৰ ভাষণৰ পিছত বহু সময় ধৰি হাত-চাপৰি পৰিল। তাৰ পিছতে সভা ভংগ হ'ল।"

পিছদিনা ১৯ ডিচেম্বৰ তাৰিখে ৰাতিপুৱাই গান্ধীজী আৰু কস্তুৰবাই 'এছ, এছ, আৰাবিয়া' নামৰ জাহাজেৰে ভাৰতলৈ বুলি যাত্ৰা কৰিলে। তৃতীয় শ্ৰেণীৰ টিকট নাপাই তেওঁলোকে দ্বিতীয় শ্ৰেণীৰ যাত্ৰী হিচাপেই যাব লগা হ'ল।

মিঃ কেলেনবাকৰ কাৰণে গান্ধীজীয়ে বৰ দুখ পালে। তেওঁৰো গান্ধীজীহঁতৰ লগতে ভাৰতলৈ যাব লগা আছিল, তেওঁ আনকি গুজৰাটী ভাষাও শিকিছিল। কিন্তু ব্ৰিটেনৰ শত্ৰু পক্ষ জাৰ্মানীৰ নাগৰিক হোৱাৰ কাৰণে তেওঁৰ এই যাত্ৰাৰ কাৰণে অনুমতি নাপালে। তেওঁৰ বিষয়ে গান্ধীজীয়ে ভাৰতৰ ভাইছৰয় লৰ্ড হাৰ্ডিঞ্জলৈকো আবেদন জনালে। কিন্তু তেওঁৰ ভাৰত প্ৰবেশৰ অৰ্থ হ'ব অতিৰিক্ত বিপদ লোৱা, সেয়েহে গান্ধীজীৰ আবেদন নাকচ হ'ল। অকল সেয়াই নহয়, কেলেনবাকক পিছত অন্তৰীণ কৰি ৰখা হৈছিল।

তিনি সপ্তাহৰ কাৰণে জাহাজত খাবলৈ তেওঁলোকে লৈছিল বিস্কুট তৈয়াৰ কৰিব পৰা আটা, প্ৰচুৰ বাদাম, শুকান ফল আৰু খেজুৰ। জাহাজত তেওঁলোকৰ কাৰণে সতেজ ফলৰ ব্যৱস্থাও আছিল।

ডাঃ জীৱৰাজ মেহতাই গান্ধীজীৰ বুকুৰ দুয়োফালৰ পাৰ্শ্বাস্থি 'মিডছ্ প্লাষ্টাৰ'ৰে বান্ধি দিছিল আৰু লোহিত সাগৰ পোৱাৰ আগতে সেইটো খুলিবলৈ হাক্ দিছিল। গান্ধীজীয়ে দুদিন এই প্লাষ্টাৰটো পিন্ধি আছিল, তাৰ পিছত তেওঁ সেইটো পিন্ধি থাকিব নোৱৰা হোৱাত বহুত চেষ্টা কৰি সেইটো খুলি পেলাইছিল আৰু গা-পা ধুই মুকলি হৈছিল।

সেই সময়ত গান্ধীজীয়ে ডেকৰ ওপৰলৈ গৈ প্ৰতি দিনে খোজকঢ়া অভ্যাস কৰিছিল আৰু ইয়াৰ মাত্ৰা ক্ৰমশঃ বঢ়াই দিছিল। লাহে লাহে তেওঁ নিজৰ পুৰণা শক্তি ঘূৰাই পোৱা যেন পালে। জাহাজে ছুয়েজ খালত প্ৰবেশ কৰাৰ সময়ত তেওঁ প্ৰায় সুস্থ হৈ উঠিছে। তেওঁৰ এনে আৰোগ্য লাভৰ কাৰণ হিচাপে জাহাজৰ মুক্ত বায়ু বুলি তেওঁ ধাৰণা কৰিলে।

গান্ধীজীয়ে এটা কথা লক্ষ্য কৰিছিল যে জাহাজৰ ইংৰাজ যাত্ৰীসকলে ভাৰতীয়সকলৰ লগত আন্তৰিকভাৱে মিলামিচা নকৰে। মাথোঁ তেওঁলোকে 'সুপ্ৰভাত' অথবা 'শুভ সন্ধ্যা' বুলিয়েই সৌজন্য ৰক্ষা কৰে। অথচ দক্ষিণ আফ্ৰিকাৰ পৰা তেওঁ যেতিয়া ইংলণ্ডলৈ গৈছিল, তেতিয়া ইংৰাজ যাত্ৰীসকলে অতি অন্তৰংগ ব্যৱহাৰ কৰিছিল, ভাৰতীয়সকলৰ লগত মুকলিভাৱে মিলিছিল। ইয়াত ইংৰাজৰ এই ব্যৱহাৰ বোধকৰোঁ ভাৰতত ইংৰাজ-ভাৰতীয় সম্পৰ্কৰ কাৰণেই। তাত ইংৰাজসকল হৈছে প্ৰভু আৰু ভাৰতীয়সকল হৈছে তেওঁলোকৰ গোলাম। গান্ধীজীয়ে এই শ্বাসৰুদ্ধ আবহাৱাৰ পৰা মুক্তিৰ উপায় বিচাৰিলে।

সন্ধিয়া লাগিলেই গান্ধীজীয়ে অকলেই ডেকৰ চকীত বহি সমুদ্ৰৰ ফালে চাই তেওঁৰ ভৱিষ্যতৰ কথা চিন্তা কৰে। অকলেই, কাৰণ কস্তুৰবাই কেবিনৰ ভিতৰত থাকিবলৈকে বেছি ভাল পায়, বাহিৰলৈ বৰকৈ ওলাই নাহে। গান্ধীজীয়ে তেতিয়া ভাবে তেওঁৰ ভৱিষ্যতৰ বিষয়ে। গোখলেৰ বাহিৰে ভাৰতত তেওঁ কাকো বিশেষভাৱে চিনি নেপায়। তেওঁৰ অৰ্থৰ ভাণ্ডাৰো শূন্য। আইনজীৱী হিচাপে আকৌ ব্যৱসায় কৰাৰ ইচ্ছা তেওঁৰ নাই, সমাজ সেৱাৰ পথো তেওঁ ভালকৈ নাজানে।

এইবোৰ কথাকে ভাবি বহু সময়ত গান্ধীজীয়ে নিজে অসহায়বোধ কৰে আৰু ভাবে যে তেওঁৰ জীৱন বোধহয় শেষ হৈ আহিছে। এই সময়তে তেওঁ তেওঁৰ এগৰাকী বন্ধুলৈ চিঠিত লিখিলে, "মই মোক লৈ কি কৰিম?" উত্তৰস্বৰূপে বন্ধুৱে জনালে যে এই প্ৰশ্নটোৰ উত্তৰ তেওঁ নেজানে, কিন্তু ঈশ্বৰৰ প্ৰতি আগতে ৰখাৰ দৰে আস্থা ৰখা দৰকাৰ। তেওঁৱেঁই গান্ধীজীক সঠিক পথ দেখুৱাই দিব বুলি তেওঁৰ বিশ্বাস।

গান্ধীজীৰ তেতিয়া কোনো পৰিকল্পনা, জীৱনত কোনো আশা বা নিশ্চয়তা নাছিল। দীৰ্ঘ দহ বছৰৰ পিছত তেওঁ ভাৰতলৈ উভতিছে। ক'বলৈ গ'লে তেওঁ হ'ল, 'এ ষ্ট্ৰেঞ্জাৰ ৰিটাৰ্নিং টু এ ষ্ট্ৰেঞ্জ লেণ্ড'— এখন বিদেশৰ ভূমিত প্ৰত্যাৱৰ্তন কৰাৰ দৰে অৱস্থা তেওঁৰ।

জাহাজত গান্ধীজী আৰু কস্তুৰবাই যেন নিজকে নতুনকৈ চিনি পালে। একান্নবৰ্তী পৰিয়ালত বিয়া হৈছিল, সেয়েহে নিশাৰ বাহিৰে নতুন পত্নীৰ লগত দেখাদেখি নাই। তাৰ পিছত এটা সন্তানৰ মৃত্যু ঘটাৰ পিছত তিনি বছৰৰ ভিতৰতে হৰিলালৰ জন্ম হ'ল, গতিকেই একান্তভাৱে কস্তুৰবাক সেই প্ৰথম পালে।

কস্তুৰবাৰ সেই সময়ত হৰিলালৰ কাৰণে চিন্তা। তেওঁ গান্ধীজীক ক'লে, "হৰিয়ে সেই যে খং কৰি গুচি গ'ল, তাৰ পিচততো বিশেষ চিঠি নিলিখে। কেনে আছে, কি কৰিছে একো খবৰেই মই নাপাওঁ।"

গান্ধীজীয়ে কস্তুৰবাক প্ৰবোধ দি ক'লে, "এই বিষয়ত চিন্তা কৰিব লগা নাই। গুলাব লগতে আছে। সকলো ঠিকেই থাকিব।"

কস্তুৰবাই এটা হুমুনিয়াহ কাঢ়ি ক'লে, "মোৰ বেছি কষ্ট হয় ৰামীক দেখিবলৈ নোপোৱাৰ কাৰণে। তাই বা এতিয়া দেখিবলৈ কেনেকুৱা হৈছে/"

গান্ধীয়ে অলপ পৰ মনে মনে থাকি ক'লে, "জানা, হৰিলালে মোক দোষ দিয়ে যে তাৰ প্ৰতি মই পিতাৰ কৰ্তব্য পালন কৰা নাই। মোৰ যে এই বিষয়ত ত্ৰুটি আছে সেইটো স্বীকাৰ কৰোঁ। কিন্তু আহমেদাবাদত যে সি গৈ স্কুলত ভৰ্তি হ'লগৈ, তাতো পৰীক্ষাত ফেল্ কৰিলে। মেট্ৰিকটোকে পাছ কৰিব নোৱাৰি লিখা-পঢ়াকে এৰি দিলে।"

কস্তুৰবাই উত্তৰ দিলে, "কিজানি গুলাবৰ কথা সকলো সময়তে চিন্তা কৰি লিখা-পঢ়াত মন দিব নোৱাৰিলে/"

গান্ধীজীয়ে ক'লে, "হ'ব দিয়া, অন্য কথা পাতো। সত্যাগ্ৰহ আন্দোলনত তোমাৰ আত্মত্যাগৰ কথা ভাবি মই অবাক হৈ যাওঁ, কস্তুৰ। তুমি যে জে'ললৈ যাবা, সেইটো মই ভাবিবই পৰা নাছিলোঁ।"

কস্তুৰবাই ওলোটাই প্ৰশ্ন কৰিলে, "কিয় নাযাম? মোৰ স্বামী আৰু ল'ৰা দুটা যেতিয়া জে'ললৈ গৈছে, তেতিয়া ঘৰত মই শান্তিৰে মনে মনে থাকিম?"

"তথাপি তুমি যে সশ্ৰম কাৰাদণ্ড মূৰ পাতি লৈছিলা, সেই সাহসৰ প্ৰশংসা কৰিবই লাগিব। এনে সাহস তুমি ক'ত পালা?"

কস্তুৰবাই হাঁহি উত্তৰ দিলে, "তোমাৰ পৰাই পাইছোঁ, আৰুনো ক'ত পাম? তদুপৰি দলে দলে তামিল মহিলাসকল জে'ললৈ যোৱা দেখা পাই ময়ো সাহস পালোঁ।"

"মই শুনিলোঁ যে ভাৰতৰ সংবাদ-পত্ৰত তোমাৰ এই কাৰাবৰণৰ কথা বিস্তৃতভাৱে প্ৰকাশ কৰিছে। মিঃ গোখলেৰ চিঠি পালোঁ, তেৰোঁ তোমাৰ প্ৰশংসাত পঞ্চমুখ।"

কস্তুৰবা মনে মনে থাকিল। নিজৰ প্ৰশংসা শুনাত তেওঁ অভ্যস্ত নহয়।

এইধৰণেই তেওঁলোকৰ মাজত প্ৰায়েই কথা-বাৰ্তা হয়। গান্ধীয়ে তেতিয়া কিবা পঢ়াতো ব্যস্ত থকা নাছিল। সেয়েহে তেওঁ তেতিয়া যিমান সময় কস্তুৰবাক সংগ দিব পাৰিছিল, সেইটো আৰু কোনোদিন তেওঁৰ কাৰণে সম্ভৱ হোৱা নাছিল।

## চতুৰ্বিংশ অধ্যায়

# মহাত্মা গান্ধী

গান্ধীজীয়ে কস্তুৰবাৰ লগত একেলগে আহি ১৯১৫ চনৰ ৯ জানুৱাৰী তাৰিখে বোম্বাই বন্দৰত উপস্থিত হ'ল। জাহাজত থাকোঁতে গান্ধীজীয়ে যিবোৰ ভয়ৰ কথা চিন্তা কৰিছিল এতিয়া সেইবোৰ তেনেই অমূলক যেন লাগিল। দক্ষিণ আফ্ৰিকাৰ ভাৰতীয়সকলৰ কাৰণে তেওঁ কৰা আত্মত্যাগৰ কথা আটাইবোৰ ভাৰতবাসীয়ে জানে। প্ৰকৃতপক্ষে তেওঁক নেতা পদত বৰণ কৰাৰ কাৰণে সমস্ত দেশেই যেন অপেক্ষা কৰি আছে।

জাহাজ আহি বন্দৰত ৰওঁতেই বোম্বাইৰ এদল বিশিষ্ট ব্যক্তিয়ে গান্ধী-দম্পতীক স্বাগত জনালে। তেওঁৰ সম্মানাৰ্থে জাহাজ এপ'ল' বন্দৰত আহি ৰৈছিলহি; যিটো সন্মান কেৱল ভাইছৰয় আৰু ভাৰত-বিখ্যাত ব্যক্তিসকলৰ ক্ষেত্ৰতহে প্ৰদান কৰা হয়। তাত চহৰৰ সকলো সম্প্ৰদায়ৰ নেতাসকল গান্ধীজীক অভ্যৰ্থনা কৰিবলৈ উপস্থিত আছিল। এদল যুৱকে গান্ধীজীৰ ঘোঁৰাগাড়ীৰ ঘোঁৰা এৰি দি গাড়ীখন নিজেই টানি লৈ গৈছিল। গান্ধীজীয়ে তেতিয়া পৰিধান কৰিছিল কাথিৱাৰী পোছাক দীঘল চুৰিয়া, চাৰ্ট, তাৰ ওপৰত সোলোক-ঢোলোক কুৰ্তা আৰু মূৰত বিৰাট পাগুৰি। গান্ধীজীৰ কাৰণে স্থিৰ কৰি ৰখা হৈছিল ছাত্ৰাক্ৰুছত ৰেভশংকৰ জাভেৰিৰ ঘৰ। প্ৰায় দুশজনৰ সেই সমাগমত আছিল কেইজনমান ৰিপ'ৰ্টাৰো। অসুস্থ শৰীৰেই গোখলেও তাত উপস্থিত আছিল। তেওঁ আগতেই গান্ধীজীলৈ খবৰ পঠাইছিল যে গান্ধীজীয়ে যেন কমেও এবছৰৰ কাৰণে ভাৰতৰ সমস্যাৰ বিষয়ে মুকলিকৈ একো নকয়, কিয়নো দীৰ্ঘ দিন তেওঁ ভাৰতৰ বাহিৰত কটাই আহিছে আৰু সেয়েহে কমেও এটা বছৰ তেওঁ দেশখনক ভালকৈ জনাৰ পিছতহে কিবা কোৱা উচিত। গান্ধীজীয়েও গোখলেক প্ৰতিশ্ৰুতি দিছিল যে তেওঁ সেই অনুৰোধ যথাসাধ্য ৰক্ষা কৰিবলৈ চেষ্টা কৰিব। সেয়েহে এজন ৰিপ'ৰ্টাৰে গান্ধীজীক ভাৰতত তেওঁৰ ভৱিষ্যৎ পৰিকল্পনা কি বুলি প্ৰশ্ন কৰোঁতে এনেদৰে উত্তৰ দিছিল, "মিঃ গোখলেই সঠিকভাৱেই কৈছে যে যিহেতু মই বহুদিন ভাৰতৰ বাহিৰত আছিলোঁ, সেয়েহে কোনো ভাৰতীয় সমস্যাৰ বিষয়ে মোৰ কোনো অভিমত জনোৱা সংগত নহ'ব। মই এটা বছৰ দৰ্শকস্বৰূপেই গোটেই ভাৰতবৰ্ষ ঘুৰিপকি চাম। মিঃ গোখলেক মই তেনে ধৰণেই প্ৰতিশ্ৰুতি দিছোঁ, আৰু সেইটো ৰক্ষা কৰিবলৈ মই চেষ্টা কৰিম।"

গান্ধীজীৰ সন্মানত বোম্বাইৰ বিখ্যাত ধনী জাহাংগীৰ পেটিটৰ বিশাল প্ৰাসাদতুল্য অট্টালিকাত ১২ জানুৱাৰী তাৰিখে এখন বিৰাট ভোজসভাৰ আয়োজন কৰা হ'ল। এই ভোজসভালৈ সকলোৱেই ইউৰোপীয় অথবা মহামূল্য আড়ম্বৰপূৰ্ণ ভাৰতীয় পোছাক পিন্ধি আহিছিল; মাথোঁ গান্ধীজীয়েহে পিন্ধিছিল চুৰিয়া, চোলাৰ ওপৰত কুৰ্তা আৰু মূৰত পাগুৰি। তাত ছাৰ ফিৰোজশ্বাহ মেহটাই তেওঁৰ ভাষণত ক'লে যে গান্ধীজীৰ পৰিচয় আকৌ নতুনকৈ দিয়াৰ প্ৰয়োজন নাই। যোৱা কেইবছৰমান ধৰি দক্ষিণ আফ্ৰিকাত তেওঁৰ বিৰাট কৰ্মৰাজি, সাহস আৰু নৈতিক চৰিত্ৰৰ কথা সকলো ভাৰতবাসীয়েই জানে। ভাৰতবাসী মিঃ গান্ধীৰ কাৰণে স্বাভাৱিকতে গৰ্বিত। বিশেষকৈ মিছেছ্ গান্ধীৰ অতুলনীয় কষ্টভোগ আৰু আত্মত্যাগৰ কাৰণে, যিগৰাকীয়ে মিঃ গান্ধীৰ লগত সমানভাৱে সৰ্বস্ব ত্যাগ কৰি কাৰাবৰণ পৰ্যন্ত কৰিছে, আমি ভাৰতবাসী সঁচাই গৰ্বিত। গান্ধীৰ ত্যাগৰ কাৰণেই তাৰ ভাৰতীয়সকলে আজি মূৰ তুলি মানুহ বুলি অৱস্থান কৰিব পাৰে।

ছাৰ ফিৰোজৰ দৰে আৰু কেইজনমান উঠি গান্ধীজীৰ দীৰ্ঘকালীন ত্যাগ স্বীকাৰৰ কথা কৈ তেওঁৰ প্ৰতি শ্ৰদ্ধাঞ্জলি আগবঢ়ালে। প্ৰত্যুত্তৰত গান্ধীজীয়ে ক'লে, "মোৰ স্ত্ৰী কস্তুৰবাক বহুতে 'মহান গান্ধীৰ স্ত্ৰী' বুলি ভূষিত কৰিছে। সেইটো সঁচা হ'ব পাৰে, কিন্তু মই 'মহান গান্ধী'ৰ মাজত একো দেখা পোৱা নাই। আপোনালোকে মোৰ সাফল্যৰ সংবাদ পাইছে, কিন্তু মোৰ ব্যৰ্থতাৰ কোনো খবৰ নাৰাখে। এতিয়া ইয়াত আপোনালোকে সেই ব্যৰ্থতাৰ বহুতো পৰিচয় শূন্য দৃষ্টিৰে দেখা পাব। আশাকৰোঁ সেইবোৰ ব্যৰ্থতাৰ কাৰণে তেতিয়া মোক ক্ষমা কৰিব। মই ভাৰতত এজন কৃতজ্ঞ আৰু বিনীত ভৃত্যৰ দৰেই আপোনালোকৰ সেৱা কৰিব বিচাৰোঁ। মনত ৰাখিব যে মই নহয়, বৰং দক্ষিণ আফ্ৰিকাৰ কাৰাবাসকাৰী চুক্তিবদ্ধ ভাৰতীয় শ্ৰমিকেই প্ৰকৃত হিৰ' আছিল।"

বোম্বাইৰ গুজৰাটী সমাজো পিছপৰি নাথাকিল। তেওঁলোকো আগবাঢ়ি আহি জিন্নাৰ সভাপতিত্বত এখন অভ্যৰ্থনা সভাৰ আয়োজন কৰিলে গান্ধীজীক সন্মান জনাবলৈ। মহম্মদ আলি জিন্না আছিল বোম্বাইৰ বিখ্যাত বেৰিষ্টাৰ। তেওঁ চিয়া মুছলমানসকলৰ ইছমাইলি বা খোজা সম্প্ৰদায়ৰ এজন গুজৰাটী। গান্ধীজীতকৈ তেওঁ সাত বছৰৰ সৰু। তেওঁৰ ইংৰাজী ভাষাৰ চমু সাৰুৱা ভাষণত গান্ধীজীৰ আত্মত্যাগৰ প্ৰশংসা কৰিলে। আন আন বক্তাসকলেও একে সুৰতে ইংৰাজী ভাষাত গান্ধীজীৰ প্ৰশংসাত পঞ্চমুখ হ'ল। গান্ধীজীয়ে উত্তৰস্বৰূপে দিয়া তেওঁৰ ভাষণ গুজৰাটী ভাষাতে দিলে। তেওঁ সেই গুজৰাটী সমাৱেশত সকলোৱে ইংৰাজীত ভাষণ দিয়া দেখি অলপ ভৰ্ৎসনাই কৰিলে, কিন্তু কোনেও বেয়া নেপালে। তেওঁলোকে ইতিমধ্যেই গান্ধীজীৰ স্পষ্টবাদী চৰিত্ৰৰ পৰিচয় পাইছে।

গোখলে পুনালৈ উভতি যোৱাৰ আগতে গান্ধীজীক বোম্বাই-প্ৰেছিডেʼন্সিৰ ব্ৰিটিশ্ব গভৰ্ণৰ লৰ্ড ৱিলিংডনক লগ ধৰিবলৈ বাৰম্বাৰ কৈ গৈছিল। সেয়েহে গোখলেক লগ ধৰিবলৈ পুনালৈ যোৱাৰ আগতে গভৰ্ণৰক সাক্ষাৎ কৰিবলৈ তেওঁ ঠিক কৰিলে। তেওঁক যেতিয়া গান্ধীজীয়ে লগ ধৰিলে তেতিয়া সৌজন্যমূলক প্ৰশ্নাদিৰ পিছত লৰ্ড ৱিলিংডনে কʼলে, "মিঃ গান্ধী, মই এটা বিষয়ত আপোনাৰ প্ৰতিশ্ৰুতি বিচাৰোঁ। কথাটো হʼল আপুনি গৱৰ্ণমেণ্ট সম্পৰ্কে কিবা ব্যৱস্থা লোৱাৰ কথা স্থিৰ কৰাৰ আগতে মোক দেখা কৰিলে মই সন্তোষ পাম।"

গান্ধীজীয়ে হাঁহি উত্তৰ দিলে, "সেই প্ৰতিশ্ৰুতি মই আপোনাক সহজেই দিব পাৰোঁ লৰ্ড ৱিলিংডন, কিয়নো সত্যাগ্ৰহীস্বৰূপে অপৰ পক্ষৰ চিন্তা-ভাবনা কেনেকুৱা সেইটো আমাৰ জনা প্ৰয়োজন। সেইদৰেই আমি যিমানদূৰ সম্ভৱ মতদ্বৈধতা পৰিহাৰ কৰাটোও প্ৰয়োজন।"

লৰ্ড ৱিলিংডনে তেতিয়া গান্ধীজীক ধন্যবাদ দি কʼলে, "মিঃ গান্ধী, আপোনাৰ কাৰণে মোৰ দুৱাৰ সকলো সময়তে খোলা থাকিব। আপুনি তেতিয়া নিশ্চয় বুজিব পাৰিব যে আমাৰ চৰকাৰে ইচ্ছাকৃতভাৱে কোনো অন্যায় কাম নকৰে।"

বিদায় লʼবলৈ থিয় হৈ গান্ধীজীয়েও মিচিকিয়াই কʼলে, "সেই বিশ্বাসেইটো মোক জীৱনত ৰক্ষা কৰি আছে, লৰ্ড ৱিলিংডন।"

বোম্বাইৰ পৰা গান্ধীজীয়ে পুনাত গোখলেক দেখা কৰিবলৈ গʼল। গোখলে তেতিয়া অতি অসুস্থ, তথাপি গান্ধীজীৰ আপ্যায়নৰ কাৰণে তেওঁৰ 'ছাৰ্ভেণ্টছ্ অৱ ইণ্ডিয়া' ছছাইটিৰ সকলো সভ্যকে মাতিলে। গোখলেৰ খুব ইচ্ছা যে গান্ধীজীয়েও তেওঁৰ এই ছছাইটিত যোগদান কৰক। গান্ধীজীৰো সেইটো ইচ্ছা আছিল আৰু তাৰ কাৰণে আবেদনপত্ৰও দাখিল কৰিছিল।

'ছাৰ্ভেণ্টছ্ অৱ ইণ্ডিয়া'ৰ প্ৰধান উদ্দেশ্য আছিল নৈতিক অগ্ৰগতি আৰু সামাজিক প্ৰগতিৰ মাজেৰে সাধাৰণৰ উন্নতি সাধন কৰা। তেওঁলোক আছিল অজ্ঞেয়বাদী, নৈতিক অনুন্নতিৰ জগতত তেওঁলোকে ধৰ্ম নিৰপেক্ষ সাধুৰ দৰে বাস কৰিব বিচাৰিছিল। গান্ধীজীৰ ক্ষেত্ৰত তেওঁলোকৰ মনত বহুতো সংশয় আছিল। তেওঁলোকে ভয় কৰিছিল যে গান্ধীজীয়ে ছছাইটিত যোগ দিলে নতুন লক্ষ্য স্থিৰ কৰিব, নতুন কৰ্ম-পদ্ধতি প্ৰয়োগ কৰিব আৰু কালক্ৰমত তেওঁ এই সংস্থাৰ প্ৰধান হিচাপে পৰিগণিত হʼব। তেওঁলোকৰ বহুতেই গান্ধীজীৰ আবেদন-পত্ৰৰ বিৰোধিতা কৰিবলৈ স্থিৰ কৰে।

সকলো দেখি-শুনি গান্ধীজীয়ে নিজেই তেওঁৰ আবেদন প্ৰত্যাহাৰ কৰে। পিছদিনা ৰাতিপুৱা গান্ধীজীয়ে থাকিবলৈ লোৱা ছছাইটিৰ কʼলনিখনত সকলো পায়খানা পৰিষ্কাৰ কৰা আৰম্ভ কৰিলে। তাকে দেখি কেৱল ছছাইটিৰ সভ্যসকলেই নহয়, গোখলেয়ো গান্ধীজীক এইটো কৰিব হাক দিলে। তাৰ পিছত তেওঁ লজ্জিত সুৰত

গান্ধীজীক ক'লে, "গান্ধী, আমাৰ সংঘৰ সদস্যসকলে নিবিচাৰে যে তুমি এই সংঘৰ সদস্য হোৱা। তেওঁলোকে তোমাক খুব শ্ৰদ্ধা কৰে কাৰণেই ভৱিষ্যতে কেনেবাকৈ তোমাৰ মতৰ বিৰোধিতা কৰিব লাগে বুলিয়েই তুমি সভ্য হোৱাতো নিবিচাৰে। যিহওক, এইটো মনত ৰাখিবা যে মোৰ কাৰণে তুমি এজন ছন্থাইটিৰ সভ্য আৰু এই সংঘৰ সকলো ধৰণৰ সাহায্যৰ দুৱাৰ তোমাৰ কাৰণে উন্মুক্ত। এতিয়া তুমি আন কিবা কৰিবলৈ স্থিৰ কৰিছা নেকি?"

গান্ধীয়ে উত্তৰ দিলে, "এৰা, মই ভাবিছোঁ দক্ষিণ আফ্ৰিকাৰ ফিনিক্স আশ্ৰমৰ দৰে ভাৰততো এখন আশ্ৰম প্ৰতিষ্ঠা কৰিম।"

গোখলেই ক'লে, "এইটো অতি উত্তম সংবাদ গান্ধী। ময়েই প্ৰথম আৰ্থিকভাৱে সেইখন আশ্ৰমৰ পৃষ্ঠপোষক হ'ব বিচাৰোঁ। মিঃ দেৱে তোমাৰ নামত এটা একাউণ্ট খুলিব আৰু তাৰ পৰা তুমি আশ্ৰমৰ কাৰণে আৰু ৰাজহুৱা কামলৈ প্ৰয়োজন অনুসৰি অৰ্থ ব্যয় কৰিব পাৰিবা।"

গান্ধীজীয়ে গোখলেক অশেষ ধন্যবাদ যাচিলে।

তাৰ পৰা বিদায় লোৱাৰ দিনা সভ্যসকলে গান্ধীজীৰ সন্মানাৰ্থে এখন ভোজসভাৰ আয়োজন কৰিলে। খুব অসুস্থতা সত্বেও গোখলে তাত উপস্থিত হ'ল, কিন্তু ৰোগৰ প্ৰকোপত অলপ পিছতে তাত অজ্ঞান হৈ পৰিল।

সকলোৱে তেতিয়া গোখলেৰ স্বাস্থ্য তদাৰক কৰাত ব্যস্ত হ'ল। অলপ সময়ৰ পিছতে গোখলে সুস্থ হ'ল। গান্ধীজীয়ে তেতিয়া গোখলেৰ প্ৰচেষ্টাৰ কাৰণে অশেষ ধন্যবাদ দিলে। গোখলেৰ নিদেৰ্শতে বন্ধ হৈ যোৱা পাৰ্টি আকৌ চলিবলৈ ধৰিলে।

পুনাৰ পৰা গান্ধীজীয়ে কাথিৱাৰলৈ গ'ল। তাত তেওঁ নিজৰ আত্মীয়সকলক লগ ধৰিব। বাটত ৱাধোৱান ৰে'ল ষ্টেছনত গাড়ী ৰওঁতে মতিলাল নামৰ যুৱক এজন গান্ধীজীক লগ ধৰিবলৈ আহিল। যুৱকজন পেছাত এজন দৰ্জি হ'লেও তেওঁৰ সৰহখিনি সময় সমাজ কল্যাণৰ কামত ব্যয় কৰে। তেওঁ গান্ধীজীক ৰে'লগাড়ীৰ যাত্ৰীসকলে ব্ৰিটিশ্ব ভাৰতৰ শুল্ক বিভাগৰ নানান বাধা-নিষেধৰ কাৰণে বহু দুৰ্ভোগৰ সন্মুখীন হ'ব লগা হয় বুলি ক'লে।

গান্ধীজীয়ে হঠাতে তেওঁক প্ৰশ্ন কৰিলে, "তুমি ইয়াৰ কাৰণে জে'ললৈ যাবলৈ প্ৰস্তুতনে?"

লগে লগেই মতিলালে উত্তৰ দিলে, "এৰা, গান্ধীজী, আমি প্ৰস্তুত, যদিহে আপুনি আমাক নেতৃত্ব দিয়ে। সঁচাই ক'বলৈ হ'লে কাথিৱাৰীস্বৰূপে আপোনাৰ নেতৃত্ব পাবলৈ আমি দাবী কৰিব পাৰোঁ। আপুনি আমাৰ যুৱকসকলৰ লগত চিনাকি হ'লে গম পাব যে দেশৰ কাৰণে কিবা কাম কৰিবলৈ তেওঁলোক সদায় প্ৰস্তুত।"

গান্ধীজীয়ে ক'লে, "ঠিক আছে, মই ৰাজকোটৰ পৰা উভতি আহোঁগৈ। তাৰ পিছত এই সম্পৰ্কে তদন্ত কৰি কি কৰিব পাৰোঁ চাম।"

গান্ধীজীয়ে তদন্ত কৰোঁতে বীৰংগমত থকা কাষ্টমছ্ বিভাগৰ বাধাৰ বেৰাখনৰ কাৰণে যাত্ৰীসকলৰ হোৱা দুৰ্গতিৰ কাহিনী শুনিলে। তেওঁ সকলো তথ্য সংগ্ৰহ কৰি গৱৰ্ণৰলৈ চিঠি লিখিলে। উত্তৰত গৱৰ্ণৰৰ ব্যক্তিগত চেক্ৰেটাৰীয়ে জনালে যে এই বিষয়ত তেওঁলোকে একো কৰিব নোৱাৰে। লগতে তেওঁলোকে সমস্যাটোৰ প্ৰতিকাৰৰ কাৰণে দিল্লীৰ ভাইছৰয়ৰ অফিচলৈ লিখিবলৈ পৰামৰ্শ দিলে। গান্ধীজীয়ে পৰামৰ্শমতে দিল্লীক বিষয়টোৰ প্ৰতিকাৰৰ কাৰণে লিখিলে, কিন্তু একো উত্তৰ নাপালে। পিছত ভাইছৰয় লৰ্ড চেমচ্ফোৰ্ডক লগ ধৰোঁতে গান্ধীজীয়ে তেওঁক বিষয়টো অবগত কৰোঁতে তেওঁ এই সম্পৰ্কে তদন্ত কৰাৰ প্ৰতিশ্ৰুতি দিলে। ইয়াৰ অলপ দিন পিছতেই বীৰংগমৰ সেই কাষ্টমছৰ বিধি নিষেধ উঠি গ'ল। গান্ধীজীৰ মতে ভাৰতত তেওঁৰ সত্যাগ্ৰহ আন্দোলনৰ এইটো আছিল প্ৰথম সাফল্য।

গান্ধীয়ে ৰাজকোট আৰু পোৰবন্দৰত তেওঁৰ আত্মীয়সকলক লগ ধৰিলে। তেওঁ বিশেষকৈ ডাঙৰ ককায়েক প্ৰয়াত লক্ষ্মীদাস আৰু মাজু ককায়েক প্ৰয়াত লক্ষ্মণদাসৰ পত্নীসকলক লগ পাই তেওঁলোকক অশেষ সান্ত্বনা দিলে। নামত তেওঁ এতিয়াও এই যৌথ পৰিয়ালৰ কৰ্তা, কিন্তু কামত তেওঁ ইয়াৰ পৰা বহুত দূৰৈত।

কাথিয়াৱাৰ ৰাজ্যৰ বহু ঠাইতেই সভা কৰি আৰু বিভিন্ন উপহাৰ প্ৰদান কৰি গান্ধীজী আৰু কস্তুৰবাক সম্বৰ্ধনা জনোৱা হ'ল। এনেকুৱা এখন সভাতে গান্ধীজীয়ে আকৌ শুনিলে যে তেওঁক 'মহাত্মা' বুলি জনতাই হৰ্ষধ্বনি দিছে। ঠিক একে ধৰণেই দক্ষিণ আফ্ৰিকাৰ পৰা বিদায় ল'বৰ সময়ত ডাৰ্বান চহৰত 'মহাত্মা' বুলি প্ৰথমবাৰৰ কাৰণে তেওঁক অভিহিত কৰা তেওঁ শুনিছিল। তেওঁ এইটো জানিছিল যে তেওঁক এতিয়া যিহেতু ইংৰাজীত প্ৰায়েই 'দি গ্ৰেট গান্ধী' (মহান গান্ধী) বুলি কয়, 'মহাত্মা গান্ধী' বুলি তেওঁক অভিহিত কৰিবলৈ বেছি দেৰি নহ'ব। কিন্তু তেওঁ জানো সঁচাকৈয়ে 'মহাত্মা' হোৱাৰ যোগ্য, তেওঁ জানো সঁচাকৈয়ে এই কণ্টকাকীৰ্ণ মুকুট শিৰত ল'বলৈ প্ৰস্তুত? ইয়াৰ উত্তৰ একমাত্ৰ ঈশ্বৰেহে জানে বুলি তেওঁৰ স্থিৰ বিশ্বাস।

এই সময়তে বীৰংগমৰ কাষ্টম-সংক্ৰান্ত বিষয়ত গান্ধীজীয়ে আকৌ বোম্বাই গৱৰ্ণৰ জেনেৰেলৰ প্ৰাইভেট চেক্ৰেটাৰীক লগ ধৰোঁতে, তেওঁ গান্ধীজীয়ে বাগছৰা নামৰ ঠাই এখনত বক্তৃতা দিওঁতে 'সত্যাগ্ৰহ' কথাটো ব্যৱহাৰ কৰাৰ কাৰণে সমালোচনা কৰিলে। তেওঁ ক'লে, "এয়া আপোনাৰ ভীতি-প্ৰদৰ্শন নহয়নে? আৰু আপুনি ভাবে নেকি যে কোনো শক্তিশালী গভৰ্ণমেণ্টে আপোনাৰ এই ভীতি-প্ৰদৰ্শনত সৈমান হ'ব?"

গান্ধীজীয়ে শান্ত কণ্ঠে ক'লে, "ওঁহু, এইটো ভীতি-প্রদর্শন নহয়। এইটো জনসাধাৰণক অন্যায়ৰ প্ৰতিকাৰৰ মানসে শিক্ষিত কৰি তোলা। যি দেশে নিজৰ ভৰিত থিয় হ'ব বিচাৰে, তেওঁলোকে স্বাধীনতা লাভৰ সকলো উপায় জানিব লাগিব। সাধাৰণতে শেষ প্ৰতিকাৰস্বৰূপে মানুহে হিংসাক আশ্ৰয় কৰে। কিন্তু সত্যাগ্ৰহ হৈছে এক অহিংস অস্ত্ৰ। মই ইয়াৰ ব্যৱহাৰ আৰু সীমাবদ্ধতা সম্পৰ্কে জনসাধাৰণক অৱহিত কৰা কৰ্তব্য বুলি ভাবোঁ। মোৰ সন্দেহ নাই যে ব্ৰিটিশ্ব চৰকাৰ এখন শক্তিশালী চৰকাৰ। কিন্তু মই এইটোও বিশ্বাস কৰোঁ যে সত্যাগ্ৰহ হৈছে এক সাৰ্বভৌম প্ৰতিকাৰৰ পথ।"

সেই প্ৰাইভেট চেক্ৰেটাৰীজনে মূৰ জোকাৰি উত্তৰ দিলে, "সেইটো বাৰু ভৱিষ্যতে দেখা যাব।"

গান্ধীজী তেতিয়া ফিনিক্স আশ্ৰমৰ বালকবোৰৰ চিন্তাত আকুল। আগতে কথা আছিল যে গান্ধীজীয়ে লণ্ডনৰ পৰা ভাৰতলৈ উভতি আহি সিহঁতক স্বাগত জনাবহি। কিন্তু প্ৰথম মহাযুদ্ধ আৰম্ভ হোৱা কাৰণে গান্ধীজীৰ উলটি আহোঁতে দেৰি হ'ল। ইতিমধ্যে মগনলালৰ নেতৃত্বত দক্ষিণ আফ্ৰিকাৰ পৰা ছাত্ৰৰ দল আহি গ'ল আৰু সিহঁতক ক'ত ৰখা হয় এই প্ৰশ্ন উঠিল। তেতিয়া চাৰ্লছ এণ্ড্ৰুজৰ নিৰ্দেশত দিল্লীত অধ্যক্ষ সুশীল ৰুদ্ৰৰ ঘৰত বাইছ-তেইজনীয়া সেই দলটোক ৰখাৰ ব্যৱস্থা কৰা হ'ল।

এণ্ড্ৰুজৰ মতে ৰবীন্দ্ৰনাথ ঠাকুৰ, মহাত্মা মুঞ্চিৰাম আৰু অধ্যক্ষ সুশীল ৰুদ্ৰ হ'ল ভাৰতৰ 'ট্ৰিনিটি'। এনেকুৱা মহান প্ৰাণ, সত্যনিষ্ঠ আৰু দয়ালু লোক সাধাৰণতে পোৱা নাযায়। এই আটাইকেইজনৰ লগতে এণ্ড্ৰুজৰ গভীৰ বন্ধুত্ব। ৰবীন্দ্ৰনাথেতো ইতিমধ্যে এণ্ড্ৰুজক 'দীনবন্ধু এণ্ড্ৰুজ' নাম দিছে।

অধ্যক্ষ সুশীল ৰুদ্ৰৰ যদিও কোনো আশ্ৰম নাছিল, তেওঁৰ ঘৰটো আছিল বিশাল। সেয়েহে ঘৰতে এই বালকৰ দলটোক আশ্ৰয় দিয়াত একো অসুবিধা নহ'ল। তাত আশ্ৰমৰ ল'ৰাহ'তে দক্ষিণ আফ্ৰিকাৰ আশ্ৰমত থকা যেনেই পালে। অলপ দিন অধ্যক্ষ ৰুদ্ৰৰ ঘৰত দলটো থকাৰ পিছত সিহঁতক ৰবীন্দ্ৰনাথ প্ৰতিষ্ঠিত বাংলাৰ বোলপুৰৰ 'শান্তিনিকেতন' বিদ্যালয়লৈ পঠাই দিয়া হ'ল।

শান্তিনিকেতনত ৰবীন্দ্ৰনাথে এই বিদ্যালয় স্থাপন কৰিছিল ১৯০৫ চনত মাত্ৰ পাঁচজন বালকক লৈ। তেতিয়া প্ৰধান শিক্ষক ব্ৰহ্মবান্ধৱ উপাধ্যায়ৰ অধীনত এইখন সঁচাকৈয়ে এখন ব্ৰহ্মচৰ্য আশ্ৰম আছিল। পিছত বিদ্যালয়খনৰ উদ্দেশ্যও সলনি হৈ যায় আৰু ছাত্ৰসকলক নাচ-গান, নাটক-অভিনয়, শিল্পকলা ইত্যাদিৰ মাধ্যমত সিহঁতৰ সৃষ্টিশীল মনক বিকশিত কৰাই হ'ল প্ৰধান লক্ষ্য। ১৯১৫ চনত এই বিদ্যালয়ৰ ছাত্ৰসংখ্যা আছিল ১২৫ জন।

কস্তুৰবাৰ সৈতে গান্ধীজী শান্তিনিকেতনলৈ অহাৰ সময়ত ৰবীন্দ্রনাথ তাত নাছিল, তেওঁ 'টুৰ' কৰিবলৈ বাহিৰলৈ গ'ল। কিন্তু চার্লছ এণ্ড্রুজ আৰু উইলিয়াম পিয়াৰ্ছন তাত অধ্যাপকস্বৰূপে উপস্থিত আছিল। তেওঁলোকে সাদৰেৰে গান্ধী-দম্পতীক স্বাগত জনালে। বিদ্যালয়ৰ আন শিক্ষকসকলৰ উপৰি তেতিয়া তাত ৰবীন্দ্রনাথৰ ককাইদেৱেক, দার্শনিক আৰু গণিতবিদ দ্বিজেন্দ্রনাথ ঠাকুৰো উপস্থিত আছিল। তেওঁলোক সকলোৱে গান্ধীজীক পাই আনন্দিত। আটাইতকৈ বেছি আনন্দিত হ'ল গান্ধীজীৰ ল'ৰা, ৰামদাস আৰু দেৱদাস। ইমান দিন পিচত সিহঁতে মাক-দেউতাকক লগ পাইছে। সিহঁতৰ নেতা আছিল মগনলাল গান্ধী। তেওঁৰ পৰা গান্ধীজীয়ে গম পালে যে ল'ৰাৰ দলটোৱে খুব ভাল ব্যৱহাৰ কৰিছে; বিদ্যালয়ৰ আন ছাত্রবোৰৰ লগত সিহঁতে সৌহার্দ আৰু প্রীতিৰ সম্পর্ক বজাই ৰাখিছে।

পিয়াৰ্ছন, এণ্ড্রুজ আৰু আন শিক্ষকসকলে গান্ধীজীক তন্ন তন্নকৈ বিদ্যালয়ৰ সকলো বিভাগ আৰু ঘৰবোৰ দেখুৱালে। দ্বিজেন্দ্রনাথো তেওঁলোকৰ লগতে আছিল। তেওঁ গান্ধীজীৰ বিনয় আৰু চৰিত্র-মাধুর্য দেখি মুগ্ধ। পিচত ৰবীন্দ্রনাথ ঘূৰি আহোঁতে তেওঁ ভ্রাতৃক কৈছিল, "ৰবি, চাই থাকা, এওৱেঁই ভাৰত-উদ্ধাৰ কৰিব।"

নিজে উপস্থিত থাকিব নোৱৰাৰ কাৰণে গান্ধী-দম্পতীৰ আদৰ-যত্নৰ ক্রুটি হয় বুলি ৰবীন্দ্রনাথ উদ্বিগ্ন হৈ আছিল। তেওঁ তেতিয়া এণ্ড্রুজক এখন চিঠি লিখিছিল, "আশা কৰোঁ মিঃ আৰু মিছেছ গান্ধীৰ সেৱা-যত্নৰ একো ক্রটি হোৱা নাই।"

গান্ধীজীয়েও শিক্ষকসকলৰ আন্তৰিক ব্যৱহাৰ আৰু বিদ্যালয়ৰ ল'ৰাহঁতৰ মৰম-প্রীতিৰ পৰিচয় পাই বৰ সন্তোষ পালে। তেতিয়া এই বিদ্যালয়ক আশ্রমমুখী কৰি তুলিবলৈ বহুতো ধাৰণা তেওঁৰ মনলৈ আহিছিল, কিন্তু সেইবোৰ কথা আলোচনা কৰাৰ আগতেই তেওঁ এক বেদনাদায়ক দুঃসংবাদ পালে। মহামতি গোখলেৰ পুনাত দেহাৱসান হৈছে। তেওঁ গান্ধীজীতকৈ মাথোঁ তিনিবছৰৰ ডাঙৰ আছিল।

খবৰটো শুনি অকল গান্ধীজীয়েই নহয়, সমস্ত শান্তিনিকেতনেই শোকত অভিভূত হৈ পৰিল। সেইদিনা তাত এখন শোকসভাৰ আয়োজন কৰা হ'ল। সেই সভাত গান্ধীজীয়ে গোখলেৰ লগত তেওঁৰ দীর্ঘকালীন ব্যক্তিগত পৰিচয়ৰ কথা মর্মস্পর্শীভাৱে বর্ণনা কৰিলে।

গান্ধীজীয়ে পুনাত গোখলেৰ স্মৃতিসভাত যোগদান কৰিবলৈ সেইদিনাই প্রস্তুত হ'ল। তেওঁৰ লগত যাব কস্তুৰবা আৰু মগনলাল গান্ধী।

এণ্ড্রুজ গান্ধীৰ লগত বর্ধমান ষ্টেছনলৈকে আহিল। ৰে'লগাড়ীত তেওঁ গান্ধীক সুধিলে, "আপুনি ভাবে নেকি যে ভাৰতত সত্যাগ্রহ আন্দোলনৰ সময় কেতিয়াবা আহিব?"

গান্ধীজীয়ে চিন্তান্বিতভাৱে উত্তৰ দিলে, "এইটো কোৱা বৰ কঠিন। এবছৰ মই একোৱেই কৰিব নোৱাৰোঁ। গোখলেক মই কথা দিছোঁ যে এবছৰ মই অভিজ্ঞতা আহৰণ কৰিবলৈ ভাৰত ভ্ৰমণ কৰিম আৰু জনসাধাৰণক মোৰ মনোভাবৰ বিষয়ে নজনাওঁ। আনকি এবছৰৰ পিচতো মই খৰখেদাকৈ একো নকওঁ বা নকৰোঁ। সেয়েহে মোৰ ধাৰণা যে অহা পাঁচ বছৰৰ ভিতৰত সত্যাগ্ৰহ আন্দোলনৰ কোনো সুযোগ পোৱা নাযাব।"

বৰ্ধমান ৰে'ল ষ্টেছনত গান্ধীজীয়ে তৃতীয় শ্ৰেণীত ৰে'ল ভ্ৰমণ কৰাৰ দুৰ্ভোগৰ নতুনকৈ পৰিচয় পালে। তেওঁক কোৱা হ'ল যে তৃতীয় শেণীৰ টিকট আগতীয়াকৈ কিনিব নোৱাৰি। কিন্তু যেতিয়া কাউণ্টাৰ খোলা হ'ল তেতিয়া মানুহৰ ঠেলা-হেঁচাত তেওঁ সন্মুখত থাকিও একেবাৰে শেষতহে টিকট পালে।

ৰে'লগাড়ীখন আহোঁতে থাৰ্ড ক্লাছ কম্পাৰ্টমেণ্টত উঠাটোও এটা কঠিন কাম। যিটোলৈকে তেওঁ যায়, সেইটোতে কোৱা হয়, "ছিট খালী নাই।" অৱশেষত তেওঁ ট্ৰেইনৰ গাৰ্ডৰ শৰণাপন্ন হোৱাত গাৰ্ডে নিৰ্বিকাৰভাৱে ক'লে, "আপুনি য'তে পাৰে উঠক, অথবা পিচৰ ট্ৰেইনখনত আহক।"

গান্ধীজীয়ে গাৰ্ডজনক ক'লে, "কিন্তু এইখন ট্ৰেইনতে যোৱাতো মোৰ খুব জৰুৰী।" গাৰ্ডে গান্ধীজীৰ কথালৈ কাণ নিদিলে। গান্ধীজীয়ে তেতিয়া মগনলালক য'তে পাৰে উঠিবলৈ কৈ নিজে কস্তুৰবাক লৈ ইণ্টাৰ ক্লাছ কম্পাৰ্টমেণ্টত উঠিল। টিকট ইনস্পেক্টৰে সেইটো লক্ষ্য কৰি আছিল। ৰে'লগাড়ী আছানছোল ষ্টেছনলৈ আহোঁতে সেই ইনস্পেক্টৰ আহি গান্ধীজীৰ পৰা অতিৰিক্ত ভাৰা দাবী কৰিলে।

গান্ধীজীয়ে তেতিয়া তেওঁক ক'লে, "আমাৰ স্থান বিচাৰি দিয়া আপোনাৰ কৰ্তব্য। আমি থাৰ্ড ক্লাছৰ ক'তো ঠাই নাপাইহে ইয়ালৈ আহিছোঁ। আপুনি যদি আমাৰ কাৰণে থাৰ্ড ক্লাছৰ ক'ৰবাত ঠাই উলিয়াই দিব পাৰে, আমি তেতিয়া সানন্দে তালৈ গুচি যাম।"

সেই ইনস্পেক্টৰে গম্ভীৰভাৱে ক'লে, "মই আপোনাৰ লগত তৰ্ক কৰিব নিবিচাৰোঁ। আপুনি অতিৰিক্ত ভাৰা দিবই লাগিব, নহ'লে ইয়াৰ পৰা যাব লাগিব।"

গান্ধীজীয়ে তেতিয়া সোনকালে গৈ পোৱা একান্ত প্ৰয়োজন। সেয়েহে সেই অতিৰিক্ত ভাৰা তেওঁ তেতিয়া দিব লগা হ'ল। কিন্তু তেওঁ সেই ভাৰা প্ৰতিবাদ কৰিহে দিলে।

ৰে'লগাড়ীখন ৰাতিপুৱাই মোগলচৰাই ষ্টেছন পালেগৈ। তাত মগনলালে তেওঁলোকক লগ পাবলৈ আহিল। মগনলালে এটা থাৰ্ডক্লাছ কম্পাৰ্টমেণ্টত ঠাই উলিয়াইছে আৰু গান্ধীজীকো তালৈ যাবলৈ অনুৰোধ কৰিলে। গান্ধীজীয়ে তেতিয়া কস্তুৰবাক লৈ তালৈ গ'ল।

এতিয়া সেই টিকট ইনস্পেক্টৰজনক লগ ধৰি গান্ধীজীয়ে ক'লে, "আমি এতিয়া মোগলচৰাইত থাৰ্ড ক্লাছ কম্পাৰ্টমেণ্টত উঠিছোঁ। অনুগ্ৰহ কৰি আপুনি আমাক এখন চাৰ্টিফিকেট দিয়ক যে আমি ইয়াৰ পৰা পুনালৈকে থাৰ্ড ক্লাছত গৈছোঁ।"

ইনস্পেক্টৰজনে তেনে চাৰ্টিফিকেট দিবলৈ একেবাৰে অমান্তি হ'ল। গান্ধীজীয়ে সকলো ঘটনা জনাই ৰে'লৱে ব'ৰ্ডলৈ এখন চিঠি লিখে। যথাসময়ত তাৰ পৰা চিঠিৰ উত্তৰ আহিল ঃ "কোনো চাৰ্টিফিকেট নোহোৱাকৈ অতিৰিক্ত ভাৰা প্ৰত্যাৰ্পণ কৰাৰ নিয়ম আমাৰ নাই। কিন্তু আপোনাৰ ক্ষেত্ৰত আমি এই নিয়মৰ ব্যতিক্ৰম কৰি মোগলছৰাইৰ পৰা পুনালৈকে অতিৰিক্ত যি ভাৰা লোৱা হৈছিল সেইখিনি ঘূৰাই দিছোঁ। কিন্তু বৰ্ধমানৰ পৰা মোগলছৰাইলৈকে লোৱা অতিৰিক্ত ভাৰা আমি ঘূৰাই দিবলৈ অক্ষম।"

উপৰোক্ত কথাটো চিন্তা কৰি, তেওঁ যে শাৰীৰিক অসমৰ্থতাৰ কাৰণে ইণ্টাৰক্লাছত ভ্ৰমণ কৰিব লগা হৈছিল, গান্ধীজীৰ মনত বেজাৰ বৈ গ'ল।

তেওঁ বুজিব পাৰিছিল যে ৰে'লৱে কৰ্তৃপক্ষৰ গাফিলতিৰ কাৰণেই থাৰ্ড ক্লাছৰ যাত্ৰীসকলে ইমান দুৰ্ভোগ ভুগিব লগা হয় কিন্তু যাত্ৰীসকলৰ কৰ্কশতা, লেতেৰা স্বভাৱ, অজ্ঞতা আৰু স্বাৰ্থপৰ ব্যৱহাৰো এনে অৱস্থাৰ কাৰণে কম দায়ী নহয়। দুখলগা কথা এইটোহে যে যাত্ৰীসকলে বুজিব নোৱাৰে যে তেওঁলোকে এনেদৰে অসভ্য ব্যৱহাৰ কৰে; তেওঁলোকে ভাবে যে এয়াই স্বাভাৱিক ব্যৱহাৰ। এনে অৱস্থাৰ কাৰণে শিক্ষিত সম্প্ৰদায়ো কম দায়ী নহয়।

গান্ধীজীয়ে কল্যাণ ষ্টেছনত অতি ক্লান্ত অৱস্থাত উপস্থিত হ'ল। তেওঁ আৰু মগনলালে পাইপৰ পানীৰে কোনোৰকমে গাটো তিয়াই ল'লে। তেওঁ কস্তুৰবাৰ কাৰণে পানী যোগাৰ কৰাত ব্যস্ত থাকোঁতেই 'ছাৰ্ভেণ্টছ্ অৱ ইণ্ডিয়া' ছছাইটিৰ মিঃ কাউলে তেওঁলোকক দেখা পালে অৰু ওচৰলৈ আহি কস্তুৰবাক দ্বিতীয় শ্ৰেণীৰ বাথৰুমলৈ লৈ যোৱাৰ প্ৰস্তাৱ দিলে। গান্ধীজীয়ে জানে যে তৃতীয় শ্ৰেণীৰ যাত্ৰী হিচাপে কস্তুৰবাৰ তালৈ যোৱাৰ অধিকাৰ নাই। তেওঁ অলপ ইতস্ততঃ কৰি সম্মতি দিলে। গান্ধীজীয়ে গম পালে যে বহু সময়ত পত্নীৰ স্বাৰ্থত স্বামীয়ে ধৰ্ম ধোঁৱা চাঙত তুলি থ'ব লগা হয়।

পুনালৈ গৈ গান্ধীজী, কস্তুৰবা আৰু মগনলালে 'ছাৰ্ভেণ্টছ্ অৱ ইণ্ডিয়া' ছছাইটিৰ কলনিত থাকিলেগৈ। ছছাইটিৰ সকলো সভ্যই তাত গোট খাইছে, সকলোৱেই মনোবেদনাত অভিভূত। গান্ধীজীও শোকত কাতৰ, গোখলেক তেওঁ নিজৰ জ্যেষ্ঠ ভ্ৰাতৃৰ নিচিনা জ্ঞান কৰিছিল। গোখলেৰ কথা সুঁৱৰিয়েই তেওঁ আকৌ ছছাইটিৰ সভ্য পদৰ কাৰণে আবেদন-পত্ৰ দাখিল কৰিলে। এইটোতো গোখলেৰ ইচ্ছা আছিল যে এই ছছাইটিৰ সভ্য হৈ গান্ধীজীয়ে তেওঁৰ অবৰ্তমানত সংঘৰ ভাৰ গ্ৰহণ কৰিব।

পিচ দিনা গোখলেৰ স্মৰণ-সভা আৰম্ভ হ'ল। গান্ধীজীক গভৰ্ণৰ লৰ্ড ৱিলিংডনৰ কাষতে বহিব দিয়া হ'ল। সভাপতি শ্ৰীনিৱাস শাস্ত্ৰীৰ অনুৰোধক্ৰমে গান্ধীজীয়েও মঞ্চলৈ গৈ গোখলে সম্পৰ্কে অলপ কথা ক'লে। তেওঁ বিশেষকৈ দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় সমস্যাৰ সমাধানৰ প্ৰচেষ্টাত গোখলেৰ অৱিহণাৰ আৰু তেওঁৰ প্ৰতি গোখলেৰ অকুণ্ঠ স্নেহ-প্ৰেমৰ কথা উল্লেখ কৰিলে।

'ছাৰ্ভেণ্টছ্ অৱ ইণ্ডিয়া' ছছাইটিৰ সভাত গান্ধীজীৰ আবেদন-পত্ৰ কিন্তু সৰ্বসন্মতিক্ৰমে গৃহীত নহ'ল। অৱশ্যে সংখ্যাগৰিষ্ঠ সভ্যই গান্ধীজীক সদস্য হিচাপে গ্ৰহণ কৰাৰ সপক্ষে আছিল। আন কেইজনমানৰ মতে গান্ধীজীয়ে এই সমিতিত সভ্য হিচাপে যোগদান কৰিলে হয়তো সমিতিৰ সভ্যসকলৰ মাজত বিভেদ সৃষ্টি হ'ব, কিয়নো তেওঁৰ মতৰ লগত কাৰো কাৰো মতৰ অমিল হ'ব পাৰে। আচলতে বহুতেই তেতিয়া গান্ধীজীৰ সত্যনিষ্ঠা আৰু স্পষ্টবাদিতাক মনে মনে ভয় কৰিছিল। গান্ধীজীয়ে যে কলনিৰ অপৰিষ্কাৰ পায়খানা নিজ হাতে চাফা কৰিবলৈ আৰম্ভ কৰিছিল, সেই কথাও তেওঁলোকে পাহৰা নাই।

গান্ধীজীয়ে যেতিয়া গম পালে যে তেওঁৰ আবেদন-পত্ৰ সৰ্ব-সন্মতিক্ৰমে গৃহীত নহ'ব, তেওঁ সেইখন তেতিয়া প্ৰত্যাহাৰ কৰিবলৈ সিদ্ধান্ত ল'লে। সেই উদ্দেশ্যৰে তেও সমিতিৰ সভাপতি শ্ৰীনিৱাস শাস্ত্ৰীক চিঠি দিলে। তাৰ পিচত তেওঁ কস্তুৰবা আৰু মগনলালৰ সৈতে শান্তিনিকেতনলৈ বুলি যাত্ৰা কৰে।

এইবাৰ শান্তিনিকেতনত গান্ধীজীক অভ্যৰ্থনা জনাবলৈ ৰবীন্দ্ৰনাথ স্বয়ং উপস্থিত আছিল। তেওঁৰ লগত আছিল এণ্ড্ৰুজ আৰু পিয়াৰ্ছন আৰু স্কুলৰ ভাৰতীয় শিক্ষকসকল।

ৰবীন্দ্ৰনাথক দেখি গান্ধীজী চমকিত হ'ল। দীৰ্ঘকায়, শ্বেত শ্মশ্ৰু আৰু কেশ, পিন্ধনত দীৰ্ঘ চোগা— তেওঁক দেখি গান্ধীজীৰ ভাব হ'ল যে এওঁ বোধকৰোঁ প্ৰাচীন ভাৰতৰ তপোবনৰ কোনোবা ঋষি, ধৰা-ধামত মানৱ-শিক্ষাৰ কাৰণেই আবিৰ্ভূত হৈছে।

লাহে লাহে শান্তিনিকেতনত গান্ধীজীৰ লগত ৰবীন্দ্ৰনাথৰ অন্তৰংগ সম্পৰ্ক স্থাপিত হ'ল। ৰবীন্দ্ৰনাথে বুজি পালে যে তেওঁৰ জ্যেষ্ঠ ভ্ৰাতৃ দ্বিজেন্দ্ৰনাথে ঠিকেই কৈছিল, এওঁ সঁচাকৈয়ে এজন মহাত্মাসম ব্যক্তি। কেইদিনমান পিচতে গান্ধীজীয়ে ৰবীন্দ্ৰনাথক আন সকলো আশ্ৰমবাসীৰ দৰে 'গুৰুদেব' বুলি সম্বোধন কৰা আৰম্ভ কৰিলে আৰু ৰবীন্দ্ৰনাথে তেওঁক ক'ব ধৰিলে 'মহাত্মাজী' বুলি।

গান্ধীজীয়ে শান্তিনিকেতনত যিবোৰ সংস্কাৰ কৰাৰ কথা ভাবিছিল, সেইবোৰ তেতিয়া তেওঁ ৰবীন্দ্ৰনাথৰ অনুমতি লৈ সাধন কৰাত ব্ৰতী হ'ল। তেওঁৰ তেতিয়া স্থিৰ প্ৰত্যয় আছিল যে শান্তিনিকেতনক ফিনিক্স আশ্ৰমৰ গঢ়লৈ ৰূপান্তৰিত কৰিলে ছাত্ৰ

আৰু শিক্ষকসকলৰ কল্যাণ হ'ব। তেওঁ শিক্ষকসকলৰ এখন সভা আহ্বান কৰি তেওঁলোকক ক'লে, যে যদিহে ৰন্ধন কাৰ্যৰ কাৰণে বাহিৰৰ ৰান্ধনিৰ ব্যৱহাৰ নকৰি শিক্ষক-ছাত্ৰ লগ লাগি প্ৰতিদিনে ৰন্ধাৰ ব্যৱস্থা কৰে, তেতিয়া ছাত্ৰসকলেও যথেষ্ট পুষ্টিকৰ খাদ্য খাবলৈ পাব। শিক্ষকসকলেও গম পাব কেনেকৈ স্বাস্থ্যকৰভাৱে বস্তুবোৰ ৰন্ধা হৈছে। পৰিষ্কাৰকৰণৰ কামতো ছাত্ৰসকলক নিয়োগ কৰিলে সিহঁতে স্বাস্থ্যবিধি সম্পৰ্কে অবহিত হ'ব। এই বিষয়ত গান্ধীজীয়ে নিজেই ছাত্ৰসকলক পাইখানা কেনেকৈ পৰিষ্কাৰ কৰিব লাগে দেখুৱাই দিলে। যদিও এণ্ড্ৰুজসহ বহুতেই এইবোৰ সংস্কাৰত আপত্তি তুলিছিল, তথাপি গান্ধীজীৰ যুক্তিপূৰ্ণ কথা-বাৰ্তাত পতিয়ন গৈ পৰিশেষত সকলোৱে তেওঁৰ পৰিকল্পনা গ্ৰহণ কৰিলে। স্থিৰ হ'ল ১৯১৫ চনৰ ১০ মাৰ্চৰ পৰা এই সংস্কাৰবোৰ আৰম্ভ কৰা হ'ব।

আশ্ৰমবাসীসকলৰ মাজত উইলিয়াম পিয়াৰ্ছনে অত্যন্ত উৎসাহেৰে ৰন্ধন কামৰ ভাৰ ল'লে আৰু এই কামত ছাত্ৰসকলেও উজান দিলে। গান্ধীজীয়ে তেতিয়া বাথৰুম-পাইখানা পৰিষ্কাৰৰ কাম ছাত্ৰসকলক কৰি দেখুৱালে।

পিচত শান্তিনিকেতনত ১০ মাৰ্চ তাৰিখটোক কোৱা হয় 'গান্ধী-দিবস' বুলি।

* * *

গান্ধীজীয়ে তেওঁৰ পৰম বন্ধু ডাঃ প্ৰাণজীৱন মেহতাৰ আমন্ত্ৰণ গ্ৰহণ কৰি বৰ্মাৰ ৰাজধানী ৰেংগুন চহৰ আকৌ এবাৰ দৰ্শন কৰিবলৈ যোৱাৰ পথত কলকাতালৈ আহিল। লগত কস্তুৰবাৰ উপৰি এইবাৰ হৰিলাল আৰু ৰামদাস। ইয়াত তেওঁলোকে কংগ্ৰেছ নেতা ভূপেন্দ্ৰ নাথ বসুৰ অতিথি হ'ল। গান্ধীজী যিদিনা তালৈ আহিল, তাৰ আগৰ দিনা গোটেই নিশাতো ঘৰৰ মহিলাসকল সাৰে থাকি নানান ফল কাটি আৰু বাদামৰ খোলা গুচাই সজাই থৈছিল। বাদামো আছিল বিভিন্ন ধৰণৰ ঃ আখৰোট, কাগজি বাদাম, চীনা বাদাম, কাজু বাদাম ইত্যাদি ইত্যাদি। এইবোৰ দেখি গান্ধীজীয়ে তেওঁৰ মন্তব্যৰে এজন বন্ধুলৈ লিখিলে, "বহু সময়ত এজন কৃচ্ছ্ৰসাধনকাৰী ব্যক্তিৰ আহাৰো বেছ ব্যয়সাধ্য হৈ উঠে।"

এই সময়তে গান্ধীজীৰ ডাঙৰ ল'ৰা হৰিলালে গান্ধীজীৰ কথা শুনি শান্তিনিকেতনত তেওঁলোকৰ সৈতে আছিল। কিন্তু কলকাতালৈ আহি সি বিদ্ৰোহ ঘোষণা কৰিলে। সি ক'লে যে গান্ধীজীৰ 'স্বেৰাচাৰী' আচৰণ সি আৰু সহ্য নকৰিব। এই সময়তে পিতা-পুত্ৰৰ মাজত তুমুল বাকবিতণ্ডা হয় আৰু অৱশেষত বন্ধুত্বপূৰ্ণ পৰিবেশত হৰিলাল গুচি গ'ল। গান্ধীজীয়ে তেতিয়া তেওঁৰ ডায়েৰীত লিখিলে,

“হৰিলালে শেষ বাৰৰ কাৰণে বিচ্ছেদ ঘটোৱাৰ সিদ্ধান্ত ল’লে।” মগনলাল আৰু ছগনলালৰ ভ্ৰাতৃ নাৰায়ণদাসক তেওঁ এই সময়ত চিঠি লিখিলে এনেদৰে ঃ

“হৰিলালৰ লগত মোৰ সম্পূৰ্ণ বিচ্ছেদ হৈ গৈছে। সি মোৰ পৰা আৰু কোনো আৰ্থিক সাহায্য নাপাব। মই তাক ৪৫ টকা দিছোঁ আৰু সি কলকাতাৰ পৰা গুচি গৈছে। আমাৰ মাজত কোনো তিক্ততাৰ সৃষ্টি হোৱা নাই। সি মোৰ কোনো কিতাপ বা পোছাক বিচাৰিলে দিবা।”

ইয়াৰ পিচতো মাজে মাজে হৰিলালক গান্ধীজীয়ে লগ পাইছে। কিন্তু পুৰণা ক্ষত আৰু নিৰাময় নহ’ল। হৰিলাল গান্ধীজীৰ পৰা আঁতৰি গ’ল।

কলকাতাত থকাৰ সময়তে এখন ছাত্ৰসভাত বক্তৃতা দিবলৈ গান্ধীয়ে আমন্ত্ৰণ পালে। যদিও তেওঁ গোখলেক প্ৰতিশ্ৰুতি দিছিল যে এবছৰৰ ভিতৰত তেওঁ মুকলিকৈ কোনো বক্তৃতা নিদিয়ে, তথাপি ছাত্ৰসকলৰ সন্মুখত তেওঁৰ মতামত প্ৰকাশৰ প্ৰলোভন সংবৰণ কৰিব নোৱাৰিলে। তেওঁ ছাত্ৰসকলক ক’লে, “ৰাজনীতি ছাত্ৰ সমাজৰ কাৰণে কেতিয়াও ছীল-মোহৰেৰে বন্ধা কিতাপ নহ’ব, কিন্তু ৰাজনীতি ধৰ্মৰ পৰাও পৃথক হৈ নাথাকিব। মই জানো যে আমাৰ দেশৰ বহুতো ছাত্ৰ দেশপ্ৰেমত উদ্দীপিত, কিন্তু তেওঁলোকে নাজানে কেনেকৈ তেওঁলোকৰ এই ভাব কামত লগাব পাৰিব। তেওঁলোক ঈশ্বৰৰ ভয়ত ভীত নহয়, বৰঞ্চ মানুহৰ ভয়ত ভীত। সেয়েহে তেওঁলোকে বহু সময়ত গৰ্হিত কাম কৰে। কিন্তু মই যদি আজি ৰাজদ্ৰোহ কৰিব বিচাৰোঁ তেনেহ’লে সেইটো উচ্চকণ্ঠে কম আৰু তাৰ ফলাফল মূৰ পাতি ল’ম। আমাৰ দেশৰ যুৱকসকলৰ দেশৰ কল্যাণ সাধিবৰ কাৰণে যদি কিবা পৰিকল্পনা থাকে, সেয়া জনসাধাৰণৰ সন্মুখত দাঙি ধৰা উচিত। মই আৰু বেছি একো নকওঁ, মাথোঁ ইয়াকে কওঁ যে আপোনালোকে ধাৰ্মিক হওক আৰু, ধৰ্ম আৰু নীতিৰ দ্বাৰা পৰিচালিত হওক। মই আপোনালোকৰ নিৰ্দেশ মানি চলিবলৈ ৰাজী আছোঁ আৰু প্ৰয়োজন হ’লে প্ৰাণ বিসৰ্জন দিবলৈকো প্ৰস্তুত। কিন্তু আপোনালোকে যদি হিংসাবৃত্তি গ্ৰহণ কৰে, তেনেহ’লে আপোনালোকৰ বিৰুদ্ধেই মই সংগ্ৰাম চলাই যাম।”

উপস্থিত ছাত্ৰসকলে ডাঙৰকৈ হাত-চাপৰি মাৰি গান্ধীজীৰ সেই ভাষণ সমৰ্থন কৰিলে।

পিচ দিনা গান্ধীজীয়ে কস্তুৰবা আৰু ৰামদাসক লগত লৈ ৰেংগুন অভিমুখে যাত্ৰা কৰিলে।

গান্ধীজী আৰু তেওঁৰ পৰিয়াল থাৰ্ড ক্লাছৰ টিকটধাৰী পেচেঞ্জাৰ। ডেকৰ ওপৰত ভাৰতীয় যাত্ৰীসকলে কৰা অপৰিচ্ছন্ন অৱস্থা দেখি গান্ধীজী অতিশয় দুঃখিত হ’ল। চাৰিওফালে বস্তু-বাহানি, চুটকেচ-বাকচ খেলিমেলি হৈ পৰি আছে, য’তে ত’তে

পাণৰ পিক, য'ত বহিছে তাতে যাত্রীয়ে থুই পেলাইছে— এইবোৰ দেখি গান্ধীজীৰ বিতৃষ্ণা ভাব হ'ল। পাইখানাৰ অৱস্থা নাই— তদুপৰি কিছুমান যাত্রীয়ে বাথৰুমকে পাইখানা হিচাপে ব্যৱহাৰ কৰিছে। গান্ধীজীয়ে ঠিক কৰিলে যে এই বিষয়ে তেওঁ জাহাজ কোম্পানীলৈ লিখিব, যাতে তেওঁলোকৰ মানুহে নিয়মিতভাৱে এইবোৰ পৰিষ্কাৰ কৰি দিয়ে।

গান্ধীজীয়ে এয়া দ্বিতীয়বাৰৰ বাবে ডাঃ মেহতাৰ ৰেংগুনৰ বাস-গৃহলৈ আহিল। জাহাজঘাটলৈ ডাঃ মেহতাই গাড়ী লৈ আহিছিল। তেওঁ গান্ধী পৰিয়ালক লৈ পোনে পোনে লুইছ্-ষ্ট্রীটৰ তেওঁৰ বিৰাট বাস-গৃহলৈ লৈ আহিল। সকলোবোৰ দেখি গান্ধীজীৰ ধাৰণা হ'ল যে চিকিৎসা ব্যৱসায়ৰ উপৰি ডাঃ মেহতাৰ মূল্যবান পথাৰৰ ব্যৱসায় ভালেই চলিছে।

ডাঃ মেহতাৰ ঘৰলৈ গৈ বিশ্রাম লোৱাৰ পিচত গান্ধীজীয়ে ডাঃ মেহতাৰ লগত কথা-বতৰা পতা আৰম্ভ কৰিলে। গান্ধীজীয়ে তেতিয়া ডাঃ মেহতাক হৰিলালৰ লগত তেওঁৰ বিচ্ছেদৰ কথা ক'লে। শুনি ডাঃ মেহতা খুব দুঃখিত হ'ল। তেওঁ গান্ধীজীৰ মনত পৰা বিসয়টো আনফালে ঢাল খুৱাবলৈ ৰায়চাঁদজীৰ প্রসংগ উত্থাপন কৰিলে। তেৱেঁই গান্ধীজীক ৰায়চাঁদজীৰ লগত প্রথমবাৰৰ বাবে পৰিচয় কৰি দিছিল। তেওঁৰ অকাল মৃত্যুত সকলো আত্মীয়-স্বজন মর্মাহত।

ডাঃ মেহতাই ক'লে, "মোৰ আটাইতকৈ ভাল লাগিছিল তেওঁৰ আধ্যাত্মিক মনোভাব। সকলো কথাই তেওঁ আধ্যাত্মিক দৃষ্টিকোণেৰে চায়।

গান্ধীজীয়ে অলপ স্মৃতিচাৰণ কৰি ক'লে, "মোৰ জীৱনৰ বহুতো আধ্যাত্মিক সংকটৰ সময়ত হিন্দুধর্মৰ বিষয়ে নানান ধর্মগ্রন্থ আৰু ধর্মোপদেশ দি তেওঁ মোৰ সংশয় মোচন কৰিছিল। বিশেষকৈ যেতিয়া খ্রীষ্টান মিছনেৰিসকলে মোক খ্রীষ্টান ধর্মত দীক্ষিত কৰিবলৈ আপ্রাণ চেষ্টা কৰিছিল, ৰায়চাঁদজীৰ ধর্মোপদেশে তেতিয়া মোৰ যথেষ্ট উপকাৰ কৰিছিল।" গান্ধীজীয়ে লাহে লাহে ক'লে, "সেই চিঠি-পত্র আৰু শাস্ত্রগ্রন্থ নাপালে মই যে কি কৰিলোহেঁতেন ক'ব নোৱাৰোঁ, হয়তো খ্রীষ্টধর্মকে গ্রহণ কৰি পেলালোহেঁতেন।"

ডাঃ মেহতাই হাঁহি হাঁহি ক'লে, "তেতিয়া হয়তো নিজৰ নাম বিকৃত কৰি আপোনাৰ চিনাকি হ'লহেঁতেন 'জি-মোহন' বুলি। হয়তো পিতৃদত্ত নাম সম্পূর্ণৰূপে সলনি কৰি নাম ল'লেহেঁতেন 'জন' বা 'ডেভিদ'।

গান্ধীজীয়ে মিচিকিয়াই ক'লে, "তেতিয়া এনে এটা নাম লৈ দক্ষিণ আফ্রিকাৰ সত্যাগ্রহ আন্দোলন পৰিচালনা কৰিব নোৱাৰিলোহেঁতেন। ৰায়চাঁদজীয়ে হিন্দু ধর্মৰ অহিংস নীতি মোক ভালদৰে শিকাইছিল। তেনেকৈয়ে মই অহিংস প্রতিৰোধৰ ধাৰণা

পালোঁ। মই এতিয়া ভাবোঁ যে ভাৰতৰ স্বৰাজ আহিব সত্যাগ্ৰহ আন্দোলনৰ মাধ্যমেৰেই।"

ডাঃ মেহতাই গান্ধীজীক উৎসাহিত কৰি ক'লে. "ম'ৰ পাৱাৰ টু ইউ।"

ৰেংগুনত গান্ধী-পৰিবাৰ প্ৰায় এসপ্তাহ থাকিল। ঘূৰি আহোঁতে জাহাজৰ ডেক্ পৰিষ্কাৰ। গান্ধীয়ে মিচিকিয়ালে। তেওঁৰ চিঠিৰ তেনেহ'লে অলপ ফল পোৱা গৈছে। এইবাৰ তেওঁলোক আকৌ কলকাতালৈ উভতি আহিছে। তাৰ পৰা আকৌ শান্তিনিকেতন।

এইবাৰো ৰবীন্দ্ৰনাথে নিজে উপস্থিত থাকি গান্ধী-পৰিবাৰক স্বাগত জনালে।

কিন্তু তালৈ গৈ গান্ধীজীয়ে এটা দুঃসংবাদ শুনিলে। ভাৰতীয় শিক্ষকসকলে এণ্ড্ৰুজ আৰু পিয়াৰ্ছনক ব্ৰিটিশ্বৰ গুপ্তচৰস্বৰূপে সন্দেহ কৰিছে, তেওঁলোকে হেনো ভাৰতীয়সকলৰ সম্পৰ্কে সংবাদ সংগ্ৰহ কৰিছে। আচলতে ঘটনাটোত গান্ধীও অলপ জড়িত হৈ পৰিল এই কাৰণেই যে, পিয়াৰ্ছনক তেওঁ ছাত্ৰসকলৰ ৰান্ধনি ঘৰৰ কামৰ ভাৰ দিছিল। এই কামত অন্যান্য শিক্ষকসকলে ভাবিলে যে ইয়াৰ দ্বাৰা তেওঁলোকৰ কৰ্তৃত্ব ক্ষুণ্ণ হৈছে। ফলত এই গুজবৰ সৃষ্টি।

গান্ধীজীয়ে তেতিয়া ৰবীন্দ্ৰনাথৰ অনুমতিক্ৰমে শিক্ষকসকলৰ এখন সভা পাতিলে। সভাত ৰবীন্দ্ৰনাথ নিজেও উপস্থিত আছিল। সভাত গান্ধীজীয়ে ক'লে যে শিক্ষকসকলৰ সন্দেহ সম্পূৰ্ণ অমূলক। এণ্ড্ৰুজ আৰু পীয়াৰ্ছন দুয়োজনেই ভাৰতৰ শুভাকাঙ্ক্ষী আৰু দুয়োজনেই ভাৰতীয় ছাত্ৰসকলৰ শিক্ষাৰ উন্নতিকল্পে জীৱন উৎসৰ্গ কৰিছে। ৰবীন্দ্ৰনাথেও গান্ধীজীৰ মত সমৰ্থন কৰিলে।

তেতিয়াই স্থিৰ হ'ল যে ফিনিক্স আশ্ৰমৰ বালকসকলে গান্ধীজীৰ লগতে আশ্ৰম এৰি যাব আৰু গান্ধীজীয়ে তেওঁলোকক লৈ যাব।

গান্ধীজীয়ে শান্তিনিকেতনবাসীক আতিথেয়তাৰ কাৰণে অশেষ ধন্যবাদ জনালে।

দীনবন্ধু এণ্ড্ৰুজেই তেতিয়া ছাত্ৰসকলক মহাত্মা মুন্সীৰামৰ আশ্ৰমলৈ লৈ যোৱাৰ পৰামৰ্শ দিলে। মুন্সীৰামজীৰ লগত এই বিষয়ে যোগাযোগ কৰাত তেওঁ সানন্দেই ছাত্ৰসকলৰ ব্যৱস্থা কৰিবলৈ সন্মত হ'ল।

মহাত্মা মুন্সীৰামে, যি গৰাকীক পৰৱৰ্তীকালত স্বামী শ্ৰদ্ধানন্দ নামে খ্যাত হৈছিল, হিমালয়ৰ পাদদেশত তেওঁ ভাৰতীয় ছাত্ৰসকলৰ কাৰণে 'গুৰুকুল' নামে এখন স্কুল স্থাপন কৰিছিল। ইয়াত ছাত্ৰসকলক প্ৰাচীন ভাৰতীয় আদৰ্শেৰে শিক্ষা দিয়া হয়। সংবাদ পাই তেওঁ নিজে আহি গান্ধীজীক সম্বৰ্ধনা জনালে আৰু ছাত্ৰসকলক সাদৰেৰে গ্ৰহণ কৰিলে।

গান্ধীজীয়ে মহাত্মা মুন্সীৰামক দেখি অলপ চমকিত হ'ল। বিশাল-দেহী লোক,

তেওঁৰ শৰীৰৰ পৰা আত্মাৰ পবিত্ৰতা যেন নিগৰি পৰিছে। তেওঁ তেতিয়া ভাৰতৰ এজন খ্যাতনামা জাতীয়তাবাদী নেতা হিচাপেও অতি বিখ্যাত। সেই ৰবীন্দ্ৰনাথ, আচাৰ্য সুশীল ৰুদ্ৰৰ লগত এণ্ড্ৰুজে বৰ্ণনা কৰা 'ট্ৰিনিটি'ৰ এওঁ অন্যতম সদস্য।

গান্ধীজীৰ এই 'গুৰুকুল আশ্ৰম' খুব ভাল লাগিল। এবাৰতো তেওঁ মনে মনে ঠিকেই কৰি পেলাইছিল যে এই আশ্ৰমৰ ওচৰতে তেওঁৰ আশ্ৰম প্ৰতিষ্ঠা কৰিব। এই শান্ত আৰু পবিত্ৰ পৰিৱেশত তেওঁৰ আশ্ৰমৰ কাম-বন অতিশয় ভালদৰে সম্পাদিত কৰিব পৰা যাব। কিন্তু আশ্ৰম প্ৰতিষ্ঠাৰ অন্যান্য দিশো আছে। সেই সকলোবোৰৰে সম্যক পৰ্যালোচনা নকৰাকৈ মাথোঁ প্ৰাকৃতিক শোভাৰ কাৰণেই আশ্ৰম প্ৰতিষ্ঠা কৰা উপযুক্ত কাম নহ'ব।

কস্তুৰবাৰ লগত গান্ধীজীয়ে তাৰ পৰা ৰে'লগাড়ীত উঠি দিল্লী অভিমুখে যাত্ৰা কৰিলে। তেওঁৰ কুৰ্তা-পাগুৰি বহুত দিন আগতে এৰিলে। এতিয়া পাগুৰিৰ পৰিৱৰ্তে তেওঁ সস্তীয়া কাশ্মিৰী কাপোৰৰ এটা টুপী মূৰত পিন্ধিছে। তেওঁ পৰিধানত এতিয়া ভাৰতীয় দুখীয়া ব্যক্তিসকলৰ লগত একো প্ৰভেদ নাই। দাদাকৰ স্মৃতিৰ উদ্দেশ্যে তেওঁ পাদুকাও বিসৰ্জন দিছে। সুদা ভৰিৰে তেওঁ ফুৰাচকা কৰে। এইজনেই যে আগৰ চাহাবী পোছাকৰ গান্ধী, সেয়া এতিয়া একেবাৰেই ক'ব নোৱাৰি।

এইবাৰো তেওঁ কস্তুৰবাৰ সৈতে তৃতীয় শ্ৰেণীৰ কম্পাৰ্টমেণ্টত উঠিল। একেই ভিৰ, মানুহৰ কোলাহল, ট্ৰেইনৰ ছিটি লৈ কড়া-আঁজোৰা— সকলোবোৰেই তেওঁলোকে সহ্য কৰিব লগা হ'ল। সৌভাগ্যক্ৰমে যাত্ৰীসকলৰ দুজনমানে গান্ধীজীক চিনি পাই তেওঁলোকৰ কাষতে গান্ধীজী আৰু কস্তুৰবাৰ কাৰণে ঠাই উলিয়াই দিলে। ডবাটোৰ আন যাত্ৰীসকলে যেতিয়া গান্ধীজীৰ প্ৰকৃত পৰিচয় পালে, তেওঁলোক বিস্মিত নোহোৱাকৈ নোৱাৰিলে। ভাৰতবিখ্যাত নেতা এই অৱস্থাত তেওঁলোকৰ লগত উঠিছে! যাত্ৰীসকলে নিজৰ ব্যৱহাৰৰ কাৰণে নিজেই অলপ অপ্ৰস্তুত আৰু লজ্জিত হ'ল।

দিল্লীত গান্ধীজীয়ে কস্তুৰবাৰ সৈতে অধ্যক্ষ সুশীল ৰুদ্ৰৰ আতিথ্য গ্ৰহণ কৰিছিল। অধ্যক্ষ ৰুদ্ৰৰ লগতে তেওঁলোকে ৰে'ড ফ'ৰ্ট আৰু কুতুবমিনাৰ প্ৰথমবাৰৰ কাৰণে চালে। অধ্যক্ষ ৰুদ্ৰই গান্ধীজীৰ সন্মানাৰ্থে পতা এক সমাৱেশত দিল্লীৰ গণ্যমান্য নেতাসকলৰ লগত তেওঁৰ পৰিচয় কৰাই দিলে। এওঁলোকৰ মাজত হামিদ আজমল খান আৰু ডাঃ মুখতাব আহমেদ আনছাৰি আছিল অন্যতম।

কস্তুৰবাৰ সৈতে গান্ধীজীয়ে দিল্লীৰ পৰা মাদ্ৰাজ চহৰলৈ আহিল এপ্ৰিল মাহৰ মাজ ভাগত।

ৰে'ল ষ্টেছনত অভ্যৰ্থনা কমিটিৰ বিশিষ্ট সদস্যসকলে প্ৰথম আৰু দ্বিতীয় শ্ৰেণীৰ

কম্পার্টমেণ্টত গান্ধীজীক বিচাৰি বিফল মনোৰথ হৈ সৰ্বশেষত পালেগৈ তৃতীয় শ্ৰেণীৰ এক কম্পার্টমেণ্টত— ক্ষীণকায়, নগ্নপদ, কৃষকৰ বস্ত্ৰ-পৰিহিত গান্ধীজীক। প্লেটফৰ্মত নামোতেই তেতিয়া তেওঁক পিন্ধোৱা হ'ল ডিঙিত ফুলৰ মালা, দেহত মূল্যৱান আলোৱান। চাৰিওফালে মুখৰিত হ'ল 'মহাত্মা গান্ধী জিন্দাবাদ', 'মিষ্টাৰ এণ্ড্ মিছেছ্ গান্ধী জিন্দাবাদ' ধ্বনিৰে। ছাত্ৰসকলে গান্ধী-দম্পতীৰ কাৰণে প্ৰস্তুত হৈ থকা ঘোঁৰাগাড়ীৰ পৰা ঘোঁৰা এৰি দি নিজেই টানিব ধৰিলে।

গান্ধীজীৰ কাৰণে নিৰ্দিষ্ট কৰা এপার্টমেণ্টত অলপ আচবাব থোৱা হৈছিল। গান্ধীজীৰ নিৰ্দেশত সেইবোৰ আঁতৰাই মাত্ৰ দুখন চাৰপাই ৰখা হ'ল।

গান্ধীজীৰ সম্মানাৰ্থে ভিক্টোৰিয়া হলত এখন সম্বৰ্ধনা সভাৰ আয়োজন কৰা হৈছিল। সভাখনত পৌৰোহিত্য কৰিছিল 'ইণ্ডিয়া ছাউথ আফ্ৰিকা লীগ'ৰ চেক্ৰেটাৰী মিঃ নাটেছনে। তেওঁ থিয় হৈ সেই কমিটিৰ ভাষণ পঢ়ি শুনালে, "আমাৰ ভাৰতবৰ্ষত যিসকল মহান ব্যক্তিয়ে সেৱা আগবঢ়াইছে, তেওঁলোকৰ অতি নগণ্য সংখ্যকেহে আপোনাৰ তুল্য সেৱা কৰিছে। আপুনি বৰ্তমান প্ৰজন্মৰ সাধুতা আৰু গভীৰ জ্ঞানৰ প্ৰতীক। শ্ৰীমতী গান্ধীয়েও আমাৰ দৃষ্টিত স্ত্ৰীসুলভ গুণ-সমন্বিতা হৈ স্বামীৰ অনুসৰণ কৰিছে আৰু তেওঁৰ সমানে দাৰিদ্য, আনন্দ আৰু দুঃখভোগ কৰিছে গৃহত, জে'লত আৰু পদযাত্ৰাত।"

গান্ধীজীয়ে এই সংবৰ্ধনাৰ সমিধানত ক'লে যে দক্ষিণ আফ্ৰিকাত ভাৰতীয় আন্দোলনৰ বিজয়লাভৰ কাৰণে তেওঁক যি কৃতিত্ব দিয়া হয়, সেয়া তেওঁৰ প্ৰাপ্য নহয়। সেয়া প্ৰাপ্য সেইসকল অশিক্ষিত আৰু সৰলমনা চুক্তিবদ্ধ শ্ৰমিকৰ, যিসকলে সকলো বাধা-বিঘিনি আওকাণ কৰিছিল আৰু বহুতে সেই আন্দোলনত প্ৰাণ বিসৰ্জনো দিছিল। তেওঁলোকেই এই বিজয়ৰ প্ৰকৃত নায়ক— সেই ওঠৰ বছৰীয়া নাগাপ্পান আৰু নাৰায়ণ স্বামী, সেই ষোল্ল বছৰীয়া ভেলিয়াম্মা— যিসকলে উভতি চোৱা নাছিল, নিজৰ জীৱন এই সত্যাগ্ৰহ আন্দোলনৰ যজ্ঞত আহুতি প্ৰদান কৰিছিল।

সমস্ত মাদ্ৰাছ চহৰেই যেন গান্ধীজীৰ কাৰণে দুৱাৰ খুলি দিলে। তেওঁ য'লৈকে যাওক, তাতেই তেওঁক আৱৰি উদ্বেলিত জনতা, তাতেই সেই ধ্বনি, 'মহাত্মা গান্ধী জিন্দাবাদ'। তেওঁলোকৰ দৃঢ় ধাৰণা যে তেওঁলোকৰ পুত্ৰ-কন্যাই দক্ষিণ আফ্ৰিকাত অশেষ নিৰ্যাতন ভোগ কৰাৰ পিচত যি মুক্তিৰ স্বাদ পাইছে, তাৰ কাৰণে সমস্ত কৃতিত্ব গান্ধীজীৰেই। তেওঁলোকৰ দৃষ্টিত গান্ধীজী হ'ল 'লাৰ্জাৰ দেন লাইফ'— জীৱনতকৈও ডাঙৰ— এগৰাকী মহান পুৰুষ; তেওঁ এই ধৰাধামত আৱিৰ্ভূত হৈছে মানৱ-ত্ৰাণৰ উদ্দেশ্যে।

দুদিন পিছত 'মাদ্ৰাজ বাৰ এছোছিয়েশ্যন'ৰ বছৰেকীয়া ভোজসভাত গান্ধীজীক

বহুৱাইছিল এড্‌ভোকেট জেনেৰেলৰ কাষতে। তেওঁক ব্রিটিশ্ব সাম্রাজ্যৰ কল্যাণৰ হকে 'টোষ্ট' কৰিবলৈ অনুৰোধ কৰোঁতে তেওঁ ক'লে ঃ

"মই জানো যে এজন অহিংস প্রতিৰোধকাৰীয়ে যি কোনো প্রৰোচনাতে সকলো কামেই অহিংসভাৱে পালন কৰিব লাগিব। মই আবিষ্কাৰ কৰিছোঁ যে ব্রিটিশ্ব সাম্রাজ্যৰ কেইটামান গুণ আছে, আৰু মই সেইবোৰৰ প্রেমত পৰি গৈছোঁ। এই গুণবোৰৰ ভিতৰত এটা হৈছে এয়ে যে ব্রিটিশ্ব সাম্রাজ্যৰ প্রতিজন প্রজাৰ প্রতিভা আৰু শক্তি বিকাশৰ পূর্ণ-স্বাধীনতা আছে। মই ভাবোঁ ব্রিটিশ্ব সাম্রাজ্যৰ ক্ষেত্রত যিটো এটা সত্য, সেইটো আন কোনো চৰকাৰৰ ৰাজত্বতে নাই... আপোনালোকে বোধকৰোঁ জানে যে মই কোনো চৰকাৰৰ প্রেমিক নহয় আৰু মই বহুবাৰ কৈছোঁ যে চৰকাৰে যিমান কম শাসন কৰে, সিমানেই উত্তম। মোৰ ধাৰণা এয়ে যে ব্রিটিশ্ব সাম্রাজ্যৰ অধীনতে আমাক আটাইতকৈ কম শাসন কৰা সম্ভৱ।

### পঞ্চবিংশ অধ্যায়

# সত্যাগ্ৰহ আশ্ৰম

সেইবছৰ কুম্ভমেলাৰ আয়োজন হৈছিল হৰিদ্বাৰত। পূৰ্ণকুম্ভ সাধাৰণতে আয়োজিত হয় বাৰ বছৰৰ ব্যৱধানত। সেই বছৰটো আছিল পূৰ্ণকুম্ভৰ সময়। সেয়েহে সমস্ত ভাৰতবাসী হিন্দুসকলৰ মাজত পূৰ্ণকুম্ভত ভাগ ল'বলৈ তত্ নোহোৱা হ'ল।

পণ্ডিত হৃদয়নাথ কুঞ্জৰুৰ অধীনত এক বিৰাট স্বেচ্ছাসেৱক বাহিনী গঠন হ'ল। মহাত্মা মুন্সীৰামো তেওঁৰ গুৰুকুলৰ ছাত্ৰসকলক লৈ সাজু। তেতিয়াই গান্ধীজীকো কোৱা হ'ল তেওঁৰ ফিনিক্স আশ্ৰমৰ ছাত্ৰসকলক স্বেচ্ছাসেৱক কৰি পঠোৱাৰ বাবে। গান্ধীজীও তেতিয়াই তালৈ যাবলৈ সাজু হ'ল। তেওঁৰ নিৰ্দেশত মগনলাল গান্ধীয়ে তেওঁৰ ছাত্ৰসকলক লৈ ইতিমধ্যে তাত হাজিৰ হৈছে।

গান্ধীজীয়ে তাত উপস্থিত হওঁতে দেখা পালে যে গংগাৰ পাৰৰ বিশাল প্ৰাঙ্গণত শাৰী শাৰী তম্বু তৰা হৈছে। ইতিমধ্যে সন্ত-সাধুসকলৰ ভিৰ হৈছে। ভাৰতৰ সকলো প্ৰান্তৰ সকলো সম্প্ৰদায়ৰে সাধু তালৈ আহিছে। সাধুসকলক দেখি গান্ধীজীৰ মনতে ভাব হ'ল যে এওঁলোকৰ অধিকাংশই ধৰ্মৰ প্ৰতি আকৃতিৰ কাৰণে সাধু হোৱা নাই, বৰং আৰামত জীৱন কটাই দিবলৈ সাধু হৈছে। যজ্ঞ-হোম কৰাতকৈ খোৱা-বোৱাৰ আয়োজনতে এওঁলোক বেছি ব্যস্ত।

ইতিমধ্যে কুম্ভমেলাই মেলাৰ ৰং লৈছে। নাচ-গানৰ পৰা আৰম্ভ কৰি নানা প্ৰকাৰৰ প্ৰদৰ্শনী। এনেকুৱা এক প্ৰদৰ্শনীত গান্ধীজীয়ে দেখা পালে যে তাত পাঁচটা ঠেঙৰ গৰু এটা দেখুৱাইছে আৰু দৰ্শকসকলে ভক্তিত গদ্গদ্ হৈ সন্মুখত থোৱা থালখনত পইছা পেলাইছে। প্ৰথমে অলপ অবাক হ'লেও গান্ধীজীয়ে গম পালে যে আন এটা গৰুৰ কটা ঠেং অস্ত্ৰোপচাৰ কৰি এই গৰুটোৰ কান্ধত লগাই দিছে। দেখি গান্ধীজীয়ে অত্যন্ত ব্যথা পালে। এনেবোৰ কুসংস্কাৰ হিন্দুসমাজৰ পৰা যে কেতিয়া আঁতৰ হ'ব তেওঁ নেজানে।

গান্ধীজীয়ে হৰিদ্বাৰ চহৰৰ অপৰিচ্ছন্নতা দেখিও ব্যথিত হ'ল। এই চহৰৰ ইমান নৈসৰ্গিক সৌন্দৰ্য, অথচ ইয়াতো ৰাস্তা বা দলঙৰ কাষত সকলোৱে মলমূত্ৰ পৰিত্যাগ কৰে, পৱিত্ৰ গংগা নদীৰ মাজত বিষ্ঠাৰ পাত্ৰ পেলাইছে, অথবা নদীৰ কাষত স্তূপীকৃত জাবৰ। ভাৰতীয়সকলৰ নাগৰিক-জ্ঞানৰ ইমান অভাৱ দেখি গান্ধীজীয়ে মনত আঘাত

পায়। মানুহবোৰে ঘৰ-বাৰী সাধ্যানুসৰি পৰিষ্কাৰ কৰিয়েই থয়, কিন্তু ঘৰৰ সকলো জাবৰ খিৰিকী অথবা দুৱাৰেৰে বাহিৰলৈ পেলায়। ফলত তেওঁলোকেই খোজকাঢ়ি ওলাই যাওঁতে সেই জাবৰৰ ওপৰেদিয়েই যাব লগা হয়।

ফিনিক্সৰ বালকসকলক মতা হ'ল এই বিষ্ঠা পৰিষ্কাৰৰ কামতে। ডাঃ দেৱৰ নেতৃত্বত এই ল'ৰাৰ দলটোৱে পথাৰৰ একাষত খাল কাটি তাত সকলো মল পেলাই তাৰ ওপৰত মাটি পেলাই দিবলৈ ধৰিলে। সিহঁতৰ নাক ঢকাৰ কাৰণে সৰু সৰু কাপোৰৰ পটি বান্ধি দিয়া হৈছে। জাৰু লৈ সিহঁতে উৎসাহেৰে পাইখানাবোৰো চাফা কৰি দিব ধৰিলে। সিহঁতৰ কামৰ তদাৰকি কৰিলে মদনলালে।

এই সময়তে মেলাৰ চাৰিওফালে প্ৰচাৰিত হৈ গ'ল যে দক্ষিণ আফ্ৰিকাত সত্যাগ্ৰহ আন্দোলনত নেতৃত্ব দিয়া মহাত্মা গান্ধী মেলালৈ আহিছে। ফলত গান্ধীজীৰ অ'ত ত'ত ফুৰাচকা প্ৰায় বন্ধই হৈ গ'ল। তেতিয়া দিনে-ৰাতিয়ে শাৰী পতা মানুহৰ ভিৰ তেওঁৰ তম্বুৰ সন্মুখত— গান্দীজীৰ 'দৰ্শন'ৰ আশাত। তেতিয়া তেওঁ গংগাত গা ধুবলৈ গ'লেও সিহঁত তেওঁৰ লগে লগে যায়, আনকি খোৱাৰ সময়তো সন্মুখত আহি হাজিৰ। সাধাৰণ লোকসকলেই নহয়, সাধু-সন্ত সকলো ভিৰ কৰিবলৈ আহে। সিহঁতে গান্ধীজীৰ লগত হিন্দুশাস্ত্ৰৰ বিষয়ে আলোচনা কৰিব বিচাৰে, তেওঁক সিহঁতে হিন্দুশাস্ত্ৰত পাৰদৰ্শী কৰিব বিচাৰে। গান্ধীজীয়ে তেতিয়া প্ৰথমবাৰৰ কাৰণে 'মহাত্মা' হোৱাৰ বিড়ম্বনা অলপ বুজি পালে।

গান্ধীজীৰ এতিয়া অৱস্থাটো দুয়োফালে ধাৰ থকা দাঁতৰ কৰতৰ দৰে লাগিল আৰু কথাটো ভাবি তেওঁৰ মনে মনে হাঁহি উঠিল। তেওঁ যেতিয়া অপেক্ষাকৃত অপৰিচিত আছিল, তেতিয়া ট্ৰেইনৰ থাৰ্ড ক্লাছত যাওঁতে তেওঁ অশেষ দুৰ্গতি ভোগ কৰিব লগা হৈছিল; কোনেও আসন এৰি নিদিছিল, যদিও কোনো কোনোৱে বিছনা-বাকচ লৈ দুই-তিনিজনৰ স্থান এজনে লৈয়ে বহি থাকে। এতিয়া তেওঁ 'মহাত্মা' নামে পৰিচিত হৈছে, এতিয়া এই দৰ্শনৰ উৎপাতত তেওঁ শান্তিত থাকিব নোৱৰা হৈছে। তেওঁতো ভাবিবই পৰা নাছিল যে দক্ষিণ আফ্ৰিকাৰ তেওঁৰ নেতৃত্বত চলা সত্যাগ্ৰহ আন্দোলনৰ সুনাম সমস্ত ভাৰততে বিস্তৃত হৈছে!

গান্ধীজীৰ তেতিয়া মনত পৰিল কলকাতাত ভূপেন্দ্ৰনাথ বসুৰ ঘৰৰ মহিলাসকলে কেনেকৈ বাদামৰ বাকলি গুচাই আৰু ফল কাটি সজাই উজাগৰ নিশা কটাইছিল। ৰেংগুনৰ ডাঃ মেহতাৰ পৰিয়ালেও তেওঁৰ স্বাচ্ছন্দ্যৰ বাবে একেই ধৰণে ব্যৱস্থা কৰিছিল। অথচ তেওঁ খোৱা-বোৱাত অতিশয় মিতব্যয়ী, বহু সময়ত ফল আৰু বাদামেই তেওঁৰ আহাৰ। তেওঁ তেতিয়াই প্ৰতিজ্ঞা কৰিলে যে এতিয়াৰ পৰা তেওঁ নিশাৰ আহাৰ সূৰ্যাস্তৰ আগতেই শেষ কৰি পেলাব। তদুপৰি তেওঁ তেতিয়াৰ পৰা

দিনটো কেতিয়াও পাঁচটাতকৈ বেছি বস্তু নিজৰ হাতত নেৰাখে। যদি কেনেবাকৈ তেওঁ অসুস্থ হয়, তেতিয়া তেওঁৰ ঔষধো এই পাঁচটা বস্তুৰ ভিতৰতে পৰিব। তেওঁৰ গোটেই জীৱনটোৱেই এক আত্মনিয়ন্ত্ৰিত সংকল্পৰ মাধ্যমেৰে কটোৱা হৈছে সেয়েহে তেওঁৰ এতিয়া স্থিৰ বিশ্বাস যে এই দুটা প্ৰতিজ্ঞাও তেওঁ ৰক্ষা কৰিব পাৰিব।

হৰিদ্বাৰত থাকোঁতেই এজন সাধু গান্ধীজীৰ প্ৰতি বিশেষভাৱে আকৃষ্ট হয়। সাধুজন প্ৰায়েই তেওঁৰ সৈতে হিন্দুধৰ্মৰ বিষয়ে আলোচনা কৰিবলৈ আহে। এদিন গান্ধীজীয়ে গা ধুই আহি দেখে যে সাধুজনে তেওঁৰ কাৰণে অপেক্ষা কৰিছে। সাধুজনে লক্ষ্য কৰিলে যে গান্ধীজীৰ দেহত লগুণ নাই, মূৰতো কোনো শিখা নাই। সাধুজনে তেতিয়া গান্ধীজীৰ সৈতে এই দুই প্ৰতীকৰ গুণাগুণ সম্পৰ্কে আলোচনাত প্ৰবৃত্ত হ'ল।

সাধুজনে গান্ধীজীক ক'লে, "আপুনি হিন্দুধৰ্ম গভীৰভাৱে বিশ্বাস কৰে মহাত্মাজী, কিন্তু হিন্দুধৰ্মৰ দুই পৱিত্ৰ প্ৰতীক— উপৱীত আৰু শিখাধাৰণ— দুইটাকে আপুনি ধাৰণ নকৰে। মই ভাবোঁ আপোনাৰ দৰে পৱিত্ৰ-হৃদয় হিন্দুৰ পক্ষে এই দুয়োটাই ধাৰণ কৰা উচিত।"

গান্ধীজীৰ এতিয়া উপৱীত আৰু শিখা ধাৰণ নকৰাৰ অলপ ইতিহাস আছে। সৰুকালত তেওঁ ৰাজকোটত থাকোঁতে উপৱীত ধাৰণ কৰিছিল। সেই সময়ত কাথিৱাৰত হিন্দুধৰ্মৰ পুনৰুজ্জীৱিত কৰাৰ কাৰণে এক আন্দোলন আৰম্ভ হৈছিল আৰু কোৱা হৈছিল যে হিন্দুধৰ্মৰ তিনিওটা উচ্চবৰ্ণৰ পুৰুষসকলেই উপৱীত ধাৰণ কৰা উচিত। যদিও গান্ধীজী জাতিত বৈষ্ণৱ, এই আন্দোলনৰ ফলস্বৰূপে গান্ধীজীকো উপৱীত দিয়া হৈছিল। ইংলেণ্ডলৈ যোৱাৰ পিচত গান্ধীজীৰ এই লগুণডাল ক্ৰমশঃ শীৰ্ণ হৈ এদিন গাৰ পৰা খহি পৰিল। গান্ধীজীয়েও আকৌ নতুনকৈ লগুণ নললে। তদুপৰি তেতিয়ালৈ তেওঁ এই প্ৰতীকত বৰ্ণ-বৈষম্যৰ চিহ্নৰ আভাস পালে, কিয়নো হিন্দু শাস্ত্ৰমতে শূদ্ৰসকলে লগুণ ধাৰণ কৰাৰ অধিকাৰ নাই। গতিকে তেওঁ নীতিগত কাৰণতে উপৱীত ধাৰণ কৰাৰ বিপক্ষে আছিল।

শিখা ধাৰণ নকৰাৰ ইতিহাস অলপ বেলেগ। তেওঁৰ টিকনিডালো ইংলেণ্ডলৈ যোৱাৰ আগমুহূৰ্তত কাটিছিল, কিয়নো ইংলেণ্ডলৈ গ'লে, মূৰত যেতিয়া টুপী নাথাকিব, মানুহে তেতিয়া তেওঁলৈ চাই হাঁহিব আৰু নানা পৰিহাস কৰিব। তেওঁ এনে পৰিহাস সহ্য কৰিবলৈ প্ৰস্তুত নহয়। আনকি সত্যাগ্ৰহ আন্দোলনৰ সময়ত তেওঁৰ আত্মীয় ছগনলালকো টিকনিডাল কাটিবলৈ নিৰ্দেশ দিছিল, কিয়নো তেওঁ ভয় কৰিছিল যে আন্দোলনৰ সময়ত এইডালে মানুহক বিভ্ৰান্ত কৰিব পাৰে।

সাধুৰ কথা শুনি গান্ধীজীৰ এই কথাবোৰ মনত পৰিল। তেওঁ সাধুজনক ক'লে, "সাধুজী, উপৱীত ধাৰণ কৰা মোৰ নীতিবিৰুদ্ধ, কাৰণ শূদ্ৰৰ লগুণ ধাৰণ কৰাৰ

অধিকাৰ নাই। যেতিয়ালৈকে সকলো হিন্দুৱে লগুণ ধাৰণ কৰাৰ অধিকাৰ নজন্মে, তেতিয়ালৈকে মই এইডাল ধাৰণ নকৰোঁ বুলি স্থিৰ কৰিছোঁ।"

সাধুজীয়ে ক'লে, "কিন্তু মহাত্মাজী, আমাৰ শাস্ত্ৰই কৈছে যে শূদ্ৰসকলে ইয়াক ধাৰণ কৰাৰ অধিকাৰ নাই। শাস্ত্ৰবাক্য পালন কৰিবই লাগিব।"

গান্ধীজীয়ে দৃঢ়কণ্ঠে ক'লে, "আপোনাৰ কথা হয়তো সঁচা, কিন্তু তেতিয়া ই মানৱিক ধৰ্মৰ বিৰুদ্ধে যায়। আমি মানৱিক ধৰ্মক প্ৰাধান্য দিবই লাগিব। হিন্দু সমাজত আমি যে নিম্নবৰ্ণৰ লোকসকলক অস্পৃশ্য বুলি আঁতৰাই দিছোঁ, ই আমাৰ সমাজৰ কলংক, কাৰণ তেওঁলোকো ঈশ্বৰৰ সন্তান, মানুহ হিচাপে জীয়াই থকাৰ অধিকাৰ তেওঁলোকৰো সমানে আছে। ঈশ্বৰৰ আশীৰ্বাদত মই সেই দিনটোলৈ জীয়াই থাকিব বিচাৰোঁ যিদিনা উচ্চবৰ্ণৰ হিন্দুৱে নিম্নবৰ্ণৰ হিন্দুক 'ভ্ৰাতৃ' বুলি আলিংগন কৰিব, একে শাৰীতে ঠাই দিব। যেতিয়ালৈকে নিম্নবৰ্ণৰ হিন্দুৰ উপৱীত ধাৰণৰ অধিকাৰ নজন্মে, তেতিয়ালৈ মই উপৱীত ধাৰণ নকৰোঁ বুলি মনস্থিৰ কৰিছোঁ।"

গান্ধীজীৰ কথা সাধুৰ মনঃপূত হোৱা যেন নালাগিল। তেওঁ এটা ক্ষীণ হাঁহি মাৰি সুধিলে, "কিন্তু আপুনি শিখাধাৰণ নকৰাৰ কাৰণ কি?"

গান্ধীজীয়েও বিষণ্ণ কণ্ঠেই উত্তৰ দিলে, "মই এতিয়া এইটো বুজিব পাৰিছোঁ যে শিখা ধাৰণ নকৰাতো মোৰ পক্ষে এক কাপুৰুষজনোচিত কামেই হৈছে। ইংলেণ্ডত থকাৰ সময়ত শিখা ধাৰণ কৰিবলৈ মই ভয় কৰিছিলো। মই ভাবিছিলো যে টিকনি থাকিলে মই সকলোৰে উপহাসৰ পাত্ৰ হ'ম। একে কাৰণতেই দক্ষিণ আফ্ৰিকাতো মই শিখা ধাৰণ কৰা নাই। কিন্তু এতিয়া মই বুজি পাইছোঁ যে মই ভুল কৰিছিলো, ভীৰুতাক প্ৰশ্ৰয় দিছিলো।"

সাধুজনে গান্ধীজীক আকৌ ক'লে, "আপুনিতো জানে যে শিখা হৈছে হিন্দুধৰ্মৰ পৱিত্ৰতাৰ চিহ্ন।"

গান্ধীজীয়ে উত্তৰ দিলে, "সেইটো বুজিব পাৰিছোঁ। সেইকাৰণেই আকৌ শিখা ধাৰণ কৰিম বুলি স্থিৰ কৰিছোঁ। মোক এইটো স্মৰণ কৰাই দিয়াৰ কাৰণে আপোনাক অশেষ ধন্যবাদ, সাধুজী।"

গান্ধীজীৰ বহুতো বন্ধুৱে তেওঁক হৰিদ্বাৰত থাকোঁতেই লছমনঝুলা চাই আহিবলৈ কৈছিল। তেওঁ স্থিৰ কৰিলে যে এদিন এইখন চাই আহিবগৈ।

এদিন ধলপুৱাতে উঠি দৰ্শনাৰ্থীৰ ভিৰ হোৱাৰ আগতেই গান্ধীজীয়ে পদব্ৰজে তালৈ গ'ল। লছমনবোলাৰ ঘাই আকৰ্ষণ আছিল দুলি থকা দলংখন, যিখন শকত ৰছীৰে তৈয়াৰ কৰা হৈছিল। কিন্তু পিচত এজন ধনী মাৰোৱাৰী ভদ্ৰ লোকৰ খেয়াল হ'ল যে ৰছীৰ সলনি তেওঁ লোহাৰে দলং নিৰ্মাণ কৰিব। তেওঁৰ মনৰ ভাব যে এই কাৰ্যৰ দ্বাৰা অধিক পুণ্যলাভ হ'ব।

কিন্তু গান্ধীজীৰ ধাৰণা হ'ল যে লোহাৰ দলংখন ওচৰৰ নৈসৰ্গিক পৰিৱেশৰ লগত একেবাৰে খাপ নাখায়, ই যেন পাৰিপাৰ্শ্বিক সৌন্দৰ্যকে ম্লান কৰি পেলাইছে। এই দলং এক লোহাৰ স্তূপৰ বাহিৰে একো নহয়। যেতিয়া তেওঁ গম পালে যে দলংখন ৰক্ষণাবেক্ষণৰ ভাৰ মাৰোৱাৰী ভদ্ৰলোকজনে চৰকাৰক অৰ্পণ কৰিছে, তেওঁৰ মন বিষাদেৰে পূৰ্ণ হ'ল। এইবোৰ পুণ্যভূমিৰ অধিকাৰ থাকিব লাগে ধৰ্মপ্ৰাণ সাধাৰণ মানুহৰ হাতত, তাঁলৈ আকৌ বিদেশী চৰকাৰৰ কৰ্তৃত্ব আহিব কি প্ৰকাৰে?

নদীৰ সিপাৰে স্বৰ্গাশ্ৰমলৈ গৈয়ো গান্ধীজীৰ মন বেয়া হ'ল। তাত গৈ দেখিলে সাধুকসকলৰ কাৰণে আগতে থকা কেইটামান কুটিৰৰ ঠাইত এতিয়া অৱস্থান কৰিছে কেইটামান টিন-পাতৰ ঘৰ। ঘৰকেইটাও খালী। গান্ধীজীয়ে লছমনঝুলালৈ অহাতোকে পণ্ডশ্ৰম জ্ঞান কৰিলে।

সেই কুম্ভমেলাৰ পূৰ্ণকুম্ভৰ ক্ষণ অহাৰ দিনা গান্ধীজীয়ে ব্ৰাহ্মমুহূৰ্ততে উঠি মগনলাল আৰু আন কেইজনমানক লগত লৈ গংগাস্নান কৰিবলৈ আহিল। নদীৰ পাৰলৈ আহি তেওঁ দেখিলে যে লক্ষ লোক তাত উপস্থিত। এনেকুৱা লাগিল যেন কুম্ভ মেলালৈ অহা সোতৰ লক্ষ লোকেই আহি ইয়াত নদীত ডুব দিবলৈ হাজিৰ। গান্ধীজীয়ে যেনেতেনে নদীৰ পানীত জোবোৰা মাৰিলেগৈ। তেতিয়া তেওঁ ভাবিলে যে তেওঁৰ হয়তো জন্মৰ সকলো পাপ ধুই পেলোৱা হ'ল, কিন্তু ভাৰতৰ সকলো পাপৰ হ'ব কি? দেশখনৰ অতলান্ত দাৰিদ্ৰ্য, জাতিভেদ আৰু অস্পৃশ্যতা, হিন্দু-মুছলমানৰ শত্ৰুতা, পৰাধীনতা, নিৰক্ষৰতা অথবা নাৰী জাতিক অৱহেলা কৰাৰ পাপ এনেকুৱা এক ডুব মাৰিলেই নাইকিয়া হ'বনে? তেওঁ জানে যে এইবোৰ পাপ নাইকিয়া কৰিবলৈ ভৱিষ্যতে বহুতো সংগ্ৰাম কৰিব লাগিব, বহুতো চকুলো টুকিব লাগিব আৰু অলেখ ব্যৰ্থতাৰ মৰুভূমি পাৰ হ'ব লাগিব। কিন্তু তেওঁৰ স্থিৰ-বিশ্বাস যে এইবোৰ সকলো সম্ভৱ, যদিহে আমি অহিংস পথেৰে যাওঁ, যদিহে সত্যাগ্ৰহৰ কাৰণে আমি প্ৰতিজ্ঞাবদ্ধ হওঁ। পথ দীৰ্ঘ আৰু কণ্টকাকীৰ্ণ, কিন্তু ঈশ্বৰৰ সহায় হ'লে সেয়া অতিক্ৰম কৰা সম্ভৱ।

কুম্ভমেলা ভঙাৰ এদিন আগতে মহাত্মা মুন্সীৰামজী গান্ধীজীৰ তম্বুলৈ আহিল। তেওঁক দেখি গান্ধীজীয়ে সসম্ভ্ৰমে থিয় হৈ তেওঁক আগবঢ়াই নি তেওঁৰ কাষতে বহুৱালে। তাৰ পিচত সুধিলে, "মহাত্মাজী, আমাৰ এনে সৌভাগ্যৰ কাৰণ কি?"

মুন্সীৰামজীয়ে মিচিকিয়াই উত্তৰ দিলে, "মই ভাবিলো আপুনি যোৱাৰ আগতে আপুনিনো আশ্ৰম ক'ত পতা থিৰাং কৰিলে এটা খবৰ কৰোঁ। আপুনি সিদ্ধান্তত উপনীত হ'লনে বাৰু।"

গান্ধীয়ে অলপ চিন্তিত সুৰত উত্তৰ দিলে, "নাই হোৱা, এতিয়াও মই সকলো

ঠাইৰে সুবিধা-অসুবিধাৰ দিশবিলাকৰ কথা চিন্তা কৰিছোঁ। আপুনি হৰিদ্বাৰৰ ওচৰতে কোনো এখন ঠাইত আশ্রমখন স্থাপন কৰাৰ কথা কৈছিল। প্রাকৃতিক সৌন্দর্যৰ কথা চিন্তা কৰিলে এই স্থানৰ তুলনা নাই। কিন্তু মই বিচাৰোঁ যে আশ্রমখনৰ স্থান নদীৰ কাষত হোৱাৰ উপৰি কোনোবা এখন ডাঙৰ চহৰৰ কাষত হ'ব লাগে, তেতিয়া বাট-পথ ভালে থাকিব আৰু ৰে'ল ষ্টেছনো বেছি দূৰত নহ'ব।"

মহাত্মা মুন্সীৰামে ক'লে, "সেইবোৰ কথা চিন্তা কৰিলে হৰিদ্বাৰৰ কথা বিবেচনা কৰিব নোৱাৰি, কিয়নো ইয়াৰ বাট-পথ অত্যন্ত বেয়া আৰু ওচৰত এতিয়ালৈকে ৰে'ল ষ্টেছনো নাই। কিন্তু আপুনি বিদ্যার্থীৰ কাৰণে আশ্রম স্থাপন কৰিব, এইবোৰ কথা চিন্তা কৰিব লগা হৈছে কিয়?"

গান্ধীজীয়ে ক'লে, "আপোনাক সংকোচ নকৰাকৈ কওঁ মুন্সীৰামজী, মই স্থাপন কৰিবলৈ ওলোৱা আশ্রমখন মাত্র ছাত্র-ছাত্রীৰ লিখা-পঢ়াৰ ব্যৱস্থা কৰিবলৈকে নহয়, সেইখন মোৰ সত্যাগ্রহ আন্দোলনৰ এক আশ্রয়স্থলো হ'ব। ভৱিষ্যতে যিসকল সত্যাগ্রহীয়ে কাৰাবৰণ কৰিব, তেওঁলোকৰ পৰিয়াল থকাৰো ঠাই তাতে হ'ব, ঠিক দক্ষিণ আফ্রিকাত ফিনিক্স আৰু টলষ্টয় ফার্মত যিটো কৰা হৈছিল। আশা কৰোঁ এদিন মোৰ সেই ইচ্ছা চৰিতার্থ হ'ব।"

মুন্সীৰামজীয়ে ক'লে, "গান্ধীজী, ঈশ্বৰ সহায় হ'লে মানুহেনো কি কৰিব নোৱাৰে। গীতাৰ সেই উক্তি মনত নাই জানোঃ "মূকং কৰোতি বাচালং, পঙ্গুং লংঘয়তে গিৰিং।" পৰমেশ্বৰত ভৰসা কৰক। তেওঁৱেই আপোনাৰ সকলো স্বপ্ন সত্য কৰিব। আপুনিতো নিজৰ কাৰণে এইবোৰ কৰা নাই, সকলোবোৰ কৰিব দেশৰ মংগলৰ কাৰণে। সেয়েহে ভগৱানে নিশ্চয় আপোনাৰ ফালে মুখ তুলি চাব।" ইয়াকে কৈ মহাত্মা মুন্সীৰামে গান্ধীজীৰ পৰা বিদায় ল'লে।

* * *

হঠাৎ গান্ধীজীয়ে বিচৰা ধৰণেই আশ্রমৰ স্থান পাই গ'ল। তেওঁৰ বন্ধু জীৱনলাল দেশাইয়ে আহমদাবাদৰ কাষৰ কছ্ৰাত থকা তেওঁৰ বিৰাট ডাঙৰ ঘৰটো তেওঁক ভাৰালৈ দিবলৈ ৰাজী হ'ল। বন্ধুৰ প্রস্তাৱটো তেওঁ বৰ ভাল পালে। সকলোফালৰ পৰাই আশ্রম প্রতিষ্ঠাৰ কাৰণে ঠাইখন উত্তম। প্রথম কথা হ'ল, কাষতে আহমদাবাদ চহৰ, তাত থকা বহুতো ধনী ব্যক্তি গান্ধীজীৰ এই আশ্রম প্রতিষ্ঠাৰ ক্ষেত্রত সহানুভূতিশীল আৰু আর্থিকভাৱেও তেওঁলোকে সহায় আগবঢ়াব পাৰে। দ্বিতীয়তে,

আহমদাবাদ কাপোৰৰ কাৰণে বিখ্যাত। তাত গান্ধীজীয়ে নিজ হাতে তাঁত বৈ কাপোৰ তৈয়াৰ কৰাৰ পদ্ধতি শিকিব পাৰিব। তৃতীয়তে, আহমদাবাদ এতিয়া গুজৰাটৰ ৰাজধানী। সৰ্বশেষত ৰে'ল ষ্টেছন ওচৰতে হোৱাৰ কাৰণে আন ঠাইলৈ যাতায়াত কৰাত একো অসুবিধা নহ'ব।

কিন্তু আশ্ৰমৰ কি নাম দিয়া যায়? গান্ধীজীৰ কেইবাজনো বন্ধুৱে ক'লে, যে নামটো 'সেৱাশ্ৰম' দিয়া হওক, কোনো কোনোবাই ক'লে, 'তপোবন'। গান্ধীজীৰ কিন্তু এই দুটা নামত আপত্তি আছে। ইয়াততো অকল সেৱা কাৰ্যই নচলিব, হস্তশিল্প ইত্যাদিৰো প্ৰয়োগ হ'ব। দিব খোজা ইটো নাম দাম্ভিকতাপূৰ্ণ। তেওঁলোকে ইয়াত তপস্যাত নবহে। বৰং এইখন হ'ব ভাৰত মুক্তিৰ এক বিৰাট কৰ্মক্ষেত্ৰ। সেয়েহে বহুতো চিন্তাভাবনা কৰি গান্ধীজীয়ে আশ্ৰমখনৰ নাম দিলে 'সত্যাগ্ৰহ আশ্ৰম', কিয়নো এইখনেই তেওঁলোকৰ প্ৰধান উদ্দেশ্য আৰু উপায় নিৰ্দেশ কৰিব।

অৱশেষত ১৯১৫ চনৰ ১৫ মে' তাৰিখে 'সত্যাগ্ৰহ আশ্ৰম' প্ৰতিষ্ঠা হ'ল। সেইদিনা ৰাতিপুৱাই গান্ধীজীৰ নেতৃত্বত সকলো আশ্ৰমবাসীয়ে তালৈ গৈ প্ৰথমে ভগৱান বিষ্ণুৰ পূজা কৰি তাৰ পিচত প্ৰাৰ্থনা-সভাত বহিল। গান্ধীজীয়ে তেতিয়া গীতা, কোৰাণ আৰু বাইবেলৰ কিছু অংশ পাঠ কৰি শুনালে। শেষত সকলোৱেই গান্ধীজীৰ প্ৰিয় 'বৈষ্ণৱ জন' ভজনটো গাব ধৰিলে। পঁচিছজন পুৰুষ আৰু মহিলাৰে আশ্ৰম আৰম্ভ হ'ল। এওঁলোকৰ ভিতৰত তেৰগৰাকী আছিল তামিলভাষী।

গান্ধীজীয়ে প্ৰথমেই আশ্ৰমৰ কাৰণে এখন নিয়মাৱলী প্ৰণয়ন কৰিলে। তাত প্ৰতিগৰাকী আশ্ৰমবাসীয়ে এঘাৰটা প্ৰতিজ্ঞা ৰক্ষা কৰিব লাগিব। সেয়া হ'ল ঃ (১) অহিংসা, (২) সত্যবাদিতা, (৩) চৌৰ্যবৃত্তি অৱলম্বন নকৰা, (৪) কৌমাৰ্য, (৫) অপৰিগ্ৰহতা, (৬) শ্ৰম, (৭) আস্বাদ-দমন, (৮) নিৰ্ভীকতা, (৯) ধৰ্মসহিষ্ণুতা, (১০) স্বদেশীয়তা আৰু (১১) অস্পৃশ্যতা পৰিহাৰ। প্ৰথম পাঁচটা হিন্দু, বৌদ্ধ আৰু জৈনধৰ্মৰ ঐতিহ্য অনুসৰণ কৰি ৰচিত হৈছে, পিচৰ ছটা গান্ধীজীয়ে অতি প্ৰয়োজনীয় বুলি ভাবি নিজেই যোগ কৰিলে।

অস্পৃশ্যতা গান্ধীজীৰ দৃষ্টিত হ'ল এটা পাপ। সেয়েহে ইয়াক পৰিহাৰ কৰাটো আশ্ৰমবাসীসকলৰ পৱিত্ৰ কৰ্তব্য বুলি তেওঁ ভাবে। নিৰ্ভীকতা সম্বন্ধে গান্ধীজীৰ অভিমত এয়ে আছিল যে সকলো ভাৰতবাসীয়েই তেতিয়া ব্ৰিটিশ্বসকলৰ প্ৰতি ভয়ত কাতৰ সত্ত্বেও যেতিয়াই স্বৰাজ দাবী কৰা হ'ব, তেতিয়া তেওঁলোকে সসম্মানে মূৰ থিয় কৰি সংগ্ৰাম কৰিব লাগিব আৰু পুলিচৰ লাঠিৰ ভয়ত পিচুৱাই আহিব নোৱাৰিব। শ্ৰমৰ বিষয়ত তেওঁ গীতাৰ উক্তি মানি চলিছিল— যিসকলে শ্ৰম নকৰাকৈ আহাৰ

কৰে, তেওঁলোক প্ৰকৃতপক্ষে চোৰ। আকৌ, স্বদেশী বস্তু ব্যৱহাৰ নকৰিলে ভাৰতীয়সকলে আৰ্থিকভাৱে স্বাৱলম্বী হ'ব নোৱাৰিব। ধৰ্মৰ বিষয়ত অসহিষ্ণুতাই ভাৰতৰ একতা বিনষ্ট কৰিব। গান্ধীজীৰ মতে আশ্ৰমবাসীৰ লক্ষ্য হ'ব সত্যৰ প্ৰতি নিষ্ঠা। তেওঁলোকে সত্যাশ্ৰয় কৰিয়েই দৈনন্দিন জীৱন-যাপন কৰিবলৈ প্ৰয়াস কৰিব।

আশ্ৰমৰ সকলোৱেই একেটা পৰিয়ালৰ দৰে বাস কৰিছিল আৰু একেটা ৰান্ধনি-ঘৰকে ব্যৱহাৰ কৰিছিল। পিন্ধা কাপোৰো আটাইৰে একেই ধৰণৰ। দিনটোত তিনিবাৰ খাদ্য পৰিৱেশন কৰা হয়। খোৱা-বোৱা অত্যন্ত সৰল। আশ্ৰমবাসীসকলক তিনিভাগত বিভক্ত কৰা হৈছিল— মেনেজাৰ, পৰীক্ষাপ্ৰাৰ্থী আৰু ছাত্ৰ। আশ্ৰমৰ উদ্দেশ্য আছিল মাতৃভূমিৰ সেৱা কৰা আৰু তাৰ কাৰণে উল্লিখিত এঘাৰটা চৰ্ত পালন কৰা একান্ত আৱশ্যক।

আশ্ৰমৰ সহজ-সৰল খাদ্যত হালধি আৰু জালুকৰ গুড়িৰ বাহিৰে জলকীয়া বা আন একো মচলা ব্যৱহাৰ কৰা নহৈছিল। গাখীৰ বা দুগ্ধজাতীয় খাদ্য ব্যৱহাৰ কৰা নাছিল, কিন্তু প্ৰচুৰ সজীৱ আৰু শুকান ফলৰ যোগান ধৰা হৈছিল। আশ্ৰমত সকলো ধৰণৰ স্বাস্থ্যবিধি অনুসৰণ কৰা হৈছিল আৰু আনকো শিকোৱা হৈছিল।

আশ্ৰমত ছুটী বুলিবলৈ একো নাছিল, কিন্তু সপ্তাহত দুদিন প্ৰাত্যহিক কৰ্মৰাজিৰ পৰিৱৰ্তন কৰা হৈছিল আৰু ছাত্ৰসকলক ব্যক্তিগত কাম-কাজ কৰিবলৈকো সময় দিয়া হৈছিল। বছৰটোত তিনিমাহ সকলোকে খোজকাঢ়ি ভ্ৰমণ কৰাৰ সুযোগ দিয়া হৈছিল।

ল'ৰাহঁতৰ নৈতিক চৰিত্ৰ আৰু মানসিক স্বাস্থ্য পৰীক্ষা নকৰাকৈ আশ্ৰমত ভৰ্তি কৰা নহয়। ছাত্ৰ বা প্ৰাৰ্থীসকলে কোনো পইছা দিব নালাগে, কিন্তু পিতৃ-মাতৃ বা সভ্যসকলে আশ্ৰমৰ খৰচৰ অংশ সাধ্যানুসৰি বহন কৰিব লাগে। আশ্ৰমৰ শুভাকাংক্ষীসকলৰ অৰ্থ সাহায্যৰেই মূলতঃ আশ্ৰম পৰিচালিত হয়।

অতিথিসকলৰ আগমনত কোনো বাধা নাছিল। কিন্তু তেওঁলোক বিছনাৰ কাপোৰ-কানি আৰু সৰঞ্জাম লগত লৈ অহাৰ কাৰণে অনুৰোধ কৰা হৈছিল।

হাতেৰে কাপোৰ বোৱাই আছিল আশ্ৰমৰ প্ৰধান কাম, লগতে বাঢ়ৈৰ কামো অলপ আছিল। পিচত যঁতৰৰ যেতিয়া পুনৰাবিষ্কাৰ হ'ল, তেতিয়া তাৰে সূতা কটাই হ'ল আশ্ৰমৰ প্ৰধান জীৱিকা। সেই সময়ত গান্ধীজীয়ে কমেও চাৰি ঘণ্টা যঁতৰ চলাইছিল।

প্ৰতিষ্ঠাৰ কেইমাহমান পিচত এক দলিত পৰিয়ালক সভ্যপদ দিয়াৰ্লে সত্যাগ্ৰহ আশ্ৰমৰ প্ৰথম সংকটে দেখা দিলে। দুদাভাই দাফ্‌দা নামৰ গুজৰাটৰ অস্পৃশ্য 'ধেদ্' সম্প্ৰদায়ৰ এগৰাকী স্কুল শিক্ষকক তেওঁৰ স্ত্ৰী দানীবেন আৰু শিশু-কন্যা লক্ষ্মীৰ সৈতে

আশ্ৰমত থকাৰ অনুমতি দিয়া হ'ল। তেওঁলোকে আশ্ৰমৰ নিয়মাৱলী মানি চলিবলৈ মান্তি হৈছিল।

বিষয়টো লৈ আশ্ৰমত এক হুলস্থূলৰ সৃষ্টি হ'ল। প্ৰথম বিদ্ৰোহ ঘোষণা কৰিলে কস্তুৰবাই। এক অস্পৃশ্য পৰিয়ালৰ লগত একেলগে বাস কৰাটো তেওঁ অসহ্যকৰ বুলি ভাবিলে। তেওঁ প্ৰচণ্ড আপত্তি তোলাত গান্ধীজীয়ে তেওঁক ধীৰ-কণ্ঠেৰে ক'লে, "কস্তুৰ, তুমি আশ্ৰম ত্যাগ কৰি য'লৈকে ইচ্ছা গুচি যাব পাৰা, কিন্তু আশ্ৰমত থাকিলে ইয়াৰ নিয়ম-কানুন মানি চলিবই লাগিব।" কেইদিনমান অনুযোগ কৰাৰ পিচত তেওঁ শান্ত হৈ আকৌ আশ্ৰমৰ কাম-কাজত মগ্ন হ'ল।

তাৰ পিচত বিদ্ৰোহ ঘোষণা কৰিলে মগনলাল আৰু তেওঁৰ পত্নী সন্তোকে। সন্তোকে প্ৰথমে দুদাভাইৰ প্ৰৱেশৰ বিৰুদ্ধে অনশন ধৰ্মঘট আৰম্ভ কৰিলে। কিন্তু গান্ধীজীয়েও যেতিয়া ওলোটাই অনশন কৰিলে, স্বামীৰে সৈতে তেওঁ নিজৰ বস্তু-বাহানি লৈ আশ্ৰম ত্যাগ কৰি গুচি গ'ল। পিচত অৱশ্যে তেওঁলোক উভতি আহিল। তেওঁলোকে আশ্ৰম ত্যাগ কৰিবলৈ আচলতে মানসিকভাৱে প্ৰস্তুত নাছিল। তদুপৰি ইতিমধ্যে তেওঁলোকে বুজি পাইছিল যে এক অস্পৃশ্য পৰিবাৰক আশ্ৰয় দি গান্ধীজীয়ে একো অন্যায় কাম কৰা নাই, বৰঞ্চ অস্পৃশ্যতাৰ কু-ব্যাধিৰ পৰা তেওঁলোকক গান্ধীজীয়ে মুক্তি দিছে।

আশ্ৰমৰ কাষতে এটা কুঁৱা আছিল। পানীৰ কুঁৱাটো আশ্ৰমৰ ঘৰটোৰ মালিকৰ তত্বাৱধানত আছিল। যিজন লোক এই কুঁৱাৰ পৰা পানী তোলাৰ দায়িত্বত আছিল, তেওঁ বৰ আপত্তি কৰিব ধৰিলে। আশ্ৰমবাসীয়ে তোলা পানী কেনেবাকৈ তেওঁৰ গাত পৰিলে তেওঁ 'অশুদ্ধ' হৈ যাব বুলি বৰকৈ আপত্তি তুলিব ধৰিলে। দুদাভাই তালৈ গ'লেও তেওঁ গালি-শপনি পাৰে। ঘটনাটো দেখি গান্ধীজীয়ে সকলোকে মানুহজনৰ সকলো অপমান নীৰৱে সহ্য কৰি নিয়মিত পানী তুলি যাবলৈ ক'লে। কেইদিনমান পিচত মানুহজনৰ যেতিয়া উপলব্ধি হ'ল যে তেওঁৰ অপমানৰ প্ৰত্যুত্তৰ কোনেও নিদিয়ে, তেতিয়া তেওঁ নিজৰ বেয়া ব্যৱহাৰৰ কাৰণে নিজেই লজ্জিত হ'ল।

কিন্তু আহমদাবাদৰ যিসকল ব্যৱসায়ী আশ্ৰমৰ পৃষ্ঠপোষক আছিল, যিসকলৰ অৰ্থ-সাহায্যত মূলতঃ আশ্ৰম চলিছিল, তেওঁলোকে এতিয়া এজন এজনকৈ আশ্ৰমৰ লগত সম্পৰ্ক ছিন্ন কৰি অৰ্থসাহায্য বন্ধ কৰি দিবলৈ ধৰিলে। আৰ্থিক সংকট চূড়ান্ত পৰ্যায় পালেগৈ। মগনলালে এদিন গান্ধীজীক ক'লেহি, "আমাৰ অৰ্থ-ভাণ্ডাৰ শূন্য। অহা মাহত আশ্ৰম চলাবলৈ পইছা নাই।"

গান্ধীজীয়ে শান্ত কণ্ঠেৰে উত্তৰ দিলে, "তেনেহ'লে আমি সকলো অস্পৃশ্য ধেদ্সকলৰ চুবুৰিলৈ গৈ তাতে বাস কৰিব লাগিব।"

সেই সময়তে এক অভাৱনীয় ঘটনা সংঘটিত হ'ল। এনেকুৱা ঘটনা অৱশ্যে গান্ধীজীৰ জীৱনত আগতেও ঘটিছে। এইবাৰো তেওঁক ভগৱানে মুৰ তুলি চালে।

কেইদিনমান পিচত এদিন পুৱাবেলাতে আশ্ৰমৰ সৰু ল'ৰা এটাই দৌৰি দৌৰি আহি গান্ধীজীক ক'লেহি যে এজন ছেঠে আশ্ৰমৰ বাহিৰত গাড়ী এখনত বহি অপেক্ষা কৰিছে, তেওঁ গান্ধীজীক লগ পাব বিচাৰে।

গান্ধীজী তালৈ যাওঁতেই ভদ্ৰলোক জনে ক'লে, "মই আশ্ৰমখনক অলপ আৰ্থিকভাৱে সহায় কৰিব বিচাৰোঁ; আপুনি সেয়া গ্ৰহণ কৰিবনে?"

গান্ধীজীয়ে হাঁহি উত্তৰ দিলে, "নিশ্চয়, আপুনি শুনিলে আচৰিত হ'ব যে আমাৰ ভাণ্ডাৰ প্ৰায় শূন্য।"

ভদ্ৰলোকজনে ক'লে, "তেনেহ'লে মই কালিলৈ টকা লৈ এই সময়তে আহিম। আপুনি থাকিব নহয়?"

গান্ধীজীয়ে তেওঁক আশ্বাস দি ক'লে, "আপুনি নিশ্চিত থাকক যে মই আপোনাৰ অপেক্ষাত থাকিম।"

পিচদিনা ঠিক একে সময়তে তেওঁ গাড়ীৰে আহি উপস্থিত হ'ল। এইবাৰ তেওঁ একো কথাকে নক'লে। গান্ধীজীৰ হাতত লেফাফা এটা দি গান্ধীজীক একো কথাকে কোৱাৰ সুবিধা নিদি ততাতৈয়াকৈ গুচি গ'ল।

গান্ধীজীয়ে লেফাফাটো খুলি দেখিলে যে তাত তেৰ হাজাৰ টকাৰ বেংক-নোট আছে।

গান্ধীজী নিশ্চিন্ত হ'ল। এবছৰলৈ আশ্ৰমৰ খৰচৰ আৰু কোনো চিন্তা নাই।

সেই পইছা দিয়া তৰুণ শিল্পপতিজন আছিল আম্বালাল চাৰাভাই। গান্ধীজীক তেওঁ মাত্ৰ এবাৰহে লগ পাইছিল এক সামাজিক অনুষ্ঠানত। তেওঁ হিন্দুধৰ্মৰ বৰ্ণ-বৈষম্যৰ বিৰুদ্ধে মত পোষণ কৰিছিল। তেওঁ ভাবিছিল যে এয়া হ'ল মনুষ্যত্বৰ অৱমাননা।

* * *

১৯১৫ চনৰ ৩ জুন তাৰিখে ব্ৰিটিশ্ব সম্ৰাটৰ জন্ম দিন উপলক্ষ্যে গান্ধীজীক তেওঁৰ জনসেৱাৰ কাৰণে 'কাইজাৰ-ই-হিন্দ্' পদকেৰে সন্মানিত কৰা হ'ল। একেটা

দিনতে নোবেল-পুৰস্কাৰ বিজয়ী ৰবীন্দ্ৰনাথক সাহিত্যৰ ক্ষেত্ৰত তেওঁৰ অৱদানৰ কাৰণে 'নাইট' উপাধিৰে ভূষিত  কৰিলে।

সেই সময়ত ভাৰতৰ ৰাজনৈতিক গগনৰ ঈশানকোণত ধুমুহাৰ ক'লা মেঘ পুঞ্জীভূত হ'বলৈ আৰম্ভ কৰিছে।

ইউৰোপত প্ৰথম মহাযুদ্ধ  ব্ৰিটিশ্বসকলৰ বাবে বেয়াৰ ফালেই ঢাল লৈছে। অতিৰিক্ত ভাৰতীয় সৈন্যক সেই যুদ্ধত ইউৰোপলৈ পঠিওৱাৰ কথা চৰকাৰী মহলত উঠিছে; কিন্তু কোনো চূড়ান্ত সিদ্ধান্ত এতিয়ালৈকে গ্ৰহণ কৰা নাই।

ব্ৰিটিশ্ব চৰকাৰে ভাৰতত ৰাজনৈতিক আন্দোলন দমন কৰাৰ কাৰণে 'দি ডিফেন্স অৱ ইণ্ডিয়া' আইন সেই বছৰেই পাছ কৰে। তাত ৰাজনৈতিক অপৰাধৰ কাৰণে দ্ৰুত বিচাৰৰ ব্যৱস্থা আছে। আলি ভ্ৰাতৃদ্বয়, মৌলানা আজাদ আৰু হৰ্ষৎ মোহনজীক ইতিমধ্যে অন্তৰীণ কৰা হৈছে। ৰাজনৈতিক নেতাসকলক তেতিয়া পুলিচে অনুসৰণ কৰা আৰম্ভ কৰিছে। দেখাত ৰাজনৈতিক ক্ষেত্ৰত এই সময়ত শান্তিৰ আবহাৱা বিৰাজ কৰিছিল।

তিলকে তেতিয়া তেওঁৰ ৰাজনৈতিক কৰ্মধাৰা কমাই তেওঁৰ গীতাভাষ্য শেষ কৰাৰ ফালে মন দিছে। ইতিমধ্যে তেওঁ সুদীৰ্ঘ ছবছৰ কাল বাৰ্মাৰ এখন জে'লত আছিল। সেই বছৰৰ মাজ ভাগতে তেওঁৰ 'গীতা' প্ৰকাশ হৈ ওলাল আৰু প্ৰকাশৰ এসপ্তাহৰ ভিতৰতে পাঁচ হেজাৰ কপি বিক্ৰী হৈ গ'ল। সেই কিতাপখনতে তেওঁ ভাৰতীয়সকলক কৰ্মক্ষেত্ৰত যুযুধান হ'বলৈ আহ্বান জনালে।

কংগ্ৰেছে এই বছৰতে তিনিজন  বিখ্যাত নেতাক হেৰুৱালে। তেওঁলোকে হ'ল গোখলে, ছাৰ ফিৰোজশ্বাহ মেহটা আৰু হেনৰি কটন। ব্ৰিটেইনৰ 'হাউছ অভ কমনছ'ৰ ভাৰতপ্ৰেমিক সভ্য কিয়েৰ হাৰ্ডিৰো সেই বছৰতেই দেহাৱসান হয়।

সেই বছৰ কংগ্ৰেছ সভাপতি ছাৰ এছ. পি. সিন্‌হাই তেওঁৰ ভাষণত ক'লে, যে ব্ৰিটিশ্ব চৰকাৰে যদি এতিয়াও ভাৰতীয়সকলক স্বায়ত্ত-শাসনৰ অধিকাৰ দিয়ে, সেয়া হ'ব দেৰিকৈ দিয়া উপহাৰ। তেওঁ ভাৰতক এজন বেগেুজ পৰিহিত হাড়-ভঙা ৰোগী বুলি বৰ্ণনা কৰিলে।

ছাৰ সুৰেন্দ্ৰনাথ বেনাৰ্জিৰ উদ্যোগত কংগ্ৰেছে ভাৰতত স্বায়ত্ত-শাসনৰ এক প্ৰস্তাৱ গ্ৰহণ কৰিলে।

গান্ধীজীয়ে সেই বছৰ কোনো ৰাজনৈতিক বক্তৃতা নিদিলে। তেওঁৰ ভাষণ আছিল সামাজিক সংস্কাৰ সাধনৰ বিষয়ে। সেই বছৰৰ অক্টোবৰ মাহত তেওঁ দক্ষিণ আফ্ৰিকালৈ চুক্তিবদ্ধ ভাৰতীয় শ্ৰমিক পঠোৱা ৰদ কৰাৰ সপক্ষে বোম্বাইত তেওঁৰ প্ৰথম ভাষণ দিলে।

গান্ধীজী তেওঁৰ আশ্ৰমত বন্দী হৈ থকা নাছিল। এইখন তেওঁৰ ঘৰ। ইয়াকে কেন্দ্ৰ কৰি তেওঁ গোটেই ভাৰততে বক্তৃতা দি ফুৰিছিল। সকলো সময়তে তেওঁলৈ বক্তৃতা দিয়াৰ আমন্ত্ৰণ আহে। এই বক্তৃতাবোৰত তেওঁৰ প্ৰধান বক্তব্য আছিল ধাৰ্মিক জীৱন-যাপন কৰা আৰু নিৰ্ভীকভাৱে সকলো বাধাকে অতিক্ৰম কৰাৰ ক্ৰমাগত প্ৰচেষ্টা। তেওঁক প্ৰশংসা কৰিলে মাজে মাজে তেওঁ নিন্দা কৰে। এবাৰ তেওঁ ক'লে, যে ৰাজনৈতিক নেতাসকলক প্ৰশংসা কৰাতকৈ পাথৰেৰে নিহত কৰাও শ্ৰেয়/ কেতিয়াবা কেতিয়াবা তেওঁ স্বগতোক্তিৰ দৰে অনিশ্চিত ভৱিষ্যতৰ কথা আৰু তেওঁৰ কাৰণে নিৰ্ধাৰিত ভাগ্যৰ কথাও কয়। তেওঁ জানে যে তেওঁ সেই পথেৰে যাব লাগিব, যিটো পথ অৰণ্য আৰু মন্দিৰৰ কাষেদি পাৰ হৈ গৈছে।

এদিন গান্ধীজীয়ে ধল-পুৱাতে উঠি আশ্ৰমৰ উত্তৰ দিশত থকা বট গছজোপাৰ তলত পুবমুৱা হৈ বহিলে। তাৰ পিচত অস্ফুট স্বৰত ক'ব ধৰিলে ঃ

"প্ৰভু, মোক সম্মুখৰ পথ দেখাই দিয়া। মোক শক্তি দিয়া, ভক্তি দিয়া, মোৰ সকলো অপৰাধ মাৰ্জনা কৰা। মোক নিৰ্দেশ দিয়া কেতিয়া মই সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰিম, কেতিয়া সত্যাগ্ৰহৰ পথেৰে ভাৰতৰ মুক্তি-সাধন কৰিম। হে কৰুণাময় ঈশ্বৰ, তুমি মোৰ প্ৰতি প্ৰসন্ন হোৱা, মোক দীৰ্ঘ-জীৱন দিয়া, যেন মৃত্যুৰ পূৰ্বে মই ভাৰতৰ স্বাধীনতা লাভ চাই যাবলৈ সক্ষম হওঁ।"

# লেখকৰ দুআষাৰ

## এক ঃ গান্ধীজীৰ বিষয়ে জীৱনী

মহাত্মা গান্ধীৰ জীৱনৰ বিষয়ে বহুতো গ্ৰন্থ ৰচনা কৰা হৈছে। ইয়াত মই ছখন গ্ৰন্থৰ বিষয়ে অলপ আলোচনা কৰিছোঁ। এই গ্ৰন্থ কেইখনৰ পৰা গান্ধীজীৰ জীৱন-খণ্ডক (১৮৮১—১৯১৫) লৈ ৰচিত মোৰ এই জীৱনোপন্যাসৰ কাৰণে উল্লেখযোগ্য সাহায্য পাইছোঁ।

উল্লেখনীয় প্ৰথম জীৱনীগ্ৰন্থখন হ'ল ডি. জি. তেণ্ডুলকাৰৰ আঠটা ভলিউমত ৰচিত গান্ধীজীৰ জীৱন। আচৰিত কথা এয়ে যে মই এই কিতাপ ৰচনাৰ কাৰণে যিটো সময় বাচি ল'লোঁ, মোক সহায় কৰিব পৰা সেই সময়ৰ বিশেষ কথা এই গ্ৰন্থখনত নাই। গ্ৰন্থখনৰ প্ৰথম খণ্ডটো বহুতো ৰিপৰ্টৰ উদ্ধৃতিৰে ভৰা। কিতাপখনৰ ওজন এই ৰিপৰ্টবোৰে বঢ়াইছে। অৱশ্যে তেণ্ডুলকাৰৰ গ্ৰন্থখনৰ এক উল্লেখযোগ্য অৱদান এয়ে যে তেওঁ গ্ৰন্থখনত গান্ধীজীৰ জীৱনৰ চন-তাৰিখ লৈ আগুৱাইছে, অৰ্থাৎ কোন বছৰত ক'ত গান্ধীজীয়ে কি কাম কৰিছিল তাৰ বছৰেকীয়া বিৱৰণ দিছে।

গান্ধীজীৰ চেক্ৰেটাৰী পিয়াৰেলালৰ মহাত্মা গান্ধীৰ প্ৰাথমিক জীৱনৰ বিষয়ে একে ধৰণেই লেখা চাৰি খণ্ডৰ গ্ৰন্থখন কিন্তু অধিক গৱেষণাসমৃদ্ধ আৰু প্ৰামাণ্য। তেওঁ বহুতো মূল দলিল আৰু সংবাদপত্ৰৰ ৰিপৰ্ট যোগাৰ কৰি এই চাৰি খণ্ডত প্ৰকাশ কৰিছে। তেওঁৰ এই গ্ৰন্থ ভৱিষ্যতৰ গৱেষকসকলৰ বহু কামত লাগিব।

১৯৯৭ চনত যোগেশ চন্দ্ৰই গান্ধীজীৰ বিষয়ে লেখা গ্ৰন্থৰ বিশেষ মৌলিকত্ব মোৰ দৃষ্টিত নপৰিল। বহুক্ষেত্ৰত তেওঁ ৰবাৰ্ট পেইনৰ 'দি লাইফ এণ্ড ডেথ অৱ মহাত্মা গান্ধী' নামৰ গ্ৰন্থখনৰ পৰা হুবহু তুলি দিছে। পেইনৰ এই কিতাপখনৰ ৰচনা-ৰীতিও তেওঁ মোটামুটিভাৱে অনুসৰণ কৰিছে।

গান্ধীজীৰ নাতিয়েক ৰাজমোহন গান্ধীয়েও মূল গৱেষণাৰ ওপৰত নিৰ্ভৰ কৰা নাই। তেওঁ বিভিন্ন গ্ৰন্থৰ সিদ্ধান্তকে তেওঁৰ কিতাপত তুলি দিছে আৰু গান্ধীজীৰ জীৱনৰ বিষয়ে নানান মন্তব্য কৰিছে। অৱশ্যে এই কথা অনস্বীকাৰ্য যে ২০০৫ চনত প্ৰকাশিত 'মোহনদাস' নামৰ তেওঁৰ কিতাপখনত গান্ধীজীৰ জীৱনৰ বিষয়ে সৰ্বশেষ গৱেষণাৰ ফলশ্ৰুতি প্ৰকাশিত হৈছে। তথাপি গান্ধীজীৰ জীৱনৰ ওপৰত শেষ কথা তেওঁ নিশ্চয় কোৱা নাই। অৱশ্যে কোনেও কাৰোবাৰ সম্পৰ্কে শেষ কথা ক'ব নোৱাৰে।

মোক আটাইতকৈ বেছি সাহায্য কৰিছে ৰবাৰ্ট পেইনৰ কিতাপখনে। অৱশ্যে গান্ধীজীৰ জীৱন সম্পৰ্কে কৰা তেওঁৰ সমালোচনামূলক মন্তব্য মই অকণো ভাল পোৱা নাই। মই এইবোৰ অযাচিত বুলি ভাবো। তথাপি তেওঁ বহুতো এনে ঘটনাৰ উল্লেখ কৰিছে, যিবোৰ মই অন্য গ্ৰন্থত পোৱা নাই। মই ৰবাৰ্ট পেইনৰ স্মৃতিৰ প্ৰতি কৃতজ্ঞ।

সদৌশেষত, গান্ধীজীৰ জীৱনৰ আটাইতকৈ ডাঙৰ উৎস হ'ল গান্ধীজী নিজেই, অৰ্থাৎ তেওঁৰ আত্মজীৱনী। এইখন গ্ৰন্থ প্ৰতিবছৰে হাজাৰ হাজাৰ কপি এতিয়াও বিক্ৰী হয়। পিছে তেওঁৰ লেখাকো সদায় শেষ কথা বুলি ক'ব নোৱাৰি, কাৰণ পৰৱৰ্তী গৱেষকসকলে গান্ধীজীৰ লেখাৰ লগত তথ্যৰ অসংগতি বিচাৰি পাইছে। তথাপি গান্ধীজীৰ জীৱনৰ বিষয়ে তেওঁৰ এই আত্মজীৱনী সঁচাই এক আকৰ-গ্ৰন্থ, যি একেবাৰেই তুলনাবিহীন।

## দুই ঃ ৰবীন্দ্ৰনাথৰ 'মহাত্মা' সম্বোধন

এই সম্পৰ্কত বহুতৰ এনে ধাৰণা আছে যে ৰবীন্দ্ৰনাথেই সৰ্বপ্ৰথমে গান্ধীজীক 'মহাত্মা' আখ্যা দিছিল। কিন্তু ই সঁচা নহয়। ৰাজমোহন গান্ধীয়ে তেওঁৰ 'মোহনদাস' গ্ৰন্থত স্পষ্টভাৱে উল্লেখ কৰিছে যে ডাৰ্বানত গান্ধীজীৰ বিদায়-সম্বৰ্ধনাত কেইবাজনো বক্তাই সৰ্বপ্ৰথমে তেওঁক এই উপাধিৰে ভূষিত কৰিছিল। তাৰ পিচত তেওঁ ভাৰতলৈ উভতি আহোঁতে কাথিৱাৰত পতা কেইবাখনো সম্বৰ্ধনা সভাত পিচফালৰ পৰা 'মহাত্মা গান্ধী', 'মহাত্মা গান্ধী' বুলি

ধ্বনি দিছিল; অৰ্থাৎ ইংৰাজীত যিটোক কোৱা হয় 'পাব্লিক এক্লেইম', গান্ধীজীৰ ক্ষেত্ৰত সেইটোৱেই ঘটিছিল।

আনকি গান্ধীজীয়ে প্ৰথমবাৰ শান্তিনিকেতনলৈ যোৱাৰ সময়ত দীনবন্ধু এণ্ড্ৰুজলৈ গান্ধীজীৰ আদৰ-যত্নৰ কোনো ত্ৰুটি নৰখাৰ কাৰণে দিয়া ৰবীন্দ্ৰনাথৰ চিঠিতো মিষ্টাৰ গান্ধী বুলিহে উল্লেখ কৰা আছিল। সেই চিঠিবোৰ পিচত প্ৰকাশৰ সময়ত এণ্ড্ৰুজেহে 'মিঃ গান্ধী'টো কাটি 'মহাত্মা গান্ধী' লিখি দিছিল। তথাপি এইটোও সত্য যে ৰবীন্দ্ৰনাথেই গান্ধীজীৰ এই 'মহাত্মা' উপাধি জনপ্ৰিয় কৰিছিল। এইফালৰ পৰা বংগ তথা ভাৰতবাসী ৰবীন্দ্ৰনাথৰ ওচৰত ঋণী।

— সমাপ্ত —